NATYA-SAMBHAR : A Collection of dramas, written by Ali Hydar, First Published in Guwahati by Sarada Prakashan, 2008

নাট্য-সম্ভাৰ

আলি হাইদৰ

প্ৰকাশক

সাৰদা প্ৰকাশন

গুৱাহাটী

ফোন ঃ ৯৯৫৪২২০৬৮২

প্ৰথম প্ৰকাশ ঃ ২০০৮



প্ৰচ্ছদ

ভাস্কৰজ্যোতি গগৈ

স্কেচ্

জুনু দেউৰী

অংগসজ্জা

আফচানুল হুছেইন

পংকজ বৰুৱা

অক্ষৰ বিন্যাস

সহস্ৰিকা

কে,বি, ৰোড

লখিমপুৰ- ৭৮৭ ০০১

ছপাশাল ঃ ভৱানী অফছেট এণ্ড ইমেইজিং ছিষ্টেমছ প্ৰাঃ লিঃ

ৰাজগড় ৰ'ড, গুৱাহাটী-৭৮১০০৭

মূল্য ঃ ৬০০.০০ (ছশ) টকা

# উচৰ্গা

ভাগিন-ভাগিনী
লিমা
লাতুমণি
মায়ামণি
মুন
জুন
চপন
আৰু
ৰিপনৰ
হাতত

# আগকথা

এই পুথিত সন্নিবিষ্ট নাটককেইখন বিভিন্ন সময়ত ৰচনা কৰা। প্ৰতিখন নাটকতেই বিভিন্ন পৰিৱেশ, পৰিস্থিতি আৰু সময়ক ধৰি ৰাখিবলৈ চেষ্টা কৰিছিলোঁ। সফল হ'ব পাৰিছোঁনে নাই ক'ব নোৱাৰোঁ। নোৱাৰাটো মোৰ সীমাবদ্ধতা বা অসমৰ্থতা। মই শৈশৱৰ পৰাই প্ৰত্যক্ষ কৰা - বিভিন্ন অৱস্থা, পৰিৱেশ, ঘৰখন, সমাজ-জীৱন আদিৰ স'তে সম্পৃক্ত হৈ — যিকণ অভিজ্ঞতা আহৰণ কৰিব পাৰিছোঁ - তাৰেই বাস্তৱিক খণ্ড চিত্ৰবোৰ - কল্পচিত্ৰৰূপে নাটকবোৰত অংকন কৰিবলৈ প্ৰয়াস কৰিছোঁ। গুণগতভাৱে নহ'লেও সংখ্যাগতভাৱে বহু কেইখন নাটক ৰচনা কৰিলোঁ। ইয়াৰ বাবে যিমানখিনি সময়, কষ্ট, সাধনাৰ প্ৰয়োজন — মোৰ সামৰ্থ অনুসৰি — সেইখিনি পূৰণ কৰিবলৈ আজীৱন চেষ্টাৰ ত্ৰুটি কৰা নাই। মোৰ চেষ্টাৰ ফচল -- ভাল হওক, নহওক সকলোখিনি নাটক একগোট কৰি, পুথি আকাৰত থোৱাৰ অভিলাষ এটা বহুদিনীয়া। নিজ সৃষ্টিৰ ভুল-ত্ৰুটিবোৰ চাই, আত্মসন্তুষ্টি, আত্মগ্লানি বহন কৰি লৈ ফুৰাৰ আনন্দ-বেদনা জীৱনৰ অবিচ্ছেদ্য অংগ বুলিয়েই নাটকসমূহ একেলগে গোটাই থব বিচাৰিছিলোঁ। এই সম্পৰ্কত ভ্ৰাতৃপ্ৰতিম অঞ্জনে (ড° অঞ্জন কুমাৰ ওজা, অধ্যক্ষ, ছয়দুৱাৰ কলেজ, গহপুৰ।) সম্পূৰ্ণ দায়িত্ব লৈ পৰিকল্পনা এটাও কৰিছিল। কিন্তু বহুতো কাৰণত সেয়া পৰিকল্পনা হিচাপেই ৰৈ গ'ল।

এদিন হঠাৎ শিষ্য সদৃশ অৰবিন্দ ৰাজখোৱাই মোৰ নাটকৰ সংকলন এটি প্ৰকাশ কৰিবলৈ 'সাৰদা প্ৰকাশন'ৰ স'তে যোগাযোগ কৰি দিলে আৰু 'সাৰদা প্ৰকাশনে'ও প্ৰকাশ কৰাৰ দায়িত্ব অতি আন্তৰিকতাৰে গ্ৰহণ কৰিলে। কলেজৰ অধ্যক্ষৰ দৰে পদবী এটাৰ ব্যস্ততাৰ মাজতো অঞ্জনে নাটক কেইখনৰ বিষয়ে এক পৰ্যালোচনা প্ৰস্তুত কৰি নাটক সংকলনটিৰ সৌষ্ঠৱ বৃদ্ধি কৰিলে। আনহাতে অৰবিন্দয়ো নাটকসমূহ চাই-মেলি প্ৰকাশৰ উপযোগী কৰি দিয়াত সম্পূৰ্ণ সহায় আগবঢ়ালে। সেইদৰে সংকলনটিৰ অংগসজ্জাৰ সম্পূৰ্ণ দায়িত্ব ভাগিন ৰিপনে (আফচানুল হুছেইন) পালন কৰিলে। অঞ্জনৰ পৰিকল্পনা, অৰবিন্দ আৰু ৰিপন-পংকজৰ সহযোগিতা, লগতে প্ৰকাশকৰ তৎপৰতা অবিহনে এই সংকলনটিয়ে প্ৰকাশৰ মুখ নেদেখিলেহেঁতেন। কেৱল কৃতজ্ঞতা প্ৰকাশ কৰি এওঁলোকৰ ঋণ শোধিব নোৱাৰি।

পৰিশেষত, এই নাটক সংকলনটি ৰাইজৰ হাতত তুলি দিলোঁ। বিচাৰ বিবেচনা ৰাইজৰ।

লখিমপুৰ — আলি হাইদৰ

## কৃতজ্ঞতা

ড° বসন্ত কুমাৰ শৰ্মা, বৰ্ণালী ওজা, লীলাৱতী দত্ত মজুমদাৰ, অৰুণ দত্ত, শৈলেন বৰুৱা, মৰমী বৰা, দীপেন বৰুৱা, ব্ৰজেন শৰ্মা, হেমন্ত শৰ্মা, চয়নিকা পাঠক চুতীয়া, ৰমেশ চুতীয়া, জুলী বৰা, বিমল বছুমতাৰী, ইন্দ্ৰ শইকীয়া, চিৰঞ্জীৱ বৰগোঁহাই, দিগন্ত ওজা, অৰূপজ্যোতি বৰকটকী।

# আলি হাইদৰৰ নাটক

**আলি হাইদৰ**- অসমৰ নাট্য জগতৰ এটা অতি সুপৰিচিত প্ৰসিদ্ধ নাম। তেখেতৰ বাবে মঞ্চই জীৱন।

সত্তৰৰ দশকটো অসমৰ সাহিত্য-সংস্কৃতিৰ উল্লেখযোগ্য কাল।

এই সময়ছোৱাতে এক নতুন প্ৰজন্মই যেন নতুন কিবা এটা কৰাৰ হাবিয়াসেৰে উঠি-পৰি লাগিছিল।

এই সময়ছোৱাতে দুই এক সাহিত্য-সংস্কৃতিৰ সৈনিকে সময়ৰ কষটিত চিন ৰাখিবলৈ সক্ষম হৈছিল।

এই সময়ছোৱাতে সমগ্ৰ ৰাজ্যজুৰি এখন নাটক বিখ্যাত হৈ পৰিছিল — 'এটা চোলাৰ কাহিনী'। কেৱল ৰাজ্যখনতে নহয়, আকাশবাণীৰ সৰ্বভাৰতীয় প্ৰতিযোগিতাতো শ্ৰেষ্ঠ আসন দখল কৰিবলৈ সক্ষম হৈছিল নাটকখনে। নাটকখনৰ কি বক্তব্য, কি উপস্থাপন বা আংগিক সকলোতে আছিল অভিনৱত্ব। এই নাটকখনৰ স্ৰষ্টা গৰাকী যে আলি হাইদৰ, সেই কথা নকলেও হ'ব। তাৰ পাছত 'অহৈতুকী স্বদেশ প্ৰীতি', 'এলান্ধু পাহাৰ' আদি নাটকেৰেও হাইদৰে চমক সৃষ্টি কৰিলে। এইখিনিতেই এষাৰ কথা মনত ৰখা দৰকাৰ—

আলি হাইদৰ সত্তৰৰ দশকৰ ফচল যদিও তেওঁ কিন্তু ইয়াৰ বহু আগৰ পৰাই, তেনেই কুমলীয়া বয়সৰ পৰাই নাট্য কৰ্মৰ লগত নিবিড়ভাৱে জড়িত। প্ৰথমে অভিনেতা (শিশু শিল্পী) হিচাপে, মইনা পাৰিজাতৰ নাট্যকাৰৰূপে শৈশৱতেই মঞ্চৰ লগত ঘটা সম্পৰ্কটো তেখেতে আজিও বৰ্তাই ৰাখিছে। নাটক যিহেতু এক যৌথ কলা, নাটকৰ মানুহক যিহেতু এটা দলৰ প্ৰয়োজন, সেয়েহে তেখেতেও নিজে গঢ় দিলে নাট্যসংগঠন — নৱাৰুণ, নাৱিক, নটসৈনিক......। এই সংগঠনসমূহৰ সহযোদ্ধা সকলকৈলে নতুন নতুন চিন্তাৰ, পৰিকল্পনাৰ সূচনা হ'ল। নাটকৰ মঞ্চ পৰিকল্পনা, আংগিক আদিৰ ক্ষেত্ৰত অভিনৱত্ব অনাৰ, বিশেষকৈ দৰ্শকৰ ওচৰ চপাৰ প্ৰয়াস প্ৰগাঢ় হৈ উঠিল প্ৰতি নিয়ত। আলি হাইদৰ আৰু নাটক যেন একেটা মুদ্ৰাৰে ই পিঠি-সিপিঠি হৈ পৰিল। হয়, হাইদৰে গল্প-প্ৰবন্ধ আনকি কেতিয়াবা কবিতাও লিখিছে— — কিন্তু সেয়া যেন জিৰণিৰ মাজুলী। এই গৰাকী অক্লান্ত নাট্যকৰ্মীয়ে আজি পৰ্যন্ত লিখি উলিয়াইছে ২৫ খন একাংকিকা নাট, ৩০ খন পূৰ্ণাংগ মঞ্চনাট, ২৬ খন অনাতাঁৰ নাট। এজন নাট্যকাৰৰ বাবে নিশ্চয় সংখ্যাৰ লেখেৰে অংকটো যথেষ্ট ডাঙৰ। কেৱল মাথোঁ সংখ্যাৰ লেখেৰেই নহয়, গুণগত দিশৰ পৰাও আলি হাইদৰ যে সমসাময়িক যুগৰ এগৰাকী শ্ৰেষ্ঠ নাট্যকাৰ, সেই কথা হাইদৰৰ সাত শত্ৰুৱেও স্বীকাৰ কৰিবলৈ বাধ্য।

নাট্যকাৰে নাটক ৰচনা কৰে মঞ্চায়নৰ বাবে। সেইবাবেই নাট্যকাৰে নাটক প্ৰকাশ কৰাতো গুৰুত্ব নিদিয়ে। অৱশ্যে প্ৰকাশক সকলো নাটক প্ৰকাশৰ বাবে তেনেকৈ আগবাঢ়ি নাহে। সেইবাবেই প্ৰকাশিত অসমীয়া নাটকৰ সংখ্যাটো তেনেই নিশকতীয়া। ফলস্বৰূপে বহু নাট্যকাৰৰ বহু নাটক কালৰ বুকুত নিঃচিহ্ন হৈ গৈছে। তদুপৰি, নাটক সাহিত্য; পঠনৰ যোগেদিও নাটকৰ ৰসপান কৰিব পাৰি। আলি হাইদৰৰ দৰে নাট্যকাৰৰ নাটক সমূহ থাউকতে পাব পৰাকৈ একত্ৰ সংকলন থাকিলে

নাট্যকৰ্মী, সাহিত্যৰসিক, নাটকৰ গৱেষক সকলোৰে বাবে সুবিধা হয়। সেইবাবেই, তেখেতৰ নাট্যসম্ভাৰৰ একত্ৰ সংকলনৰ কথা চিন্তা কৰি থকা হৈছিল। অগ্ৰণী চিন্তাশীল প্ৰকাশক সাৰদা প্ৰকাশনে খণ্ড-খণ্ডকৈ প্ৰকাশ কৰাৰ দায়িত্ব ল'লে। প্ৰথম খণ্ডটিত দহখন পূৰ্ণাংগ নাটক সন্নিবিষ্ট কৰা হৈছে।

সংকলনটিত সন্নিবিষ্ট কেউখন নাটকেই ভিন্নৰুচিৰ নাটক। আলি হাইদৰৰ নাট্যকাৰ জীৱনৰ ভিন্ন সময়ৰ সৃষ্টি। আলি হাইদৰৰ নাটকৰ বিষয়বস্তুলৈ যদি লক্ষ্য কৰা যায়, তেনেহ'লে দেখা যায়, তেখেতৰ নাট্যকাৰ জীৱনৰ প্ৰথম পৰ্বৰ নাটকসমূহত সাধাৰণ মানুহৰ ওপৰত শাসক, ধনীক শ্ৰেণীয়ে চলোৱা শোষণ- নিষ্পেষণ, দুখীয়া বা নিম্ন-মধ্যবিত্ত শ্ৰেণীটোৰ অভাৱ-অনাটন আদিৰ প্ৰকাশ ইত্যাদিয়েই আছিল নাটকৰ কেন্দ্ৰীয় বিষয়। নাট্যকাৰ গৰাকীয়ে পাৰ্যমানে প্ৰতীক, ব্যঞ্জনাৰ সহায়েৰে, নিত্য নতুন আংগীকেৰে বক্তব্য উপস্থাপন কৰিবলৈ প্ৰয়াস কৰে। এই সংকলনত সন্নিবিষ্ট তিনিখন নাটক- - 'এখন নিলাজ মানুহৰ দেশ', 'কু-প্ৰথা', আৰু 'এখন নাটকৰ জন্ম' এনে বিষয় বস্তুক লৈয়ে লিখা।

**'এখন নিলাজ মানুহৰ দেশ'** আৰু **'কু-প্ৰথা'** নাটক দুখনৰ বিষয় বস্তুয়েই নহয়, কাহিনীও একেই। কিন্তু উপস্থাপন পদ্ধতি সম্পূৰ্ণ বেলেগ বেলেগ। 'এখন নিলাজ মানুহৰ দেশ' নাটকখন ১৯৭৪ চনতেই প্ৰথম মঞ্চস্থ হৈছিল। নাটকখনৰ ৰচনাকাল তাৰো আগৰ। ১৯৮৭ চনত নাটকখন প্ৰকাশিতও হৈছিল। প্ৰকাশিত নাটকখনৰ আগকথা'ত নাটকৰ বিষয় বস্তু সম্পৰ্কে নাট্যকাৰে নিজেই কৈছে — "কিংবদন্তি বা ৰূপকথাৰ দৰে লগা কাহিনীটোৱেই এই নাটকৰ বিষয়বস্তু। অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰ পটভূমিতেই আজি বৰ্তমান যুগৰ অগ্ৰগতিৰ সতে ৰিজনি কৰাৰ এক প্ৰচেষ্টা। বৰ্তমান পঁয়া লগা সমাজ ব্যৱস্থাৰ, সমাজত ক্ৰমাত বাঢ়ি অহা বিৰাট অসাম্যৰ এটা নগ্ন স্বৰূপ প্ৰকাশৰ প্ৰয়াস।" হয়, নাটকখনৰ বিষয় বস্তু এইখিনিয়েই।

কিন্তু নাট্যকাৰ গৰাকীয়ে এই বিষয় বস্তুক প্ৰকাশ কৰিছে কাহিনীৰ মাজৰ এটা কাহিনীৰ জৰিয়তে। আলোক, জ্যোতি, হৰিণহঁতৰ এটা দলে এটা প্ৰত্নতাত্ত্বিক অভিযান চলাইছে আৰু তাৰ ফলশ্ৰুতিত গুহা এটাৰ ভিতৰত আবিষ্কৃত হৈছে এটা নৰকংকাল, এখন নগৰ। নৰকংকালটো ৰূপান্তৰিত হৈছে এজন যুবকলৈ- যাৰ নাম বলি। এই বলিয়েই সেই নগৰখনত কেনেকৈ অন্ধবিশ্বাসৰ বশৱৰ্তী হৈ নিৰীহ মানুহক হত্যা কৰা হয়, শাসকে বিপ্লৱী সত্ত্বা মষিমূৰ কৰি পেলায় সেৱক-ঘাতকৰ সহযোগত, সেই কাহিনী বৰ্ণনা কৰি যায়। চৰিত্ৰৰ নামকৰণলৈ মন কৰক- — আলোক, জ্যোতি—— পোহৰৰ সন্ধান কৰা আধুনিক মানুহৰ প্ৰতিভূ, আৱিষ্কাৰক। আলোকৰ সন্ধান কৰি কৰি যেন সোমায় পৰে অন্ধকাৰৰ গুহাত। বলি সাধাৰণ জনতাৰ প্ৰতীক। তেওঁক দেখুৱা হৈছে আপত্তি-বিপত্তি নোহোৱা সৰলমনা ৰূপত। তেওঁক বলি দিব বিচৰা হৈছে —— কাৰণ তেওঁ সময়ৰ ঘন্টা বজাইছে, ভোক-পিয়াহত জৰ্জৰিত হৈ পানী খাবলৈ বিচাৰিছে আৰু শ্ৰান্ত হৈ কেইবাদিনো শাসকৰ চাওত শুইছে। ঘাতক মূক-বধিৰ; সি বুজে কেৱল শাসকৰ ইংগিতৰ ভাষা। চৰিত্ৰসমূহে প্ৰতীক ধৰ্মিতা বহন কৰিছে সম্পূৰ্ণৰূপে। নাটকখনৰ সংলাপসমূহো ব্যঞ্জনাধৰ্মী। গভীৰব্যঞ্জনা বহন কৰা সংলাপ কেইটামানৰ উদাহৰণ তলত দাঙি ধৰা হ'ল ঃ

*"কাম কৰি থাকোতে থাকোতে আন্ধাৰ আৰু পোহৰৰ পাৰ্থক্য ধৰিবই নোৱাৰা হৈ গৈছোঁ চ্যাৰ।"(হৰিণ)*

*" অ' এন্ধাৰতো আমাৰ অস্ত্ৰ ঠিক মতে চলিছে।" (আলোক)*

*" সভ্য জগতৰ মানুহ আজি এটা গুহাৰ এন্ধাৰলৈ সোমাই যায়। চহৰমুখি মানুহ আজি গুহাৰ নৈশব্দতালৈ আগুৱাই গৈছে..........কিবা এটা পাবৰ বাবে, কিবা এটা উদঘাটন কৰিবৰ বাবে।" (কোৰাছ)*

*" জগাই দিয়াৰ প্ৰয়োজন আছে। ইহঁতৰ এতিয়া শুই থকাৰ সময় নহয়, জাগিবৰ হ'ল।" (কন্যাপ্ৰধান)*

*" আপোনালোকে সূৰ্য বনোৱাৰ কল্পনা কৰিছে, অথচ আপোনালোকৰ দেশৰ মাটিত এতিয়াও অৰণ্যৰ এন্ধাৰ বিৰাজমান। আপোনালোকে সৰগৰ অমৃত সৃষ্টি কৰি অমৰ হোৱাৰ চিন্তা কৰিছে অথচ আপোনালোকৰ দেশতেই প্ৰতিদিনে মৃত্যু কোলাহলৰ বিৰাম নাই।" (বিপ্লৱ— সেৱকৰ প্ৰতি)*

এনেধৰণৰ সং লাপ সমূহে কিংবদন্তি বা ৰূপকথাৰ দৰে লগা 'নিলাজ মানুহৰ দেশ'খনৰ জৰিয়তে যে,আমাৰ নিজৰ দেশখনৰ কথাই বা আমাৰ সময়ৰ কথাই কোৱা হৈছে সেই কথা প্ৰতীয়মান কৰি তোলে। নাটকখনৰ নাট্য কৌশললৈ লক্ষ্য কৰিলে দেখা যায়, প্ৰথম অংকটো অৱতৰণিকা স্বৰূপ – মূল কাহিনীৰ প্ৰৱেশদ্বাৰ। তাৰ পাছত ফ্লেছবেক পদ্ধতিৰে দ্বিতীয় অংকৰ পৰা আৰম্ভ হৈছে 'নিলাজ মানুহৰ দেশ'ৰ কাহিনী। সংগীতাত্ৰয়ৰ কথোপকথনেৰে, কোৰাছৰ ব্যৱহাৰেৰে দৰ্শকক গ্ৰীক নাটকৰ আৰ্হিৰে সংযোগিত কৰা হৈছে মঞ্চৰ সৈতে। নাট্যকাৰ নিজে এজন ভাল পৰিচালকো হোৱাৰ সুবাদতে দুই এঠাইত পৰিচালকীয় চিন্তাৰো সুন্দৰ আভাস পোৱা যায়। দৃশ্যৰ শেষত কেতিয়াবা অপূৰ্ব নাট্যমুহূৰ্তৰ সৃষ্টি কৰিছে -- যথা, আলোকে এটা খোজ গুহাৰ ভিতৰত দিছে, আনটো বাহিৰত। জ্যোতি আৰু হৰিণ পাছত। হৰিণৰ হাতত জ্বলি থকা গেছ লাইট এটা— মঞ্চ আন্ধাৰ। এটা নাট্যোৎকণ্ঠা, গভীৰ ব্যঞ্জনা আৰু লগতে এটা অপূৰ্ব ফ্ৰেম। আকৌ, ওপৰত থকা মানুহৰ লগত তলৰ পৰা কথা পতা, ওপৰৰ মানুহৰ সংলাপ দৰ্শকৰ কাণত নপৰে কিন্তু তলৰ জনৰ কথাৰ পৰাই অনুধাৱন কৰিব পাৰে - - এই ধৰণৰ নাট্যমুহূৰ্তৰ কল্পনাৰে অভিনেতাক অভিনয়ৰ বাবে চৰম সুবিধা দিছে – নাট্যকাৰ-পৰিচালকজনে। তাৰোপৰি আৱিষ্কাৰৰ আনন্দৰ সময়ত ওপৰা-ওপৰিকৈ সংলাপ নিক্ষেপ কৰিবলৈ দিয়া নাট্য-নিৰ্দেশে এটা বাস্তৱানুগ পৰিৱেশ সৃষ্টি কৰিছে।

'এখন নিলাজ মানুহৰ দেশ'ৰ কথাবস্তুকে লৈ আলি হাইদৰে ১৯৮৭চনত লিখি উলিয়ালে আন এখন নাটক '**কু-প্ৰথা**'। কথাবস্তু বা বিষয়বস্তুহে একে-- কিন্তু উপস্থাপন ভংগী সুকীয়া, পৰিমণ্ডল সুকীয়া। অসমৰ বাহিৰেও ইম্ফল, দিল্লী আদিতো অভিনীত হোৱা 'কু-প্ৰথা' নাটকখনত লোকনাট্যৰ উপাদান ব্যৱহাৰ কৰা হ'ল, টোটেল থিয়েটাৰৰ অৱধাৰণাও ব্যৱহৃত হ'ল কিছু পৰিমাণে। 'নিলাজ মানুহৰ দেশ'ৰ সংগীতাত্ৰয়/কোৰাছ পৰিহাৰ কৰা হ'ল, প্ৰত্নতাত্বিকৰ খনন কাৰ্যৰ অৱতৰণিকাও পৰিহাৰ কৰা হ'ল। সম্পূৰ্ণ থলুৱা আৰ্হিৰে এটা হুঁচৰিৰ দলৰ দ্বাৰা সূত্ৰ ৰক্ষা কৰি পোনপটীয়াকৈ বক্তব্য প্ৰকাশৰ চেষ্টা কৰা হ'ল। হুঁচৰিৰ দলটো প্ৰেক্ষাগৃহৰ পৰা মঞ্চলৈ উঠি আহে --- চতুৰ্থ দেৱাল ভংগ কৰি। হুঁচৰিৰ দলৰ সদস্যই আকৌ নাটকৰ অন্যান্য চৰিত্ৰতো ৰূপদান কৰিব পাৰে। নাচনীকেইগৰাকীমানৰ চৰিত্ৰ সৃষ্টি কৰি নাটকখনলৈ নৃত্য-গীত মুখৰতা অনা হ'ল। নাটকৰ সংলাপ মাজে মাজে হৈ পৰিল কাব্যিক। যেনেঃ

*'এজোপা গছৰো বিবেক আছে, সি ফল দিয়ে, ফুল ফুলায়, আনক আনন্দ দিয়ে, তাৰ শীতৰ কৰুণতা আছে, সি কান্দে, তাৰ ধৰ্ম আছে , সি ফল-ফুল-পাত জন্মায় আৰু তোমালোকে'— (বলি)*

*'বন-বননিত যিমান ফুল আছে সিমান। সেই ফুলৰ সুৰভি যিমান দূৰলৈ বিয়পি যায়--- সিমান। নদ-নদীত যিমান পানী আছে— সিমান। সেই পানী যিমান দূৰলৈ বৈ আছে— সিমান। নীলা নীলা আকাশত যিমান তৰা আছে--- সিমান। সেই তৰাবোৰ যিমান দূৰ ব্যাপ্ত হৈ আছে— সিমান।' (নাচনী)*

পিছৰ সংলাপটোৱে স্বাভাৱিকতেই আমাক মনত পেলাই দিয়ে ৰূপকোঁৱৰৰ 'ৰূপালীম'লৈ। আকৌ নাচনী ছোৱালী কেইজনীৰ সাৰল্যই মনত পেলাই দিয়ে 'কাৰেঙৰ লিগিৰী'ৰ

নাগিনী ছোৱালী ৰুণুক-জুনুক- ঠুনুক হঁতলৈ। সৰলমনা নাচনী ছোৱালী কেইজনী যেনিবা শিল্পী সত্ত্বাৰ প্ৰতীক। সেইবাবেই সিহঁতে ভাল পাইছে শোষিত-নিষ্পেষিত জনগণৰ প্ৰতীক বলিক আৰু শেষ পৰ্য্যন্ত বলিৰ পক্ষত থিয় দি ৰৈছে। কিন্তু শিল্পীও শাসকৰ অধীন। শাসকৰ আজ্ঞা বহন কৰে ঘাতকে। ঘাতকে শিল্পীকো বলি দিব পাৰে। শিল্পীয়ে যেতিয়া শাসকৰ আজ্ঞা মানিব নোখোজে, তেতিয়া শিল্পীৰ ওপৰত, বিপ্লৱৰ ওপৰত জপিয়াই পৰে ঘাতক, সেয়েহে শিল্প, বিপ্লৱ সকলো মষিমূৰ হয় শাসকৰ আজ্ঞাত। আপোনজনৰ, প্ৰিয়জনৰ মৃত্যুত নাচিব লগা হৈছে বৰ নাচনীয়ে। নৃত্য-গীত মুখৰিত, এপিকধৰ্মী, এই নাটকখনত উজনি অসমৰ অৰ্দ্ধ নাটকীয় অনুষ্ঠান ঢুলীয়া ওজা, হুঁচৰিৰ সুপ্ৰয়োগৰ বাবে নাটকখনক এখন পথপ্ৰদৰ্শক (Pioneer) নাটক আখ্যা দিব পাৰি।

**'এখন নাটকৰ জন্ম'** নাটকখনৰ মাজেৰে বিবৃত কৰা হৈছে মধ্যবিত্তীয় ঘ ৰ এখনক অৰ্থনৈতিক সমস্যাই জুৰুলি-জুপুৰি কৰাৰ ফলত ঘৰখনত কেনেকৈ নৈতিক অবক্ষয় নামি আহিছে সেই কথা। চাকৰিৰ পৰা অৱসৰ লোৱা গৌতম চাৰিটা সন্তানৰ পিতৃ—— ঝৰ্ণালী, উত্তম, প্ৰীতম আৰু বৰ্ণালী। উত্তমৰ চাকৰি নাই— বেকাৰ, প্ৰীতম নাট্যকাৰ। ঘৰখনৰ জোৰা মাৰিবৰ বাবে গৌতমৰ পেন্সনৰ পইচা কেইটা একোৱেই নহয়। ঘৰৰ টেক্স দিবৰ বাবে উপায় নাই — ঘৰ নিলামত যাওঁ যাওঁ। অৱস্থাৰ তাড়ণাত পৰি ঝৰ্ণালীয়ে ধনী-প্ৰতিপত্তিশালী ব্যক্তি মদনৰ লগ লাগি তথাকথিত সমাজ সেৱা কৰি দুই এপইছা আৰ্জ্জন কৰে যদিও শুকান বালি তিয়াব নোৱাৰে। অৱশেষত উত্তমে চুৰি কৰিবলৈ বাধ্য হৈছে, বৰ্ণালীয়েও নিজৰ প্ৰেমাস্পদ বিজনক উপেক্ষা কৰি নিজক তুলি দিছে মদনৰ ওচৰত। নাটকখনৰ মূল কথাবস্তু ইমানেই। কিন্তু নাট্যকাৰে পোনপটীয়াকৈ কাহিনীটো উপস্থাপন কৰা নাই। বৰং নাট্যকাৰ চৰিত্ৰ প্ৰীতমে ৰচনা কৰা নাটকখনৰ চৰিত্ৰৰ ৰূপতহে চৰিত্ৰ

সমূহে ভুমুকি মাৰিছে। নাটকখনক ক'ব পৰা যায়, নাটকৰ মাজৰ নাটক বুলি। প্ৰীতমে ৰচনা কৰা নাটকখনৰ চৰিত্ৰসমূহ আকৌ ৰূপদান কৰিব লাগিব কাহিনীৰ চৰিত্ৰ কেইটাই নিজে নিজৰ চৰিত্ৰটো। ইয়াৰ জৰিয়তে নাট্যকাৰে নাটকখনৰ কাহিনীটো বাস্তৱ বুলি দৰ্শকক পতিয়ন নিয়াব বিচাৰিছে। নাটকখনৰ কাহিনীত বা বিষয়বস্তুত কোনো অভিনৱত্ব নাই। কিন্তু উপস্থাপন পদ্ধতিত অভিনৱত্ব আছে। আলি হাইদৰৰ নাটকত 'গিমিক' সৃষ্টিৰ প্ৰয়াস কম। কিন্তু এইখন নাটকৰ শেষ দৃশ্যটোত 'গিমিক' আছে। আলি হাইদৰৰ নাটকত অন্যায়ৰ প্ৰতিবাদ কৰিবলৈ দৰ্শকক আহ্বান জনোৱা জাতীয় কথা সাধাৰণতে নেথাকে। বৰং দৰ্শকক নিজে অনুধাৱন কৰিবলৈ এৰি দিয়া হয় ---- সত্য কোনটো, শুদ্ধ কোনটো। তেখেতে তথাকথিত 'সামাজিক দায়বদ্ধতা'কো চিৰিয়াছ ৰূপত গ্ৰহণ নকৰে আৰু সেয়ে পোনপটীয়াকৈ বক্তব্য প্ৰকাশ নকৰে বা শ্ল'গান নিদিয়ে। কিন্তু এইখন নাটকত প্ৰীতমৰ (নাটকৰো) অন্তিম সংলাপটো এইক্ষেত্ৰত ব্যতিক্ৰম ঃ 'আৰু বৰ্ণালী। বৰ্ণালী তোৰ কথা মই ৰাখিম। মই হাৰি নাযাও বৰ্ণালী। মই যুজিম। মোৰ নাটকৰ শেষ অংকৰ শেষ দৃশ্যটো আকৌ নতুনকৈ লিখিম। তই ভবা মতে মই দৰ্শকক ক'ম — (মঞ্চৰ সন্মুখলৈ আহি দৰ্শকক উদ্দেশ্য কৰি) দৰ্শক শুনা, আমাৰ কণ্ঠ বুজি পোৱা। আমাৰ চিএৱৰ বুজি পোৱা। বৰ্ণালী, ঝৰ্ণালী, গৌতম, উত্তম, বিজন, হাৰুণ, প্ৰীতমৰ চিএৱৰৰ লগত তোমাৰ চিএৱৰ মিলাই দিয়া। মদন কুমাৰহঁত উচপখাই উঠক। সিহঁতৰ মুখা খহাই দিয়া। বৰ্ণালী আহিব। তাই নিশ্চয় আহিব আৰু মদন কুমাৰৰ পতন অনিবাৰ্য। মাত্ৰ, মাত্ৰ তুমি আমাৰ কণ্ঠ বুজি পোৱা, এয়া তোমাৰ কণ্ঠ। আমাৰ চিএৱৰ বুজি পোৱা, এয়া তোমাৰ চিএৱৰ।"

১৯৭৭ চনত ৰচনা কৰা **'ধুমুহা পখীৰ নীড়'** নাটকখনৰো পটভূমি দুবছৰৰ আগতে ৰচনা কৰা 'এখন নাটকৰ জন্ম' নাটকখনৰ দৰেই এটা মধ্যবিত্ত পৰিয়ালৰ মাজলৈ অহা

অৰ্থনৈতিক অভাৱ-অনাটন। অৰ্থনৈতিক অভাৱে জুৰুলা কৰা সত্যকাম বৰুৱা নামৰ সমাজ সেৱী শিক্ষক (পাছলৈ অৱসৰপ্ৰাপ্ত) জনৰ পৰিয়ালক কেন্দ্ৰ কৰি ৰচনা কৰা এই নাটকখনক কিন্তু এখন 'পাৰিবাৰিক নাটক' বুলি কোনোপধ্যেই ক'ব নোৱাৰি। নাটকখনৰ মাজত নিহিত হৈ আছে তীব্ৰ সমাজ-চেতনা। বোধকৰো সত্তৰৰ দশকত অসমত বিশেষভাৱে বিস্তাৰ কৰা এক ধৰণৰ বিপ্লৱী চেতনাই নাট্যকাৰৰ ভাবৰ পৰিমণ্ডলক আগুৰি ৰাখিছিল আৰু সেয়েহে নাট্যকাৰে সত্যকাম বৰুৱাৰ নুমলীয়া পুত্ৰ প্ৰভাতে (যি জন আদৰ্শবাদী যুৱক, কবি, উচ্চ শিক্ষা গ্ৰহণ কৰা শিক্ষাৰ্থী) সশস্ত্ৰ বিপ্লৱী ৰাজনৈতিক দলত যোগদান কৰি অৰ্থনৈতিক সমস্যাৰ অৱসান ঘটাব বিচৰাটো দেখুৱাইছে। চৰিত্ৰটোৰ নামেও ইংগিত বহন কৰিছে। এই দশকটোতে পুৰণি প্ৰজন্মৰ প্ৰতি এক প্ৰত্যাহ্বানৰ, যুৱ প্ৰজন্মৰ উত্থানৰ মানসিকতায়ো গঢ় লৈ উঠিছিল। নাটকখনত এই ভাব সুস্পষ্ট। আনহাতেদি এই সময়ছোৱাত এচামৰ মাজত লাহ-বিলাহৰ মনোভাবৰ বিস্তাৰ হৈছিল আকৌ, এচামে সুবিধাবাদী মনোভাৱেৰে সুবিধা আদায় কৰিছিল, ৰাজনীতিত প্ৰবেশ কৰিছিল। নাটকখনৰ মাজেদি এই সমস্ত সমাজ-বাস্তৱ প্ৰতিফলিত কৰিবলৈ সক্ষম হৈছে নাটকাৰ গৰাকী। নাটকখনৰ সকলো চৰিত্ৰই সমাজ পৰিবৰ্তন বিচাৰে, কিন্তু সকলোৰে পন্থা বেলেগ বেলেগ। নাট্যকাৰেও স্পষ্টকৈ কোৱা নাই কোনটো পথ শুদ্ধ বা কোনটো পথেদি গতি কৰিলে পৰিবৰ্তন আহিব। দৰ্শকৰ আগত মেলি দিছে — দৰ্শকে নিজে ভাবি- চিন্তি উপায় উদ্ভাবন কৰক। সেয়েহে নাটকৰ শেষত সত্যকাম বৰুৱাৰ মুখৰ সংলাপেৰে নাট্যকাৰে দৰ্শকক কৈছে - '...স্বাদহীন, নতুনত্বহীন এই সত্যকাম মাষ্টৰৰ পৰিয়ালে সৃষ্টি কৰা এটা গতানুগতিক কাহিনীৰে আজিৰ নাটক।... ক্ষয়িষ্ণু সমাজৰ নিম্ন মধ্যবিত্ত পৰিয়ালত এনে নাটক হৈয়ে আছে। ... আমাৰ নাটক ইয়াতে শেষ হোৱা নাই। এইখিনিৰ পৰাহে প্ৰকৃততে নাটক আৰম্ভ

হ’ব।··· দোষী কোন? আপোনালোকে বিচাৰ কৰক। আৰু মুক্ত কণ্ঠেৰে প্ৰবল সাহসেৰে দোষীক বিচাৰ কৰক্ষলৈ আগবঢ়াই দিয়ক।··· এইবোৰ আপোনালোকৰ অতি চিনাকি চৰিত্ৰ। আপোনালোকৰ মাজৰে এজন।’

নাটকখনৰ উপস্থাপন পদ্ধতিৰ পিনৰ পৰাও ‘এখন নাটকৰ জন্ম’ৰ সৈতে পাৰ্থক্য দেখা যায়। ‘ধুমুহা পখীৰ নীড়’ নাটকখনত ব্ৰেখটীয় নাট্যচিন্তাৰ, এপিক থিয়েটাৰৰ বহু উপাদানেই ভিৰ কৰিছেহি। অন্যহাতেদি আকৌ, আলি হাইদৰৰ নাট্য বৈশিষ্ট্যৰ আন এটা দিশেও এইখন নাটকত পোখা মেলা পৰিলক্ষিত হয়। তেওঁ প্ৰায়বোৰ নাটকতে (পৰিচালক হিচাপেও) ইংগিতধৰ্মী মঞ্চসজ্জা (Suggestive settings) ব্যৱহাৰ কৰে, আৰু লোক উপাদান ব্যৱহাৰ কৰিব বিচাৰে। জ্যোতিপ্ৰসাদ আৰু শংকৰদেৱৰ প্ৰতি গভীৰভাৱে শ্ৰদ্ধাশীল আৰু লগতে প্ৰভাবান্বিতও নাট্যকাৰ-পৰিচালক হাইদৰে আৰু অন্য কেইখনমান নাটকৰ দৰেই এই নাটকখনত অংকীয়া নাটৰ সূত্ৰধাৰ আৰু সংগীক (ইয়াত ‘দূত’ নাম দিছে) আনিছে, চৰিত্ৰৰ প্ৰৱেশৰ ক্ষেত্ৰতো অংকীয়া নাটৰ আঁৰকাপোৰ ধৰা, প্ৰৰোচনা আদিৰ ব্যৱহাৰ কৰিছে। সূত্ৰধাৰে সংলাপ নিক্ষেপত কেনে সুৰ ব্যৱহাৰ কৰিব, সেই ক্ষেত্ৰত নাট্য নিৰ্দ্দেশ--‘সূত্ৰই অংকীয়া সুৰত সংলাপ আৰু মাজে মাজে অসমীয়া লোকগীত আদি সংলাপত ব্যৱহাৰ কৰিলে ভাল হয়। যেনে ভটিমাৰ সুৰ, পালনাম, জিকিৰ, ওজাপালি, ফকৰা-যোজনাৰ সুৰ বা অমিত্ৰাক্ষৰ ছন্দ আবৃতি কৰাৰ দৰে।’ সেয়েহে , বিশেষকৈ উপস্থাপন ৰীতিৰ ফালৰপৰা এই নাটকখন এখন উল্লেখযোগ্য নাটক। এই নাটকখনৰ সময়তে হাইদৰে নিজস্ব নাট্যচিন্তাৰ পথ এটাৰ উকমুকনি দেখা পাইছিল যেন অনুমান হয়। অৱশ্যে এই কথাও সত্য যে, তেখেতে ৰচনা কৰা নাটক মানেই ‘হাইদৰী সাঁচ’ত আৱদ্ধ নাটক নহয়। বিভিন্ন সময়ত বিভিন্ন সম্পৰীক্ষাৰে ঋদ্ধ তেওঁৰ নাটক।

ইতিমধ্যে আলোচনা কৰা নাটক কেইখনৰ ক্ষেত্ৰত আৰ্থ-সামাজিক সমস্যাই প্ৰাধান্য লাভ কৰিছিল। বিশেষকৈ আৰ্থ-সামাজিক অসমতা, সামাজিক-ৰাজনৈতিক অন্যায় - অবিচাৰ, শোষণ-নিষ্পেষণ আদিয়ে আলি হাইদৰৰ নাটকৰ প্ৰথমপৰ্বত অধিক গুৰুত্ব লাভ কৰিছিল। কিন্তু পাছৰ নাটকসমূহত নাট্যকাৰ গৰাকীয়ে অন্যান্য সমস্যাৰ ওপৰত গুৰুত্ব প্ৰদান কৰা দেখা যায়। যেনে, মানসিক সমস্যা, বিদ্যায়তনিক সমস্যা, শিশুৰ সমস্যা, সামাজিক সম্পৰ্কৰ ক্ষেত্ৰত হোৱা অৱক্ষয় জনিত সমস্যা ইত্যাদি ইত্যাদি। বৰ্তমানৰ সংকলনত সন্নিবিষ্ট **'নঙলা মুখৰ অনুভৱ'** নাটকখন(ৰচনা কাল ঃ ২০০১-২০০২) এইটো থূলৰ নাটক। এইখন নাটক পুৰুষ চৰিত্ৰ বৰ্জিত নাটক। নাটকখনৰ আঠোটা চৰিত্ৰৰ কেউটাই নাৰী চৰিত্ৰ। মন কৰিবলগীয়া কথা যে, নাটকখন যদিও পুৰুষ চৰিত্ৰ বৰ্জিত নাটক, মঞ্চত কোনো পুৰুষ চৰিত্ৰই উপবিষ্ট হ'ব নালাগে, তথাপিও পুৰুষ চৰিত্ৰৰ উপস্থিতি অনুভূত হয় কোনো কোনো দৃশ্যত। উদাহৰণ স্বৰূপে, পঞ্চম পৰিৱেশৰ অন্তত পায়েলৰ লাগ বান্ধ নোহোৱা কথা বন্ধ কৰিবলৈ জলিয়ে কৈছে, 'দাদা আহিছে ...' পায়েলে কৈছে — ক'তা ? (বাহিৰলৈ চায়) অ' ! এনেতে মঞ্চ আন্ধাৰ হৈছে। সেইদৰে, ষষ্ঠ পৰিৱেশৰ অন্তত ঝুমকাৰ মুখত এটা ব্যঞ্জনাময় সংলাপ ঃ 'পাইলট, এই টাবটো লৈ যা। ভিতৰত মুজুৰা মাৰি আছে — বাহিৰত অলপ হাৱা-বতাহ লাগক।' যিয়েই নহওক, নাটকখনৰ নেপথ্যত পুৰুষ চৰিত্ৰৰ অৱস্থিতি স্বত্বেও নাটকখন নাৰী চৰিত্ৰ কেইটামানক কেন্দ্ৰ কৰি ৰচনা কৰা, মুলতঃ নাৰীৰ মনস্তাত্বিক সমস্যাক লৈ ৰচনা কৰা আৰু নাট্যকাৰ নিজে পুৰুষ হোৱা বাবেই বোধহয় নঙলামুখতে ৰৈ অনুভৱ কৰিছে নাৰীৰ সমস্যা। এইখন এখন সম্পূৰ্ণ চৰিত্ৰ প্ৰধান নাটক। নাটকখনত কাহিনী বুলি বিশেষ একো নাই। কিন্তু নাট্যকাৰ গৰাকীয়ে যিকেইটা চৰিত্ৰ সৃষ্টি কৰিছে, প্ৰতিটোৱেই

বেলেগ বেলেগ সাঁচৰ, বহু বৰ্ণময়। আনকি নাটকীয় নিৰ্দ্দেশত নাট্যকাৰে দুই এটা চৰিত্ৰৰ কথা—বতৰা কোৱাৰ ভংগী কেনেকুৱা নিৰ্দিষ্ট কৰি দিছে। উদাহৰণস্বৰূপে, আধুনিকা গাভৰু ঝুমকাই 'কথা কওঁতে খুব খৰকৈ কয়। মুখখন বেছিকৈ লৰায়। সমানে গা-হাত-ভৰি আদিও লৰায়।' আকৌ পায়েলৰ বেশভূষা, আচৰণ সম্পৰ্কত নাট্য নিৰ্দ্দেশ ঃ চকুত ধৰা চেকচেকীয়া ৰঙা ৰঙৰ ওপৰত বেঙুনীয়া ভমকা ফুল থকা পাতল শাৰী পিন্ধে। গোটেই শাৰীখন ৰূপোৱালী আৰু সোণোৱালী ৰঙৰ, দূৰৰ পৰা চকু পৰা চুমকি আৰু গুণাৰ কাম কৰা মানুজনীৰ লগত শাৰীখন কোনোমতে নুশুৱায়। ডিঙি, হাত, কাণত সোণৰ অলংকাৰেৰে ভৰি আছে। প্ৰয়োজনতকৈ বেছি। পায়েলে কথা কওঁতে লেনিয়াই লেনিয়াই কয়। হওকে নহওকে কথাৰ মাজে মাজে হাঁহে। হাঁহিটোও অদ্ভুত।

নাটকখনত তিনিটা প্ৰজন্মৰ ভাব চিন্তাৰ আভাস পোৱা যায়। এটা প্ৰজন্মৰ প্ৰতিভূ কৰচনী আই। কৰচনী আই অভিজ্ঞতাপুষ্ট আৰু তেখেতৰ ভাব চিন্তাত কোনো দ্বিধাগ্ৰস্ততা নাই— তাৰ পৰিবৰ্তে আছে স্পষ্টতা। সেই বাবেই পাৰিবাৰিক সমস্যাজনিত দ্বিধাগ্ৰস্ততাত ভুগি থকা জলিক স্পষ্টভাৱে ক'ব পাৰিছে — 'বেছি চিন্তা কৰি লাভ নাই। পৃথক হোৱাটোৱেই ভাল' বুলি অথবা '... পাৰস্পৰিক বিশ্বাসৰ অভাৱ হ'লে, ভালপোৱাৰ অভাৱ হ'লে একেলগে থকাৰ অৰ্থ' বুলি। আনহাতে , দ্বিতীয়টো প্ৰজন্মৰ প্ৰতিভূ আই, ৰুবি, আনকি কেন্দ্ৰীয় চৰিত্ৰ জলিৰ মনতো এটা দ্বিধাগ্ৰস্ততা। জলিৰ হাতত দুটা ফোন নম্বৰ আছে, অথচ দুইটাৰ কোনটোলৈ ফোন কৰিব তাৰ সিদ্ধান্ত ল'ব নোৱাৰে। অৱশ্যে নাটকৰ সমাপ্তি অংশত জলিয়ে সিদ্ধান্ত লোৱাৰ ইংগিত এটা দিছে (হয়তো কৰচনী আইৰ ইতিবাচক দৃষ্টিভংগীৰ দ্বাৰা প্ৰভাৱান্বিত হৈ): — 'এয়া মই ফোন কৰি আহিছোঁ। এটা নিৰ্ণয়বহনকাৰী ফোন। সমস্যা সমাধান কৰাৰ নিৰ্ণয়। নিজৰ সমস্যাৰ মুখামুখি নিজেই হ'ব

লাগিব। সম্পদেই হওক বা বিপদেই হওক মোৰ সমস্যা, মোৰ। শুদ্ধই হওক বা ভুলেই হওক মনৰ দুৱাৰ খুলি ভিতৰৰ অন্ধকাৰ দেখি থমকি ৰ'লে নহ'ব। ভিতৰলৈ সোমোৱাৰ সাহস কৰিব লাগিব।' লগতে এটা ইংগিতপূৰ্ণ, আশাবাদী দৃষ্টিভংগীসূচক সংলাপ ঃ 'মই এতিয়া খৰধৰকৈ খোজ দিলে নিশ্চয় বনৰীয়া চৰাই চিৰিকতিআৰু কুকুৰা পোৱালীবোৰ নিজৰ বাঁহত সোমোৱাৰ দৃশ্য দেখাৰপৰা বঞ্চিত নহওঁ।' তৃতীয়টো প্ৰজন্মৰ প্ৰতিভূ ঝুমকা। ঝুমকাই স্পষ্টতঃ ব্যক্তি স্বাধীনতাত বিশ্বাস কৰে। সেই বাবেই তাই নিজৰ ভৱিষ্যতৰ সিদ্ধান্ত নিজেই ল'ব খোজে। তাইক কোনোবাই চাবলৈ আহি পছন্দ বা অপছন্দ কৰাটো তাই পছন্দ নকৰে। সেয়েহে তাইৰ সোচ্ছাৰ প্ৰতিবাদ ঃ 'মোক চাবলৈ আহিব! মই গৰুনে ছাগলী নাই বজাৰৰ পণ্যদ্ৰব্য! ··· চাব, পছন্দ হলে দাম দি উঠাই নিব, পছন্দ নহলে পেলাই যাব।··· এওঁলোকে গ্ৰাহকৰ আগত মোক দাঙি ধৰিবলৈ বৈ আছে।' তাই দ্বিধাগ্ৰস্ততাত ভুগি থকা পেহীয়েককো তুচ্ছ-তাচ্ছিল্য কৰিছে। তাইৰ দৃষ্টিতঃ '··· নাৰী মানুহ; মানুহক মানুহৰ মৰ্যাদা দিয়া কেৱল নাৰীৰ সংগ্ৰাম নহয়। ই মানুহৰ সংগ্ৰাম। নাৰী পুৰুষ উভয়ৰে সংগ্ৰাম। কান্ধত কান্ধ মিলাই সকলোৱে একেলগে, সমষ্টিগতভাৱে সংগ্ৰাম কৰিব লাগিব।···' জলি,অৱন্তিকা যদি নাৰীবাদী, ঝুমকা মানৱতাবাদী।

নাটকখনৰ মঞ্চসজ্জা তাৎপৰ্যপূৰ্ণ। নাটকৰ প্ৰথম পৰিৱেশ আৰম্ভ হৈছে নঙলামুখত। সময় পুৱা। নঙলা মাৰি থোৱা আছে। নঙলা খোলো নোখোলো, ভিতৰলৈ সোমাওঁ-নোসোমাওঁ (অৰ্থাৎ দ্বিধাগ্ৰস্ততা)ভাবেৰে জলিয়ে নঙলা খোলে। ডিঙি বেকা কৰি আকাশলৈ চায়। পুৱাৰ বেলি ডাৱৰে ঢাকি ৰাখিছে। বৰষুণ আহোঁ আহোঁ। মাজে মাজে বিজুলী চমকে। বিজুলীৰ পোহৰৰ মাজে মাজে ডিঙি বেঁকা কৰি চোৱা জলিৰ মুখৰ এটা ফাল মাত্ৰ দেখা যায়। সমগ্ৰ নাট্য-পৰিৱেশটোৱেই তীব্ৰ ব্যঞ্জনাময়। নাট্য-পৰিৱেশটোৱই যেন সমগ্ৰ কথাবস্তুৰ

এটা পূৰ্বাভাস দাঙি ধৰিছে। ঠিক একেদৰেই , নাটকৰ সমাপ্তিৰ অংশত জলিয়ে নঙলা খুলি ওলাই যাবলৈ বিচৰাৰ মাজতো একেই ব্যঞ্জনা। আমাৰ দৃষ্টিত, আলি হাইদৰৰ এই নাটকখন কেইবাটাও দিশৰ পৰা অন্যতম শ্ৰেষ্ঠ নাটক।

**'এক দিনকা বাদশ্বাহ'** নাটকখন স্পষ্টত ঃ এখন ৰাজনৈতিক ব্যংগ নাটক। নাটকখনৰ কথাবস্তু এনেধৰণৰ ঃ এজন মন্ত্ৰীৰ এনে এটা কাম কৰাৰ অভিলাষ, যিয়ে তেওঁৰ কৃতি যাউতিযুগীয়া কৰি তুলিব। মন্ত্ৰীৰ দুজন বন্ধু- জ্ঞানী বন্ধু আৰু মূৰ্খ বন্ধু। মূৰ্খ বন্ধু ক্ৰমাৎ শক্তিশালী, গুৰুত্বপূৰ্ণ হৈ উঠিল। মন্ত্ৰীয়ে দৰিদ্ৰতা দূৰীকৰণৰ এক আঁচনি ললে আৰু ঘোষণা কৰিলে, ধনী সকল এবছৰৰ বাবে দুখীয়া হ'ব লাগিব, দুখীয়া সকল এবছৰৰ বাবে ধনী হ'ব। ধনী সকলে আন্দোলনৰ পথ ললে। অৱশেষত আলোচনা বিলোচনাৰ অন্তত এবছৰ গৈ এদিন হ'লগৈ। মন্ত্ৰী নাছোৰবান্দা। তেওঁ সিদ্ধান্তত অটল। এদিনৰ বাবে হ'লেও তেওঁৰ আঁচনি কাৰ্যকৰী কৰিবই। দেশত যিহেতু ধনী আৰু দুখীয়াৰ তালিকা নাই, জৰীপ কৰিবৰ বাবে এটা নতুন বিভাগ সৃষ্টি কৰিব লগা হ'ল। নতুন নতুন চাকৰি ওলাল। নিবনুৱা প্ৰাৰ্থীৰ ভিৰ লাগিল। প্ৰশিক্ষণৰ বাবে বিদেশলৈ বিষয়া পঠোৱা হ'ল। মুঠতে চৰকাৰী ধনৰ শৰাধ ঘটিল। এই আঁচনিয়ে মন্ত্ৰীক ইমান ব্যস্ত কৰি তুলিলে যে দেশৰ অন্যান্য উন্নয়নমূলক কাম-কাজ স্তব্ধ হৈ পৰিল। আঁচনি ৰূপায়ণৰ প্ৰচেষ্টা চলি থাকিল ক্ষিপ্ৰ গতিত। কিন্তু আঁচনিৰ শুভ উদ্বোধনৰ আগদিনাই মন্ত্ৰীয়ে গম পালে — তেৰোঁ ধনীৰ তালিকাত। গতিকে তেৰোঁ এদিনৰ বাবে দুখীয়া হ'ব লাগিব। গতিকে, মন্ত্ৰী পত্নীৰ বুদ্ধি অনুযায়ী আঁচনিখনৰ শুভ উদ্বোধনৰ দিনটো পিছুৱাই দিয়া হ'ল অনিৰ্দিষ্ট কালৰ বাবে।—সমগ্ৰ কাহিনীটোৱেই আমাৰ ৰাজনৈতিক ব্যৱস্থাক তীব্ৰভাৱে ব্যংগ কৰি নগ্ন ৰূপত উদঙাই দিছে।

নাটকখনত সূত্ৰধাৰ ব্যৱহাৰ কৰা হৈছে আৰু হাইদৰৰ

অন্য কেইখনমান নাটকৰ দৰে ইয়াতো 'নাটকৰ মাজৰ নাটক' ৰূপত মূল কথাবস্তু উপস্থাপন কৰা হৈছে । দৃশ্যসমূহ চুটি চুটি। নাটকখনত এটা সংলাপহীন দৃশ্যও আছে। সমগ্ৰ নাটকখনেই 'মাইম' ব্যবহাৰৰ জৰিয়তে সহজ-সৰল দৃশ্যসজ্জাৰে কৰাৰ উপযোগীকৈ ৰচনা কৰা হৈছে। এটা দৃশ্যত মঞ্চটোক বহুভাগ কৰি বেলেগ বেলেগ স্থানত ঘটি থকা কাৰ্য একেলগে দেখুৱাইছে। মাজে মাজে ভাওনাৰ বিলাপৰ সুৰ, লোকগীতৰ সুৰ ব্যৱহাৰ কৰি গীতৰ ব্যৱহাৰ কৰা হৈছে। আৰু এটা লক্ষণীয় কথা, সংস্কৃত নাটকৰ বিদূষক চৰিত্ৰৰ সমধৰ্মীকৈ 'মূৰ্খ বন্ধু' চৰিত্ৰৰ সৃষ্টি। 'মূৰ্খ বন্ধু' ৰ মুখত দিয়া দুটামান সংলাপলৈ মন কৰকঃ

*"ইমান সময়ৰ মূৰত এই খাবলৈ নোপোৱা লেৰেলা - চেপেটা চিন্তাটোৱেহে মূৰৰ ভিতৰত আৰামত ফোপজহি মাৰি শুই থকা তোমাৰ লাওখোলাৰ ভিতৰত সোমাল নেকি? তুকুৰিত এতুকুৰি বা পাছিত এপাছি কৰি অন্য এটা চিন্তাৰ এক কুইণ্টেলমান বোজা এটাৰ ভাৰ লোৱাৰ শক্তি তোমাৰ এই মৰকেলেপীয়া শৰীৰৰ ওপৰত তামোল গছৰ শুকান ঢকুৱা ওলমাদি থকা কান্ধ দুটাৰ ওপৰত থকা 'মূৰ' নামৰ পদাৰ্থটোত নহ'ল।"*

অৱশ্যে বিদূষকৰ কিছু বৈশিষ্ট্য (ভুল ভুল কথা কোৱা) মূৰ্খ বন্ধুৰ পৰা কাঢ়ি নি মন্ত্ৰীকহে দিয়া হৈছে।

নাটকখনৰ কিছুমান সংলাপ অতি ব্যঞ্জনাময়। বিশেষকৈ ১৯নং দৃশ্যত মন্ত্ৰীয়ে দৌৰি দৌৰি গৈ ভাগৰত ফোপাই জোপাই সুধিছে — 'মোৰ মূৰটো?' আকৌ তেওঁ উজুটি মাৰিছে নিজে পোতা আধাৰশিলা এটাত। ইয়াৰ মাজত আকৌ প্ৰতিক্ৰিয়াশীল চক্ৰৰ, বিদেশী শক্তিৰ হাত দেখা পাইছে। সেইদৰে, মন্ত্ৰীয়ে নিজৰ পত্নীৰ আগত কৈছে — 'আমি দেখোন যিমানে ধনী হৈছো, লাহে লাহে সিমানেই নাঙঠ হৈ গৈছোঁ।' এনেধৰণৰ কিছুমান সংলাপ অথবা ক্ৰিয়া ব্যঞ্জনাময় হৈ পৰিছে। সমগ্ৰ নাটকখনেই হাস্যমধুৰ নাটক অথচ হাঁহিৰ মাজেৰেই দৰ্শকৰ

সন্মুখত আমাৰ ৰাজনৈতিক ব্যৱস্থা, সংবাদ সেৱা,দূৰদৰ্শন সেৱা, চৰকাৰী কাৰ্যালয়ৰ ব্যৱস্থা আদি নানান ব্যৱস্থাক থকা-সৰকা হোৱাকৈ উপস্থাপন কৰিবলৈ সক্ষম হৈছে নাট্যকাৰ গৰাকী।

১৯৭৯ চনত ভ্ৰাম্যমান থিয়েটাৰৰ বাবে ৰচনা কৰা নাটক **'লায়লা-মজনু'**। এইখন নাটক সৰ্বজনবিদিত সেই বিয়োগান্ত অমৰ প্ৰেমৰ কাহিনীক লৈয়ে ৰচিত। প্ৰেম, ধনী দুখীয়াৰ দ্বন্দই নাটকখনৰ মূল উপজীব্য। নাটকৰ উপস্থাপন ৰীতিৰ ক্ষেত্ৰতো কোনো পৰীক্ষা-নিৰীক্ষা নাই। নাটকখনৰ আটাইতকৈ মন কৰিবলগীয়া দিশটো হ'ল ভাষা। ৰঘুনাথ চৌধাৰীয়ে 'গোলাপ' ৰচনা কৰোতে যেনেকৈ পাৰ্চী-আৰবী শব্দৰ প্ৰাচুৰ্য্যৰে কবিতাটোক এক বিশেষ আয়তন প্ৰদান কৰিছিল, ঠিক তেনেকৈ এই প্ৰেমৰ কাহিনী ক'বলৈ যাওঁতে চৰিত্ৰানুগ পাৰ্চী-আৰবী শব্দৰ ব্যৱহাৰেৰে নাটকখনত এক ইচলামিক আৱহাৱাৰ সৃষ্টি কৰিছে নাট্যকাৰে। অন্যহাতেদি প্ৰেমৰ কাহিনীৰ লগত বজিতা খোৱাকৈ প্ৰেমিক-প্ৰেমিকা হালৰ মুখত দিছে কাব্যিক সংলাপ। তলৰ সংলাপ কেইটালৈ মন কৰক:

*কায়েছ ঃ জীৱন দৰিয়াত পাৰি দিম, আমাৰ মোহব্বতৰ নৌকা। উটি-ভাঁহি আমি গুচি যাম কোনো দূৰ-দিগন্তৰ অজান দেশলৈ।*

*কায়েছ ঃ লায়লা! যিমান দিন এই জিন্দেগী থাকিব, সিমান দিনলৈকে কেৱল তোমাৰ বাবে থাকিব। মোৰ ভাল পোৱা থাকিব কেৱল তোমাৰ বাবে। কেৱল তোমাৰ বাবে। মৌতৰ বাবে যদি খোদাবন্দ কৰিমে বেহস্ত নচিব কৰে, তেতিয়া মই খোদাক ক'ম; আগেয়ে মোক চাব দিয়া বেহস্তত লায়লা আছেনে নাই! নহ'লে মই বেহস্তলৈ নাযাওঁ।*

১৯৮৪ চনত ৰচনা কৰা **'খবৰ'** নাটকখন সম্পূৰ্ণ গ্ৰাম্য পটভূমিত ৰচনা কৰা এখন বাস্তৱধৰ্মী নাটক। গ্ৰাম্য সমাজৰ মানুহৰ সৰলতা, সদ্ভাৱ-সম্প্ৰীতিৰ আৰু সৰ্বোপৰি অৰ্থনৈতিক

দুৰ্দশাৰ সুযোগ গ্ৰহণ কৰে গাওঁখনৰ এচাম মুখাপিন্ধা ধনীয়ে। শোষণৰ বলি হোৱা সৰল, দুখীয়া নিচলা মানুহখিনিয়ে প্ৰতিবাদ কৰিবও নোৱাৰে। শিক্ষাৰ পোহৰ পোৱা দুই এজনে উপায় চিন্তিলে শোষক শ্ৰেণীটোৱে চলে বলে কৌশলে সিহঁতক নিজৰ হাতোৰাত সুমুৱাই লোৱাৰ চেষ্টা কৰে। এনে পটভূমিত ৰচিত হোৱা এই নাটকখনৰ উপস্থাপন ৰীতিও বাস্তৱধৰ্মী। নাটকখনৰ কেইটামান উল্লেখযোগ্য দিশ হ'ল -- ১) নাট্যকাৰে ইয়াত ব্যৱহাৰ কৰা ভাষা সম্পূৰ্ণৰূপে পৰিৱেশৰ লগত খাপ-খোৱা, জতুৱা ৰূপৰ— অসমৰ গ্ৰাম্য জীৱনৰ পৰা বুটলি অনা ২) চৰিত্ৰ চিত্ৰণত আৰু সংলাপ ৰচনাৰ মাজত নাট্যকাৰৰ দক্ষতা সম্পূৰ্ণৰূপে ফুটি উঠিছে। নাটকখনৰ অভিনয় নোচোৱাকৈ, কেৱল পাঠ কৰি গ'লেই পাঠকৰ মানস চক্ষুত চাক্ষুষ ৰূপত উজলি উঠিব চৰিত্ৰ সমূহ। ৩) নাটকখনৰ এটা প্ৰধান চৰিত্ৰ কনক। কেইবাটাও দৃশ্যাতে কনকৰ অস্তিত্বৰ উমান পোৱা যায়, মঞ্চত উপৱিষ্টও হয়, অথচ মুখত নাট্যকাৰে সংলাপ দিয়া নাই। কিন্তু এই কনক শেষৰ ফালে মুখৰ হৈ পৰিছে, উদগীৰিত হৈ পৰিছে। এই চৰিত্ৰটোৱে অনেক তাৎপৰ্য বহন কৰিছে। ৪) এখন বাস্তৱধৰ্মী নাটকত নাট্যকাৰে লোকনাট্য, লোকগীত ব্যৱহাৰ কৰাৰ সুযোগ কম। বহু ক্ষেত্ৰত জোৰ জবৰদস্তিকৈ কৰা এনে ব্যৱহাৰে নাটকীয় সৌন্দৰ্য ব্যাহতহে কৰে। 'খবৰ' এই ক্ষেত্ৰত সফল হৈছে। যুগল দাসৰ প্ৰখ্যাত নাটক 'বায়নৰ খোল'ত ভাওনাৰ দৃশ্যাংশৰ ব্যঞ্জনাময় ব্যৱহাৰে নাটকখনক যেনেদৰে বিপুল সৌন্দৰ্য প্ৰদান কৰিছে, ঠিক একেদৰে 'খবৰ'ত সংযোজন কৰা ভাওনাৰ আখৰাৰ দৃশ্যাংশৰ ইংগিতধৰ্মী, অৰ্থবহ, ব্যঞ্জনাময় ব্যৱহাৰে নাটকখনক এক বিশেষ আয়তন প্ৰদান কৰিছে। নাটকখনৰ পৰিণতিত এক বিপ্লৱৰ বা জাগৰণৰ সূচনা হোৱাৰ ইংগিত দিছে নাট্যকাৰে— বিপ্লৱৰ আখৰাহে কৰিছে নৱ, কণপাহি হ'তে— তাৰেই ইংগিত বহন কৰিছে ভাওনাৰ আখৰাৰ দৃশ্যাংশই। একেদৰে নাটকখনত বিহুনাম আৰু বিয়ানামৰ

সংযোজনো কোনো পধ্যেই উপৰুৱা বিধৰ হোৱা নাই। এইখন নাটকত আলি হাইদৰৰ তীব্ৰ সমাজ চেতনা প্ৰকাশ পাইছে। অন্যহাতেদি, অসমৰ গ্ৰাম্য জীৱনক কেন্দ্ৰ কৰি ৰচনা কৰা এক সাৰ্থক সৃষ্টি হিচাপেও ইয়াৰ সুকীয়া মৰ্যাদা আছে।

১৯৭৬ চনত ৰচনা কৰা **'এপিতাফ পান্থশালাৰ'** নাটকখন এখন ভিন্ন স্বাদৰ নাটক। প্ৰতীকৰ ব্যৱহাৰ আৰু নাট্যকাৰৰ দাৰ্শনিক চিন্তা-চৰ্চাৰ দিশৰপৰা এই নাটকখন যথেষ্ট ভাব উদ্ৰেককাৰী। বিভিন্ন ধৰণৰ চৰিত্ৰৰ সমাৱেশেৰে, ৰূপকধৰ্মী কাহিনীৰে নাট্যকাৰে আমাৰ ,সমাজখনৰেই কিছুমান দিশ উন্মোচিত কৰাৰ প্ৰয়াস কৰিছে। এটা অতিথিশালাত, যিটো প্ৰকৃতাৰ্থত পৃথিৱীৰ প্ৰতীক, উপৱিষ্ট হৈছেহি বাবা, এনি, চিৰঞ্জীৱ, মুদৈ, প্ৰফেচাৰ, জ্যোতি আদি বিভিন্ন সাঁচৰ চৰিত্ৰ। তেওঁলোকৰ মাজত উন্মোচিত হৈছে মানুহ ক'ৰ পৰা আহে ক'লৈ যাব, মানুহে নিজেই নেজানে জাতীয় দাৰ্শনিক চিন্তা, ধৰ্ম সম্বন্ধীয় চিন্তা, ধৰ্মক বেমাৰ আখ্যা দিয়া, শিল্পসত্তা সম্পৰ্কে চিন্তা-চৰ্চ্চা ইত্যাদি। ইয়াৰ মাজেদিয়ে কাহিনীয়ে মোৰ লৈছে। মুখ্য চৰিত্ৰকেইটাই প্ৰয়োজন অনুযায়ী অন্যান্য চৰিত্ৰৰ ৰূপতো অৱতীৰ্ণ হৈছে। প্ৰাসংগিক কাহিনী উপস্থাপিত হৈছে। এনে কাহিনীৰ মাজেদি প্ৰতিভাত হৈছে কেতিয়াবা নিম্ন মধ্যবিত্তৰ সপোন, সপোনৰ চুৰ্চূমৈ বাস্তৱ। মুখ্য চৰিত্ৰ সমূহ প্ৰতীকী। শিক্ষিত লোকৰ প্ৰতিভূ প্ৰফেচাৰ, সুযোগ সন্ধানী ৰাজনৈতিক ব্যৱসায়ীৰ প্ৰতিভূ মুদৈৰ লগত মানৱীয় অনুভূতিৰ প্ৰতীক স্বৰূপ বাবা, এনি, শিল্পী চিৰঞ্জীৱৰ দ্বন্দ্ব, নীপিড়িত লোকৰ প্ৰতিভূ অন্ধ জ্যোতিৰ দ্বন্দ্বই সমাজত সদায় চলি অহা শুভ-অশুভৰ দ্বন্দ্বকেই প্ৰতিফলিত কৰিছে। জ্যোতি, যাৰ অৰ্থ পোহৰ, তেওঁ কিন্তু প্ৰকৃতাৰ্থত অন্ধ - এক বৈপৰীত্য। এই জ্যোতিৰ প্ৰতি প্ৰফেচাৰ, মুদৈহঁতে পুতৌ দেখুৱায়, কিন্তু তেওঁক উদ্ধাৰৰ মানসিকতাৰ অভাৱ তেওঁলোকৰ। ইয়াৰ দ্বাৰা তথাকথিত বুদ্ধিজীৱি, ৰাজনীতিকে জনতাৰ প্ৰতি কৰি অহা আচৰণকেই

কটাক্ষ কৰিছে নাট্যকাৰে। শুভ শক্তিৰ প্ৰতিভূ এনিক প্ৰফেচাৰে প্ৰতাৰণা কৰিছে, চলাহী কথাৰে ভুল বাটে পৰিচালনা কৰিছে। কেৱল মাথোঁ চৰিত্ৰ সমূহ বা কাহিনীৰ মাজতেই ৰূপক, প্ৰতীকৰ ব্যৱহাৰ কৰিছে যে সিও নহয়। প্ৰথম পৰিৱেশৰ মঞ্চ নিৰ্দেশনালৈ মন কৰক — বাবাৰ ভৰিত এযোৰ পুৰণি ফটা জোতা, হাতত এটা নুমাই থকা লেম্প আৰু এটা ছাতি। জোতাযোৰ গতিৰ প্ৰতীক, লেম্পটো পোহৰৰ প্ৰতীক আৰু ছাতিটো আশ্ৰয়ৰ প্ৰতীক। অতিথি শালাটো যে পৃথিৱীৰ প্ৰতীক, সেই কথা আগেয়ে উল্লেখ কৰিছোৱেই। পৃথিৱীত হয়তো সকলোৱেই আশ্ৰয় পায়, কিন্তু গতি আৰু পোহৰ? সাধাৰণ জনৰ জীৱনত পোহৰ নাই- সেয়েহে লেম্পটো নুমাই থকা, অৱশ্যে লেম্পটো জ্বলোৱাৰ আশা সকলোৰে থাকে। আৰু গতি? গতিতো থাকিবই লাগিব - কিন্তু সেই গতি ছন্দহীন, কদৰ্য। সেইবাবেই বাবাৰ ভৰিৰ জোতাযোৰ ফটা, পুৰণি, মলিয়ন। এনেদৰে, দাৰ্শনিক চিন্তা-চৰ্চ্চা, প্ৰতীক-ৰূপকৰ সুপ্ৰয়োগ, চৰিত্ৰ সৃষ্টিৰ দক্ষতা আৰু উপস্থাপন পদ্ধতিয়ে নাটকখনক এখন চিন্তা উদ্ৰেককাৰী সফল নাটকৰ শাৰীলৈ উত্তীৰ্ণ কৰিছে।

আলি হাইদৰৰ শেহতীয়া নাটক **'একাংগী গ্ৰস্ত ক্ৰান্তি'** (২০০৩) ত নাট্যকাৰ হাইদৰতকৈ যেন পৰিচালক হাইদৰজন ৰচী টনা খেলত বেছি শক্তিমান ৰূপত ফুটি উঠিছে। হাইদৰৰ পৰিচালকীয় চিন্তাই নাটকখনক অনবদ্যতা প্ৰদান কৰিছে। কেৱল মাথোঁ পাঁচোটা চৰিত্ৰৰ এই পূৰ্ণাংগ নাটকখনত আজিৰ সমাজ-বাস্তৱ, প্ৰজন্ম ব্যৱধানক সুন্দৰ ৰূপত উপস্থাপন কৰিবলৈ সক্ষম হৈছে নাট্যকাৰ গৰাকী। নাটকৰ মঞ্চসজ্জাৰ ওপৰত নাট্যকাৰৰ স্পষ্ট নিৰ্দ্দেশ — আৰ্হিমূলক আৰু ব্যঞ্জনাময় হোৱাটো আৱশ্যক। মঞ্চৰ কোনখিনিত খিৰিকী থাকিব, ক'ত দুৱাৰ থাকিব— তাৰ স্পষ্ট নিৰ্দ্দেশ দিয়া আছে। মঞ্চৰ গুৰুত্বপূৰ্ণ স্থান সোঁফালে সন্মুখ ভাগত এটা টেলিফোন। আজিৰ যুগৰ যান্ত্ৰিকতাৰ প্ৰতীক এই

টেলিফোনৰ সঘন ধাতব শব্দই যেন যুগটোৰ ধাতবময়তা, যান্ত্রিকতাক অনবৰতে সিয়াৰি আছে নাটকখনত। এঘাৰটা পৰিৱেশত বিভক্ত নাটকখনৰ প্রতিটো পৰিৱেশেই সুকীয়া সুকীয়া সৌন্দর্যৰে মণ্ডিত।

প্রথম পৰিৱেশত অৱতৰণিকা স্বৰূপে স্বামীয়ে আজিৰ মধ্যবিত্তীয় ধ্যান-ধাৰণাৰে দর্শকৰ ওচৰত (তেওঁ দর্শকৰ মাজৰপৰা উঠি যায় -- কাৰণ তেওঁ সমাজৰ এজন -- তেওঁৰ জীৱন-কথা অন্যজনৰ জীৱনকথাৰ স'তে একে) উপস্থাপন কৰে-'... মই বিচাৰিছিলোঁ ক'তো আউল নলগা এটা জীৱন। এই কামনাৰেই জীৱনটো অতিবাহিত কৰি আহিছোঁ, কাকো আঘাত নিদিয়াকৈ, অশান্তি নকৰাকৈ, দুখ নিদিয়াকৈ চলিব পৰা আৰু আনৰ পৰাও তেনে দুখ, অশান্তি আদি নোপোৱাকৈ চলাটোৱেই মোৰ মানত -- প্রকৃত জীৱন। কিন্তু ক'তা! মই ভবা মতে, বিচৰাৰ ধৰণে একো কৰিব পৰা নাই। চাবলৈ গ'লে নিবিচৰাবোৰ চাবলগীয়া হৈছে, নকৰিব লগীয়াবোৰ কৰিবলগা হৈছে। মোৰ পিছৰ প্রজন্মই মোৰ পথ অনুসৰণ নকৰিলে। কি যে এক বৈপৰীত্য! আচলতে মই বাৰু সমাজত ঘটা এই বৈপৰীত্য চাই থকা এজন দর্শকনেকি? কেৱল এজন দর্শক!' এই কথাখিনিৰ মাজেদি মানুহৰ ভূমিকা যে কালজনিত সমাজ বিৱর্ত্তনৰ প্রেক্ষাপটত তেনেই নগন্য সেই কথা ফুটি ওলাইছে। ইয়াৰ পিছতেই স্ত্রীয়ে মঞ্চত প্রৱেশ কৰে। স্ত্রীৰ হাতত এখন লুকিংগ্লাছ, যিখন তেওঁৰ হাতৰ পৰা পৰি ভাগি যায় টেলিফোনৰ ৰিং শুনি খৰধৰকৈ ফোনটোৰ ওচৰলৈ আঁহোতে। আইনাখন সুকুমাৰ অনুভূতিৰ প্রতীক --- নিজৰ প্রতিবিম্ব দেখাৰ আহিলা। আইনাখন ভাঙি যোৱাৰ এটা প্রতীকিয় অর্থ আছে --- সুকুমাৰ অনুভূতিৰ গুৰুত্ব কমি গৈছে যান্ত্রিকতাৰ মাজত --- তাৰোপৰি, খন্তেক পিছতে ফোনৰ যোগেদি অহা এটা আপদীয়া (!) সংবাদ (নিজৰ ল'ৰা- ছোৱালী হাল সম্পর্কত) ৰ আগজাননী এটাও। গোটেই নাটকখনতে এই সংবাদটোৱে যথেষ্ট গুৰুত্বপূর্ণ ভূমিকা

লৈছে যদিও নাট্যকাৰে গভীৰ নাট্যোৎকণ্ঠা বজাই ৰাখি দৰ্শকক জানিবলৈ দিয়া নাই — প্ৰকৃততে ঘটনাটো কি! কেৱল এইটো পৰিৱেশতে নহয়, নাটকখনৰ একাধিক পৰিৱেশত মঞ্চত বহু সময় কেৱল মাথোঁ এটা চৰিত্ৰ (বিশেষকৈ স্ত্ৰী) থাকে কিন্তু তেওঁক নাট্যকাৰে অকলশৰে সমগ্ৰ মঞ্চটো আগুৰি সুন্দৰ অভিনয়ৰ সুযোগ দিছে — ব্যতিব্যস্তভাৱে টেলিফোনত কথা পতা, ৰাস্তাৰ মানুহৰ লগত, ফুলনিত ফুল চিঙি থকা মহিলাৰ লগত খিৰিকীৰে কথা পতা আদিৰ মাজেৰে। নাটকখনৰ মাজেদি বিভিন্ন সামাজিক সমস্যা — নিবনুৱা সমস্যা, দুৰ্নীতিগ্ৰস্ততা, সন্ত্ৰাসবাদৰ সমস্যা, সমসাময়িক যুৱ মানসিকতা আদিৰ ওপৰতো আলোকপাত কৰা হৈছে। মধ্যবিত্তীয় ভণ্ডামিৰো কিয়দংশ প্ৰকাশিত হৈছে ফুলনিত ফুল চিঙা মহিলাগৰাকীৰ মাজেদি, স্ত্ৰীয়ে নিজৰ পুত্ৰ-কন্যাৰ খবৰ লুকুওৱা বা সিহঁতৰ প্ৰসংগত মিছা মতাৰ মাজেদি। দুই এঠাইত মনস্তাত্ত্বিক বিশ্লেষণৰো সুন্দৰ প্ৰয়োগ দেখা যায়। দ্বিতীয় পৰিৱেশত স্ত্ৰীয়ে খিৰিকীৰ পৰ্দা চপোৱা ক্ৰিয়াৰ মাজত মনস্তাত্ত্বিক কাৰণ দেখা যায়। নাটকখনৰ অষ্টম পৰিৱেশটো ধ্ৰুপদী বিচাৰেৰে গৰ্ভ বুলি ক'ব পৰা যাব হয়তো। এই দৃশ্যটো অত্যন্ত মনোৰম বহুবোৰ কাৰণত। এগৰাকী ভাল অভিনেত্ৰীয়ে এই দৃশ্যৰ অভিনয়ৰে দৰ্শকৰ মনত সাঁচ বহুৱাই থ'ব পৰাকৈ অভিনয় কৰাৰ সুযোগ দিছে নাট্যকাৰে। স্ত্ৰীৰ সংলাপ আৰু আচৰণত প্ৰকাশিত হৈছে মানুহৰ একাকীত্ব আৰু দ্বৈতসত্ত্বা। মানুহে আনৰ ওচৰত অভিনয় কৰি থাকিব পাৰিলেও কিন্তু নিজৰ ওচৰত নতি স্বীকাৰ কৰিবলৈ বাধ্য। স্ত্ৰীৰ নিজৰ ল'ৰা ছোৱালী হাল গহ্বৰত পৰি ৰোৱা, তললৈ ৰচী পেলাই দি মাকে উঠাবলৈ কৰা বৃথা চেষ্টা, বেলুন হৈ যোৱাৰ — সৰু হৈ হৈ নাইকীয়া হৈ যোৱাৰ প্ৰতীকিয় উপস্থাপন চমৎকাৰ। আচলতে স্ত্ৰীয়ে দেখা এটা সপোনৰ মাজেদি স্ত্ৰীৰ অৱচেতন মনৰ প্ৰকাশ ঘটোৱা হৈছে প্ৰতীকৰ মাজেৰে। নাটকখনৰ পঞ্চম পৰিৱেশত স্বামী আৰু স্ত্ৰীয়ে

প্ৰত্যেকেই নিজাববীয়াকৈ কথা কৈ থাকে। সংলাপৰ নমুনা এনেঃ

*স্বামী ঃ অস্তগামী সুৰুজৰ উত্তাপ কমি যায়—*

*স্ত্ৰী ঃ এই ইংৰাজী আলোচনীবোৰ যে আৰু -*

*স্বামী ঃ সময় বৈ নাথাকে। কালৈকো বৈ নাথাকে —*

*স্ত্ৰী ঃ এইবোৰ সৰু ল'ৰা-ছোৱালীক চাবলৈ দিবই নোৱাৰি—*

*স্বামী ঃ আমাৰ ল'ৰা-ছোৱালীৰ বিয়াৰ বয়স পাৰ হৈ গৈছে -- সময়ত বিয়া হোৱা হ'লে আমি নাতি-নাতিনী দেখিলোহেঁতেন।*

এনেধৰণৰ কথোপকথনৰ মাজেদি অস্তিত্ববাদী চিন্তা ফুটি উঠিছে। প্ৰত্যেকৰেই চিন্তাৰ একো একোখন নিজা নিজা জগত আছে আৰু তাতেই বিচৰণ কৰি থাকে- মানুহে।

নাটকখনৰ এটা সময়ত স্বামী গৰাকী একাংগীগ্ৰস্ত হয়। তেওঁ হৈ পৰে মূক-বধিৰ। তেওঁৰ সন্মুখতে স্ত্ৰীক অস্ত্ৰধাৰী যুৱকে বলাৎকাৰ কৰি ঘৰত ডকাইতি কৰে আৰু অৱশেষত খুন কৰে, পুলিছে এই অপৰাধৰ বাবে দোষী সাব্যস্ত কৰি ধৰি নিয়ে তেওঁলোকৰ দয়া-পৰৱশ উচ্চ শিক্ষিত আদৰ্শবাদী দোকানীজনক (যি জনক তেওঁলোকে 'কণাৰ লাখুটি' আখ্যা দিয়ে)। অথচ স্বামীৰ কোনো প্ৰতিৰোধতো দূৰৰে কথা, প্ৰতিবাদৰো ক্ষমতা নাই। এইজন একাংগীগ্ৰস্ত, ক্লান্ত স্বামী আন কোনো নহয়-সাধাৰণ জনতা বা সমাজৰেই ৰূপক মাত্ৰ। আলি হাইদৰৰ অভিজ্ঞ, পৰিণত কাপ নিঃসৃত এই নাটকখন তেওঁৰ অন্যতম শ্ৰেষ্ঠ কৃতি।

এই সংকলনত সন্নিবিষ্ট নাটক দহখনৰ ওপৰত আমাৰ ওপৰচকুৱা সম্যক উপলব্ধিহে ব্যক্ত কৰিছোঁ ইয়াত। ৰসিকজনে তেখেতৰ নাটকৰ মাজত নিহিত হৈ থকা নাট্য সৌন্দৰ্য যে আৰু অধিক আৱিষ্কাৰ কৰিবলৈ সক্ষম হ'ব, সেই কথা নক'লেও হ'ব। কেৱল মাথোঁ নাটক কেইখনৰ চমু পৰিচয় এটা

একত্ৰ সংকলনত থকাটো প্ৰয়োজনীয় বুলিহে এই কথাখিনি কোৱা হ'ল।

আলি হাইদৰৰ নাট্যসম্ভাৰ প্ৰকাশ কৰিবলৈ লোৱাটো আচলতে তেওঁৰ জীৱনজোৰা নাট্যসাধনাৰ প্ৰতি স্বীকৃতি। আশা কৰিছোঁ, পৰবৰ্ত্তী খণ্ডসমূহ সোনকালেই প্ৰকাশিত হ'ব আৰু সাহিত্যানুৰাগী, বিশেষকৈ নাট্য অনুৰাগীসকলে এই প্ৰচেষ্টা সফল হোৱাত অৰিহণা আগবঢ়াব।

অধ্যক্ষ, ছয়দুৱাৰ কলেজ — **ড° অঞ্জন কুমাৰ ওজা**

গহপুৰ , শোণিতপুৰ

২৬ জানুৱাৰী ২০০৮

# সূচীপত্ৰ

**প্ৰথম অভিনয়**

ইং ১২ আৰু ১৩ মাৰ্চ, ১৯৭৪ চন।

নৱাৰুণ শিল্পী সংঘ, লখিমপুৰ।

**অভিনয়-শিল্পীসকল**

প্ৰয়াত ভবানী ভূঞা, প্ৰয়াত বিনোদ চন্দ্ৰ কলিতা, ভুবন চন্দ্ৰ দত্ত, প্ৰিয়ব্ৰত লহকৰ, প্ৰেমেশ্বৰ বৰা, দ্বীজেন শইকীয়া, ইস্ফাকুৰ ৰহমান, তৰুণ শইকীয়া, আবু হুছেইন, ৰুণা বৰুৱা, নিত্যানন্দ হাজৰিকা, প্ৰয়াত কুমাৰ ভূপেন হাজৰিকা আৰু নীলাক্ষী গোস্বামী।

**সহযোগী শিল্পীসকল**

প্ৰয়াত আবুল কাছেম, যুগল দাস, ৰঞ্জিত বৰুৱা, নন্দ কিশোৰ মহেশ্বৰী, জয়নত আহমেদ, পংকজলোচন বৰা আৰু ৰূপেশ্বৰ বৰুৱা।

**মঞ্চ পৰিকল্পনা আৰু পৰিচালনা**

আলি হাইদৰ।

## নেপথ্য আলাপ ১

প্ৰায় ল'ৰালিতে পাহাৰীয়া জন জাতীয় জনশ্ৰুতি বা সাধুকথা এটা শুনিছিলোঁ। সেই কিংবদন্তি বা ৰূপক কথাৰ দৰে লগা কাহিনীটোকে আধাৰ হিচাপে লৈ এই 'এখন নিলাজ মানুহৰ দেশ' নাটকৰ কথাবস্তু নিৰ্মাণ কৰা হৈছে। এই কাহিনীত থকা অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰ পটভূমিতেই, বৰ্তমান যুগৰ অগ্ৰগতিৰ স'তে তুলনামূলক পৰ্যালোচনা কৰি চোৱাৰ এক প্ৰচেষ্টা। আজিৰ পয়া লগা সমাজ ব্যৱস্থা আৰু সমাজত ক্ৰমান্বয়ে বাঢ়ি অহা বিৰাট অসাম্যৰ এটা নগ্ন স্বৰূপ প্ৰকাশৰ প্ৰয়াস।

জনশ্ৰুতিৰ মূলৰ ৰূপ সদায়ে সলনি হয়। গতিকে প্ৰকৃত পটভূমি অংকন কৰাত সন্দেহ থকাটোৱেই স্বাভাৱিক। আকৌ মোৰ অংকিত পটভূমি দৰ্শক সমাজে বা কি দৰে লয়! দৰ্শকৰ স'তে নাটকৰ শিল্পী, নাট্যকাৰৰ বক্তব্যক যোগাযোগ বা একাত্ম কৰাৰ এটা প্ৰয়াসেই হ'ল এই নাটকৰ মূল কথা। দৰ্শকে গ্ৰহণ কৰা নকৰাৰ ওপৰতেই নাটকৰ সফলতা, বিফলতা নিৰ্ভৰশীল। নাটকখন প্ৰথম মঞ্চস্থ ১৯৭৪ চনৰ ১২ আৰু ১৩ মাৰ্চত হৈছিল।

## চৰিত্ৰলিপি

প্ৰথমা সংগীতা,

দ্বিতীয়া সংগীতা,

তৃতীয়া সংগীতা,

ড° আলোক,

ড° জ্যোতি,

হৰিণ,

বলি,

দেশ-প্ৰাধন,

কন্যা-প্ৰধান,

সেৱক,

ঘাতক,

বিপ্লৱ,

পীড়িত,

প্ৰজা আৰু

নাচনী ।

## পৰিচিতি অংশ

মঞ্চত থাকিব তিনিটা চৰিত্ৰ। চৰিত্ৰ কেইটাৰ নাটকত নাম হ'ব ক্ৰমে প্ৰথমা, দ্বিতীয়া আৰু তৃতীয়া 'সংগীতা'। প্ৰযোজনাৰ সুবিধানুযায়ী তিনিজন ল'ৰা অথবা তিনিগৰাকী ছোৱালীয়ে চৰিত্ৰকেইটাৰ অভিনয় কৰিব পাৰে। দৃশ্য সজ্জাত কোনো ধৰণৰ জটিলতা থাকিব নালাগে। মাত্ৰ প্ৰতীক ধৰ্মী হোৱাটো ভাল। এদ্ধাৰ মঞ্চত কেৱল 'সংগীতা'ত্ৰয়ৰ মুখত পোহৰ পৰিব। দৰ্শকৰ উদ্দেশ্যে সংগীতাত্ৰয়ে সমবেত স্বৰত (কোৰাছ) সংলাপ আৰম্ভ কৰিব।

কোৰাছ : আজিৰ নাটক আৰু দৰ্শকৰ আমি মাথোঁ যোগসূত্ৰ।
নাট্যকাৰৰ বক্তব্য,
নাটকৰ শিল্পী
আৰু দৰ্শকৰ মাজত থকা
সংগীতৰ, সুৰৰ,
ধ্বনিৰ,
আমি হ'লো ঐক্য।
আমি সংগীতা।

প্ৰথমা সংগীতা : মানুহ সৃষ্টিকামী,

দ্বিতীয়া সংগীতা : মানুহ নতুনৰ সন্ধানী,

তৃতীয়া সংগীতা : মানুহ শিল্পী।

প্ৰথমা সংগীতা : আদিমৰ পৰাই মানুহে সৃষ্টিৰ বাবে সংগ্ৰাম কৰি আহিছে,

দ্বিতীয়া সংগীতা : পুৰণিক অৱসান ঘটাই নতুনক আদৰণি জনাইছে,

তৃতীয়া সংগীতা : আৰু ইয়াকে লৈ মানুহে অফুৰন্ত আনন্দ লভিছে।

প্ৰথমা সংগীতা : নগ্ন মানৱ, আবুৰলৈ আহিল,

দ্বিতীয়া সংগীতা ঃ অসভ্য মানৱ সভ্য হ'ল,

তৃতীয়া সংগীতা ঃ গুহাৰ মানৱ, চহৰমুখী হ'ল,

প্ৰথমা সংগীতা ঃ কণ্ঠলৈ ভাষা আহিল,

দ্বিতীয়া সংগীতা ঃ অগতিৰ গতি আহিল,

তৃতীয়া সংগীতা ঃ এন্ধাৰৰ মানৱ পোহৰলৈ আহিল।

প্ৰথমা সংগীতা ঃ সেয়েহে সৃষ্টিত আনন্দ আছে, গতি আছে, গৌৰৱ আছে।

দ্বিতীয়া সংগীতা ঃ এইখন ৰত্নগৰ্ভা দেশ। আমাৰ দেশ।

তৃতীয়া সংগীতা ঃ আৰু ইয়াত আছে অৱহেলিত এখন পাহাৰ। 'ৰূপহী পাহাৰ'।

প্ৰথমা সংগীতা ঃ সেই পাহাৰৰ অটল গৰ্ভত পুৰণি সভ্যতাৰ সন্ধান পোৱা গৈছে। সেইয়া হ'ল এখনি সমৃদ্ধ নগৰ।

দ্বিতীয়া সংগীতা ঃ সেয়েহে আমাৰ দেশৰ প্ৰখ্যাত প্ৰত্নতাত্ত্বিক ড° আলোক আৰু তেওঁৰ প্ৰধান সহযোগী ড° জ্যোতি আৰু বহুতো সহকৰ্মীৰ সৈতে ৰূপহী পাহাৰৰ খনন কাৰ্য আৰম্ভ কৰিছে।

তৃতীয়া সংগীতা ঃ নোপোৱা পোৱাৰ, অজনা জনাৰ এক অভিনৱ অভিযান।

প্ৰথমা সংগীতা ঃ আশা নিৰাশাৰ চকা-মকা পোহৰলৈ গতি কৰাৰ এক দুঃসাহসিক অভিযান।

দ্বিতীয়া সংগীতা ঃ এই ৰূপহী পাহাৰৰ গৰ্ভৰ চূড়ান্ত আৱিষ্কাৰনো কি? এই অভিযানৰ মাদকতাইনো ক'ত?

তৃতীয়া সংগীতা ঃ এই সকলো খছৰাৰ বুজ আমি নিশ্চয় ল'ব বিচাৰোঁ।

কোৰাচ ঃ তেন্তে আহক আমি লক্ষ্যস্থানলৈ যাওঁহক — আহক আমি লক্ষ্যস্থানলৈ যাওঁহক।

**ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হ'ব।**

## প্ৰথমাংক ঃ ৰূপহী পাহাৰ

মঞ্চ পোহৰ হ'ব। পাহাৰ এখনৰ গাত ওপৰৰ পৰা খান্দি অনা এটা সুৰংগ দেখা যায়। পাহাৰখন হ'ল 'ৰূপহী পাহাৰ'। পাহাৰত পূৰ্ণ উদ্যমত খনন কাৰ্য চলিছে। মঞ্চৰ সন্মুখৰ ফালে পাহাৰৰ গাত ভৰি থৈ কংকালত ৰচি বান্ধি এটা মূৰ ওপৰৰ খোপনিত লগাই ড° আলোকে পাহাৰৰ অংশ বিশেষ খনন কৰাত ব্যস্ত। আলোক মঞ্চৰ পৰা ওপৰত ওলমি থাকিব। দৰ্শকৰ প্ৰথম দৃষ্টিয়ে আলোকৰ পিঠিৰ ফালটোহে দেখিব। মঞ্চৰ পশ্চাৎপট ড°জ্যোতিয়ে আলোকৰ দৰেই থাকিব। দুয়ো নিজৰ কামত ব্যস্ত। সিহঁতৰ সহকাৰী হৰিণে ইটো সিটো যোগান ধৰে। হঠাৎ এবাৰ পাহাৰৰ খোপনিৰ পৰা ৰচি চিঙি ড° জ্যোতি মাটিত পৰি যায়। হৰিণ উধাতু খাই ওচৰ চাপি আহে। আলোকে ব্যতিব্যস্তভাৱে জ্যোতিলৈ চায়।

আলোক ঃ হে - হে — কি হ'ল?

জ্যোতি ঃ হঠাৎ ৰচিডাল চিঙি থাকিল।

হৰিণ ঃ কৰবাত আঘাত লাগিল নেকি চ্যাৰ?

জ্যোতি ঃ নাই— ঠিকেই আছোঁ।

আলোক ঃ ইমান অসাৱধান কিয়?

জ্যোতি ঃ ঠিক চ্যাৰ ধৰিবই নোৱাৰিলোঁ, কেনেকৈ ৰচিডাল চিঙিল?

হৰিণ ঃ বোধহয় চ্যাৰ, পাহাৰৰ শিলত ঘঁহা খাই খাই - - -

জ্যোতি ঃ সেইটোৱেই হ'ব পাৰে।

আলোক : কৈফিয়ৎৰ প্ৰয়োজন নাই। আকৌ নিজৰ কামত লাগি যোৱা। অঁ, অঁ, কুইক - - -

হৰিণ : কিন্তু চ্যাৰ, এইখিনিত আকৌ ৰচিডাল বন্ধাত অসুবিধা আছে।

আলোক : যেনেকৈ নহওঁক ৰচিডাল বান্ধা আৰু নিজৰ কাম কৰা। মনত ৰাখিবা কোনো ধৰণৰ অসুবিধাই যাতে আমাৰ কামৰ পৰা এখোজো পিছলৈ আনিব নোৱাৰে। **আলোকে নিজৰ কামত ব্যস্ত হয়।**

হৰিণ : **(জ্যোতিক উদ্দেশ্য কৰি।)** তেতিয়াহ'লে ইয়াতে কিবা এটা কৰি ৰচিডাল বন্ধাৰ ব্যৱস্থা কৰোঁ।

জ্যোতি : লোহাৰ কাঁটা আৰু এডাল আনা।

হৰিণ : ভাল চ্যাৰ।

**হৰিণৰ প্ৰস্থান। খন্তেক পাছত হৰিণে হাতত এডাল লোহাৰ কাঁটা লৈ প্ৰৱেশ কৰে।**

হৰিণ : এইডাল চ্যাৰ।

জ্যোতি : ৰচিৰ মূৰ এটাত বান্ধা, ওপৰলৈ মাৰি পঠাও। শিল বা পাহাৰৰ কেপত লাগিলেই আকৌ ওপৰলৈ উঠিব লাগিব।

**হৰিণে কাঁটাডাল ৰচি ডালৰ এটা মূৰত বান্ধে।**

ও— ধৰা ওপৰলৈ মাৰোঁ —

**দুয়ো ধৰা ধৰি কৰি ওপৰলৈ মাৰি লোহাৰ কাঁটাডাল পাহাৰৰ কেপত লগাবলৈ চেষ্টা কৰে।**

জ্যোতি : নালাগে কিয় ?

হৰিণ : মইতো কৈছোৱেই, ইয়াত লগোৱাত অসুবিধা আছে।

জ্যোতি : নালাগিলে জানো হ'ব !

হৰিণ : কিন্তু নালাগিলে কি কৰিব ?

আলোক : হৰিণ - - -

হৰিণ : চ্যাৰ।

আলোক ঃ তাত কি কৰিছা ?

হৰিণ ঃ চ্যাৰক অলপ সহায় কৰি দিছোঁ।

জ্যোতি ঃ কাঁটাডাল চ্যাৰ, ওপৰত লগাব পৰা নাই।

আলোক ঃ আগৰবোৰ যিদৰে লাগিছিল,সেইডালো সেইদৰে লাগিব। চেষ্টা নেৰিবা।

জ্যোতি ঃ ভাল চ্যাৰ।

আলোক ঃ মনত ৰাখিবা, আমি আমাৰ অভিযানত কৃতকাৰ্য হ'বই লাগিব।

জ্যোতি ঃ যদি সচাঁকৈ আমাৰ অনুমান নিৰ্ভুল হয়, তেন্তে আমাৰ কৃতকাৰ্যতা নিশ্চিত।

আলোক ঃ আমাৰ অনুমানত তোমাৰ কিবা সন্দেহৰ অৱকাশ আছে নেকি ?

জ্যোতি ঃ নাই চ্যাৰ।

আলোক ঃ তেতিয়াহ'লে ! অনৰ্থক কথা কিছুমান চিন্তা কৰিছা কিয় ?

জ্যোতি ঃ চ'ৰি চ্যাৰ।

আলোক ঃ হৰিণ, এইফালে আহা। জ্যোতি, তুমি নিজৰ কামত লাগা।

**জ্যোতিয়ে নিজৰ কামত লাগে।**

**হৰিণ আলোকৰ কাষলৈ আহে।**

আলোক ঃ **(হৰিণক)** সোণৰ মূৰ্তিটো য'ত পোৱা গৈছিল, তাৰ পৰা ইয়ালৈ কিমান দূৰ !

হৰিণ ঃ প্ৰায় আধা মাইল।

**ইতিমধ্যে জ্যোতিয়ে লোহাৰ কাঁটাডাল ওপৰত লগায়।**

জ্যোতি ঃ লাগিল চ্যাৰ।

আলোক ঃ গুড্।

হৰিণ ঃ লাগিল ?

আলোক ঃ মই কৈছিলোৱেই নহয় লাগিব বুলি।

**জ্যোতিয়ে নিজৰ কামত লাগে।**

আলোক ঃ অ' হৰিণ, কিমান দূৰ বুলিছিলা ? **(নিজৰ কাম কৰি কৰি।)** আধা মাইল নহয় ?

হৰিণ : হয় চ্যাৰ, সেইফালে নতুন ৰাজধানীলৈ যাবৰ বাবে পাহাৰ কাটি নতুন পথ নিৰ্মাণ কৰা হৈছে, সেই পথ নিৰ্মাণকাৰী কৰ্মীবোৰৰ এজনে সোণৰ মূৰ্তিটো পাইছিল।

আলোক : সেই মূৰ্তিটোত বহুত আশা, বহুত প্ৰতিশ্ৰুতি আছে। সেই মূৰ্তিটোৰ পৰা আমাৰ অনুমান এইখিনিৰ আশে-পাশে ক'ৰবাত এখন প্ৰাচীন সভ্য নগৰৰ ভগ্নস্তূপ পোৱা যাব আৰু মোৰ বিশ্বাস আমাৰ অনুমান নিৰ্ভুল।

হৰিণ : যদি চ্যাৰ, সচাঁকৈ পুৰণি নগৰৰ ভগ্নস্তূপ পোৱা যায় - - -

আলোক : সচাঁকৈ মানে, তোমাৰ সন্দেহ আছে?

হৰিণ : মানে চ্যাৰ, সন্দেহ থাকোতে নাই - - -

আলোক : সেই সোণৰ মূৰ্তিটোৱে প্ৰাচীন সু-সভ্য জাতি এটাৰ আভাস দিছে। মূৰ্তিটো পৰীক্ষা কৰি পোৱা মতে হাজাৰ হাজাৰ বছৰৰ পুৰণি।

হৰিণ : মই চ্যাৰ, সেইটোৱেই ক'ব বিচাৰিছোঁ। প্ৰস্তৰ ভগ্ন-স্তূপবোৰ আমি আৱিষ্কাৰ কৰিলে আমাৰ চ্যাৰ, বহুত নাম হ'ব।

আলোক : অকল নামেই নহয়, এটা অসাধাৰণ চেষ্টা সাৰ্থক হ'ব।

হৰিণ : সেইটো, সেইটোৱেই কৈছোঁ চ্যাৰ। মানে চ্যাৰ, আমাৰ নাম দেশ দেশে ফাটি ফুটি যাব। বাতৰি কাকতে পত্ৰই ডাঙৰ ডাঙৰ হৰফত আমাৰ নাম প্ৰকাশ হ'ব। অমুকে অমুক কৰিলে, তমুকে তমুক কৰিলে। মানে চ্যাৰ, একেবাৰে।

আলোক : হ'ব, হ'ব হৰিণ, আগতে নিজৰ কৰ্তব্য কৰা, পাছত কল্পনাৰ সাত কাৰেং সাজিবা।

**ইতিমধ্যে 'সংগীতাত্ৰয়'ৰ প্ৰৱেশ।**

কোৰাচ : কল্পনাৰ সাত কাৰেং—
এটা আশা-নিৰাশাৰ দ্বন্দ্ব দোলত দুলিব লাগিছোঁ।
ক'তবাৰ শীৰ্ষত আহি উপস্থিত
তথাপিও মানুহে যেন
শেষ বিন্দুত আহি থমকি ৰ'বলৈ বাধ্য হয়।

আলোক ঃ আমি কেতিয়াও বাধ্য নহওঁ।

জ্যোতি ঃ আমি থমকি ৰোৱাৰ কথা কল্পনাও কৰিব নোৱাৰোঁ।

হৰিণ ঃ আপোনালোক ?

কোৰাচ ঃ আমি যোগসূত্ৰ,
তোমালোক পৰস্পৰৰ সংগীতৰ সুৰ,
ধ্বনি।
আমি হ'লো ঐক্য।
আমি সংগীতা।
তুমি, আমি সকলোৱে নিজে গঢ়ি লোৱা, জীৱন সংগীত।
এটা নতুন জীৱন সংগীতৰ ঐক্যতান
মৃত্যু কাতৰতাৰ শেষ সংগীত
জীৱন প্ৰাৰ্থনাৰ প্ৰথম সংগীত।

আলোক ঃ জীৱনৰ নতুন ঐক্যতানেৰে গোটেই পৃথিৱীক আমি চমক লগাই দিম।

জ্যোতি ঃ আমি আমাৰ লক্ষ্যস্থানৰ চূড়ান্তত উপনীত হোৱাৰ উপক্ৰম।

আলোক ঃ বিলুপ্ত হৈ থকা এটা সত্যৰ উদ্‌ঘাটন কৰিম।

জ্যোতি ঃ ইয়াত আনন্দ আছে, গৌৰৱ আছে, মাদকতা আছে।

প্ৰথমা সংগীতা ঃ তোমালোকে দৌৰিব আৰম্ভ কৰিছা, দৌৰা! পিছলৈ নাচাবা। লক্ষ্যত উপনীত হোৱা।

আলোক ঃ আমি নিশ্চয় লক্ষ্যত উপনীত হ'ম।

দ্বিতীয়া সংগীতা ঃ হাজাৰ হাজাৰ বছৰৰ আগতে কালৰ কৰাল গ্ৰাসত এটা সত্যৰ বিলুপ্তি হৈছিল।

তৃতীয়া সংগীতা ঃ তোমালোকে তাক উদ্ধাৰ কৰা। হাজাৰ বছৰৰ আগৰ সত্যৰ লগত আজিৰ সত্যক মিলাই চোৱা।

জ্যোতি ঃ এইটোৱেই আমাৰ অচল অটল সিদ্ধান্ত।

আলোক ঃ আমি লাগিলে মৃত্যুক আকোৱালি ল'ম, তথাপিতো ইয়াৰ অন্যথা নকৰোঁ। পৰাজয় স্বীকাৰ নকৰোঁ।

প্ৰথমা সংগীতা ঃ তোমালোকৰ এই অভিযানৰ সাফল্যৰ স্বাক্ষৰ ইতিহাসৰ পাতত সোণোৱালী ৰেখাৰে বৈ যাব।

দ্বিতীয়া সংগীতা : আকৌ বহু বহু বছৰৰ পিছত তোমাৰ আমাৰ দৰে মানুহেই তোমালোকৰ সাফল্যৰ গৰিমাৰ সংগীত জুৰিব।

তৃতীয়া সংগীতা : এই একে জীৱন সংগীতৰ, ঐক্যতানৰ পুনৰাবৃত্তি।

আলোক : আমি আমাৰ কাম কৰি যাম। আমাক মান-যশ একো নেলাগে।

প্ৰথমা সংগীতা : তোমালোকে নিবিচাৰিলেও, তোমালোকৰ অজানিতে তোমালোকে তাকে বিচাৰিছা।

জ্যোতি : যদি সেইটো ভাবিছে, তেতিয়াহ'লে আপোনালোকে আমাৰ প্ৰতি ভুল কৰা হৈছে।

দ্বিতীয়া সংগীতা : সেইয়া তোমালোকৰ দোষ নহয়। এই ভয়াবহ, এই কষ্টকৰ, এই কল্পনাতীত অভিযানত যদি মান-যশেই পোৱা নাযায়, তেতিয়া তোমালোকৰ প্ৰেৰণাৰ উৎসই বা ক'ত?

হৰিণ : প্ৰেৰণানো আমি পাইছোঁ ক'ত? মানুহে আমাৰ এই অভিযানক পাগলামী বুলি দাঁত নিকটাইছে।

তৃতীয়া সংগীতা : পৃথিৱীত সেই শ্ৰেণীৰ মানুহৰ জন্ম হৈছে কেৱল আনক হাঁহিবৰ বাবে। তাক লৈ তোমালোকে আক্ষেপ নকৰিবা।

জ্যোতি : নকৰোঁ।

কোৰাচ : তোমালোক মানুহ,
তোমালোকে নতুন সূৰ্য আৱিষ্কাৰ কৰিব লাগিব।
মৃত্যুৰ কোলাহল ৰুদ্ধ কৰিব লাগিব
সেই সূৰ্যৰ পোহৰেৰে মাটিৰ এন্ধাৰ বিনাশ কৰিব লাগিব।
তোমালোকে মৃত্যুক জয় কৰিব লাগিব।
পূবত সুৰুয ওলাইছে,
ডাৱৰবোৰ আঁতৰাই লোৱা
পোহৰ পৰিব।
সমুদ্ৰত তৰংগ ধ্বনি উঠিছে,
তাত জীৱন সংগীতৰ সুৰ পাবা।
তোমালোক নতুন আশাত উজ্জীৱিত
তোমালোকৰ ক্ষুধা নাই
তৃষ্ণা নাই
শংকা নাই
তোমালোক এটা অপৰাজেয় চলমান মানুহৰ মিছিল।
তোমালোকে দুৰ্বাৰ আশালৈ ওলাই আহিছা,
তোমালোক প্ৰচণ্ড সংকল্পৰ ওপৰত প্ৰতিষ্ঠিত,
তোমালোকৰ যাত্ৰাত প্ৰতিশ্ৰুতি আছে।

**'সংগীতাত্রয়' লাহে লাহে মঞ্চৰ পৰা প্ৰস্থান হ'ব।**

আলোক ঃ আমাৰ যাত্ৰাত প্ৰতিশ্ৰুতি আছে।

জ্যোতি ঃ হয় চ্যাৰ, আমাৰ লগত সহযোগ কৰা প্ৰতিজন কৰ্মীয়ে এক নতুন প্ৰতিশ্ৰুতিৰে আগবাঢ়িছে।

আলোক ঃ সৌৱা চোৱাচোন—

**মঞ্চৰ এদাটিয়ে ওপৰলৈ দেখুৱায়।**

সকলোৱে কিদৰে উৎসাহ উদ্যমেৰে নিজৰ নিজৰ কামত ব্যস্ত আছে।

জ্যোতি ঃ সচাকৈ চ্যাৰ, ই যেন এটা অপৰাজেয় চলমান মানুহৰ মিচিল।

হৰিণ ঃ চ্যাৰ, আমাৰ এই খনন কাৰ্য বহুত দিনৰ পৰাইতো চলি আছে।

জ্যোতি ঃ ওঁ, আজি প্ৰায় এমাহৰ ওচৰাওচৰি - - -

হৰিণ ঃ তথাপিতো আজি পৰ্যন্ত কোনো নতুন ফল পোৱা নাই। ইমান খৰছ, ইমান কষ্ট যদি চ্যাৰ - - এইবোৰ সকলো অথলে যায়!

আলোক ঃ হৰিণ! প্ৰতিটো কথা নভৰা নিচিন্তাকৈ নক'বা।

হৰিণ ঃ নহয় চ্যাৰ, মাৰিলেও মাৰক, কাটিলেও কাটক, মই ক'ব লগাটো ক'মেই, এই খনন কাৰ্য চ্যাৰ, ইয়াতে অন্ত পেলোৱাই ভাল।

আলোক ঃ তুমি কি কথা কৈছা - - -

হৰিণ ঃ হয় চ্যাৰ, মই ঠিকেই কৈছোঁ। এই পাহাৰৰ তলত কোনো প্ৰসিদ্ধ নগৰ নোলায়।

আলোক ঃ ওলায় নোলায় সেয়া তুমি চিন্তা কৰিব নালাগে।

হৰিণ ঃ কোনো ধনবান মানুহৰ পৰা কেনেবাকৈ সেই সোণৰ মূৰ্ত্তিটো পৰি গ'ল আৰু সেইটোকে কৰ্মীজনে কিজানি হেৰাই পালে আৰু আমি তাকে লৈ মিছাতে ইমান কষ্ট কৰিছোঁ।

জ্যোতি ঃ কোনেও এনে এটা মূল্যবান মূৰ্ত্তি ইমান অসাৱধানকৈ লৈ নুফুৰে। তাতে সেই সোণৰ মূৰ্ত্তিটো পৰীক্ষা কৰি পোৱা মতে বহুত হাজাৰ বছৰৰ পুৰণি।

হৰিণ ঃ সেইবোৰ মানুহৰ কি সঁজাত আছে? কৰবাৰ পৰা চুৰ কৰি আনি ধৰা পৰাৰ ভয়তো এইখন ভাও ধৰিব পাৰে।

আলোক ঃ হ'ব তুমি মনে মনে থাকা।

হৰিণ ঃ ভাল চ্যাৰ, মনে মনে আছোঁ। কিন্তু চ্যাৰ, আৰু কিমান দিন এইদৰে পাহাৰ খান্দি খান্দি তললৈ সোমাই গৈ থাকিম তাৰ হ'লে মই পাত্তা পোৱা নাই।

আলোক ঃ কিমান দিন মানে? কিমান বছৰ কোৱা।

হৰিণ ঃ বছৰ!

আলোক ঃ অ' হয়তো হাজাৰ বছৰ লাগিব পাৰে। আমি নোৱাৰিলে আমাৰ পাছৰ জেনেৰেশ্বন আহিব। হয়তো আজিয়েই আমি আমাৰ লক্ষ্যত উপনীত হ'ব পাৰোঁ।

হৰিণ ঃ আজি হ'লেতো ভালেই, কিন্তু চ্যাৰ, বছৰত পৰিলেহে মস্কিল।

আলোক ঃ এটা সত্য উদ্‌ঘাটন কৰিবলৈ হ'লে তোমাৰ নিচিনাকৈ নিৰাশ হ'লে নহ'ব। ধৈৰ্য লাগিব। সাধনা লাগিব।

হৰিণ ঃ এৰা, সাধনাতো লাগিবই, ধৈৰ্যও লাগিব।

আলোক ঃ জ্যোতি, আমি সমতলৰ পৰা কিমান তললৈ আহিলোঁ?

জ্যোতি ঃ প্ৰায় এক ফাৰ্লং চ্যাৰ, আমাৰ গণনা মতে এই খিনিতে ভগ্নাৱশেষ পাব লাগে।

আলোক ঃ **(ওপৰৰ পৰা নামি)** ঠাইডোখৰৰ বিশেষত্ব মন কৰিছানে নাই?

জ্যোতি ঃ **(ওপৰৰ পৰা নামি)** মানে চ্যাৰ, কি ক'ব বিচাৰিছে সেয়া মই ঠিক ধৰিব পৰা নাই।

আলোক ঃ পাহাৰৰ তলত এই ঠাইডোখৰ অলপ ফোপোলা মুকলি যেন লগা নাইনে?

জ্যোতি ঃ হয় চ্যাৰ, এই ডোখৰ মোৰ এটা সুৰংগ যেন অনুমান হৈছে।

আলোক ঃ অনুমান নহয়, তেনে ধৰণৰ কিবা এটা হ'বই লাগিব।

হৰিণ ঃ মানে চ্যাৰ, কিবা আশা দেখিছেনেকি?

আলোক ঃ নিশ্চয় আশা দেখিছোঁ। মই ভাবোঁ এইটো এটা সুৰংগ নহ'লেও এটা ডাঙৰ নলা, য'ত ওচৰৰ নদীৰ পানী অন্য ঠাইলৈ নিয়াৰ ব্যৱস্থা কৰা হৈছিল।

জ্যোতি ঃ সেইটো হ'ব পাৰে।

**আলোকৰ পিঠিত থকা বেগৰ পৰা এখন ব্লু প্ৰিণ্টৰ মেপ উলিয়ায় আৰু জ্যোতিৰ লগত একেলগে চায়।**

আলোক : এতিয়া এই মেপখনৰ মতে আমি কিছুমান অনুমানৰ ওপৰত ভিত্তি কৰি এটা সিদ্ধান্তলৈ আহিব পাৰোঁ - - -

জ্যোতি : কওক চ্যাৰ।

আলোক : **(ঠাই ডোখৰ দেখুৱায়।)** ধৰা, এইটো এটা নলা। **(মেপত দেখুৱায়।)** ৰাজধানীলৈ যিটো পথ নিৰ্মাণ কৰা হৈছে তাৰ উত্তৰলৈ প্ৰায় চাৰি-পাঁচ কিলোমিটাৰ দূৰত ডিক্ৰং নদীখন। বাৰু হৰিণ, আমি পথৰ পৰা পশ্চিমলৈ কিমান আগুৱাইছোঁ বুলিছিলা ?

হৰিণ : প্ৰায় আধামাইল চ্যাৰ।

আলোক : তেতিয়াহ'লে আমি ধৰি ল'ব পাৰোঁ এই নদী বা ওচৰে-পাঁজৰে থকা কোনোবা সুঁতিৰ পৰা এই নলাইদি পানী অনা হৈছিল কোনোবা ঘনবসতি ঠাইলৈ অথবা খেতিৰ উপযোগী ঠাইলৈ। এই নলাটোৰ দীঘ প্ৰায় পাঁচ কিলোমিটাৰ হ'ব পাৰে। তাৰ মানে পশ্চিমে আৰু অলপ ওচৰতেই মানুহে বসতি কৰাৰ কোনো আভাস পোৱা যাব।

জ্যোতি : আপোনাৰ অনুমানত যথেষ্ট যুক্তি আছে।

হৰিণ : আৰু যদি চ্যাৰ, এইটো এটা সুৰংগ হয় ?

আলোক : তেতিয়াহ'লে আৰু সহজ।

জ্যোতি : মানে চ্যাৰ, কোনোবা ৰাজ্যৰ ৰাজধানীৰ বাহিৰৰ ঠাইসমূহৰ লগত যোগাযোগ কৰিব পৰা ৰাজধানীৰ দাঁতিকাষৰীয়া পাহাৰৰ এটা গোপন সুৰংগ পথ আৰু যদি সেয়েই হয়, তেতিয়াহ'লে আমি ধৰি ল'ব পাৰো; এই ৰূপহী পাহাৰখনেই সেই পাহাৰখন। অৰ্থাৎ ইয়াৰ অলপ আঁতৰত এখন ৰজ্যৰ ৰাজধানীৰ অস্তিত্ব পাব পাৰোঁ।

আলোক : কাৰেক্ট। তোমাৰ অনুমান নিৰ্ভুল। কোনো কথাই নাই আমি কিবা এটা নহয় কিবা এটা আবিষ্কাৰ কৰিব পাৰিমেই। কালবিলম্ব কৰাৰ সকাম নাই। হৰিণ, কৰ্মী কিছুমানক তললৈ নামি আহিবলৈ কোৱা।

হৰিণ : ভাল চ্যাৰ।

**আলোকে মেপখন যথাস্থানত ৰাখে আৰু নিজৰ কামত ব্যস্ত হয়। জ্যোতিয়েও নিজৰ কামত লাগে। হৰিণে মঞ্চৰ এৰ্দাঁতিলৈ গৈ ওপৰলৈ উদ্দেশ্য কৰি চিঞৰি চিঞৰি ওপৰত কাম কৰি থকা আন কৰ্মীসকলক নাম ধৰি মাতে।**

হৰিণ : পৱন, সুৰেন, মাণিক - - - তললৈ নামি আহ। - - - হঁা? - - - অঁ, অঁ, তললৈ। - - - কি? - - - অঁ, চ্যাৰে মাতিছে। - - - অঁ, অঁ, আশা দেখা গৈছে। - - - কি? কি হ'ল? - - - গ'লগৈ?

জ্যোতি : **(নিজৰ কামৰ পৰা।)** কি হ'ল হৰিণ?

হৰিণ : মানুহবিলাক বোলে কাম বন্ধ কৰি গ'লগৈ।

আলোক : **(নিজৰ কামৰ পৰা।)** হোৱাট? কাৰ আদেশত গ'ল?

হৰিণ : সুধি চাওঁ চ্যাৰ -

**ইতিমধ্যে জ্যোতিয়ে পশ্চাদপটৰ ওচৰৰ এডোখৰ বিশেষ ঠাইত কিবা এটা বিচৰাত ব্যস্ত হয়। অৰ্থাৎ খনন কাৰ্যত খুব একান্তভাৱে লাগে। হৰিণে আকৌ আগৰ দৰে চিঞৰে।**

হৰিণ : এই পৱণ - এই - কাৰ আদেশত মানুহবিলাক গ'ল? - - হঁা? - অঁ, অঁ, - - - কি? কি ক'লি? - - - সময়? কাম কৰাৰ সময় পাৰ হ'ল?

আলোক : কাম কৰাৰ সময় পাৰ হ'ল! মানে এতিয়া গধূলি হ'ল! (**হাতৰ ঘড়ী চায়।**) এৰাতো, এন্ধাৰো হৈছে, আমি কামত ব্যস্ত থাকোতে একো গমেই পোৱা নাই।

হৰিণ : কাম কৰি থাকোতে থাকোতে এন্ধাৰ আৰু পোহৰৰ পাৰ্থক্য ধৰিবই নোৱাৰা হৈ গৈছোঁ চ্যাৰ।

আলোক : অঁ, এন্ধাৰতো আমাৰ অস্ত্ৰ, হাতিয়াৰ ঠিক মতে চলিছে।

**ওপৰৰ পৰা কোনোবাই মতাৰ গমলৈ হৰিণে আগৰ দৰে চিঞৰি চিঞৰি কথা পাতে। ওপৰৰ পৰা অহা কথাবিলাক দৰ্শকে নুশুনে।**

হৰিণ : হাঁ? - - - কি? - - - অঁ, অঁ, (**আলোকৰ ওচৰলৈ গৈ।**) চ্যাৰ, সিহঁত চাৰিজনমানহে আছে। তললৈ আহিব ধৰিছে।

আলোক : নেলাগে বুলি কোৱা। সময় হ'ল যেতিয়া যাব দিয়া, চকীদাৰ এটাৰ হাতত লাইট আৰু ৰচদ-পাতিবোৰ থৈ যাবলৈ কোৱা।

হৰিণ : ভাল চ্যাৰ।

**আগৰ ঠাইলৈ গৈ আগৰদৰে ওপৰলৈ চাই আকৌ চিঞৰে।**

হৰিণ : এই, এই - - - নেলাগে - - - নেলাগে, আহিব নেলাগে। বৰ চাহাবে মানা কৰিছে। অঁ, অঁ, নেলাগে। - - - অঁ, বৰ চাহাবে। এই আৰু শুন, লাইট আৰু ৰচদ-পাতিবোৰ তাৰে চকীদাৰ এটাৰ হাতত থৈ যা। অঁ, অঁ, যিকোনো চকীদাৰ এটাৰ হাতত থলেই হ'ব।

আলোক : (**হৰিণক**) আৰু পুৱা সোনকালে আহিবলৈ কোৱা।

হৰিণ : (**চিঞৰি**) এই - - - আৰু শুন, পুৱা সোনকালে আহিবলৈ কৈছে। - - - অঁ, অঁ, সোনকালে - - - মৰণিঙতে।

আলোক : অকলে নহয়, সমদলে আহিবলৈ কোৱা।

হৰিণ : (**চিঞৰি**) অকলে নহয়, সমদলে আহিবি। - - - সকলোকে লগত লৈ।

আলোক : হাতিয়াৰ-পাতি, অস্ত্ৰসহ আহিবলৈ কোৱা।

হৰিণ : **(চিঞৰি)** হাতিয়াৰ-পাতি, অস্ত্ৰসহ আহিবি। - - - অঁ, অঁ, বাকী যিমান যি আছে লৈ আহিবি।

আলোক : হৰিণ, এন্ধাৰ বেছিকৈ অনুভৱ কৰিছোঁ।

হৰিণ : চ্যাৰ, আমি যোৱাটোৱেই ভাল!

আলোক : কিয় যাম? আমি আজি ইয়াতে থাকিম।

হৰিণ : চ্যাৰ, গোটেই ৰাতি?

আলোক : অঁ, ভয় কৰিব লগা একো নাই, ওপৰত গুৰ্খা চকীদাৰকেইজন আছেই আৰু হঠাৎ কামত লগাব পৰাকৈ ওচৰতে সামৰিক বহিনীৰ কেম্পটো পতা হৈছেই; তাতে আমাৰ কেম্পটোতো দূৰ নহয়।

হৰিণ : হওতে হয়। **(কও নকওকৈ)** চ্যাৰ, মই কেম্পলৈকে যাওঁগৈ।

আলোক : তুমি যাবা কিয়?

হৰিণ : মানে চ্যাৰ - - -

আলোক : কোনো মানে থাকিব নোৱাৰে। জেপত থকা টৰ্চলাইট উলিয়াই ওপৰলৈ যোৱা, ওপৰত গেছলাইট আছে লৈ আনি জ্বলোৱাৰ ব্যৱস্থা কৰা।

হৰিণ : ইয়াতো এটা গেছলাইট আছে।

আলোক : হ'ব তেতিয়াহ'লে, ইয়াৰটোকে জ্বলোৱা।

**হৰিণে লাইট জ্বলোৱাৰ ব্যৱস্থা কৰে। আলোকে কামত ধৰে। পৰিবেশ নীৰৱ। কেৱল কাম কৰা হাতিয়াৰৰ শব্দহে শুনা যায়। হঠাৎ জ্যোতিয়ে, মঞ্চৰ পশ্চাদত-পাহাৰৰ গাত এটা গুহা আবিষ্কাৰ কৰি আনন্দত চিঞৰি দিয়ে।**

জ্যোতি : ইউৰেক্কা, ইউৰেক্কা - - - চ্যাৰ, চ্যাৰ - - - পালোঁ, পালোঁ। উই আৰ চাকছেচ্ চ্যাৰ। আমি জয়ী, জয়ী চ্যাৰ।

**আলোক আৰু হৰিণ আচৰিত হয়।**

আলোক		পালা ! কি পালা ? ক'ত পালা ?

হৰিণ		পালে চ্যাৰ ! ক'তা, ক'তা চ্যাৰ ?

**আলোক আৰু হৰিণে ওপৰৰ সংলাপ দুশাৰী প্ৰায় ওপৰা ওপৰিকৈ ক'ব। ইতিমধ্যে মঞ্চ ক্ৰমান্বয়ে এন্ধাৰ হৈ আহিব। আলোক আৰু হৰিণে জ্যোতিৰ কাষলৈ আহিব। জ্যোতিয়ে জেপৰ পৰা টৰ্চলাইট উলিয়াই আবিষ্কাৰ কৰা গুহাটোৰ ভিতৰলৈ পোহৰ সিঁচি পঠায়।**

জ্যোতি		ঃ	এইয়া চ্যাৰ, এইটো এটা গুহা; সৌবোৰ, সৌবোৰ চ্যাৰ, ভগ্নাৱশেষ। সেইয়া, সেইয়া কোনোবা ৰাজকীয় প্ৰাসাদানুপম ভগ্নাৱশেষ।

**আলোকেও টৰ্চ্‌লৈ গুহাৰ ভিতৰলৈ পোহৰ কৰি চায়।**

আলোক		ঃ	আঃ ! জ্যোতি, মাই গুডনেছ ! তুমি কি আবিষ্কাৰ কৰিলা ! বহু দিনৰ সাধনা, বহু কষ্টৰ ফল - - - **(সুৰ সলায়)** - - - ব'লা ব'লা ভিতৰত কি আছে সোমায় চাওগৈ।

জ্যোতি		ঃ	ব'লক - - -

হৰিণ		ঃ	চ্যাৰ, ভিতৰত কি আছে, কি ঠিক ? এই সময়ত ভিতৰলৈ নোসোমোৱাই ভাল।

আলোক		ঃ	ননচেন্স ! প্ৰতিটো কথাতে তুমি বাধা দিলে মোৰ সহ্যৰ সীমা চেৰাই যাব।

হৰিণ		ঃ	মোৰ হ'লে চ্যাৰ, ভয় লাগিছে।

জ্যোতি		ঃ	আমিওতো আছোঁ, তুমি লাইট লোৱাৰ ব্যৱস্থা কৰা।

হৰিণ		ঃ	ভাল চ্যাৰ। উপায়তো আৰু নাই।

আলোক ঃ ব'লা জ্যোতি, ৰ'বা মই আগতে সোমাওঁ।

জ্যোতি ঃ ভাল চ্যাৰ।

হৰিণ ঃ হে ভগৱান!

**আলোকে গুহাৰ ভিতৰলৈ খুব সাৱধানেৰে টৰ্চ্লাইট জ্বলাই সোমাই যায়। জ্যোতিয়ে গুহাৰ ভিতৰত সোমাব ধৰে। ঠিক এখন ভৰি ভিতৰত আনখন ভৰি বাহিৰত থাকে। হৰিণ একেবাৰে পিছত থাকে। হাতত জ্বলোৱা গেছ্ লাইট। মঞ্চ ক্ৰমান্বয়ে সম্পূৰ্ণ এন্ধাৰ হ'ব।**

## প্ৰথমাংক ঃ ভগ্নস্তূপ

**মঞ্চত থাকিব 'সংগীতাত্ৰয়'। তিনিওজনৰ মুখত পোহৰ পৰিব। সংগীতাই কোৰাছ আৰম্ভ কৰিব।**

কোৰাছ ঃ সভ্য জগতৰ মানুহ আজি এটা গুহাৰ এন্ধাৰলৈ সোমাই যায়।
চহৰ মুখি মানুহ আজি গুহাৰ নৈঃশব্দতালৈ আগুৱাই গৈছে।
কিয় ?
'কিবা' এটা পাবৰ বাবে
'কিবা' এটা উদ্‌ঘাটন কৰিবৰ বাবে।

প্ৰথমা সংগীতা ঃ এইয়া ৰূপহী পাহাৰৰ অটল ভূগৰ্ভ।

দ্বিতীয়া সংগীতা ঃ অনুসন্ধানী মানুহৰ আৱিষ্কৃত ফল এই গহ্বৰ।

তৃতীয়া সংগীতা ঃ এই ঠাইৰ চৌপাষে সিঁচৰতি হৈ আছে কিছুমান ভগ্নাৱশেষ।

প্ৰথমা সংগীতা ঃ এই বিলাক হ'ল বহু হাজাৰ বছৰৰ পুৰণি কোনোবা প্ৰসিদ্ধ নগৰৰ ভগ্নাৱশেষ।

দ্বিতীয়া সংগীতা ঃ এই বিলুপ্ত পুৰণি নগৰখনৰ কথা সভ্য জগতৰ জ্ঞানৰ বাহিৰত।

তৃতীয়া সংগীতা ঃ ইয়াৰ কাৰুকাৰ্য খচিত প্ৰতি ভগ্ন শিলাখণ্ডৰ পৰা অনুসন্ধান পোৱা যাব পুৰণি ঐতিহ্য।

প্ৰথমা সংগীতা ঃ পুৰণি ঐতিহ্যৰ লগত আজিৰ সভ্য জগতৰ পাৰ্থক্যৰ বিচাৰ কৰিব বৰ্তমানৰ গৱেষক সকলে।

দ্বিতীয়া সংগীতা ঃ এই অজ্ঞাত কথা জ্ঞাত কৰাৰ স্পৃহাৰ বাবে - - -

প্ৰথমা সংগীতা ঃ এই পোহৰ আৰু এন্ধাৰৰ সন্ধিক্ষণত কৰা খেলাৰ বাবে - - -

দ্বিতীয়া সংগীতা ঃ আজিৰ মানুহ সচাঁকৈ শলাগৰ পাত্ৰ।

তৃতীয়া সংগীতা ঃ আজিৰ প্ৰত্নতাত্ত্বিকবিদ আলোক, জ্যোতি সচাঁকৈ গৌৰৱান্বিত।

প্ৰথমা সংগীতা ঃ ধন্য আজিৰ মানুহ, জয়ী আজিৰ মানুহ।

কোৰাছ ঃ সকলো দুৰ্যোগ, আওকাণ কৰি
আজিৰ মানুহ আগুৱাইছে,
এন্ধাৰৰ মাজতো পোহৰ বিচাৰি আগুৱাইছে;

সিহঁত আজি - - -

অচল অটল অপৰাজেয় মানুহৰ এটা মিচিল।

নাই ক্লান্তি,

নাই ক্ষুধা,

নাই তৃষ্ণা,

নাই শংকা;

কেৱল আগুৱাইছে

দুৰ্বাৰ গতিৰে

জীৱন-সংগীতৰ ঐক্য ধ্বনিৰে

**লাহে লাহে মঞ্চ এন্ধাৰ হ'ব। 'সংগীতাত্ৰয়'ৰ প্ৰস্থান। সংগীত। আকৌ মঞ্চত লাহে লাহে খীণ পোহৰ হ'ব। খন্তেক পাছত আলোক, জ্যোতি আৰু হৰিণৰ প্ৰৱেশ। মঞ্চত কিছুমান পুৰণি অট্টালিকাৰ ভগ্নাৱশেষ সিঁচৰতি হৈ পৰি আছে।**

আলোক ঃ সাৱধান. প্ৰতিটো খোজ সাৱধানে দিবা। কোনো এটা খোজেই যাতে বিফলে নাযায় তালৈ লক্ষ্য কৰিবা।

জ্যোতি ঃ চ্যাৰ, আপোনাৰ চকুত কিবা পাৰিছেনে? আবৰ্জনাই বোধহয় গোটেইখন ভৰি আছে।

হৰিণ ঃ চ্যাৰ, সংঘাতিক এন্ধাৰ। গেছ লাইটৰ পোহৰেও কামত অহা নাই।

আলোক ঃ তলে-ওপৰে, সোঁৱে-বাঁওৱে চৌদিশে ভাল দৰে লক্ষ্য কৰিবা, অজনা ঠাই ক'ত কি পৰি আছে ক'ব নোৱাৰি।

**লগে লগে হৰিণে ক'ব নোৱাৰাকৈ হামখুৰি খাই পৰে।**

হৰিণ ঃ খালে ঐ খালে -

আলোক }
জ্যোতি } : (একেলগে) কি হ'ল!

**হৰিণৰ হাতৰ পৰা লাইটটো ছিটিকি পৰে।**

আলোক : জ্যোতি, হৰিণৰ হাতৰ পৰা লাইটটো পাৰিল, তুলি লোৱা।

হৰিণ : মৰিলোঁ চ্যাৰ, মই মৰিলোঁ ---

**হৰিণে নিজেই লাইটটো তুলি লয়।**

জ্যোতি : কি হ'ল, চিঞৰিছা কিয়?

হৰিণ : মোক ভূতে পালে চ্যাৰ, সৌটো চ্যাৰ কিবা এটা।

**হামখুৰি খাই পৰা ঠাইডোখৰ দেখুৱাই। ঠাইডোখৰ ওখ।**

জ্যোতি : কোনটো?

আলোক : চাওঁ ৰ'বা, আগ নাবাঢ়িবা। মোক যাবলৈ দিয়া।

হৰিণ : চ্যাৰ, আপুনিও আগবাঢ়িব নালাগে। সাংঘাতিক কিবা এটা। ভূত, ভূত চ্যাৰ। মোৰ গাটো চ্যাৰ --- মই দেখোন থৰ থৰ কৈ কঁপিছোঁ।

জ্যোতি : হৰিণ, ধৈৰ্য নেহেৰুৱাবা।

হৰিণ : ধৈৰ্যৰো এটা সীমা আছে। আমি চ্যাৰ, ইয়াৰ পৰা ওলাই যোৱাই ভাল।

**আলোকে হৰিণৰ পৰা ঠাইডোখৰ পৰীক্ষা কৰে।**

আলোক : জ্যোতি, এইটো প্ৰস্তৰ, এটা ঘৰৰ ভেটি।

**জ্যোতিয়েও ওচৰলৈ গৈ ঠাইডোখৰ লক্ষ্য কৰে।**

জ্যোতি : হয় চ্যাৰ, এইখিনিৰ পৰা ঠাইডোখৰ ওখ।

আলোক : তাৰ মানে আমি এতিয়া এটা ঘৰৰ ভেটিৰ কাষ পাইছো।

জ্যোতি : হয় চ্যাৰ, ইয়াৰ দ্বাৰা বুজা গৈছে আমি কোনোবা অট্টালিকাৰ ভগ্নাৱশেষ পাইছোঁ।

হৰিণ : ও! তাৰ মানে চ্যাৰ, সেইয়া ভূত-চুত জাতীয় একো নহয়।

জ্যোতি : **(ওখ ঠাইডোখৰত উঠি, অলপ আগুবাই গৈ)** চ্যাৰ, এইটো কি?

**আবৰ্জনা লাগি ধৰিব নোৱাৰা এটা প্ৰকাণ্ড খুটা দেখুৱাই। আলোক আগবাঢ়ি যায়।**

আলোক : ক'ত?

জ্যোতি : এইয়া চ্যাৰ - - -

আলোক : আবৰ্জনা লাগি অস্পষ্ট হৈ আছে। আবৰ্জনাবোৰ আঁতৰোৱা। **(আবৰ্জনা চাফা কৰে।)** এইটো-এইটো দেখোন এটা খুটা।

জ্যোতি : হয় চ্যাৰ, ইটাৰ প্ৰকাণ্ড খুটা।

আলোক : এইটো এটা অট্টালিকাৰ খুটা।

জ্যোতি : আমাৰ অনুমান একেবাৰে নিৰ্ভুল চ্যাৰ।

আলোক : তাৰ মানে আমি আমাৰ লক্ষ্য স্থানত।

হৰিণ : **(আনফালে দূৰলৈ গৈ।)** চ্যাৰ, এইবোৰ, এইবোৰ সেই একেই ধৰণৰ খুটা; শাৰী শাৰী। মাটি জাবৰ লাগি আছে। **(আনন্দতে ইটোৰ পৰা সিটো খুটাৰ ওচৰলৈ গৈ আৰ্বজনা আঁতৰায়।)** আমি চ্যাৰ, এতিয়া - - - এতিয়া - - -

আলোক : **(হৰিণক)** ৰ'বা, আত্মহাৰা নহ'বা, ধৈৰ্য ধৰা।

জ্যোতি : এইবোৰৰ পৰা চ্যাৰ, অনুমান হয় - - - আমি কোনোবা ৰাজপ্ৰসাদৰ সন্মুখ দ্বাৰত উপস্থিত হৈছোঁ।

আলোক : হয়তো সেইটোৱেই, খুব সাৱধানে প্ৰতিটো বস্তু তন্ন তন্নকৈ নিৰীক্ষণ কৰা। হৰিণ তুমিও।

হৰিণ : ভাল চ্যাৰ।

আলোক : চাবা নলা, খাল আদি থাকিব পাৰে - - -

হৰিণ : হয় চ্যাৰ, কোনো আচৰিত কথা নহয়।

আলোক : বিষাক্ত পদাৰ্থও থাকিব পাৰে, সেইবোৰ কেনেবাকৈ স্পৰ্শলৈ আহিলে পৰিণাম ভয়ংকৰ হ'ব।

হৰিণ : ভয়ংকৰ! মোৰ আকৌ ভৰি কঁপিছে। **(বৈ)** যদি চ্যাৰ, আমি বাঘ-ভালুকৰ চিকাৰ হওঁ।

জ্যোতি : পাগলৰ দৰে কথা নক'বা। ইয়াত ক'ৰ পৰা বাঘ-ভলুক ওলাব?

হৰিণ : যদি চ্যাৰ, সাপ-চাপে আহি দংশন কৰে!

আলোক : আঃ যি তি কথা নক'বা।

হৰিণ : চ্যাৰ, মোৰ ভৰিৰ কঁপনিত মগজুৰ স্থিৰতা হেৰাই গৈছে।

আলোক : কোনো ওখ ঠাইৰ পৰা শিলাখণ্ড আদি বাগৰি আহি যাব পাৰে।

হৰিণ : পাৰে চ্যাৰ।

আলোক : ওপৰৰ পৰা মাটিৰ স্তূপ আদি পৰি আমাক পুতি পেলাব পাৰে।

হৰিণ : পাৰে।

আলোক : গতিকে খুব সাৱধান।

হৰিণ : সাৱধান।

আলোক : এতিয়া আমি মৃত্যু আৰু জীৱনৰ দোমোজাত আছোঁ।

হৰিণ : আছোঁ।

আলোক : ইয়াত আমাৰ জীৱনৰ কোনো নিৰাপত্তা নাই।

হৰিণ : নাই। **(হঠাৎ দূৰত কিবা এটা দেখি, ভয়তে।)** আছে।

আলোক : আছে?

হৰিণ : হয় চ্যাৰ, আছে।

আলোক : তোমাৰ কি হৈছে?

হৰিণ : মই চ্যাৰ, সৰিয়হ ফুল দেখা নাইতো?

আলোক : **(খঙত)** হৰিণ!

হৰিণ : **(কঁপা মাতেৰে)** সৌৱা চ্যাৰ, পোহৰ - - -

আলোক, জ্যোতি : **(একেলগে)** পোহৰ? ক'তা?

হৰিণ : **(দূৰৰ নিৰ্দিষ্ট ঠাই এডোখৰ দেখুৱায়।)** সৌটো চ্যাৰ, সৌ মাটিৰ নে কিহৰ মস্ত ঢিপটোৰ আঁৰত। **(এটা মস্ত মাটিৰ ঢিপৰ আঁৰত এটা ক্ষীণ পোহৰ দেখা যায়। পোহৰটো ক্ৰমান্বয়ে ওপৰলৈ উঠি আহে।)** সেইয়া চ্যাৰ, ক্ৰমান্বয়ে পোহৰটো ওপৰলৈ উঠিআহিছে।

আলোক : **(পোহৰ দেখি।)** আচৰিত!

জ্যোতি : তাত চ্যাৰ, সেইটো মানুহৰ কংকাল।

**নিৰ্দিষ্ট ঠাইডোখৰত এটা মানুহৰ কংকাল দেখা যায়। পোহৰ সম্পূৰ্ণ ওপৰলৈ উঠি আহোতে দেখা যায় এটা মাটিৰ চাকি।**

হৰিণ : এৰা চ্যাৰ, মানুহৰ কংকাল আৰু চ্যাৰ সেই পোহৰটো এটা মাটিৰ চাকি।

আলোক : এই গুহাৰ এন্ধাৰৰ মাজত জ্বলি থকা মাটিৰ চাকি!

জ্যোতি : কথাটো চ্যাৰ, কিবা খেলি-মেলি হৈ গৈছে।

হৰিণ : চ্যাৰ, এফালে চাকিৰ পোহৰ আনফালে মানুহৰ কংকাল, এইয়া চ্যাৰ আমি কোনোবা যাদুৰ দেশত সোমালোঁ।

আলোক : ৰ'বা, মনে মনে থাকা।

হৰিণ : নহয় চ্যাৰ, ইয়াৰ পৰা এতিয়াই, সময় থাকোতেই ওলাই যোৱাটোয়েই বুদ্ধিয়কৰ কাম হ'ব।

জ্যোতি : নহয়, এইটো কেতিয়াও হ'ব নোৱাৰে। ইমান দূৰ আগবাঢ়িলোঁ যেতিয়া আৰু পিছহোঁহকি নাযাওঁ। এই গুহাৰ এন্ধাৰৰ মাজত জ্বলি থকা চাকিৰ পোহৰৰ ৰহস্য লৈ যাম।

আলোক : ঠিকেই, (**বৈ**) এই মানুহৰ কংকালটো চাওঁ ৰ'বা।

**আলোক আগবাঢ়িব ধৰোঁতে, হঠাৎ নিস্তব্ধতা ভংগ কৰি এটা বিকট অট্টহাঁহি ভাহি আহে। হাঁহিৰ প্ৰতিধ্বনি হয়।**

আলোক : কি আচৰিত হাঁহি!

জ্যোতি : হাঁহি চ্যাৰ, ক'ৰ পৰা আহিছে?

হৰিণ : এইয়া চ্যাৰ কংকালটোৱে হাঁহিছে!

**আকৌ হাঁহি। হাঁহিৰ প্ৰতিধ্বনি হয়। আকৌ আলোক কংকালটোৰ ওচৰলৈ আগবাঢ়ে। লগে লগে নেপথ্যৰ পৰা সংলাপ ভাহি আহিব।**

নেপথ্যত : নুচুবি, নুচুবি খবৰদাৰ!

**সংলাপটোৰো প্ৰতিধ্বনি হয়।**

জ্যোতি ঃ মানুহৰ মাত!

হৰিণ ঃ মানুহৰ মাত নহয় চ্যাৰ, কংকালৰ মাত। এইবাৰ আৰু ৰক্ষা নাই, কংকালেও মাত মাতিব পৰা হ'ল।

নেপথ্যত ঃ ভয় নাই, হে সভ্য জগতৰ মানুহ, তহঁতে পৃথিৱীৰ মুকলি আকাশৰ পোহৰৰ পৰা এই গুহাৰ এন্ধাৰলৈ আহিছ কোনো এক সত্যৰ অনুসন্ধান কৰিবলৈ।

**কথাবোৰ প্ৰতিধ্বনি হয়।**

আলোক ঃ **(চিঞৰি)** কোন তুমি?

**চিঞৰটো প্ৰতিধ্বনি হয়, লগে লগে আকৌ হাঁহি।**

জ্যোতি ঃ **(চিঞৰি)** হাঁহিছা কিয়?

**আগৰ দৰে আকৌ প্ৰতিধ্বনি হয়।**

**আকৌ হাঁহি।**

নেপথ্যত ঃ হাঁহিছোঁ! হাঁহিছোঁ তহঁতে, তহঁতৰ অজানিতে কৰা মূৰ্খামিৰ বাবে। হাঁহিছোঁ, তহঁতে সত্যৰ সন্ধান কৰিবলৈ পোহৰৰ পৰা এন্ধাৰলৈ অহাৰ বাবে। **(প্ৰতিধ্বনি)**

জ্যোতি ঃ **(চিঞৰি)** তুমি কোন? **(প্ৰতিধ্বনি)** আমাক দেখা নিদিয়া কিয়? **(প্ৰতিধ্বনি)**

নেপথ্যত ঃ মই কোন? দেখা দিয়া নাই কিয়? এই কংকালটোৱে হ'লোঁ মই। চোৱা। এই ফালে চোৱা।

হৰিণ ঃ চ্যাৰ চ্যাৰ, কংকালটো পূৰ্ণ হৈ মানুহ হৈ গৈছে। কংকালটো মানুহ! সচা-সচি মানুহ! চ্যাৰ, এইবাৰ আমাৰ আৰু উপায় নাই।

**কংকালটো এজন যুৱক হৈ আগবাঢ়ি আহে। যুৱকজনৰ নাম হ'ব– 'বলি'।**

বলি ঃ মই এটা বলি। আজি বহু যুগৰ আগতে মোক বলি দিয়া হৈছিল। কিন্তু 'সিহঁতে' জনা নাই, মোক বলি দিলেও মই নমৰোঁ। মই মৰা নাই। মই জীয়াই আছোঁ। মই জীয়াই আছোঁ সভ্য জগতৰ মানুহক মোৰ বলি হোৱাৰ কাহিনী ক'বৰ বাবে।

আলোক ঃ তোমাক বলি দিয়া হৈছিল ?

জ্যোতি ঃ কোনে বলি দিছিল ?

বলি ঃ এই যে গুহাৰ ভিতৰত ভগ্নাৱশেষবোৰ দেখিছ, এইয়া আজি বহু হাজাৰ বছৰৰ আগৰ এটা ৰাজপ্ৰসাদৰ অংশ বিশেষ।

আলোক ঃ ৰজাজন কোন আছিল ?

জ্যোতি ঃ তেওঁৰ নাম কি ?

আলোক ঃ দেশখনৰ নাম কি ?

জ্যোতি ঃ তোমাক কিয় বলি দিয়া হৈছিল ?

বলি ঃ ক'ম। সকলো ক'ম। সেইখন এখন জ্ঞানৰ পোহৰ নোপোৱা, সচা কি বুজি নোপোৱা, এখন নিলাজ মানুহৰ দেশ আছিল। মানুহবোৰ অসভ্য, নাঙঠ বা পশুপ্ৰায় নাছিল। সিহঁতক মই নিলাজ এইবাবেই কৈছোঁ যে সিহঁতে দেখাক নেদেখাৰ, শুনাক নুশুনাৰ ভাও ধৰে, সেই দেশৰ 'দেশ-প্ৰধানে' অত্যাচাৰ চলাই, পিছ মুহূৰ্ততে সিহঁতে সেই অত্যাচাৰৰ কথা পাহৰি যায়। সিহঁত শোষিত অথচ শোষণকাৰীৰ ভৰিত পৰি প্ৰণিপাত জনায়। এটা মনে গঢ়া ৰীতি কৰি দেশ প্ৰধানে সিহঁতৰ আগতেই এজন এজনকৈ বহুত মানুহক বলি দিছে। সিহঁতে নীৰৱে চকুপানী টুকিছে অথচ প্ৰতিবাদ নাই। গতিকে সিহঁতক নিলাজ বুলি নকৈ আৰু কাক নিলাজ বুলি ক'ম ?

হৰিণ ঃ মানুহ বলি দিয়া হৈছিল !

বলি ঃ অ' সেই সময়ত সেইখন দেশত নৰবলিৰ প্ৰথা আছিল। যাৰ বাবে ময়ো সিহঁতৰ দেশ-প্ৰধানৰ আদেশত বলি হ'ব লগা হলোঁ। মই কিদৰে বলি হলোঁ তাৰ ইতিহাস শুনিবি ?

আলোক, জ্যোতি, হৰিণ ঃ (একেলগে) শুনিম।

বলি ঃ তেতিয়াহ'লে আমি আজিৰ পৰা বহু হাজাৰ আগলৈ ঘূৰি চাব লাগিব। সেইয়া এক দীঘল ইতিহাস, শুনাৰ ধৈৰ্য থাকিব ?

আলোক ঃ নিশ্চয় থাকিব।

বলি ঃ সভ্য জগতৰ পোহৰত থকা মানুহক এই গুহাৰ এন্ধাৰৰ বলি হোৱা ইতিহাস ক'বলৈ মই আজিও ইয়াতে আছোঁ। কিন্তু ক'ব

পৰা নাই। মোৰ বলি হোৱাৰ পাছত বহুত যুগ গ'ল। ইতিহাসে পাত সলালে। পৃথিৱীৰ উত্থান-পতন হ'ল। এই দেশৰ ওপৰত কালৰ চাপ পৰিল। প্ৰাকৃতিক দুৰ্যোগৰ ফলত এইখন দেশ সমতলৰ পৰা তললৈ বহি আহিল আৰু এই দেশৰ চিন-মোকাম নাইকিয়া কৰি তাৰ ওপৰত পাহাৰৰ সৃষ্টি হ'ল। লগে লগে সভ্যজগতৰ মানুহৰ ইতিহাসৰ পৰা এই দেশৰ ইতিহাস বিছিন্ন হ'ল আৰু তেতিয়াৰ পৰাই আজিলৈকে আমি বলি বিলাকে এই গুহাৰ এন্ধাৰৰ মাজত হা-হুমুনিয়াহৰ প্ৰতিধ্বনি তুলিছোঁ।

জ্যোতি : আমি সভ্যজগতৰ মানুহক কালৰ গ্ৰাসত বিলুপ্ত হৈ যোৱা তোমালোকৰ ইতিহাস ক'ম।

আলোক : কোৱা, তোমাৰ ক'ব লগা কৈ যোৱা।

বলি : শুন, তেতিয়াহ'লে - - - আজি বহু বহু হাজাৰ বছৰৰ আগৰ কথা - - -

**প্ৰথমাংক শেষ**

## দ্বিতীয়াংক ঃ এখন নিলাজ মানুহৰ দেশ

**মঞ্চত থাকিব 'সংগীতাত্ৰয়'। 'পৰিচিতি অংশ'ৰ দৰেই এই দৃশ্যৰ পাৰিকল্পনা কৰিলেই হ'ল।**

কোৰছ ঃ বহু হাজাৰ বছৰৰ আগৰ ইতিহাসেৰে
আজিৰ এই নাটকৰ দ্বিতীয় অংক আৰম্ভ হ'ব।

প্ৰথমা সংগীতা ঃ সেই যুগৰ, সেই পৰিৱেশৰ প্ৰতিচ্ছবিৰে
আমি নাটকৰ কথাবস্তু জানিব পাৰিম।

দ্বিতীয়া সংগীতা ঃ সেই কাহিনী জানিবৰ বাবে
আমিও ঘূৰি যাব লাগিব আজি বহু বছৰৰ আগলৈ।

তৃতীয়া সংগীতা ঃ আহক, আমি সেই পৰিৱেশৰ সৃষ্টি কৰিবৰ বাবে বহু বছৰৰ আগলৈ ঘূৰি যাওঁ।

কোৰাছ ঃ আহক, আমি ঘূৰি যাওঁ বহু বছৰ আগলৈ।

**লাহে লাহে মঞ্চ এন্ধাৰ হ'ব। সংগীত। কিছু সময়ৰ পিছত আকৌ মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব। মঞ্চত দেখা যাব এটা পুৰণি কাৰুকাৰ্য খচিত ৰাজপ্ৰসাদৰ অংশ বিশেষ। প্ৰযোজনাৰ সুবিধানুযায়ী দৃশ্যসজ্জা জটিল নকৰি প্ৰতীকধৰ্মী কৰাই ভাল। এই দৃশ্যত থাকিব --- এটা বলিশাল, এখন বলি বহা চাং আৰু দেশ প্ৰধানসকলৰ বাবে এডোখৰ ওখ আচুতীয়া ঠাই। মঞ্চ পোহৰ হোৱাত আকৌ 'সংগীতাত্ৰয়'ৰ কোৰাছ।**

কোৰাচ : আমি প্ৰাচীন যুগলৈ ঘূৰি আহিলোঁ।
এইখন, এখন নিলাজ মানুহৰ দেশ।
এইয়া, এখন প্ৰাচীন দেশৰ ৰাজপ্ৰসাদৰ সন্মুখ ভাগ।
ইয়াত নৰবলি হয়।
ইয়াত ৰজা নাই অথচ দেশ প্ৰধান আছে।
দেশ-প্ৰধানৰ ইচ্ছা-অনিচ্ছাৰ ওপৰতেই
এই দেশৰ প্ৰজাসাধাৰণৰ জীৱন-গতি নিৰ্ণয় হয়।

প্ৰথমা সংগীতা : ইয়াত জনতা আছে, কিন্তু নিদ্ৰা মগ্ন।

দ্বিতীয়া সংগীতা : এই দেশৰ জনতাৰ কণ্ঠ আছে, কিন্তু ৰুদ্ধ।

তৃতীয়া সংগীতা : এই দেশৰ জনতাৰ ওপৰত - - -
পীড়ন হয়, শোষণ হয়।

প্ৰথমা সংগীতা : এই দেশত দুৰ্নীতি হয়, ব্যভিচাৰ হয়, অত্যাচাৰ হয়।

দ্বিতীয়া সংগীতা : তথাপিও যেন জনতা - - - বোবা, কলা, কণা, নিলাজ।

তৃতীয়া সংগীতা : সেয়েহে এইখন - - - এখন নিলাজ মানুহৰ দেশ।

প্ৰথমা সংগীতা : এইয়া ৰাজপ্ৰসাদৰ বলিশাল, ইয়াত নৰবলি দিয়া হয়।

**বলিশালখন দেখুৱায়।**

দ্বিতীয়া সংগীতা : এইয়া বলি বহা চাং - - -

**চাঙখন দেখুৱায়।**

তৃতীয়া সংগীতা : এই ওখ ঠাইডোখৰ দেশ-প্ৰধান আৰু দেশৰ বৰমূৰীয়াসকলৰ নিজা ঠাই।

**আচুতীয়া ওখ ঠাই এডোখৰ দেখুৱায়।**

প্ৰথমা সংগীতা : প্ৰজাসধাৰণৰ তাত উঠাৰ অধিকাৰ নাই।

দ্বিতীয়া সংগীতা : কিন্তু ওপৰৰ মানুহ প্ৰজাক পীড়নৰ বাবে তললৈ নামি আহিব পাৰে।

তৃতীয়া সংগীতা : এই দেশৰ প্ৰধান সমস্যা হ'ল বানপানী।

প্ৰথমা সংগীতা : বানপানীৰ পিছত হোৱা আকাল, মহামাৰি, দুৰ্ভিক্ষ আদিৰ সময়ত এই দেশৰ বৰমূৰীয়াসকল চাংঘৰত বহি নীৰৱ হৈ থাকে।

দ্বিতীয়া সংগীতা : কিন্তু দেশৰ সাধাৰণ প্ৰজাৰ নিৰাপত্তাৰ বাবে কোনো প্ৰতিকাৰ নাই।

তৃতীয়া সংগীতা ঃ আৰু নাই এই দেশৰ জনতাৰো কোনো প্ৰতিবাদ। কাৰণ প্ৰতিবাদ কৰাৰ অধিকাৰ জনতাক দিয়া নাই।

প্ৰথমা সংগীতা ঃ ইয়াত এইয়া সকলো নিয়তিৰ অভিশাপ বুলি বিবেচনা কৰা হয়।

দ্বিতীয়া সংগীতা ঃ ইয়াত মাত্ৰ এটা প্ৰথা আছে - - -

তৃতীয়া সংগীতা ঃ বানপানীত দেশৰ বৰমূৰীয়াসকল চাঙত উঠে আৰু সাধাৰণ প্ৰজাক দেশ এৰি আন ঠাইলৈ গুচি যাবলৈ আদেশ দিয়ে।

প্ৰথমা সংগীতা ঃ কিছুদিন অতিক্ৰম কৰাৰ পাছত এই জনশূন্য ঠাইলৈ জ্ঞাতে বা অজ্ঞাতে যিজন লোক প্ৰথমে আহে তেওঁকে বলিৰূপী আলহী বুলি ধৰা হয়।

দ্বিতীয়া সংগীতা ঃ সেইজনকে বলি দিয়া হয়।

তৃতীয়া সংগীতা ঃ আৰু দেশবাসীৰ মনত সোমোৱাই দিয়া হৈছে - - - এই বলি দিয়া হোৱাৰ লগে লগে দেশলৈ আকৌ আগৰ অৱস্থা ঘুৰি আহিব।

প্ৰথমা সংগীতা ঃ এইয়া দেশ-প্ৰধানে সৃষ্টি কৰি লোৱা পৰম্পৰাৰ প্ৰতি থকা বিশ্বাস।

দ্বিতীয়া সংগীতা ঃ এটা কু-সংস্কাৰ।

তৃতীয়া সংগীতা ঃ এটা অন্ধবিশ্বাস।

প্ৰথমা সংগীতা ঃ এতিয়া আমি ঠিক সেই সময়ৰ পৰাই নাটকৰ বাকী ছোৱা আৰম্ভ কৰিম।

কেৰাছ ঃ দেশত বানপানী হৈ গৈছে
দেশ এৰি জনতা আন ঠাইলৈ গুচি গ'ল।
এই সময়তে
ইয়ালৈ এজন আলহী আহিল
সেইজনক বলি দিয়া হ'ব।

**লগে লগে মঞ্চ এন্ধাৰ হ'ব।**
**'সংগীতাত্ৰয়'ৰ প্ৰস্থান। আবহ সংগীত।**
**খন্তেক পাছত - পোহৰ পৰিব কেৱল**
**এজন যুৱকৰ মুখত। যুৱকজন**

**'ভগ্নস্তূপ' দৃশ্যৰ 'বলি'জন। ক্ৰমান্বয়ে সম্পূৰ্ণ মঞ্চ পোহৰ হ'ব। যুৱকজনৰ হাতত এটা কাপোৰৰ টোপোলা। দৃষ্টি অনুসন্ধানি। ভোক-পিয়াহত যুৱকজন ক্লান্ত প্ৰায়। এই দৃশ্যতো যুৱকজনক 'বলি' নামেৰে নামকৰণ কৰা হ'ব।**

বলি : নীৰৱ, নিস্তব্ধ পৰিৱেশ। এজনো মানুহ দেখোন চকুত নপৰে। মানুহবোৰ ক'ত গ'ল? ইমান ধুনিয়া সু-শৃংখলাবদ্ধভাৱে অট্টালিকাবোৰ সজোৱা আছে অথচ এটিও জনপ্ৰাণী নাই। কি আচৰিত! **(বৈ)** বহুত দূৰ বাট খোজ কাঢ়ি আহিছোঁ। ভোকে, পিয়াহে, ভাগৰে ক্লান্ত হৈ পৰিছোঁ। কি কৰোঁ? **(অলপ বৈ চিঞৰে)** মা - - - মা - - - **(চিঞৰৰ প্ৰতিধ্বনি হয়।)** নাই, কোনো প্ৰত্যুত্তৰ নাই। উঃ ভাগৰ লাগি গৈছে। **(ওচৰতে বলি বহা চাঙখন দেখি ভাগৰত ৰব নোৱাৰা হৈ হাতৰ টোপোলাটো তাতে থৈ বহে।)** ঘূৰি যোবাৰো গাত শক্তি নাই। **(বলিশালখন চকুত পৰে)** সেইখন আকৌ কি? **(বলিশালৰ ওচৰলৈ উঠি যায়। বলিশালৰ ওচৰত এটা ঘণ্টা পৰি থকা দেখি হাতত তুলি লয়।)** এইটো দেখোন ঘণ্টা! **(ঘণ্টাটো বজাই চায়। ঘণ্টাৰ শব্দ শুনি খন্তেক পাছত 'সেৱকে' প্ৰৱেশ কৰি ওখ ঠাইডোখৰৰ পৰা ভুমুকি মাৰি চাই প্ৰস্থান কৰে। বলিয়ে সেৱকক নেদেখে।)** কি কৰোঁ? উপায় নোপোৱা হ'লোঁ। **আকৌ ঘূৰি আহি আগৰ দৰে বহে।হাতত ঘণ্টাটো লৈ আছে।)** এই ঘণ্টাটোকে খুব বজাও, কোনোবা আহেই বা?

**খুব জোৰে জোৰে ঘণ্টাটো কেইবাবাৰো বজায়। অলপ সময়ৰ পাছত 'সেৱক' আৰু 'দেশ-প্ৰধানে' প্ৰৱেশ কৰে। তেওঁলোক ওখ ঠাইডোখৰত থাকে। তেওঁলোকক দেখি বলি উঠি দিয়ে।**

প্ৰধান ঃ কোন তুমি? তোমাক কি লাগে?

বলি ঃ প্ৰকৃত পক্ষত মই এইখন দেশৰেই ল'ৰা।

সেৱক ঃ এই দেশৰ! পিছে এতিয়া ক'ৰ পৰা আহিছা?

বলি ঃ মোৰ মা-দেউতা এই দেশৰ। মোৰ জন্মৰ পাছত ঘৰুৱা বিবাদত দেউতাই মোক লৈ আন ঠাইলৈ গুচি গ'ল। মই জনাবুজা হওঁতেই দেউতাৰ মৃত্যু হ'ল। মই অকলশৰীয়া হ'লোঁ। ডাঙৰহৈ গম পালো মা ইয়াত থাকে। সেয়েহে মই মোৰ মাক বিচাৰি আহিছোঁ।

প্ৰধান ঃ তুমি ঘণ্টাটো বজাইছিলা কিয়?

বলি ঃ ইয়াত জনপ্ৰাণী এটাও নেদেখি ঘণ্টাটো তাতে পাই বজাই চাইছিলোঁ, কোনোবা আহে নেকি?

**দেশ-প্ৰধান আৰু সেৱকে পৰস্পৰে পৰস্পৰলৈ চায়।**

সেৱক ঃ পিছে এতিয়া তোমাক কি লাগে?

বলি ঃ বহুত দূৰ বাট খোজ কাঢ়ি মই ভোকে-ভাগৰে ক্লান্ত হৈ পৰিছোঁ। মোৰ পিয়াহ লাগিছে। অলপ পানী লাগে।

প্ৰধান ঃ পানী লাগে!

**প্ৰধান আৰু সেৱকে আকৌ অৰ্থপূৰ্ণভাৱে দৃষ্টি বিনিময় কৰে।**

বলি ঃ এটোপা পানীৰ খুব প্ৰয়োজন অনুভৱ কৰিছোঁ।

সেৱক ঃ সচাঁকৈ তোমাৰ পানীৰ প্ৰয়োজন?

বলি ঃ হয়, সচাঁকৈ।

**আকৌ প্ৰধান আৰু সেৱকে দুয়ো দুয়োকে চায়। প্ৰধানে সেৱকক চকুৰে কিবা এটা ইংগিত দিয়ে।**

প্ৰধান ঃ তেন্তে খন্তেক অপেক্ষা কৰা।

**প্ৰধান আৰু সেৱকৰ প্ৰস্থান। বলি আকৌ চাঙখনত বহে।**

বলি ঃ পানী অলপ খাব পালেই গাত কিছু শক্তি পাম।

**কিছু সময়ৰ পিছত, প্ৰধান আৰু সেৱকৰ প্ৰৱেশ। প্ৰধানৰ হাতত এটা পানীৰ পাত্ৰ।**

প্ৰধান : **(বলিক)** এইয়া পানী।

বলি : দিয়ক।

**বলি পানী খাবৰ বাবে ওচৰলৈ আহে।**

সেৱক : কিহত খাবা?

বলি : ঢালি দিয়ক, হাতৰ কাজলিৰে খাম।

**প্ৰধান আৰু সেৱকে আকৌ আগৰ দৰে দৃষ্টি বিনিময় কৰে।**

প্ৰধান : **(সেৱকক)** দিয়া, পানী ঢালি দিয়া।

**প্ৰধানে পানীৰ পাত্ৰটো সেৱকক দিয়ে। সেৱকে বলিক পানী দিবৰ বাবে আগবাঢ়ে।**

সেৱক : লোৱা, পানী খোৱা।

**সেৱকে বলিক পানী ঢালি দিয়ে। বলি নিৰ্দিষ্ট ওখ ঠাইটুকুৰাৰ তলত থাকিব। সেৱকে ওপৰৰ পৰাই পানী ঢালিব, বলিয়ে তলৰ পৰাই পিয়াহ পলোৱাই পানী খাব।**

বলি : উঃ অলপ শান্তি পাইছোঁ। **(বৈ)** মোৰ বৰ ভাগৰ লাগিছে, মই অলপ এই চাঙখনতেই শুই ভাগৰ জুৰাব পাৰোঁনে?

প্ৰধান : **(আনন্দৰে)** নিশ্চয়, নিশ্চয়— তোমাক শুবৰ বাবে আৰু কিবা সুবিধা কৰি দিব লাগে?

বলি : নাই, প্ৰয়োজন নহ'ব। মোৰ লগতে কাপোৰ আছে।

**বলিয়ে লগত অনা কাপোৰৰ টোপোলাটোৰ পৰা কাপোৰ আদি উলিয়াই চাঙখনত পাৰি শুবাৰ ব্যৱস্থা কৰে।**

বলি : মই তেন্তে জিৰাও ---

সেৱক : অ, জিৰোৱা।

**বলিয়ে চাঙখনতেই শুৱে। অলপ সময়ৰ পাছত ক'ব নোৱাৰাকৈ টোপনি যায়। সেৱক আৰু প্ৰধানে সকলো আলেখ-লেখ চাই থাকে।**

প্ৰধান : **(নিম্ন স্বৰত)** সেৱক, কিবা গম পাইছা?

সেৱক : সকলো মিলি গৈছে প্ৰধান।

প্ৰধান : তাকেইতো ভাবিছোঁ।

সেৱক : ঘণ্টা বজাইছে, পিয়াহ লাগিছে, পানী বিচাৰিছে ---

প্ৰধান : আৰু পানী খাৱৰ বাবে পাত্ৰ নিবিচাৰি হাতৰ কাজলিৰে পানী খালে।

সেৱক : আৰু ভাগৰত জিৰণি ল'বৰ বাবেওতো এই চাঙখনতেই শুব বিচাৰিলে আৰু তাতোতকৈ আচৰিতভাৱে মিলি গৈছে নিজৰ শুৱাৰ ব্যৱস্থাটো নিজেই কৰি লোৱাৰ লগত।

প্ৰধান : তেতিয়াহ'লে এইজনেই আমাৰ আলহী ৰূপী বলি সজাব পাৰোঁ- তাত কাৰো সন্দেহ থাকিব নোৱাৰে।

সেৱক : ময়ো তাকেহে ভাবোঁ।

প্ৰধান : যোৱাচোন, চাই আহা তেওঁৰ টোপনি গ'লনে নাই?

**সেৱকে হাতৰ পানীৰ পাত্ৰটো একাষে থৈ নিৰ্দিষ্ট ওখ ঠাইডোখৰৰ পৰা তললৈ নামি বলিৰ ওচৰলৈ যায় টোপনি যোৱাৰ উমান ল'বলৈ।**

সেৱক : টোপনি গ'ল প্ৰধান।

প্ৰধান : তেতিয়াহ'লে সকলো আয়োজন আৰম্ভ কৰা, ওচৰে পাঁজৰে থকা মানুহবোৰ মাতিব লাগে।

সেৱক : যিবা আদেশ প্ৰধান।

প্ৰধান : মই ভিতৰলৈ গৈ আমাৰ সকলোকে এই শুভ সংবাদটি দিওঁগৈ আৰু ঘাতকক পঠাই দিম, তুমি তৎপৰতাৰ ত্ৰুটি নকৰিবা।

সেৱক : সেয়ে হ'ব প্ৰধান।

**প্ৰধানৰ প্ৰস্থান। সেৱক বলিৰ কাপোৰ- কানি ঠিক কৰি দিয়ে। বলিয়ে টোপনিত একো কব নোৱাৰে। খন্তেক পিছত 'কন্যা-প্ৰধান' উধাতু খাই প্ৰৱেশ কৰে। নেপথ্যৰ পৰাই কন্যা প্ৰধানে সংলাপ কৈ কৈ আহিব। কন্যা প্ৰধানো নিৰ্দিষ্ট ওখ ঠাইডোখৰত ৰ'ব।**

কন্যা : ক'তা? ক'তা সেৱক? ক'তা?

সেৱক : আদেশ কৰক কন্যা প্ৰধান।

কন্যা : আমাৰ আলহী ক'তা?

সেৱক : এইয়া, যথাস্থানত নিদ্ৰা-মগ্ন।

**কন্যা-প্ৰধান ওপৰৰ পৰা তললৈ নামি আহে। শুই থকা বলিক ভালদৰে নিৰীক্ষণ কৰে।**

কন্যা : আই-ঐ দেহি বৰ ধুনীয়া ---

সেৱক : বলি বিলাক নিখুঁত ধুনীয়া হ'ব লাগে।

কন্যা : কিন্তু সেৱক, এইয়াতো বলি নহ'বও পাৰে!

সেৱক : কন্যা-প্ৰধান, আমাৰ কেতিয়াও ভুল নহয়।

কন্যা : তুমি কেনেকৈ জানিলা তোমালোকৰ ভুল নহয় বুলি?

সেৱক : বলিৰ চিনাক্ত কৰণ দেশ-প্ৰধানেই কৰি দিছে।

কন্যা : দেশ প্ৰধানৰেই যে ভুল হোৱা নাই তাৰ কি মানে আছে?

সেৱক : নিশ্চয় ভুল হ'ব নোৱাৰে।

কন্যা : ভুল হ'ব নোৱাৰে! দেশ প্ৰধানক দেৱতা বা ভগৱান বুলি ভাবিছা নেকি?

সেৱক : দেৱতা বা ভগৱান নহ'লেও, তেৰাসৱৰেই অন্য এক প্ৰতিভূ।

কন্যা : সেইয়া তোমালোকৰ সাধাৰণ প্ৰজাক ফাঁকি দিয়াৰ এটা কৌশল মাত্ৰ।

সেৱক : আপুনি এইবোৰ কি কৈছে?

কন্যা : সহ্য হোৱা নাই নহয়? সত্য কথাতো।

সেৱক : কিন্তু কন্যা-প্ৰধান, দেশ প্ৰধানৰ জীয়ৰীৰ মুখত এনে কথাই শোভা নাপায়।

কন্যা : **(কঠোৰভাৱে।)** দেশ- প্ৰধানৰ কন্যাৰ মুখত কি কথাই শোভা পাই, সেই কথা তেওঁৰ কন্যাই ভালদৰে জানে।

সেৱক : শত দোষ মাৰ্জনা কৰিব।

কন্যা : আৰু কি জানা সেৱক, তোমালোকে নিজেই তৈয়াৰী কৰা এইবোৰ ৰীতিৰ, এইবোৰ প্ৰথাৰ মই সম্পূৰ্ণ বিৰোধী।

সেৱক : এইয়াতো আমি তৈয়াৰ কৰা ৰীতি নহয়।

কন্যা : তেন্তে কোনে কৰিছে?

সেৱক : এয়া যুগধৰ্ম। আপোনালোকৰ বংশত পুৰুষে পুৰুষে চলি অহা এক পৰম্পৰা।

কন্যা : এয়া অন্যায়! যুগধৰ্মৰ নামত, বংশৰ পৰম্পৰাৰ নামত কিছুমান নিৰ্দোষী মানুহৰ প্ৰতি এইদৰে সদায় অন্যায় কৰি অহা হৈছে।

সেৱক : কিন্তু কন্যা-প্ৰধান, আপুনি প্ৰতিক্ষণত মনত ৰখা উচিত যে এয়া এগৰাকী দেশ-প্ৰধানৰ কন্যাই কথা কৈ আছে।

কন্যা : মোৰ নিজা অস্তিত্বক মই অনুভৱ কৰিব জানো।

সেৱক : **(ভিতৰলৈ চায়।)** অ' সৌৱা ঘাতকক দেশ প্ৰধানে পঠাই দিছে।

**ভিতৰ ফালৰ পৰা ঘাতকে প্ৰৱেশ কৰে। ঘাতক নিৰ্দিষ্ট ওখ ঠাইডোখৰৰ তলেদি আহিব। ঘাতকজন শকত আৱত বলৱন্ত পুৰুষ। গাৰ বৰণ ক'লা। প্ৰথম দৃষ্টিতে ভয় লগা ধৰণৰ। ঘাতক বোবা আৰু বধিৰ। সকলো কথা ইংগিতেৰে বুজে আৰু আনক বুজায়। ঘাতকে হাতত এটা দবা বা ডাঙৰ টিং জাতীয় বাদ্যলৈ**

**আহে। ঘাতকে দেশ-প্ৰধানে বাদ্যটোৰ সৈতে পঠাই দিয়াৰ ইংগিত দিয়ে আৰু বাদ্যটো বজাই মানুহক 'আলহী' (বলি) অহাৰ জাননি দিবৰ বাবে দেশ-প্ৰধানে দিয়া আদেশৰ কথাও ইংগিতেৰে বুজায়।**

সেৱক ঃ (কন্যা-প্ৰধানক) আলহীয়ে (বলিক দেখুৱায়) কেনেবাকৈ সাৰ পালে, তেওঁ যে এজন বলি সেই কথা যাতে আপোনাৰ মুখৰ পৰা গম নাপায়।

**সেৱকে কন্যা-প্ৰধানক কথা ক'বলৈ সুবিধা নিদিয়ে। ঘাতকক বাদ্যটো বাহিৰলৈ গৈ বজাবলৈ ইংগিত দি প্ৰস্থান কৰে। ঘাতকে অনুকৰণ কৰে। কন্যা- প্ৰধানে সিহঁত যোৱাৰ ফালে চায়। খন্তেক পাছত --- নেপথ্যত বাদ্যৰ শব্দ আৰু মানুহৰ 'আলহী আহিল ঐ ---আহ' বুলি বিভিন্ন কণ্ঠস্বৰ শুনা যায়। কন্যা-প্ৰধান আকৌ বলিৰ কাষলৈ আহে, বলিক শুৱাৰ পৰা জগাই দিব বিচাৰে, এনেতে দেশ-প্ৰধানৰ প্ৰৱেশ।**

প্ৰধান ঃ কন্যা-প্ৰধান!

কন্যা ঃ কিবা ক'ব পিতা?

প্ৰধান ঃ তোমাৰ কাম বিলাক মোৰ সমুলি ভাল নলগা হৈছে। মই অতিষ্ঠ হৈ পৰিছোঁ।

কন্যা ঃ মই কি এনে কাম কৰিছোঁ যাৰ বাবে আপুনি অতিষ্ঠ হৈ পৰিছে?

প্ৰধান ঃ এই যে ওপৰৰ পৰা তললৈ নামি যোৱাটো আৰু এইদৰে সাধাৰণ মানুহৰ লগত মিলা-মিচা কৰাটো, মই এইবোৰ একোৱেই ভাল পোৱা নাই।

কন্যা : দেশ-প্ৰধানৰ জীয়ৰী, কন্যা-প্ৰধান হিচাপে চাঙৰ ওপৰৰ পৰা নামি মাটিৰ মানুহৰ বুজ লোৱাটো আৱশ্যক অনুভৱ কৰিছোঁ। চাঙৰ ওপৰত থকা মানুহ আৰু মাটিত থকা মানুহ যেতিয়া একে মানুহ তেতিয়া সেই মানুহৰ লগত মিলা-মিচা কৰাত আপোনাৰ আপত্তিৰ কাৰণ নেদেখো পিতা।

প্ৰধান : আপত্তি এইবাবেই আছে যে আমাৰ আৰু সিহঁতৰ মাজত যথেষ্ট পাৰ্থক্য আছে।

কন্যা : জানো পিতা, এই পাৰ্থক্য অন্য একো নহয়; আমি দেশ-প্ৰধান, সিহঁত সৰ্বসাধাৰণ - - - এয়াইতো।

প্ৰধান : তুমি বৰ ডাঙৰ ডাঙৰকৈ কথা ক'বলৈ ধৰিছা।

কন্যা : সৰুকৈ কোৱা কথাবোৰতো আপোনালোকে নুশুনে। সেয়েহে - - -

প্ৰধান : মই কি কৈছোঁ? লাহে লাহে কথা কোৱা। আলহী শুইছে টোপনি ভাগি যাব।

কন্যা : মইতো জগাই দিব বিচাৰিছোঁ।

প্ৰধান : তুমি কিয় জগাই দিবা? নিজেই উঠিব।

কন্যা : নহয় পিতা, মইয়ে জগাই দিওঁ। জগাই দিয়াৰ প্ৰয়োজন আছে। ইহঁতৰ এতিয়া শুই থকাৰ সময় নহয়, জাগিবৰ হ'ল। এনেকৈ শুৱাই ৰাখিলে কিমান সময় শুই থাকে ঠিক নাই। মই জগাই দিওঁ - - -

প্ৰধান : কন্যা-প্ৰধান! **(মাতত কঠোৰতা)** মই যি কৈছোঁ তাক কৰা। তাৰ পৰা গুচি আহা।

**আদেশৰ সুৰত কথাখিনি কৈ দেশ-প্ৰধানৰ প্ৰস্থান। কন্যা-প্ৰধান নিৰুপায় হৈ লাহে লাহে নিৰ্দিষ্ট ওখ ঠাইডোখৰত উঠেগৈ। ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হ'ব। আৱহ সংগীত। খন্তেক পাছত মঞ্চ আকৌ ক্ৰমান্বয়ে পোহৰ হ'ব। বলি যথাস্থানত শুই থাকে।**

**কন্যা প্ৰধানে লাহে লাহে প্ৰৱেশ কৰে আৰু ওখ ঠাইডোখৰৰ পৰা তললৈ নামি শুই থকা বলিৰ কাষ চাপে। এনেতে বাহিৰত মানুহৰ কোঢ়াল শুনা যায়। টিং, ঢোল, দবা আদি বজায়।**

**(নেপথ্যত বিভিন্ন কণ্ঠস্বৰ শুনা যায়)**

ওচৰত : আলহী আহিল - - - ঐ - - - আহ

: আলহী আহিল - - - ঐ - - - আহ

দূৰত : আলহী আহিল নেকি - - - ঐ - - - গৈছোঁ

: আলহী আহিল নেকি - - - ঐ - - - গৈছোঁ

**কোলাহল শুনি বলি সাৰ পাই।**

বলি : **(হাঁমিয়াই)** কিমান পৰ শুলো বাৰু!

কন্যা : নিজেই অনুমান কৰা।

**বলিয়ে কন্যা-প্ৰধানৰ উপস্থিতি গম পোৱা নাছিল। হঠাৎ দেখে।**

বলি : কোন তুমি?

কন্যা : দেশ-প্ৰধানৰ জীয়ৰী কন্যা-প্ৰধান।

বলি : মোৰ প্ৰণিপাত জানিব।

কন্যা : তোমাৰ ভাগৰ আঁতৰিল?

বলি : অঁ। বৰ ভাগৰ লাগিছে। ইমান ধুনীয়া পৰিৱেশ। আকাশখন ইমান নীলা, বতাহ ইমান নিৰ্মল। ক'তো যেন দুখ নাই, বেদনা নাই - সকলোতে কেৱল আনন্দ আৰু পৱিত্ৰতা।

কন্যা : **(নিজেই নিজেই)** আনন্দৰ আঁৰত লুকাই থাকে দুখ,বেদনা; পৱিত্ৰতাৰ আঁৰত লুকাই থাকে কলংক।

বলি : তোমাৰ কথা মই বুজা নাই।

কন্যা : হাঁ? অঁ। **(নিজকে সাৱধান কৰি)** নাই, নাই এনেই কথাবোৰ মুখলৈ আহিল।

**কন্যা-প্ৰধানে নিজৰ প্ৰকৃত অৱস্থা লুকুৱাবলৈ চেষ্টা কৰে, কিন্তু নোৱাৰে।**

বলি : তোমাৰ কণ্ঠস্বৰ ভীত, ত্ৰাস্ত, শংকিত যেন অনুমান হৈছে। তুমি ক্লান্ত?

কন্যা : নহয়, তুমি নিজেই ক্লান্ত বাবে তোমাৰ এনে অনুমান হৈছে।

**বাহিৰত আকৌ কোলাহল শুনা যায়। টিং ঢোল, দবা আদি বজোৱাৰ শব্দ শুনা যায়, আগৰ দৰে নেপথ্যত বিভিন্ন কণ্ঠস্বৰত চিঞৰ শুনা যায়।**

নেপথ্যত **ওচৰত** : আলহী আহিল - - - ঐ - - - আহ

: আলহী আহিল - - - ঐ - - - আহ

নেপথ্যত **দূৰত** : আলহী আহিল নেকি - - - ঐ - - - গৈছোঁ

: আলহী আহিল নেকি - - - ঐ - - - গৈছোঁ

বলি : সেইয়া কাৰ কোলাহল?

কন্যা : জনতাৰ।

বলি : কিহৰ কোলাহল?

কন্যা : আনন্দৰ।

বলি : আনন্দ! এৰা ইয়াতেই আনন্দৰ উৎসৱ, জীৱনৰ উৎসৱ বিৰাজমান।

**এনেতে বিপ্লৱৰ প্ৰৱেশ।**

বিপ্লৱ : ইয়াত আনন্দৰ উৎসৱ, জীৱনৰ উৎসৱ নাই বন্ধু। এইয়া বেদনাৰ উৎসৱ, মৃত্যুৰ উৎসৱ।

কন্যা : বিপ্লৱ!

বলি : **(বিপ্লৱক)** তুমি কোন?

বিপ্লৱ : তোমাৰেই এজন বন্ধু।

কন্যা : নাম বিপ্লৱ।

বলি : অকল নামেই বিপ্লৱনে, কামতো বিপ্লৱ?

বিপ্লৱ : তাৰ প্ৰমাণ অৱশ্যে আজি পৰ্যন্ত দিব পৰা নাই। কিন্তু দিয়াৰ সময় বহু পলম হৈ গৈছে আৰু পলম কৰিব নোৱাৰি।

কন্যা : বিপ্লৱ!

বিপ্লৱ : কন্যা-প্ৰধান, এইদৰে আৰু অন্যায় কিমান দিন কৰিবা?

কন্যা : তুমি অবুজন নহ'বা বিপ্লৱ।

বিপ্লৱ : বৈ থকাৰ সকাম নাই কন্যা-প্ৰধান। সকলো গুপুতাৰ্থ বেকত কৰিব লাগে।

কন্যা : সেৱকৰ আদেশ কোনো গুপুতাৰ্থ ব্যক্ত কৰিব নোৱাৰা।

বিপ্লৱ : সেৱক, দেশ-প্ৰধান এই সকলো একো একোটা ষড়যন্ত্ৰ (**সুৰ সলায়**) বন্ধু - - -

কন্যা : বিপ্লৱ, তোমাৰ চেতনা বিলুপ্ত হোৱা নাইতো?

বিপ্লৱ : মোক সচেতন কৰোৱাৰ প্ৰয়োজন নহ'ব কন্যা-প্ৰধান। নিজেই সচেতন হোৱা, প্ৰজাসাধাৰণক সচেতন কৰোৱা। জনতাক সচেতন কৰোৱা।

কন্যা : বিপ্লৱ, তোমাক মই কোনো দিনে, কোনো কথা দুবাৰ কোৱা নাই আৰু আজিও নকওঁ।

বিপ্লৱ : ময়ো প্ৰয়োজন অনুভৱ কৰা নাই।

কন্যা : তেতিয়াহ'লে মই আশা ৰাখিছোঁ তুমি মোৰ কথা ৰাখিবা। এই মুহূৰ্তত কোনো কথাই ব্যক্ত কৰিব নোৱাৰা।

**কন্যা-প্ৰধান আৰু বিপ্লৱৰ বিৰ্তকত বলি অবাক হয়। সিহঁতৰ বিৰ্তকৰ বুজ ল'বলৈ আপ্ৰাণ চেষ্টা কৰে।**

বলি : তোমালোকৰ কথোপকথন মই একোৱেই বুজি পোৱা নাই - -

**এনেতে সেৱকৰ প্ৰবেশ। বলিৰ মুখৰ কথাৰ ওপৰতে সেৱকে কথা কয়।**

সেৱক : এইবোৰ কথা তুমি বুজিব নেলাগে বন্ধু।

বলি : অ' আপুনি!

সেৱক : আলহী বন্ধু, তুমি কিবা অসুবিধা পাইছা?

বলি : নাই, কোনো অসুবিধা পোৱা নাই।

সেৱক : খোৱা-বোৱা নিশ্চয় কৰিবা?

বলি : এৰা, মোৰ খুব ভোক লাগিছে।

সেৱক : লাগিবই, আজি কেইবাসাজো তুমি লঘোনে আছা।

বলি : কেইবাসাজো মানে!

সেৱক : কেইবাদিনো তুমি এই চাঙখনতে শুই আছিলা।

বলি : কেইবাদিনো! ইচ্ ভাগৰত মই একোৱেই ক'ব নোৱাৰোঁ।

বিপ্লৱ : ভাগৰ বেছিকৈ লাগিলেতো বিপদ বন্ধু।

সেৱক : বিপ্লৱ! তুমি সীমাছেৰাই নাযাবা।

কন্যা : তোমাতকৈ (**সেৱকক**) বিপ্লৱৰ সীমা ৰেখাৰ জ্ঞান প্ৰচুৰ।

বিপ্লৱ : আৰু এজন বিপ্লৱক নিৰ্দিষ্ট বৃত্তৰ সীমাৰেখাৰ মাজত আৱদ্ধ কৰি লাভ নাই সেৱক। কাৰণ হাজাৰজন বিপ্লৱে সীমাৰেখা উলঙ্ঘন কৰি আগুৱাই যাব।

কন্যা : আৰু ইয়াকো মনত ৰাখিবা সেৱক, এই উলঙ্ঘনকাৰীক উৎসাহ দিবলৈ কন্যা-প্ৰধানে কুণ্ঠাবোধ নকৰে।

সেৱক : কন্যা-প্ৰধান! (**সুৰ সলায়**) মোৰ সময়ৰ অভাৱ, মই আপোনাৰ কথা শুনিব নোৱাৰাৰ বাবে দুখিত। আলহীক সন্তুষ্ট কৰাৰ দিহা কৰোঁগৈ।

**উপস্থিত কাকো কথা ক'বলৈ সুবিধা নিদি বাহিৰলৈ চাই ঘাতকক আহিবলৈ ইংগিত দিয়ে। ঘাতকৰ প্ৰৱেশ। সেৱকে ঘাতকক, আলহীক ভিতৰলৈ নিবৰ বাবে ইংগিত দিয়ে। ঘাতকে অনুকৰণ কৰে।**

সেৱক : ব'লা আলহী বন্ধু, তোমাৰ খোৱা-বোৱাৰ সকলো আয়োজন কৰি দিওঁগৈ।

বলি : ব'লক, মই বৰ ভোকাতুৰ।

**বলিক মাজত লৈ সেৱক আৰু ঘাতক নিৰ্দিষ্ট ওখ ঠাইডোখৰৰ তলেদি প্ৰস্থান কৰে।**

বিপ্লৱ : এই সেৱকসকলেই এই যুগৰ জনআহুতি যজ্ঞৰ নিৰ্লজ্জ পুৰোহিত। আমাৰ অজানিতে হোৱা ভুলৰ বাবে যদি ইতিহাসে

আমাক কাৰদণ্ডৰ শাস্তি দিয়ে, তেতিয়াহ'লে সিহঁতক জানি-শুনি কৰা ভুলৰ বাবে মৃত্যুদণ্ড দিব।

কন্যা ঃ তোমাৰ বুকুত বিপ্লৱৰ অগ্নিশিখা, চকুত প্ৰত্যয় দৃষ্টি, পদক্ষেপত দৃঢ় সংকল্প। সেয়েহে তুমি ঘৃণে ধৰা পচনশীল সমাজৰ মুধৰ খুটাটো পৰিৱৰ্তন কৰিবলৈ মৃত্যুও কান্ধত লৈ দৌৰিছা।

বিপ্লৱ ঃ কিন্তু মনত ৰাখিবা; মোৰ প্ৰত্যয়, মোৰ সংকল্পৰ পৰা তুমি মোক বিচলিত কৰিব নোৱাৰিবা।

কন্যা ঃ মই কোনো দিনেই তোমাক বিচলিত কৰিবলৈ বিচৰা নাছিলোঁ আৰু এতিয়াও নিবিচাৰোঁ।

বিপ্লৱ ঃ আৰু কৰিব বিচাৰিলেও মই আচৰিত নহওঁ। কাৰণ তুমি সখী হ'লেও, আচলতে তুমি দেশ-প্ৰধানৰ জীয়ৰী কন্যা-প্ৰধান।

কন্যা ঃ তুমি মোক বুজিবলৈ চেষ্টা কৰা বিপ্লৱ। মইও সহ্য কৰিব নোৱাৰোঁ এই দেশৰ জনতাৰ বৰ্তমানৰ দুখ-দুৰ্গতি। দেশ-প্ৰধানৰ জীয়ৰী হ'লেও ময়োতো তোমাৰ দৰে এই নতুন যুগৰ, নতুন তেজৰ, নতুন প্ৰতিনিধি।

বিপ্লৱ ঃ কিন্তু তোমাৰ শৰীৰত দেশ-প্ৰধানৰ তেজ।

কন্যা ঃ বিপ্লৱ, তুমি - - - তুমি - - -

বিপ্লৱ ঃ মিছাই বিলাপ কৰিছা কন্যা-প্ৰধান।

কন্যা ঃ মানে - - -

বিপ্লৱ ঃ চাঙৰ ওপৰত থকা তোমালোকে মাটিৰ মানুহক কি বুজিবা?

কন্যা ঃ সেয়াইতো মোৰ প্ৰতি থকা তোমাৰ অবিশ্বাস।

বিপ্লৱ ঃ তোমাক মই কোনো দিনেই অবিশ্বাস কৰা নাই।

কন্যা ঃ সৰুৰে পৰা একে লগে দুয়ো ডাঙৰ-দীঘল হৈছোঁ, দুয়ো দুয়োৰে সুখ-দুখ, ভাল-বেয়া সদায় হৃদয়সংগম কৰি আহিছোঁ।

বিপ্লৱ ঃ সেইবোৰতো কোনো দিনেই মই অস্বীকাৰ কৰা নাই।

কন্যা ঃ তেতিয়াহ'লে কিয় তুমি কোনো দিনে মোক বুজিবলৈ চেষ্টা নকৰিলা?

বিপ্লৱ ঃ বুজিবলৈ চেষ্টা নকৰা নহয়, কৰোঁ! তোমাক মই যিমানেই বুজিবলৈ চেষ্ট কৰিছোঁ, সিমানেই তুমি মোৰ বাবে জটিল হৈ পৰিছা, সাথৰ হৈ পৰিছা!

লাহে লাহে মঞ্চ এন্ধাৰ হ'ব।

আৱহ সংগীত।

খন্তেক পাছত আকৌ মঞ্চ পোহৰ হ'ব। মঞ্চত থাকিব বিপ্লৱ আৰু কন্যা-প্ৰধান নেপথ্যত কোঢ়াল। বিপ্লৱ আৰু কন্যা প্ৰধানে বাহিৰলৈ চায়।

নেপথ্যত বিভিন্ন কণ্ঠস্বৰ ঃ

ঃ আলহী ক'ত?

ঃ আলহী ক'ত?

ঃ ক'তা?

ঃ ক'তা?

ঃ কোন ফালে?

ঃ কোন ফালে?

কন্যা-প্ৰধান নিৰ্দিষ্ট ওখ ঠাইডোখৰত উঠেগৈ। 'প্ৰজা' আৰু 'পীড়িত' নামৰ দুজন মানুহ বাহিৰৰ ফালৰ পৰা প্ৰৱেশ কৰে। লগত আৰু দুই চাৰিজন অতিৰিক্ত মানুহ। এই অতিৰিক্ত মানুহখিনিৰ পিছফালে আৰু জনতা আছে, এই সকল জনতাৰ একাংশহে সেই পৰিৱেশ সৃষ্টি কৰিব লাগিব। সকলোৱে আহি কন্যা-প্ৰধানক সেৱা জনায়।

পীড়িত আমাৰ দেশৰ আলহী ক'ত?

প্ৰজা কন্যা-প্ৰধান, আমাক এবাৰৰ বাবে আলহীৰ দৰ্শন দিবনে?

লগে লগে আকৌ বিভিন্নজনৰ কণ্ঠত কোঢ়াল।

বিভিন্ন কণ্ঠস্বৰ এৰা, আমাৰ আলহী বা ক'ত?

ক'তনো আলহী?

ঃ আমাক দৰ্শন দিব লাগে।

ঃ আমি চাব বিচাৰিছো।

**ক্ৰমান্বয়ে চিঞৰ-বাখৰ বেছি হয়।**

বিপ্লৱ ঃ **(চিঞৰি)** আপোনালোক অলপ শান্ত হওঁক।

কন্যা ঃ **(চিঞৰি)** আলহীক সকলোকে দেখুৱা হ'ব।

**কোঢ়াল কিছু কমে।**

পীড়িত ঃ এতিয়াহে যদি আমাৰ দেশলৈ আগৰ অৱস্থা ঘূৰি আহে।

প্ৰজা ঃ হে - কৃপাময়! তুমি ওপৰৰ পৰাই আমাৰ সকলো আলেখ-লেখ চাই আছা, নহ'লেনো ঠিক সময়তে আলহীজন আহেনে?

পীড়িত ঃ আলহীৰ গঠনটো বা কেনেকুৱা?

প্ৰজা ঃ অ' হয়তো আকৌ, গঠনটো যদি হুবহু মিলি নাযায়, তেতিয়াহ'লেতো সকলো পণ্ড হ'ব।

বিপ্লৱ ঃ **(মাত ডাঙৰ কৰি।)** কিছুমান অন্ধবিশ্বাসৰ বাবে আপোনালোকে নিজৰ ওপৰত আস্থা হেৰুৱাইছে।

**লগে লগে বিপ্লৱৰ কথাৰ প্ৰতিবাদ কৰি আকৌ চিঞৰ-বাখৰ আৰম্ভ হয়।**

বিভিন্ন কণ্ঠস্বৰত ঃ এয়া অন্ধবিশ্বাস নহয় - - -

ঃ অন্ধবিশ্বাস নহয়।

ঃ এইয়া নিয়তিৰ লিখন - - -

ঃ অঁ, নিয়তিৰ লিখন।

ঃ আমাৰ উপৰি পুৰুষৰ পৰা এই ৰীতি চলি আহিছে।

ঃ অঁ, আহিছেতো - - - চলি আহিছে।

**কোঢ়াল ক্ৰমান্বয়ে বাঢ়ে।**

কন্যা ঃ **(কোঢ়াল কমাবলৈ চেষ্টা কৰি চিঞৰে।)** আপোনালোক শান্ত হওঁক। শান্ত হওঁক।

**কোঢ়াল কিছু কমে।**

প্ৰজা ঃ বাৰু, বাৰু কওঁকচোন কন্যাপ্ৰধান, আলহীৰ গঠনটোৰ কথা।

পীড়িত ঃ আলহীৰ মূৰৰ চুলিবোৰ কেনেকুৱা?

কন্যা ঃ ক'লা।

প্ৰজা : ক'লা! (আনন্দত।)

পীড়িত : চকুৰ দৃষ্টি?

কন্যা : সতেজ।

প্ৰজা : (আনন্দত) সতেজতো! হেঃ হেঃ হেঃ মূৰৰ চুলি ক'লা, চকুৰ দৃষ্টি সতেজ আৰু - - -

পীড়িত : গাৰ ৰং একা?

কন্যা : উজ্জ্বল।

সকলোৱে : (আনন্দত) উজ্জ্বল! হ'ল একেবাৰে মিলি গ'ল।

প্ৰজা : আৰু বৰ্ণনা দিয়াৰ দৰকাৰ নাই।

সকলোৱে : দৰকাৰ নাই, দৰকাৰ নাই।

পীড়িত : এতিয়া খালী আলহীক আমাৰ উপহাৰ আদি দিবৰ বাবে আয়োজন কৰাই ভাল।

প্ৰজা : তাৰ আগতে এবাৰ আলহীক দৰ্শন কৰিবলৈ পালে আৰু ভাল হয়।

**লগে লগে আকৌ কোঢ়াল হয়।**

বিভিন্ন কণ্ঠস্বৰত : অঁতো, দৰ্শন পালে ভাল হয়।

: আমি আলহীক চাব বিচাৰিছো - - -

: আমাক আলহীক লাগে - - -

: আলহীৰ দৰ্শন লাগে - - -

বিপ্লব : (চিঞৰি) আপোনালোকে নুশুনে কিয়? ইমান চিঞৰ-বাখৰখন কৰি কি লাভ হ'ব?

**আকৌ কোঢ়াল।**

বিভিন্ন কণ্ঠস্বৰত : লাভ-লোকচান পাছত হ'ব - - -

: আগতে আমাক আলহীক লাগে - - -

**কোঢ়াল ক্ৰমান্বয়ে বেছি হৈ আহে। বিপ্লৱে কোঢ়াল বন্ধ কৰিবৰ বাবে ব্যৰ্থ চেষ্টা কৰে। এনেতে সেৱক আৰু ঘাতকৰ প্ৰৱেশ। সেৱকে পৰিৱেশৰ বুজ লয়। একোবাৰত সেৱক নিৰ্দিষ্ট ওখ ঠাইটুকুৰাত উঠেগৈ।**

সেৱক ঃ **(গাম্ভীৰ্যপূৰ্ণ কঠোৰ মাতেৰে)** জনতা!

**লগে লগে কোঢ়াল বন্ধ হৈ যায়। কাঁহ পৰি জিন যোৱাৰ দৰে নিস্তব্ধ হৈ পৰে।**

সেৱক ঃ দেশ-প্ৰধানৰ আদেশ! এতিয়া কোনেও আলহীক চাব নোৱাৰে।

**সেৱকৰ কথা শুনি লাহে লাহে আকৌ কোঢ়াল বাঢ়ি যায়।**

বিভিন্ন কণ্ঠস্বৰত ঃ সেইটো কেনেকৈ হ'ব?

ঃ অ' সেইটো কেনেকৈ হ'ব?

ঃ নাই দেশ-প্ৰধানে তেনে আদেশ নিদিয়ে ---

ঃ নাই - নিদিয়ে, নিদিয়ে ---

ঃ আমি সেইটো নামানো - - -

ঃ নাই, নামানো।

ঃ আমাক আলহীক লাগে।

ঃ আলহীক লাগে। আলহীক লাগে।

**কোঢ়াল বঢ়ে।**

সেৱক ঃ **(মাত ডাঙৰ কৰি।)** জনতা! তোমালোকৰ ওচৰত ঘাতক ৰৈ আছে; তোমালোকে চিঞৰ-বাখৰ বন্ধ কৰা, নহ'লে মই এতিয়াই ঘাতকক ইংগিত দিম, সি বল প্ৰয়োগ কৰি তোমালোকৰ চিঞৰ-বাখৰ বন্ধ কৰিব।

**সেৱকে কোঢ়াল বন্ধ হোৱাৰ কোনো আশা নেদেখি ঘাতকক জনতাৰ ওপৰত অত্যাচাৰ কৰিবলৈ ইংগিত দিয়ে। ঘাতকে অনুকৰণ কৰে।**

পীড়িত ঃ হে, হে --- আমাকনো কিহ'লে মাৰিছা?

প্ৰজা ঃ হেৰা ঘাতক মহাশয়, আমি নিৰ্দোষী। মিছাই আমাৰ ওপৰত অত্যাচাৰ নকৰিবা।

**কোঢ়াল বাঢ়ে। চিৎকাৰ, আৰ্তনাদ আদি হয়।**

বিভিন্ন কণ্ঠস্বৰ ঃ ঘাতক, তুমি আমাক কিয় মাৰিছা?

: আই - - - ঔ, মাৰিলে ঐ - - -

: মৰিলোঁ ঐ - - -

: আমাক নামাৰিবা ঐ - - -

: মাৰিলে - - - ঐ - - - মৰিলোঁ - - - ঐ - - -

: আমি নিৰ্দোষী - - - নামাৰিবা - - -

: আই - - - ঐ, খালে ঐ - - -

: আমাকনো আৰু কিমান মাৰিবা ?

: আই - - - ঐ

: মাৰিলে - - - ঐ

: মৰিলোঁ - - - ঐ

: খালে - - - ঐ

বিপ্লৱ : **(কোঢ়াল কৰা মানুহবোৰলৈ চাই চিঞৰি চিঞৰি)** লাভ নাই বন্ধুসকল ! ঘাতক বধিৰ, সি আপোনালোকৰ আৰ্তনাদ নুশুনে। সি কেৱল দেশ-প্ৰধান আৰু সেৱকৰ ইংগিত বুজে।

**কোঢ়াল বাঢ়ি যায়। সকলোৱে আকৌ-'আমাক আলহীক লাগে - - -' 'আলহীৰ দৰ্শন লাগে - - -' 'মাৰিলেও মাৰক, কাটিলেও কাটক - ' আদি চিঞৰ-বাখৰ লগায়। পিছলৈ কাৰো কথা কোনেও নুশুনে।**

সেৱক : **(আদেশৰ সুৰত চিঞৰি)** জনতা ! **(ঘাতকক অত্যাচাৰ বন্ধ কৰিবলৈ ইংগিত দিয়ে। কোঢ়াল কিছু কমে)** তোমালোক বলিয়া হোৱা নাইতো ? শৃংখলা বোলা কথা এযাৰ আছে। যুক্তি বোলা কথা এযাৰ আছে।

**কোঢ়াল একে ধৰণে থাকে।**

বিপ্লৱ : জন-উত্তেজনাই যুক্তি নামানে সেৱক - - -

**লগে লগে দেশ-প্ৰধানৰ প্ৰৱেশ।**

দেশ-প্ৰধান : মানিবলৈ বাধ্য কৰাম।

**লগে লগে কোঢ়াল বন্ধ হয়। পৰিৱেশ মৰিশালিৰ দৰে নিস্তব্ধ হয়। মানুহবিলাকে দেশ-প্ৰধানক সেৱা জনায়।**

প্ৰধান : তোমালেকে নিশ্চয় আলহী অহাৰ বতৰা পাইছা। সকলো ফালৰ পৰা প্ৰমাণ কৰি পোৱা মতে, সেইজন আমাৰ - আলহী।

সেৱক : তেওঁৰ গাৰ গঠন, তেওঁ কৰা কাম, তেওঁ কোৱা কথা এই সকলোৱোৰে প্ৰমাণ কৰে; তেওঁ আলহী আৰু প্ৰতিবাৰে আমি এইবোৰ নমুনাৰ দ্বাৰাই আলহীক চিনাক্তকৰণ কৰোঁ।

প্ৰধান : এইজন আলহীয়েও এই সকলোবোৰ নমুনা আমাক দেখুৱাইছে গতিকে আমি আমাৰ দেশ মাতৃকাৰ মংগলৰ বাবে সেই জনা আলহীক বলি দিব পাৰোঁ।

বিপ্লৱ : দেশ মাতৃকাৰ দোহাই দি কিয় এজন নিৰপৰাধী মানুহক বলি দিব বিচাৰিছে? দেশ মাতৃকাৰ মংগলৰ বাবে বস্তুত নিৰাপত্তা আপোনালোকৰ ওচৰত থকা সত্বেও একো এটাকে নকৰি, এটা অন্ধ-বিশ্বাসৰ আশ্ৰয় লৈ সহজ-সৰল জনতাক ভুৱা দি আহিছে।

সেৱক : বিপ্লৱ! তুমি কাৰ আগত কথা কৈছা জানা?

বিপ্লৱ : জানো বুলি দোহাৰি এই বিপুল জনতাৰ আগত আপোনালোকক লজ্জিত কৰিব বিচৰা নাই।

প্ৰজা : নাপায়, নাপায় বিপ্লৱ - - -

পীড়িত : হাজাৰ হওঁক ডাঙৰ মানুহ - - -

প্ৰজা : অঁ, ডাঙৰ মানুহ - - -

পীড়িত : মুখে মুখে কথা কলে ওপৰৰজনাই সহ্য নকৰে - - -

প্ৰজা : নকৰে-নকৰে, মৰিবলৈ নকৰে।

প্ৰধান : বিপ্লৱ, তুমি বৰ্তমান ক'ত আছা তাক ভালদৰে জানা।

বিপ্লৱ : জানো। আপোনালোকৰ মুষ্টিমেয়ৰ নিৰাপত্তাৰ বাবে ৰখা চাঙৰ তলত আৰু দেশৰ হাজাৰ হাজাৰ দৰিদ্ৰ জনতাই নিজৰ একমাত্ৰ নিৰাপত্তা বুলি ভবা এই পৃথিৱীৰ মাটিৰ ওপৰত মই থিয় দি আছোঁ।

পীড়িত : এ, এ, বেছি কথা কৈছা; বেছি কথা কৈছা - - -

প্ৰজা : এৰাতো - - - এৰা।

কন্যা : থিকেই কৈছে জনতা, বিপ্লৱে থিকেই কৈছে। তোমালোকে বিপ্লৱক বুজিবলৈ চেষ্টা কৰা।

প্ৰধান : কন্যা-প্ৰধান!

কন্যা : মোৰ মুখ বন্ধ কৰি লাভ নাই পিতা, আজি এই দেশৰ হাজাৰ হাজাৰ দৰিদ্ৰ কন্যা ওলাই আহিব বিপ্লৱক সহযোগিতা কৰিবলৈ।

বিপ্লৱ : আপোনালোকৰ গাফিলতিত দিনে দিনে বাঢ়ি অহা এই দৰিদ্ৰতাই, আপোনালোকৰ সেই নিৰাপত্তাৰ চাং সোলোক-ধোলোক কৰাব ধৰিছে।

কন্যা : আৰু পিতা, এদিন ভয়ংকৰ দৰিদ্ৰতাই আমাক চাঙৰ পৰা মাটিত পেলাই দিব। তাৰ আগতে নিজেই নিজেই চাঙৰ পৰা মাটিলৈ নামিবলৈ চেষ্টা কৰা পিতা।

পীড়িত : এ, নীতি-নিয়মৰ বাহিৰলৈ যাব নাপায় - - -

প্ৰজা : নাপায়, একেবাৰে অন্যায় - - -

**কন্যা প্ৰধানৰ কথাৰ প্ৰতিবাদ কৰি, জনতাৰ কোঢ়াল।**

বিভিন্ন কণ্ঠস্বৰত : দেশৰ নীতি-নিয়মৰ বাহিৰলৈ যোৱাটো ভাল হোৱা নাই।

: দেশ-প্ৰধানৰ কন্যা হ'লে কি হ'ল?

: দেশৰ যি নিয়ম-নিয়ম। তাত আকৌ ডাঙৰ সৰুৰ কি কথা আছে - - -

**কোঢ়াল ক্ৰমান্বয়ে বাঢ়ে।**

প্ৰধান : **(কঠোৰ হৈ)** জনতা! **(লগে লগে কোঢ়াল বন্ধ হয়।)** শুনা, তোমালোক যোৱা, ইতিমধ্যে বলিৰ বাবে আয়োজন প্ৰায় সম্পূৰ্ণ হৈ গৈছে। তোমালোকে নিশ্চয় দেশ-মাতৃকাৰ অমংগল নিবিচাৰা।

বিভিন্ন কণ্ঠস্বৰত : নাই নাই নিবিচাৰোঁ।

: দেশ মাতৃকাৰ অমংগল হ'ব নিদিও - - -

: দেশ দ্ৰোহীক শাস্তি দিব লাগে - - -

প্ৰধান : বলিক, বলিশাললৈ অনা হ'ব। তোমালোক যোৱা বলিৰ সন্মুখত অৰ্পণ কৰিবৰ বাবে বয়-বস্তু আনাগৈ।

**পীড়িত, প্ৰজাক আদি কৰি সকলো মানুহ দেশ-প্ৰধানক সেৱা কৰি প্ৰস্থান কৰে।**

কন্যা : শুনা জনতা - - -

প্ৰধান : **(খণ্ডত)** কন্যা-প্ৰধান!

কন্যা : পিতা।

প্ৰধান : মই দেশ প্ৰধান হিচাপে নহয়, তোমাৰ পিতাৰাৰ হিচাপে কৈছোঁ তুমি মোৰ অবাধ্য নহ'বা।

কন্যা : কিন্তু পিতা - - -

প্ৰধান : **(গাম্ভীৰ্যপূৰ্ণ স্বৰে।)** যা, ভিতৰলৈ যা।

**নিৰুপায় হৈ কন্যা-প্ৰধানে বিপ্লৱলৈ চাই চাই প্ৰস্থান কৰে। লাহে লাহে মঞ্চ এন্ধাৰ হ'ব। আৱহ সংগীত। খন্তেক পাছত আকৌ ক্ৰমান্বয়ে পোহৰ হয়। মঞ্চত দেশ-প্ৰধান, সেৱক আৰু বিপ্লৱ থাকে।**

প্ৰধান : বিপ্লৱ, তুমি মোৰ কন্যাৰ ল'ৰালিৰ বন্ধু; গতিকে মই তোমাক মৰম কৰোঁ।

বিপ্লৱ : সেই বাবেই মইও আপোনাক শ্ৰদ্ধা কৰোঁ।

সেৱক : আৰু ইয়াকো জানা যে দেশ প্ৰধানে ইচ্ছা কৰিলে - - -

বিপ্লৱ : শাস্তি দিব পাৰে।

সেৱক : অকল শাস্তিয়েই নহয়।

বিপ্লৱ : মৃত্যু দণ্ড দিব পাৰে।

প্ৰধান : নহয়, কন্যা প্ৰধানক তোমাৰ ওচৰৰ পৰা বিচ্ছেদ কৰোৱাবলৈ বাধ্য হ'ম।

বিপ্লৱ : এইয়াও আপোনালোকৰ এক ষড়যন্ত্ৰ। আপোনালোকৰ চতুৰালিত মই ভুল নাযাওঁ দেশ-প্ৰধান। কন্যা প্ৰধানৰ কাৰণে

মই মোৰ বিবেকক কেতিয়াও বেচিব নোৱাৰোঁ। কন্যা-প্ৰধানক মোৰ সংস্পৰ্শলৈ আহিব নিদিয়াৰ ভয় দেখুৱাই আপোনালোকে মোৰ মুখ বন্ধ কৰি ৰাখিব নোৱাৰে; মোৰ কৰ্তব্য ৰুদ্ধ কৰিব নোৱাৰে।

সেৱক : **(খঙত)** বিপ্লৱ! দিনে দিনে তোমাৰ মইমতালি বাঢ়ি যাব ধৰিছে।

বিপ্লৱ : মোৰ নহয় সেৱক, নিৰ্দোষী প্ৰজাক ভুৱা দি অত্যাচাৰ কৰি আপোনালোকৰহে দিনে দিনে মইমতালি বাঢ়ি গৈছে। এবাৰ মানুহৰ তেজৰ সোৱাদ পোৱা বাঘৰ দৰে আপোনালোকে দিনে দিনে প্ৰজাক শোষণ কৰি আহিছে।

প্ৰধান, সেৱক : **(একে লগে গৰজি উঠে।)** বিপ্লৱ!

বিপ্লৱ : গৰ্জন কৰিছে কিয়? ঘাতক বৈ আছে, আপোনালোকৰ এটি ইংগিততে ঘাতকে মোক শেষ কৰি দিব পাৰে।

প্ৰধান : ইমান সহজতে তোমাক শেষ কৰি দিয়া নহয়।

বিপ্লৱ : কিন্তু জানি থওঁক, আপোনালোকৰ এই গৰ্জন পিঞ্জৰাৱদ্ধ বাঘৰ গৰ্জনলৈ ৰূপান্তৰিত হ'ব ধৰিছে।

সেৱক : **(খঙত)** আদেশ কৰক দেশ-প্ৰধান, ইয়াক শেষ কৰি দিওঁ।

প্ৰধান : নাই; নালাগে।

বিপ্লৱ : এই দয়াৰ আকৌ কাৰণ কি?

প্ৰধান : দয়া নহয়, মৃত্যু দণ্ডই তোমাৰ উপযুক্ত শাস্তি নহয়। তোমাৰ কেঁচা মাংস শিয়ালৰ মুখত, শগুণৰ ঠোঁটত দি তিল-তিলকৈ মৰণৰ মুখলৈ থেলি পঠাম।

বিপ্লৱ : বাচ। ইমানেইতো? তাতোতকৈ আৰু কি কৰিব পাৰে?

সেৱক : কি কৰিব নোৱাৰোঁ? (খঙত হিতাহিত জ্ঞান হেৰোৱাই) ইচ্ছা কৰিলেই কৃত্ৰিম সূৰ্য বনাই গোটেইখন পুৰি চাৰখাৰ কৰি দিব পাৰোঁ। সৰগৰ দেৱতাই পান কৰা অমৃত তৈয়াৰ কৰি অমৰ হ'ব পাৰোঁ।

বিপ্লৱ : আপোনালোকে সূৰ্য বনোৱাৰ কল্পনা কৰিছে, অথচ আপোনালোকৰ দেশৰ মাটিত এতিয়াও অৰণ্যৰ এন্ধাৰ বিৰাজমান। আপোনলোকে সৰগৰ অমৃত সৃষ্টি কৰি অমৰ হোৱাৰ চিন্তা কৰিছে অথচ আপোনালোকৰ দেশতেই প্ৰতি দিনে মৃত্যু কোলাহলৰ বিৰাম নাই।

**লগে লগে মঞ্চ এন্ধাৰ হ'ব। পট পৰিব। এই খিনিতে ইচ্ছা কৰিলে জিৰণি দিব পাৰে।**

**ক্ৰমান্বয়ে মঞ্চত 'সংগীতাত্ৰয়'ৰ মুখত কেৱল পোহৰ পৰিব। দৃশ্য 'পৰিচিত অংশ'ৰ দৰেই হ'ব।**

কোৰাছ : নিলাজ মানুহৰ দেশত নৰবলিৰ সম্পূৰ্ণ আয়োজন হৈ গ'ল।
এটা অন্ধ বিশ্বাসক আশ্ৰয় কৰি,
এই দেশৰ দেশ প্ৰধানে জনতাৰ ওপৰত পীড়ণ কৰি আহিছে।
দেশতেই দেশৰ মানুহ আলহী হৈছে
আৰু নিয়তিৰ অভিশাপ বুলি
ক্ৰমান্বয়ে মানুহৰ বলি হ'ব ধৰিছে।

প্ৰথমা সংগীতা : সমাজৰ বিভিন্ন দিশত আজি
বিশৃংখলাৰ সৃষ্টি হৈছে - - -

দ্বিতীয়া সংগীত : এফালে বিত্তশীল, ধনবানলোক
আনফালে বিত্তহীন দৰিদ্ৰ মানুহ - - -

তৃতীয়া সংগীতা : মাজতে শ্ৰেণী-দ্বন্দৰ ভয়াবহ সম্ভাৱনা।

প্ৰথমা সংগীতা : প্ৰচলিত সমাজ ব্যৱস্থাৰ প্ৰচণ্ড ভাঙোনে ধৰিছে।

দ্বিতীয়া সংগীতা : বিপুল সংখ্যক মানুহ আজি হতাশাত জৰ্জৰিত।

তৃতীয়া সংগীতা : এই দেশৰ জনতাই,
প্ৰচলিত ৰীতিৰ প্ৰতি অবিচল হৈ থাকিব পৰা নাই।

প্ৰথমা সংগীতা : যৌৱন আজি নীতি বিৰোধী,
ক্ৰুদ্ধ, ক্ষুদ্ধ
আৰু পুৰণি সমাজ ভাঙৰ নিচাত উন্মুখ।

দ্বিতীয়া সংগীতা : সেয়েহে আজি দেশ-প্ৰধানৰ
নিৰাপত্তাৰ চাঙখন কঁপিব লাগিছে।

তৃতীয়া সংগীতা : আনহাতে একশ্ৰেণী সুবিধাবাদী, স্বাৰ্থপৰ মানুহৰ ছলাহিত জনতা আজি বিব্ৰত।

প্ৰথমা সংগীতা : সেই বাবেই দেশ-প্ৰধান
নিজৰ মতত অচল অটল।

কোৰাছ ঃ দেশত হোৱা প্ৰতিবাদ,
বিদ্ৰোহ,
বিপ্লৱ
কি দৰে দমন কৰিব লাগে
সেইয়া দেশ-প্ৰধানে জানে।
কাৰণ সুবিধাবাদী পক্ষ তেওঁৰ হাতত।
সেয়েহে তেওঁ ভাবে - - -
এইদৰে বহুতে বহুত প্ৰতিবাদ ঘোষণা কৰে,
কিন্তু শেষ পৰ্যন্ত সকলোৱেই
কালৰ পাতত স্বাক্ষৰ দিব লগা হয়।

**ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হ'ব। সংগীত। খন্তেক পাছত মঞ্চ আকৌ ক্ৰমান্বয়ে পোহৰ হ'ব। মঞ্চত থাকিব বিপ্লৱ আৰু কন্যা-প্ৰধান।**

বিপ্লৱ ঃ কন্যা-প্ৰধান।

কন্যা ঃ কোৱা বিপ্লৱ।

বিপ্লৱ ঃ আমি হ'লো দুডাল সামান্তৰাল সৰল ৰেখা। দুয়োৰে দুটা নিজ নিজ গতি আছে। এই দুই ৰেখাৰ মিলন কেতিয়াও সম্ভৱ নহয়।

কন্যা ঃ অসম্ভৱ একোৱে নাই বিপ্লৱ। কোনোবা অসীমত এই দুডাল ৰেখাৰ নিশ্চয় মিলন হোৱা দেখা যায়।

বিপ্লৱ ঃ হ'লেও ই দূৰৰ পৰা দেখাতহে। যিমান ওচৰলৈ যোৱা যায় সিমানে ই পৃথক হৈ গৈ থাকে।

কন্যা ঃ তেন্তে আমাৰ মিলনৰ জানো কোনো উপাই নাই বিপ্লৱ?

বিপ্লৱ ঃ যদি মই দেশৰ জনতাৰ পৰা ফালৰি কাটি, দেশ-প্ৰধানৰ পথ লওঁ, তেন্তে হয়তো আমাৰ মিলন সম্ভৱ আছিল।

কন্যা ঃ সেইটো মই তোমাক কেতিয়াও কৰিবলৈ দিব নোৱাৰোঁ।

বিপ্লৱ ঃ ময়ো কেতিয়াও নকৰোঁ। নিজৰ ক্ষুদ্ৰ স্বাৰ্থৰ বাবে দেশৰ বৃহত্তৰ স্বাৰ্থ ত্যাগ কৰি, মই মোৰ বিবেকক হত্যা কৰিব নোৱাৰোঁ।

কন্যা ঃ মই জানো তোমাৰ সহায় হ'ব নোৱাৰো বিপ্লৱ?

বিপ্লৱ : তোমাক জনতাই বিশ্বাস কৰিবলৈ টান পাব কন্যা প্ৰধান।

কন্যা : মোক কিয় বিশ্বাস কৰিব নোৱাৰে?

বিপ্লৱ : তোমাৰ শৰীৰত শোষণকাৰীৰ তেজ আছে। শোষিত জনতাই শোষণকাৰীক কোনো দিনাই ক্ষমা কৰিব নোৱাৰে।

কন্যা : মই ৰাজ অট্টালিকা এৰি জনতাৰ মাজলৈ গুচি আহিম।

বিপ্লৱ : ইমান সহজ নহয় কন্যা-প্ৰধান। এই পথ খুব কঠিন। ইয়াত ভোগ বিলাসৰ পৰা বঞ্চিত হ'ব লাগে। ই খুব কষ্টকৰ।

কন্যা : মই সকলো কষ্ট স্বীকাৰ কৰিবলৈ প্ৰস্তুত।

বিপ্লৱ : সেয়া তোমাৰ কথা। তুমি যদি সচাঁকৈ নিস্বাৰ্থভাৱে এই পথ ল'ব পাৰা তেন্তে তোমালোকৰ বংশ পৰম্পৰাত সি এক প্ৰত্যাহ্বান হ'ব।

কন্যা : নিস্বাৰ্থভাৱে নোৱাৰাৰ কাৰণ কি হ'ব পাৰে?

বিপ্লৱ : তোমাৰ স্বাৰ্থ, মোক ভালপোৱাৰ। মোক পাবৰ বাবে তুমি আজি সকলো ত্যাগ কৰিব ওলাইছা। সেয়া তোমাৰ গৌণ স্বাৰ্থ। কিন্তু দেশৰ বঞ্চিত জনতাৰ বাবেতো তুমি প্ৰকৃত পক্ষত এই পথ কোনো দিনে ল'ব বিচৰা নাছিলা?

কন্যা : সচাঁকৈ মোৰ স্বাৰ্থ তোমাক পোৱাৰ। কিন্তু জানি থবা, তোমাৰ সান্নিধ্যই মোক এনে এটা ভয়াবহ পথ ল'বলৈ প্ৰেৰণা যোগাইছে।

বিপ্লৱ : তুমি নোৱাৰিবা কন্যা-প্ৰধান। শেষত তুমি, শেষ পথত থমকি ৰ'বা। তাতে মই সম্পূৰ্ণ নিস্বাৰ্থভাৱে এই পথ ল'ব বিচাৰিছোঁ। তুমি মোৰ সহায় হ'লে মই শুদ্ধ হ'ব নোৱাৰিম। মোক ভুল নুবুজিবা কন্যা-প্ৰধান। মই দৰিদ্ৰ, বঞ্চিত, শোষিত জনতাক প্ৰতাৰণা কৰিব নোৱাৰোঁ।

কন্যা : মই তোমাক কোনো দিনেই ভুল বুজা নাই। তুমিহে মোক ভুল বুজিছা।

বিপ্লৱ : কন্যা-প্ৰধান, মই সৰুৰে পৰা পথৰ মানুহ। পথে পথে ঘূৰি ফুৰাই মোৰ কাম। পথেই মোৰ আশ্ৰয়। মোৰ ঘৰ। মই পথৰ পৰা ৰাজ প্ৰসাদৰ চাৰিবেৰৰ মাজলৈ- আৱদ্ধ হ'বলৈ যাব

নোৱাৰো আৰু তুমিও ৰাজ প্ৰসাদৰ চাৰিবেৰৰ মাজৰ পৰা মুকলি আকাশৰ তললৈ - পথলৈ আহি অঘৰী হ'ব নোৱাৰা। সেইবাবেই তুমি মোক মোৰ পথত এৰি দিয়া।

কন্যা : বিপ্লৱ, তোমাক মই কোনো দিনেই তোমাৰ পথৰ পৰা ঘূৰাই আনিব বিচৰা নাই। মই তোমাৰ পথকে অনুসৰণ কৰিব বিচাৰিছোঁ। মই তেমাৰ সংগী হ'ব বিচাৰিছোঁ।

বিপ্লৱ : পথৰ মানুহৰ সংগীৰ অভাৱ নাই কন্যা-প্ৰধান। পথত বহুতক লগ পোৱা যায়। মই মোৰ পথত, মোৰ সংগী বিচাৰি ল'ম।

কন্যা : কিন্তু, মই - - -

বিপ্লৱ : কন্যা-প্ৰধান, মই বৰ্তমান ক্ষণিকৰ অতিথি। আজিৰ বাদে হয়তো কালিলৈ দেশ-প্ৰধানৰ বিদ্ৰোহী হোৱাৰ বাবে, মোক বন্দী কৰি নিব আৰু তাৰ পাছতে মোক হত্যা কৰা হ'ব। কাৰণ মই জানো দেশ-প্ৰধানে মোৰ নিচিনা বিদ্ৰোহীক কেতিয়াও ক্ষমা নকৰে। দেশৰ বাবে এই মৃত্যু মই হাঁহি মুখে গ্ৰহণ কৰিম। মোৰ মৃত্যুত যদি হাজাৰজন যুৱক জাগ্ৰত হৈ উঠে, মোৰ মৃত্যুত বিদ্ৰোহৰ অংকুৰ যদি অংকুৰিত হয় সেয়া মোৰেই সৌভাগ্য।

কন্যা : মই জানো, মোৰ দোষ এয়াই যে মই দেশ-প্ৰধানৰ জীয়ৰী কন্যা-প্ৰধান।

বিপ্লৱ : আৰু মোৰ দোষ হ'ল - মই তোমাক ভাল পোৱাটো। মোক পাৰিলে ক্ষমা কৰিবা কন্যা-প্ৰধান।

কন্যা : বিপ্লৱ, তুমি এইবোৰ কি কৈছা? তোমাক ক্ষমা বিচৰাটো মুঠেই শোভা নাপায়। ক্ষমা বিচাৰিছোঁ মই। তোমাৰ ওচৰত।

বিপ্লৱ : কন্যা-প্ৰধান!

কন্যা : মই জানো বিপ্লৱ, তুমি মোক কোনো দিনে ক্ষমা কৰিব নোৱাৰা। আৰু ময়ো- মোক, তুমি ক্ষমা কৰি দিয়াতো নিবিচাৰোঁ। চিৰজীৱন যাতে মই তোমাৰ ক্ষমাৰ প্ৰাৰ্থী হৈ থাকো সেয়ে মোৰ কামনা। মই আশা কৰিছোঁ বিপ্লৱ তুমি তোমাৰ সিদ্ধান্তত অচল-অটল হৈ থাকা।

বিপ্লৱ : মোৰ নিজৰ ওচৰত ভীষণ বিশ্বাস আছে কন্যা-প্ৰধান।

কন্যা : মই জানো।

বিপ্লৱ : মই জয়ী হ'ম কন্যা-প্ৰধান। আজি নহ'লেও কালিলৈ। এদিন নহয়, এদিন মই জয়ী হ'মেই। মই নোৱাৰিলে মোৰ পিছৰ পুৰুষ, তাৰ পিছৰ পুৰুষে - কোনো এটা পুৰুষৰ জয়ী হ'বই। মই মাত্ৰ আৰম্ভণ। মোৰ পিছত হাজাৰ হাজাৰ দৰিদ্ৰ, বঞ্চিত, পীড়িত প্ৰজাসাধাৰণ থি দি আছে। খুব আশাৰে। মই খুব আশাবাদী। আমাৰ জয় নিশ্চিত। আমি জয়ী হ'ম।

**লাহে লাহে মঞ্চ এন্ধাৰ হ'ব। আৰহ সংগীত। নেপথ্যত দবা, কাঁহ, শংখ আদি বজোৱাৰ শব্দ হয়। এটি মাংগলিক অনুষ্ঠানৰ প্ৰস্তুতিৰ পৰিৱেশ সৃষ্টি হোৱাৰ লগে লগে পৰিৱেশ উৎসৱ মুখৰ হয়।**

**ক্ৰমান্বয়ে মঞ্চ আকৌ পোহৰ হ'ব। মঞ্চত দেখা যাব দেশ-প্ৰধান আৰু সেৱক নিৰ্দিষ্ট ওখ ঠাইডোখৰত বৈ থাকে। পীড়িত, প্ৰজা আদি আন আন মানুহবোৰে আঁঠুলৈ তলৰ পৰা তেওঁলোকক সেৱা কৰি থাকে। ঘাতক মানুহবোৰৰ সন্মুখত ভয়ংকৰ মূৰ্তি ধৰি থিয় দি থাকে।**

পীড়িত : দেশ-প্ৰধান, আমি যি পাৰিছোঁ সকলো যোগাৰ কৰি আনিছোঁ - -

প্ৰজা : দায়-দোষ খেমিব, কোনো বস্তুৱেই ক'তো পাবলৈ নাই, চাৰিওফালে মহামাৰীত মানুহ মৰিব ধৰিছে।

পীড়িত : মানুহে খাদ্য নাপায় অখাদ্য খাবলৈ ধৰিছে।

প্ৰজা : দেশত দুৰ্ভিক্ষই দেখা দিছে।

প্ৰধান : ধৈৰ্য ধৰা, এই মাংগলিক অনুষ্ঠান সমাপ্ত হৈ গ'লেই সকলো ঠিক হৈ যাব।

পীড়িত : আমি তাৰ বাবেই আগ্ৰহেৰে বাট চাই আছোঁ।

| | | |
|---|---|---|
| সেৱক | ঃ | বলিৰে দেশ-মাতৃৰ পূজা কৰা শেষ হ'লেই, দেশ আগৰ অৱস্থালৈ ঘূৰি আহিব। |
| প্ৰজা | ঃ | এৰা, বলি দিয়া হৈ গ'লেই প্ৰজাসাধাৰণৰ মংগল হ'ব। |
| প্ৰধান | ঃ | কিন্তু, তোমালোকে বলিৰ পূজাৰ বাবে যি বস্তু যোগান ধৰিছা সেইয়াতো যথেষ্ট হোৱা নাই আৰু যথেষ্ট নহ'লে আমি বলি দিওঁ কিদৰে? |
| পীড়িত | ঃ | দেশ-প্ৰধান, আমি আৰু ক'ৰ পৰা কি আনিম? |
| প্ৰজা | ঃ | মানুহে শেষ সম্বলকণো বলিৰ পূজাৰ বাবে উছৰ্গা কৰিছে। |
| সেৱক | ঃ | এই কথাই কথা নহয়, তোমালোকে ক'ৰ পৰা কি আনা আনি দিয়া। |
| বিভিন্ন কণ্ঠস্বৰ | ঃ | আমাক আৰু নধৰিব সেৱক। |
| | ঃ | এইবাৰলৈ আমাক ইমানতে দয়া কৰক। |
| সেৱক | ঃ | নাই, আমি কোনো কথাই শুনিব লোৱাৰো। যোৱা। |
| বিভিন্ন কণ্ঠস্বৰ | ঃ | আমিনো এতিয়া ক'ত যাওঁ? কি আনোগৈ? |
| সেৱক | ঃ | তাৰ মানে তোমালোকে মুখৰ কথাত নোযোৱা? সৌৱা ঘাতক ৰৈ আছে দেখা নাই? |
| পীড়িত | ঃ | সেৱক, আমাক আৰু নধৰিব। |
| প্ৰজা | ঃ | আমাক খেমা কৰক। |
| প্ৰধান | ঃ | সেৱক! |
| সেৱক | ঃ | আদেশ কৰক দেশ-প্ৰধান। |
| প্ৰধান | ঃ | ইহঁত এইদৰে নাযায়। ঘাতকক ইংগিত দিয়া, ইহঁতক ইয়াৰ পৰা মাৰি মাৰি খেদাই দিয়ক। |
| সেৱক | ঃ | সেয়ে হ'ব দেশ-প্ৰধন --- |

**সেৱকে মানুহবোৰক তাৰপৰা মাৰি মাৰি খেদাই দিবলৈ ঘাতকক ইংগিত দিয়ে। ঘাতকে অনুকৰণ কৰে।**

| | | |
|---|---|---|
| বিভিন্ন কণ্ঠস্বৰ | ঃ | নামাৰিবি ঐ --- ঘাতক। |
| | ঃ | আই ঔ --- |
| | ঃ | মাৰিলে ঐ --- মৰিলোঁ ঐ --- |

: আই ঔ, হ'ব ঔ ---

: ঘাতক মহাশয়, আমি নিজেই যাম ঐ ---

পীড়িত : হেৰৌ, চিঞৰি লাভ নাই, এইটোৱে কাণেৰে একো নুশুনে---

প্ৰজা : এৰা, মুখেৰেও একো কথা ক'ব নোৱাৰে ---

বিভিন্ন কণ্ঠস্বৰ : এতিয়া আমি নিজেই নিজেই বলি হ'লেহে হ'ব ---

: এৰা অ'- আমিও একো একোটা বলিহে হৈছোঁ ---

**ঘাতকে প্ৰজা আৰু পীড়িতকে আদি কৰি সকলো মানুহক মাৰি মাৰি খেদাই দিয়ে।**

প্ৰধান : সেৱক, বিপ্লৱৰ সকলো ব্যৱস্থা কৰা হ'লনে?

সেৱক : হয় দেশ-প্ৰধান, সকলো ব্যৱস্থা কৰিলোঁ।

প্ৰধান : **(নিজেই নিজেই)** সি জুইৰ লগত ধেমালি কৰিবলৈ আহে!

সেৱক : বিপ্লৱে গোটেই জনতাক বলিয়া কৰি দিছে। জনতাৰ একাংশই বিদ্ৰোহ কৰাৰ পাং পাতিছে।

প্ৰধান : ভয় নাখাবা সেৱক, জনতা এতিয়াও ইমান সচেতন হোৱা নাই; জনতা সচেতন হোৱা হ'লে, তুমি-আমি ইমান সময়ে চাণ্ডত উঠি থাকিব নোৱাৰিলোহেঁতেন। বিপ্লৱ আৰু তাৰ নিচিনা বিদ্ৰোহী জনতাক ধৰি আনি এটাৰ পাছত এটা যি কোনো প্ৰকাৰে কিবা অজুহাত দেখুৱাই বলি দিবলৈ আৰম্ভ কৰি দিয়া, তাৰ পাছত দেখিৱা সকলো গাপ মাৰিব।

সেৱক : জানো দেশ প্ৰধান, এই বুদ্ধিকেতো আমি সচৰাচৰ কামত ব্যৱহাৰ কৰি আহিছোঁ।

**লগে লগে মঞ্চ এন্ধাৰ হ'ব।**

**সংগীত।**

**খন্তেক পাছত আকৌ ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব। মঞ্চত সেৱক আৰু দেশ প্ৰধান থাকিব।**

**পীড়িত আৰু প্ৰজাৰ প্ৰৱেশ।**

পীড়িত প্ৰজাৰ } : **(একেলগে)** দেশ প্ৰধান আমাৰ সেৱা গ্ৰহণ কৰক।

প্ৰধান : তোমালোকক কি লাগে?

সেৱক : বলিৰ পূজাৰ বাবে সকলো বস্তু যোগাৰ কৰিলা?

পীড়িত প্ৰজাৰ } : **(একেলগে)** শত দোষ মৰিষণ কৰিব আমি এটা গোপনীয় সংবাদ লৈহে আহিছোঁ।

প্ৰধান : কোৱা কি সংবাদ।

পীড়িত : বিপ্লৱে - - - বিপ্লৱ - - -

সেৱক : কোনো ভয় নাই। বিপ্লৱে একো কৰিব নোৱাৰে। বিপ্লৱে কি কৰিছে কোৱা।

পীড়িত : বিপ্লৱে জনতাক, দেশ প্ৰধানৰ বিৰোধে যাবলৈ উচতনি দিছে।

প্ৰধান : সেইয়া মই জানো।

প্ৰজা : আমি কিন্তু তাৰ উচতনিত ভুল যোৱা নাই।

পীড়িত : অঁ, আমি কৈ দিছোঁ। আমি আমাৰ মতে চলিম।

সেৱক : তাৰবাবে তোমালোকক উপযুক্ত পুৰস্কাৰ দিয়া হ'ব।

প্ৰজা : বিপ্লৱক শাস্তি দিব লাগে দেশ-প্ৰধান।

প্ৰধান : তাৰ ব্যৱস্থা কৰা হৈছে।

পীড়িত : জনতাৰ ফালৰো বহুতে বিপ্লৱৰ লগ লৈছে। আমি ইমান বুজালোঁ, নাই নামানে। বিপ্লৱৰ কথাই কথা, আমাৰ কথা যেন কথাই নহয়।

প্ৰজা : সিহঁতেও বিপ্লৱৰ লগতে, বিদ্ৰোহ কৰিবলৈ আৰম্ভ কৰি দিছে।

প্ৰধান : বিদ্ৰোহীক কি দৰে দমন কৰিব লাগে সেই কথা মই জানো।

সেৱক : তোমালোকে বিপ্লৱৰ লগ লোৱা বিদ্ৰোহীসকলৰ চিনাক্তকৰণ কৰি দিব পাৰিবা?

পীড়িত প্ৰজাৰ } : **(একেলগে)** পাৰিম, পাৰিম। কিয় নোৱাৰিম?

প্ৰধান : অলপ পাছতেই বিপ্লৱক বন্দী কৰি ইয়ালৈ অনা হ'ব আৰু বন্দী বিপ্লৱৰ শাস্তিৰ সকলো আয়োজন কৰা হৈছে। প্ৰথমে বলি দিয়া কাম সমাপ্ত হৈ যাওঁক। তাৰ পাছত বিপ্লৱৰ দিহা কৰা হ'ব আৰু শেষত বিদ্ৰোহীসকলক এটাৰ পাছত এটাকৈ

এনে শাস্তি দিয়া হ'ব, যাতে কোনো কালে কোনেও এই দেশত বিদ্রোহৰ নাম ল'ব নোৱাৰে। বলি দিয়াতো কি তাতোতকৈ বেছি শাস্তি বিহিম। এনে শাস্তি বিহিম, যি শাস্তিৰ নাম শুনিলে এই দেশৰ আবাল-বৃদ্ধ-বণিতাৰ গাৰ নোম শিয়ৰি যাব।

সেৱক : ঠিকেই কৈছে দেশ-প্ৰধান, ন'হলে সিহঁতৰ দিনক দিনে কোব চৰি যাব। এইদৰে সিহঁতক এৰি দিলে এদিন চল পাই আমাৰ মূৰৰ ওপৰত উঠি নৃত্য দিবলৈ যে আৰম্ভ নকৰিব তাৰ কোনো মানে নাই। সিহঁতে সুবিধা পালে অকল তাকে কৰি নেৰে, আমাক এই নিৰাপত্তাৰ চাণ্ডৰ পৰা খহাই মাটিলৈ গটিয়াই পঠাব।

প্ৰধান : **(প্ৰায় চিঞৰি।)** সেইটো হ'ব দিব নোৱাৰি! সেৱক!

সেৱক : কওক দেশ-প্ৰধান।

প্ৰধান : **(খঙত)** যোৱা, আমাৰ সকলো শক্তি প্ৰয়োগ কৰি হ'লেও বিদ্ৰোহ দমন কৰাৰ ব্যৱস্থা কৰাগৈ।

সেৱক : যিবা আজ্ঞা দেশ-প্ৰধান।

**ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হ'ব। সংগীত। খন্তেক পাছত আকৌ মঞ্চ পোহৰ হ'ব। মঞ্চত থাকিব দেশ-প্ৰধান আৰু সেৱক।**

সেৱক : দেশ-প্ৰধান, বিপ্লৱক বন্দী কৰা হ'ল।

প্ৰধান : উত্তম! বাকী বিদ্ৰোহী, বিপ্লৱীসকলৰ কি ব্যৱস্থা কৰিলা সেৱক?

সেৱক : বিদ্ৰোহীবিলাকৰ পৰস্পৰ মাজত সন্দেহৰ বিজ সিঁচি সিহঁতৰ মাজত দুটা ভাগত বিভাগ কৰাই দিলোঁ।

প্ৰধান : অতি উত্তম!

সেৱক : জনতাৰ একাংশই আমাৰ চক্ৰান্তত ভুলগৈ, বিপ্লৱৰ প্ৰতি আস্থা হেৰুৱাই পেলাইছে। তাতে কন্যা-প্ৰধান আৰু বিপ্লবৰ মাজত থকা সম্বন্ধই আমাৰ চক্ৰান্তৰ জালখন আৰু ডাঙৰকৈ মেলাত সহায় কৰিছে।

প্ৰধান : মই অতি দুখিত সেৱক, মোৰ ছোৱালী হৈ মোৰ বিৰোধে বিদ্ৰোহ কৰিছে? মোৰ তেজত এই বিদ্ৰোহৰ কণিকা ক'ৰ পৰা আহিল

ক'ব নোৱাৰো। মোৰ তেজে মোক বিশ্বাসঘাটকতা কৰে। মই সহ্য কৰিব নোৱাৰোঁ সেৱক। কন্যা-প্ৰধানক, বিপ্লৱ আৰু বিদ্ৰোহীসকলৰ লগতে বলি দিবলৈ মন যায়। কিন্তু নোৱাৰোঁ। তাই যে মোৰ নিজৰ ছোৱালী। তাইক বলি দিয়া মই নিজে চাব নোৱাৰোঁ। মোৰ তেজ মূৰে ধৰিব। কাৰণ সেইয়া যে মোৰ নিজৰ তেজ।

সেৱক : আক্ষেপ কৰাৰ কোনো কাৰণ নাই দেশ-প্ৰধান, এয়া যি হৈছে আমাৰ ভালৰ বাবেই হৈছে। কন্যা-প্ৰধান বিদ্ৰোহীৰ লগ লোৱাৰ বাবে সহজ-সৰল জনতাক ভুৱা দিবলৈ বেছি সহজ হৈ পৰিছে, সিহঁতৰ মাজত বিপ্লৱ আমাৰ পক্ষৰ মানুহ, এই বিদ্ৰাহ - বিপ্লৱৰ চালনা মাত্ৰ - এই ধাৰণা সোমোৱাই দিয়া হৈছে।

প্ৰধান : কিন্তু মোৰ ধাৰণা হৈছে, কন্যা-প্ৰধানে শেষত মোৰ কথা শুনিবলৈ বাধ্য।

সেৱক : সেই বিশ্বাস মোৰো আছে। হাজাৰ হওক কন্যা-প্ৰধানৰ শৰীৰত আপোনাৰ তেজ বিদ্যমান। মাত্ৰ বিপ্লৱৰ লগ হৈয়ে সকলো খেলি-মেলি কৰিছে।

প্ৰধান : বিপ্লৱ! সি বিদ্ৰোহ কৰে! তাক মই বৰ মৰম কৰিছিলোঁ। সি কিন্তু সীমা ছেৰাই গ'ল। সি মোক ইমান বিশ্বাসঘাটকতা কৰিব বুলি মই ভবাই নাছিলোঁ। উঃ কি বিশ্বাসঘাটকতা!

সেৱক : আপুনি চিন্তা নকৰিব দেশ-প্ৰধান। এই বিশ্বাসঘাটকতাৰ উপযুক্ত প্ৰতিফল সি পাব। তাৰ ফলীয়া সকলোকে বন্দী কৰাৰ ব্যৱস্থা কৰা হৈছে। সিহঁতৰো উপযুক্ত শাস্তিৰ ব্যৱস্থা কৰা হৈছে।

প্ৰধান : বিপ্লৱ আৰু তেওঁৰ সহযোগীসকলক যে শাস্তি দিয়া হ'ব, সেই কথা যাতে আমাৰ ফলীয়া জনতাই ঘুণাক্ষৰেও গম নাপায়, নহ'লে আৰু ভয়ংকৰ ৰূপত বিদ্ৰোহ হোৱাৰ সম্ভাৱনা।

সেৱক : আপুনি নিচিন্ত হৈ থাকক দেশ-প্ৰধান। আমি যে বিদ্ৰোহীসকলক বন্দী কৰি ৰাখিছো সেই কথা বাকী জনতাই গম নাপায়। ইফালে জনতাক জনাই দিয়া হৈছে, বিদ্ৰোহীসকলো আচলতে বিপ্লৱৰ বিৰুদ্ধে গৈছে। এই কথা যাতে পৰস্পৰে

গম নাপায় তাৰ সুব্যৱস্থা কৰা হৈছে। ইয়াৰ ফলত কোনেও কাৰো কথা গম নোপোৱাকে, সকলোৰে অলক্ষিতে বিদ্ৰোহী আৰু বিপ্লৱৰ উপযুক্ত শাস্তিৰ ব্যৱস্থা কৰা হ'ব। এই সকলোবোৰ চক্ৰান্ত খুব সুন্দৰভাৱে আৰু নিয়াৰিকৈ কৰা হৈছে দেশ-প্ৰধান।

প্ৰধান : তোমাৰ ওপৰত মোৰ ভীষণ বিশ্বাস আছে সেৱক।

**লগে লগে মঞ্চ এন্ধাৰ হ'ব।**

**সংগীত।**

**দবা, কাঁহ, শংখ আদি বজোৱা শব্দ।**

**খন্তেক পাছত আকৌ ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**

**মঞ্চত বলি আৰু কন্যা-প্ৰধান থাকে।**

বলি : কন্যা-প্ৰধান, নিশ্চয় ইয়াত কিবা মাংগলিক অনুষ্ঠানৰ আয়োজন কৰা হৈছে?

কন্যা : হয় আলহী বন্ধু।

বলি : সেই বাবেই পৰিৱেশটো উৎসৱমুখৰ হৈ পৰিছে।

কন্যা : এইখন দেশৰ এয়াই নিয়ম। অলপতে বানপানী হৈ গৈছে, দেশত মহামাৰী হৈছে, দুৰ্ভিক্ষ হৈছে, মানুহে খাবলৈ পোৱা নাই, বেমাৰ-এজাৰ, লঘোনে-ভোকে মানুহ মৰিছে অথচ উৎসৱ পাতিয়েই আছে আৰু এই উৎসবৰ বাবে উচৰ্গা কৰিব লগাবোৰ উচৰ্গা কৰিয়েই আছে।

বলি : মানুহবোৰ বৰ সহজ-সৰল।

কন্যা : সহজ-সৰল বাবেইতো এই উৎসৱৰ ব্যৱস্থা।

বলি : মই লক্ষ্য কৰিছোঁ, তুমি যেন এই উৎসৱক আন্তৰিকতাৰে সমৰ্থন কৰিব পৰা নাই।

কন্যা : এনে এক অন্যায় আয়োজনত কোনো সুমস্তিষ্কৰ মানুহৰ আন্তৰিকতা থাকিব নোৱাৰে।

**এনেতে পীড়িত আৰু প্ৰজাকে আদি কৰি কিছুমান মানুহ সোমাই আহে। আটায়ে হাতত ফুলৰ মালা লৈ আনে।**

**সেইবিলাক বলিক পিন্ধাই দিয়ে। বলি আচৰিত হয়। মানুহবিলাকে বলিক কোনো কথা ক'বলৈ সুবিধা নিদিয়ে।**

পীড়িত : আলহী বন্ধু, আমাৰ উপহাৰ গ্ৰহণ কৰক।

সকলোৱে : আমাৰ উপহাৰ গ্ৰহণ কৰক।

বলি : উপহাৰ!

প্ৰজা : নাজানি কিবা দোষ হ'লে আমাক খেমিব।

সকলোৱে : এৰা, এৰা কিবা দোষ হ'লে খেমিব। আমাৰ সেৱা গ্ৰহণ কৰক।

**সকলোৱে ভক্তিৰে বলিক সেৱা কৰে।**

বলি : এইয়া, এইয়া আপোনালোকে কি কৰে?

পীড়িত : এইয়া, আমাৰ আলহীক সম্ভাষণ জনোৱাৰ প্ৰথা।

: হয়, হয় এই প্ৰথামতেই আমি আলহীক সম্ভাষণ জনাই আহিছোঁ!

**বলি নিৰুপায়।**

পীড়িত : **(সুৰ দি)** যি পাইছোঁ আপোনালৈ আগবঢ়াইছোঁ ---

সকলোৱে : **(সুৰ দি)** হয়, হয় আগবঢ়াইছোঁ।

প্ৰজা : **(সুৰ দি)** নোৱাৰাখিনিৰ বাবে যাতে শত দোষ মাৰ্জনা কৰে যেন ---

সকলোৱে : শত দোষ মাৰ্জনা কৰে যেন।

পীড়িত : **(আগৰ দৰে)** হে আলহী বন্ধু, আপোনাৰ ওচৰত কৰযোৰে মিনতি কৰিছোঁ --- এইবাৰ যাতে নদীৰ উত্তৰে থকা আমাৰ মাটিডোখৰত খেতি বাতিৰে উভৈনদী কৰি দিয়াই ---

সকলোৱে : হয়, হয়।

প্ৰজা : **(আগৰ দৰে)** হে আলহী বন্ধু, শত শতবাৰ আপোনাক প্ৰণিপাত জনাইছোঁ, আমাৰ ল'ৰা-ছোৱালী, তিৰি আদিৰ ঘনেপতি হোৱা সেই আপদীয়া বেমাৰবোৰৰ পৰা অচিৰতে নিষ্পতি কৰি দিয়ে যেন ---

সকলোৱে : হে, আমাক কৃপা কৰে যেন।

**আকৌ সকলোৱে বলিক সেৱা কৰে।**

বলি : হ'ব, হ'ব তোমালোকৰ নিশ্চয় মংগল হ'ব। ওপৰৰ নেদেখাজনে নিশ্চয় তোমালোকক কৃপা কৰিব।

সকলোৱে : হওক, হওক। ব'লা ব'লা।

**সকলোৱে সন্তুষ্ট মনেৰে হাঁহি হাঁহি প্ৰস্থান কৰে।**

বলি : কন্যা-প্ৰধান, আচৰিত তোমালোকৰ আলহী সেৱা।

কন্যা : এই দেশৰ সকলো কথাই আচৰিত। পিছত সকলো বুজিবা।

**লগে লগে সেৱক, বিপ্লৱ আৰু ঘাতকৰ প্ৰৱেশ। মাজত বিপ্লৱ, আগত সেৱক আৰু পিছত ঘাতক থাকিব। ঘাতকৰ হাতত এখন ডাঙৰ বলি কটা দা থাকে। বিপ্লৱৰ হাতে, গায়ে, ভৰিয়ে শিকলিৰে বন্ধা।**

বিপ্লৱ : আলহী বন্ধু, তোমাক এবাৰ দেখা কৰিবলৈ আহিলোঁ।

**বিপ্লৱৰ অৱস্থা দেখি বলি আচৰিত হয়।**

বলি : কি হ'ল? এয়া তোমাৰ কি হ'ল? শিকলিৰে যে তোমাক বান্ধি থোৱা হৈছে?

কন্যা : বন্ধু, এয়াও আলহী সেৱা কৰিবলৈ যোৱাৰ পৰিণাম।

বিপ্লৱ : পৰিণাম নহয় কন্যা-প্ৰধান, পুৰস্কাৰ।

বলি : তোমালোকে কি কোৱা, মই একো বুজিব নোৱাৰোঁ।

সেৱক : তুমি বুজিব নেলাগে আলহী বন্ধু। (**সুৰ সলায়।**) বিপ্লৱ, সময় হ'ল ব'লা।

বিপ্লৱ : বন্ধু, শেষবাৰৰ বাবে মোৰ প্ৰণাম গ্ৰহণ কৰিবা। সেৱক, বন্ধুক শেষবাৰৰ বাবে দৰ্শন কৰিবলৈ দিয়াৰ কাৰণে আপোনাৰ শলাগ লৈছোঁ।

কন্যা : সেৱক, বিপ্লৱক কি শাস্তিৰ আদেশ দিয়া হৈছে?

**লগে লগে দেশ-প্ৰধানৰ প্ৰৱেশ।**

প্ৰধান : তোমাৰ জনাৰ দৰকাৰ নাই।

কন্যা : কিয় দৰকাৰ নহ'ব ? মোৰ বন্ধু হিচাপে নিশ্চয় জনাৰ দৰকাৰ। কওক পিতা, বিপ্লৱক কি শাস্তি দিবলৈ আদেশ দিছে ?

প্ৰধান : বিপ্লৱীৰ শাস্তিৰ কথা আনক কোৱা নহয়।

কন্যা : ক'ব লাগিব পিতা, বিপ্লৱক যদি নিৰ্বাসন দিছে, তেন্তে ময়ো নিৰ্বাসিত হ'ম, তেওঁক যদি দ্বীপান্তৰ কৰিছে - - - ময়ো দ্বীপান্তৰিতহ'ম। তেওঁক যদি মৃত্যুদণ্ড দিছে তেন্তে মোকো সেই আজ্ঞাৰ পৰা বিৰত নাৰাখিবা।

বলি : কিন্তু কিয়, বিপ্লৱক এইবিলাক কৰিব লগা হ'ল ?

প্ৰধান : দেশৰ নীতি-নিয়ম নমনাৰ হেতুকে।

বিপ্লৱ : নিয়ম ! প্ৰকাণ্ড এক অনিয়মৰ চূড়াত বহি আছে আপোনালোক নিজেই। অনবৰত নীতি-নিয়মৰ নামত সাধাৰণ দৰিদ্ৰ জনতাৰ লগত আপোনালোকে তামাচা কৰিছে। কিন্তু আপোনালোকে গম পোৱা নাই - এই অনিয়মৰ চূড়াত কিমান জুই জমা হ'ব ধৰিছে। এই জুই- - - শোষিত, বঞ্চিত, দৰিদ্ৰ জনতাৰ বুকুত উমি উমি জ্বলি থকা জুই। এই জুইয়ে অতি শীঘ্ৰে আপোনালোকক পুৰি চাৰ-খাৰ কৰি দিব।

প্ৰধান : **(খঙত)** সেৱক, ইয়াক ইয়াৰ পৰা তৎক্ষণাত লৈ যোৱাৰ ব্যৱস্থা কৰা।

বলি : বন্ধু, কি হ'ল নোকোৱা কিয় ? তোমাৰ এনে অৱস্থা কিয় হ'ল ?

কন্যা : তোমাক বচাবৰ বাবে বিদ্ৰোহ কৰিছিল - - -

প্ৰধান : **(কঠোৰ মাতেৰে)** কন্যা-প্ৰধান !

বলি : **(আচৰিত হৈ)** মোক বচাবৰ বাবে ! মানে ?

বিপ্লৱ : এটা অন্ধ বিশ্বাসত পতিয়ন গৈ ইহঁতে তোমাক বলি দিব বিচাৰিছে।

**বলি আতংকত কঁপি উঠে।**

বলি : কি !

বিপ্লৱ : অঁ, এইটো অন্যায় বুলি প্ৰতিবাদ কৰিছিলোঁ আৰু দেশৰ জনসাধাৰণক এই অন্যায়ৰ বিৰুদ্ধে জাগ্ৰত কৰি তুলিছিলোঁ বাবেই মোৰ আজি এনে অৱস্থা।

বলি : কিন্তু কিয় ? কিয় মোক বলি দিব ? মোৰ দোষ কি ?

কন্যা : তোমাৰ দোষ; তুমি সময়ৰ ঘণ্টা বজাইছিলা, পিয়াহত পানী খাবলৈ বিচাৰিছিলা আৰু বলি বহা আশ্ৰয়ৰ চাওত কেইবাদিনো শুই আছিলা।

বলি : সামান্য এই কাৰণতেই মোক বলি দিয়া হ'ব ?

বিপ্লৱ : বানপানীৰ পাছত আমাৰ এই জনশূন্য অজ্ঞানী দেশলৈ যি প্ৰথমে জ্ঞানৰ পোহৰ মেলিবলৈ আহি এইখিনি কৰ্ম কৰে, তাকে বোলে বলি দিব লাগে। এইয়া হ'ল, এই বৰমূৰীয়া বিষয়াসকলৰ নীতি।

বলি : নাই, নাই, মোৰ বলি হ'ব নোৱাৰে। মই - মই ইয়াৰ পৰা যাওঁগে - - -

সেৱক : তুমি ইয়াৰ পৰা যাব নোৱাৰা। তোমাৰ চাৰিওফালে চোকা পহৰা দিয়া আছে।

বিপ্লৱ : **(ঘাতকক দেখুৱায়।)** এই যে দেখিছা; হাতত চিক্‌চিকাই থকা বলি দিয়া ডাওৰ দাখন লৈ দৈত্যাকৃতি প্ৰকাণ্ড ফেটীসাপৰ দৰে ক'লা মানুহটো, সি বধিৰ, বোবা। সি কেৱল দেশ প্ৰধান, সেৱক আৰু দেশৰ বৰমূৰীয়া বিষয়াসকলৰ চকু-হাতৰ ইংগিতৰ বাহিৰে আন একো বুজি নাপায়। সেইদৰে তাক প্ৰশিক্ষণ দিয়া হৈছে। সিয়েই তোমাক বলি দিব। তাৰ হাতৰ পৰা কোনো বাছি যাব নোৱাৰে।

বলি : অঁ, তাৰ মানে মই বন্দী ! **(কন্যাক উদ্দেশ্য কৰি)** তোমালোকে এজন নিৰ্দোষী মানুহক কি দৰে বলিশাললৈ পঠাই দিব পাৰিছা ? তোমালোকৰ মুখত মাত নাই ? তোমালোকে প্ৰতিবাদ কৰিব নোৱাৰা ? বলিক ৰক্ষা কৰিবৰ বাবে তোমালোকৰ শক্তি নাই ?

কন্যা : **(নিমাত, তললৈ মূৰ কৰে।)**

বিপ্লৱ : **(নিজেই নিজেই)** এৰা ! কি কৰিম বন্ধু ! আমাৰ হাত শিকলিৰে বন্ধা। মাত মাতিব নোৱাৰোঁ, সন্মুখত ঘাতক দণ্ডায়মান।

বলি : কিয় বাকী জনতাৰ বিবেকে প্ৰতিবাদ কৰিব নোৱাৰে ?

বিপ্লৱ : জনতাৰ একাংশৰ মোৰ দৰে একে অৱস্থা। বাকী অংশ **(দেশপ্ৰধানক দেখুৱায়।)** এই সকলৰ চলাহি কথাত আৰু লোভৰ নিচা খাই, নিচা গ্ৰস্ত। অৱশ।

বলি : কিয়, এই দৃশ্য দেখি কোনো কালে কাৰো অন্তৰ কান্দি নুঠে?

কন্যা : কন্দা ইয়াত নিষিদ্ধ! সেয়েহে ইয়াত কোনেও নাকান্দে।

বলি : এজোপা গছৰো বিবেক আছে - সি ফল দিয়ে, ফুল ফুলাই আনক আনন্দ দিয়ে। তাৰ শীতৰ কৰুণতা আছে, সি কান্দে। তাৰ ধৰ্ম্ম আছে, সি ফল-মূল পাত জন্মায় আৰু তোমালোক - - -

বিপ্লৱ : আমি চকৰিৰ দৰে ঘূৰিছোঁ, পুতলাৰ দৰে নাচিছোঁ। প্ৰশ্ন কৰাৰ ৰীতি ইয়াত নাই। উত্তৰ দিয়াৰ অধিকাৰ এই দেশৰ শাসনকৰ্তাই কাঢ়ি লৈছে।

বলি : কিয় জনতাক সাৱধান কৰি দিয়া নাই যে যি পথে সিহঁত যাব লাগিছে, সেইটো জীৱনৰ পথ নহয়। কিয় কৈ নিদিয়া এদিন সকলোৱে নিজৰ অধিকাৰ হেৰুৱাই নিজৰ দেশতেই নিজেই আলহী হ'ব লাগিব। এদিন সকলোৱে বলি হ'ব।

প্ৰধান : সেৱক, ইয়াক **(বিপ্লৱক)** লৈ যোৱা।

**সেৱকে বিপ্লৱক নিব ধৰে।**

বিপ্লৱ : **(বলিক)** যাওঁ বন্ধু! **(দেশপ্ৰধানক।)** শুনক দেশপ্ৰধান, এই দেশৰ জনতা কোনো কালেই সচেতন নোহোৱাকৈ থাকিব বুলি নাভাবিব। সিহঁতে আপোনালোকে কৰা এই নৰবলিৰ তাণ্ডৱলীলা বন্ধ কৰিবই। সিহঁত সচেতন। সিহঁত জাগ্ৰত। আগ্নেয়গিৰিৰ দৰে উদ্‌গীৰণ হৈ উঠিব।

সেৱক : **(কঠোৰ ভাৱে)** ব'লা।

বিপ্লৱ : যাওঁ কন্যা প্ৰধান।

কন্যা : তোমাৰ যদি মৃত্যু হয়, তেতিয়াহ'লে মই আজীৱন তোমাৰ বাবে আকাশলৈ চাই থাকিম, তোমাক উজ্জ্বল নক্ষত্ৰৰূপে দেখিবলৈ। তোমাক পুনৰ সাগৰৰ প্ৰচণ্ড ঢৌৰূপে পাবলৈ সমুদ্ৰ ফালে একেথিৰে চাই থাকিম। তোমাৰ বিপ্লৱী সত্ত্বাক এই ভুৱনৰ হাতে-বাটে বিচাৰি দৃষ্টিপাত কৰিম।

**সেৱকে বিপ্লৱক টানি মঞ্চৰ কাষলৈ লৈ গৈ মঞ্চৰ বাহিৰলৈ ঠেলি পঠায়।**

সেৱক ঃ এই লৈ যা - - -

কন্যা ঃ বিপ্লৱ!

প্ৰধান ঃ কন্যা প্ৰধান, তুমি ওপৰলৈ উঠি আহা।

কন্যা ঃ পিতা - - -

প্ৰধান ঃ ই মোৰ আদেশ। (**কন্যা প্ৰধান যাওঁ নাযাওঁকৈ নিৰ্দিষ্ট ওখ ঠাইডোখৰলৈ আগবাঢ়ে।**) সেৱক, বলিৰ আয়োজন কৰা।

বলি ঃ নাই, নাই, মোক - - - মোক বলি নিদিব, মই নিৰ্দোষী।

**সেৱকৰ ইংগিতত ঘাতকে বলিক টানি বলিশাললৈ লৈ যায়। নেপথ্যত দবা, কাঁহ আদি বাজে।**

বলি ঃ মোক বলি নিদিব। বলি নিদিব - (**সুৰ সলায়**) মই- মই মৰাৰ পাছতো তোমালোকৰ অন্যায় অবিচাৰৰ কথা জগতৰ আগত চিঞৰি চিঞৰি ক'ম-- মই - - -

**লগে লগে আৱহ সংগীতৰ মাত্ৰা বেছি হ'ব। বলিয়ে চিঞৰে। নেপথ্যত মানুহৰ কোলাহল।**

**সেৱকে নিৰ্দিষ্ট ওখ ঠাইডোখৰত উঠেগৈ, কন্যা প্ৰধান ঠিক মাজত থাকে। ঘাতকে বলিক বলিশাললৈ লৈ যায়। আৱহ সংগীতত বলিৰ চিঞৰ শুনা নাযায়। কেৱল আৱহ সংগীত।**

**এইখিনিতে পাৰিলে এটা দেওধনী নাচৰ পৰিকল্পনা কৰিলে ভাল হয়। লাহে লাহে মঞ্চ এন্ধাৰ হ'ব। কেৱল বলিশালৰ ওচৰত বলি আৰু ঘাতকৰ ওপৰত পোহৰ পৰিব। ঘাতকৰ মুখত**

হিংস্রতা ফুটি উঠে। ক্ৰমান্বয়ে পোহৰ অকল ঘাতকৰ মুখত পৰিব। ঘাতকে বলিক বলি দিয়ে। ঘাতকৰ মুখত তেজৰ ছিটিকনি পৰিব। তেজ লগা দাখন দাঙি লৈ ঘাতক কঁপিব। ক্ৰমান্বয়ে নেপথ্যত কৰুণ সংগীত ভাহি আহিব। খন্তেক পাছত মঞ্চ সম্পূৰ্ণ এন্ধাৰ হ'ব।

পুনঃ - যদি দেওধনী নৃত্যৰ পৰিকল্পনা কৰা হয়, তেতিয়াহ'লে বলিক বলি দিয়াৰ লগে লগে দেওধনী নাচনীয়ে শীৰ্ষ বিন্দুত নাচি, একোবাৰত কঁপি কঁপি ঢলি পৰিব। এন্ধাৰ মঞ্চত নাচনীৰ গাটোত পোহৰ থাকিব। অৱশ্যে পৰিচালকৰ নিজস্ব সৃষ্টিশীল দৃষ্টিভংগীৰ ওপৰত সকলো পৰিকল্পনা নিৰ্ভৰ কৰিব।

দ্বিতীয়াংক শেষ

## সামৰণি অংশ ঃ ভগ্নাংশ স্তুপ

**আৱহ সংগীত।**

**মঞ্চত ক্ৰমান্বয়ে এটা খীন পোহৰ কেৱল বলিৰ মুখত পৰিব। দৃশ্য 'প্ৰথমাংক ঃ ভগাংশ স্তুপ'ৰ দৰেই থাকিব।**

বলি ঃ সেয়েহে আজিও মই চিঞৰি আছোঁ।

**লগে লগে মঞ্চত আলোক, জ্যোতি আৰু হৰিণৰ মুখত পোহৰ পৰিব।**

আলোক ঃ এওঁৰ কাহিনীটো বৰ কৰুণ। বৰ অসহ্যকৰ।

জ্যোতি ঃ হো - **(উশাহ লয়।)** কাহিনীটোৱে আমাক যথেষ্ট ভবাই তুলিছে। এওঁলোকৰ ওপৰত ভীষণ অন্যায় কৰা হৈছিল।

বলি ঃ মোৰ বলি হোৱাৰ কাহিনী, তহঁতৰ দৰে সভ্য জগতৰ মানুহক ক'বলৈ মোৰ আত্মা ব্যাকুল হৈ পৰিছিল। হে, সভ্যজগতৰ মানুহ! তহঁতে সেই নিলাজ মানুহৰ দেশৰ আদিমতাৰ কথা আজিৰ পৃথিবীৰ মানুহক ক'বি। সেই ঐতিহ্যৰ লগত বৰ্তমানক ৰিজাই চাবি আৰু দেখিবি সেই একেই একঘেয়ামি, এক শ্ৰেণী মানুহে চাঙৰ ওপৰত উঠি খিতাপ কৰিছে, আন শ্ৰেণীয়ে দৰিদ্ৰতাৰ ভয়াবহ যন্ত্ৰণাত ছট্‌ফটাব লাগিছে। সেই একেদৰেই এতিয়াও এচাম প্ৰতিবাদ বিমুখ, বিপ্লৱৰ হাতত শিকলি, সন্মুখত দা লৈ ঘাতক দণ্ডায়মান। এতিয়াও নিজৰ সৰ্বস্ব, নিজৰ অধিকাৰ হেৰুৱাই, নিজৰ দেশতেই মানুহ আলহী হৈছে। প্ৰকৃতপক্ষত এতিয়াও নৰবলি হৈয়েই আছে। হাজাৰ হাজাৰ বছৰৰ আগৰ সেই অন্ধবিশ্বাস, সেই উৎপীড়ণ, সেই অত্যাচাৰ, সেই শোষণ আজিও এই দেশত বিৰামহীনভাৱে চলি আছে। তহঁতে সেই আদিমতাৰ অটল গহ্বৰৰ পৰা আজিও ওলাই যাব পৰা নাই। **(সুৰ সলায়)** কিন্তু তহঁতে আগুৱাব লাগিব। গহ্বৰৰ এই এন্ধাৰ আঁতৰাব লাগিব। এই চিৰন্তন সত্য জগতৰ মানুহক জানিবলৈ দিব লাগিব।

**শেষৰ ফালৰ সংলাপ দুটামান কৈ কৈ বলি মঞ্চৰ পশ্চাদপটলৈ যায় আৰু বলি আগৰ নৰকংকালৰ অৱস্থা পায়।**

হৰিণ : চ্যাৰ, মানুহজন আকৌ কংকাল হৈ গ'ল।

**নৰকংকালটো লাহে লাহে তললৈ গৈ নাইকিয়া হয়।**

হৰিণ : চ্যাৰ, চ্যাৰ, কংকালটো নাইকিয়া হৈ গ'ল!

**লাহে লাহে জ্বলি থকা চাকিটো তললৈ সোমাই যায়।**

হৰিণ : চ্যাৰ, মাটিৰ চাকিটো ক্ৰমান্বয়ে তললৈ গৈ আছে।

**চাকিৰ পোহৰ নাইকিয়া হোৱাৰ লগে লগে মঞ্চ সম্পূৰ্ণ এন্ধাৰ হ'ব। এন্ধাৰতে জ্যোতি, আলোকহঁতে সংলাপ ক'ব।**

আলোক : জ্যোতি, চাকিৰ পোহৰ নাইকিয়া হৈ গোটেইখন এন্ধাৰ হৈ গ'ল! এতিয়া দেখোন একোৱেই দেখা নাযায়! এন্ধাৰ!

জ্যোতি, হৰিণ : **(একেলগে)** হয় এন্ধাৰ!

জ্যোতি : হৰিণ, লাইট, পোহৰ - পোহৰ দিয়া - - -

: **(একেলগে)** পোহৰ - পোহৰ!

**মঞ্চ এন্ধাৰেই থাকিব। সংলাপ শেষ হোৱাৰ লগে লগে 'সংগীতাত্ৰয়'ৰ মুখত কেৱল পোহৰ পৰিব আৰু সংগীতাই সংলাপ আৰম্ভ কৰিব।**

কোৰছ : পোহৰ!
অভিযানকাৰীসকলে চাৰিওফালে এন্ধাৰ দেখিছে,
সিহঁতক পোহৰ লাগে।
গুহাৰ ভিতৰৰ চিৰন্তন সত্য এটাক
মুকলি পৃথিৱীৰ মানুহক জ্ঞাত কৰিবলৈ
সিহঁতে পোহৰ বিচাৰিছে।

প্ৰথমা সংগীতা ঃ হাজাৰ হাজাৰ বছৰ ধৰি গঢ়ি উঠা সভ্যতা আজি ধ্বংসস্তুপত।

দ্বিতীয়া সংগীতা ঃ তাৰেই পুনৰুদ্ধাৰ কৰিবৰ বাবে, সিহঁতে এন্ধাৰৰ মাজত পোহৰ বিচাৰি সংগ্ৰাম কৰিছে।

তৃতীয়া সংগীতা ঃ অতীত সত্য, যি দৰে নৰবলি প্ৰথা সত্য।

প্ৰথমা সংগীতা ঃ বৰ্ত্তমান অধিকতৰ সত্য, যেনেকৈ দেখি আহিছোঁ - বোবা, বধিৰ ঘাতকৰ অন্ধ অনুকৰণ।

দ্বিতীয়া সংগীতা ঃ দেশ-প্ৰধানৰ শোষণ নীতি, সুবিধাবাদী সেৱকৰ অন্যায়, অত্যাচাৰ।

তৃতীয়া সংগীতা ঃ আৰু কন্যা-প্ৰধানৰ পক্ষ অৱলম্বন।

প্ৰথমা সংগীতা ঃ এতিয়া মাত্ৰ আপোনালোকে, অতীতৰ লগত বৰ্তমানৰ সাদৃশ্য ৰিজনি কৰি চাওঁক।

দ্বিতীয়া সংগীতা ঃ আমি কিমান আগুৱাইছোঁ, কিমান পিছ পৰি আছো অথবা ক'ত ৰৈ আছোঁ, তাৰ বিচাৰ কৰাৰ দায়িত্ব আমি আপোনালোকক দিলোঁ।

তৃতীয়া সংগীতা ঃ আৰু এটা চিৰন্তন সত্যক এন্ধাৰৰ পৰা পোহৰলৈ অনাৰ ভাৰ থাকিলে সেই আলোক সন্ধানী অভিযানকাৰীসকলৰ ওপৰত।

কোৰাছ ঃ সেই সকলে নিশ্চয় এন্ধাৰ বিনাশ কৰিবৰ বাবে
শেষ চেষ্টা কৰিব,
শেষ সংগ্ৰাম কৰিব।
আৰু আমাৰ বিশ্বাস
সিহঁতে চূড়ান্ত ফল পাব।
মৃত্যু আৰু জীৱনৰ সন্ধিক্ষণত থিয় দি
সিহঁতে এটা নতুন পুৱাৰ সম্ভাৱনা দেখিছে।
কাৰণ সিহঁত অপৰাজেয় মানুহৰ
এটা চলমান মিছিল
সিহঁতৰ স্থবিৰতা নাই।

**লাহে লাহে মঞ্চ এন্ধাৰ হ'ব। ইতিমধ্যে সংগীতাত্ৰয়ৰ প্ৰস্থান। লগে লগে মঞ্চত আলোক, জ্যোতি আৰু হৰিণে আকৌ এন্ধাৰত চিএৰে।**

| | | |
|---|---|---|
| আলোক<br>জ্যোতি<br>হৰিণ | ঃ | (একেলগে) পোহৰ! পোহৰ! |

**সম্পূৰ্ণ মঞ্চ এন্ধাৰ, কেৱল আলোক, জ্যোতি আৰু হৰিণৰ মুখত পোহৰ পৰিব। সিহঁতৰ মুখত ভয়ৰ ভাব পৰিলক্ষিত হয়।**

আলোক ঃ মোৰ টৰ্চলাইটৰ বেটাৰি শেষ হ'ল। - হৰিণ, গেছলাইট - - -

হৰিণ ঃ চ্যাৰ, গেছ অন্ত হ'ল।

আলোক, জ্যোতি ঃ (একেলগে) কি!

জ্যোতি ঃ সৰ্বনাশ হ'ল চ্যাৰ, মোৰ ডিয়েচলাইটো ঘামত সেমেকি নজ্বলা হ'ল!

হৰিণ ঃ চ্যাৰ, এন্ধাৰত একো মনিব নোৱাৰি।

আলোক ঃ ক'ত কোন আছা, তাতে থাকা। লৰচৰ নকৰিবা।

জ্যোতি ঃ চ্যাৰ, এন্ধাৰৰ এই চিৰন্তন সত্যক আমি যি কোনো প্ৰকাৰে পোহৰলৈ নিবই লাগিব। মানুহৰ দৃষ্টিগোচৰ কৰিবই লাগিব।

আলোক ঃ নিশ্চয়, নহ'লে আমাৰ উত্তৰ পুৰুষে আমাক ক্ষমা নকৰিব।

জ্যাতি ঃ প্ৰকৃতপক্ষত যে আমি আজিও সেই বহু হাজাৰ বছৰৰ আগতেই স্থবিৰ হৈ আছোঁ। সেই কথা আজিৰ মানুহৰ আগত ব্যক্ত কৰিবই লাগিব।

আলোক ঃ অঁ, আমি এতিয়াও সেই হাজাৰ হাজাৰ বছৰৰ পিছৰ পুৰণি যুগৰেই প্ৰতিনিধিত্ব কৰি আছোঁ।

হৰিণ ঃ চ্যাৰ, আমি এতিয়া মৰণৰ দুৱাৰদলিত বৈ আছোঁ।

আলোক ঃ এই এন্ধাৰ আৰু এই নিশ্চত মৃত্যুৰ পৰা হাত সাৰি আমি বৃহত্তৰ স্বাৰ্থৰ খাতিৰত আত্মৰক্ষা কৰিব লাগিব। কিন্তু মনত ৰাখিবা, সমভাৱে বাচিব লাগিব, এককভাৱে নহয়। আজিৰ এই সৰ্বনাশ এজনৰ বাবে নহয়, সকলোৰে। আমাৰ কেনেবাকৈ ভুল হৈ গ'লেই ভৱিষ্যৎ পুৰুষক জবাবদিহি দিব লাগিব - একেলগে। **আৱহ সংগীত।**

হৰিণ ঃ চ্যাৰ, কিহবাৰ গুম্‌গুমনি ওলাইছে।

| | | |
|---|---|---|
| আলোক<br>জ্যোতি } | ঃ | (একেলগে) এৰা ! |
| হৰিণ | ঃ | চ্যাৰ, কাৰোবাৰ চিঞৰ-বাখৰ নেকি ? |
| জ্যোতি | ঃ | নহয়, আমাৰ মাতৰ গুম্‌গুমনি ! |
| আলোক | ঃ | গুম্‌গুমনিটো কেনেকুৱা, অনুমান কৰিব পাৰিছানে ? |
| জ্যোতি | ঃ | সমুদ্ৰৰ উত্তাৱলৰ দৰে ! |
| আলোক | ঃ | নহয়, তাতোতকৈ ভয়ংকৰ ! |
| হৰিণ | ঃ | তেতিয়াহ'লে বায়ুৰ হোঁ-হোঁৱণিৰ দৰে ! |
| আলোক | ঃ | নহয়, তাতকৈ গভীৰ। |
| জ্যোতি | ঃ | তেতিয়াহ'লে, পৃথিৱীৰ ! |
| আলোক | ঃ | সম্ভৱত সেইটোৱেই। এইয়া যেন পৃথিৱীৰ শেষ প্ৰতিবাদ, এই প্ৰতিবাদে যেন এই এন্ধাৰ গুহাৰ চাৰিবেৰ ভাঙি দিব বিচাৰিছে। |
| জ্যোতি | ঃ | এতিয়া চ্যাৰ, বাহিৰত ৰাতিপুৱাল; মোৰ ৰেডিয়াম ডাইলৰ ঘড়ীৰ পৰা গম পাইছোঁ। |
| হৰিণ | ঃ | তেতিয়াহ'লে পৱন, সুৰেণহঁত আহিছে। সেইয়া সিহঁতৰেই কোঢ়াল। |
| আলোক | ঃ | এতিয়া কি কৰা যায় ? |
| হৰিণ | ঃ | ইয়াৰপৰা চিঞৰোঁ। |
| আলোক | ঃ | লাভ নহ'ব। |
| জ্যোতি | ঃ | হৰিণ - |
| হৰিণ | ঃ | চ্যাৰ। |
| জ্যোতি | ঃ | তোমাৰ ওচৰত ডিনামাইট আছে ? |
| হৰিণ | ঃ | আছে। |
| জ্যোতি | ঃ | যদি আছে ফুটোৱাই দিয়া, গুহা ভাঙি যাব। |
| হৰিণ | ঃ | চ্যাৰ, আমাৰ অৱস্থা কি হ'ব ? আমাৰটো মৃত্যু অনিবাৰ্য। |
| আলোক | ঃ | জ্যোতিয়ে ঠিকেই সিদ্ধান্ত লৈছে। আমাৰ মৃত্যু কোনেও ৰোধ কৰিব নোৱাৰে। পৰিৱৰ্তনৰ বাবে, নতুনৰ বাবে বহুত ত্যাগ কৰিব লাগিব। প্ৰয়োজন হ'লে নিজৰ জীৱন উচৰ্গা কৰিব লাগিব আৰু ইয়াৰ বাবে হয়তো আমাৰেই প্ৰথম মৃত্যু হ'ব। কিন্তু মৰাৰ |

আগে আগে শেষ চেষ্টা কৰিম - আপতত আমি বাচি আছোঁ। আমি এই গুহাৰ এন্ধাৰৰ আঁৰত লুকাই থকা সত্যক, মানুহক জানিব দিব লাগিব। এইয়া অকল আজিৰ বাবে নহয়। কালিৰ বাবে, পৰহিৰ বাবে। তাৰ পিছৰ দিনৰ বাবে।

জ্যোতি ঃ তেতিয়াহ'লে চ্যাৰ, এই মুহূৰ্তৰ পৰা আমি কিছু সময় অপেক্ষা কৰোঁ। ৰাতিপুৱাল যেতিয়া সিহঁত ওলাবহি পাৰে আৰু যদি আহি নাপায়, তেতিয়াহ'লে ডিনামাইট দি এই গুহাৰ এন্ধাৰক উৰোৱাই দিম।

আলোক ঃ সেয়াই হওঁক, চবৰে ঘড়ী কাণত দি সময়ৰ অনুমান কৰা। কোনেও এখোজো ইফালে সিফালে নকৰিবা যদি আৱশ্যক হয়,এই গুহাৰ ভিতৰৰ গুম্‌গুমনিৰ লগত ডিনামাইটৰ বিষ্ফোৰণৰ শব্দৰে আমি শেষ আৰু চূড়ান্ত প্ৰতিবাদ কৰিম।

**লগে লগে মঞ্চ এন্ধাৰ হ'ব।**

**যৱনিকা**

প্ৰথম অভিনয় ঃ

১৪ আৰু ১৫ জুন ১৯৭৫ চন

নৱাৰুণ শিল্পী সংঘ ঃ লখিমপুৰ

অভিনয়ত ঃ

| | |
|---|---|
| প্ৰীতম | ঃ নাজিম আহমেদ |
| বিজন | ঃ নিত্যানন্দ হাজৰিকা |
| হাৰুণ | ঃ ৰঞ্জিত বৰুৱা |
| উত্তম | ঃ ভুৱন দত্ত |
| ঝৰ্ণালী | ঃ লীলাৱতী মজুমদাৰ |
| মদন | ঃ বিনোদ চন্দ্ৰ কলিতা |
| বৰ্ণালী | ঃ ৰুণা বৰুৱা |
| গৌতম | ঃ ভৱানী কুমাৰ ভূএগ |
| ব্যৱস্থাপনা | ঃ আবুল কাছেম, যুগল দাস |
| মঞ্চ-সজ্জা | ঃ প্ৰফুল্ল কুমাৰ বৰুৱা, উমেশ দাস |
| পোহৰ নিয়ন্ত্ৰণ | ঃ প্ৰিয়ব্ৰত লহকৰ, জয়নত আহমেদ |

সংগীত পৰিচালনা

আৰু শব্দ নিয়ন্ত্ৰণ ঃ ভুৱনেশ্বৰ চহৰীয়া, অৰূপ বৰুৱা

উপদেষ্টা ঃ দেবেন বৰুৱা

নাটক পৰিচালনা আৰু মঞ্চ পৰিকল্পনা

ঃ আলি হাইদৰ

## নেপথ্য আলাপ ২

আমাৰ ক্ষয়িষ্ণু সমাজৰ আঠটা অতি চিনাকি চৰিত্ৰৰে ‘এখন নাটকৰ জন্ম’ নাটকৰ কথাবস্তুৰ উৎস। অভিনয় অভিনয় লগা আমাৰ নিজৰ জীৱনৰ প্ৰকাশ। নিম্ন মধ্য বিত্তৰ আজি এই দেউলীয়া সমাজ ব্যৱস্থাৰ অৱস্থা কি? তাক ধৰি ৰাখিবলৈ কৰা এটা প্ৰয়াস। নাটকৰ চৰিত্ৰৰ মুখৰ বক্তব্যকে নাট্যকাৰৰ বক্তব্য বুলি ভাবিলে ভুল হ'ব। কাৰণ নাটকৰ চৰিত্ৰসমূহে; সিহঁতৰ স্বাভাৱিক পৰিস্থিতিৰ দৰেই কথা কৈছে, আৰু ক্ৰমে নাটকীয় কাহিনীত সহায় কৰিছে। সমস্ত চৰিত্ৰৰ কাৰ্যকৰণেই নাটকৰ বিষয়বস্তু । হয়তো নাটকৰ চৰিত্ৰৰ মাজত কাৰোবাৰ সচা জীৱনৰ ছাঁয়া দেখিব পাৰে, সেয়াও নাট্যকাৰৰ অজ্ঞাতে। এই নাটক প্ৰথম অভিনয় হৈছিল ‘নবাৰুণ’ৰ দ্বাৰা। ১৯৭৫ চনত। প্ৰসংগক্ৰমে নাটকখনৰ সম্পৰ্কত এটা বিষয় উল্লেখ কৰিব বিচাৰিছোঁ — বহুতে এইখন বাদল চৰকাৰৰ ‘এবং ইন্দ্ৰজিৎ’ নামৰ নাটকৰ ছাঁ লৈ লিখা বুলি ক'ব বিচাৰে। এইটো ঠিক ‘এবং ইন্দ্ৰজিৎ’ পঢ়ি দুটামান পৰিৱেশ ভাল লগাত — সেই পৰিৱেশৰ প্ৰভাৱত ‘এখন নাটকৰ জন্ম’ৰ দুটামান পৰিৱেশ সৃষ্টি কৰিলোঁ। কিন্তু মূল নাটকৰ বিষয়বস্তু, গঠন প্ৰণালী আদি ক'তো উক্ত নাটকৰ লগত মিল থাকিব নোৱাৰে। এইখিনি কথা ব্যক্ত কৰাৰ পাছত — নাটকখন নকল নে প্ৰভাৱত লিখা বা ছাঁ লৈ লিখা সেয়া দৰ্শক আৰু পাঠকে বিচাৰ কৰিব।

চৰিত্ৰ লিপি ঃ

প্ৰীতম -

বিজন -

হাৰুণ -

উত্তম -

গৌতম -

মদন -

বৰ্ণালী আৰ

ঝৰ্ণালী।

## প্ৰথম অংক

### প্ৰথম দৃশ্য

**মঞ্চত থাকিব প্ৰীতম, বিজন আৰু হাৰুণ।**

প্ৰীতম : আকাশ,
আকাশ তোমাৰ গৰ্ভত
তোমাৰ গৰ্ভত থকা বিজুলীৰ গৰ্বত
উফন্দি আছা।
জিলিকি উঠা, বাজি উঠা
পোহৰ আৰু শব্দৰ
অস্থায়ীত্বক,
মোৰ বজ্ৰ কঠোৰ হাতেৰে
ধৰি আনি ধৰাৰ বুকুৰ
এন্ধাৰৰ মাজত স্থায়ী কৰি
বিলাই দিম।
আৰু দৰ্শক!
দৰ্শক তুমি চোৱা,
সেই পোহৰত মঞ্চত অভিনয় কৰা,
ৰঙীন প্ৰলেপ সনা
পুতলা বিলাকৰ প্ৰকৃত মুখ'ন।
আৰু তুমি দৰ্শক ---
পুতলা নাচ দেখুৱা --- সিহঁতৰ
মুখাখন খহাই দিয়া।

বিজন : মানে এয়া নাটকৰ প্ৰতিপাদ্য বিষয়!

প্ৰীতম : ধৰি ল'ব পাৰ।

হাৰুণ : প্ৰীতম, যদি তোৰ পৰিকল্পনা চাক্‌চেছফুল নহয়?

প্ৰীতম : নহ'ব পাৰে। কিন্তু চেষ্টা এটা চলাই চোৱাত কি আপত্তি আছে?

হাৰুণ : আপত্তি নাই, কিন্তু দৰ্শকে গ্ৰহণ নকৰিলে কষ্টবোৰ অথলে যাব।

বিজন : বাদ দে দৰ্শকৰ কথা। আমি নাটক কৰা মানুহ নাটক কৰি যাম। দৰ্শকে একো নাজানে বুলি ধৰি ল'ম। বচ্‌---

প্ৰীতম : নহয় বিজন, দৰ্শকৰ বাবে যেতিয়া নাটক কৰিছোঁ, তেতিয়া দৰ্শকক উলাই কৰিব নোৱাৰি। কথা হ'ল আমাৰ মনোবল থাকিব লাগিব যে আজি নহ'লে, কালিলৈ আমাক দৰ্শকে গ্ৰহণ কৰিবই লাগিব।

হাৰুণ : মোটামুটি কথা, মোক এটা ভাল পাৰ্ট দিব লাগিব। মানে স্ক'প থকা, মানে জমোৱা ৰোল এটা।

বিজন : তোৰ আৰু এই স্বভাৱটো নগ'ল। মানুহ চাইহে পাৰ্ট পাবি। গোটেই নাটকখন পঢ়ি ল-চোন, যিটো পাৰ্ট তোৰ বাবে খাপ খায়; সেইটো তই ল'বি।

প্ৰীতম : অঁ, গোটেই নাটকখন পঢ়ি চা।

বিজন : **(হাতত থকা নাটকখন চায়।)** নাটকখনত আমাৰ নামবোৰেই ব্যৱহাৰ কৰিলি দেখোন।

প্ৰীতম : বিজন, হাৰুণ, প্ৰীতম আদি আমাৰ সচা নামবোৰৰ দৰেই কিছুমান সচা চৰিত্ৰ মই মোৰ নাটকখনৰ চৰিত্ৰ হিচাপে অংকন কৰিব বিচাৰিছোঁ। **(বৰ্ণালী আহে।)**

হাৰুণ : কি অ' বৰ্ণালী, কি খবৰ?

বৰ্ণালী : আমাৰনো আৰু কি খবৰ থাকিব পাৰে?

হাৰুণ : ঠিক আছে, তোৰ খবৰ নাই, আমাৰ খবৰ সোধ।

বৰ্ণালী : তোমালোকৰনো খবৰ কি? নতুন নাটক এখন কৰিবলৈ লৈছা।

হাৰুণ : আও, তই দেখোন বহুত কথাই জান।

বিজন : হাৰুণ, এইবাৰ আমি আমাৰ নাটকত বৰ্ণালীক এটা পাৰ্ট দিম, তই কি ক'ব?

হাৰুণ : এইটো কথাই মই ক'ব বিচাৰিছিলোঁ।

বৰ্ণালী : মই একটিং কৰিব লাগিলে, মানুহে শিলগুটি দলিয়াব।

হাৰুণ : শিলগুটি নদলিয়াই যদি সোণগুটি দলিয়ায়?

বৰ্ণালী : তেতিয়া সেই সোণেৰে তোমালোকে ভাল ষ্টেজ এটা বনাই ল'বা।

প্ৰীতম : বৰ্ণালী, নাটককেইখন সকলোকে পঢ়িবলৈ দিলি?

বৰ্ণালী : দিলোঁ।

প্ৰীতম : কোনোবাই কিবা কৈছিল নেকি?

বৰ্ণালী : সকলোৱেই আচৰিত হৈছে।

প্ৰীতম : আচৰিত! আচৰিত হ'বই। হয়তো সকলোৱে ভাবিছে এইবাৰ আকৌ ইয়াৰ কি পাগলামি কৰিবলৈ মন গ'ল?

বিজন : মানে তই কাক কাক পঢ়িবলৈ দিছ?

প্ৰীতম : সকলোকে। দেউতা, ককাইদেউ, বাইদেউ, বৰ্ণালী সকলোকে।

বিজন : লাভ?

প্ৰীতম : লাভ মানে এটা মতা-মত, এটা পৰিণতি।

হাৰুণ : তোৰ মতলব হ'লে একো বুজি পোৱা নাই।

প্ৰীতম : মতলব চাফ, সকলোৰে মানত এটা পাগলামি।

বৰ্ণালী : ককাইদেউ, চাহ নাখাৱ জানো?

প্ৰীতম : চাহ! খাব লাগিছিল। পিছে হেৰি নহয়, চেনি হ'ব নেকি? হয় যদি তিনিকাপ চাহ দে।

বিজন : আমালৈ নহ'লেও হ'ব।

হাৰুণ : অঁ নহ'লেও হ'ব। মিছাই কিয় কষ্টখন কৰিব লাগিছে।

বৰ্ণালী : সেইকণ ভদ্ৰতা নেদেখুৱালেও হ'ব। নোখোৱা যদি কোৱা নানো।

হাৰুণ : চেহ্, নাখালে আকৌ তই ক'বি বাহাদুৰি হ'ল। যা, যা আনগৈ যা।

বৰ্ণালী : **(হাঁহি হাঁহি)** বাৰু বাৰু যাওঁ আনোগৈ। **(বৰ্ণালী যায়।)**

প্ৰীতম : অঁ, নাটকৰ কথালৈ আহ ।

বিজন : নাটকখনক লৈ আলোচনা কৰাৰ আগতে, এবাৰ পঢ়ি লোৱা ভাল হ'ব।

হাৰুণ : ঠিকেই কৈছে। প্ৰীতম তয়ে পঢ়। তই মানে এটা মুদত পঢ়িব পাৰ। তাতে চৰিত্ৰবোৰৰ নাম, আমাৰ নিজৰ নামতো, পঢ়োতে অলপ লাজ লাগিব দেচোন।

প্ৰীতম : লাজ কৰিব লগা কিটো আছে? আমাৰ নামেৰে নাটকৰ চৰিত্ৰৰ নাম হ'ব পাৰে। আমাৰ জীৱনক লৈ নাটক হ'ব পাৰে।

হাৰুণ : আমাৰ জীৱনক লৈ নাটক!

প্ৰীতম : ওঁ। নাটকৰ চৰিত্ৰবোৰ আমাৰ দৰেই মানুহৰ চৰিত্ৰ। মই কি

ভাবিছোঁ জান ? যাৰ কথা মই জানো, যাক মই চিনি পাওঁ, তাৰ কথা মই মোৰ নাটকত নকও কিয় ?

বিজন : অৱশ্যে তোৰ কথা ঠিক।

প্ৰীতম : সেইবাবেই মই ভাবিছোঁ, আগতে নাটকত অংকন কৰা চৰিত্ৰবোৰ আমি বুজিব লাগিব, জানিব লাগিব। সিহঁতৰ সুখ-দুখক অনুভৱ কৰিব পাৰিব লাগিব আৰু সেইবোৰকে আমি নাটকত ৰূপ দিব লাগিব। আমাৰ সন্মুখত বহা দৰ্শকক বুজাই দিব লাগিব, সিহঁতো মানুহ; সিহঁতৰো আপোনালোকৰ দৰে একোখন অন্তৰ আছে। আনন্দ আছে। বেদনা আছে। হাঁহি আছে। কান্দোন আছে। সিহঁত মোৰ দেউতা, বাইদেউ, ককাইদেউ, ভণ্টিৰ দৰে হাজাৰ জনৰ একোজন। সিহঁতৰ পৰিচয় দৰিদ্ৰতা। সিহঁত আমি। সিহঁত মানুহ। সিহঁত মই - সিহঁত-মানুহ। সিহঁত মই-আমি-মানুহ। সিহঁত মানুহ-মানুহ-মানুহ ---

**মঞ্চ এন্ধাৰ হ'ব।**

## দ্বিতীয় দৃশ্য

**মঞ্চত কেৱল প্ৰীতম থাকিব।**

প্ৰীতম : দৰ্শকসকল! এয়া মই পাদ-প্ৰদীপৰ আলোকৰ সন্মুখত আলোকিত, কিন্তু মোৰ পাছফালে, মোৰ দেউতা, ককাইদেউ, বাইদেউ, ভন্টিহঁতকলৈ এখন সংসাৰ আছে, যিখন এন্ধাৰ। ভয় লগা ক'লা এন্ধাৰ। আপোনালোকে আমনি নাপাব। মোৰ জীৱনক লৈ লিখা নাটকখন চাই যাওঁক। মোৰ সংসাৰৰ নাটকখন চাই যাওঁক। সেইখন নাটকত এইদৰে মোৰ গাত পোহৰ পৰা নাই। মই সম্পূৰ্ণ এন্ধাৰত আছোঁ। মোৰ জীৱনৰ নাটক লিখিবলৈ যাওঁতে, বহুতো জনা-অজনা, চিনা-অচিনা, জ্ঞাত-অজ্ঞাত, ছাঁ-পোহৰ, খণ্ড-খণ্ড, টুকুৰা-টুকুৰ অণু-পৰমাণু চব যোগ কৰিব লাগিব। আৰু যোগ কৰিব লাগিব মোৰ লগত থকা কিছুমান চৰিত্ৰ। সেয়া- বিজন। বিজন চৌধুৰী।

**প্ৰীতমে নাটকত থকা প্ৰতিটো চৰিত্ৰৰ স্মৰণ কৰিব। লগে লগে চৰিত্ৰ সমূহে নিজৰ নিজৰ পৰিচয় নাটকৰ চৰিত্ৰানুযায়ী দৰ্শকক দি যাব। বিজনে নিজৰ পৰিচয় দিয়ে।**

বিজন : মোৰ নাম বিজন চৌধুৰী। ধনী দেউতাৰ একমাত্ৰ সন্তান। মই এজন শিল্পী। ব্যৱসায়ত পটু মোৰ দেউতাই, মোক শিল্পী হোৱাটো নিবিচাৰিছিল আৰু নিবিচাৰেও। বংশত নাথাকিলেও মোৰ এটা শিল্পী মন আছে। মই বৰ্ণালীক ভাল পাওঁ। মনে-প্ৰাণে মই তাইক বিচাৰোঁ। মোৰ বংশ, মোৰ দেউতাই নিবিচাৰিলেও মই তাইক বিয়া কৰাম। তাইক বিয়া কৰোৱাৰ সাহস মোৰ আছে। আজি নাটকৰ মই এটা চৰিত্ৰ। প্ৰীতম বৰুৱা মোৰ অন্তৰংগ বন্ধু। সি লিখা আজিৰ নাটকখনত মোৰ চৰিত্ৰটো কিয় দিব লগা হ'ল সেয়া মই নাজানো, নাট্যকাৰেহে জানে। আপোনালোকে তাক সুধিব। বোধহয় বৰ্ণালীৰ লগত

থকা মোৰ সম্বন্ধৰ বাবেহে মোৰ চৰিত্ৰটো এই নাটকলৈ টানি আনিছে।

**বিজন প্ৰীতমৰ পাছফালে থিয় হয়গৈ।**

প্ৰীতম ঃ হাৰুণ, হাৰুণ হাজৰিকা।

**হাৰুণে দৰ্শকক উদ্দেশ্য কৰি নিজৰ পৰিচয় দিব।**

হাৰুণ ঃ দৰ্শকসকল! আপোনালোকে চোৱা নাটকৰ মই এটা চৰিত্ৰ মাথোঁ। মোৰ নাম হাৰুণ হাজৰিকা। এটা দুখীয়া মুছলমান পৰিয়ালত মোৰ জন্ম। মোৰ গাত এনে কি গুণ আছে, যাৰ বাবে নাট্যকাৰ প্ৰীতম বৰুৱাৰ নাটকত মোৰ চৰিত্ৰটো আৱশ্যক হ'ল; সেয়া মই নিজেই নাজানো। প্ৰীতম মোৰ বন্ধু। তাৰ দৰে ময়ো দুখীয়া। তাৰ ঘৰখন মোৰ নিজৰ ঘৰৰ দৰে লাগে। প্ৰীতমৰ দেউতাক, বাইদেউ, ককাইদেউ, বৰ্ণালী এই সকলো যেন মোৰ পৰিয়ালৰ একো একোজনৰ প্ৰতীক। আৰু সেইবাবে তাৰ সকলো দোষ, বেদনা, হাঁহি-কান্দোন মই অনুভৱ কৰিব পাৰোঁ। মই শিল্পী। মোৰ শিল্পী হোৱাৰ মন এটাৰ জন্ম প্ৰীতমেই দিলে। এতিয়া ভাবিছোঁ, দুখীয়া হৈ শিল্পী হোৱাটো জানো উচিত আছিল?

**প্ৰীতমৰ পাছফালে থিয় হ'ব।**

প্ৰীতম ঃ মদন দদাইদেউ, মদন কুমাৰ বৰা।

**মদন বৰাই দৰ্শকক উদ্দেশ্য কৰি নিজৰ পৰিচয় দিব।**

মদন ঃ আপোনালোকে নিশ্চয় মোক চিনি পায়। তথাপিতো আজি মই এই নাটকৰ এটা চৰিত্ৰ হিচাপে চিনাকি দিব বিচাৰিছোঁ। মোৰ নাম মদন কুমাৰ বৰা। কুমাৰ! যদিও মই এই বয়সলৈকে বিয়া কৰোৱা নাই, তথাপি মই কুমাৰ হয়নে নহয় সেয়া মোৰ নিজৰে সন্দেহ আছে। মই কুমাৰে কিন্তু বহুত কুমাৰীৰ --- সেয়া আপোনালোকে জানেই। যাৰ পৰা ঝৰ্ণালীয়েও পৰিত্ৰাণ পোৱা নাই। মোৰ ভিতৰুৱা কথা মই আপোনালোকক ক'বলৈ ভয় নকৰোঁ। কাৰণ আপোনালোকে মোক একো কৰিব নোৱাৰে,

মই এজন ধনী মানুহ; সমাজৰ আগশাৰীৰ ব্যক্তি। ঝৰ্ণালীৰ দৰে আৰু বহুতো ঝৰ্ণালীৰ লগত মোৰ সম্বন্ধ আছে। সেই ঝৰ্ণালীহঁতৰ ঘৰ চলাব লাগে, ঝৰ্ণালীহঁতক ভাল বেয়া উপদেশ দিব লাগে; কিয়নো মই এজন টকাৰে হোৱা ভাল মানুহ। সেইবাবেই হ'ব পাই নাট্যকাৰ প্ৰীতমে মোৰ চৰিত্ৰটো আজিৰ নাটকত আৱশ্যকতা অনুভৱ কৰিলে।

**প্ৰীতমৰ পাছফালে ৰ'ব।**

প্ৰীতম : ককাইদেউ, উত্তম বৰওজা।

**উত্তমে দৰ্শকক উদ্দেশ্য কৰি নিজৰ পৰিচয় দিব।**

উত্তম : আজিৰ নাটকৰ মই এটা অন্যতম চৰিত্ৰ। মই এই নাটকখনৰ নাট্যকাৰৰ একমাত্ৰ ককায়েক। মোৰ নাম উত্তম বৰওজা। মই জীৱন সংস্থাপনৰ বাবে হাহাকাৰ কৰি ফুৰা এটা নিবনুৱা। মই, মোৰ ঘৰখন বাইদেউৰ অনুগ্ৰহৰ ওপৰত জীয়াই আছোঁ। মই আপোনালোকৰ দৰে এজন নীৰৱ দৰ্শক। মোৰ হাত, ভৰি, চকু, মুখ সকলো থাকিও, মই বিকলাংগ। পংগু। বাইদেউক অবাটৰ পৰা বাটলৈ ঘুৰি আহিবলৈ কোৱাৰ সাহস মোৰ নাই। মোৰ ভনীজনীক এযোৰ মেখেলা-চাদৰ আনি দিয়াৰ শক্তি মোৰ নাই। অন্য সাধাৰণ ছোৱালীৰ অভিজাত্যৰ দৰে, ফ্ৰক পিন্ধি থকাটো মোৰ ভনীজনীৰ বিলাসিতা নহয়। এজনী পোন্ধৰ-যোল্ল বছৰীয়া গাভৰুৱে বাৰ-তেৰবছৰীয়া এজনী ছোৱালীৰ ফ্ৰক পিন্ধি নিজৰ বয়স লুকুৱাবলৈ যোৱা, ধনী মানুহৰ ছোৱালীও তাই নহয়। তাই নিৰুপায়। তাইৰ সেই সৰু ফ্ৰকটো, তাইৰ দৰিদ্ৰতাৰ প্ৰতিভূ। মোৰ নিষ্কৰ্মতাৰ বাবে, মই আজি বোবা। আমাৰ দৰিদ্ৰতাই আমাক সদায় উপহাস কৰি আহিছে।

**প্ৰীতমৰ পাছফালে ৰ'ব।**

প্ৰীতম : বাইদেউ, ঝৰ্ণালী বৰওজা।

**ঝৰ্ণালী বৰওজাই দৰ্শকক উদ্দেশ্য কৰি নিজৰ চিনাকি দিয়ে।**

ঝৰ্ণালী : মোক লৈ আপোনালোকৰ সমাজত বহুতো কাহিনী, উপ-

কাহিনীৰ সৃষ্টি হৈছে। মই আপোনালোকৰ সমাজত এজনী বেয়া ছোৱালী। সচাই মই এজনী বেয়া ছোৱালী। মোৰ মদন কুমাৰ বৰাৰ লগত থকা সম্বন্ধৰ কথা আপোনালোকে জানে। মোৰ আৰু বহুতো বেয়া কথা আপোনালোকে জানে। মই হ'লোঁ এটা বিচিত্ৰ চৰিত্ৰ। সেয়েহে হ'ব পাই মোৰ ভাইটিয়ে তাৰ নাটকত মোৰ চৰিত্ৰটোক ঠাই দিছে। মোৰ নাম শ্ৰী মতী ঝৰ্ণালী বৰওজা। মোৰ এই সমাজখনৰ প্ৰতি প্ৰচণ্ড খং আছে। মই সমাজৰ ওপৰত প্ৰতিশোধ ল'ব বিচাৰিছোঁ আৰু ইয়াৰ বাবেই মই ধনী হোৱাৰ সপোন দেখিছোঁ। মোৰ ধাৰণা ধনী হ'লেই প্ৰতিশোধ ল'ব পাৰি। তাৰ বাহিৰে অন্য পন্থাৰ কথা মই চিন্তাই কৰিব নোৱাৰোঁ। কাৰণ ইতিমধ্যে মই এই পথেদি বহুত আগুৱাই গৈছোঁ।

**প্ৰীতমৰ পাছফালে থিয় হয়।**

প্ৰীতম : ভন্টী। বৰ্ণালী বৰওজা।

**বৰ্ণালীয়ে দৰ্শকক উদ্দেশ্য কৰি নিজৰ পৰিচয় দিব।**

বৰ্ণালী : মোৰ চৰিত্ৰটোৱে আজিৰ নাটকত কি সৌন্দৰ্য বৃদ্ধি কৰিছে সেয়া মই ক'ব নোৱাৰোঁ। মাত্ৰ মই, মোৰ ককাইদেউৰ নাটকৰ এটা চৰিত্ৰ। মোৰ নাম বৰ্ণালী বৰওজা। দৰিদ্ৰতাৰ লগত যুঁজি যুঁজি কেতিয়াবা মই ভয় খাই যাওঁ। জানোচা মই দৰিদ্ৰতাৰ লগত হাৰি যাম। আৰু মোৰ ভয় লাগে মদন ককাইদেউহঁতৰ অনুগ্ৰহবোৰলৈ। যদি মই মদন দদাইদেউহঁতৰ অনুগ্ৰহ ল'ব লগা হয়; তেতিয়া মই বিজনৰ প্ৰতি দাৰুণ অন্যায় কৰা হ'ব। প্ৰৱঞ্চনা কৰা হ'ব। বিজনৰ বাবেই শেষলৈকে মই যুঁজিব লাগিব। জিকিব লাগিব। বাইদেউৰ দৰে মোৰো সমাজৰ ওপৰত প্ৰতিশোধ লোৱাৰ প্ৰতিজ্ঞা আছে। মই প্ৰতিশোধ ল'ম, ধনী হৈ নহয়, দুখীয়া হৈ। মই প্ৰতিশোধ ল'ম।

**প্ৰীতমৰ পাছফালে ৰয়গৈ।**

প্ৰীতম : দেউতা, গৌতম বৰওজা।

**গৌতম বৰওজাই দৰ্শকক উদ্দেশ্য কৰি নিজৰ চিনাকি দিব।**

গৌতম : নমস্কাৰ। মই আজিৰ নাটকৰ শেষ চৰিত্ৰ। প্ৰকৃত পক্ষত বয়সৰ

ফালৰপৰা ময়ে নাটকৰ প্ৰথম চৰিত্ৰ। বছৰৰ লেখতকৈ মানসিক ভাৱে বেছি বুঢ়া হৈ যোৱা মই এজন সাধাৰণ বৃদ্ধ। মোৰ এখন সংসাৰ আছে, যিখন মই এতিয়া বলে নোৱাৰা হৈছোঁ। মোৰ নাম গৌতম বৰুওজা। গৌতম বুদ্ধ হ'ব নোৱাৰিলেও এজন সহজ-সৰল মানুহ হিচাপে, এটা ন্যায়-পৰায়ণ জীৱন যাপন কৰাই মোৰ লক্ষ্য আছিল। যাৰ বাবে মোৰ পুত্ৰ দুটাৰ কাৰণে একোৱেই থৈ যাব নোৱাৰিলোঁ। আপোনালোকে মোক কি হিচাপে গ্ৰহণ কৰে নাজানো। মাত্ৰ মোৰ পুত্ৰৰ নাটকখনৰ এটা চৰিত্ৰ হিচাপে গ্ৰহণ কৰক ---

**শেষৰ ফালে সংলাপখিনি কান্দি, কান্দি কৈ, কৈ প্ৰীতমৰ পাছফালে ৰয়গৈ।**

প্ৰীতম ঃ আৰু মই! মই প্ৰীতম বৰওজা। এই আঠটা চৰিত্ৰক লৈ মোৰ নাটক। মই হ'লোঁ নাটকৰ নাট্যকাৰ, নাটকৰ নায়ক, সূত্ৰধাৰী, যোগসূত্ৰ। আৰু বাকী সাতটা চৰিত্ৰ মোৰ নাটকৰ পাৰ্শ্ব চৰিত্ৰ। ধৰক, এই চৰিত্ৰকেইটা ক, খ, গ, ঘ ইত্যাদি। এই ক, খ, গ, ঘ আদিক লৈ বহু দেশত, বহু যুগত, বহুতো নাট্যকাৰে, বহুতো নাটক লিখিছে। বিভিন্ন নাটক। ৰাম-শ্যাম, দশৰথ-আকবৰ আদি বিভিন্ন নামত, বিভিন্ন ৰূপত, ইহঁতক অংকন কৰা হৈছে। আজি আকৌ সিহঁতে আপোনালোকৰ আগত থিয় দিছে বিজন, হাৰুণ, মদন, গৌতম, উত্তম, বৰ্ণালী, ঝৰ্ণালী ৰূপে। ইহঁত ক, খ, গ, ঘৰ প্ৰেম-ভালপোৱা, দুখ-বেদনা, হাঁহি-কান্দোন, মিলন-বিৰহ, ঈৰ্ষা-অভিমান আদি অন্তৰ্দ্বন্দ্ববোৰ হ'ল চিৰন্তন। এটা চিৰন্তন নাটকীয় উপাদান।

**প্ৰীতমক কেন্দ্ৰ কৰি আটাইকেইটা চৰিত্ৰ ঘূৰিব। এটা সময়ত খুব ভাগকৰা ভাবে ঝৰ্ণালী আৰু মদন, বৰ্ণালী আৰু বিজন, গৌতম আৰু উত্তম বেলেগে বেলেগে ৰ'ব আৰু হাৰুণ প্ৰীতমৰ কাষত ৰ'ব।**

**মঞ্চ এন্ধাৰ হ'ব।**

# তৃতীয় দৃশ্য

**মঞ্চত প্ৰীতম আৰু হাৰুণ থাকিব।**

হাৰুণ : কি হে নাট্যকাৰ - - -

প্ৰীতম : হোঁ - অ' হাৰুণ।

হাৰুণ : কি চিন্তাতনো ইমান মচগুল ?

প্ৰীতম : এখন নাটকৰ কথা চিন্তা কৰিছোঁ।

হাৰুণ : নাটক !

প্ৰীতম : ওঁ, নাটক। এখন নাটকৰ কিছুমান চৰিত্ৰৰ কথা চিন্তা কৰিছোঁ।

হাৰুণ : কি কি চৰিত্ৰ ?

প্ৰীতম : নিবনুৱা ডেকা, শিল্পী, সাহিত্যিক, দেশ সেৱক, সমাজ সেৱিকা, পেঞ্চন পোৱা এজন দেউতা আৰু তেওঁৰ ছোৱালী।

হাৰুণ : সিহঁতৰ নাম ? মানে সিহঁতৰ নাম তোৰ নাটকত কি দিবি ?

প্ৰীতম : বিজন, হাৰুণ, মদন, ঝৰ্ণালী, বৰ্ণালী, গৌতম, উত্তম আৰু প্ৰীতম।

হাৰুণ : এইবোৰ দেখোন আমাৰ নাম।

প্ৰীতম : ওঁ, আমাৰ নাম।

হাৰুণ : পিছে নাটকখন কেতিয়া কৰা হ'ব ?

প্ৰীতম : আখৰা শেষ হ'লেই নাটক কৰা হ'ব।

হাৰুণ : আখৰা আৰম্ভ হ'ব কেতিয়া ?

প্ৰীতম : নাটক লিখা শেষ হ'লেই আখৰা হ'ব।

হাৰুণ : নাটক লিখা শেষ হ'ব কেতিয়া ?

প্ৰীতম : নাটক লিখা আৰম্ভ কৰিলেই, লিখা হ'ব।

হাৰুণ : মানে তই নাটক লিখাই নাই ?

প্ৰীতম : নাই লিখা। মাত্ৰ চৰিত্ৰ কেইটা জুকিয়াইছোঁ।

হাৰুণ : আৰু কাহিনী ?

প্ৰীতম : কাহিনী এটা আছে।

হাৰুণ : কি কাহিনী ?

প্ৰীতম : সচা কাহিনী। যিটো কাহিনীৰ শেষ নাই।

হাৰুণ : মুঠতে কাহিনী এটা হ'লেই হ'ল। কাহিনী নহ'লে নাটক নজমে।

প্ৰীতম : এইবাৰ ৰিহাৰ্চেল অলপ ভালদৰে দিব লাগিব।

হাৰুণ : ৰিহাৰ্চেল ভাল নহ'লে কি নাটক কৰিবি?
প্ৰীতম : কিন্তু ৰিহাৰ্চেল যে চবেই খতি কৰে।
হাৰুণ : খতি কৰাবোৰৰ পাৰ্ট কেন্সেল কৰি দিব লাগে।
প্ৰীতম : এইখন নাটকত পাৰ্ট কেন্সেল কৰিব নোৱাৰি।
হাৰুণ : কিহ'লে?
প্ৰীতম : ইয়াত সকলোৱে নিজৰ নিজৰ চৰিত্ৰ কৰিব লাগিব।
হাৰুণ : চৰিত্ৰবোৰ বিতৰণ কৰিবৰ বাবে নাটক জানো লিখা হ'ল?
প্ৰীতম : নাই হোৱা।
হাৰুণ : তেতিয়াহ'লে?
প্ৰীতম : লিখিম।
হাৰুণ : কেতিয়া?
প্ৰীতম : কাহিনী পালে।
হাৰুণ : মানে কাহিনী পোৱাই নাই?
প্ৰীতম : নাই পোৱা, পাম।
হাৰুণ : কাহিনী কেতিয়া পাবি?
প্ৰীতম : চৰিত্ৰ বিচাৰি পালেই।
হাৰুণ : চৰিত্ৰ বিচাৰিলি নে নাই?
প্ৰীতম : বিচাৰিলোঁ।
হাৰুণ : পালি?
প্ৰীতম : পালোঁ।
হাৰুণ : কোন, কোন?
প্ৰীতম : তই, মই - - -
হাৰুণ : হাৰুণ, প্ৰীতম!
প্ৰীতম : ওঁ, প্ৰীতম, হাৰুণ।
হাৰুণ : আৰু চৰিত্ৰ?
প্ৰীতম : বিজন, মদন, গৌতম, উত্তম, ঝৰ্ণালী, বৰ্ণালী।
হাৰুণ : এইবাৰ পাৰিচিটি কিন্তু ভালদৰে কৰিব লাগিব।
প্ৰীতম : কাৰ পাৰিচিটি?
হাৰুণ : নাটকৰ।
প্ৰীতম : নাটকৰ নে আমাৰ নিজৰ পাৰিচিটি!
হাৰুণ : আমাৰ পাৰিচিটি মানে?
প্ৰীতম : নাটকৰ চৰিত্ৰবোৰ কোন?

হাৰুণ : আমি।

প্ৰীতম : কাহিনীটো কাৰ?

হাৰুণ : আমাৰ।

প্ৰীতম : তেতিয়াহ'লে!

হাৰুণ : অ' পাহৰিছিলোৱেই।

প্ৰীতম : সেইবাবে পাৰ্ব্বিচিটি নকৰোঁ।

হাৰুণ : ঠিক আছে, তই কিন্তু এইবাৰ দাৰুণ নাটক এখন লিখিব লাগিব। মানে একেবাৰে জমি যোৱা।

প্ৰীতম : লিখিম।

হাৰুণ : কেতিয়া?

প্ৰীতম : কাহিনী ঠিক হ'লে।

হাৰুণ : কাহিনী কেতিয়া ঠিক হ'ব।

প্ৰীতম : চৰিত্ৰবোৰ ঠিক হ'লে।

হাৰুণ : মানে চৰিত্ৰ পোৱাই নাই?

প্ৰীতম : পাইছোঁ।

হাৰুণ : কোন কোন?

প্ৰীতম : তই, মই আমিবোৰ।

হাৰুণ : নাম?

প্ৰীতম : তোৰ, মোৰ আমাৰবোৰৰ।

হাৰুণ : মানে?

প্ৰীতম : বিজন।

হাৰুণ : হাৰুণ।

প্ৰীতম : মদন।

হাৰুণ : ঝৰ্ণালী।

প্ৰীতম : বৰ্ণালী।

হাৰুণ : গৌতম।

প্ৰীতম : উত্তম।

হাৰুণ : তই, প্ৰীতম।

**মঞ্চ এন্ধাৰ হ'ব।**

# চতুৰ্থ দৃশ্য

**মঞ্চত বিজন আৰু বৰ্ণালী থাকিব।**

বিজন : বৰ্ণালী - - -
বৰ্ণালী : কোৱা বিজনদা।
বিজন : তুমি কি কৰিলা?
বৰ্ণালী : মই কোনো সিদ্ধান্তলৈ আহিব পৰা নাই।
বিজন : কিয়?
বৰ্ণালী : মই হ'লোঁ দুখীয়া ঘৰৰ ছোৱালী।
বিজন : ইয়াত আকৌ দুখীয়া-ধনীৰ প্ৰশ্ন আহিল ক'ৰপৰা?
ঝৰ্ণালী : আহিছে বাবে কৈছোঁ।
বিজন : অহাৰ কাৰণ?
বৰ্ণালী : কাৰণ তুমি ধনী বাপেকৰ একমাত্ৰ সন্তান।
বিজন : তাৰপৰা কি হ'ল?
বৰ্ণালী : তোমাৰ ঘৰখনে মোক গ্ৰহণ কৰিব নোৱাৰিব।
বিজন : তোমাক গ্ৰহণ কৰিব পাৰেনে নোৱাৰে সেয়া মোৰ ওপৰত এৰি দিয়া। কাৰণ মোৰ ঘৰখনৰ প্ৰতি মোৰ বিশ্বাস আছে।
বৰ্ণালী : কিন্তু এখন সৰু ঘৰৰ পৰা গৈ, তোমালোকৰ ডাঙৰ ঘৰখন মই কিদৰে চম্ভালিম?
বিজন : তাৰবাবে তুমি চিন্তা নকৰিবা। মই সকলো ঠিক কৰিম।
বৰ্ণালী : কিন্তু মোৰ ঘৰখন।
বিজন : প্ৰীতমে বোধহয় আমাৰ কথা জানে।
বৰ্ণালী : মোৰো তেনে ধাৰণা।
বিজন : বাকী দেউতা, ককাইদেউক মই স্পষ্টকৈ ক'ম।
বৰ্ণালী : আৰু বাইদেউ?
বিজন : বাইদেউকো ক'ম।
বৰ্ণালী : বাইদেউক কোৱা কথাটো কোৱা নাই।
বিজন : তেন্তে?
বৰ্ণালী : বাইদেউৰ বিয়া!
বিজন : মানে!
বৰ্ণালী : বাইদেউৰ বিয়া নোহোৱাকৈ মোৰ বিয়া কি দৰে হ'ব?

**অলপ সময় দুয়ো নিমাত।**

বৰ্ণালী : বিজনদা - - -

বিজন : হোঁ?

বৰ্ণালী : নিমাত হৈ ৰ'লা যে?

বিজন : মই কোনো উপায় পোৱা নাই।

বৰ্ণালী : উপায় নাপাই ময়ো থমকি ৰৈছোঁ।

বিজন : বৰ্ণালী, কথা এটা কওঁ।

বৰ্ণালী : কোৱা।

বিজন : বেয়া পোৱা বা!

বৰ্ণালী : কিয় বেয়া পাম?

বিজন : নোপোৱাতো?

বৰ্ণালী : নাপাওঁ।

বিজন : বাইদেউৰ জানো বিয়া হ'ব?

বৰ্ণালী : বিজনদা!

বিজন : মই জানো তোমাৰ খং উঠিব, মোক বেয়া পাবা।

বৰ্ণালী : **(থোকাথুকি মাতেৰে)** বেয়া পোৱা কথা এটা মোক কিয় কৈছা?

বিজন : সেইবাবেই আগতেই অনুমতি লৈছিলোঁ।

বৰ্ণালী : **(কান্দি)** কিন্তু বাইদেউৰ যে কোনো বেয়া ইংগিতেই মই সহ্য কৰিব নোৱাৰোঁ, সেয়া তুমি ভালদৰে জানা।

বিজন : জানো।

বৰ্ণালী : তেন্তে বাইদেউৰ ভৱিষ্যতৰ বিষয়ে কিয় তেনে মন্তব্য দিলা?

বিজন : বাইদেউৰ বিয়াৰ কথা অহা মানেই, আমি আৰু বহুত দিন ৰ'ব লাগিব।

বৰ্ণালী : তেতিয়াহ'লে মই কি কৰিব পাৰোঁ?

বিজন : তাৰমানে তুমি মোৰ ওচৰৰ পৰা আঁতৰি যাব বিচাৰিছা?

বৰ্ণালী : বিজনদা!

বিজন : তুমি স্পষ্টকৈ কৈ দিয়া বৰ্ণালী।

বৰ্ণালী : তুমি আজিও মোক বুজি নাপালা।

**কান্দি কান্দি কয়।**

বিজন : মই সকলো বুজিছোঁ।

বৰ্ণালী : বুজিছা যদি তুমিয়েই কোৱা মই কি কৰিম? বাইদেউৰ বিয়া নোহোৱাকৈ মোৰ বিয়া হ'ব নোৱাৰে।

বিজন : মানে তুমি - - -

বৰ্ণালী : বাইদেউৰ বিয়াৰ আগতে মই বিয়া নহওঁ।

বিজন : কিয় ?

বৰ্ণালী : বাইদেৱে ঘৰখনৰ বাবে, আমাৰ বাবে, মোৰ বাবে বহুত কৰিছে। নিজকে শেষ কৰি দিছে।

বিজন : মই সকলো জানো।

বৰ্ণালী : বাইদেৱে যদি আমাৰ বাবে ইমানখিনি কৰিব পাৰিছে, তেতিয়াহ'লে মই বাইদেউৰ বিয়ালৈ বাট চাব নোৱাৰিম কিয় !

বিজন : মই কি কৰিম ?

বৰ্ণালী : তুমি, তুমি কি কৰা, তোমাৰ কথা।

বিজন : তথাপিতো তোমাক সুধিছোঁ।

বৰ্ণালী : এই বিষয়ত মই একো নকওঁ। মাত্ৰ তুমি জানি থোৱা তোমাৰ প্ৰতি মোৰ ভালপোৱা চিৰজীৱন থাকিব।

বিজন : ময়ো তোমাৰ বাহিৰে দ্বিতীয় এজনী ছোৱালী ভালপোৱা নাই, সেই কথা তুমি ভালদৰে জানা।

বৰ্ণালী : তোমাৰ ভালপোৱাৰ গভীৰতাত মোৰ অটল বিশ্বাস আছে।

বিজন : তোমাৰ বিশ্বাস কোনো দিনেই ভংগ নহয়।

বৰ্ণালী : সচা !

বিজন : সচা। আৰু কি জানা ?

বৰ্ণালী : কি ?

বিজন : বাইদেউৰ বিয়া নোহোৱা পৰ্যন্ত মই তোমালৈ বাট চাম।

বৰ্ণালী : কিমান দিন বাট চাব লাগিব তাৰ কি ঠিক !

বিজন : মোৰ নিজৰ ওপৰত বিশ্বাস আছে।

বৰ্ণালী : হয়তো বহুত দিন।

বিজন : যিমান দিন হওক।

বৰ্ণালী : ইমান দিন তুমি বাট চাব পাৰিবা বিজনদা ?

বিজন : পাৰিম।

বৰ্ণালী : তুমি সচাকৈ পাৰিবা !

বিজন : পাৰিম।

বৰ্ণালী : পাৰিবা !

বিজন : পাৰিম।

**মঞ্চ এন্ধাৰ হ'ব।**

## পঞ্চম দৃশ্য

**মঞ্চত গৌতম আৰু উত্তম থাকে।**

গৌতম : ডেকা ল'ৰা দস্তুৰমত কিবা এটা কৰিব পাৰ!

উত্তম : ডেকা ল'ৰা হ'লোঁ বুলিয়েই কি কৰিম? চুৰ কৰিম? ডকাইতি কৰিম?

গৌতম : কথা এটা ক'লে তহঁতৰ কথাই বেছি হয়।

উত্তম : কথা কোৱাৰো এটা ৰাস্তা আছে।

গৌতম : অ' আমিহে ৰাস্তা ছেৰাই কথা কোৱা হ'লোঁ? ঘৰখন যে চলাব লাগে তাৰ চিন্তা নাই?

উত্তম : চিন্তা নকৰাকৈ থকা নাই।

গৌতম : কিটো চিন্তা কৰিছ অ', কিটো চিন্তা কৰিছ?

উত্তম : কি কৰিব লাগে, চাকৰি পাবলৈ ঘোচ দিবৰ বাবে টকা নাই। ব্যৱসায় কৰিবলৈ টকা নাই। চাৰিওফালে খালি টকা। টকা নহ'লে একো নহয়।

গৌতম : টকা নোহোৱাকৈ জানো চাকৰি নাপায়?

উত্তম : পায়। সেইবোৰ চাকৰিত বাইদেউৰ দৰে মানুহৰ অনুগ্ৰহ লাগে। তেনেকুৱা চাকৰি মই নকৰোঁ।

গৌতম : কিন্তু ঘৰখন নচলা হৈছে।

উত্তম : জানো। ঘৰ চলোৱাৰ উপায় কৰিব পৰা হ'লে কৰিলোহেঁতেন।

গৌতম : পেঞ্চনৰ টকাৰে মাহটোৰ কেইটা দিন চলে সেয়া ভালদৰে জান।

উত্তম : সেই চিন্তা কৰাৰ সময় কাহানিবাই পাৰ হৈ গ'ল।

গৌতম : তই কি ক'ব বিচাৰিছ?

উত্তম : পেঞ্চন পোৱাৰ আগতেই এইবোৰ চিন্তা কৰিব লাগিছিল।

গৌতম : মই ভালদৰে জানো, যি দিন ধৰি মই পেঞ্চন পালোঁ, সেই দিন ধৰি মই তহঁতৰ মানত কুকুৰ মেকুৰীৰ দৰে হ'লোঁ।

উত্তম : সেয়া নিজৰ মনক ফাঁকি দিয়াৰ উপায়।

গৌতম ঃ হ'ল, এতিয়া তোৰপৰা কথা শুনিব বিচৰা নাই । মনত ৰাখিবি, এতিয়াও মোৰ পেঞ্চনৰ টকাৰেই খাই আছ।

উত্তম ঃ সেয়া বাপেকৰ কৰ্তব্য।

গৌতম ঃ বাপেকৰ প্ৰতি পুতেকে কি কৰ্তব্য কৰিছ?

উত্তম ঃ কি কৰিব লাগে?

গৌতম ঃ ইমান দিন তহঁতক পোহ-পাল দিলোঁ, এতিয়া তহঁতে মোক পোহ-পাল দে।

উত্তম ঃ তোক পোহ-পাল দিবলৈ তই তোৰ পুত্ৰক উপযুক্ত কৈ গঢ় দিব নোৱাৰিলি।

গৌতম ঃ আৰু কি দৰে, কি কৰিব লাগে?

উত্তম ঃ সেইটো আমাতকৈ বাপেক হিচাপে তই ভালদৰে বুজিবি।

গৌতম ঃ বুজিবলৈ আৰু কিটো আছে। তহঁত চব ৰসাতললৈ গ'লি।

উত্তম ঃ তাৰ বাবে দায়ী তহঁত বাপেকবোৰ।

গৌতম ঃ আমি?

উত্তম ঃ অ' তহঁত। তহঁতৰ ভুলৰ বাবেই আজি সমাজ ব্যৱস্থাত অৰাজকতাৰ সৃষ্টি হৈছে, যাৰ কবলত পৰি আমি ৰসাতললৈ গৈছোঁ।

**মঞ্চ এন্ধাৰ হ'ব।**

## ষষ্ঠ দৃশ্য

**মঞ্চত ঝৰ্ণালী আৰু মদন থাকিব।**

ঝৰ্ণালী : আপুনি দেখিছোঁ মোক টোপ হিচাপে ব্যৱহাৰ কৰিছে।

মদন : তুমি যা-তা চিন্তাবোৰ নকৰিবাচোন ঝৰ্ণালী।

ঝৰ্ণালী : মই কিন্তু বহুত তললৈ নামি গলোঁ।

মদন : নিজৰ লাভৰ বাবে মানুহ আৰু তললৈ নামিব পাৰে।

ঝৰ্ণালী : দদাইদেউ, মই বৰ ক্লান্ত হৈ পৰিছোঁ।

মদন : মনত ৰাখিবা, তোমাৰ ওপৰত নিৰ্ভৰ কৰি এখন ঘৰ আছে।

ঝৰ্ণালী : মনত আছে বাবেই মই বহুততললৈ নামি গৈয়ে আছোঁ।

মদন : কি কৰিবা ? তললৈ এবাৰ খোজ ল'লেই ওপৰলৈ চোৱাৰ সাহসকণ হেৰাই যায়। অকল তুমিয়েই নহয়, ময়ো তলতেই কৰবকাই আছোঁ আৰু আমাৰ দৰে বহুতেই আছে। তথাপিতো আমি সমাজৰ ডাঙৰ মানুহ, ভাল মানুহ।

ঝৰ্ণালী : সমাজৰ ডাঙৰ মানুহ, ভাল মানুহ আপুনি; মই নহয়।

মদন : তোমাৰ আৰু মোৰ মাজত পাৰ্থক্যতো একো নাই!

ঝৰ্ণালী : নাই। আপুনি যি ভাল কাম কৰিছে, সেয়া ময়ো কৰিছোঁ। আপুনি যিবোৰ বেয়া কাম কৰিছে, সেইবোৰ ময়ো কৰিছোঁ। আপুনি যিবোৰ অন্যায় কৰিছে, সেইবোৰ ময়ো কৰিছোঁ।

মদন : তেতিয়াহ'লে তুমি কিয় আজিও ভাল মানুহ, ডাঙৰ মানুহ হ'ব পৰা নাই?

ঝৰ্ণালী : কাৰণ আপুনি পুৰুষ মই নাৰী।

মদন : অকল সেইটোৱেই নহয়।

ঝৰ্ণালী : আপুনি ধনী, মই দুখীয়া।

মদন : অঁ, তুমি দুখীয়া, মই ধনী। মোৰ শাৰীলৈ উঠিবৰ বাবে তুমি ধনী হ'ব লাগিব। ধনী হ'বৰ বাবে তুমি আৰু বহুত বেয়া কাম কৰিব লাগিব। বহুত তললৈ নামিব লাগিব।

ঝৰ্ণালী : ধনী হ'ম। মই ধনী হ'ম। ধনী হৈ সমাজৰ ওপৰত ভীষণ প্ৰতিশোধ ল'ম।

মদন : তেতিয়াহ'লে তুমি ইমানতেই ক্লান্ত হৈ পৰিলে নহ'ব।

ঝৰ্ণালী : মোক লৈ ওলোৱা চাৰিওফালৰ বুবু-বাবাবোৰ মোৰ সহ্য নহয়।

মদন : সেইবোৰ সহ্য কৰিব পাৰিব লাগিব। পাছত দেখিবা তোমাৰ টকাই এইবোৰ সকলো তল পেলাই দিছে।

ঝৰ্ণালী : সেই অশ্লীল ইংগিতবোৰ মোৰ ভন্টী-ভাইটীহঁতে সহ্য কৰিব নোৱাৰে। সিহঁতে মোক মুখেৰে একো নকলেও সিহঁতৰ ভাব-ভংগীতে মই বুজি পাওঁ।

মদন : বুজি পায়ো তুমি নুবুজাৰ ভাও ধৰিব লাগিব। দেখিও নেদেখাৰ ভাও ধৰিব লাগিব। তেতিয়াহে তুমি ধনী হ'ব পাৰিবা। তুমি সমাজৰ ওপৰত প্ৰতিশোধ ল'ব পাৰিবা।

ঝৰ্ণালী : মই সমাজৰ ওপৰত প্ৰতিশোধ ল'ব পাৰিম?

মদন : তুমি পাৰিবা।

ঝৰ্ণালী : মই ধনী হ'ব পাৰিম?

মদন : পাৰিবা।

ঝৰ্ণালী : এয়াতো দিবাস্বপ্ন নহয়! এয়াতো ৰঙীণ কল্পনা নহয়!

মদন : এয়া কল্পনা নহয়। স্বপ্ন নহয়। এয়া কঠোৰ বাস্তব। নগ্ন বাস্তব।

ঝৰ্ণালী : মই ধনী হ'ম। মই প্ৰতিশোধ ল'ম। সমাজৰ ওপৰত, মোৰ নিজৰ ওপৰত। মই সকলো বুজিও, নুবুজাৰ ভাও ধৰিম; দেখিও নেদেখাৰ ভাও ধৰিম, শুনিও নুশুনাৰ ভাও ধৰিম। মই ধনী হ'ম, মই প্ৰতিশোধ ল'ম।

মদন : তুমি পাৰিবা। তুমি প্ৰতিশোধ ল'ব পাৰিবা। তুমি ধনী হ'ব পাৰিবা।

ঝৰ্ণালী : মই ধনী হ'ম। মই ধনী হ'ব পাৰিম। মই ধনী হ'ম।

**মঞ্চ এন্ধাৰ হ'ব।**

## দ্বিতীয় অংক
## প্ৰথম দৃশ্য

**মঞ্চত অকল প্ৰীতম থাকে। কিছু সময়ৰ পাছত গৌতম সোমাই আহে।**

প্ৰীতম ঃ দেউতা - - -

গৌতম ঃ হোঁ?

প্ৰীতম ঃ ক'ৰবালৈ যাব?

গৌতম ঃ নাই নাযাওঁ। কিবা ক'বি?

প্ৰীতম ঃ নাই, এনেয়ে সুধিছোঁ।

**দুয়ো কিছু সময় নিমাত। অলপ পৰৰ পাছত উত্তম সোমাই আহে। প্ৰীতম আৰু উত্তমৰ উপস্থিতি সহ্য কৰিব নোৱাৰি গৌতম যায়গৈ।**

উত্তম ঃ প্ৰীতম, তই ঘৰতে আছ?

প্ৰীতম ঃ অ' ককাইদেউ, তই ক'ৰপৰা আহিলি?

উত্তম ঃ এনেয়ে অলপ ফুৰিআহিলোঁ। গাটো ভাল লগা নাই।

প্ৰীতম ঃ কিবা অসুখ নেকি?

উত্তম ঃ অসুখ! নাই এনেয়ে ভাল লগা নাই। তই আজি ওলাই যোৱা নাই?

প্ৰীতম ঃ মন নগ'ল।

উত্তম ঃ হাৰুণ, বিজনহঁতে সুধিছিল। দেউতাই কিবা কৈছিল নেকি?

প্ৰীতম ঃ নাই কোৱা।

উত্তম ঃ **(নিজে নিজে)** এতিয়া বাৰু কেইটা বাজিল?

প্ৰীতম ঃ সাতটামান বাজিল চাগৈ।

উত্তম ঃ নাই, ইমান ৰাতি হোৱা নাই।

প্ৰীতম ঃ তেতিয়াহ'লে ছটা।

উত্তম ঃ বাইদেউ ওলাই গ'ল নেকি?

প্ৰীতম : বোধহয় নাই যোৱা।

: তই গম নাপাৱ?

প্ৰীতম : গম লোৱা নাই।

উত্তম : বৰ্ণালী ক'ত গ'ল জানো?

প্ৰীতম : তাই আবেলিতে ওলাই গ'ল, ঘৰত নাই।

**ঝৰ্ণালী সোমাই আহে।**

ঝৰ্ণালী : তইঁত ঘৰতে আছ? ভালেই হ'ল।

উত্তম : কিবা ক'বি নেকি বাইদেউ?

ঝৰ্ণালী : আজি বজাৰ কৰা নহ'ল নহয়?

উত্তম : অথনিৰেপৰানো কি কৰিছিলি?

ঝৰ্ণালী : তইঁত নাই বুলি ভাবিছিলোঁ।

উত্তম : এতিয়া কিমান সময় হ'ল গম পাৱ?

ঝৰ্ণালী : মোৰ ঘড়ীত ছটা হৈছে। যাচোন বজাৰখিনি লৈ আনগৈ।

উত্তম : মই বজাৰৰ পৰা এতিয়া আহিছোঁ আৰু নাযাওঁ।

**উত্তম যায়।**

ঝৰ্ণালী : ইচ্ এনেকৈ উচাৎ মাৰি ভিতৰলৈ গ'লেই হ'ব? বজাৰখনো কৰিব নোৱাৰে। এতিয়া মই গৈ বজাৰ আনি দিলেহে হ'ব।

প্ৰীতম : বাইদেউ, তই জানো কেতিয়াবা বজাৰ আনিছ?

ঝৰ্ণালী : নাই অনা, আনিব লাগিব। সেয়েহে বাকী থাকিল।

প্ৰীতম : তই ক'ৰবালৈ যাবলৈ ওলাইছ মিছাতে মুদটো কিহলৈ নষ্ট কৰিছ?

ঝৰ্ণালী : কোন দিনা ভাল মুদ লৈ বাহিৰলৈ ওলাই যাব পাৰিছোঁ? সদায় কিবা নহয় কিবা এটা লেঠা থাকিবই। কৈছোঁ নহয় অকণমান শান্তি নাই।

প্ৰীতম : ককাইদেউৰ গাটো ভাল নহয় বুলিছে, সদায়েতো সিয়ে বজাৰ কৰে।

ঝৰ্ণালী : প্ৰীতম - - -

প্ৰীতম : দে পইচা দে।

ঝৰ্ণালী : এই দহ টকা ল। কি কি আনিব লাগে বৰ্ণালীক সুধি ল'বি আৰু তাইক ক'বি, মই আজি ভাত নাখাওঁ। ইচ্ মোৰ দেৰিয়েই হ'ল।

**ঝৰ্ণালী যায়। কিছু সময়ৰ পাছত বৰ্ণালী সোমাই আহে।**

বৰ্ণালী : ককাইদেউ ---

প্ৰীতম : হা। অ' বৰ্ণালী।

বৰ্ণালী : আজি দেখোন এই পৰলৈকে ঘৰত?

প্ৰীতম : তই ক'লৈ গৈছিলি?

বৰ্ণালী : ইচ্ মই নথকাৰ বাবেহে যেন ঘৰৰপৰা ওলাই যাব পৰা নাই।

প্ৰীতম : মোৰ প্ৰশ্নৰ উত্তৰ সেইটো নহ'ল।

বৰ্ণালী : বাপৰে, খং একেবাৰে চুলিৰ আগত। এলিনহঁতৰ ঘৰলৈ গৈছিলোঁ।

প্ৰীতম : যোৱা কিমান সময় হ'ল খবৰ আছেনে?

বৰ্ণালী : আজি আবেলি চাহ খাবলৈ নাই পোৱা বাবে মোৰ ওপৰত খং উঠিছে হ'ব পাই? চেনী, চাহপাত, গাখীৰ একো নাই। সেই কাৰণে মই এলিনহঁতৰ ঘৰলৈ গ'লোঁগৈ।

প্ৰীতম : বাইদেৱে পইচা দি গৈছে --- কি কি বজাৰ লাগে ক'। তোৰ বাবে ৰৈ আছো।

বৰ্ণালী : অ' সেইটো কথা।

প্ৰীতম : বাইদেৱে লেম্প-চাকি জ্বলাইছে।

বৰ্ণালী : সদায়েতো ময়েই জ্বলাওঁ। বাইদেৱে এদিন জ্বলালে আৰু।

প্ৰীতম : দেউতা আহিছে। মই ওলাওঁগৈ, তই মোনাটো আন আৰু কি কি লাগে কৈ যাহি।

**গৌতম সোমাই আহে, প্ৰীতম যায়।**

বৰ্ণালী : দেউতা।

গৌতম : কি?

বৰ্ণালী : চেনী, গাখীৰ একো নাই, সেইবাবে চাহ কৰিব নোৱাৰিলোঁ।

গৌতম : জানো।

বৰ্ণালী : সৰু ককাইদেউ বজাৰৰ পৰা আহিলেই চাহ কৰি দিম।

গৌতম : নালাগে দে হ'ব। সদায়ে যে আবেলি চাহ খাব লাগিব তাৰ কি মানে আছে? আচলতে কি জান? এইবোৰ অভ্যাসত পৰিণত হৈছে।

বৰ্ণালী ঃ অভ্যাস হৈছে বাবেই কৈছোঁ, বজাৰ আনিলেই চাহ্ বনাই দিম।

গৌতম ঃ অভ্যাস কৰিব লাগে, কিন্তু অভ্যাসৰ বশৱৰ্তী হ'ব নাপায় । মই কি ভাবিছোঁ জান? পাৰিলে এই চাহ খোৱা, ভাত খোৱা, আদি অভ্যাসৰ বশৱৰ্তী নহওঁ।

বৰ্ণালী ঃ দেউতা যি-তি কথাবোৰ নক'বিচোন।

গৌতম ঃ এৰা! মোৰ কথাবোৰ আজিকালি তহঁতৰ মনত যি-তি হ'ব ধৰিছে।

বৰ্ণালী ঃ দেউতা, এনেকৈ কৈ থাকিলে মই কান্দি দিম।

গৌতম ঃ **(হুমুনিয়াহ কাঢ়ে।)** হোঁ! বৰ্ণালী মই পেঞ্চন পোৱা কিমান দিন হ'ল অ'?

বৰ্ণালী ঃ প্ৰায় দুবছৰ।

গৌতম ঃ দুবছৰ! এৰা দুবছৰ! বছৰবোৰ খুব সোনকালে গৈছে। বয়সো হৈছে। হিচাববোৰ কিবা খেলি-মেলি হৈ গৈছে। দুবছৰ! দুবছৰ হ'ল নহয়?

**বাহিৰত গাড়ীৰ হৰ্ণ।**

বৰ্ণালী ঃ মদন দদাইদেউ আহিছে।

গৌতম ঃ ঝৰ্ণালীতো ওলাই গ'লেই।

বৰ্ণালী ঃ বাইদেউক বাটত লগ নাপালে নেকি!

গৌতম ঃ হ'ব পাৰে। তই যা। প্ৰীতম চাগৈ বৈ আছে। দেৰি হ'লে বজাৰ বন্ধ হৈ যাব।

বৰ্ণালী ঃ অ' মই পাহৰিছিলোঁৱেই। যাওঁ পাই।

**বৰ্ণালী যায়।**

গৌতম ঃ দুবছৰ! চৌবিশ মাহ! বহুত সময়। বহুত পৰিবৰ্তন। মোৰ ঘৰখনৰ পৰিবৰ্তন। ঝৰ্ণালীৰ পৰিবৰ্তন। উত্তম, প্ৰীতমৰ পৰিৰ্বতন। বৰ্ণালী ডাঙৰ হ'ল। দুবছৰত তাই বহুত ডাঙৰ হ'ল আৰু মই, মই দুবছৰত বেছি বুঢ়া হ'লো।

**মদন সোমাই আহে।**

গৌতম ঃ অ' মদন, আহা, আহা। বহা।

মদন ঃ হ'ব দিয়ক।

গৌতম ঃ বহুত দিন অহা নাই।

মদন ঃ আহোঁ, আহোঁ কৰি, কামৰ হেঁচাত আহিবই পৰা নাই।

| | | |
|---|---|---|
| গৌতম | ঃ | বহাচোন— বহা। |
| মদন | ঃ | আপুনি দেখিছোঁ নেৰিব। |

**দুয়ো বহে।**

| | | |
|---|---|---|
| গৌতম | ঃ | তুমি হ'লা কামৰ মানুহ। আমাৰ ইয়ালৈ আহিবলৈ সময় পাবা ক'ত? |
| মদন | ঃ | নক'ব আৰু ককাইদেউ, ৰাইজৰ কাম নকৰিলেও নহয়; ৰাজহুৱা কামৰ লেঠাও বেছি। |
| গৌতম | ঃ | হেৰা মদন, মোকো ৰাজহুৱা কামত লগাব নোৱাৰানে? ঘৰত বহি বহি বৰ আমনি লাগিছে। ৰাইজৰ সেৱা কৰা হ'ব। দিয়াচোন এতিয়াও একেবাৰে বুঢ়া হৈ যোৱা নাই। কাম কৰিব পৰা অৱস্থাত আছোঁ। |

**মদনে হাঁহে।**

| | | |
|---|---|---|
| মদন | ঃ | ককাইদেউ, আপুনি বেচ হঁহোৱাব পাৰে। আপোনাক কোনে ক'লে বুঢ়া হৈছে বুলি? |
| গৌতম | ঃ | আনে ক'ব নালাগে নহয়। কথাটো কি জানা? এনেয়ে বহি থাকি মানুহটোতকৈ মনটো বেছি বুঢ়া হৈ যাব ধৰিছে। |
| মদন | ঃ | সেইটো অৱশ্যে হয়। |
| গৌতম | ঃ | মই পেঞ্চন পোৱাত অফিচৰ মানুহে মোৰ ফেয়াৰ-ওৱেলত সেই বেৰত আঁৰি থোৱা লাখুটিডাল আৰু ধুতি এখন, খদ্দৰৰ পঞ্জাৱী এটা উপহাৰ দিছিল। সিহঁতৰো আৰু চখ দিয়াচোন, পেঞ্চন পালোঁ বুলিয়েই লাখুটি ল'ব লগা হোৱাকৈ বুঢ়া হোৱা নাই। |
| মদন | ঃ | **(হাঁহি হাঁহি।)** ভাল কৈছে আৰু ককাইদেউ! সিহঁতেও বোধহয় ভৱিষ্যতে লাগিব বুলিয়েই দিছে। |
| গৌতম | ঃ | তোমাৰ অনুমান ঠিক। সেইবাবে ভাবিছোঁ, সেই ধুতি পাঞ্জাৱী পিন্ধি, এই লাখুটিডাল লৈ, ৰাইজৰ কামত সমাজৰ কামত লাগি গ'লে; বেচ সমাজসেৱক, দেশনেতা যেন লাগিব। আন নহ'লেও তোমাৰ লগ এটা হ'ব পাৰিম। কি কোৱাহে? |
| মদন | ঃ | **(হাঁহি হাঁহি।)** আকৌ হহোঁৱালে ককাইদেউ। আপুনিও ভাল জমাব পাৰে। বাৰু বাৰু হ'ব দিয়ক কিবা এটা। **(সুৰ সলায়।)** ঝৰ্ণালী নাই নেকি? |

গৌতম ঃ তাই দেখোন সাজি-কাছি ওলাই গৈছে।

মদন ঃ ঝৰ্ণালীয়ে তেতিয়াহ'লে মোকেই বিচাৰি গৈছে।

গৌতম . ঃ হয় হ'বলা।

মদন ঃ আজি মিনিষ্টাৰ এজন আহিছে। মেম'ৰিয়েল নামা এখন দিব লাগে। সেইবাবে ঝৰ্ণালী মোৰ ওচৰলৈ যোৱাৰ কথা। তেওঁ চাগৈ মোক বিচাৰি ফুৰিছে। মই আহোহে ককাইদেউ।

**বহাৰপৰা উঠে।**

গৌতম ঃ যোৱানে? চাহ-তাহ এটুপা - - -

মদন ঃ নাই নালাগে, অন্য এদিন আহি খাই যাম। ডাঙৰ মানুহ সময়মতে লগ ধৰিব নোৱাৰিলে পিছত লগ ধৰাই টান হ'ব।

গৌতম ঃ তেতিয়াহ'লে যোৱা আৰু।

মদন ঃ ভাল বাৰু আহোঁ।

**মদন যায়।**

গৌতম ঃ সমাজ সেৱা! দেশ সেৱক! দুবছৰ হ'ল। এৰা দুবছৰ! (**বেৰত ওলমাই থোৱা লাখুটি এডাললৈ চায়।**) দুবছৰ লাখুটিডাল এইদৰে বেৰত আঁৰা আছে। দুবছৰ হ'ল ঝৰ্ণালীয়ে মদন বৰাৰ লগত ৰাইজৰ, সমাজৰ, দেশৰ কাম কৰা। দুবছৰ হ'ল, দুবছৰেও উত্তম আৰু প্ৰীতমে এটা চাকৰি নাপালে। দুবছৰ! চৌবিশ মাহ, বহুত দিন, বহুত সময়, মই, মই দুবছৰত বেছি বুঢ়া হ'লোঁ। বুঢ়া হৈ গৈয়ে আছোঁ, কেৱল বুঢ়া হৈছোঁ, বুঢ়া হৈছো; বুঢ়া, বুঢ়া।

**মঞ্চ এন্ধাৰ হ'ব।**

## দ্বিতীয় দৃশ্য

**প্ৰীতম শুই থাকে। অলপ পাছত বৰ্ণালীয়ে হাতত একাপ চাহ আৰু এগিলাচ পানী লৈ সোমায় আহে।**

বৰ্ণালী : ককাইদেউ, অ' ককাইদেউ --- (**চাহ আৰু পানী টেবুলত থয়।**) ককাইদেউ, অ' ককাইদেউ!

প্ৰীতম : (**শুই থকাৰ পৰা।**) ওঁ ---

বৰ্ণালী : উঠ, কিমান শুব আৰু?

প্ৰীতম : হোঁ। --- কি হ'ল?

বৰ্ণালী : উঠ আকৌ।

প্ৰীতম : দিগদাৰ নকৰ, শুব দে।

বৰ্ণালী : বহুত পৰ হ'ল উঠ। ককাইদেউ, অ' ককাইদেউ ---

প্ৰীতম : এহ! হ'ব দে যিমান দেৰি হয়।

বৰ্ণালী : চাহ আনিলোঁ, উঠ। চেঁচা হ'ব।

প্ৰীতম : এতিয়া নাখাওঁ যা, পিছত আনিবি।

বৰ্ণালী : মই আকৌ আনিব নোৱাৰোঁ। মই মেজতে পানী গিলাচ আৰু চাহ কাপ থৈ দিছোঁ, চেঁচা হ'লে মোৰ গাত দোষ নাই।

প্ৰীতম : চেহ্, তোৰ পৰা আৰু ভালকৈ শুব নোৱাৰি।

**প্ৰীতম উঠি বহে।**

বৰ্ণালী : ইমান পৰ শুবাৰ পাছতো ভালকৈ শুব লাগেনে?

**প্ৰীতমে গিলাচৰ পানীৰে কুলি কৰি খিৰিকিয়েদি পেলায়।**

প্ৰীতম : ৰাতি কিমান সময়ত শুইছোঁ জান জানো? থানাৰ ঘন্টাত এটাৰ কোব মাৰোতে মই সাৰেই আছোঁ।

বৰ্ণালী : তোকনো কোনে সাৰ পাই থাকিবলৈ কৈছিল।

প্ৰীতম : (**খঙত।**) এই, তোক কতবাৰ কৈছোঁ ভঙা কাপত চাহ নিদিবি। ৰাতিপুৱাই, ৰাতিপুৱাই নালভঙা কাপটো লৈ আহিছে।

বৰ্ণালী : নালটো ভাঙি থাকিল, মইনো কি কৰিম?

প্ৰীতম : এইটোত মই চাহ নাখাওঁ, লৈ যা অন্য কাপ এটা আনগৈ। (**কিছু সময় ৰয়।**) কি হ'ল? বুৰ্বকৰ দৰে ৰৈ আছ যে? লৈ নাযাব কিয়?

বৰ্ণালী : ভাল কাপ আৰু নাই।

প্ৰীতম : কি!

বৰ্ণালী : **(থোকাথুকি মাতেৰে।)** ভাল কাপ থাকোতে কোন দিনা মই তোক ভঙা কাপত চাহ দিছোঁ?

প্ৰীতম : আগতে কোৱা নাই কিয়? মইনো কিদৰে জানো ভাল কাপ নাই বুলি!

বৰ্ণালী : **(কান্দি।)** ক'বলৈ সুবিধা দিছ কেতিয়া? মই জানো ৰাতিপুৱাই নাল ভঙা কাপত চাহ দি, তোৰ ৰং চাব আহিছোঁ!

প্ৰীতম : হ'ব যা, নাই যদি তই ক'ৰপৰা আনিবি?

বৰ্ণালী : **(কান্দি, কান্দি।)** ঘৰখনত কি আছে, কি নাই তহঁতে জানো খবৰ লৈছ? আলহী এজন আহিলে চাহ দিবলৈ ঘৰখনত ভাল কাপ এটা নাই।

প্ৰীতম : যা, যা হ'ল আৰু কান্দিব নেলাগে। এইক কথা এটা ক'ব নোৱাৰি। **(চাহ খাই খাই।)** কাপ কেইটামান আনিব লাগিব। যা, মুখ ধুবলৈ পানী দেগৈ।

বৰ্ণালী : দেৰি নকৰিবি, জলপানো উলিয়াওঁগৈ।

**বৰ্ণালী যায়।**

প্ৰীতম : ঘৰখনত কি আছে, কি নাই একোৱেই নাজানো। এৰা নিজৰ ঘৰখনৰ বিষয়ে একোৱেই নাজানো। একো খবৰেই লোৱা নাই। খবৰ! বহুত খবৰ! ঘৰৰ খবৰ, পৰৰ খবৰ, নিজৰ খবৰ। নিজৰ খবৰ! নিজৰ খবৰো লাহে লাহে নজনা হৈ আহিছোঁ।

**নেপথ্যত উত্তমৰ মাত।**

উত্তম : প্ৰীতম।

প্ৰীতম : **(চিঞৰি।)** ককাইদেউ।

**উত্তম ভিতৰলৈ আহে।**

উত্তম : এই তোৰ ওচৰত ভাল কামিজ এটা হ'ব নেকি? মোৰ গোটেই কেইটাৰ বুটাম চিঙি আছে আৰু কলাৰবোৰো ফটা।

প্ৰীতম : জানো থাকিব পাই, চাব লাগিব।

উত্তম : চাচোন চা।

প্ৰীতম : চাৰ্ট কেলৈ?

উত্তম : ইন্টাৰভিউ এটা আছে, দি থৈ আহোঁগে।

প্ৰীতম : তই আজিলৈকে কিমান ইন্টাৰভিউ দিলি অ' ককাইদেউ?

উত্তম : হিচাব নাই।

প্ৰীতম : এইবাৰ এইটো কিবা হিচাবত পৰিবনে?

উত্তম : মানে?

প্ৰীতম : মানে চাকৰি পোৱা আশা আছেনে?

উত্তম : ইন্টাৰভিউটো দি লওঁচোন।

প্ৰীতম : তই এনেই ডিগ্ৰী ল'লি, বহুত কথাই নাজান। ইন্টাৰভিউৰ আগতেই বহুতৰে চাকৰি কনফাৰ্ম হৈ যায়।

উত্তম : সেইবোৰ আছেই আৰু - - -

প্ৰীতম : জানিও ইন্টাৰভিউ দি আছ?

উত্তম : এটা সৰু আশা, যেনিবা পাওঁৱেই।

প্ৰীতম : আচলতে কি জান? আমি সৰু সৰু মানুহবোৰে, সৰু সৰু আশাবোৰ বেচি কৰোঁ আৰু এই সৰু সৰু আশাবোৰ যেতিয়া এটা বৃহৎ আশাত পৰিণত হয়, তেতিয়া আমি সেইটো বলে নোৱাৰা হওঁ।

উত্তম : আমাৰ ঘৰখনত চাকৰি এটাৰ একান্ত প্ৰয়োজনৰ কথা ভাবিয়েই ইন্টাৰভিউ দি আছোঁ।

প্ৰীতম : এৰা, ঘৰখনত চাকৰি এটাৰ বৰ প্ৰয়োজন।

উত্তম : কেতিয়াবা লাকে ফেভাৰ কৰেইবা।

প্ৰীতম : ময়ো সেইটোৱেই আশা কৰোঁ। বাইদেউৰ ওপৰত নিৰ্ভৰ কৰি আৰু কিমান চলিম?

উত্তম : ডেকা ল'ৰা হৈ, বাইদেউৰ অনুগ্ৰহৰ ওপৰত চলিবলৈ লাজ লগা হৈছে।

প্ৰীতম : এতিয়া বৰ্ণালীয়ে কৈছে ঘৰত এটাও চাহ খোৱাৰ ভাল কাপ নাই, সকলো কাপ ভাঙি গৈছে।

উত্তম : সেইবোৰ দেখোন চিন্তা কৰিবলৈ ভয় লাগে। চাকৰি এটা পালে ঘৰখনৰ থান-থিত লগাব লাগিব।

প্ৰীতম : তই চাকৰি এটা পোৱালৈকে, ঘৰখনত আমি এই নাল ভঙা কাপটোৰ দৰে থাকিব লাগিব।

উত্তম : সেই বাবেই তোক কৈছোঁ, পৰীক্ষাটো দি দে, পাছ কৰিলে দুয়োটাই চেষ্টা কৰি চাকৰি এটা যোগাৰ কৰিব পাৰিলোহেঁতেন।

প্ৰীতম : লাভ নাই, মাত্ৰ এটা ডিগ্ৰী। তোৰ বুটাম নথকা, কলাৰ ফটা কামিজবোৰৰ দৰে।

উত্তম : তই কি কৰ বুজি নাপাওঁ। চাওঁ কামিজটো দে।

প্ৰীতম : বৰ্ণালীক সোধগৈ, ধোৱা আছে যদি লৈ যা।

উত্তম : মানে ইষ্ট্ৰী কৰাব লাগিব?

প্ৰীতম : অঁ,

উত্তম : বাইদেউ শুই উঠিল নে নাই জানো!

প্ৰীতম : কেলৈ?

উত্তম : পইচা কেইটামান ল'ব লাগিছিল।

প্ৰীতম : আকৌ বাইদেউৰ অনুগ্ৰহ।

উত্তম : উপায় নাই, কামিজটো ইষ্ট্ৰী কৰাবলৈ দিব লাগিব, আজিৰ বাবে পকেট খৰছ কেইটামানো লাগে।

প্ৰীতম : পকেট খৰছ, কামিজ ইষ্ট্ৰী, এইবোৰ আমাৰ বাবে বাইদেউহঁতে বিলাসিতা বুলি ভাবে।

উত্তম : দেউতাইও সেই চাকৰি কালত খেতি মাটি অলপ লৈ থ'ব নোৱাৰিলে। অন্ততঃ খেতি কৰিব পাৰিলোহেঁতেন। দেউতাই কেৱল খোৱাটোকে ঠিক ৰাখিলে।

প্ৰীতম : জান ককাইদেউ, দেউতাৰ দৰে এক শ্ৰেণী মানুহ বৰ অঁকৰা আছিল। নিজে আৰু ল'ৰা-ছোৱালীৰে সৈতে ভালকৈ মাছে-ভাতে এগাল খাই থাকিব পাৰিলেই সকলো দায়িত্ব শেষ বুলি ভাবিছিল।

উত্তম : আৰু যি দুটা ল'ৰা জন্ম দিলে, সেয়াও মস্ত অপদাৰ্থ দুটা।

**উত্তম আৰু প্ৰীতমে হাঁহে। এনেতে ঝৰ্ণালী সোমাই আহে।**

ঝৰ্ণালী : দুই ভাই-ককাই লগ লাগি খুব হাঁহিছ দেখোন। কিনো ইমান হাঁহি উঠা কথা ওলাইছে?

প্ৰীতম : আহ, আহ বাইদেউ, তয়ো যোগ দে।

উত্তম : আৰু বৰ্ণালীকো মাতি আন, চাৰিওটাই একেলগে লগ লাগি পেটৰ নাড়ী ডাল ডাল হোৱাকৈ হাঁহো।

**আকৌ হাঁহে।**

ঝৰ্ণালী : কি হ'ল, কিয় ইমান হাঁহিছ?

প্ৰীতম : এনেই হাঁহিছোঁ। **(হাঁহি।)** হাঁহিবলৈ মন গৈছে, হাঁহিছো। **(হাঁহে।)** তয়ো হাঁহ।

**আকৌ হাঁহে।**

ঝৰ্ণালী : হ'ল হ'ল, পাগলৰ দৰে হাঁহিব নেলাগে।

উত্তম : বাৰু নাহাঁহো।

প্ৰীতম : নাহাঁহো।

ঝৰ্ণালী : মই কেলৈ আহিলো ক'ব পাৰ?

প্ৰীতম : নিশ্চয় বিনা প্ৰয়োজনত অহা নাই।

ঝৰ্ণালী : অ' প্ৰয়োজন আছে বাবে আহিছোঁ।

প্ৰীতম : জানো বাইদেউ, মোৰ কোঠালৈ বিনা কাৰণত কোনো নাহে। সকলোৰেই এটা নহয় এটা কাৰণ লৈহে আহে।

ঝৰ্ণালী : মানে?

প্ৰীতম : মোৰ লগৰ কেইটা আহে নাটক কৰাৰ কাৰণ লৈ, বৰ্ণালী আহে চাহ দিবলৈ বা ভাত খোৱাৰ কথা লৈ, আজি ককাইদেউ আহিছে এটা কাৰণ লৈ; তয়ো আহিছ কাৰণ লৈ। এনেয়ে আজিলৈকে কোনো অহা মোৰ মনত নপৰে।

ঝৰ্ণালী : তোৰ কথাই বেছি। **(অলপ ৰয়।)** পিছে তহঁতে কি কৰোঁ বুলি ভাবিছ?

উত্তম : কি কৰোঁ বুলি ভবা মানে?

ঝৰ্ণালী : মানে কিবা এটা নকৰিলে কিদৰে ঘৰখন চলিব? দেউতাৰ পেঞ্চনৰ টকাকেইটাৰ ওপৰতে আশা কৰি থাকিলে জানো হ'ব?

উত্তম : কপাল মণ্ড, চাকৰি এটা পোৱা নাই।

প্ৰীতম : বাইদেউ, কৰোঁ বুলিতো একো কৰিব নোৱাৰি।

ঝৰ্ণালী : মই কথা এটা ভাবিছোঁ।

উত্তম, প্ৰীতম : **(একেলগে)** কি?

ঝৰ্ণালী : কালি মদন বৰা দদাইদেউৰ লগত তহঁতৰ বিষয়ে কথা পাতিছিলোঁ।

প্ৰীতম : আমাৰ কথা আকৌ মদন বৰাৰ লগত কিয় পাতিব লগা হ'ল?

ঝৰ্ণালী : গোটেই কথাটো শুনি ল। আমি দুয়ো কৃষ্ণা ঠিকাদাৰৰ লগত কথা হৈছোঁ। তোক **(উত্তমৰ প্ৰতি)** তেখেতৰ মেনেজাৰ হিচাপে ৰাখিব আৰু তোক **(প্ৰীতমক)** মহৰী হিচাপে ৰাখিবলৈ সন্মত হৈছে। দৰমহাও ভাল দিব।

উত্তম : কৃষ্ণাৰ ইমান ডাঙৰ কাৰবাৰ নে মেনেজাৰৰ প্ৰয়োজন হ'ল?

| | | |
|---|---|---|
| ঝৰ্ণালী | ঃ | মেনেজাৰ কিয় মহৰী এটাৰো তেখেতৰ প্ৰয়োজন নাই, মোৰ খাতিৰত তহঁতক ৰাখিব বিচাৰিছে। |
| প্ৰীতম | ঃ | তোৰ খাতিৰত আজি আমাক চাকৰি দিছে, আকৌ যদি কালিলৈ তোৰ খাতিৰতে বৰ্ণালীৰো চাকৰি এটাৰ ব্যৱস্থা কৰি দিয়ে। |
| ঝৰ্ণালী | ঃ | তই কি ক'ব বিচাৰিছ? |
| প্ৰীতম | ঃ | মই কি ক'ব বিচাৰিছো সেয়া তই ভালদৰে বুজি পাইছ। কিন্তু নুবুজাৰ অভিনয় কৰিছ। মই জানো বাইদেউ, সচা জীৱনত তই এজনী নিখুঁত অভিনেত্ৰী। |
| ঝৰ্ণালী | ঃ | **(খঙত)** প্ৰীতম! |
| উত্তম | ঃ | মই লোকৰ অনুগ্ৰহ লৈ চাকৰি নকৰোঁ। |
| প্ৰীতম | ঃ | মোৰো একে কথা, বিশেষকৈ তোৰ খাতিৰত মই কাৰোবাৰপৰা কিবা এটা নিবিচাৰোঁ। |
| ঝৰ্ণালী | ঃ | লাজ পাব? মোৰ খাতিৰত পোৱা চাকৰি কৰিবলৈ লাজ পাব? |
| প্ৰীতম, উত্তম | ঃ | **(একেলগে)** নিশ্চয়। |
| ঝৰ্ণালী | ঃ | কিন্তু এই দৰে দুটা মস্ত ডেকা ল'ৰাই ঘৰত বহি বহি খাবলৈ লাজ নাপাব? |
| উত্তম, প্ৰীতম | ঃ | **(একেলগে)** বাইদেউ! |
| | | **ইতিমধ্যে বৰ্ণালী সোমাই আহে।** |
| ঝৰ্ণালী | ঃ | দেউতাৰ পেঞ্চনৰ টকাৰ ওপৰত নিৰ্ভৰ কৰি খাবলৈ লাজ নাপাব? মই গাভৰু ছোৱালী এজনীয়ে কামানি কৰি আনি দিয়া খাবলৈ লাজ নাপাব? |
| প্ৰীতম | ঃ | হ'ল বাইদেউ, বন্ধ কৰ। |
| ঝৰ্ণালী | ঃ | বন্ধ কৰিব লাগে, শুন, তহঁতে শুনিব লাগিব। মই কিদৰে টকা ঘটি তহঁতক ঘৰখনক পোহ-পাল দিছো সেয়া কি তহঁতে নজনাকৈ আছ? |
| উত্তম | ঃ | বাইদেউ! |
| ঝৰ্ণালী | ঃ | সেইবোৰ তহঁতৰ লাজ নালাগে? তহঁতৰ লাজ লাগে আনৰ অনুগ্ৰহ ল'বলৈ, তহঁতৰ লাজ লাগে মোৰ খাতিৰত চাকৰি কৰিবলৈ। **(কান্দে)** মই তিল, তিলকৈ যে শেষ হৈ গৈছো; তাক দেখি তহঁতে লাজ নাপাব? তহঁতে - - - তহঁতে মোৰ কামানি খাবলৈ লাজ নাপাব? মোৰ কামানি খাবলৈ লাজ নাপাব? |
| | | **ঝৰ্ণালীয়ে কান্দি কান্দি যায়গৈ। বৰ্ণালীয়েও কান্দে।** |
| | | **লগে লগে মঞ্চ এন্ধাৰ হ'ব।** |

## তৃতীয় দৃশ্য

**মঞ্চত কেৱল প্ৰীতম থাকিব।**

প্ৰীতম : বহুবাৰ
বহু বিফলতা
শেলুৰৈ পৰা মজিয়াৰ
প্ৰতিটো খোজত।
আস্তিনৰ বুটাম চিঙা,
ফটা কলাৰত
গভীৰ এন্ধাৰৰ নৈঃশব্দ,
ভাৰহীন শূন্যত।
মোৰ প্ৰতিচ্ছবি তাত।
কলমৰ খোচত কলিজাৰ ৰক্তেৰে
লিখিছোঁ এটি কবিতা।
পুৰি পুৰি শেষ হওঁ হওঁ,
টিপ চাকিৰ তেল;
এলান্ধু এন্ধাৰত পোহৰৰ পানীগছা
বুকুত পাটীদৈৰ
ভগ্ন সৰল ৰেখাৰ চতুৰ্ভূজৰ
এটা নতুন কবিতা।

**বৰ্ণালী সোমাই আহে।**

বৰ্ণালী : ককাইদেউ!
প্ৰীতম : হোঁ?
বৰ্ণালী : ভাত নাখাব?
প্ৰীতম : বাইদেৱে খালে?
বৰ্ণালী : নাই খোৱা, খাব।
প্ৰীতম : **(হুমুনিয়াহ কাঢ়ে।)**
বৰ্ণালী : আজি কেইবাদিনো বাইদেউ ক'লৈকো যোৱা নাই।

প্ৰীতম : জানো।

বৰ্ণালী : ককাইদেৱে সিদিনা ইন্টাৰভিউ দিবলৈ নগ'ল।

প্ৰীতম : জানো।

বৰ্ণালী : বাইদেৱে সিদিনা তইঁতক তেনেকৈ কৈ খুব দুখ পাইছে। সিদিনা ৰাতিটো কান্দি আছিল।

প্ৰীতম : জানো বৰ্ণালী, সকলো জানো। বাইদেউৰ অন্তৰৰ কথা বুজোঁ, ককাইদেউৰ অন্তৰৰ কথা বুজোঁ; তোৰ অন্তৰৰ কথা বুজোঁ আৰু অন্তৰৰ কথা বুজোঁ বাবেই কাকো একো এটা ক'ব নোৱাৰোঁ। জানোচা অন্তৰত আঘাত লাগে।

বৰ্ণালী : বাইদেৱে কেতিয়াও আমাৰ বেয়াটো নিবিচাৰে।

প্ৰীতম : আমাৰ বেয়াটো নিবিচাৰে বাবেই, আমি বেয়া নহওঁ বুলিয়েই; আমাক ভাল কৰি ৰাখিবৰ বাবেই বাইদেউ নিজে বেয়া হৈ গৈছে। **(অলপ সময় নিমাত।)** নাই এনেকৈ থাকিলে নহ'ব, কিবা এটা কৰিব লাগিব।

বৰ্ণালী : কি কৰিবি?

প্ৰীতম : আৱশ্যক বুজি চব কৰিম।

বৰ্ণালী : তোৰ খং উঠিছে?

প্ৰীতম : এই খঙৰ কোনো মূল্য নাই।

বৰ্ণালী : কিয়?

প্ৰীতম : এই খং অক্ষম। মাত্ৰ দেৱালত নিজৰ মূৰ ঠেকেচোৱা।

বৰ্ণালী : তেতিয়াহ'লে!

প্ৰীতম : ক'ৰবালৈ গুচি যাম।

বৰ্ণালী : ক'লৈ?

প্ৰীতম : এইখন ঠাই এৰি, বহুত দূৰলৈ।

বৰ্ণালী : তাৰমানে তই পালায়নবাদী মনোবৃত্তি পোষণ কৰিছ? তই পলাতক হ'ব বিচাৰিছ ? কিন্তু তোৰতো সেই আদৰ্শ নাছিল?

প্ৰীতম : নহ'লে মই কি কৰিম? ঘৰখনত এটা বোজা হৈ আৰু কিদৰে থাকিম? চাকৰি এটাও পাবলৈ নাই, বিজ্‌নেচ কৰিবলৈও টকা নাই।

বৰ্ণালী : তয়ে যদি ইমান সোনকালে হাৰ মান, তেতিয়াহ'লে আমি কি কৰিম?

প্ৰীতম : বৰ্ণালী! (**বৰ্ণালীলৈ চায়।**) এৰা! হাৰ মানিব নোৱাৰি।

বৰ্ণালী : তইতো বহি থাকিম বুলি ঘৰত বহি থকা নাই?

প্ৰীতম : বহি নাথাকিও লাভ হোৱা নাই।

বৰ্ণালী : কিয়?

প্ৰীতম : চাৰিওফালে অন্যায়। ইন্টাৰভিউত অন্যায়, চাকৰি পোৱাত অন্যায়, মানুহ হৈ জীয়াই থকাতো অন্যায়। অন্যায়, কেৱল অন্যায়।

বৰ্ণালী : এই অন্যায়ৰ কথা জানিও আমি নীৰৱ দৰ্শক। আমি যেন পকা দেৱালৰ মাজৰ একোজন কয়দী।

প্ৰীতম : এই নীৰৱতা ভংগ কৰিব লাগিব, চাৰিওফালৰ এই পকা বন্ধ দেৱাল ভাঙি চুৰমাৰ কৰি দিব লাগিব আৰু তাৰ বাবে যুঁজ কৰিব লাগিব।

বৰ্ণালী : কাৰ লগত তোৰ যুঁজ?

প্ৰীতম : দুনিয়াৰ লগত। চৌপাশৰ মানুহবোৰৰ লগত। তহঁতে যাক সমাজ বোল, সেইবোৰৰ লগত। তাৰ ব্যৱস্থাবোৰৰ লগত।

বৰ্ণালী : ককাইদেউ, আৱেগিক হ'লে নহ'ব। যুক্তিৰে সকলো বিবেচনা কৰিব লাগিব। অনুভূতিপ্ৰৱণ হ'লে নহ'ব। যুঁজিবৰ বাবে প্ৰস্তুতি লাগিব, অস্ত্ৰ লাগিব।

প্ৰীতম : মোৰ অস্ত্ৰ, মোৰ লিখনি; মোৰ নাটক।

বৰ্ণালী : তাকে ভালদৰে ব্যৱহাৰ কৰিবলৈ জানিব লাগিব।

প্ৰীতম : বৰ্ণালী, তোক আজি আমাৰ মাৰ নিচিনা লাগিছে। তই আজি মোতকৈ বয়সত নহ'লেও জ্ঞানত বহু ডাঙৰ হৈ গৈছ। মই গৌৰৱ কৰিছোঁ তোৰ দৰে এজনী ভনী পোৱাৰ বাবে।

বৰ্ণালী : অন্তৰত সদায় কিছুমান কথা গুজৰি-গুমৰি থাকে, প্ৰকাশ কৰিবলৈ নোৱাৰি বোবা, পংগু হৈ থাকোঁ। বিশেষকৈ দৰিদ্ৰতাই আমাক বেছি পংগু কৰি পেলাইছে।

**বাহিৰত হাৰুণৰ মাত।**

হাৰুণ : (**বাহিৰৰপৰা।**) প্ৰীতম, অ' প্ৰীতম।

প্ৰীতম : (**বাহিৰলৈ চায়।**) অ' হাৰুণ, বিজন! আহ, আহ।

**হাৰুণ আৰু বিজন সোমাই আহে।**

হাৰুণ : কিহে দোস্ত, দুদিনমান দেখোন খবৰেই নাই?

বিজন : নতুন কিবা নাটক-চাটক লিখা হৈছে নেকি?

বৰ্ণালী : বন্ধুক নেদেখি একেবাৰে থাকিব নোৱাৰা হৈছা নেকি?
হাৰুণ : আহ! তই নুবুজ, এইবোৰ বহুত কথা।
বৰ্ণালী : তোমালোকেতো সদায় আমি বুজি নোপোৱা কথাকে কোৱা।
হাৰুণ : তই পেক্‌পেকাই নাথাকিবি যা।
বৰ্ণালী : কৈ দিয়া মই থাকিলে তোমালোকৰ কথা পতাত অসুবিধা হয়। বাৰু তোমালোকক আমনি নকৰোঁ।
হাৰুণ : যা, যা - - -

**বৰ্ণালী হাঁহি হাঁহি যায়গৈ।**

বিজন : কি হ'ল কচোন, দুদিনমান দেখা সাক্ষাৎ নাই যে?
প্ৰীতম : এনেই।
হাৰুণ : ও-হোঁ, নহয়। এনেই বুলি ক'লেই সকলো শেষ নহয়।
বিজন : কিবা এটা কাৰণ নিশ্চয় আছে।
প্ৰীতম : কাৰণ মানে, এনেই। গাটো ভাল নহয়, ওলাই যাবলৈ মন যোৱা নাই বাবে; যোৱা নাই।
হাৰুণ : অ' তইঁতৰ মনৰো কথা এটা আছেতো! সাহিত্যিক মানুহ।
প্ৰীতম : সাহিত্যিক মানুহ। ঘৰত সোমাই থকাটো সাহিত্যিকৰ ঢং। হ'লতো!
বিজন : হাৰুণ, পালি এতিয়া?
হাৰুণ : বাৰু মোৰ কথাটো উঠাই লৈছোঁ। এতিয়া কৈলৈ আহিছোঁ তাক সোধ।
প্ৰীতম : ক'ৰবালৈ ফুৰিবলৈ যাৱ, মই ওলাব লাগে।
বিজন : চব কথাতে জনাটো নোলাবিচোন।
প্ৰীতম : নহ'লে আৰু কি?
হাৰুণ : নাটক এখন কৰিব লাগে।
প্ৰীতম : অঁ কৰিব লাগে।
বিজন : কৰিব লাগে মানে, নাটক এখন লিখিব লাগে।
প্ৰীতম : অঁ লিখিব লাগে।
হাৰুণ : লিখিব লাগে মানে? কোনে লিখিব? তই লিখিব লাগিব।
প্ৰীতম : অঁ মই লিখিম।
হাৰুণ : পেঙ্‌লাই নকৰিবি বুজিছ?
প্ৰীতম : পেঙ্‌লাই নহয়, নাটক এখন লিখিব লাগে, লিখিম আৰু।
বিজন : বৰ সোনকালে সন্মত হ'লি দেখোন!

| | | |
|---|---|---|
| হাৰুণ | ঃ | মুদত আছ নেকি ? |
| প্ৰীতম | ঃ | মুদৰ কথা নহয়, নাটক এখন লিখিম বুলি ভাবিয়ে আছোঁ। বহুত দিন নাটক লিখা হোৱা নাই। |
| বিজন | ঃ | অতি সুন্দৰ কথা, আমিতো তাকে বিচাৰোঁ। |
| হাৰুণ | ঃ | প্ৰীতম, এইবাৰ এটা নতুন টেক্‌নিক্ দিবি। |
| প্ৰীতম | ঃ | টেক্‌নিক্‌তো সদায়ে নতুন। বক্তব্যবোৰহে কওঁতে কওঁতে পুৰণি হৈ গৈছে। |
| হাৰুণ | ঃ | মোৰ কথা হ'ল, এখন ভাল নাটক লাগে। অভিনয় কৰিব পৰা এখন নাটক। |
| প্ৰীতম | ঃ | বাৰু, মই এটা কথা ভাবিছোঁ, মোৰ জীৱনকলৈ যদি এখন নাটক লিখোঁ; তেতিয়া দৰ্শকে বাৰু গ্ৰহণ কৰিবনে ? |
| বিজন | ঃ | কিয় নকৰিব ? নিশ্চয় কৰিব। |
| প্ৰীতম | ঃ | কিন্তু, মোৰ জীৱন-নাটকত মই নিজে ক্লাইমেক্স সৃষ্টি কৰিব পাৰোনে নোৱাৰোঁ সেইটোহে সন্দেহ। |
| হাৰুণ | ঃ | তই কথাই প্ৰতি চিৰিয়াছ নহবিচোন। |
| প্ৰীতম | ঃ | নহয়, মই ভাবিছো, মোৰ সচা জীৱনক লৈ যদি নাটক লিখোঁ; তেতিয়া এখন গতানুগতিক পেন্-পেনিয়া নাটকৰ বাহিৰে একোৱেই নহয়। |
| হাৰুণ | ঃ | হ'ব। তই যি লিখ সেয়াই নাটক। আমি অভিনয় কৰিম। এতিয়া তোৰ লেক্‌চাৰ বন্ধ। কাম এটা আছে, আমি তোক নিব আহিছোঁ, তই যাবি নে নাযাব ক'? |
| বিজন | ঃ | নাযাবলৈ কিটো আছে! এই প্ৰীতম ব'ল। |
| প্ৰীতম | ঃ | হোঁ ? ঠিক আছে ব'ল। ঘৰত থাকি ভাল লগা নাই। অলপ ওলাই গ'লে ভাল লাগিব। |
| বিজন | ঃ | তেতিয়াহ'লে তই ওলাই আহ, আমি আগফালে ৰৈছোঁ। |
| প্ৰীতম | ঃ | অঁ মই ওলাওঁ। |
| হাৰুণ | ঃ | দেৰি নকৰিবি কিন্তু। |
| প্ৰীতম | ঃ | নাই, নাই নকৰোঁ। এই গৈছোঁ। |

**হাৰুণ আৰু বিজন যায়।**

| | | |
|---|---|---|
| প্ৰীতম | ঃ | ঘৰৰ পৰা ওলাই গ'লে ভাল লাগিব। মই পলাব বিচাৰিছোঁ! এটা পলায়নবাদী মনোবৃত্তি পোষণ কৰিছোঁ! কিন্তু মোৰতো সেই আদৰ্শ নহয়। নাই, মই হাৰ নামানো। ইমান সোনকালে হাৰ নামানো। যুঁজিম। মই যুঁজিম। |

**মঞ্চ এন্ধাৰ হ'ব।**

## চতুৰ্থ দৃশ্য

**বাহিৰৰপৰা ঝৰ্ণালী আৰু মদন মঞ্চলৈ সোমাই আহে।**

ঝৰ্ণালী : হ'ব দিয়ক, কিবা এটা কৰিব লাগিব।

মদন : তেতিয়াহ'লে মই নিঃচিন্ত হ'ব পাৰোঁ।

ঝৰ্ণালী : তাৰমানে আপুনি সকলো দায়িত্ব মোৰ ওপৰত এৰি দিব বিচাৰিছে?

মদন : নহয়, নহয় তুমি সেইটো নাভাবিবা, মিটিং-চিটিংবোৰ তোমালোক ছোৱালীবোৰে এৰেঞ্জ কৰিলে, বিশেষকৈ তুমি লীড ল'লে ভাল হয়।

**গৌতম সোমাই আহে।**

গৌতম : অ' মদন আহিলা?

মদন : হয় ককাইদেউ, আপোনাৰ খবৰ এটা কৰি যাওঁ বুলিয়ে আহিলোঁ।

গৌতম : ভাল কৰিলা, ভাল কৰিলা, এ - - - থিয় দি আছা যে বহা।

ঝৰ্ণালী : এ দেখিছানে বাৰু থিয়ৈ থিয়ৈ মই কথা চোবাই আছোঁ, বহিব যে দিব লাগে খবৰেই নাই।

গৌতম : কথা ক'ব পালে তই জানো অন্য কথা মনত ৰাখ?

মদন : হ'ব হ'ব। মই ঘৰৰ মানুহ, মোক আকৌ বহিব ক'ব লাগেনে?

ঝৰ্ণালী : ঘৰৰ মানুহ হ'লেও - - -

মদন : মানে এটা ভদ্ৰতা নহয় জানো? (**বহে।**)

ঝৰ্ণালী : আপুনি আৰু কয় - - -

গৌতম : হেৰ' তই কথা কৈয়ে থকিবিনে? নাই মদনৰ বাবে চাহ-তাহৰ ব্যৱস্থা এটা কৰিবি?

মদন : নাই ককাইদেউ, চাহ নালাগে; চাহ আমি এতিয়া খায়ে আহিছোঁ।

গৌতম : তেতিয়াহ'লে চাহ নোখোৱা?

ঝৰ্ণালী : জানে দদাইদেউ, দেউতাই মোক কথা কোৱা দেখিবই নোৱাৰে।

গৌতম : তই জানো কথা ক'লে, আনক কথা ক'বলৈ সুবিধা দিয়?

মদন : ককাইদেউ, কথা ক'ব পৰাটোও মানুহৰ এটা গুণ। তাতে ঝৰ্ণালীৰ নিচিনা ছ'চিয়েল ৱৰ্কাৰবিলাকে কথা ক'ব পাৰিবই লাগিব। নহ'লে মিটিঙত লেক্‌চাৰ দিব কিদৰে?

গৌতম : সেই বুলিয়ে আৰু দেশ, কাল, পাত্ৰ নোচোৱাকৈ কথা চোবোৱাৰ কোনো অৰ্থ নাই।

ঝৰ্ণালী : দেউতাৰ হ'ল আৰু। এতিয়া একেটাকে গাই থাকিব।

মদন : দদাইদেৱে ঠিকেই কৈছে, ঝৰ্ণালীয়ে কিন্তু কথা ক'বলৈ বাৰুকৈ পাৰে।

ঝৰ্ণালী : আপুনিও সেই একে, দেউতাৰ ফলীয়া। (যাব ধৰে।)

মদন : উচাৎ মাৰি ক'ত যোৱা? শুনাচোন, শুনা।

ঝৰ্ণালী : নাই নালাগে, আপোনালোকৰ লগত কথা পাতিব নোৱাৰি; মই ভিতৰলৈ যাওঁ।

**ঝৰ্ণালী যায়। মদন আৰু গৌতম কিছু সময় মনে মনে থাকে।**

গৌতম : মদন।

মদন : কওক।

গৌতম : নীৰৱ হৈ গ'লা যে? কিবা এটা কোৱা।

মদন : মই কি ক'ম? আপুনিয়ে কওক কিবা এটা।

গৌতম : মইনো কি ক'ম?

মদন : আপোনাৰ খবৰ কওক।

গৌতম : মোৰ খবৰ?

মদন : মানে আপোনাৰ ভাল, বেয়া।

গৌতম : আমাৰনো আৰু ভাল বেয়া কি খবৰ ল'বা! তোমাৰ খবৰ কোৱা, তোমাৰ ভাল বেয়া খবৰ। তোমাৰ সমাজ সেৱা, তোমাৰ দেশ সেৱা। তোমাৰ দেখোন বহুত খবৰেই আছে।

মদন : সমাজ সেৱা, দেশ সেৱাৰ কথা নক'ব আৰু। এইবোৰ কথা পাহৰিয়েই থাকিব বিচাৰোঁ। এইবোৰ মনত পৰিলেই দেখোন চিন্তাৰ আঁত হেৰাই যায়।

গৌতম : এৰা, সমাজ সেৱা, দেশ সেৱা, এইবোৰ ডাঙৰ কাম, দায়িত্বপূৰ্ণ কাম, সকলোৱে এইবোৰ কৰিব নোৱাৰে। এইবোৰ কাম কৰিবলৈ মানুহৰ একোখন ভাগ্য লাগে।

মদন : নহয় ককাইদেউ, আপুনি ভুল কৰিলে। ভাগ্যৰ বলত মানুহে এইবোৰ কাম নকৰে। দুৰ্ভাগ্যৰ বাবেহে, কিবা পাপৰ বাবেহে এইবোৰ কাম মানুহে কৰিবলৈ পায়।

গৌতম : জানো দেউ, ক'ব নোৱাৰোঁ! তোমালোকে আজিকালি এইবোৰ কিদৰে গ্ৰহণ কৰা!

মদন : ঝৰ্ণালী দেখোন আপোনাৰ ঘৰতে আছে। তেওঁলৈকে নাচায় কিয়? সমাজৰ সেৱা কৰাৰ বাবে, সমাজে তেওঁক কি দিছে? কিছুমান বদনাম, কিছুমান অপবাদ।

গৌতম : এৰা! সেইটো হ'লে হওঁতে হয়।

মদন : সেইবাবে কেতিয়াবা ভাবোঁ, সমাজখন ৰসাতললৈ যাওঁক তাত আমাৰনো কি হ'ল? কিন্তু নোৱাৰি, মনে নামানে।

**উত্তম সোমাই আহে।**

মদন : কিহে উত্তম, কি খবৰ?

উত্তম : উত্তম, সদায় উত্তম।

মদন : তোমালোকৰ ভাল হ'লেই ভাল।

উত্তম : দদাইদেউ, নতুন কিবা প্লেন-প্ৰগ্ৰেম লৈছে নেকি? আমাৰ বাইদেউ দেখিছোঁ দুদিনমানৰ পৰা খুব ব্যস্ত হৈ পৰিছে।

মদন : চেণ্ট্ৰেলৰপৰা কেবিনেট মিনিষ্টাৰ এজন অহাৰ কথা আছে, তাৰ বাবে কিছু ব্যস্ত হ'ব লগা হৈছে।

উত্তম : তেতিয়াহ'লে আয়োজন ডাঙৰেই।

মদন : এৰা নক'বা আৰু! এইবোৰ বৰ লেঠা বুজিছা? আমি মানে মই আৰু ঝৰ্ণালী নহ'লে একো কামেই নহয়। ইফালে যত বদনাম আমাৰ।

উত্তম : আজিকালি দেখিছোঁ আমাৰ বাইদেউ বেচ পপুলাৰ হৈ পৰিছে।

মদন : ঝৰ্ণালী আমাৰ ইয়াত কি পপুলাৰ? ওপৰ মহলাত চাবা ঝৰ্ণালীৰ নাম শুনিলেই ছাগে বাঘ দেখা দৰে হয়।

উত্তম : হয়নে? তলে তলে দেখিছো বাইদেৱে বাৰুকৈ শিপালে।

গৌতম : তহঁতৰ সহ্য হোৱা নাই নেকি?

উত্তম : আমাৰ সহ্য নোহোৱাৰ কাৰণ কি? কালি পৰহিলৈ দিল্লীত এখন আসন লৈ বাইদেউ গজগজীয়াকৈ বহি ল'ব, সেয়া আমাৰহে গৌৰৱ।

গৌতম : তহঁতে আজিকালি চব কথাতে ঠাট্টা কৰিবলৈ লৈছ।

উত্তম : দেউতা, তোৰ যিমানে বয়স বাঢ়ি আহিছে সিমানেই তোৰ কথাবোৰ খেলি-মেলি হ'ব ধৰিছে।

গৌতম : হ'ল, হ'ল তোৰপৰা মই উপদেশ ল'ব লগা এতিয়াও হোৱা নাই।

মদন : মিছাতে সৰু কথাটোত লাগিছে কিয় ককাইদেউ?

গৌতম : তুমি বুজি নোপোৱাহে। নিজে একো এটা কৰিব নোৱাৰে, লোকৰ ওপৰত চকু।

উত্তম : আমি কি কৰিব লাগে?

গৌতম : কি কৰিব লাগে মানে? ঘৰখন যে চলোৱাৰ কিবা এটা দিহা কৰিব লাগে তাৰ চিন্তা নাই।

উত্তম : চাকৰি বিচাৰিছোঁ পোৱা নাই, মই কি কৰিম? তইতো টকা এগাল থৈ দিয়া নাই, ঘোঁচ দি চাকৰি ল'বলৈ বা টকাৰে কিবা ব্যৱসায় কৰিবলৈ!

গৌতম : চুপ্ থাক।

মদন : অ' মইতো তোমালোকৰ দুটা চাকৰিৰ বাবে কৃষ্ণ ঠিকাদাৰৰ তাত বন্দবস্ত কৰিছিলোঁ, পিছে কি হ'ল?

উত্তম : দদাইদেউ, সেই চাকৰিৰ কথা লৈ ইতিমধ্যে আমাৰ ঘৰত অন্তর্দ্বন্দ্বৰ সৃষ্টি হৈছে। সেই চাকৰিৰ কথা আৰু নুলিয়াব। আপোনাৰ অনুগ্ৰহৰ বাবে ধন্যবাদ।

**উত্তম যায়গৈ।**

গৌতম : দেখিলা, দেখিলা কি দৰে গুচি গ'ল? ক'লোঁ নহয় সিহঁত ৰসাতললৈ গ'ল।

মদন : দদাইদেউ, লাহে ধীৰে সকলো ঠিক হৈ যাব। আপুনি খং নাখাব।

গৌতম : বুজিছা মদন, পেঞ্চন পোৱাৰ দিন ধৰি সিহঁতে মোক মানুহ বুলিয়েই গণ্য নকৰা হৈছে! যিমান দিনলৈ সিহঁতক ভালকৈ খোৱাব পিন্ধাব পাৰিছিলোঁ, তেতিয়ালৈকে সিহঁতৰ মানত মই ভাল। এতিয়া যেন সিহঁতে মোক দেউতা বুলিয়েই নক'ব।

মদন : ককাইদেউ, সেইবিলাক অমূলক চিন্তা কিয় কৰিছে? তেনে চিন্তা কৰিব নাপায় নহয়।

গৌতম : এইবোৰ চিন্তা নকৰাকৈ থাকিম বুলি ভাবোঁ; কিন্তু নোৱাৰোঁ বুজিছা।

মদন : প্ৰথমে অলপ দিন এইবোৰ চিন্তা আপোনাৰ আহিবই, পিছলৈ আৰু নাহে।

গৌতম : দুবছৰ বুজিছা! দুবছৰ! একো পৰিবৰ্তন নাই। একেবোৰ কথা দেখি, একেবোৰ কথা চিন্তা কৰি আন কথা মনলৈ নহা হৈছে।

মদন : অলপ ধৈৰ্য ধৰক।

গৌতম : ধৈৰ্যৰ সীমা পাৰ হ'ল। উত্তমে আজিলৈকে চাকৰি এটা ঠিক কৰিব নোৱাৰিলে আৰু সিটোৱে সাহিত্য লৈয়ে ব্যস্ত, নাটক লৈয়ে পাগল। তাৰ পৰাতো একো নহ'ব। তাৰ আশা কাহানিবাই এৰি দিছোঁ। ইয়াক লৈ কিবা এটা আশা কৰিছিলোঁ, কিন্তু এতিয়া দেখিছোঁ সিও একে পানীৰ মাছ।

**বিজন সোমাই আহে।**

মদন : কিহে বিজন, কি খবৰ?

বিজন : আছোঁ আৰু।

গৌতম : বিজন, দেউতাৰৰ কাৰবাৰ কেনে চলিছে?

বিজন : ভালেই চলিছে বৰদেউতা।

গৌতম : হওক, হওক।

বিজন : দেউতাই কাৰবাৰৰ বাহিৰে অন্য চিন্তা কৰিবলৈ সময়েই নাপায়।

মদন : অন্য কি চিন্তা কৰিব লগা আছে? তুমি থাকোতে অন্য চিন্তা কৰিবই বা কিয়? তুমি ডেকা ল'ৰা, তুমি ঘৰখনৰ ভিতৰৰ কথা চিন্তা কৰিবা; দেউতাৰে বাহিৰৰ কথা চিন্তা কৰিব।

গৌতম : এওঁ সেইবোৰত ঠিক আছে। এওঁ সকলোফালেই বজাই ৰাখিছে।

মদন : বাৰু ককাইদেউ, আপোনালোকে কথা পাতক, মই অলপ ভিতৰলৈ যাওঁ; ঝৰ্ণালীৰ ওচৰৰপৰা আহোঁ। তুমি বহিবা দেই বিজন।

বিজন : ভাল বাৰু।

**মদন যায়।**

বিজন : বৰদেউতা, প্ৰীতম নাই নেকি?

গৌতম : ওলাই গ'ল নেকি! ঘৰত থকা দেখোন গম নাপাওঁ।

বিজন : ক'ত গৈছে বাৰু?

গৌতম : তোমালোকেহে জানিবা।

বিজন : মই দেখোন ৰাস্তাত লগ নাপালো।

গৌতম : তেতিয়াহ'লে ক'ব নোৱাৰোঁ, আমাকতো কৈ বাহিৰলৈ নাযায়

**বৰ্ণালী সোমাই আহে।**

বৰ্ণালী : অ, বিজনদা।

গৌতম : এই বৰ্ণালী, প্ৰীতম ক'ত গ'ল অ?

বৰ্ণালী : জানো ক'ব নোৱাৰোঁ, কেলৈ?

গৌতম : বিজনে বিচাৰিছিল।

বৰ্ণালী : বিজনদাতো এনেই আমাৰ ঘৰলৈ নাহেই। ককাইদেউক বিচাৰিহে আহে।

বিজন : হ'ল আৰু তোমাৰ মুখ মেল খালে।

বৰ্ণালী : মিছা কথা কৈছোঁনে কিবা?

গৌতম : বৰ্ণালী।

বৰ্ণালী : দেউতা।

গৌতম : বিজনক, চাহ-তাহ এটোপা দে ---

বিজন : নালাগে বৰদেউতা, মই চাহ খায়েই আহিছোঁ ।

বৰ্ণালী : তয়ো ভাল দেউতা, বিজনদাই আমাৰ ঘৰত চাহ খাব?

বিজন : কিয় কি হ'ল?

বৰ্ণালী : আমাৰ নিচিনা দুখীয়া মানুহৰ ঘৰত ---

বিজন : বৰ্ণালী তুমি মানে যা-তা কথা নক'বা দেই।

বৰ্ণালী : কি হ'ল গাত লাগিল?

বিজন : আকৌ?

বৰ্ণালী : বাৰু নকওঁ।

গৌতম : বিজন, তোমালোকে লাগি থাকা মই অলপ বাহিৰৰ ফালৰপৰা ফুৰি আহোঁ।

**গৌতম যায়। অলপ সময় বৰ্ণালী, বিজন নিমাত। দুয়োৰেচকুৰে চকুৰে পৰাত, দুয়ো তললৈ মূৰ কৰে।**

বিজন : বৰ্ণালী!

বৰ্ণালী : কোৱা।

বিজন : নিমাত হৈ গ'লা যে? (**কিছু সময় ৰয়।**) কিবা এটা কোৱা।

বৰ্ণালী : কি ক'ম?

বিজন : কিবা এটা।

বৰ্ণালী : তুমি কোৱা।

বিজন : মই ক'ম?

বৰ্ণালী : ওঁ।

বিজন : তুমি আজিকালি বৰ কথা কোৱা।

বৰ্ণালী : **(হাঁহি।)** সেইটো কোনো কথা নহ'ল।

বিজন : তেতিয়াহ'লে - - - অ' মই তোমালোকৰ ঘৰত চাহ নাখাওঁ বুলিছিলা নহয়? তুমি চাহ দিয়া খাওঁনে নাখাওঁ চাবা।

বৰ্ণালী : দেউতাৰ আগত দেখোন খাই আহিছোঁ বুলিছিলা?

বিজন : সেয়া ভদ্ৰতা আৰু - - - **(দুয়ো হাঁহে।)**

বিজন : বৰ্ণালী!

বৰ্ণালী : হোঁ?

বিজন : ইয়াতে বৈ থাকিবা নে?

বৰ্ণালী : কোৱা।

বিজন : ব'লা, প্ৰীতম নহালৈকে তাৰ তাতে বহোঁগৈ।

বৰ্ণালী : চাহ?

বিজন : হ'ব বাৰু, সি আহকচোন।

**দুয়ো যায়গৈ। খন্তেক পাছত মদন আৰু ঝৰ্ণালী হাঁহি-হাঁহি সোমাই আহি - - - একে গতিৰে আকৌ বাহিৰলৈ যায়গৈ। মঞ্চ এন্ধাৰ হ'ব।**

# তৃতীয় অংক

## প্ৰথম দৃশ্য

**মঞ্চত হাৰুণ, বিজন আৰু প্ৰীতম থাকিব।**

হাৰুণ : ৰ' চোন ৰ, কথাবোৰ দেখোন খেলি-মেলি - - -

বিজন : তই দেখোন যা-তা লিখিছ!

হাৰুণ : গোটেইবোৰ দেখোন ঘৰৰ কথাই লিখিলি!

প্ৰীতম : আৰু কাৰ কথা লিখিম? মইতো কৈছোৱেই মোৰ জীৱনক লৈ এখন নাটক লিখিম।

হাৰুণ : প্ৰীতম, তই যি কৰ কৰি থাক, মাজতে আকৌ আমাক টানিছ কেলৈ?

প্ৰীতম : মোৰ জীৱনৰ লগততো তহঁতৰ সম্বন্ধ নিবিড়। মোৰ জীৱনৰ পৰাতো তহঁতক বাদ দিব নোৱাৰোঁ।

হাৰুণ : অৱশ্যে সেইটো হয়। মানে, তথাপিতো তোৰ এইখন নাটক কিবা খেলি-মেলিখন লাগিছে অ'।

প্ৰীতম : সচা কথা, নিজৰ জীৱনৰ কথা, খেলি-মেলি লাগিবই।

হাৰুণ : বিজন, মই নোৱাৰোঁ, তই কিবা এটা ক'।

বিজন : মই কি ক'ম? মই হ'লে নিজৰ কথাবোৰ নিজেই নাটকত অভিনয় কৰিব নোৱাৰোঁ।

প্ৰীতম : কিয় নোৱাৰ?

বিজন : মোৰ লাজ লাগে।

হাৰুণ : এৰা পাই, লাজ হ'লে মোৰো লাগিব।

প্ৰীতম : কিয় লাজ লাগিব?

হাৰুণ : আকৌ প্ৰশ্ন! বিজন তয়ে উত্তৰ দে।

বিজন : কিয় মানে, লাজ লাগিব আৰু - - -

হাৰুণ : অঁ, লাজ লাগিব আৰু। ইয়াত কিয়-চিয় নাই।

প্ৰীতম : লাজ লাগিলে নহ'ব। তহঁতে এইখন নাটক কৰিব লাগিব।

বিজন : নাই, মই নোৱাৰিম।

প্ৰীতম : কিয় নোৱাৰিবি ? সদায়ে দেখোন তইঁতে ৰজা-মহাৰজা, ৰাম-শ্যাম, যদু-মধুৰ ভাও কৰি আছ। আজি কিয় তোৰ নিজৰ, বিজনৰ ভাওটো কৰিব নোৱাৰ ? তই কিয় তোৰ হাৰুণৰ চৰিত্ৰটো ৰূপ দিব নোৱাৰ ?

হাৰুণ : মই মোৰ নিজৰ, হাৰুণৰ চৰিত্ৰটো ৰূপ দিব নোৱাৰোঁ বুলি কোৱা নাই নহয়।

প্ৰীতম : তেতিয়াহ'ল ?

হাৰুণ : লাজ লাগিব বুলিহে কৈছোঁ!

প্ৰীতম : তইঁতৰ নিজৰ নিজৰ চৰিত্ৰ বুলি নাভাবিবি। অন্য কোনোবা হাৰুণ, বিজনৰ চৰিত্ৰক ৰূপ দিছোঁ বুলি ভাবি ল'।

বিজন : তোৰ বাৰু নিজৰ ঘৰখনৰ কথা লিখিবলৈ কিহে পাইছে?

প্ৰীতম : মোৰ ঘৰখনত মই এটা মনে বিচৰা কাহিনী পাইছোঁ। কাহিনী মানে য'ত আদি আছে, মধ্য আছে, ক্লাইমেক্স আছে আৰু তেনে এটা কাহিনীৰ বাবে যিবোৰ চৰিত্ৰৰ আৱশ্যাক; সেইবোৰকহে মই মোৰ নাটকত ঠাই দিছোঁ।

হাৰুণ : হ'লেও কথাটো মই বৰ সুবিধাজনক দেখা নাই।

প্ৰীতম : বাৰু, নাটকখনৰ দ্বিতীয় অংকহে শেষ হৈছে। বাকীখিনি পঢ়।

হাৰুণ : বাকীখিনি পঢ়িবলৈ দেখোন ভয় লাগিছে।

প্ৰীতম : কিয় ?

হাৰুণ : কাৰণ এইখিনিলৈকে যি বিয়া দেখুৱালি, পাছত আৰু কি লিখিছ, কি পাওঁ ?

বৰ্ণালী সোমাই আহে।

বৰ্ণালী : ককাইদেউ।

প্ৰীতম : কি বৰ্ণালী ?

বৰ্ণালী : তই এইবোৰ কি নাটক লিখিছ ?

প্ৰীতম : কি হ'ল বৰ্ণালী, গোটেই নাটকখন পঢ়ি শেষ কৰিলি নেকি ?

বৰ্ণালী : নাই পঢ়া। দ্বিতীয় অংকটো পঢ়ি শেষ কৰিলোঁ।

প্ৰীতম : এখন নাটক সম্পূৰ্ণ নপঢ়াকৈ সেই নাটকৰ ওপৰত কমেণ্ট নিদিবি বুজিছ।

বৰ্ণালী : দেউতাই নাটকখন পঢ়ি ভাল পোৱা নাই।

প্ৰীতম : নাপাবই, নিজৰ দুৰ্বল ফালটো কোনেও ভাল নাপায়। দেউতাই নাটকখন কিমান পঢ়িলে?

বৰ্ণালী : দ্বিতীয় অংকটো শেষ কৰিছে।

প্ৰীতম : দ্বিতীয় অংকতেই নাটকখন শেষ হোৱা নাই।

বৰ্ণালী : মই জানো।

প্ৰীতম : অলপ ধৈৰ্য ধৰি বাকী অংক কেইটাও দেউতাক পঢ়িবলৈ কʼবি।

বৰ্ণালী : জানো! তই কি কৰিব বিচাৰিছ কʼব নোৱাৰোঁ। এনেই দেউতাই এইবোৰ ভাল নাপায়, তই কি কৰ কৰি থাক!

প্ৰীতম : শুন বৰ্ণালী - - -

বৰ্ণালী : মই একো শুনিব নোৱাৰোঁ। মই যাওঁ, দেউতাই কি মূৰ্তি ধৰিছে কি ঠিক?

**বৰ্ণালী যায়।**

প্ৰীতম : **(চিঞৰি।)** তই মাত্ৰ দেউতাক বুজাবি।

বিজন : বুঢ়া মানুহ, তেখেতে এইবোৰ কʼত বুজিবলৈ চেষ্টা কৰিব?

হাৰুণ : আৰুনো তোক পাইছে কিহে? এনেয়ে মানুহে তোক পাগলামি কৰিছে বুলি নকয়?

**বাহিৰত উত্তমে কাঁহে।**

বিজন : উত্তম দাদা!

হাৰুণ : এইফালে আহিছে।

প্ৰীতম : বোধহয় নাটকৰ কথা কʼবলৈ আহিছে।

হাৰুণ : মানে - - - নাটকখন উত্তম দাদাকো পঢ়িবলৈ দিছিলি?

প্ৰীতম : অঁ,

হাৰুণ : খালি, খালি। তই নিজেও মৰিবি, আমাকো মাৰিবি।

**বাহিৰৰ পৰা উত্তমে 'প্ৰীতম' বুলি মাত লগায়।**

প্ৰীতম : ককাইদেউ।

**বাহিৰৰ পৰা উত্তমে কয় - - - 'তই আছ'।**

প্ৰীতম : আছো ককাইদেউ।

**উত্তম সোমাই আহে।**

| | | |
|---|---|---|
| উত্তম | ঃ | অ' তোমালোকো আছা? |
| হাৰুণ, বিজন | ঃ | **(একেলগে)** হয় দাদা। |
| উত্তম | ঃ | কি কৰিছা? |
| বিজন | ঃ | নাই মানে - - - |
| হাৰুণ | ঃ | এনেই কথা পাতি আছোঁ। |
| প্ৰীতম | ঃ | কিবা ক'বি নেকি ককাইদেউ? |
| উত্তম | ঃ | নাই ক'ব লগা একো নাই। এনেয়ে আছনে নাই খবৰ ল'লোঁ। |
| হাৰুণ | ঃ | দাদা, আপুনি ভালে আছে নহয়? |
| উত্তম | ঃ | অঁ। কিয় সুধিলা? |
| হাৰুণ | ঃ | নাই, এনেয়ে সুধিলোঁ। মানে, আপোনাক অকণমান খীণোৱা যেন লাগিছে। |
| উত্তম | ঃ | খীণাইছোঁ? হ'ব পাৰে! বাৰু তোমালোকে কথা পাতা মই আমনি নকৰোঁ। |
| হাৰুণ | ঃ | আমনি আৰু কিনো! আমাৰ লগত কথা পাতিলে ভালহে পাম - - - |
| বিজন | ঃ | আপোনাৰ বিশেষ কাম আছে যদি যাওক। |
| উত্তম | ঃ | যাওঁ। **(যাবলৈ ধৰি।)** অ' হেৰি নহয়। |
| হাৰুণ | ঃ | কওক দাদা। |
| উত্তম | ঃ | তোমালোকে নাটকখন কেতিয়া কৰিবা? |
| হাৰুণ | ঃ | নাটক! |
| বিজন | ঃ | মানে কোনখন নাটকৰ কথা কৈছে দাদা? |
| উত্তম | ঃ | নতুন নাটকখনৰ কথা কৈছোঁ। |
| বিজন | ঃ | জানো ক'ব পৰা নাই। ৰিহাৰ্চেল এথোন দিয়াই নাই। |
| উত্তম | ঃ | নাটকখন ময়ো পঢ়িছোঁ। |
| হাৰুণ | ঃ | পঢ়িছে? |
| উত্তম | ঃ | অঁ দ্বিতীয় অংকটো শেষ কৰিলোঁ, নাটকখন ভাল লাগিছে। |
| হাৰুণ | ঃ | ভাল লাগিছে! |
| উত্তম | ঃ | ওঁ, ভাল লাগিছে। |
| হাৰুণ | ঃ | ভাল! ভাল লাগিবই। প্ৰীতমে লিখা নাটক আজিলৈকে বেয়া হোৱাই নাই। |

| | | |
|---|---|---|
| উত্তম | ঃ | প্ৰীতম, দ্বিতীয় অংকটোলৈকে ভালেই লিখিছ। দ্বিতীয় অংকটোতেই তই আচৰিত কৰি দিলি। |
| হাৰুণ | ঃ | আমিও। দাদা, আমিও। মানে আমিও আচৰিত হৈছোঁ। |
| উত্তম | ঃ | পাছৰ অংককেইটা কেনেকুৱা হয় অৱশ্যে ক'ব নোৱাৰোঁ। |
| প্ৰীতম | ঃ | মোৰ বিশ্বাস, তই পিছৰ অংককেইটা পঢ়ি বেয়া নাপাবি। কেৱল ধৈৰ্যেৰে পঢ়িলেই হ'ল। |
| উত্তম | ঃ | তোৰ এইখন নাটক লিখি, তই যি সাহস দেখুৱাইছ সেই সাহসক মই তাৰিফ নকৰি নোৱাৰোঁ। |
| হাৰুণ | ঃ | ঠিক। দাদা, ঠিক। প্ৰীতমক এই নাটকখনৰ বাবে তাৰিফ কৰিব লগা। কি ক'ৱ বিজন? |
| বিজন | ঃ | অঁ, ঠিকেই। |
| উত্তম | ঃ | আচল কথা কি জান প্ৰীতম, যি সাহসত তই নাটকখন লিখি আঁতালি, সেই সাহসত এইখন নাটক মঞ্চত অভিনয় কৰিব পাৰিব লাগিব। আৰু লিখাতকৈ বৰ্তমান অভিনয় কৰাটোহে আচল সাহসৰ পৰিচয় হ'ব। |
| প্ৰীতম | ঃ | গোটেই নাটকখন নপঢ়াকৈ - - - |
| উত্তম | ঃ | দ্বিতীয় অংকই পিছৰ অংককেইটাৰ অস্পষ্ট আভাস এটা নিশ্চয় দিছে। তাতে নাটকখনৰ এটা চৰিত্ৰ তোৰ নিজৰ ককায়েৰ। উত্তম। অৰ্থাৎ মই। |
| প্ৰীতম | ঃ | ককাইদেউ, তোৰ দৰে এজন ককাই থকিলে, বৰ্ণালীৰ নিচিনা এজনী ভনী থাকিলে, বিজন, হাৰুণৰ দৰে বন্ধু থাকিলে, মই এইখন নাটকৰ অভিনয় কৰিবলৈ নিশ্চয় সাহস পাম। |
| উত্তম | ঃ | আমাক পাবি। সদায় পাবি। কিন্তু দেউতা, মদন দদাইদেউ আৰু বাইদেউৰ দৰে চৰিত্ৰবোৰ বিচাৰি অনাটো তোৰ বাবে কঠিন হ'ব। |
| হাৰুণ | ঃ | তাকেইতো কৈছোঁ। এইখন নাটক কৰিবলৈ সকলো চৰিত্ৰ বিচাৰি ফুৰাটো অসুবিধা হ'ব। হয়? তই কি কৱ বিজন? |
| বিজন | ঃ | এৰা ঠিকেই। এইখন নাটক কৰাত যথেষ্ট অসুবিধা আছে। |
| হাৰুণ | ঃ | ৰিহাৰ্চেলতে নাটক শেষ হ'ব যেন পাইছোঁ। |

উত্তম : হাৰুণ, বিজন, তোমালোকে কৰিব লাগিব। নিজৰ নিজৰ চৰিত্ৰ নিজেই অভিনয় কৰিব লাগিব। তোমালোকৰ কণ্ঠস্বৰ সন্মুখৰ দৰ্শকৰ কণ্ঠস্বৰৰ লগত মিলাই দিব লাগিব। দৰ্শকৰ মাজৰ পৰা তোমাৰ, আমাৰ নিচিনা মানুহবোৰে সিহঁতৰ কণ্ঠস্বৰবোৰ চিনি পাব লাগিব। (**হঠাৎ সুৰ সলায়।**) - - - বাৰু যাওক। মই যি-তিবোৰ কৈছোঁ।

বিজন : আপুনি ঠিকেই কৈছে।

উত্তম : তোমালোকে কি ভাবিছা মই নাজানো। মাত্ৰ যোৱাৰ আগতে কৈ যাওঁ তোমালোকৰ আৱশ্যক হ'লে, মই মোৰ নিজৰ চৰিত্ৰটো অভিনয় কৰি দিম, বাৰু মই আহোঁ

**উত্তম যায়।**

হাৰুণ : তাজ্জুব! ভায়েকতকৈ ককায়েক একোব চৰা।

প্ৰীতম : ককাইদেৱে মোক সদায়ে সাহস দিয়ে, সদায়ে প্ৰেৰণা দিয়ে।

হাৰুণ : ককায়েক হ'ব লাগে, এনেকুৱা।

বিজন : দাদাৰ সাহস আছে। দাদাই কাকো ভয় নকৰে।

হাৰুণ : একেবাৰে গুণ্ডাৰ নিচিনা।

প্ৰীতম : স্কুল, কলেজত পঢ়ি থাকোতে সকলোৱে গুণ্ডা বুলিয়েই কৈছিল। এতিয়া নিবনুৱা হৈ মনৰ বেজাৰতে স্বাস্থ্য পৰি গৈছে।

বিজন : দাদাই আগতে ৰাজনীতি কৰিছিল নহয়, এতিয়া বাদ দিলে কিয়?

হাৰুণ : ৰাজনীতি কৰাৰ বাবেইতো এই অৱস্থা, নিবনুৱা হৈ আছে। আচলতে আমাৰ নিচিনা দুখীয়া মানুহবোৰে ৰাজনীতি নকৰাই ভাল।

**মদন সোমাই আহে।**

মদন : (**দূৰৰ পৰা কৈ কৈ আহে।**) হেৰা প্ৰতীম, প্ৰতীম, তুমি এইবোৰ কি নাটক লিখিছাহে?

হাৰুণ : আপোনাকো চুলেগৈ।

মদন : মানে?

বিজন : মানে আমি নাটকৰ কথাই পাতি আছিলোঁ।

মদন : অঁ, এইবোৰ ভাল কাম কৰা নাই।

প্ৰীতম : মদন দদাইদেউ, কোনো দিনেই ভাল কাম কৰি নাপালোঁ। গতিকে আৰু এটা বেয়া কাম কৰি দিবলৈ মন গৈছে।

মদন : তোমাৰ যি কৰিবলৈ মন যায়, অকলে অকলে কৰি থাকা, এইদৰে নাটক লিখি প্ৰচাৰ কৰিবলৈ বিচৰাৰ অৰ্থ কি?

প্ৰীতম : আপুনি কিবা অৰ্থ পাইছে নেকি?

বিজন : ৰ' চোন প্ৰীতম, দদাইদেউ, আপুনি গোটেই নাটকখন পঢ়িলে নেকি?

মদন : নাই পঢ়া। দ্বিতীয় অংকলৈ পঢ়িয়েই সকলো গম পাইছোঁ।

প্ৰীতম : দদাইদেউ, দ্বিতীয় অংকতেই নাটকখন শেষ হোৱা নাই। শেষলৈকে নাটকখন পঢ়ক। আপুনি জনা-বুজা মানুহ, পঢ়ি ভাল পাব।

মদন : ভাল পাম মানে! সচা কথা কিছুমান চবেই লিখিব পাৰে। কল্পনা কৰি লিখিব পৰাটোহে আচল কথা!

হাৰুণ : অঁ, দদাইদেউ, ঠিকেই কৈছে। সচা কথা লিখাত কি বাহাদুৰি আছে?

প্ৰীতম : দদাইদেউ, আপোনাৰ উপদেশ মনত থাকিব। আপুনি বাকী নাটকখন শেষলৈকে পঢ়কগৈ।

মদন : ঠিক আছে মই পঢ়িম বাৰু। খালি চাবা কাম এটা কৰোতে ভাল দৰে ভাবি-চিন্তি কৰিব লাগে। বাৰু তোমালোক বহা, মই আহিলোঁ।

**মদন যায়।**

হাৰুণ : ধুমুহা অহাদি আহিল, ধুমুহা যোৱাদি গ'ল।

বিজন : তই হ'বপাই তেখেতকো নাটকখন পঢ়িবলৈ দিলি?

প্ৰীতম : তেখেতক পঢ়িবলৈ দিয়াটো উচিত বুলিয়েই পঢ়িবলৈ দিছোঁ।

বিজন : কিন্তু হজম কৰিব নোৱাৰে।

প্ৰীতম : নোৱাৰাটোৱেই স্বাভাৱিক।

হাৰুণ : প্ৰীতম - - -

প্ৰীতম : কি?

হাৰুণ : তই খালি - - -

প্ৰীতম : কি হ'ল?

হাৰুণ : ক'লো নহয় তই খালি। সৌৱা চা, আৰু এজাক ধুমুহা আহিছে।

বিজন : বাইদেউ আহিছে।

হাৰুণ : আহিছে মানে, সেই নাটকৰ কথা লৈয়ে আহিছে।

বিজন : তই ঠিকেই কৈছ? বৰ ধাঁই, ধাঁই এইফালে আহিছে। মুদটোও ভাল নহয়।

হাৰুণ : মোৰ হ'লে বাইদেউলৈ বৰ ভয় লাগে।

প্ৰীতম : কিবা ক'লে মোক ক'ব, তইঁতে চিন্তা নকৰিবি।

হাৰুণ : তেতিয়াহ'লে তই যুঁজৰ বাবে প্ৰস্তুত হ - - -

**ঝৰ্ণালী সোমায় আহে।**

ঝৰ্ণালী : তোক কিহে পাইছে অ' প্ৰীতম?

হাৰুণ : অ' বাইদেউ।

বিজন : কি পোৱাৰ কথা কৈছে বাইদেউ?

প্ৰীতম : কি ক'ব বিচাৰিছ, ভালকৈ ক'।

ঝৰ্ণালী : এইবাৰ তই হ'বপাই ঘৰৰ কথা খুচৰাত লাগিলি?

প্ৰীতম : ক'তা মোৰতো কথা খুচৰি ফুৰা মনত নপৰে।

ঝৰ্ণালী : নাটকত সেইবোৰ কি লিখিছ?

প্ৰীতম : অ' নাটকৰ কথা! ওঁ, ঠিকেই লিখিছোঁ। মই আকৌ খুচৰি ফুৰিবলৈ গ'লোঁ ক'ত?

ঝৰ্ণালী : ঘৰৰ কথা এইদৰে লিখিবলৈ তোৰ কিহে পাইছে?

প্ৰীতম : তই জানো গোটেই নাটকখন পঢ়িলি?

ঝৰ্ণালী : গোটেইখন নপঢ়িলে কি হ'ল? দ্বিতীয় অংকটো পঢ়িয়ে গম পাইছোঁ নহয়।

প্ৰীতম : মোৰ এইখন পূৰ্ণদৈৰ্ঘ্যৰ নাটক, দুটা অংকতে শেষ হোৱা নাই।

ঝৰ্ণালী : মই তোৰ নাটকৰ লেক্‌চাৰ শুনিবলৈ অহা নাই। তোৰ নাটক কেই অংকত শেষ হয়, কেই অংকত শেষ নহয়, সেইবোৰ মোক নালাগে।

প্ৰীতম : ময়ো তোক সেইবোৰ জনাবলৈ বিচৰা নাই। মুঠতে নাটকখন তই শেষ কৰি পঢ়।

ঝৰ্ণালী : আমাৰ ঘৰত কি হৈছে, কি নাই হোৱা সেইবোৰ কথা লিখাৰ দৰকাৰ কি?

হাৰুণ : আমিতো তাকেই কৈছোঁ। এইবোৰ কথা লিখি কি লাভ?

বিজন : বাইদেউ, এনেকুৱা নাটক কৰিবলৈও টান নহয় - - -

হাৰুণ : আৰু বাইদেউ, আমাৰ কথাও লিখিছে নহয়, আমাৰ কথাও লিখিছে।

ঝৰ্ণালী : তোমালোকেই কোৱাচোন বাৰু, কি দৰকাৰ?

হাৰুণ : দৰকাৰ নাই, কোনো দৰকাৰ নাই।

ঝৰ্ণালী : এইবোৰ লিখি সি কিবা নোবেল বঁটা পাম বুলি ভাবিছে নেকি?

হাৰুণ : ক'ব নোৱাৰোঁ। এই, ভাবিছ নেকি?

প্ৰীতম : বাইদেউ, ক'লো নহয়, তই গোটেই নাটকখন পঢ়, পঢ়ি অঁতাই মোক কি কব কৈ থাকিবি।

ঝৰ্ণালী : পঢ় বুলিলেই পঢ়িব পাৰি নেকি?

প্ৰীতম : মই কোনো দিনেই তইঁতক মোৰ নাটক পঢ়িবলৈ দিয়া নাই আৰু পঢ়িবলৈ নিদিও। আনকি মোৰ নাটকৰ অভিনয় চাবলৈও তইঁত কোনো দিনে যোৱা নাই বা ময়ো মতা নাই। আজি প্ৰথমে মে.ৰ নাটক তোক পঢ়িবলৈ দিছোঁ, ধৈৰ্যেৰে পঢ়।

ঝৰ্ণালী : তই কি কৰিবলৈ বিচাৰিছ, মই ক'ব নোৱাৰোঁ। এইদৰে নাটক লিখি কিবা এটা কৰিম বুলি ভাবিছ যদি, তেতিয়াহ'লে সেয়া তই ভুল কৰিছ। বিজন, হাৰুণ তোমালোকেও কথাবোৰ ভালদৰে ভাবি চোৱা। মই কিন্তু কথাবোৰ ভাল দেখা নাই।

**ঝৰ্ণালী যায়।**

হাৰুণ : ওহ্! গ'ল। এটা মস্ত পৰ্ব শেষ হ'ল। মোৰ উশাহ একেবাৰে বন্ধ হৈ গৈছিল।

বিজন : সচাঁকৈ প্ৰীতম, কথাবোৰ ভাল হোৱা নাই। বাইদেৱে কিন্তু ভাল পোৱা নাই।

প্ৰীতম : এইখন নাটক কোনেও ভাল পোৱা নাই। নাপায়। আৰু তইঁতেও ভাল পোৱা নাই।

বিজন : তেতিয়াহ'লে?

প্ৰীতম : সকলোৱেই ভাল নাপায় বাবেই, মই মোৰ নাটক বন্ধ কৰি দিব লাগে নেকি?

বিজন : মানে?

প্ৰীতম : বাচ। হৈ যোৱা কথাৰ আলোচনা বন্ধ। নাটকৰ বাকী অংককেইটাত কি আছে পঢ়ি চা।

হাৰুণ : পঢ়, পঢ় তয়ে পঢ়; শেষলৈকে চাওচোন কি হয়!

**মঞ্চ এন্ধাৰ হ'ব।**

## দ্বিতীয় দৃশ্য

**মঞ্চত প্ৰীতম থাকিব। খন্তেক পাছত ঝৰ্ণালী সোমাই আহে।**

ঝৰ্ণালী : এই প্ৰীতম!

প্ৰীতম : কি বাইদেউ?

ঝৰ্ণালী : মোক কাম এটা কৰি দে।

প্ৰীতম : কি কাম?

ঝৰ্ণালী : আমাৰ ইয়ালৈ মন্ত্ৰী এজন আহিব। এখন অভিনন্দন পত্ৰ দিব লাগে। সকলোৱে মোকেই ধৰিলে। ময়ো মান্তি হ'লোঁ। অভিনন্দন পত্ৰ এখন লিখি দিবিচোন।

প্ৰীতম : মই নোৱাৰোঁ।

ঝৰ্ণালী : চিধাই নোৱাৰোঁ! তইঁতক কথা এটা ক'লে খালি নোৱাৰোঁ! তইঁতে বাৰু মোক কৰি দিছ কি?

প্ৰীতম : মই এইবোৰ লিখিব নোৱাৰোঁ। মানে নাজানো।

ঝৰ্ণালী : নাজান? ইফালে তই দেখোন এটা মস্ত সাহিত্যিক। নাটক লিখ!

প্ৰীতম : সাহিত্যিক হ'লোঁ বুলিয়েই, নাটক লিখিলোঁ বুলিয়েই যে অভিনন্দন পত্ৰ লিখিব পাৰিব লাগিব তাৰ কি মানে আছে ?

ঝৰ্ণালী : আনে কোৱা হ'লে পাৰিলিহেঁতেন। যাকে-তাকে, যি-তি লিখি দিব পাৰ? মই কোৱা বস্তু এটাহে লিখি দিব নোৱাৰ?

প্ৰীতম : কাক লিখি দিয়া দেখিলি?

ঝৰ্ণালী : জানো নহয় কাক কি লিখি দিছ?

প্ৰীতম : জান যদি ভাল হৈছে।

ঝৰ্ণালী : মানে তই লিখি নিদিয়?

প্ৰীতম : শুন, এইবোৰ মন্ত্ৰী, এম,এল,এ,-ক তেল-তুল দি অভিনন্দন পত্ৰ লিখিব নোৱাৰোঁ।

ঝৰ্ণালী : তোক, কোনে তেল দিব কৈছে? মোৰ নামতহে লিখিবি, তেল দিয়া হ'লে মই দিয়া হ'ব।

প্ৰীতম : লিখা খিনিতো মোৰেই হ'ব।

ঝৰ্ণালী : কোনে জানিব, কোনে লিখিছে? তই মাত্ৰ লিখি দিবি। তোক মই ভাল প্ৰেজেন্ট এটা দিম।

প্ৰীতম : নেলাগে, নেলাগে মোক লোভ লগাব।

ঝৰ্ণালী : তই মোৰ মৰমৰ ভাইটো নহব জানো?

প্ৰীতম : হ'ল, হ'ল লেৰেলা সাদৰ দেখুৱাব নেলাগে। যা, লিখি দিম যা।

ঝৰ্ণালী : অঁ, এয়াহে ভাল ল'ৰাৰ কথা। মই যাওঁ, তই আজি লিখি থবি।

**অহা বাটেৰে ঝৰ্ণালী যায়। খন্তেক পাছত একে ফালেদি বৰ্ণালী সোমাই আহে।**

বৰ্ণালী : কি হ'ল অ' ককাইদেউ, আজি দেখোন বাইদেউ; তোৰ ইয়াৰ প'ৰা বৰ হাঁহি মুখে গৈছে।

প্ৰীতম : বাইদেউক, মন্ত্ৰীক দিবলৈ মই অভিনন্দন পত্ৰ লিখি দিব লাগে। তাকে যেনিবা মই সন্মত হ'লোঁ।

বৰ্ণালী : অ' সেইবাবে ইমান ফুৰ্তি!

প্ৰীতম : ফুৰ্তি হ'বই। নাম কিনিবতো!

বৰ্ণালী : অ' তই, কথা এটা গম পাৱনে নাপাৱ?

প্ৰীতম : কি কথা?

বৰ্ণালী : তই যে মোৰ বান্ধৱী ৰুজীক লিখি দিছিলি কবিতাটো!

প্ৰীতম : ও, তাৰপৰা কি হ'ল?

বৰ্ণালী : এইবাৰ কলেজৰ কবিতা প্ৰতিযোগিতাত প্ৰথম হ'ল। কলেজ মেগাজিনতো কবিতাটো প্ৰকাশ হ'ব।

প্ৰীতম : হয় নেকি? বৰ ভাল খবৰ। তেতিয়াহ'লে তই মোক চাহ খোৱাই দিব পাৰ।

বৰ্ণালী : মই কিয় খোৱাম? তইহে খোৱাব লাগে। তোৰহে কবিতা।

প্ৰীতম : তোৰ বান্ধৱীয়ে পুৰস্কাৰ পাব, ড্ৰয়িং ৰুমত সজাই থ'ব আৰু মই চাহ খোৱাব লাগে।

বৰ্ণালী : তই লিখি দিয়া কবিতাতহে পুৰস্কাৰ পাইছে।

প্ৰীতম : হ'লেও এতিয়া তোৰ বান্ধৱীৰ কবিতা, তই চাহ খোৱাব লাগে।

বৰ্ণালী : ঠিক আছে মই চাহ খোৱাই দিম। তই কিন্তু মোৰ কাম এটা কৰি দিব লাগিব।

প্ৰীতম : তয়ো আকৌ কাম এটা উলিয়ালিনে?

বৰ্ণালী : ডাঙৰ কাম নহয়, তই পাৰিবি।

প্ৰীতম : কি?

বৰ্ণালী : মোৰ অসমীয়া কবিতা এটাৰ দুটামান প্ৰশ্নৰ উত্তৰ কৰি দিব লাগে। তোৰ উত্তৰবোৰ চৰেই ভাল পায়।

প্ৰীতম : তেল দিব নালাগে। উত্তৰ লিখি নিদিলে তই জানো সুদাই এৰিবি? একেবাৰে অনশন কৰি বহি যাবি - - -

**উত্তম সোমাই আহে।**

উত্তম : কি হ'ল, কোনে অনশন ক'ৰ?

প্ৰীতম : ককাইদেউ, বৰ্ণালীয়ে অনশন কৰিব।

উত্তম : কি কাৰণে?

বৰ্ণালী : প্ৰাপ্যৰ দাবীত।

উত্তম : তেতিয়াহ'লে মোৰ গাতো লাগিব।

প্ৰীতম : তোকো কিবা দাবী কৰিছিল নেকি?

উত্তম : মেখেলা-চাদৰ এযোৰৰ দাবী।

বৰ্ণালী : কলেজলৈ পিন্ধি যোৱা যোৰ তেনেই ফাটি উৰলি গৈছে। তাতে সেই যোৰ বাইদেউৰ পুৰণি।

উত্তম : এৰা! আৰু দুদিনমানৰ পাছত আমি সকলোৱে অনশন কৰিব লাগিব।

প্ৰীতম : হয় নেকি? বৰ ভাল কথা হ'ব। পিছে অনশনৰ কাৰণ কেইটা কি কি?

উত্তম : কেইবা বছৰো মাটিৰ খাজানা দিয়া নাই। ঘৰৰ টেক্স দিয়া নাই। ফাইনেল নটিচ দিছে।

বৰ্ণালী : তেতিয়াহ'লে কি হ'ব?

উত্তম : ঘৰত কুৰ্ককি দিব, মাটি নিলামত যাব। বাইদেৱে স্পষ্ট কৈ দিছে টকা দিব নোৱাৰে।

প্ৰীতম : বৰ ভাল কথা হ'ব। ফুট-পাথত থাকিম। সংসাৰৰ বহুত মানুহ ফুট-পাথত থাকে, আমি থাকি চাম কেনেকুৱা লাগে।

বৰ্ণালী : মনক শান্ত্বনা দিছ কিয় ককাইদেউ? উপায় এটা কৰাৰ কথা চিন্তা নকৰ কিয়?

উত্তম : উপায় কৰাৰ কথা চিন্তা কৰিবই নোৱাৰি।

বৰ্ণালী : কিমান টকা লাগিব বাৰু?

প্ৰীতম : তোৰ কিবা সাঁচতীয়া ধন আছে নেকি?

বৰ্ণালী : পেংলাই নকৰিবিচোন, শুনি চাওঁ কিমান টকা।

উত্তম : কিমান হ'ব! পাঁচশৰ ওপৰৰ লেন-দেন।

বৰ্ণালী : পাঁচশ!

প্ৰীতম : বহুত দিন পাঁচ টকীয়া এটাই একেলগে দেখি পোৱা নাই।

বৰ্ণালী : পিছে কি কৰিবি!

উত্তম : চুৰ কৰিব লাগিব, ডকাইতি কৰিব লাগিব।

প্ৰীতম : একেবাৰে মই ভাবি থকা কথাটোকে ভাবিছ।

উত্তম : বৰ্ণালী - - -

বৰ্ণালী : কি ককাইদেউ?

উত্তম : তই আকৌ কি চিন্তা কৰিছ?

বৰ্ণালী : নাই, মই কি চিন্তা কৰিম।

উত্তম : অ' তই এইবোৰ চিন্তা কৰি মূৰ ঘোলা কৰিব নেলাগে।

বৰ্ণালী : নাই নকৰোঁ। ককাইদেউ, তই চাহ খাম বুলিছিলি নহয়, মই চাহ কৰোঁগৈ।

উত্তম : মোকো অকমান দিবি।

বৰ্ণালী : মই ইয়ালৈ আহিব নোৱাৰোঁ, দুয়োটা পাকঘৰলৈ আহিবি।

**অহা বাটে বৰ্ণালী যায়।**

প্ৰীতম : তই আকৌ তাইৰ আগতে কথাটো ক'বলৈ পালি?

উত্তম : মইনো কি দৰে জানো তাই এইটো কথাকে লৈ ইমান চিন্তা কৰিব?

প্ৰীতম : তাই আজিকালি বৰ ডাঙৰ, ডাঙৰ কথা ক'বলৈ লৈছে। বৰ ডাঙৰ, ডাঙৰ চিন্তাবোৰ কৰিব লৈছে।

উত্তম : তাইৰোতো বয়স হৈছে। সৰু ফ্ৰকটোৱে তাই, তাইৰ বয়স লুকুৱাই ৰাখিব নোৱাৰে।

**মদন সোমাই আহে।**

মদন : হেৰা, তোমালোকে দুই ভাই-ককাইয়ে ইয়াত কি কৰিছাহে?

প্ৰীতম : দদাইদেউ, আপুনি হঠাৎ - - -

মদন : কথা এটা ক'বলৈ আহিলোহে।

উত্তম : ক'ৰবাত চাকৰি-বাকৰি ওলাইছেনেকি?

মদন : নহয়হে, প্ৰীতমক কাম এটা কৰি দিবলৈ ক'ব আহিছোঁ।

প্ৰীতম : মোক! কি কাম?

মদন : তুমি বৰ ভাল কিবা-কিবি লিখা নহয়?

প্ৰীতম : লিখোঁ আৰু। ভাল হয়নে নহয় আপোনালোকেহে জানে।

মদন : এখন মিটিং আছে বুজিছা, মোক বিশিষ্ট অতিথি হিচাপে মাতিছে। দৰিদ্ৰতা দূৰীকৰণ আৰু সমাজবাদ প্ৰতিষ্ঠাৰ ওপৰত এটা ভাষণ দিব লাগে। তুমি এবাৰ মোক এটা ভাষণ লিখি দিছিলা নহয়, বৰ ভাল হৈছিল। মই কেতিয়াবা, কেতিয়াবা সেইটো উলিয়াই পঢ়োঁ। বৰ ভাল লাগে জানা।

প্ৰীতম : মানে দদাইদেউ, এইবাৰো দৰিদ্ৰতা দূৰীকৰণ আৰু সমাজবাদ প্ৰতিষ্ঠাৰ ওপৰত ভাষণ এটা লিখি দিব লাগে!

মদন : এৰা, নক'বা বুজিছা সময়ৰ অভাৱত কিবা এটা লিখোঁ বুলি লিখিব নোৱাৰোঁ, মইতো লিখিব নোৱাৰা নহয়। ভাব আছে বুজিছা, কামৰ হেঁচাত একো হৈ নুঠে।

উত্তম : ক'ব লাগিছেনে দদাইদেউ, আপোনালোক কামৰ মানুহ; লিখা-লিখিবোৰ কি দৰে কৰিব?

মদন : তোমালোকেহে বুজা, আনে নুবুজে বুজিছা।

প্ৰীতম : লিখা কামবোৰ আমাৰহে। আপোনালোকৰ নহয়।

মদন : তেতিয়াহ'লে তুমি লিখি দিবা বুলি ধৰি ল'ব পাৰোঁ।

প্ৰীতম : বাৰু হ'ব দিয়ক।

মদন : ওঃ! তুমি মোক সকাহ দিলা। অন্ততঃ মই এতিয়া নিশ্চিন্ত হ'ব পাৰোঁ। এইবাৰ কিন্তু, ভাষণটো ছপাই দিম বুলি ভাবিছোঁ। গতিকে তুমি অলপ সাহিত্য-চাহিত্য লগাবা আৰু। মানে প্ৰতিক্ৰিয়াশীল, ন্যস্ত স্বাৰ্থ, এই শব্দবোৰ ---

উত্তম : আপুনি চিন্তা নকৰিব, সি সকলো ঠিক কৰি দিব।

মদন : তেন্তে মই আহোঁ। এদিন আহি ভাষণটো লৈ গৈ প্ৰেছত দি দিম।

প্ৰীতম : ভাল বাৰু --- **(মদন যায়।)**

প্ৰীতম : ককাইদেউ, এই সাহিত্যিক জিনিচটো হৈ ডিঙিত কিছুমান আপদ চপাই ললোঁ বুজিছ! কোনোবাই মিটিঙত লেক্‌চাৰ দিব, সেয়া মই লিখি দিব লাগে। কাৰোবাৰ কবিতা সাৰংশ, ব্যাখ্যা লাগিব, তাকো মই লিখি দিব লাগিব। কোনোবাই কম্পিটিশ্যনত কবিতা, গল্প কম্পিট্ কৰিব সেয়াও লিখি দিব লাগিব মই। তদুপৰি অভিনন্দন পত্ৰ, বিয়াৰ প্ৰীতি উপহাৰ আছেই। নিজৰতো আজিলৈকে একোৱেই নহ'ল।

উত্তম : সাহিত্য-চাহিত্য পিছত কৰিবি। বৰ্ণালীয়ে চাহ বনালে চাগৈ।

প্ৰীতম : এৰা, চাহিত্য কৰোতে কৰোতে খোৱাৰ কথা পাহৰিলোৱেই। ব'ল।

উত্তম : ব'ল।

**মঞ্চ এন্ধাৰ হ'ব।**

## তৃতীয় দৃশ্য

**মঞ্চত কেৱল গৌতম থাকিব। অলপ পাছত বৰ্ণালী সোমাই আহে।**

বৰ্ণালী : দেউতা - - -

গৌতম : হোঁ?

বৰ্ণালী : নতুন কাপোৰযোৰ যে পিন্ধিলি?

গৌতম : এইযোৰ মোৰ ফেয়াৰ ওৱেলত অফিচৰ ষ্টাফে দিয়া কাপোৰ।

বৰ্ণালী : তাকেইতো কৈছোঁ। এইযোৰ আকৌ কিয় পিন্ধিলি?

গৌতম : এনেই পিন্ধি চাইছোঁ। ভাল লাগিছে অ'। সৌ লাখুটি ডাল ল'লে আৰু ভাল লাগিব নহয়! এইডাল (**বেৰত আঁৰি থোৱা লাখুটি ডাল লয়।**) চাচোন কেনেকুৱা লাগিছে?

বৰ্ণালী : তোৰ পাই লাখুটি ল'বৰ এতিয়াও হোৱা নাই।

গৌতম : লাখুটি যেতিয়া ল'বই লাগিব, আগতে লৈ অভ্যাস কৰাই ভাল।

বৰ্ণালী : তোক কিন্তু কাপোৰযোৰে ভাল সাজিছে।

গৌতম : বৰ্ণালী, এটা কথা। কওঁ, কওঁ বুলি তোক ক'ব পৰা নাই।

বৰ্ণালী : কি কথা, ক!

গৌতম : তোৰ বয়স হৈছে, তই আৰু ফ্ৰক পিন্ধাটো এৰি দে। মেখেলা-চাদৰ পিন্ধিবলৈ ল। আমাৰ নিচিনা দুখীয়া মানুহৰ ঘৰত তইঁতৰ বয়সৰ ছোৱালীয়ে ফ্ৰক পিন্ধিলে ভাল নেদেখায়।

বৰ্ণালী : ময়ো তাকে ভাবিছোঁ, কিন্তু - - -

গৌতম : কিন্তু কি?

বৰ্ণালী : মেখেলা-চাদৰ যে নাই। কলেজলৈ পিন্ধি যোৱা যোৰ যি আছে তাকো ফাটি উৰলি গৈছে। চিলাবলৈও ঠাই নাই।

গৌতম : অ'! এৰা, এৰা! বাৰু বৰ্ণালী মোৰ পেঞ্চনৰ টকাৰে তোৰ এযোৰ কাপোৰ আহিবনে? যদি সেই টকাৰে হয়, তেতিয়াহ'লে এই মাহত তই এযোৰ কাপোৰ ল'বি।

বৰ্ণালী : মাহটো কি দৰে চলিব?

গৌতম : হাঁ? অ! হ'ব আৰু দে, মাহটো যেনে-তেনে চলিব; সেই বুলিয়ে তই আৰু নিপিন্ধাকে থাকিবিনে?

বৰ্ণালী : নালাগে দে, মই নিজে কিবা এটা কৰি ল'ম।

গৌতম : তই কি কৰিবি? তই দেখোন এটা কাম কৰিব পাৰ, ঝৰ্ণালীৰ পৰাই এযোৰ কাপোৰ খুজি ল'ব পাৰ।

বৰ্ণালী : বাইদেৱে শাৰীহে পিন্ধে, শাৰীবোৰ মোৰ ভাল নালাগে পাই, তাতে আগৰ যোৰো বাইদেৱে দিয়া।

গৌতম : আগৰ যোৰ পুৰণি হোৱাৰ বাবে, তাই নিপিন্ধি, তোক দিছিল!

বৰ্ণালী : নালাগে, বাইদেউৰ কাপোৰ মই পিন্ধিব নোৱাৰোঁ। বাইদেউৰ কাপোৰ পিন্ধিবলৈ মোৰ ভয় লাগে। বাইদেউৰ ৰূমটোৱে, কাপোৰবোৰে যেন অশ্লীল ইংগিত দিয়ে।

গৌতম : **(হুমুনিয়াহ কাঢ়ে।)** এটা কথা নহয়, মাটিৰ খাজানা আৰু ঘৰৰ টেক্সৰ কিবা ব্যৱস্থা হ'লনে বাৰু?

বৰ্ণালী : মই কি দৰে জানিম?

গৌতম : এৰাতো, তই কি দৰে জানিবি! মইহে জানিব লাগে। এৰা, আজিকালি দেখিছো ঘৰখনৰ কোনো খবৰেই মই নাপাওঁ।

বৰ্ণালী : খাজানা আৰু টেক্স দিব নোৱাৰিলে যে নহ'ব!

গৌতম : এৰা, এইবোৰ কথা আগতে ভাবিবলৈয়ে নহ'ল। আগতেই টকাবোৰ দি দিয়া হ'লে ইমান টকা নহয়গৈ। নিদি নিদি বহুত টকা হ'লগৈ। বহুত ভুল কৰিলোঁ। যিবোৰ ভুল শুধৰাবৰ উপায় নাই।

বৰ্ণালী : মই কিবা এটা কৰিব পৰা হ'লে!

গৌতম : তই ছোৱালীজনীয়ে কি কৰিবি?

বৰ্ণালী : কৰিব লগা হ'লেতো, কৰিবই লাগিব।

**বৰ্ণালী যায়। খন্তেক পাছত উত্তম সোমাই আহে।**

উত্তম : দেউতা, তই দেখোন লাখুটি লৈ, নতুন কাপোৰ পিন্ধি একেবাৰে তমস্কাৰ।

গৌতম : ভাল দেখাইছে নহয় উত্তম?

উত্তম : ওঁ, ভাল দেখাইছে।

গৌতম : নতুন কাপোৰযোৰ পিন্ধি আজি মোৰ খুব ভাল লাগিছে।

উত্তম : নতুন কিবা এটা পিন্ধিবলৈ পালে চবৰে ভাল লাগে।

গৌতম : এৰা! বৰ্ণালীকো নতুন কাপোৰ এযোৰ দিব লগা হ'ল।

উত্তম : অ' দিব লাগিব।

গৌতম : হেৰি নহয় উত্তম, খাজানা আৰু টেক্সৰ টকাকেইটা দিব লাগিব নহয়।

উত্তম : দিব লাগিব।

গৌতম : ঝৰ্ণালীক ক'বলৈও বেয়া লগা হ'ল।

উত্তম : বাইদেউক টকা খুজিব নালাগে। টকা মই যোগাৰ কৰিম।

গৌতম : তই যোগাৰ কৰিবি! ক'ৰপৰা কৰিবি?

উত্তম : কিবা এটা কৰিব লাগিব, নহ'লে নহয়। কৰিব লাগিবই যেতিয়া কিবা এটা কৰাই ভাল।

**উত্তম যায়। খন্তেক পাছত ঝৰ্ণালী সোমাই আহে।**

ঝৰ্ণালী : দেউতা - - -

গৌতম : হাঁ? অ' ঝৰ্ণালী!

ঝৰ্ণালী : তই দেখোন নতুন কাপোৰ-চাপোৰ পিন্ধি ওলাইছ? ক'ৰবালৈ যাব নেকি?

গৌতম : নাই নাযাওঁ। এনেয়ে পিন্ধি ভাল লাগিছে।

ঝৰ্ণালী : কাপোৰযোৰেৰে তোক খুব ভাল লাগিছে।

গৌতম : এটা কথা অ' ঝৰ্ণালী।

ঝৰ্ণালী : কি?

গৌতম : তোৰ বিয়াখন পাতিব লাগিছিল।

ঝৰ্ণালী : মোৰ বিয়া!

গৌতম : কি হ'ল? উচপ্ খাই গলি যে?

ঝৰ্ণালী : মোৰ বিয়া, মোৰ বিয়া ইতিমধ্যে হৈ গ'ল।

গৌতম : কি!

ঝৰ্ণালী : মানে, মানে মোৰ সমাজ সেৱা, দেশ সেৱাৰ লগত কাহানিবাই বিয়া হৈ গৈছে।

গৌতম : সমাজ সেৱা, দেশ সেৱা কৰিলেই যে বিয়া হ'ব নাপায় তাৰ কিবা মানে আছে নেকি।

ঝৰ্ণালী : এইবোৰত লাগিলে, বিয়া-বাৰু কৰালে অলপ অসুবিধা হয়। তাতে মোৰ বয়সো হৈছে।

গৌতম : কিনো বয়সডাল হ'ল! তোৰ লগৰ ছোৱালী এতিয়াও কলেজত পঢ়ি আছে।

ঝৰ্ণালী : মোৰ বিয়াৰ কথা বাদ দে, বৰ্ণালীৰ উপযুক্ত বয়স হৈছে, তাইৰ বিয়াখনৰহে কিবা এটা বন্দবস্ত কৰিব লাগে।

গৌতম : সেইটো মই হ'ব নিদিও, মই থাকোঁতে তোৰ আগতে তাইৰ বিয়া হ'ব নোৱাৰে।

ঝৰ্ণালী : মোৰ বিয়া হ'লে ঘৰখনৰ অৱস্থা কি হ'ব!

গৌতম : তই ছোৱালীজনীয়ে সদায় ঘৰখনৰ কথা চিন্তা কৰিলে নহয় - নহয়। উত্তমহঁত আছে, সিহঁতে ঘৰৰ কথা চিন্তা কৰিব।

ঝৰ্ণালী : সিহঁতে কি কৰিব ? চাকৰি-বাকৰি নাপালে, ঘৰখনৰ বাবে সিহঁতে চুৰ কৰিলেহে হ'ব! তাতে আজিকালি চাকৰি পোৱাটো কিমান টান!

গৌতম : উত্তমে বোধহয় কিবা এটা কৰিবলৈ লৈছে।

ঝৰ্ণালী : তই কিদৰে জানিলি ?

গৌতম : সি মোক কৈছিল।

ঝৰ্ণালী : কি কৰিবলৈ লৈছে?

গৌতম : ক'ব নোৱাৰোঁ, কিবা চাকৰি পাইছে হ'ব পাই, সেই কাৰণেহে কৈছে।

ঝৰ্ণালী : সি কিবা এটা কৰিলে খুব ভাল হয়।

গৌতম : সেই বাবে চিন্তা কৰিছোঁ তোৰ বিয়াখনৰ কথা।

ঝৰ্ণালী : হ'ব বাৰু, সেইবোৰ পাছে-পৰেও চিন্তা কৰিবি। মই যাওঁ। কাম এটা আছে।

**ঝৰ্ণালী যায়। খন্তেক পাছত হাৰুণ সোমাই আহে।**

গৌতম : অ' হাৰুণ, আহা-আহা।

হাৰুণ : বাঃ! খুৰাদেউ, চমৎকাৰ।

গৌতম ঃ কি ক'লা ?

হাৰুণ ঃ নতুন কাপোৰ, একেবাৰে দৰা সাজি আছে।

গৌতম ঃ দৰা ! খদ্দৰৰ পাঞ্জাবীৰে দৰা ! এৰা, আমাৰ নিচিনা দুখীয়া মানুহে খদ্দৰৰ পাঞ্জাবী নিপিন্ধি পাট-মুগাৰ পাঞ্জাবী পিন্ধি দৰা সজাটো এটা বিলাসিতা।

হাৰুণ ঃ খুৰা, আপুনি একেবাৰে কোনোবা খান্দানী নৱাবৰ আগত কথা কোৱাৰ দৰে কৈছে।

গৌতম ঃ নহয় হে, সচা কথাবোৰ এবাৰ ক'বলৈ পালে ভাল লাগে।

হাৰুণ ঃ মই অনুভৱ কৰিব পাৰিছোঁ খুৰা। ময়ো আপোনালোকৰ দৰে এটা দুখীয়া পৰিয়ালৰ ল'ৰা।

গৌতম ঃ হাৰুণ, সেইবোৰ বাদ দিয়া, আচলতে কি জানা এই কাপোৰ যোৰ; মোক আমাৰ অফিচৰ ষ্টাফে মৰমৰ চিন স্বৰূপে দিয়া উপহাৰ।

হাৰুণ ঃ সেয়া মই জানো খুৰা।

গৌতম ঃ সিহঁতে মোক খুব ভাল পাইছিল, খুব মৰম কৰিছিল।

হাৰুণ ঃ খুব ভাল পোৱাৰ বাবে, এই দহটকীয়া দামৰ পাঞ্জাৱী, সাতটকীয়া দামৰ ধুতী আৰু এই লাখুটিডাল - - -

গৌতম ঃ এইডালৰ দাম বহুত বুজিছা। এই লাখুটিডালহে আচল। এইডালহে মোৰ পিছৰ জীৱনৰ সাৰথি।

হাৰুণ ঃ এয়া শান্ত্বনা খুৰা, আপোনালোকৰ ওপৰৱালা সকল হোৱা হ'লে ইয়াতকৈ আৰু বহুত - - -

গৌতম ঃ আঃ ! নাপায় হাৰুণ, উপহাৰৰ মূল্য নিৰ্ণয় কৰিব নাপায়। এইবোৰ অমূল্য। অমূল্য।

হাৰুণ ঃ সেইবাবেই কৈছোঁ, এইবোৰ সাঁচি নথৈ যে পিন্ধি দিলে !

গৌতম ঃ উপায় নাই হাৰুণ, তুমি আমাৰ দৰে দুখীয়া ঘৰৰ ল'ৰা। তুমি বুজিবা, মোৰ পিন্ধিবলৈ এইযোৰ কাপোৰৰ বাহিৰে যে আৰু কাপোৰ নাই।

হাৰুণ ঃ খুৰা !

গৌতম ঃ অকল মোৰেই নহয়, বৰ্ণালীৰো পিন্ধিবলৈ আজি এজোৰ ভাল কাপোৰ নাই।

হাৰুণ : কি কৰিব খুৰা, এয়া আমাৰেই ভাগ্য।

গৌতম : সেই বাবেই কৈছোঁ, সিহঁতে বোধহয় জানি-শুনিয়েই এইযোৰ কাপোৰ দিছিল। আৰু এই লাখুটিডাল, হয়তো ইয়াত ভৰ দিয়েই মোৰ জীৱনৰ বাকী চোৱা কাল কটাই দিব লাগিব। সিহঁতে বুজিছিল, এই লাখুটিডাল আৰু এই কাপোৰযোৰৰ মোৰ খুব প্ৰয়োজন হ'ব। খুব প্ৰয়োজন। জানা, এই কাপোৰযোৰ বহুত দিন যাব। বহুত দিন কাপোৰ নিকিনাকৈ চলি যাব। বহুত দিন। (কান্দে।)

**মঞ্চ এন্ধাৰ হ'ব।**

## চতুৰ্থ দৃশ্য

**শূন্য মঞ্চত দুফালৰ পৰা প্ৰায় একেলগে বৰ্ণালী আৰু বিজন সোমাই আহে।**

বিজন : বাঃ সুন্দৰ, অতি সুন্দৰ! আজিহে বাৰু লাগিছে। শাৰী পিন্ধি সাজি-কাজি ক'ৰবালৈ যোৱা নেকি?

বৰ্ণালী : নাই নাযাওঁ। তুমি বহা বিজনদা। মই ককাইদেউক মাতি দিওঁগৈ-

বিজন : ৰবা বৰ্ণালী, অকল প্ৰীতমকে বিচাৰি মই ইয়ালৈ নাহোঁ।

বৰ্ণালী : তেতিয়াহ'লে তুমি বহা, মই চাহ আনোগৈ।

বিজন : ৰ'বাচোন, তুমি দেখিছোঁ আজি বৰকৈ খৰধৰ কৰিছা।

বৰ্ণালী : নহয়, মানে - - -

বিজন : মানে কি? ক'ৰবালৈ যাবলৈ ওলাইছা যদি কোৱা।

বৰ্ণালী : নাই নাযাওঁ।

বিজন : তেতিয়াহ'লে! (**খন্তেক নীৰৱ।**) তোমাক কিন্তু শাৰী পিন্ধিলে বৰ ভাল দেখায়।

বৰ্ণালী : তুমি বহানা মই চাহ আনোগৈ।

বিজন : আজি তোমাৰ কি হৈছে?

বৰ্ণালী : মানে - - -

বিজন : ঘনেপতি যে তুমি ভিতৰলৈ যাওঁ, ভিতৰলৈ যাওঁ, কৰি আছা ভিতৰত কিবা কাম আছে নেকি?

বৰ্ণালী : নাই, এনেয়ে - - -

বিজন : তাৰমানে শাৰী পিন্ধি তুমি মোৰ আগত লাজ পাইছা?

বৰ্ণালী : তোমাৰ আগত কিহৰ লাজ?

বিজন : তেন্তে তুমি কিবা এটা কাৰণত মোৰ ওচৰৰপৰা আঁতৰি থাকিব বিচাৰিছা?

বৰ্ণালী : নাই, নাই নহয়!

বিজন : তেনে কিয় তুমি মোৰ লগত কথা পাতিবলৈ সংকোচ কৰিছা?

বৰ্ণালী : মানে, মানে - - -

বিজন : কোৱা কি হ'ল?

বৰ্ণালী : নাই নকওঁ।

বিজন : কিয় নোকোৱা! কোৱা।

| | | |
|---|---|---|
| বৰ্ণালী | ঃ | তুমি, তুমি মই কোৱা কথা সহ্য কৰিব পাৰিবা? |
| বিজন | ঃ | কিয় নোৱাৰিম? পাৰিম। কোৱা। |
| বৰ্ণালী | ঃ | মই তোমাৰ ওচৰৰ পৰা আঁতৰি থাকিবলৈ বিচাৰিছোঁ। |
| বিজন | ঃ | মানে, তুমি কি ক'ব বিচাৰিছা! |
| বৰ্ণালী | ঃ | ঠিকেই। |
| বিজন | ঃ | কিন্তু কিয়? |
| বৰ্ণালী | ঃ | কোনো প্ৰশ্ন নকৰিবা। |
| বিজন | ঃ | তাৰমানে তোমাৰ ঘৰত, তোমাক কোনোবাই কিবা কৈছে! |
| বৰ্ণালী | ঃ | কোনেও একো কোৱা নাই। |
| বিজন | ঃ | তুমি মোৰ ওচৰত কিবা কথা লুকুৱাইছা! |
| বৰ্ণালী | ঃ | মানে, মো-মোৰ, মোৰ - - - |
| বিজন | ঃ | কোৱা, বৈ নাযাবা। |
| বৰ্ণালী | ঃ | মোৰ, তোমাৰ লগত বিয়া হ'ব নোৱাৰে। |
| বিজন | ঃ | কিয় নোৱাৰে! বাইদেউৰ বিয়া নোহোৱাৰ বাবে? মইতো কৈছোৱেই, মই বাইদেউৰ বিয়ালৈ বাট চাম। |
| বৰ্ণালী | ঃ | বাইদেউৰ বিয়াৰ কথা নহয়। |
| বিজন | ঃ | নহ'লে বিয়াত কোনোবাই বাধা দিছে! |
| বৰ্ণালী | ঃ | নহয়, এয়া সম্পূৰ্ণ মোৰ নিজা কথা। মই তোমাৰ লগত বিয়া নহওঁ। |
| বিজন | ঃ | বৰ্ণালী! তুমি এইবোৰ কি কৈছা! |
| বৰ্ণালী | ঃ | অঁ, মই তোমাক ভাল নাপাওঁ। |
| বিজন | ঃ | তেতিয়াহ'লে এইবোৰ - - - |
| বৰ্ণালী | ঃ | এইবোৰ স্বপ্ন বুলি ভাবা। মই তোমাৰ লগত ভাল পোৱাৰ অভিনয় কৰিছিলোঁ। |
| বিজন | ঃ | অভিনয় কৰিছিলা! কিন্তু কিয়, কিয় তুমি মোক এইদৰে - - - |
| বৰ্ণালী | ঃ | **(কান্দি, কান্দি)** নাই, নাই তোমাৰ কোনো কথাই মই শুনিব নিবিচাৰোঁ। তুমি মোৰ ওচৰৰ পৰা আঁতৰি যোৱা ন'হলে মোক ইয়াৰপৰা আঁতৰি যাবলৈ দিয়া। |
| বিজন | ঃ | নহয়, ময়ো আঁতৰি নাযাওঁ আৰু তোমাকো আঁতৰি যাবলৈ নিদিওঁ। তুমি মোক কৈফিয়ৎ দিব লাগিব। |
| বৰ্ণালী | ঃ | কিহৰ কৈফিয়ৎ? |
| বিজন | ঃ | তুমি মোক কিয় ইমান দিন চলনা কৰিছিলা? |

বৰ্ণালী : নাই, মই কোনো কথাই ক'ব নোৱাৰোঁ।
বিজন : তুমি ক'ব লাগিব।
বৰ্ণালী : শুনিব পাৰিবা ?
বিজন : মোক জবাব লাগে।
বৰ্ণালী : শুনা তেন্তে, মই এই শাৰীখনৰ বাবে, আমাৰ ঘৰৰ খাজনা আৰু টেক্সৰ দিব লগা টকাৰ বাবে মই --- মই নিজকে মদন দদাইদেউৰ ওচৰত বিক্ৰী কৰি দিলোঁ।
বিজন : বৰ্ণালী ! এয়া তুমি কি কৈছা ?
বৰ্ণালী : শুনা, **(কান্দি কান্দি)** ঘৰখনক নিলামৰ পৰা বচাবৰ বাবে, মোৰ নগ্নপ্ৰায় দেহৰ আবৰণৰ বাবে, মই মোৰ সৰ্বস্ব হেৰুৱাই পেলালোঁ। মোৰ কুমাৰীত্বক মই নিজ হাতে হত্যা কৰি আহিলোঁ।
বিজন : হ'ব, হ'ব বন্ধ কৰা। তোমাৰ মুখৰ কথা মই আৰু নুশুনো।
বৰ্ণালী : শুনা, তুমি শুনিব লাগিব, আৰু এতিয়া কোৱা তুমি মোক বিয়া কৰাবা !
বিজন : কিন্তু কিয় তুমি এইবোৰ কৰিব লগা হ'ল ?
বৰ্ণালী : তাৰ বাহিৰে মোৰ উপায় নাছিল। মই দৰিদ্ৰতাৰ লগত হাৰি গ'লোঁ।
বিজন : যিমান টকা লাগে, মই দিলোহেঁতেন; কিয় তুমি মোৰ ওচৰলৈ নাহিলা ?
বৰ্ণালী : মৰমৰ বিনিময়ত, ভাল পোৱাৰ বিনিময়ত তোমাৰ পৰা মই কিবা এটা আদায় কৰিবলৈ বিচৰা নাছিলোঁ।
বিজন : ধিক্কাৰ তোমাৰ মৰম, তোমাৰ ভালপোৱা। এইখন মুখ লৈ তুমি মোৰ ওচৰলৈ অহাৰ আগতে আত্মহত্যা নকৰিলা কিয় ? তুমি মৰি নগলা কিয় ?
বৰ্ণালী : কিয় আত্মহত্যা নকৰিলোঁ জানা ? কিয় নমৰিলোঁ জানা ? তোমালোক, তোমালোক ধনী শ্ৰেণীটোক মই ঘিণ কৰোঁ আৰু এই শ্ৰেণীটোৰ ওপৰত প্ৰতিশোধ ল'বৰ বাবেই মই বাছি আছোঁ। কিন্তু, কিন্তু মই **(কান্দি)** মৰিব লাগিছিল। মই আত্মহত্যা কৰিব লাগিছিল। মই জীয়াই আছো কিয় ? মই মৰি যোৱা নাই কিয় ?

**কান্দি কান্দি বৰ্ণালী অহা বাটেৰে আকৌ যায়গৈ।**

**মঞ্চ এন্ধাৰ হ'ব।**

## চতুৰ্থ অংক

### প্ৰথম দৃশ্য

**মঞ্চত বিজন, হাৰুণ আৰু প্ৰীতম থাকিব।**

বিজন ঃ প্ৰীতম, তই এইবোৰ কি লিখিছ?

হাৰুণ ঃ তই পাগল হৈছ নেকি?

প্ৰীতম ঃ মই পাগল হোৱা নাই হাৰুণ, মোক প্ৰশ্ন নকৰিবি। আৰু মাত্ৰ নাটকখনৰ শেষ অংকৰ শেষ দৃশ্যটো আছে, ধৈৰ্যেৰে সেইকণো শুন।

**মদন খঙেৰে সোমাই আহে।**

মদন ঃ প্ৰীতম, তুমি মোক কি বুলি ভাবিছা?

প্ৰীতম ঃ কি হ'ল দদাইদেউ?

মদন ঃ এইদৰে তোমাৰ নাটকত মোৰ বদনাম ৰতিবলৈ কি অধিকাৰ আছিল?

প্ৰীতম ঃ তাৰ মানে আপোনাৰ মুখাখনো খহি পৰিল?

মদন ঃ ষ্টুপিড, এয়া লোৱা তোমাৰ নাটক। ফালি চিৰাচিৰ কৰি আনিছোঁ। মোক চিনি পোৱা নাই! মোৰ নাম মদন কুমাৰ বৰা, মই তোমাৰ ওপৰত মান হানিৰ কেচ দিম। নাটক লিখিবলৈ আহিছে!

**মদনে কাগজৰ টুকুৰাবোৰ খঙেৰে মাটিলৈ দলিয়াই যায়গৈ।**

হাৰুণ ঃ আচৰিত মানুহ! কি দৰে নাটকখন ফালি-চিৰি পেলাই গ'ল।

বিজন ঃ দয়া বোলা কথা এষাৰ বুজি নাপায়।

প্ৰীতম ঃ দয়া! **(কাগজৰ টুকুৰা বুটলে।)**

হাৰুণ ঃ ফটা কাগজৰ টুকুৰাবোৰ বুটলি কি কৰিবি?

প্ৰীতম ঃ এইদৰে কাগজবোৰ পৰি থাকিলে সহ্য নহয় হাৰুণ। সেইবাবেই এই ফটা কাগজৰ টুকুৰাবোৰ বুটলি থওঁ।

**অলপ সময়ৰ পাছত ঝৰ্ণালী সোমাই আহে।**

ঝৰ্ণালী ঃ **(থোকাথুকি মাতেৰে।)** লাভ নহ'ব প্ৰীতম, একো লাভ নহয়।

প্ৰীতম : বাইদেউ।

ঝৰ্ণালী : এইদৰে নাটক লিখি এতিয়া আৰু একো লাভ নহ'ব প্ৰীতম।

প্ৰীতম : লাভ-লোকচান কি হয়, তাক মই বিচাৰ কৰিবলৈ যোৱা নাই বাইদেউ।

ঝৰ্ণালী : আমি ইমান তললৈ নামি গ'লোঁ, সেয়া ভাবিবই নোৱাৰি। **(কান্দে)** প্ৰীতম, তই এইখন বহুদিনৰ আগতে লিখিব লাগিছিল। বহুত দেৰি কৰিলি প্ৰীতম। বহুত দেৰি কৰিলি।

**কান্দি কান্দি ঝৰ্ণালী যায়গৈ।**

বিজন : মই একো বুজিব পৰা নাই।

প্ৰীতম : শেষৰ দৃশ্যটো পঢ়িলে সকলো বুজিব পাৰিবি বিজন।

হাৰুণ : প্ৰীতম, তোৰ নাটকৰ শেষৰ দৃশ্যটো পঢ়াৰ সাহস আৰু ধৈৰ্য দুয়োটাৰে অভাৱ।

প্ৰীতম : মই বহুত কষ্ট কৰি নাটকখন লিখিছোঁ। বহুত অভাৱ, বহুত বাধ্য-বাধকতা, বহুতো লাঞ্চনা আদিৰ মাজত মই এই নাটকখন লিখি শেষ কৰিছোঁ; তইঁতে মাত্ৰ নাটকখন পঢ়ি শেষ কৰিব নোৱাৰ? - - - এয়া চা, মদনে ফালি যোৱা, নাটক লিখা এই কাগজৰ টুকুৰাবোৰ। এই কাগজৰ ধাৰ পৰিশোধ কৰিবলৈ এতিয়াও মোৰ বাকী আছে। জান বিজন, জান হাৰুণ, এই কাগজৰ টুকুৰাবোৰ চাবলৈ মোৰ ভয় লাগিছে। এই নাটক লিখা ফটা কাগজৰ টুকুৰাবোৰে মোৰ দৰিদ্ৰতাক কি দৰে উপলুঙা কৰিছে চা - - -

**দূৰৰ পৰা উত্তমে আচৰিতভাৱে চিঞৰি সোমাই আহে।**

উত্তম : প্ৰীতম, প্ৰীতম, তই নোৱাৰিলি প্ৰীতম, তই নোৱাৰিলি।

প্ৰীতম : কি হ'ল ককাইদেউ?

উত্তম : চব খেলি-মেলি হৈ গ'ল।

বিজন : আচল কথাটো কি ককাইদেউ?

উত্তম : বিজন, সকলো ওলট-পালট হৈ গ'ল। হাৰুণ, তোমালোকৰ নাটকৰ শেষ অংকৰ শেষ দৃশ্যটো উলট-পালট হৈ গ'ল।

হাৰুণ : মানে কি হ'ল ককাইদেউ, বুজাই কওক।

উত্তম : প্ৰীতম, আমাৰ ঘৰৰ যিখন প্ৰকৃত নাটক, সেইখনৰ লগত তই লিখা নাটকৰ শেষ অংকৰ শেষ দৃশ্যটো নিমিলিল। দুয়োখন দুখন সুকীয়া নাটক হৈ পৰিল। শেষৰ দৃশ্যটোত বৰ্ণালীয়ে খেলি-মেলি কৰি দিলে। তোৰ নাটকৰ শেষ দৃশ্যত বৰ্ণালীয়ে সমাজৰ ওপৰত প্ৰতিশোধ লোৱাৰ কথাৰ বৰ্ণনা আছিল। ল'লে, বৰ্ণালীয়ে প্ৰতিশোধ ল'লে। কিন্তু তই বৰ্ণনা কৰাৰ দৰে নহয়। কি দৰে প্ৰতিশোধ ল'লে চাবি আহ।

**আটায়ে মঞ্চৰ পৰা ওলাই যাবলৈ প্ৰস্তুত হয়। এনেতে মঞ্চ এন্ধাৰ হ'ব।**

## দ্বিতীয় দৃশ্য

**মঞ্চত ঝৰ্ণালী আৰু গৌতম থাকে। ওচৰতে বগা কাপোৰেৰে ঢাকি থোৱা বৰ্ণালীৰ শৱ। উত্তম, প্ৰীতম, বিজন আৰু হাৰুণ লাহে লাহে সোমাই আহে।**

উত্তম : এয়া চা, প্ৰীতম, তোৰ নাটকৰ শেষৰ দৃশ্যটো ওলট-পালট কৰি বৰ্ণালীয়ে আমাৰ ওপৰত ভীষণ প্ৰতিশোধ ল'লে।

**বিজন, হাৰুণ আৰু প্ৰীতম বৰ্ণালীৰ ওচৰলৈ গৈ কাপোৰৰ তলত মুখখন চায়।**

বিজন : তুমি সচাঁকৈ আত্মহত্যা কৰিলা বৰ্ণালী। তুমি তোমাৰ কথা ৰাখিলা বৰ্ণালী, তুমি মোৰ ওপৰত প্ৰতিশোধ ল'লা। মই, মই কিন্তু একো অন্যায় কৰা নাছিলো বৰ্ণালী। মই একো অন্যায় কৰা নাছিলোঁ।

হাৰুণ : বিজন, মন ডাঠ কৰ বিজন।

বিজন : এৰা!

**কিছু সময় সকলো নিমাত।**

গৌতম : যি বৰ্ণালীয়ে শাৰী পিন্ধিবলৈ ভাল নাপায়, সেই বৰ্ণালীয়ে এখন নতুন শাৰী পিন্ধি আহি মোক হাতত টকাৰ বান্দোল এটা দি কৈছিল - - - 'এয়া ল দেউতা, মাটিৰ খাজনা আৰু ঘৰৰ টেক্স দিবি' - - - আৰু, আৰু কৈছিল; 'মোৰ কাপোৰৰ বাবে চিন্তা নকৰিবি। এয়া চা, মই নতুন শাৰী পিন্ধিছোঁ। আমাৰ অভাৱ দূৰ হ'ল দেউতা।' - - - মই টকাখিনি হাতত লৈ একেথিৰে টকাখিনিলৈ চাই আছিলোঁ। মই, মই তাইক টকা ক'ত পালি ?- সেই কথা সুধিবলৈ ভয় লাগিছিল। আনকি তাত কিমান টকা আছিল সেয়াও হিচাব কৰিবলৈ ভয় লাগিছিল। কিন্তু বহুত টকা। বহুত - - - **(কান্দে।)**

হাৰুণ : খুৰা! খুৰা আপুনি শান্ত হওক।

গৌতম : হাৰুণ, মোক অলপ ধৰা, নহ'লে মই পৰি যাম; মোৰ লাখুটিডাল মোক আনি দিয়া।

হাৰুণ : হ'ব খুৰা, আপুনি চিন্তা নকৰিব। মই ধৰিছোঁ।

**আকৌ সকলো নীৰৱ।**

ঝৰ্ণালী : বৰ্ণালী, তোৰ এনে এটা অৱস্থা নহ'বৰ বাবে, তোক ভাল কৰি ৰাখিবৰ বাবে মই নিজকে তিল-তিলকৈ শেষ কৰি দিছিলোঁ। শেষত, শেষত ময়ে সকলো খেলি-মেলি কৰি দিলোঁ। মোক ক্ষমা কৰিবি বৰ্ণালী, মোক ক্ষমা কৰিবি। কিন্তু, কিন্তু তই ভাল কৰিলি বৰ্ণালী, দৰিদ্ৰতাৰ অভিশাপৰ পৰা তই আজি মুক্ত। তই এটা পথ বাচি ল'লি, তই মুক্তি পালি। কিন্তু মই, মই নোৱাৰোঁ; মোৰ সেই সাহস নাই। বৰ্ণালী, পাৰিলে তই মোক আকোৱালি ল'। **(কান্দে।)**

গৌতম : **(কান্দি)** ঝৰ্ণালী - - -

ঝৰ্ণালী : **(কান্দি)** দেউতা - - -

গৌতম : **(কান্দি)** কান্দ আই, হেঁপাহ পলুৱাই কান্দ! আহ আই, মোৰ বুকুৰ মাজলৈ আহ।

ঝৰ্ণালী : **(কান্দি)** দে-উ-তা - - -

**ঝৰ্ণালীয়ে গৌতমৰ বুকুত পৰি কান্দে।**

গৌতম : মোৰ বুকুখন অলপ শান্ত পৰক।

**সকলো স্থিৰ (ফ্ৰিজ) অৱস্থাত থাকিব।**
**প্ৰীতম আনমনা হৈ পৰে।**
**একেথিৰে বৰ্ণালীৰ শটোলৈ চাই চাই কিবা ভাৱত বিভোৰ হয়। যেন বৰ্ণালী লাহে লাহে আহি প্ৰীতমক কয়।**
**মঞ্চ এন্ধাৰ হ'ব।**
**খন্তেক পাছত কেৱল বৰ্ণালী আৰু প্ৰীতমৰ মুখত পোহৰ পৰিব।**

বৰ্ণালী : ককাইদেউ - - -

প্ৰীতম : বৰ্ণালী!

বৰ্ণালী : তোৰ ওচৰলৈ আহিছোঁ ককাইদেউ, মোৰ ওপৰত তোৰ খং উঠিছে নহয়! তোৰ নাটকৰ শেষ অংকৰ শেষ দৃশ্যটো মই নষ্ট কৰি পেলালো নহয়? মই কি কৰিম ককাইদেউ, মই নিৰুপায়। মই দৰিদ্ৰতাৰ লগত হাৰ নামানো বুলি ভাবিছিলোঁ, কিন্তু নোৱাৰিলোঁ। মদনহঁতৰ নিচিনা মানুহৰ অনুগ্ৰহ নলওঁ বুলি ভাবিছিলো, কিন্তু নোৱাৰিলোঁ। মই বিজনদাক বিশ্বাসঘাটকতা কৰিলোঁ, মই সমাজৰ ওপৰত প্ৰতিশোধ ল'ব নোৱাৰিলোঁ। ককাইদেউ, তোক মই কৈছিলোঁ; --- তই পলায়নবাদী মনোবৃত্তি পোষণ কৰা বুলি। কিন্তু, এতিয়া মই নিজেই কি কৰিলোঁ? বাইদেউৰ টোপনি যোৱা ঔষধৰ বৰি অতিমাত্ৰা খাই, মই সংসাৰৰ পৰা, সমাজৰ পৰা পলালোঁ। মই পলাতক ককাইদেউ! মই পলাতক। **(কিছু সময় ৰৈ)** ককাইদেউ, তই তোৰ নাটকৰ শেষৰ দৃশ্যটো আকৌ নতুনকৈ লিখিবি। সেইটো দৃশ্যত মই তোক দিগদাৰ দিবলৈ নাহো ককাইদেউ। মাত্ৰ তই নাটকৰ সেইটো দৃশ্যত দৰ্শকক মোৰ কথা ক'বি। তই ক'বি -- আজি অকল 'মই' বৰ্ণালীৰে এনে দশা নহয়। আপোনালোকৰ মাজত আৰু বহুত বৰ্ণালী আছে, যি লাঞ্চিতা, অৱহেলিতা। অকল আমাৰ ঘৰখনেই নহয় আৰু বহুতো ঘৰ আছে, যিবোৰ ঘৰত দিবা-ৰাত্ৰি এনে নাটক হৈয়ে আছে। আজিৰ দৰে একোখন সচা নাটক। তাত সচা বৰ্ণালী, ঝৰ্ণালী আছে। প্ৰীতম, উত্তম আছে। দেউতা আছে। বিজন, হাৰুণ আছে আৰু আছে মদন কুমাৰ। সেই নাটকত বহুত ঘৰৰ মানুহ, বহুত দিন লঘোনে থাকে। ডেকা ল'ৰা নিবনুৱা হয়, গাভৰুৱে নিজক শেষ কৰি এখন ঘৰ চলায় আৰু কোনোৱে দৰিদ্ৰতাৰ পৰা পলাই হাত সাৰিবৰ বাবে আত্মহত্যা কৰে। --- ক'বি ককাইদেউ, তই তোৰ নাটকত এইবোৰ কথা ক'বি। মই যাওঁ ককাইদেউ। আকৌ যদি কেতিয়াবা এই সংসাৰলৈ আহোঁ তেতিয়াও তোৰ নাটকৰ চৰিত্ৰ এটা হৈ আহিম। তেতিয়া হয়তো, আজিৰ দৰে শ্ৰেণী বৈষম্য নাথাকিব। তেতিয়া হয়তো মোৰ দৰে ছোৱালীয়ে আত্মহত্যা কৰি পলাব নালাগিব। তেতিয়া আৰু এই সমাজত

মদনৰ দৰে মানুহ নাথাকিব। মই সেই দিনলৈ বাট চাই থাকিম। সেই দিন তইঁতে আনিব লাগিব। সেই দিন নিশ্চয় আহিব। সেই দিন আহিব। মই যাওঁ ককাইদেউ।

**বৰ্ণালী আৰু প্ৰীতমৰ মুখৰ পৰা পোহৰ নাইকিয়া হ'ব।**

**খন্তেক পাছত আকৌ মঞ্চ পোহৰ হ'ব। মঞ্চত সকলো আগৰ দৰে স্থিৰ (ফ্ৰিজ) অৱস্থাত থাকে। খন্তেক পাছত স্থিৰতা ভংগ হয়। হাৰুণ লাহে লাহে প্ৰীতমৰ ওচৰলৈ আহে। প্ৰীতমে আগৰ দৰে ভাৱত বিভোৰ হৈ মুখেৰে ভোৰ-ভোৰাই থাকে-**

প্ৰীতম : বৰ্ণালী!

হাৰুণ : কি হ'ল প্ৰীতম! তোৰ কি হৈছে?

প্ৰীতম : বৰ্ণালী!

হাৰুণ : বৰ্ণালী!

প্ৰীতম : অঁ, বৰ্ণালী! বৰ্ণালী! বৰ্ণালী!

**প্ৰীতমে পগলাৰ দৰে চিঞৰি বৰ্ণালীৰ শটোৰ কাষলৈ দৌৰি যায়। লগতে হাৰুণো যায়।**

হাৰুণ : **(প্ৰায় চিঞৰি, কঠোৰভাৱে।)** প্ৰীতম।

**প্ৰীতম টোপনিৰ পৰা সাৰ পোৱাৰ দৰে হয়।**

প্ৰীতম : হাঁ? মই, মই কিবোৰ কল্পনা কৰিছোঁ! নাই, নাই ঠিক। মই লিখিম বৰ্ণালী। মোৰ নাটকৰ শেষ দৃশ্যটো মই আকৌ নতুনকৈ লিখিম। তাত তই থাকিব লাগিব। তই আহিবি বৰ্ণালী। তই আহিবি।

উত্তম : প্ৰীতম, বৰ্ণালী আৰু নাহে।

প্ৰীতম : আহিব ককাইদেউ, তাই আহিব। তাইৰ বাবে মই আকৌ নতুনকৈ দৃশ্যটো লিখিম।

গৌতম : প্ৰীতম - - -

প্ৰীতম : দেউতা।

গৌতম ঃ তোৰ কি হৈছে প্ৰীতম, তোৰ কি হৈছে?

উত্তম ঃ প্ৰীতম।

প্ৰীতম ঃ ককাইদেউ।

উত্তম ঃ আৰু দেউতা, বাইদেউ মই যাওঁ।

ঝৰ্ণালী ঃ ক'ত যাব উত্তম?

উত্তম ঃ হয়তো মোক নিবৰ বাবে মদনে পুলিচ পঠাইছে।

ঝৰ্ণালী ঃ তই এইবোৰ কি কৈছ উত্তম?

উত্তম ঃ ঠিকেই বাইদেউ, মাটিৰ খাজনা আৰু ঘৰৰ টেক্সৰ টকাৰ বাবে মই মদনৰ ঘৰত চুৰ কৰিলোঁ।

ঝৰ্ণালী, গৌতম ঃ **(একেলগে)** কি?

উত্তম ঃ যেতিয়া মই নিশা মদনৰ ঘৰৰ চন্দুক খোলোঁ, তেতিয়া আন এটা কোঠাত কোনোবা কুমাৰীৰ বিকট আৰ্তনাদ শুনিছিলোঁ; তেতিয়া মোৰ মনত পৰিছিল ঘৰত ফটা চাদৰ সি থকা ভন্টি বৰ্ণালীলৈ। কিন্তু মদনৰ চন্দুকত থকা ঠাক্-ঠাক্ টকাৰ বান্দোলে মোক সকলো পাহৰাই ৰাখিছিল। মই বোবা হৈ গৈছিলোঁ। যেতিয়া খাজানা আৰু টেক্সৰ টকা পৰিশোধ কৰি ঘৰলৈ ঘূৰি আহোঁ, তেতিয়া বিবেকৰ যন্ত্ৰণাত থাকিব নোৱাৰি মই নিজে পুলিচক ফোনেৰে চুৰ কৰাৰ কথা জনালোঁ। হয়তো এতিয়া মানে পুলিচ আহিবৰ হ'ল।

ঝৰ্ণালী ঃ **(কান্দি)** তই এইবোৰ কি কৰিলি উত্তম? তই কি কৰিলি?

গৌতম ঃ উঃ, মই এতিয়া কি কৰোঁ!

প্ৰীতম ঃ ককাইদেউ, তহঁতে সকলোৱে নিজৰ নিজৰ দায়িত্ব শেষ কৰি আঁতৰি গৈছ। শেষত থাকিলো মই। মই, মই তোৰ বাবে -- একো কৰিব নোৱাৰো ককাইদেউ, মাত্ৰ মোৰ নাটকত তোক লৈ এটা চৰিত্ৰ সৃষ্টি কৰিব পাৰোঁ।

উত্তম ঃ **(থোকাথুকি মাতেৰে।)** প্ৰীতম!

প্ৰীতম ঃ দেউতা, তই 'মোক' এনে এটা পুত্ৰ জন্ম দিলি, যি নিজৰ দেউতাকক 'তাৰ' নাটকৰ বৃদ্ধ চৰিত্ৰ এটা সৃষ্টি কৰাৰ বাহিৰে আৰু একো কৰি দিব নোৱাৰিলে।

গৌতম ঃ **(কান্দি, কান্দি)** প্ৰীতম!

প্ৰীতম : আৰু বাইদেউ ---

ঝৰ্ণালী : **(কান্দি, কান্দি)** প্ৰীতম ---

প্ৰীতম : মোক ক্ষমা কৰ বাইদেউ। তোক মোৰ নাটকৰ এটা চৰিত্ৰ কৰি মানসিকভাৱে দাৰুণ আঘাত দিলোঁ। তাৰ বাহিৰে তোৰ ভায়েৰ -- এই নাট্যকাৰে আৰু একো কৰিব নোৱাৰে বাইদেউ। আৰু একো কৰিব নোৱাৰে।

ঝৰ্ণালী : **(কান্দি, কান্দি)** প্ৰী-ত-ম।

প্ৰীতম : আৰু বৰ্ণালী! বৰ্ণালী তোৰ কথা মই ৰাখিম। মই হাৰি নাযাওঁ বৰ্ণালী। মই যুঁজিম। মোৰ নাটকৰ শেষ অংকৰ শেষ দৃশ্যটো আকৌ নতুনকৈ লিখিম। তই ভবা মতে মই দৰ্শকক ক'ম --- **(মঞ্চৰ সন্মুখলৈ আহি দৰ্শকক উদ্দেশ্য কৰি।)** দৰ্শক শুনা, আমাৰ কণ্ঠ বুজি পোৱা। আমাৰ চিঞৰ বুজি পোৱা। বৰ্ণালী, ঝৰ্ণালী, গৌতম, উত্তম, বিজন, হাৰুণ, প্ৰীতমৰ চিঞৰৰ লগত তোমাৰ চিঞৰ মিলাই দিয়া। মদন কুমাৰহঁত উচপ্‌খাই উঠক। সিহঁতৰ মুখা খহাই দিয়া। বৰ্ণালী আহিব। তাই নিশ্চয় আহিব আৰু তেতিয়া মদন কুমাৰৰ পতন অনিবাৰ্য। মাত্ৰ, মাত্ৰ তুমি আমাৰ কণ্ঠ বুজি পোৱা, এয়া তোমাৰ কণ্ঠ। আমাৰ চিঞৰ বুজি পোৱা, এয়া তোমাৰ চিঞৰ।

**লাহে লাহে মঞ্চ এন্ধাৰ হ'ব।**

**যৱনিকা**



# এপিটাফ পান্থশালাৰ

## নেপথ্য আলাপ ৩

'এপিটাফ পান্থশালাৰ' নাটকখন লিখাৰ আগে-পিছে অসমীয়া নাট্য জগতত প্ৰচুৰ পৰীক্ষা-নিৰীক্ষা চলিছিল। সেই সময়ৰ চিন্তা-ভাৱনাৰে ময়ো ৰচনা কৰিছিলো - 'এজন ৰজা আছিল', 'জন্ম-ক্ৰন্দন', 'অহৈতুকী স্বদেশ প্ৰীতি', 'সঁচাৰ-কাঠী', 'এটা চোলাৰ কাহিনী', 'এলাঙ্কুৰ পাহাৰ' আদি নাটক সমূহ। বিশেষকৈ নাটকত প্ৰতীকৰ ব্যৱহাৰৰ ক্ষেত্ৰত পৰীক্ষা-নিৰীক্ষা কৰি মই ভাল পাইছিলোঁ। আজিও। ১৯৭৬ চনত লিখা 'এপিতাফ পান্থশালাৰ' নাটকতো এই প্ৰভাৱ পৰাটো স্বাভাৱিক। এই নাটকত মানুহৰ চৰিত্ৰৰ বৈশিষ্ট্যৰ ওপৰত গুৰুত্ব দিছিলোঁ। একো একোজন মানুহৰ চাৰিত্ৰিক বিচিত্ৰতা, বৈপৰীত্য আদিক প্ৰাধান্য দি নাটকখন ৰচনা কৰিছিলোঁ। এজন মানুহে বিভিন্ন সময়ত বিভিন্ন ৰূপত আত্মপ্ৰকাশ কৰে। ঘৰৰ - পৰিয়ালৰ মাজত থকা মানুহজন, বাহিৰত - কৰ্মক্ষেত্ৰত সেই মানুহজনৰ অন্য এটা ৰূপ দেখা যায়। আকৌ একেজন মানুহেই বন্ধু মহলত বেলেগ হৈ যায়। সেইদৰে সামাজিক স্থিতিৰ ৰূপো সলনি হয়। এটা চৰিত্ৰই কেইবাটাও চৰিত্ৰ বহন কৰি ফুৰে। আকৌ এই চৰিত্ৰৰ বিভিন্ন ৰূপৰ সমষ্টিয়েই এটা চৰিত্ৰ হয়। সেয়েহে মানুহৰ চৰিত্ৰ বিচিত্ৰ। এই বিচিত্ৰ মানুহৰ আশা-আকাংক্ষাও বিচিত্ৰ। এই বিচিত্ৰতাৰ মাজেৰে আমি প্ৰত্যেকে নিজাববীয়াকৈ একোটা আশালৈ গতি কৰিছোঁ। — এনে আহুকলীয়া চিন্তাৰ ফচল 'এপিটাফ পান্থশালাৰ'।

চৰিত্ৰলিপি ঃ

| | | |
|---|---|---|
| বাবা | ঃ | চকীদাৰ / মালী / সময় / মধু। |
| এনি | ঃ | ৰীতা / চিষ্টাৰ / প্ৰেৰণা / চেক্ৰেটাৰী। |
| চিৰঞ্জীৱ | ঃ | ৰাজেন / পলাতক / প্ৰেমিক / মিস্ত্ৰি। |
| মুদৈ | ঃ | সত্যব্ৰত / বুঢ়া / ৰথীয়া / বিপ্লৱ। |
| প্ৰফেচাৰ | ঃ | ৰমেন / গৰাকী / বিনাশ / ড্ৰাইভাৰ। |
| জ্যোতি | ঃ | জেউতী / ৰোগী / দেৱী / চাকৰণী। |

## প্ৰথম পৰিৱেশ

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব। মঞ্চত বাবা থাকিব। ভৰিত এযোৰ পুৰণি ফটা জোতা। হাতত এটা নুমাই থকা লেম্প্ আৰু এটা ছাতি। তেওঁ মঞ্চৰ কোনো এফালে, বহু দূৰলৈ একেথৰে চাই থাকে। কিছু সময়ৰ পাছত নিজকে কোৱাৰ দৰে কয়।**

বাবা : আৰু বা কিমান অপেক্ষা কৰিব লাগিব!

**বাবাই চাই থকাৰ বিপৰীত ফালৰ পৰা এনি আহে।**

এনি : বাবা - - -

বাবা : অ' এনি।

এনি : তুমি কি কৰিছা?

বাবা : সদায় ইয়াত যি কৰোঁ।

এনি : বেলিটো অস্ত গ'ল!

বাবা : বেলিটো অস্ত গ'লেই সন্ধিয়া হয় - - -

এনি : আৰু সন্ধিয়া হ'লেই তুমি লেম্পটো জ্বলাই দিয়া - - -

বাবা : নহ'লে এই কোঠাটো আন্ধাৰ হৈ থাকিব।

এনি : এনিশা একোঠা পোহৰ বিলাই এই প্ৰদীপটো দ্বীপ্তমান হৈ থাকিব!

বাবা : এনিশা! এৰা গোটেই এনিশাৰ আন্ধাৰখিনি আমাৰ আগত পৰি আছে।

এনি : নিশাৰ আন্ধাৰ খুব কদৰ্য!

বাবা : খুব ভয় লগা!

এনি : ভীষণ যন্ত্ৰণাদায়ক!

বাবা : তথাপিতো নিশাটো অতিবাহিত কৰিব লাগিব এটা পুৱাৰ আশাত!

এনি : পুৰা হোৱাৰ লগে লগে এই লেম্পৰ অস্তিত্ব শেষ হৈ যাব।
বাবা : এৰা!
এনি : বাবা, তুমি আচৰিত, দিনটো লেম্পটো হাতত লৈ ফুৰা!
বাবা : লেম্পটো হাতত থাকিলে মই বল পাওঁ।
এনি : এই ছাতিটোও তোমাৰ হাতত সদায় থাকে।
বাবা : ৰ'দ দিলে ছাতিটো দৰকাৰ হয় ছাঁৰ বাবে। বৰষুণ দিলে দৰকাৰ হয় নিতিতিবৰ বাবে।
এনি : বাবা, তোমাৰ জোতাযোৰ বৰ পুৰণি হৈ গ'ল!
বাবা : এই অতিথিশালাত জোতাযোৰেই মোৰ গতিত সহায় কৰে। মুঠতে জান' এই তিনিও পদ বস্তু মোৰ খুব প্ৰয়োজন।
এনি : পোহৰ, আশ্ৰয়, গতি!

চিৰঞ্জীৱ আহে।

চিৰঞ্জীৱ : আত্মসন্তুষ্টিৰ অন্য নাম স্থবিৰতা।
বাবা : কি হ'ল চিৰঞ্জীৱ!
চিৰঞ্জীৱ : বাবা, আত্মসন্তুষ্টিয়ে আমাক আনি দিয়ে স্থবিৰতা, অগতি।
এনি : আজি হঠাৎ এই ভাব উদয় হোৱাৰ কাৰণ!
চিৰঞ্জীৱ : কেতিয়াবা মই বহুত আগুৱাই আহিলোঁ বুলি সন্তুষ্টি লভোঁ। তেতিয়াই মই থমকি ৰৈ যাওঁ।
বাবা : আৰু কিমান আগুৱাব লাগিব তাৰ কি ঠিক!
এনি : **(চিৰঞ্জীৱক)** তুমিতো এজন শিল্পী; শিল্পীয়ে জানো থমকি ৰোৱাৰ কথা চিন্তা কৰে!
চিৰঞ্জীৱ : শিল্পীয়ে সৃষ্টিৰ কথা চিন্তা কৰে।
এনি : তেতিয়াহ'লে তুমি কেৱল সৃষ্টি কৰা।
চিৰঞ্জীৱ : সৃষ্টিৰ আৱেগ যন্ত্ৰণা, মাতৃৰ প্ৰসৱ যন্ত্ৰণাৰ দৰেই দাৰুণ।
বাবা : তথাপিতো তুমি শিল্পী, তুমি সৃষ্টিশীল।
চিৰঞ্জীৱ : মই সৃষ্টি কৰিম।
এনি : তুমি সৃষ্টি কৰা প্ৰগতিৰ, সুন্দৰৰ, সৌন্দৰ্যৰ।

মুদৈ আহে।

মুদৈ : ৰাম, ৰাম, ইমান সৌন্দৰ্য আৰু মই আগতে কোনো জনমত দেখা নাছিলোঁ।

বাবা : মুদৈ - - -

মুদৈ : বাবা, এই ঠাই ডোখৰৰ কথা কৈছোঁ। সাংঘাতিক, সাংঘাতিক ধুনীয়া।

এনি : বেচিকৈ প্ৰশংসা কৰাটো ভালৰ চিন নহয়।

মুদৈ : ৰাম, ৰাম! এনি, তুমি এই মুদৈক আজিও চিনি নাপালা?

বাবা : কোনে কাক চিনি পায়!

চিৰঞ্জীৱ : সচাঁকৈ খুব আচৰিত কথা, আমি কোনেও কাকো চিনি নাপাওঁ। অথচ সকলোৱে চিনাকি।

মুদৈ : তুমি ইয়াত থাকি খুব ভাল পাইছা নহয়?

চিৰঞ্জীৱ : কিয় সুধিলে?

মুদৈ : তোমাৰ সাহিত্যৰ বাবে ইয়াত প্ৰচুৰ সুবিধা আছে নহয়?

চিৰঞ্জীৱ : সুবিধা নিশ্চয় আছে। কিন্তু আপুনি?

মুদৈ : মোৰ - - - মানে?

চিৰঞ্জীৱ : আপোনাৰ জানো একো সুবিধা হোৱা নাই?

মুদৈ : হেৰা, এনে ঠাইত ৰাজনীতি কাৰ লগত কৰিবা? ব্যৱসায, বাণিজ্য জানো এনে ঠাইত হয়?

বাবা : এনে ঠাইত হওঁতেতো একোৱেই নহয়।

এনি : কিন্তু কৰিম বুলি ক'লে বহুত কিবা কৰিব পাৰি।

মুদৈ : মই ৰাজনীতিও কৰিব পাৰোঁ, ব্যৱসায়ও কৰিব পাৰোঁ। কৰোঁ। হ'লেও সুবিধা পালোঁ বুলি অন্যায় সহ্য নহয়। অৱশ্যে ন্যায়ৰ পথ দেখিলে এই মুদৈয়ে সকলো সুবিধা আদায় কৰি ল'ব পাৰোঁ। কাৰণ ধৰ্ম বোলা কথা এটা আছেতো।

চিৰঞ্জীৱ : ধৰ্ম! কিহৰ ধৰ্ম?

মুদৈ : অঁ, ধৰ্ম। আমি হ'লোঁ ধৰ্মত চলা মানুহ। আমি চিধাচিধি মানুহ। বেকাবেকি কথা বুজি নাপাওঁ।

চিৰঞ্জীৱ : ধৰ্মবোৰ মানুহৰ বেমাৰত পৰিণত হৈ পৰিছে।

বাবা : বেমাৰ ভাল কৰিবৰ বাবে আকৌ ডাক্তৰ লাগিব!

এনি : ডাক্তৰতো আমাৰ ইয়াত আছে।

মুদৈ : **(বাহিৰলৈ চায়।)** সৌৱা, প্ৰফেচাৰ চাহাব আহিছে।

বাবা : (বাহিৰলৈ চায়।) আহা, আহা প্রফেচাৰ। তোমাৰ কথাই আলচ হৈছে।

**প্রফেচাৰ আহে।**

প্রফেচাৰ : মোৰ কথা! মই কি কৰিলোঁ?

মুদৈ : কৰোতে একো কৰা নাই। তুমি জানো মেডিকেল কলেজৰ প্রফেচাৰ নোহোৱা? মানে এজন ডাক্তৰ নোহোৱা জানো?

প্রফেচাৰ : অ' হওঁ। তাৰ পৰা কি হ'ল?

চিৰঞ্জীৱ : বেমাৰ য'ত। ডাক্তৰ ত'ত।

বাবা : বেমাৰবোৰ ডাক্তৰেহে ভাল কৰে।

প্রফেচাৰ : বেমাৰৰ মাত্রা বেছি হ'লে ডাক্তৰো কামত নাহে।

মুদৈ : ডাক্তৰতো নিৰোগী নহয়।

প্রফেচাৰ : মানে আপোনাৰ মতলব?

মুদৈ : ৰাম, ৰাম, আপুনি বেয়া ভাব নল'ব প্রফেচাৰ চাহাব। মই কৈছোঁ ডাক্তৰৰতো বেমাৰ হয়।

প্রফেচাৰ : অলবত।

মুদৈ : সেইটো, সেইটোৱেই ক'ব বিচাৰিছোঁ। ডাক্তৰো নিৰোগী নহয়।

বাবা : সি আজিও নাহিল। আৰু কিমান অপেক্ষা কৰিব লাগিব?

প্রফেচাৰ : নিৰাশ নহ'ব। সি আহিব।

এনি : বাৰু বাবা, এই অতিথিশালাৰ পৰা আপুনি ক'ত যাব?

বাবা : ক'ত যাম ক'ব নোৱাৰোঁ। সি লৈ আনিছে, মই আহি আছোঁ। এই অতিথিশালাত থৈ সি ক'ত নাইকিয়া হ'ল ক'ব নোৱাৰোঁ।

চিৰঞ্জীৱ : আপুনিনো ক'ৰ পৰা আহিছে?

বাবা : সেইবোৰ আৰু নুসুধিবা বাপু?

মুদৈ : সি আপোনাৰ কি হয়?

বাবা : সম্বন্ধীয়।

এনি : মোৰো তোমাৰ দৰে একে অৱস্থা বাবা।

চিৰঞ্জীৱ : মানে!

এনি : মোকো এজনে এই অতিথিশালাত থৈ গৈছে।

চিৰঞ্জীৱ : ইয়াৰ পৰা ক'ত যাবা?

| | | |
|---|---|---|
| এনি | ঃ | ক'ব নোৱাৰোঁ। |
| প্ৰফেচাৰ | ঃ | ক'ৰ পৰা আহিছা? |
| এনি | ঃ | ক'ৰ পৰা আহিছোঁ, তেওঁহে জানে। |
| মুদৈ | ঃ | তেওঁ তোমাৰ কিবা হয়? |
| এনি | ঃ | হয়। |
| বাবা | ঃ | কি হয়? |
| এনি | ঃ | সম্বন্ধত কিবা এটা হয়। |
| চিৰঞ্জীৱ | ঃ | সোনকালে আমি আমাৰ পৰা আঁতৰি যাব পৰা হ'লে ভাল আছিল। |
| এনি | ঃ | কিয়! |
| চিৰঞ্জীৱ | ঃ | নহ'লে আমাৰ মৰমবোৰ গভীৰ হৈ পৰিব। |
| মুদৈ | ঃ | তুমি যোৱাগৈ, তোমাক কোনে ৰখাই থৈছে! |
| চিৰঞ্জীৱ | ঃ | ক'ত যাম? |
| মুদৈ | ঃ | মানে! |
| চিৰঞ্জীৱ | ঃ | ক'ত যাম, সেইয়া মইয়ো নাজানো। যিজনে জানে তেওঁ ইয়াত নাই। |
| প্ৰফেচাৰ | ঃ | মইয়ো আহি ইয়াত বেয়া ধৰণে আবদ্ধ হৈ পৰিলোঁ। মিছা-মিছিকৈ সি লৈ আহিল। এতিয়া দেখাদেখিয়েই নাই। |
| চিৰঞ্জীৱ | ঃ | মোক লৈ অনাজনো অন্তৰ্ধান হ'ল। ক'ৰ পৰা তেওঁ ক'লৈ আনিলে ক'বই নোৱাৰোঁ। অৱশ্যে মোৰ তেওঁ আপোন। |
| প্ৰফেচাৰ | ঃ | মোৰো, তথাপিতো কেতিয়াবা মইয়ো নিজকে প্ৰশ্ন কৰোঁ, মই ক'ৰ পৰা আহিলোঁ। |
| মুদৈ | ঃ | ৰাম, ৰাম, আচৰিত - - - আচৰিত কথা! ক'ৰ পৰা আহিছোঁ, ক'লৈ যাম? এই বিষয়ে মইয়ো নাজানোঁ। মোকো সম্বন্ধীয় এজনে এই অতিথিশালাতে থৈ ক'ত নাপাত্তা হ'ল - - - সেইয়া ভগৱানেহে জানে। |
| চিৰঞ্জীৱ | ঃ | মই এবাৰ তেওঁক বিচাৰি যাওঁ। পাওঁনে বা ক'ৰবাত? |

**চিৰঞ্জীৱ যায়।**

| | | |
|---|---|---|
| বাবা | ঃ | চাবি বোপাই, বাহিৰত আন্ধাৰ। |

| | | |
|---|---|---|
| মুদৈ | ঃ | আন্ধাৰ হ'ল বুলি হাত সাৱটি বহি থাকিলে নহয়। আপোনজনক বিচাৰি উলিয়াবই লাগিব। প্ৰভুৰ কৃপাত তেওঁক পাব পাৰোঁ। কাৰণ তেওঁ ইয়াৰ পৰা বেছি দূৰ যোৱা নাই। বাৰু, মই আহিছোঁ। |
| | | **মুদৈ যায়।** |
| প্ৰফেচাৰ | ঃ | সি মোকো ইয়াতে ক'ৰবাত ওচৰতে থাকিম বুলিছিল। |
| এনি | ঃ | এবাৰ বিচাৰ কৰি চাওকচোন। |
| প্ৰফেচাৰ | ঃ | বিচাৰ কৰিবই লাগিব। তাক নাপালেতো নহ'ব। |
| বাবা | ঃ | ক'ত বা আছে কি ঠিক! |
| প্ৰফেচাৰ | ঃ | অৱশ্যে সি আহি ওলাবহি। |
| এনি | ঃ | তথাপিতো এবাৰ বিচৰাটো ভাল। |
| প্ৰফেচাৰ | ঃ | এৰা! যাওঁচোন, এবাৰ বিচাৰিয়েই চাওঁগৈ। মোৰ লগত তুমি যাবা নেকি এনি? |
| এনি | ঃ | মই! বাৰু আপুনি যাওক মই গৈছোঁ। |
| | | **প্ৰফেচাৰ যায়।** |
| এনি | ঃ | বাবা। |
| বাবা | ঃ | কি? |
| এনি | ঃ | সকলোৱেই নিজৰ নিজৰ মানুহজনক বিচাৰি গৈছে। |
| বাবা | ঃ | এই আন্ধাৰখনত বিচাৰি জানো পাব? |
| এনি | ঃ | তথাপিতো এটা চেষ্টা, এটা আশা, জানোচা পায়েই। |
| বাবা | ঃ | এৰা, পাবও পাৰে। |
| এনি | ঃ | তুমি জানো তোমাৰজনক বিচাৰি নোযোৱা? |
| বাবা | ঃ | বুঢ়া মানুহ ক'ত বিচাৰি যাম! |
| এনি | ঃ | তেতিয়াহ'লে তুমি ইয়াতে ৰোৱা, ময়ো মোৰ জনক অলপ ইফালে সিফালে চাওঁগৈ। প্ৰফেচাৰতো আছেই। |
| বাবা | ঃ | যা - - - আই - - - যা। |
| | | **এনি যায়। এনি যোৱা ফালে বাবাই চাই ভাৱত বিভোৰ হয়।** |
| বাবা | ঃ | মই বৈ আছোঁ, অতিথিশালাৰ অতিথি হৈ। আৰু বা কিমান দিন অপেক্ষা কৰিব লাগিব। |

জ্যোতি আহে।

জ্যোতি : অপেক্ষাবোৰ বৰ আমনি লগা।

বাবা : জ্যোতি! তুমি আন্ধাৰখনত!

জ্যোতি : আন্ধাৰতে জ্যোতিৰ প্ৰয়োজন হয়।

বাবা : কিন্তু আন্ধাৰত তুমি কি দৰে আহিলা!

জ্যোতি : কণা মানুহে আন্ধাৰ পোহৰৰ পাৰ্থক্য কি জানে!

বাবা : এৰা!

জ্যোতি : বাবা।

বাবা : হোঁ - - -

জ্যোতি : ইবিলাক ক'ত গ'ল?

বাবা : বাহিৰলৈ গৈছে।

জ্যোতি : আন্ধাৰত?

বাবা : সিবিলাক - - - যি ইয়ালৈ আনিছিল সিহঁতক বিচাৰি গৈছে।

জ্যোতি : অলপ আগতে এজন মানুহ পাইছিলোঁ। তেওঁ বোলে কাৰোবাক এই অতিথিশালালৈ লৈ আনিছে।

বাবা : কোন তেওঁ? নাম কি? দেখিবলৈ কেনেকুৱা?

জ্যোতি : কোন নাজানো, নামো সোধা নহ'ল। আৰু কেনেকুৱা সেইয়াটো মই ক'ব নোৱাৰিম।

বাবা : অঁ, সিটো আজিও আহি নাপালেহি। এই অতিথিশালাত বহু দিনেই থকা হ'ল।

জ্যোতি : এৰা, বহুত দিন একেলগে থাকি সকলো নিজৰ অপোন হৈ পৰিছে। অথচ আমি কোনেও কাকো চিনি নাপাওঁ। প্ৰত্যেকেই প্ৰত্যেকৰ পৰা আঁতৰি গ'লে খুব বেয়া লাগিব নহয় বাবা?

বাবা : মোৰ কেনে ভাব হয় জানা? সকলো যেন আমি একোটা পৰিয়ালৰ মানুহ। মোৰ, তোমালোকক দেখিলে নিজৰ সংসাৰখনৰ কথা মনত পৰে - - - এখন সংসাৰ - - - এটা সৰু পৰিয়াল - - - খুব আপোন - - - খুব মৰমৰ - - -

**বাবা নিজৰ চিন্তাত নিমগ্ন হয়। বাবাই যেন অতীতলৈ ঘূৰি যায়।**

**মঞ্চ ক্ৰমান্বয়ে আন্ধাৰ হ'ব। খন্তেক পাছত আকৌ ক্ৰমান্বয়ে পোহৰ হ'ব। আন এক পৰিবেশত বাবা বৈ থাকিব। আগৰ জোতা, লেম্প্ আৰু ছাতি নাথাকে। সাজ- সজ্জা সামান্য পৰিবৰ্ত্তন হ'ব। কাষত 'জেউতী' থাকে। 'জেউতী'ৰ চৰিত্ৰটো জ্যোতিয়ে ৰূপায়ণ কৰিব। জ্যোতিৰ ৰূপ-সজ্জা, সাজ-সজ্জা আৰু অভিনয় পৰিবৰ্তনহ'ব। জ্যোতিয়ে এইটো পৰিবেশত সম্পূৰ্ণ দৃষ্টি শক্তিসম্পন্নৰূপে আত্মপ্ৰকাশ কৰিব।**

জেউতী ঃ দেউতা,

বাবা ঃ হোঁ! অ' বোৱাৰী।

জেউতী ঃ কি চিন্তা কৰি আছে দেউতা?

বাবা ঃ নাই --- একো নাই --- এনেই ---

জেউতী ঃ দেউতা, আজি ৰাজেনৰ বি এ ৰ ৰিজাল্ট দিব নহয়?

বাবা ঃ এৰা, চাওঁতে চাওঁতে ৰাজেনটো বৰ ডাঙৰ হ'ল। সি বি এ পাছ কৰিব।

জেউতী ঃ বয়সটো কোনেও ধৰি ৰাখিব নোৱাৰে।

বাবা ঃ সি বি এ পাছ কৰি চাকৰি কৰিব।

জেউতী ঃ চাকৰিটো নিশ্চয় কৰিব।

বাবা ঃ জান বোৱাৰী, অকল ৰমেনৰ চাকৰিটোৰ ওপৰতেই আমাৰ পৰিয়ালটো নচলে। আৰু এটা চাকৰি খুব প্ৰয়োজন।

জেউতী ঃ আপুনিনো এইবোৰ চিন্তা কিয় কৰিছে। ঘৰখন জানো নচলাকে আছে?

বাবা ঃ হ'লেও ৰাজেনৰ ঘৰখনৰ প্ৰতি এটা দায়িত্ব আছে।

জেউতী ঃ সিটো কেতিয়াও অস্বীকাৰ কৰা নাই।

| | | |
|---|---|---|
| বাবা | ঃ | ৰীতাও ডাঙৰ এজনী হ'ল। দুবছৰ মানৰ পিছত তাইকো বিয়া দিব লাগিব। |
| জেউতী | ঃ | ইমান সৰুতে ৰীতাক বিয়া দিয়া চিন্তা কৰিলেইনে? |
| বাবা | ঃ | **(হাঁহি)** বোৱাৰী, তাই সৰু হৈ থকা নাই বোৱাৰী, আমি তাইক সৰু কৰি ৰাখিছোঁ। |
| জেউতী | ঃ | মই এটা কথা ভাবিছোঁ দেউতা। |
| বাবা | ঃ | কি? |
| জেউতী | ঃ | ৰাজেনে আৰু পঢ়ক, অন্তত এম এটো কৰক। সি পঢ়াতো ভাল। ইচ্ছা কৰিলে ডক্তৰেট ল'ব পাৰিব। |
| বাবা | ঃ | জানো - - - তোমালোকে যি ভাল তাকে কৰা, মই বুঢ়া হৈ আহিছোঁ। মই আৰু বেচি চিন্তা কৰিব নোৱাৰা হৈ আহিছোঁ। |
| | | **'ৰাজেন' সোমাই আহে। এইটো পৰিবেশত 'ৰাজেন'ৰ ৰূপত চিৰঞ্জীৱক দেখা যাব। চিৰঞ্জীৱৰ সাজ-পাৰ, অভিনয় আদিৰ পৰিবৰ্তন হ'ব।** |
| ৰাজেন | ঃ | দেউতা, মই পাছ কৰিলোঁ। পাছ কৰিছোঁ খুউব ভালদৰে। |
| | | **ৰাজেনে বাবাক সেৱা কৰে।** |
| বাবা | ঃ | ভগৱানে কুশল কৰক - - - |
| ৰাজেন | ঃ | অ' বৌ - - - |
| | | **জেউতীক সেৱা কৰে।** |
| জেউতী | ঃ | মই জানো ৰাজেন, তুমি পাছ কৰিবাই। |
| বাবা | ঃ | ৰাজেন পাছ কৰিলে! ৰাজেনে পাছ কৰিলে! মই আজি সকলোকে চিঞৰি চিঞৰি ক'ম, মোৰ ল'ৰাই পাছ কৰিলে। |
| ৰাজেন | ঃ | হ'ব দেউতা, হ'ব। |
| বাবা | ঃ | ৰমেন - - - ৰমেন - - - শুনিছ! তোৰ ভায়েৰে পাছ কৰিলে। ৰমেন - - -বোৱাৰী, ৰমেন ক'ত? |
| জেউতী | ঃ | ভিতৰত আছে দেউতা। |
| বাবা | ঃ | তাক ময়েই প্ৰথমে খবৰটো দিওঁগে, ৰমেন - - - ৰমেন - - - |
| | | **বাবা যায়।** |
| জেউতী | ঃ | দেউতাই আজি খুব আনন্দ পাইছে। |

ৰাজেন : পাবই। দেউতাৰ আনন্দৰ চকুলো দেখি, মোৰ চকুও পানীৰে উপচি পৰিছে - - -

জেউতী : তুমিও আচৰিত!

ৰাজেন : জানা ন'বৌ, দেউতাই খুব কষ্ট কৰি, নিজকে তিলতিলকৈ শেষ কৰি আমাক ডাঙৰ দীঘল কৰিলে। দেউতাৰ প্ৰতিটোপাল তেজৰ বিনিময়ত আমি দুই ভাই ককাই মানুহ হ'ব পাৰিছোঁ।

জেউতী : জানো ৰাজেন, সকলো জানো।

ৰাজেন : কিন্তু জানা ন'বৌ, দেউতাৰ ইমানবোৰ ত্যাগ, ইমানবোৰ কষ্টৰ বিনিময়ত আমি, মই - - - মই - - - কি দিব পাৰিছোঁ। ন'বৌ, কি দিব পাৰিছোঁ?

জেউতী : ৰাজেন!

ৰাজেন : মই জানো তোমালোকৰ গলগ্ৰহ হৈ পৰা নাই? দেউতাৰ এই সৰু দুখীয়া সংসাৰখনত মই জানো বুজা হৈ পৰা নাই?

জেউতী : ৰাজেন! ডেকা ল'ৰা হৈ তুমি - - -

ৰাজেন : ডেকা ল'ৰা!

জেউতী : তোমাৰ এতিয়াও এটা ভৱিষ্যৎ আছে। তুমিনো ঘৰখনৰ বাবে কি কৰিব লাগে? ককাইদেউৰ আছেই। তেখেতে সেইবোৰ চিন্তা কৰিব।

ৰাজেন : ককাইদেৱে আৰু কি কৰিব? ককাইদেউৰ সৰু চাকৰিটোৰে কিমান কি কৰিব? সিও দেউতাৰ পথকে অনুসৰণ কৰিছে। নিজকে তিলতিল কৰি শেষ কৰি দিছে।

জেউতী : ৰাজেন, তুমি এনেকৈ ক'লে মোৰ অন্তৰত খুব আঘাত দিয়া হ'ব।

ৰাজেন : জানো ন'বৌ, মোৰ মাৰ অবিহনে তুমিয়ে মোৰ মাতৃতুল্য আৰু সেই বাবেই তুমি এইবোৰ সহ্য কৰিব নোৱাৰা।

জেউতী : তেতিয়াহ'লে তুমি এনে কথা আৰু মুখত নানিবা।

ৰাজেন : ন'বৌ, ময়ো চাকৰি কৰিম।

জেউতী : কি! তুমি চাকৰি কৰিবা?

ৰাজেন : কি হ'ল তুমি যে আচৰিত হ'লা! তুমি সৰু কৰি ৰাখিলেও মই এতিয়া সৰু ল'ৰা হৈ থকা নাই। মই ডাঙৰ হ'লোঁ ন'বৌ, মই কৰি খাব পৰা হৈছোঁ।

জেউতী ঃ চাকৰিটো পাবলৈ খুব সহজ নহয়।

ৰাজেন ঃ জানো। তথাপিতো বিচাৰিম।

জেউতী ঃ নহয়, তুমি আকৌ পঢ়িব লাগিব।

ৰাজেন ঃ তুমি কি কোৱা ন'বৌ! যি ঘৰত ভালদৰে এসাজ খাবলৈ নাটে সেইঘৰত আকৌ পঢ়াৰ কথা! বি এ পাছ কৰিলোঁ, বহুত হ'ল ন'বৌ। আমাৰ দুখীয়াবোৰৰ বাবে এইয়াই যথেষ্ট।

জেউতী ঃ যিমান কষ্ট হয় হওক। তথাপিতো তুমি পঢ়িব লাগিব। তুমি চোকা ল'ৰা। এম এ পাছ কৰি ডক্তৰেট ল'ব লাগিব।

ৰাজেন ঃ দুখীয়াই দুৰাকাংক্ষা কৰিব নাপায় নবৌ। বাওনা হৈ আকাশৰ জোনটোৰ বাবে হাত মেলাৰ জানো কিবা অৰ্থ আছে?

জেউতী ঃ তুমি যি নোকোৱা, মই নামানো --- ককাইদেউৰক ক'ম তুমি আকৌ পঢ়িব লাগিব।

ৰাজেন ঃ বাৰু - বাৰু নবৌ, সেইবোৰ পিছে পৰেও আলোচনা হ'ব। ৰীতা ক'ত আছে?

ৰীতা ঃ (নেপথ্যত) এইয়া ককাইদেউ।

**'ৰীতা' সোমাই আহে। এইটো পৰিৱেশত 'ৰীতা'ৰ চৰিত্ৰ ৰূপায়ণ কৰিব এনিয়ে। এনিৰ অংগী-ভংগী, সাজ-পাৰ আৰু অভিনয়ৰ পৰিবৰ্তন হ'ব।**

ৰীতা ঃ ককাইদেউ নিশ্চয় পাছ কৰিলি ---

ৰাজেন ঃ পাছ নকৰিবলৈ ককায়েক কাৰ!

ৰীতা ঃ বাঃ ককাইদেউ! ক' মোক কি দিবি?

ৰাজেন ঃ কি দিম, কি দিম - ওঁ - ওঁ - তোক এটা বস্তু দিম।

ৰীতা ঃ কি দিবি?

ৰাজেন ঃ এটা কাণ চেপা ---

**ৰাজেনে ৰীতাক কাণ চেপা দিয়ে।**

ৰীতা ঃ ই --- ই --- এৰি দে --- তই বৰ বেয়া পায়। দেখিছা নবৌ-ইহ তুমি আকৌ হাঁহিছা --- তুমি ককাইদেউৰ ফলীয়া।

**ৰাজেনে ৰীতাৰ কাণখন এৰি দিয়ে।**

জেউতী : ৰাজেনে নিদিলে কি হ'ব --- মই তোমাক দিম নহয়।

ৰীতা : নালাগে বাৰু --- তুমিও কাণ চেপা দিবা।

জেউতী : নহয়। ৰাজেন পাছ কৰাৰ খুচিত আজি তোমাক মিঠাই খোৱাম।

ৰীতা : সচা ন'বৌ!

জেউতী : ওঁ সচা।

ৰীতা : বাঃ ন'বৌ --- ন'বৌ হ'ব লাগে এনেকুৱা।

ৰাজেন : আৰু ককায়েক ---

ৰীতা : যা --- তই মোক নামাতিবি। ডাঙৰ ককাইদেৱেই ভাল।

ৰাজেন : আৰু মই হ'বলা বেয়া।

ৰীতা : বেয়াতো, অইনে পাছ কৰি ভনীয়েকক মিঠাই খুৱায়। ই আকৌ কাণ চেপা দিয়ে, দেখিব মন নাযায়।

জেউতী : তোমালোকে লাগি থাকা --- মই ভিতৰলৈ যাওঁ।

**জেউতী যায়। ৰীতাই ওফোন্দ পাতি, ৰাজেনৰ ফালে নাচাই, আনফালে চাই থাকে। ৰাজেনে মাত কোমল কৰি, ৰীতাক ভালৰি বোলাবলৈ চেষ্টা কৰে।**

ৰাজেন : ঐ, তোৰ খং উঠিছে নেকি?

ৰীতা : নামাতিবি ---

ৰাজেন : তই মোক বেয়া পালি?

ৰীতা : বেয়া নেপাই ভাল পাব লাগে নেকি?

ৰাজেন : ঠিক আছে আজিৰ পৰা কাণ চেপা নিদিওঁ।

ৰীতা : সদায় কৰ।

ৰাজেন : আজি বাৰু শেষ বাৰলৈ কৈছোঁ। (**ৰাজেনে ৰীতাৰ লগত ধেমালি কৰি ৰীতাৰ ওফোন্দ ভাঙিবলৈ চেষ্টা কৰে।**) অকণমান হাঁহি দে --- মই পাছ কৰাৰ ফুৰ্তিত --- অঁ --- হাঁহ --- অঁ- অঁ --- অঁ (**ৰাজেনৰ ধেমালিত ৰীতাই লাহে লাহে হাঁহি দিয়ে।**) অঁ। এইয়াহে ভাল ছোৱালী।

| | | |
|---|---|---|
| ৰীতা | ঃ | ককাইদেউ --- তই পাছ কৰি এতিয়া চাকৰি-বাকৰি কৰিবি নহয় ! তই চাকৰি কৰিলে বৰ ভাল হ'ব। |
| ৰাজেন . | ঃ | চাকৰি ! চাকৰি এটা কৰিব পৰা হ'লে খুব ভাল আছিল। জানো কি কৰিব পাৰোঁ চাওঁ। |
| ৰীতা | ঃ | সেইয়া তোৰ আকৌ মুখৰ পৰা হাঁহি নাইকিয়া হৈ গ'ল। |
| ৰাজেন | ঃ | ক'তা ---! মইতো হাঁহি আছোঁ। |
| ৰীতা | ঃ | মোক ফাঁকি দিব নোৱাৰ। |
| ৰাজেন | ঃ | ৰীতা --- |
| ৰীতা | ঃ | হাঁ --- |
| ৰাজেন | ঃ | ন'বৌৱে আকৌ পঢ়িব কৈছে। |
| ৰীতা | ঃ | হয় নেকি ! খুব ভাল কথা। |
| ৰাজেন | ঃ | কিন্তু ঘৰখনে যে নচলা হৈছে। |
| ৰীতা | ঃ | ঘৰৰ কথা চিন্তা কৰিলে, তই আৰু একো কৰিব নোৱাৰিবি ককাইদেউ। তোকলৈ আমি বহুত আশা কৰিছোঁ ককাইদেউ। |
| ৰাজেন | ঃ | ভুল আমাৰ এই খিনিতেই, আমি খুব বেছি আশাবাদী আৰু আশাৰ মোহে আমাৰ অস্তিত্বক পাহৰাই ৰাখে। |
| ৰীতা | ঃ | ঠিকেই ককাইদেউ --- আমি আশালৈয়ে জীয়াই আছোঁ। |
| ৰাজেন | ঃ | বাঃ তইতো বৰ ডাঙৰ ডাঙৰ কথা ক'ব পৰা হ'লি ! |
| ৰীতা | ঃ | মোৰ বয়স হৈছে ককাইদেউ, আচলতে মই ডাঙৰ হ'লোঁ। |
| ৰাজেন | ঃ | যা, পাগলি --- তই এইবোৰ কথা চিন্তা কৰিব নেলাগে। |

**'ৰমেন' সোমাই আহে। 'ৰমেন'ৰ চৰিত্ৰটো এই পৰিৱেশত প্ৰফেচাৰে ৰূপায়ণ কৰিব। প্ৰফেচাৰৰ অভিনয় আৰু সাজ-সজ্জা আদিৰ পৰিবৰ্তন হ'ব।**

| | | |
|---|---|---|
| ৰমেন | ঃ | ৰাজেন। |
| ৰাজেন | ঃ | ককাইদেউ। |

**ৰমেনক সেৱা কৰে।**

| | | |
|---|---|---|
| ৰমেন | ঃ | ভাল হওঁক। তোৰ ভাল হওঁক। |
| ৰীতা | ঃ | ডাঙৰ ককাইদেউ, তয়ো কিন্তু মিঠাই খোৱাব লাগিব। |

ৰমেন : খোৱাম, আগতে ৰাজেনে ভাল চাকৰি এটা পাওক।

ৰীতা : সৰু ককাইদেৱে চাকৰি পালেতো কথাই নাই।

ৰমেন : ৰীতা! তোক ন'বৌৱে মাতিছে।

ৰীতা : হয় নেকি, যাওঁ বাৰু।

ৰীতা যায়।

ৰমেন : ৰাজেন! তই এতিয়া চাকৰি এটা বিচাৰ। বি এ পাছ কৰিলি যেতিয়া চাকৰি এটা নিশ্চয় পাবি।

ৰাজেন : মই! চাওঁচোন বাৰু - - - চাকৰি এটাটো কৰিবই লাগিব।

ৰমেন : তই চাকৰি এটা কৰিলে ঘৰখনো অন্ততঃ ভালদৰে চলিব।

ৰাজেন : ন'বৌৱে আকৌ পঢ়াৰ কথা কৈছিল।

ৰমেন : ন'বৌৱে কি জানে? পঢ়াৰ কথা কলেই হ'লনে? বি এটো পাছ কৰিলি, বহু বহুত হ'ল।

ৰাজেন : ময়ো তাকে ভাবিছোঁ।

ৰমেন : পঢ়াৰ নামত কিছুমান টকা পইচা খৰচ কৰাৰ চখ আমাৰ নিচিনা মানুহে নকৰাই ভাল।

ৰাজেন : চখ মানে ককাইদেউ!

ৰমেন : শুন! মই আৰু ঘৰখন চলাব নোৱাৰা হৈছোঁ। সামান্য চাকৰিটোৰে যি কেইটা দৰমহা পাওঁ তাৰে পাঁচটা মানুহ চলা টান। তাতে মোৰো এখন ভৱিষ্যত সংসাৰ আছে।

ৰাজেন : বুজিছোঁ ককাইদেউ! এই ভালভাৱে চলি থকা ঘৰখন মই অচল হ'ব নিদিওঁ।

ৰমেন : তই আকৌ কথাটো অন্যভাৱে নল'বি।

ৰাজেন : নাই ককাইদেউ নলওঁ।

ৰমেন : মই ককায়েক হিচাপে তোৰ ভালটোৰেই চিন্তা কৰোঁ।

ৰাজেন : তাক আকৌ দোহাৰিব নালাগে ককাইদেউ।

ৰমেন : ন'বৌৱেৰ তোক পঢ়োৱাৰ খুব ইচ্ছা আছিল।

ৰাজেন : অঁ!

ৰমেন : অকল নবৌৱেৰেই নহয় মোৰো তোক পঢ়োৱাৰ ইচ্ছা আছিল। কিন্তু কি কৰিম!

ৰাজেন : জানো ককাইদেউ, তই বহুত কৰিলি।

ৰমেন : কি কৰিলোঁ, কি নকৰিলোঁ সেইয়া তহঁতে দেখিছই।

ৰাজেন : মই কিন্তু একো কৰিব পৰা নাই।

ৰমেন : আগতে কৰাৰ আৱশ্যক হোৱা নাছিল। এতিয়া কিন্তু কিবা এটা কৰিব লাগিব।

ৰাজেন : কৰিম। কিবা এটা নিশ্চয় কৰিম।

**'সত্যব্ৰত' সোমাই আহে। এই পৰিৱেশত 'সত্যব্ৰত'ৰ চৰিত্ৰ ৰূপায়ণ কৰিব মুদৈয়ে। মুদৈৰ সাজ-পাৰ আৰু অভিনয় আদিৰ পৰিবৰ্তন হ'ব।**

সত্যব্ৰত : ৰাজেন! তহঁত ঘৰত আছ।

ৰমেন : অ' দদাইদেউ! আহক — আহক —

**সত্যব্ৰতক সেৱা কৰে।**

ৰাজেন : দদাইদেউ, মই পাছ কৰিলোঁ।

**সত্যব্ৰতক সেৱা কৰে।**

সত্যব্ৰত : ভাল কৰিলি বোপাই, ভাল কৰিলি। বংশৰ নাম উজ্বলালি। ভগৱানে তোক কুশল কৰক।

ৰমেন : হঠাৎ আহিল যে!

সত্যব্ৰত : নক'বি আৰু বোপাই। সকাম এটাত আহিলোঁ।

ৰাজেন : গাঁৱৰ খবৰ কি দদাই।

সত্যব্ৰত : আছে আৰু।

ৰাজেন : খুৰীহঁতৰ ভাল?

সত্যব্ৰত : ভালে আছে। ককাইদেউ ক'ত?

ৰমেন : ভিতৰত আছে। মই মাতি দিওঁগৈ।

**ৰমেন যায়।**

সত্যব্ৰত : বোৱাৰীজনী আৰু ৰীতাহঁতৰ ভালতো!

ৰাজেন : ভাল দদাই।

সত্যব্ৰত : বহুত দিন হ'ল দেখাই নাই।

ৰাজেন : গাঁৱৰ ঘৰলৈ বৰ মনত পৰে দদাই।

| | | |
|---|---|---|
| সত্যব্ৰত | ঃ | পৰিবই। হাজাৰ হওঁক জন্ম ঠাই। |
| | | **বাবা আহে।** |
| বাবা | ঃ | সত্য! তই আহিলি। |
| সত্যব্ৰত | ঃ | হয় ককাইদেউ। |
| বাবা | ঃ | খুব ভাল কৰিলি। জান, ৰাজেনে বি এ পাছ কৰিলে। |
| সত্যব্ৰত | ঃ | এতিয়া শুনিছোঁ। |
| বাবা | ঃ | জান — মোৰ ল'ৰাই বি এ পাছ কৰিলে — বি এ। |
| সত্যব্ৰত | ঃ | খুব ভাল লাগিছে ককাইদেউ। |
| বাবা | ঃ | গাঁৱৰ খবৰ কি? ক'চোন ক' গাঁৱৰ খবৰ কি? |
| সত্যব্ৰত | ঃ | গাঁৱৰ খবৰ দিবৰ বাবেই আহিছোঁ ককাইদেউ। |
| বাবা | ঃ | গাঁৱৰ খবৰ ভালতো। বহুত দিন হ'ল গাঁৱলৈ নোযোৱা। |
| সত্যব্ৰত | ঃ | এৰা! বহুত দিন হ'ল তইঁত নোযোৱা আৰু এইখিনি সময়তে বহুত ওলট্-পালট্ হৈ গৈছে। |
| বাবা | ঃ | মানে! |
| ৰাজেন | ঃ | আচল কথাটো কি দদাই? |
| সত্যব্ৰত | ঃ | তইঁতে টাউনত থাকি দুবেলা দুমুঠি সুখে-সন্তোষে খাবলৈ পাইছ। |
| বাবা | ঃ | সুখে-সন্তোষে! এৰা। |
| সত্যব্ৰত | ঃ | কিন্তু গাঁৱত সিফালে আলৈ-আথানি কি চাবি! |
| ৰাজেন | ঃ | কি হৈছে দদাই? |
| বাবা | ঃ | কথাবোৰ খুলি ক'। |
| সত্যব্ৰত | ঃ | ৰাজেনৰ পঢ়াৰ খৰচৰ বাবে গাঁৱৰ মাটি কেইদৰা মহাজনৰ হাতত বন্ধকত দিছিলোঁ। |
| বাবা | ঃ | অ' তাৰ পৰা কি হ'ল? |
| ৰাজেন | ঃ | মাটি বন্ধকত দি মোক পঢ়াইছ দেউতা! |
| বাবা | ঃ | এৰা! এইবোৰ বহুত কথা। বন্ধক দিলে কি হ'ল, তইতো এতিয়া বি এ পাছ কৰিলি। বন্ধকি মাটি মোকলাই ল'ব পাৰিবি। |
| সত্যব্ৰত | ঃ | সময় মতে পৰিশোধ কৰিব নোৱাৰি, মাটি যাওঁ যাওঁ অৱস্থা, হয়তো ভেটিৰ মাটিও বেচিব লাগিব। |
| ৰাজেন | ঃ | নহয়, নহয় সেইটো হ'ব নোৱাৰে। |

বাবা ঃ সেইটো হ'ব দিব নোৱাৰি।

সত্যব্রত ঃ মই নিৰুপায় ককাইদেউ।

বাবা ঃ মোৰ ল'ৰাই বি এ পাছ কৰিছে, চাকৰি কৰিব আৰু চাকৰিৰ টকাৰে বন্ধকি মাটি মোকলাই ল'ম।

ৰাজেন ঃ দেউতা! চাকৰিটো মুখৰ কথা নহয়।

বাবা ঃ কি!

ৰাজেন ঃ দদাই! মই তোমাৰ লগত গাঁৱলৈ যাম। মই গাঁৱলৈ ঘূৰি যাম। খেতি কৰিম। বি এ পাছ কৰিলোঁ বুলি টাউনত চাকৰিৰ আশাত বহি থাকিলে একো নহ'ব। ৰাতিয়ে দিনে খাটি, কষ্ট কৰি খেতি কৰি, নিজৰ মাটি নিজৰ কৰি ল'ম। মই হাতত নাঙল ল'ম।

বাবা ঃ তই ক'লৈই হ'লনে! তই বি এ পাছ কৰিছ্। তই চাকৰি কৰিব লাগিব।

ৰাজেন ঃ চাকৰি ইমান সোনকালে নাপায় দেউতা।

বাবা ঃ কিয় নাপাবি? মই টাউনৰ ডাঙৰ ডাঙৰ মানুহক ক'ম। মোৰ ল'ৰাই বি এ পাছ কৰিছে — বি এ! সি ডাঙৰ মানুহ।

ৰাজেন ঃ বি এ পাছ, বি এ পাছ, বি এ পাছ! এইখন দেশত হাজাৰ হাজাৰ বি এ ল'ৰা নিবনুৱা হৈ পৰি আছে। বি এ পাছ কৰিলেই দেউতা চাকৰি নাপায়। বি এ পাছে শিক্ষিত নিবনুৱাৰ সংখ্যা বঢ়ায়! দদাই, মই বি এ পাছ কৰিলোঁ — বি এ। মই চাকৰি কৰিম, টকা ঘটিম আৰু তাৰ আশাত মোৰ বৃদ্ধ দেউতাই সুখৰ সংসাৰ এখনৰ সপোন দেখিছে। মোৰ ভনীয়ে আকাশত কুসুম ৰচনা কৰিছে, মোৰ ককাইদেউৱে এটা সুখৰ পৰিয়ালৰ কথা কল্পনা কৰিছে আৰু মোৰ গাঁৱৰ দদাইহঁতে নিজৰ খেতিৰ মাটি, ভেটিৰ মাটি মহাজনৰ ওচৰত বন্ধকত দি, প্ৰতি পলে পলে মৃত্যুৰ মুখলৈ আগবাঢ়ি যোৱা বংশটোৰ ৰক্ষাৰ কথা চিন্তা কৰি নিজেও মৃত্যুৰ ক্ষণ গণিছে। দেউতা, মোক গাঁৱলৈ ঘূৰি যাবলৈ দিয়া।

বাবা ঃ তই গাঁৱলৈ ঘূৰি যাবি?

ৰাজেন ঃ মিছাই কল্পনাৰ ৰঙীণ সপোন দেখি লাভ নাই দেউতা।

বাবা ঃ কল্পনাৰ ৰঙীণ সপোন!

ৰাজেন : এইয়া সপোন দেউতা! এইয়া মৰীচিকা। এইয়া ধনগুলৈ দেউতা —

বাবা : সপোন! স পোন! এৰা মই সপোন দেখিছোঁ। মই সপোন দেখিছোঁ — সপোন - - -

**বাবা, আগৰ অৱস্থালৈ ঘূৰি আহে। কিন্তু ভাৱত তন্ময় হৈ — নিজকে কোৱাৰ দৰে সংলাপ ক'ব।**

বাবা : মই সপোন দেখিছিলোঁ।

জ্যোতি : জানা বাবা মই জন্মান্ধ। মানুহৰ এটা সঠিক আকৃতি কল্পনা কৰিব নোৱাৰোঁ। বোধহয় সেইবাবেই আমি সপোনৰ বাহিৰত।

বাবা : (**নিজক সংযত কৰি।**) সপোনৰ বাহিৰত থকাই ভাল।

জ্যোতি : বাবা মই যাওঁ —

বাবা : যা আই, মোৰ বৰ ভাগৰ লাগিছে।

**জ্যোতি যায়। বাবাই জ্যোতি যোৱাৰ ফালে চাই থাকে। ক্ৰমান্বয়ে মঞ্চ আন্ধাৰ হ'ব।**

## দ্বিতীয় পৰিৱেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব। প্ৰথম পৰিৱেশৰ দৰেই মঞ্চ হ'ব। মঞ্চত বাবা আৰু জ্যোতিয়ে বাহিৰলৈ চায় – যেন কাৰোবালৈ অপেক্ষা কৰি বিৰক্ত হৈ পৰিছে।**

বাবা, জ্যোতি : **(একেলগে।)** আৰু বা কিমান অপেক্ষা কৰিব লাগিব!

জ্যোতি : বাবা –

বাবা : হোঁ –

জ্যোতি : অপেক্ষাবোৰ বৰ অসহনীয় নহয়?

বাবা : ওঁ – সিহঁত ক'ত গ'ল বাৰু?

জ্যোতি : কোন সিহঁত?

বাবা : অতিথিশালাৰ বাকী কেইজন।

জ্যোতি : বাহিৰত ক'ৰবাত আছে চাগৈ।

বাবা : সকলো আপোন হৈ পৰিছে।

জ্যোতি : মানুহবোৰ কিন্তু সকলো একে নহয়।

বাবা : মানে!

জ্যোতি : অতিথিশালাৰ অতিথিসকলৰ প্ৰত্যেকৰে চৰিত্ৰবোৰ বেলেগ বেলেগ যেন লাগে।

বাবা : হ'ব পাৰে।

জ্যোতি : এনি আৰু চিৰঞ্জীৱক কিন্তু খুব ভাল লাগে।

বাবা : সিহঁত প্ৰকৃততে কিন্তু খুব ভাল।

**প্ৰফেচাৰ আৰু এনি হাঁহি হাঁহি আহে। দুয়ো জ্যোতি আৰু বাবাক হঠাৎ দেখাৰ দৰে বৈ দিয়ে।**

প্ৰফেচাৰ : অঁ, জ্যোতি!

এনি : বাবা, তুমি ইয়াতেই আছা!

বাবা : এৰা ইয়াতেই আছোঁ।

প্ৰফেচাৰ : জ্যোতি, তোমাক য'তেই যাওঁ তাতেই লগ পাওঁ।

| | | |
|---|---|---|
| জ্যোতি | ঃ | মোক অসহ্য লাগে নহয় ? |
| প্ৰফেচাৰ | ঃ | নহয়, মানে মই ঠিক সেইটো ক'ব বিচৰা নাই। |
| জ্যোতি | ঃ | **(ম্লান হাঁহি)** কি কৰিব, কণা মানুহ। |
| এনি | ঃ | বাইদেউ, তুমি যে আৰু কি কথাবোৰ চিন্তা কৰা। |
| জ্যোতি | ঃ | এনি, অৱস্থাই বাধ্য কৰাইছে। |
| প্ৰফেচাৰ | ঃ | বাবা ! মুদৈ অহা নাই ! |
| মুদৈ | ঃ | **(নেপথ্যত)** আহিছোঁ -- আহিছোঁ প্ৰফেচাৰ। |

**মুদৈ আহে।**

| | | |
|---|---|---|
| প্ৰফেচাৰ | ঃ | তোমাৰ কথা এয়া কৈছিলোঁৱে - - - |
| মুদৈ | ঃ | নি⋯চয় মোৰ বিষয়ে কিবা বেয়া আলোচনা হৈছিল ! |
| প্ৰফেচাৰ | ঃ | নাই -- নাই - - - |
| এনি | ঃ | আপুনি কিবা বেয়া আলোচনা বিষয়নে ? |
| মুদৈ | ঃ | তুমি বৰ ঠাট্টা কৰাহে এনি। |
| জ্যোতি | ঃ | এনিয়ে কিন্তু কথা ক'ব জানে। |
| মুদৈ | ঃ | জ্যোতিক যে ইয়াত পাম সেইয়া মই ভাবিয়ে আহিছিলোঁ। |
| জ্যোতি | ঃ | নিশ্চয় আপুনি মোক ইয়াত পোৱাটো কামনা নকৰে। |
| মুদৈ | ঃ | কিয় ? তুমি থকাত মোৰ কি আপত্তি আছে। |
| জ্যোতি | ঃ | মই বৰ দুৰ্ভগীয়া। |
| বাবা | ঃ | দুৰ্ভগীয়া অকল তুমিয়েই নহয়। |
| জ্যোতি | ঃ | নহয় বাবা, মই কণা ছোৱালী - - - |
| বাবা | ঃ | অকল কণাই জানো দুৰ্ভগীয়া ! |
| জ্যোতি | ঃ | মই অন্ধতাক লৈ আক্ষেপ কৰিছোঁ বুলি নাভাবিব। |
| বাবা | ঃ | তেতিয়াহ'লে ? |
| জ্যোতি | ঃ | অন্ধ বাবেই কেতিয়াবা বহুতৰে বাটৰ কাঁইট হৈ পৰোঁ। |
| প্ৰফেচাৰ | ঃ | যদি তুমি ভাবাই বাটৰ কাঁইট বুলি, তেতিয়াহ'লে নিজে আঁতৰি দিব লাগে। |
| জ্যোতি | ঃ | সদায়তো আঁতৰি থাকিব বিচাৰোঁ। |
| মুদৈ | ঃ | **(বাহিৰলৈ চাই।)** শিল্পী ! কি হ'ল তুমিও নিৰাশ হৈ ঘূৰি আহিলা। |

**চিৰঞ্জীৱ আহে।**

| | | |
|---|---|---|
| চিৰঞ্জীৱ | ঃ | নিৰাশ ইমান সোনকালে মই নহওঁ। |

প্রফেচাৰ : ভাল মানুহৰ চিন হাঃ — হাঃ — হাঃ - - -
চিৰঞ্জীৱ : হাঁহিছে! হাঁহক।
জ্যোতি : চিৰঞ্জীৱ।
চিৰঞ্জীৱ : বাইদেউ।
জ্যোতি : ক'ত গৈছিলা ?
চিৰঞ্জীৱ : মানুহ এজনক বিচাৰি গৈছিলোঁ।
জ্যোতি : অ' যি তোমাক ইয়ালৈ আনিছিল, তেওঁক ?
চিৰঞ্জীৱ : হয় বাইদেউ।
জ্যোতি : এজনক অৱশ্যে মই পাইছিলোঁ। তেওঁ কৈছিল কাৰোবাক ইয়ালৈ অনা বুলি।
চিৰঞ্জীৱ : পাইছিল!
মুদৈ : কোন তেওঁ ?
প্ৰফেচাৰ : নাম কি ?
এনি : দেখিবলৈ কেনেকুৱা ?
চিৰঞ্জীৱ : ওখনে চাপৰ ?
মুদৈ : বগা নে ক'লা ?
প্ৰফেচাৰ : ক'ত পাইছিলা ?
জ্যোতি : ইমান বোৰ প্ৰশ্নৰ এটাৰো যে মই উত্তৰ দিব নোৱাৰোঁ।
এনি : কিয় বাইদেউ ?
জ্যোতি : কোন তেওঁ ? নাম কি ? সেইয়া সোধা নহ'ল। আৰু দেখিবলৈ কেনেকুৱা বা ক'ত পাইছিলোঁ সেয়াতো মই ক'ব নোৱাৰোঁ — কাৰণ মই কণা।
চিৰঞ্জীৱ : অ' বাইদেউ, ক্ষমা কৰিবা — ভুল হৈছে।
জ্যোতি : ক্ষমাৰ প্ৰশ্নই নুঠে চিৰঞ্জীৱ - - - বাৰু মই যাওঁ।
বাবা : ৰ'বা জ্যোতি মইও সিফালৰ পৰা আহোঁগৈ।

**জ্যোতি আৰু বাবা যায়। এনিয়ে সিহঁত যোৱাৰ ফালে চায়।**

এনি : বাইদেউ বৰ স্পৰ্শকাতৰ।
চিৰঞ্জীৱ : অন্ধ মানুহ স্পৰ্শকাতৰ হ'বই।
মুদৈ : তোমালোকে দেখিছো, এই অন্ধজনীৰ ফলীয়া হৈ ওকালতি কৰা আৰম্ভ কৰি দিছা।

চিৰঞ্জীৱ : ওকালতি কৰা নকৰাৰ প্ৰশ্নই নুঠে।

প্ৰফেচাৰ : ছোৱালীজনীলৈ দুখ লাগে। বেচেৰী।

মুদৈ : প্ৰফেচাৰ, তুমিতো তাইক ভাল কৰি দিবলৈ চেষ্টা এটা কৰি চাব পাৰা। ভাল হ'লে অন্ততঃ ভগৱানৰ কৃপা - - -

এনি : মানে আপোনালোকে তেওঁক পুতৌ কৰিব বিচাৰিছে।

মুদৈ : তাইতো পুতৌৰ পাত্ৰই।

প্ৰফেচাৰ : অঁ, অন্ধক দেখিলে পুতৌ কৰিব লাগে বুলিয়ে জানো আৰু –

চিৰঞ্জীৱ : তেওঁ অন্ধ হ'ব পাৰে কিন্তু পুতৌৰ পাত্ৰ নহয়। তেওঁ আপোনালোকৰ ওচৰলৈ কোনো ধৰণৰ সহানুভূতিৰ ভিক্ষা খুজবলৈ অহা নাই।

মুদৈ : কি হ'ল চিৰঞ্জীৱ তোমাৰ কিবা এলেকৰ পেলক হয় নেকি?

চিৰঞ্জীৱ : মানে আপুনি কি ক'ব বিচাৰিছে?

প্ৰফেচাৰ : আঃ! মুদৈ এনেকৈ নক'বা, চিৰঞ্জীৱৰ গাত লাগে নহয়।

চিৰঞ্জীৱ : আপোনালোক শিক্ষিত, ভদ্ৰ মানুহ। কথা কওঁতে চাই চিন্তি ক'ব।

মুদৈ : তুমিও যা তা কথা ক'ব লৈছা।

চিৰঞ্জীৱ : মই বাধ্যত পৰিছোঁ।

প্ৰফেচাৰ : আমিনো কিয় অবাধ্য হ'ম?

এনি : হ'ব আৰু – চিৰঞ্জীৱ তুমি ইমান খং কৰিছা কিয়?

চিৰঞ্জীৱ : খং উঠিব লগা হৈছে।

মুদৈ : হেৰা শিল্পী, খং চবৰে আছে বুজিছা।

এনি : চিৰঞ্জীৱ, তুমিযে মোক ছবিখন দেখুৱাম বুলিছিলা – ক'তা?

চিৰঞ্জীৱ : হোঁ? – অ! মই পাহৰি আছোঁ। ৰ'বা মই আনি দিছোঁ।

চিৰঞ্জীৱ যায়।

প্ৰফেচাৰ : ননচেন্স ক'ৰবাৰ।

এনি : ইচ্ – নাপায় নহয়।

প্ৰফেচাৰ : কিয় নাপায়। কাণতলীয়া চৰ এপাত দিবলৈ মন গৈছিল।

মুদৈ : বাঃ তোমাৰ দেখোন বাৰুকৈ খং উঠিল।

প্ৰফেচাৰ : নুঠিব কিয় হে, ফুকলীয়া ল'ৰাৰ ইমান বৰ বৰ কথা।

মুদৈ : হেৰা, ডেকা ল'ৰা। ফুকলীয়া ল'ৰা বুলি কোৱা শুনিব লাগিলে খাব।

প্ৰফেচাৰ : কি ডাল কৰিব? মই কাৰোবাৰ ভয়ত কেঁকোৰাৰ গাত বিচাৰি ফুৰা মানুহ নহওঁ।

এনি : আপোনালোকক কোনে কেঁকোৰাৰ গাত বিচাৰিব কৈছে?

মুঁদে : প্ৰফেচাৰ, সি কিমান পানীৰ মাছ? পানীখিনি সিঁচি দিলেই খতম।

এনি : হ'ল, হ'ল অনুপস্থিত ব্যক্তিৰ আলোচনা কৰিব নাপায়।

মুঁদে : মই আহিছোঁ — অ' এনি! তুমি এবাৰ মোৰ ওচৰলৈ আহিবাচোন।

এনি : এতিয়া! বাৰু যাম।

মুঁদে : প্ৰফেচাৰ আহোঁ।

**মুঁদে যায়। প্ৰফেচাৰে সন্দেহৰ দৃষ্টিৰে এনিলৈ চায়।**

প্ৰফেচাৰ : হঠাৎ যে মাতি গ'ল!

এনি : এনেই —

প্ৰফেচাৰ : নিশ্চয় কিবা এটা কাৰণ আছে।

এনি : সন্দেহ কৰিছে নেকি?

প্ৰফেচাৰ : সন্দেহ হোৱাটোতো স্বাভাৱিক।

এনি : কিয়?

প্ৰফেচাৰ : মুঁদেয়ে তোমাৰ মতাৰ ঢংটো বৰ সুবিধাজনক নহয়।

এনি : নিজেই চোৰটো! আনকো চোৰ যেনয়ে লাগে।

প্ৰফেচাৰ : বোধহয় সেইটোৱেই সত্য।

এনি : এটা কথা।

প্ৰফেচাৰ : কি!

এনি : আমাক কিন্তু সিবিলাকে সন্দেহ চকুৰে চায়।

প্ৰফেচাৰ : হ'ব পাৰে।

এনি : মানে!

প্ৰফেচাৰ : মানে সন্দেহমুক্ত কাম কৰা নাই।

এনি : কিন্তু কথাটো মই ভাল পোৱা নাই।

প্ৰফেচাৰ : ভাল বেয়াৰ বিচাৰ কৰাৰ দিন কাহানিবাই পাৰ হৈ গ'ল।

এনি : জানে, কেতিয়াবা মোৰ খুব ভয় লাগে।

প্ৰফেচাৰ : মইতো ভয়ৰ কাৰণ নেদেখোঁ।

এনি : মোৰ যদি কিবা হৈ যায়।

প্ৰফেচাৰ : প্ৰকৃততে তুমি ক্লান্ত হৈ পৰিছা। সেইবাবেই ভয় খাইছা।

এনি : বোধ হয় মই ক্লান্ত হৈ পৰিছোঁ।

প্ৰফেচাৰ : ক্লান্ত হোৱাৰ কাৰণ!

এনি : মোক - মোকতো আপুনি প্ৰতাৰণা নকৰে?

প্ৰফেচাৰ : প্ৰতাৰণা! মানে তোমাৰ, মোৰ ওপৰত বিশ্বাস নাই?

এনি : বিশ্বাস আছে বাবেই ইমান দূৰ আগবাঢ়িলোঁ - য'ৰ পৰা ঘূৰি যোৱা বাট বিচাৰি পোৱা নাই।

প্ৰফেচাৰ : ঘূৰি যোৱা দৰকাৰতো নহ'ব।

এনি : জানো কি হয় ক'ব পৰা নাই।

প্ৰফেচাৰ : তুমি সচাকৈ বৰ সৰু হৈ আছা। তোমাৰ মনটো যে আৰু অকণমান। সৰু ল'ৰা-ছোৱালীৰ দৰে।

এনি : ক'তা মইতো অনুভৱ নকৰোঁ।

প্ৰফেচাৰ : মই কৰিছোঁ।

এনি : হয়তো আপুনি অনুভৱ কৰিছে। কাৰণ আপুনিয়েই মোক ভালদৰে বুজি পায়।

প্ৰফেচাৰ : নিশ্চয়।

এনি : আপোনাৰ ওপৰত অন্ততঃ মোৰ বিশ্বাস আছে। আপোনাক মই ভালদৰে জানো।

প্ৰফেচাৰ : তোমাৰ বিবেচনা নির্ভুল হওক।

এনি : বাৰু মই আহোঁ, মুদৈ চাগৈ ৰৈ আছে।

প্ৰফেচাৰ : যোৱা। (**এনি যায়। প্ৰফেচাৰে এনিক উদ্দেশ্য কৰি কয়।**) অবুজ ছোৱালী ক'ৰবাৰ। একেবাৰে বুৰ্বক হৈ আছ! এতিয়াও মোক বুজি নাপালি। চগা হৈ জুইত জাপ দিছ। ছট্‌ফটাই মৰিবি।

**বাবা আৰু জ্যোতি আহে।**

বাবা : আহ আই, চাবি - চাবি।

জ্যোতি : হ'ব বাবা পাৰিম।

বাবা : মোক ধৰি ল'।

জ্যোতি : নেলাগে বাবা, সদায় আহি আহি অভ্যাস হৈ গৈছে। এতিয়া ক'তো নধৰাকৈ অহা-যোৱা কৰিব পৰা হৈছোঁ।

বাবা : প্ৰফেচাৰ, তুমি ইয়াত!

প্ৰফেচাৰ : এনেই ৰৈ আছোঁ।

জ্যোতি : আৰু কোনোবা আছে নেকি?

প্ৰফেচাৰ : ক'তা কোনো নাই।

জ্যোতি : আপোনাক কথা পাতি থকা শুনিছিলোঁ।

প্ৰফেচাৰ : হাঁ? অ' অ' মনত পৰিছে। মই কথা পাতিছিলোঁ।

বাবা : কাৰ লগত কথা পাতিছিলা?

প্ৰফেচাৰ : অকলে।

বাবা : অকলে!

প্ৰফেচাৰ : মানে- মানে এই অতিথিশালাৰ প্ৰতিজন মানুহৰ লগত যিদৰে চিনাকি হৈছে, ঠিক সেইদৰে ইয়াৰ খুটা, বেৰ, চাল, দুৱাৰ- এই সকলোৰে লগত চিনাকি হৈ গৈছে। সেইবাবেই কেতিয়াবা লগ নহ'লে সিহঁতৰ লগত কথা পাতোঁ।

জ্যোতি : ঠিকেই। কেতিয়াবা সিহঁতৰ লগত কথা পাতি খুব ভাল লাগে।

বাবা : ইয়াৰ মানুহবোৰ খুব ভাল লাগে। তুমি কি কোৱা প্ৰফেচাৰ?

প্ৰফেচাৰ : লাগে, লাগে। খুব ভাল লাগে। আপোনাক, মুদৈক সকলোকে ভাল লাগে।

বাবা : ক্ৰমান্বয়ে আমি ক'ব নোৱাৰাকৈয়ে অতি আপোন হৈ পৰিছোঁ।

জ্যোতি : আমাৰ মৰমবোৰ ক্ৰমান্বয়ে গভীৰ হৈ আহিছে।

বাবা : প্ৰফেচাৰ, তোমাক মোৰ নিজৰ সন্তানৰ দৰে লাগে জানা?

প্ৰফেচাৰ : অঁ - - -

জ্যোতি : এনি আৰু চিৰঞ্জীৱকো খুব ভাল লাগে।

বাবা : এনিজনী ইমান ৰাংঢালী। একেবাৰে পখিলাটিৰ দৰে।

প্ৰফেচাৰ : এনি - এনি সচাঁকৈ এজনী সৰু পখিলা।

জ্যোতি : চিৰঞ্জীৱ - সিও এটা শিশুৰ নিচিনা। ইমান সৎ। ইমান ভাল।

বাবা : চিৰঞ্জীৱ, এনি আমাৰ অতিথিশালাত দুটা হাঁহিৰ নিজৰা।

প্ৰফেচাৰ : চিৰঞ্জীৱ, এনি। সিহঁত খুব ভাল! ভাল! চিৰঞ্জীৱ আৰু এনি। এনি আৰু চিৰঞ্জীৱ। চিৰঞ্জীৱ। এনি, এনি, এনি - - -

**প্ৰফেচাৰ ভাবত বিভোৰ হয়। প্ৰফেচাৰ যেন নিজৰ এখন অন্য জগতৰ অন্য এক পৰিৱেশলৈ গতি কৰে।**
**লগে লগে মঞ্চ আন্ধাৰ হ'ব।**
**আকৌ খন্তেকৰ পাছত ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**

**মঞ্চ পোহৰ হোৱাত দেখা যায় প্ৰফেচাৰ আন এটা পৰিবেশত থাকিব। পৰিবেশটো হাস্পতালৰ এটা কোঠা। কাষত 'চিষ্টাৰ'। 'চিষ্টাৰ'ৰ চৰিত্ৰটো এনিয়ে ৰূপায়ণ কৰিব। প্ৰফেচাৰ আৰু এনিয়ে ক্ৰমে ডাক্তৰ আৰু নাৰ্চৰ পোছাক পৰিধান কৰিব।**

প্ৰফেচাৰ ঃ চিষ্টাৰ -

চিষ্টাৰ ঃ চ্যাৰ।

প্ৰফেচাৰ ঃ আমাৰ এই চেনিটৰিযামৰ বেড্ নং ৭৫ ৰ মানুহজনী আজি যাবগৈ নহয় ?

চিষ্টাৰ ঃ হয় চ্যাৰ।

প্ৰফেচাৰ ঃ নিব'লৈ কোনোবা আহিছে?

চিষ্টাৰ ঃ দেউতাক আহিছে।

প্ৰফেচাৰ ঃ যাবৰ সময় হ'ল নেকি ?

চিষ্টাৰ ঃ প্ৰায় হৈছে।

প্ৰফেচাৰ ঃ ওঁ - - -

চিষ্টাৰ ঃ আপোনাৰ মন বেয়া লাগিছে?

প্ৰফেচাৰ ঃ হাঁ - কি ক'লা ?

চিষ্টাৰ ঃ মানুহজনী যাবগৈ, তাৰ বাবে আপোনাৰ বেয়া লাগিছে?

প্ৰফেচাৰ ঃ অঁ - বেয়া লাগিছে। পেচেন্টবিলাক চেনিটৰিয়ামত বেচিদিন থাকিলে আমাৰ বৰ আপোন হৈ পৰে। যাৰ বাবে সিহঁত গুচি গ'লে বেয়া লাগে।

চিষ্টাৰ ঃ আপুনি ঠিকেই কৈছে। মানুহজনী খুব কম সময়ত আমাক আপোন কৰি ল'লে। মোৰ নিজৰে বাইদেউৰ দৰে হৈ পৰিল।

প্ৰফেচাৰ ঃ তথাপিতো আমি পাহৰিব লাগিব। নতুন ৰোগী আহিব। সিহঁতো আমাৰ আপোন হ'ব। সিহঁতো গুচি যাব, সিহঁতকো পাহৰিব লাগিব। এইয়াই হ'ল আমাৰ ধৰ্ম।

চিষ্টাৰ ঃ আমিতো এই ধৰ্মকেই পালন কৰি আছোঁ।

প্ৰফেচাৰ ঃ বাৰু এইবোৰ যাব দিয়া। এইবোৰ চিন্তা নকৰাই ভাল।

চিষ্টাৰ ঃ চ্যাৰ, বেড নং ২ৰ কেচটো চাইছিল ?

প্ৰফেচাৰ ঃ চাইছিলোঁ। বৰ চিৰিয়াছ্। তাতে ডেলিভাৰী কেচ।

চিষ্টাৰ ঃ তাই চুইচাইড কৰিবৰ বাবে অতিমাত্ৰা স্লিপিং টেবলেট খাইছিল।

প্ৰফেচাৰ : বেচেৰী!

চিম্পীৰ : তাই বোলে নাৰ্চ আছিল।

প্ৰফেচাৰ : জানো। কোনোবা এজন ডাক্তৰএ ঠগিলে।

চিম্পীৰ : বৰ আচৰিত!

প্ৰফেচাৰ : তুমি ভয় খাইছা?

চিম্পীৰ : কিয় ভয় খাম? আপোনাৰ আৰু মোৰ অবৈধ সম্পৰ্কৰ কথা ইয়াৰ সকলোৱে জানে।

প্ৰফেচাৰ : কি! সকলোৱে জানে?

চিম্পীৰ : আপুনি ভয় কৰিছে?

প্ৰফেচাৰ : নাই, নাই -- ক'তা মইতো ভয় কৰা নাই।

চিম্পীৰ : ভয় কৰাটো আচৰিত নহয়। কাৰণ আপুনি এজন ভদ্ৰ মানুহ। সমাজৰ সন্মানীয় ব্যক্তি।

প্ৰফেচাৰ : চিম্পীৰ, সচাকৈ তুমি বহুত কথা জানা। তুমি অকল সৌন্দৰ্যৰ অধিকাৰিণীয়েই নোহোৱা, গুণৰো অধিকাৰী, সেয়া স্বীকাৰ নকৰি উপায় নাই।

চিম্পীৰ : আপোনাৰ দৰে পুৰুষৰ মুখত এনে শুৱনি কথাত অকল ময়েই নহয় আৰু বহুত নাৰী ভুল যাব।

প্ৰফেচাৰ : হ'ব হ'ব চিম্পীৰ, তুমি আৰু এইবোৰৰ নতুনকৈ চাৰ্টিফিকেট দিব নালাগে।

চিম্পীৰ : আপুনি নিশ্চয় ইয়াৰ আগতে এনে চাৰ্টিফিকেট বহুত পাই থৈছে।

প্ৰফেচাৰ : হাঁ! মানে - তুমি - - -

চিম্পীৰ : চ্যাৰ, বৰ বেয়া ধৰণে ধৰা পৰিছে।

প্ৰফেচাৰ : চিম্পীৰ - মোক - - -

চিম্পীৰ : খুব মুখ মেলা ভাল নহয় চ্যাৰ। আমি ছোৱালী হ'লেও আমাৰ এখন অন্তৰ আছে।

প্ৰফেচাৰ : **(বাহিৰলৈ চায়।)** অ' সৌ মানুহজনী আহিছে।

চিম্পীৰ : **(বাহিৰলৈ চায়।)** আহক বাইদেউ।

**'ৰোগী' এগৰাকী সোমাই আহে। 'ৰোগী'ৰ ৰূপত ৰূপদান জ্যোতিয়ে কৰিব। জ্যোতিৰ সাজ-পোছাক, অভিনয় আদিৰ পৰিবৰ্তন হ'ব। এই পৰিবেশত জ্যোতি দৃষ্টি শক্তিসম্পন্না।**

| | | |
|---|---|---|
| ৰোগী | ঃ | জানা ভনী, ইয়াৰ পৰা যাবলৈ পাই খুব বেয়া লাগিছে। |
| চিষ্টাৰ | ঃ | আমাৰো বেয়া লাগিছে। |
| প্ৰফেচাৰ | ঃ | ইয়াতে একেবাৰে থাকিব বিচাৰিছা নেকি? |
| ৰোগী | ঃ | জানো ক'ব নোৱাৰোঁ। কিন্তু ডাক্তৰ আপোনালোকক এৰি যাব মন যোৱা নাই। |
| প্ৰফেচাৰ | ঃ | আগতে নক'লা কিয়, তোমাৰ বেমাৰ ইমান সোনকালে ভাল নকৰিলো হেঁতেন। |
| ৰোগী | ঃ | আপোনাৰ পেচেন্ট হৈ থকা হ'লে অৱশ্যে ভাল লাগিলহেঁতেন। |
| চিষ্টাৰ | ঃ | আপোনাৰ নিচিনা অমায়িক ৰোগী পালে অৱশ্যে আমিও এৰি দিব মন নকৰোঁ। |
| প্ৰফেচাৰ | ঃ | (হাঁহি) চিষ্টাৰে ঠিকেই কৈছে। |
| ৰোগী | ঃ | মই মৰম লগা ভন্টী এজনী পালোহেঁতেন। আৰু - - - |
| প্ৰফেচাৰ | ঃ | আৰু কি? |
| ৰোগী | ঃ | পাহৰিব নোৱাৰা ডাক্তৰ এজন পালোহেঁতেন। |
| প্ৰফেচাৰ | ঃ | সচাঁকৈ পাহৰিব নোৱাৰানে? |
| ৰোগী | ঃ | ওঁ নাপাহৰোঁ। |
| প্ৰফেচাৰ | ঃ | ঠিক আছে নাপাহৰা, পাহৰিব নালাগে। এতিয়া তোমালোক দুয়ো বাই-ভনীয়ে কথা পাতা, মই আন পেচেন্ট চাওঁগৈ। |

**প্ৰফেচাৰ যায়।**

| | | |
|---|---|---|
| ৰোগী | ঃ | ডাক্তৰজন সচাঁকৈ খুব ভাল। |
| চিষ্টাৰ | ঃ | চ্যাৰে মানুহক অতি সোনকালে আপোন কৰি ল'ব পাৰে। |
| ৰোগী | ঃ | ডাক্তৰৰ যদি এইবোৰ গুণ নাথাকে তেন্তে ৰোগী ভাল কৰিব কি দৰে? |
| চিষ্টাৰ | ঃ | বাইদেউ, দেউতা - ক'ত গ'ল? |
| ৰোগী | ঃ | আহিছে। চাৰ্জনৰ লগত কথা পাতিছে। |
| চিষ্টাৰ | ঃ | আপোনাক নিবলৈ পাই দেউতাই খুব আনন্দ পাইছে নহয়। |
| ৰোগী | ঃ | পাবই। নিজৰ জীয়েকতো। তাতে বহুত দিন মই ঘৰত নাই। দেউতাৰ মোৰ প্ৰতি খুব মৰম। |
| চিষ্টাৰ | ঃ | আপোনাৰ দেউতাৰ দৰে মোৰো এজন দেউতা থকা হ'লে? |
| ৰোগী | ঃ | মানে — অ'! কি কৰিবা সকলোৰে ভাগ্যতো একে নহয়। |
| চিষ্টাৰ | ঃ | ঠিকেই বাইদেউ - সকলোৰে ভাগ্য একে নহয়। |

| | | |
|---|---|---|
| ৰোগী | ঃ | এইবোৰ চিন্তা কৰি মনক দুখ দিব নালাগে। |
| চিষ্টাৰ | ঃ | আই-দেউতাৰ একোখন কাল্পনিক মুখ মনলৈ আহে। কিন্তু আকৌ হেৰাই যায়। সৰুতে আই-দেউতাৰ মূৰ খালোঁ। |
| ৰোগী | ঃ | হ'ব ভন্টী, মনে -- মনে থাকা। |
| চিষ্টাৰ | ঃ | অ' ভুল হৈছে ক্ষমা কৰিব। মই এজনী নাৰ্চ হৈ মনটো ইমান পেলাই দিব নাপায়। কিন্তু কি কৰিম বাইদেউ, মনে নামানে; নাৰ্চ হ'লেও মইতো মানুহ। মোৰও এখন অন্তৰ আছে। |
| ৰোগী | ঃ | জানো ভন্টী, মই অনুভৱ কৰিব পৰিছোঁ। |
| চিষ্টাৰ | ঃ | বাইদেউ, আপুনি মোক কিন্তু পাহৰি নাযাব। |
| ৰোগী | ঃ | ইচ্ তুমি কি আচৰিত কথা কোৱা। তোমালোকক মই পাহৰিব পাৰিম? তোমাক, ডাক্তৰক মই কেতিয়াও পাহৰিব নোৱাৰোঁ। |
| চিষ্টাৰ | ঃ | সেইটোৱেই কামনা কৰোঁ। |
| ৰোগী | ঃ | আৰু জানা, ডাক্তৰ আৰু মোৰ মাজত অতি সোনকালেই এটা সম্বন্ধ গঢ়ি উঠিব। |
| চিষ্টাৰ | ঃ | কি! |

**চিষ্টাৰ আচৰিত হৈ ৰোগীজনীৰ মুখলৈ চায়।**

| | | |
|---|---|---|
| ৰোগী | ঃ | ওঁ -- আজি দেউতাৰ লগত ডাক্তৰৰ কথা হ'ব। |
| চিষ্টাৰ | ঃ | বাইদেউ - মই ভিতৰৰ পৰা আহোঁ। |

**চিষ্টাৰে থিৰেৰে থাকিব নোৱাৰা হৈ অতি কোৱাকুৰিকৈ যায়গৈ। ৰোগীৰ মুখত হাঁহি। তেওঁ অলপ ইফালে সিফালে অহা যোৱা কৰে। গোটেই পৰিৱেশটো এবাৰ ভালদৰে চায়। এনেতে এজন 'পলাতক' সোমাই আহে। 'পলাতক'ৰ চৰিত্ৰটো চিৰঞ্জীৱে অভিনয় কৰিব। চিৰঞ্জীৱৰ মুখত আতংক আৰু ভয়ৰ ভাব। তেওঁৰ মুখত ডাঢ়ি-গোফ। সাজ-পাৰ মলিয়ন। দৃষ্টি সজাগ। এইটো পৰিৱেশত চিৰঞ্জীৱৰ অভিনয় পৰিবৰ্তন হ'ব।**

পলাতক : এইয়া কোন!

ৰোগী : কোন! **(হঠাৎ অচিনাকি, ডাঢ়ি-গোফেৰে ভোৰোৰা যুৱক এজনক দেখি, ভয়ত চিঞৰি কয়।)** কোন তুমি?

পলাতক : নিচিঞৰিবা। মনে, মনে কথা কোৱা — মানুহে শুনিব।

ৰোগী : কোন? কোন তুমি?

পলাতক : মই? মোৰ পৰিচয় লৈ লাভ নাই। কিন্তু তুমি, তুমি --- তোমাক-

ৰোগী : ময়ো তোমাক — তোমাক — ত - ই ---

পলাতক : তোমাক - ত - ই ---

ৰোগী : সোণটি।

পলাতক : বাইদেউ -

ৰোগী : সোণটি -

পলাতক : বাইদেউ!

**দুয়ো দুয়োকে সাবটি ধৰে। দুয়োৰে চকুত চকুপানী।**

ৰোগী : তই ইমান দিন ক'ত আছিলি সোণটি!

পলাতক : বাইদেউ -

ৰোগী : তোৰ অবিহনে আমাৰ ঘৰখন পাগল হৈ পৰিছিল।

পলাতক : মই আকৌ ঘূৰি আহিলোঁ বাইদেউ। মই আকৌ ঘূৰি আহিলোঁ।

ৰোগী : খুব ভাল কৰিলি সোণটি। খুব ভাল কৰিলি। দেউতাই তোক দেখি খুব ভাল পাব।

পলাতক : দেউতা।

ৰোগী : অ' দেউতা ইয়াতে আছে। মোক নিব আহিছে।

পলাতক : দেউতাক মই কিদৰে মুখ দেখুৱাম!

ৰোগী : পুৰণি কথা পাহৰি যা সোণটি।

পলাতক : সকলো পুৰণি কথা পাহৰি যাব নোৱাৰি বাইদেউ। কেতিয়াবা সেই পুৰণি কথাবোৰ স্মৃতিৰ মণিকূটত দাৰুণ আঘাত কৰে। আৰু সেই আঘাতৰ তাড়নাত মই ছট্‌ফটাই মৰোঁ।

রোগী : বুজিছোঁ সোণটি, তথাপিতো তই সকলো পাহৰি যা।

পলাতক : পাহৰি যাবলৈ খুব চেষ্টা কৰোঁ - কিন্তু নোৱাৰোঁ। যিমানে নিজকে পাহৰণি গহ্বৰলৈ ঠেলি পঠাওঁ, সিমানে সৃষ্টিৰ জালে বেয়া ধৰণে বান্ধি ধৰে। তোক, দেউতাক, ঘৰখনক, গাঁওখনক কেতিয়াও পাহৰিব নোৱাৰিলোঁ। মই - মই, বৰ বেয়া ধৰণে হাৰি গলোঁ বাইদেউ। মই হাৰি গলোঁ। শেষ বাৰৰ বাবে তইঁতক এবাৰ চাবলৈ - বহুত গ্লানি, বহুত পৰাজয় কালিমা মুখত সানিলৈ আজিও মই বাচি ৰলোঁ।

রোগী : হ'ব সোণটি । তোক আমি ঘূৰাই পালোঁ। আমাৰ বাবে সেইয়াই বহুত।

পলাতক : গাঁৱৰ ঘৰত তইঁতক নেদেখি প্ৰথমে হতাশ হৈ পৰিলোঁ।

রোগী : মোৰ খুব ডাঙৰ বেমাৰ হৈছিল।

পলাতক : জানো। গাঁৱৰ মানুহে মোক চিনি নাপালে। চিনাকি দিবও নোৱাৰোঁ কাৰণ মই পলাতক। বহুত চেষ্টা কৰি গম পালোঁ তইঁত হাস্পতালত। সেয়ে দৌৰি ইয়ালৈ আহিছোঁ।

**এজন 'বুঢ়া'ৰ চৰিত্ৰত মুদৈ সোমাই আহে। চৰিত্ৰ অনুযায়ী মুদৈয়ে অভিনয় আৰু সাজ-সজ্জা কৰিব।**

রোগী : দেউতা, এইয়া চা কোন!

বুঢ়া : কোন!

পলাতক : দেউতা -

বুঢ়া : দেউতা! কোন!

পলাতক : মোক চিনি পোৱা নাই দেউতা?

বুঢ়া : সো — সো — ণ — ই - ত - ই — সোণটি!

পলাতক : দেউতা - **(পলাতকে বুঢ়াৰ ভৰিত ধৰি কান্দে।)**

বুঢ়া : তই ইমান দিনে ক'ত আছিলি সোণটি?

পলাতক : দেউতা! মই প্ৰাণৰ ভয়ত পলাই ফুৰিছিলোঁ। মই পলাতক — দেউতা। মই পলাতক।

রোগী : ব'ল সোণটি, ঘৰলৈ যাওঁ।

পলাতক : ঘৰলৈ!

বুঢ়া : অঁ ঘৰলৈ।

পলাতক : মই যে ঘৰলৈ ঘূৰি যাব নোৱাৰোঁ দেউতা।

| | | |
|---|---|---|
| ৰোগী, বুঢ়া | ঃ | (একেলগে) কিয় ? |
| পলাতক | ঃ | পলাতকৰ কোনো ঘৰ নাই দেউতা। |
| ৰোগী | ঃ | তই এইবোৰ কি কৈছ সোণটি ? |
| পলাতক | ঃ | বাইদেউ, মই - এই পলাতকৰ চৰকাৰৰ ঘৰত বহুত মূল্য। যাৰ বাবে চবেই মোক ধৰিবলৈ বিচাৰি ফুৰিছে। |
| বুঢ়া | ঃ | সোণটি, তই কি কৰিলি - সোণটি তই কি কৰিলি ! |
| পলাতক | ঃ | বহুত ভুল হৈ গ'ল দেউতা। বহুত ভুল হৈ গ'ল ! যি পথে নিজৰ লক্ষ্যত উপনীত হ'ব গৈছিলোঁ। সেইটো পথ ভুল পথ আছিল দেউতা। মোৰ লক্ষ্য ঠিক আছিল দেউতা, কিন্তু পন্থা ভুল হ'ল। মই এতিয়া এটা পথভ্ৰষ্ট পথিক। বহুত দিন পানী নাই, ভাত নাই - হাজাৰ হাজাৰ মাইল হাবিয়ে-বননিয়ে, ভৈয়ামে-পাহাৰে, খালে-দোঙে দৌৰি দৌৰি পলাই ফুৰা এটা পলাতক দেউতা। মই এটা পলাতক। |
| বুঢ়া | ঃ | উঃ মই আৰু শুনিব নোৱাৰোঁ। মোৰ মূৰটো ঘূৰ্ণা যেন লাগিছে! |
| ৰোগী | ঃ | দেউতা — |

**বুঢ়া মূৰ ঘূৰাই পৰি যাব ধৰে। ৰোগী আৰু পলাতকে বুঢ়াক ধৰি চকী এখনত বহুৱাই দিয়ে।**

| | | |
|---|---|---|
| বুঢ়া | ঃ | সোণটি - - - |
| পলাতক | ঃ | নাই, নাই, মই মোঁৰ কোনো কথা নকওঁ। কৈ লাভ নাই। মোৰ কথা কোনে শুনিব, কোনে পতিয়াব ? মোৰ কেও নাই, কোনো নাই — আপোন-পৰিয়াল, দেউতা-বাইদেউ, ঘৰ-দুৱাৰ একো নাই। মই, মই - কেৱল পলাতক। পলাতক, পলাতক। |

**প্ৰফেচাৰ আহে।**

| | | |
|---|---|---|
| প্ৰফেচাৰ | ঃ | কোন ! |
| পলাতক | ঃ | তুমি কোন ? |
| প্ৰফেচাৰ | ঃ | মই ! |
| ৰোগী | ঃ | এইয়া ডাক্তৰ সোণটি |
| প্ৰফেচাৰ | ঃ | কিন্তু তুমি - - - |
| পলাতক | ঃ | মই কোন শুনিব পাৰিবা ডাক্তৰ। |
| প্ৰফেচাৰ | ঃ | কোন তুমি ? |

পলাতক : মই এজন পলাতক।

প্ৰফেচাৰ : পলাতক!

পলাতক : অ, পলাতক মোৰ এই মূৰৰ মূল্য চৰকাৰৰ ঘৰত বহুত হাজাৰ টকা।

প্ৰফেচাৰ : মানে তুমি উগ্ৰপন্থী!

পলাতক : আঃ মনে, মনে কথা ক'বা, নিচিঞৰিবা। তুমি যিটো ভাবিছা সেইয়াই মই।

প্ৰফেচাৰ : চকীদাৰ - - -

পলাতক : ডাক্তৰ।

ৰোগী : সোণটি

**চকীদাৰ সোমাই আহে। 'চকীদাৰ' চৰিত্ৰ বাবাই ৰূপায়ণ কৰিব। বাবাৰ সাজ-পোছাক আৰু বয়সৰ পাৰ্থক্য হ'ব। সেইদৰে অভিনয়ৰো পৰিবৰ্তন হ'ব।**

চকীদাৰ : বাবু, মোক মাতিছিল?

পলাতক : ডাক্তৰ মোৰ পৰিচয় অলপ আগতে আপুনি পাইছে, গতিকে চকীদাৰক কিবা এটা কথা কওঁতে যাতে ভাবি-চিন্তি কয়।

প্ৰফেচাৰ : তুমি — তুমি — চকীদাৰ - - -

চকীদাৰ : বাবু -

প্ৰফেচাৰ : এওঁক ইয়াত সোমাবলৈ কোনে দিছিল?

চকীদাৰ : নিজে সোমাইছে।

প্ৰফেচাৰ : কেনেকৈ নিজে সোমাব পালে?

চকীদাৰ : ক'ব নোৱাৰোঁ।

প্ৰফেচাৰ : **(চিঞৰি)** মানা নকৰিলা কিয়?

পলাতক : ডাক্তৰ, আপোনাক মই বাৰে বাৰে কৈ আছোঁ চিঞৰি কথা নক'ব, চিঞৰি কথা নক'ব, কিন্তু আপুনি মোৰ খঙৰ মাত্ৰা বঢ়াই দিছে।

ৰোগী : হ'ল সোণটি, শান্ত হ' - - -

বুঢ়া : সোণটি -

পলাতক : দেউতা -

বুঢ়া : ব'ল সোণটি আমি ঘৰলৈ যাওঁ।

চকীদাৰ : মই একো বুজি পোৱা নাই।
পলাতক : তুমি একো বুজিব নালাগে - - -
চকীদাৰ : কথাটো কি ডাক্তৰ বাবু!
প্ৰফেচাৰ : বুৰ্বক। ইয়াত চকীদাৰ কৰি বুঢ়া হলি আজিলৈকে কথা এটা বুজি নাপাৱ।
পলাতক : ডাক্তৰ, চকীদাৰৰ গাত মিছাই দুখ দিছা।
প্ৰফেচাৰ : সচা মিছাৰ বিচাৰ তুমি কৰিব নালাগে। মই এতিয়া পুলিচক খবৰ দিম।

**প্ৰফেচাৰ বাহিৰলৈ যাব ধৰে, পলাতকে প্ৰায় জাপ মাৰি যোৱাৰ দৰে গৈ ডাক্তৰক আগ্ ভেটি ধৰে।**

পলাতক : ডাক্তৰ, খবৰদাৰ! এখোজো ইফাল সিফাল নকৰিবা। নহ'লে মোৰ — আকৌ হিংস্ৰ মানুহটো জাগি উঠিব।
বুঢ়া : মনে, মনে থাক সোণটি -
ৰোগী : ডাক্তৰ খুব ভাল মানুহ সোণটি - - -
প্ৰফেচাৰ : তুমি মোক ভয় খুৱাইছা -
পলাতক : আপোনাৰ নিচিনা এজন সামান্য মানুহক ভয় খুৱাবলৈ মই ইয়ালৈ অহা নাই।
প্ৰফেচাৰ : মই এতিয়া পুলিচক খবৰ দিম।
চকীদাৰ : নাই বাবু, মইয়ে যাওঁ।
পলাতক : চকীদাৰ!
ৰোগী, বুঢ়া : (একেলগে) ডাক্তৰ - - -
পলাতক : (**চকীদাৰক**) তই ইয়াতে থাকিব লাগিব ক'তো যাব নোৱাৰ।
চকীদাৰ : নাই নাযাওঁ।
পলাতক : (**ডাক্তৰক**) পুলিচক খবৰ দিবা — তেন্তে সেয়ে হওক। মই পুনৰ পাপ নকৰোঁ বুলি ভবিছিলোঁ, কিন্তু নহ'ল, আকৌ মই পাপৰ বোজা বঢ়াই ল'বলৈ বাধ্য হলোঁ।
ৰোগী : সোণটি তই কি ক'ৰ?
পলাতক : এই দুখন হাতেৰে বহুতৰ তেজেৰে ফাকুৱা খেলিলোঁ - - -
বুঢ়া : সোণটি — সোণটি —
পলাতক : এই দুখন হাতেৰে কৰা বহুত কুকৰ্মৰ বাবে চৰকাৰৰ ঘৰত মোৰ মূৰৰ মূল্য বহুত টকা হৈছে। সেই টকাৰ হিচাব এতিয়াৰ পৰা আৰু বহুত গুণ বাঢ়ি যাব।

প্ৰফেচাৰ : তুমি - তুমি - তুমি - - -

পলাতক : নকৰোঁ বুলি ভবা পাপ, তইঁতে বাৰে বাৰে কৰাবলৈ বাধ্য কৰ। তইঁতৰ নিচিনাবোৰৰ বাবেই আমি বিপথগামী হৈছোঁ।

প্ৰফেচাৰ : তুমি আগ আগবাঢ়ি নাহিবা - - -

পলাতক : এবাৰ আগবাঢ়িলে আৰু পিছলৈ যোৱাৰ অভ্যাস মোৰ নাই ডাক্তৰ।

প্ৰফেচাৰ : তুমি তাতে ৰোৱা — তুমি — তুমি — ৰোৱা, ৰোৱা — ষ্টপ — ষ্টপ — তুমি - - -

**প্ৰফেচাৰে ভয়ত চিঞৰে। লগে লগে মঞ্চ ক্ৰমান্বয়ে আন্ধাৰ হ'ব। খন্তেকৰ পাছত আকৌ মঞ্চ পোহৰ হ'ব। পৰিৱেশ আগৰ অৱস্থালৈ ঘূৰি যাব।**

**মঞ্চত দেখা যাব প্ৰফেচাৰ, জ্যোতি আৰু বাবাক। পলাতক ওৰফে চিৰঞ্জীৱ তাত নাথাকে। প্ৰফেচাৰ ভাবত বিভোৰ হৈ থাকে। মুখত আতংকৰ চিন আৰু ভীষণ ভয়েৰে সংলাপ ক'ব।**

প্ৰফেচাৰ : ষ্টপ -ষ্টপ - ষ্টপ - চিৰঞ্জীৱ!

জ্যোতি, বাবা : **(অতি আচৰিত হৈ দুয়ো একেলগে।)** কি হ'ল?

প্ৰফেচাৰ : হ্যা!

বাবা : তোমাৰ কি হ'ল প্ৰফেচাৰ —

প্ৰফেচাৰ : মোৰ! বাবা! নাই — নাই — একো হোৱা নাই।

বাবা : ইমান জোৰে চিঞৰিলা যে!

জ্যোতি : চিৰঞ্জীৱৰ কি হ'ল!

প্ৰফেচাৰ : নাই, এনেই কিবা এটা ভাবি আছিলোঁ। হঠাৎ নামটো মুখত ওলাই গ'ল।

জ্যোতি : অ' মই ভাবিছিলোঁ অন্য কিবা এটা।

প্ৰফেচাৰ : উঃ কিবোৰ যে ভাবিছিলোঁ!

বাবা : যি-টি কথা ভাবিব নাপায়।

প্ৰফেচাৰ : নাভাবোঁ বুলি থাকোঁ, কিন্তু নোৱাৰোঁ।

**ক্ৰমান্বয়ে মঞ্চ আন্ধাৰ হ'ব।**

## তৃতীয় পৰিবেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব। মঞ্চ প্ৰথম পৰিবেশৰ দৰেই হ'ব।**

**মঞ্চত জ্যোতি, প্ৰফেচাৰ আৰু বাবা থাকিব। তিনিয়ো যেন স্থিতাৱস্থা সলনি কৰিবলৈ ব্যাকুল হৈ পৰে। তিনিয়ো অলপ ইফালে-সিফালে গতি কৰি আকৌ একে ঠাইতে ৰ'ব। তিনিয়ো একেলগে কিছু বিৰক্তিভাৱে সংলাপ ক'ব।**

জ্যোতি, বাবা আৰু প্ৰফেচাৰ : (একেলগে) আৰু বা কিমান অপেক্ষা কৰিব লাগিব!

প্ৰফেচাৰ : বাবা -

বাবা : হোঁ।

প্ৰফেচাৰ : বৰ আমনি লাগিছে। মোক নিবলৈ সি আজিও নাহিল। তাৰ বাবেই মই ৰৈ আছোঁ।

বাবা : অকল তোমাৰে এনে দশা হোৱা নাই। মোকো এজনে বৰ চৌঠেঙীয়া কৰি থৈ গ'ল।

জ্যোতি : আমি প্ৰত্যেকেই নিজৰ নিজৰ বিশেষ এজনলৈ অপেক্ষা কৰি আছোঁ।

বাবা : সেইয়া যেন আমাৰ লক্ষ্য ---

প্ৰফেচাৰ : আমি যেন আমাৰ লক্ষ্যলৈ গতি কৰিছোঁ ---

জ্যোতি : কিন্তু লক্ষ্য পথৰ প্ৰদৰ্শকজন হঠাৎ অন্তৰ্ধান হ'ল।

বাবা : বাৰু প্ৰফেচাৰ ---

প্ৰফেচাৰ : কওক -

বাবা : মোৰ বেমাৰটোৰ বিষয়ে যে একো নক'লা।

প্ৰফেচাৰ : আপোনাৰ প্ৰকৃত বেমাৰটো ধৰাত কিছু পলম হ'ব।

জ্যোতি : প্ৰফেচাৰ, মোৰো কিবা এটা বেমাৰৰ কথা কৈছিল নহয় আপুনি।

প্ৰফেচাৰ : অ' তোমাৰ বেমাৰৰ ৰিপৰ্টটো ঠিক কৰি থৈছোঁ।

জ্যোতি : মোৰ যে বেমাৰ নুগুচা হ'ল। এটাৰ পিছত এটা লাগিয়েই থাকিব। **চিৰঞ্জীৱ আহে।**

| | | |
|---|---|---|
| চিৰঞ্জীৱ | ঃ | প্ৰফেচাৰ, মোৰ বেমাৰটোও আপুনি ভাল কৰি দিব লাগিব। |
| প্ৰফেচাৰ | ঃ | বেমাৰৰ উৎপত্তিৰ কাৰণ জানিলে, তাক নিৰাময় কৰিব পাৰি। |
| চিৰঞ্জীৱ | ঃ | মানে, আপুনি মোৰ বেমাৰৰ উৎপত্তিৰ কাৰণ বিচাৰি পোৱা নাই। |
| প্ৰফেচাৰ | ঃ | ধৰি ল'ব পাৰা। |
| চিৰঞ্জীৱ | ঃ | আপুনিয়ে যেতিয়া ডাক্তৰ হৈ বেমাৰৰ উৎ পত্তিৰ কাৰণ বিচাৰি পোৱা নাই, তেতিয়া ধৰি ল'ব পাৰোঁ — এই বেমাৰৰ পৰা মুক্ত হোৱাৰ কোনো উপায় নাই। |
| প্ৰফেচাৰ | ঃ | নাই, নাই মইতো — সেইটো কোৱা নাই - - - |
| জ্যোতি | ঃ | তেতিয়াহ'লে আমাৰ বেমাৰটো ভাল নহয় কিয় ? |
| প্ৰফেচাৰ | ঃ | ভাল কৰিবৰ বাবেই মই চেষ্টা কৰি আছোঁ। কিন্তু পলম হৈছে। |
| বাবা | ঃ | এৰা বহুত পলম হৈছে। |
| প্ৰফেচাৰ | ঃ | সম্পূৰ্ণ আৰোগ্যৰ বাবে কিছু পলম হ'বই। |
| বাবা | ঃ | সদায় বেমাৰত ভুগি থকাতকৈ কিছু পলম হোৱাই ভাল। |
| | | **মুদৈ আৰু এনি আহে।** |
| মুদৈ | ঃ | বেমাৰ অৱশ্যে মোৰো আছে — |
| বাবা | ঃ | মুদৈ, তোমাৰো বেমাৰ আছে? |
| মুদৈ | ঃ | হয় বাবা। |
| এনি | ঃ | বেমাৰৰ পৰা আমি কোনেও মুক্ত নহয়। |
| চিৰঞ্জীৱ | ঃ | মানে তোমাৰো কিবা এটা বেমাৰ আছে? |
| এনি | ঃ | নিশ্চয়। |
| জ্যোতি | ঃ | এনি — |
| এনি | ঃ | বাইদেউ — |
| জ্যোতি | ঃ | আমাৰ দেখিছোঁ প্ৰত্যেকৰে একো একোটা বেমাৰ আছে। |
| এনি | ঃ | হয়তো সেয়াই। |
| মুদৈ | ঃ | প্ৰফেচাৰ তোমাৰ একা! |
| প্ৰফেচাৰ | ঃ | মই যেতিয়া আপোনালোকৰ দৰেই মানুহ, তেতিয়া নিশ্চয় তাৰ পৰা পৰিত্ৰাণ নাপাওঁ। |
| চিৰঞ্জীৱ | ঃ | তেতিয়াহ'লে এই অতিথিশালাৰ প্ৰত্যেকৰে বেমাৰৰ ভুক্ত ভোগী। |
| জ্যোতি | ঃ | এৰা, আমি প্ৰত্যেকেই একোজন বেমাৰী। |

চিৰঞ্জীৱ : কিন্তু বেমাৰবোৰ প্ৰত্যেকৰে বেলেগ বেলেগ।

জ্যোতি : কাৰোবাৰ শৰীৰৰ, কাৰোবাৰ মগজুৰ, কাৰোবাৰ দৃষ্টিৰ, কাৰোবাৰ সৃষ্টিৰ, কাৰোবাৰ হৃদয়ৰ।

জ্যোতি যায়।

মুদৈ : কিন্তু আচৰিত কথা যে একেটা অতিথিশালাতে বেমাৰী ডাক্তৰ একেলগে গোট খাইছোঁ।

বাব : আৰু সকলোৱে একে আশা কৰে — নিৰাময় হোৱা।

এনি : ডাক্তৰ — মানে প্ৰফেচাৰ নথকা হ'লে আমাৰ অসুবিধাই হ'লহেঁতেন।

চিৰঞ্জীৱ : ডাক্তৰৰ আৱিৰ্ভাৱ এটা আচৰিত সংযোগ।

এনি : সচাকৈ।

প্ৰফেচাৰ : দুজনমান বেমাৰী নোপোৱা হ'লে মোৰো অমনি লাগিলেহেঁতেন।

বাবা : এইবাৰ অকণমান মই তাক বিচাৰি যাওঁ।

মুদৈ : ৰ'ব বাবা, মইও যাওঁ আপোনাৰ লগত।

বাবা : ব'লা।

বাবা আৰু মুদৈ যায়।

চিৰঞ্জীৱ : মোৰ ভীষণ খং উঠিছে।

এনি : কাৰ ওপৰত?

চিৰঞ্জীৱ : কাৰ ওপৰত হ'ব? যি মোক ইয়ালৈ আনিছিল, তাৰ ওপৰত।

প্ৰফেচাৰ : খং উঠিবৰেই কথা। মোক যি ইয়ালৈ লৈ আনিছিল, তাৰ ওপৰত মোৰো খং উঠিছে।

এনি : খং অৱশ্যে মোৰো নুঠা নহয়।

চিৰঞ্জীৱ : চোৱাচোন বাৰু এনি, এনেকৈ বাৰু হঠাৎ সি নাইকিয়া হৈ যাব পায়নে?

প্ৰফেচাৰ : অকল তোমাৰেই নহয়, মোৰো সি নাই বুলি নাইকিয়া হৈ গ'ল।

এনি : আচৰিতভাৱে যে আমাৰ কথাবোৰ পৰস্পৰৰ লগত মিলি গৈছে।

চিৰঞ্জীৱ : সেইবাবেইটো আমাৰ সম্বন্ধবোৰ খুব গভীৰ হৈ পৰিছে।

প্ৰফেচাৰ : মই অলপ নিজৰ কামত লগাই ভাল হ'ব। অৰ্থাৎ তোমালোকৰ বেমাৰবোৰৰ ৰিপৰ্টবোৰ এবাৰ পৰীক্ষা কৰি চাওগৈ।

| | | |
|---|---|---|
| এনি | ঃ | আমাৰ বেমাৰৰ পৰা মুক্ত কৰিব পাৰিলে আপোনাৰ বহুত নাম হ'ব। |
| প্ৰফেচাৰ | ঃ | নাম নিশ্চয় হ'ব। আৰু লগতে কৰ্তব্য পালন কৰাও হ'ব। |

**প্ৰফেচাৰ যায়।**

| | | |
|---|---|---|
| এনি | ঃ | চিৰঞ্জীৱ — |
| চিৰঞ্জীৱ | ঃ | কোৱা। |
| এনি | ঃ | তুমি বৰ ভাবপ্ৰৱণ। |
| চিৰঞ্জীৱ | ঃ | মই? হ'ব পাৰোঁ। |
| এনি | ঃ | আৰু কি জানা? |
| চিৰঞ্জীৱ | ঃ | কি? |
| এনি | ঃ | তোমালোক শিল্পী, সাহিত্যিক বিলাক খুব স্পৰ্শকাতৰ। |
| চিৰঞ্জীৱ | ঃ | মানুহ মাত্ৰেই কম বেছি পৰিমাণে স্পৰ্শকাতৰ। |
| এনি | ঃ | কিন্তু তোমালোক বেছি। |
| চিৰঞ্জীৱ | ঃ | জানো হয় নেকি? |
| এনি | ঃ | তোমাক কিন্তু শিল্পী, সাহিত্যিক যেন নালাগে। |
| চিৰঞ্জীৱ | ঃ | কাৰণ! |
| এনি | ঃ | কাৰণ তুমি বৰ খহতা। কথাবোৰ যে তুমি ইমান খাৰাংখাচ কোৱা! |
| চিৰঞ্জীৱ | ঃ | আৰু কেনেকৈ ক'ব লাগে। শিল্পী, সাহিত্যিকৰ কথা কোৱাৰ ঢংটো বেলেগ নেকি? যদি হয় তেন্তে মই সিবিলাকৰ এজন হ'ব নোৱাৰাৰ বাবে নিৰুপায়। |
| এনি | ঃ | সেইয়া — মই ক'লোঁ নহয় - - - |
| চিৰঞ্জীৱ | ঃ | মানে সুন্দৰ সুন্দৰ শব্দ লগাই - - - |
| এনি | ঃ | হ'ল, হ'ল তুমি সুবিধা পালেই ঠাট্টা কৰা। |
| চিৰঞ্জীৱ | ঃ | ঠাট্টা নিশ্চয় কৰা নাই। |
| এনি | ঃ | বাৰু তোমাক কথা এটা সোধোঁ। |
| চিৰঞ্জীৱ | ঃ | হাজাৰটা সুধিব পাৰা। |
| এনি | ঃ | তুমিতো ছবি আঁকা? |
| চিৰঞ্জীৱ | ঃ | আঁকো। |
| এনি | ঃ | কবিতা, গল্প লিখা? |
| চিৰঞ্জীৱ | ঃ | লিখোঁ। |

এনি : এই বিলাক সৃষ্টিৰ বাবে তুমি প্ৰেৰণা ক'ত পোৱা?

চিৰঞ্জীৱ : প্ৰেৰণা।

এনি : ওঁ।

চিৰঞ্জীৱ : যদি কওঁ তুমিয়েই।

এনি : যদি সচা হয় সেইয়া মোৰেই সৌভাগ্য।

চিৰঞ্জীৱ : মোৰো সৌভাগ্য।

এনি : কিহৰ বাবে?

চিৰঞ্জীৱ : তোমাক পোৱাৰ বাবে।

এনি : এইয়া তোমাৰ কোনো কাল্পনিক গল্পৰ নায়কৰ মুখৰ সংলাপ নহয়তো!

চিৰঞ্জীৱ : এইবাৰ তুমি মোক গল্পৰ নায়ক হে সাজিলা। নায়ক! কাল্পনিক গল্পৰ! কি কৰিম এনি, মই প্ৰাঞ্জলভাৱে কথাবোৰ ক'ব বিচাৰোঁ, কিন্তু বুজাত সকলোৱে খেলি মেলি কৰি দিয়ে।

এনি : আকৌ! সেয়া মই জানো কোৱা নাছিলোঁ — তোমালোক খুব স্পৰ্শকাতৰ বুলি।

**মুদৈ আৰু বাবা আহে।**

মুদৈ : এনি, নাই নাপালোঁ।

এনি : কিন্তু নাপালে নহ'ব।

বাবা : আৰু কিমান বিচাৰিম।

চিৰঞ্জীৱ : প্ৰয়োজন হ'লে বিচাৰিবই লাগিব বাবা - - -

মুদৈ : আমাৰ বাৰু সকলোৰেই একে অৱস্থা হ'ব পাইনে? ৰাম, ৰাম, নাই যে নাই, নিজৰ বুলিবলৈ এজনৰো কোনো আহি পোৱা নাই।

এনি : আমাৰো যে ভাগ্য! সকলো আহি একেলগে গোট খাইছোঁ।

বাবা : এইয়াই হয়তো আমাৰ কপালত হ'ব লগা আছিল।

চিৰঞ্জীৱ : বাবা, হয়তো সেই মানুহকেইজনেই আমাৰ যোগসূত্ৰ।

মুদৈ : মোৰ কিন্তু ইয়াত থাকি বহুত ক্ষতি হৈছে। মই একেবাৰেই অকামিলাহে পৰিছোঁ। এলেহুৱা হৈ পৰিছোঁ।

এনি : আপুনি একেবাৰেই মিছা মাতিলে।

মুদৈ : মানে তুমি কি ক'ব বিচাৰিছা।

এনি : একেবাৰে পৰিষ্কাৰ। আপুনি আপোনাৰ কাম ঠিক মতে বজাই ৰাখিছে। বেছি আশা কৰা ভাল নহয়।

মুদৈ : এনি তুমি বৰ আচৰিত!

বাবা : আচলতে, আমি কোনেও এনেয়ে থকা নাই। সকলোৱে এটা নহয় এটা কামত ব্যস্ত হৈ আছোঁ।

**প্ৰফেচাৰ আহে।**

প্ৰফেচাৰ : মই বৰ অসুবিধাত পৰিছোঁ।

বাবা : কি হ'ল প্ৰফেচাৰ!

প্ৰফেচাৰ : আমাৰ বেমাৰবোৰ ঠিক মতে নিৰ্ণয় কৰিব পৰা নাই।

এনি : কিয়?

প্ৰফেচাৰ : কাৰণ মোৰ ডাক্তৰী সঁজুলি-পাতি সকলোবোৰ লগত অনা নাই, তাতে মই ভবাও নাছিলোঁ; এই অতিথিশালাত বেমাৰী লগ পাম বুলি।

মুদৈ : অৱশ্যে তেনেকৈ কোনেও ভাবি অহা নাছিল।

চিৰঞ্জীৱ : আমাৰ বেমাৰবোৰ প্ৰকৃততে নিৰ্ণয় কৰা কঠিন।

বাবা : নিৰ্ণয় কৰিব নোৱাৰিলে, কঠিন বেমাৰবোৰ আৰু কঠিন হৈ পৰিব।

প্ৰফেচাৰ : আৰু যিমানে কঠিন হ'ব, সিমানে নিৰাময় কৰাত অসুবিধা হ'ব।

এনি : শৰীৰত, অন্তৰত কিছুমান অচিন বেমাৰ বহন কৰি ফুৰাতো সচাঁকৈ বৰ কষ্টকৰ।

মুদৈ : অচিন বেমাৰ! ৰাম, ৰাম বৰ বেয়া কথা হৈছে কিন্তু। হেৰা প্ৰফেচাৰ, কিবা এটা কৰা।

প্ৰফেচাৰ : মইতো চেষ্টা চলাই আছোঁ।

**জ্যোতি আহে।**

জ্যোতি : পালো বাবা, পালোঁ।

বাবা : কি পালা?

জ্যোতি : পালো, লগ পালোঁ।

প্ৰফেচাৰ : কাক লগ পালা?

জ্যোতি : মোক যি ইয়ালৈ লৈ আহিছিল - - -

এনি : তোমাৰ যে কি ভাগ্য বাইদেউ!

| | | |
|---|---|---|
| জ্যোতি | ঃ | আচলতে কি জানা ? মই আগতে পোৱাজন আৰু মোক ইয়ালৈ অনাজন একেজন মানুহ। |
| মুদৈ | ঃ | একেজন মানুহ! তোমাৰ জনক ক'তনো পালা ? |
| জ্যোতি | ঃ | অলপ আঁতৰত। |
| চিৰঞ্জীৱ | ঃ | তোমাক ইয়ালৈ অনাজনৰ নাম কি বাইদেউ ? |
| জ্যোতি | ঃ | সনাতন। |
| সকলোৱে | ঃ | সনাতন! |
| জ্যোতি | ঃ | অ' সনাতন। |
| সকলোৱে | ঃ | ক'ত তেওঁ! |
| জ্যোতি | ঃ | কি হ'ল সকলো যে আচৰিত গৈ গ'ল। |
| এনি | ঃ | ইয়ালৈ মোক অনা মানুহজন সনাতন। |
| বাবা | ঃ | মোকো সনাতনে ইয়ালৈ আনিছিল। |
| চিৰঞ্জীৱ | ঃ | মোৰ সেই বিশেষজন সনাতনেই। |
| মুদৈ | ঃ | কি সনাতন! মই সনাতনৰ লগতেই ইয়ালৈ আহিছিলোঁ। |
| প্ৰফেচাৰ | ঃ | আচৰিত! ময়ো সনাতনৰ লগতেই অহা। |
| জ্যোতি | ঃ | সচাকৈ আচৰিত! |
| এনি | ঃ | একেজন মানুহেই আমাক ইয়ালৈ লৈ আনিছে। |
| বাবা | ঃ | অথচ আমি কোনেও নাজানো মানুহজন যে একেজন। |
| চিৰঞ্জীৱ | ঃ | কি এক আচৰিত যোগসূত্ৰ! |
| মুদৈ | ঃ | সনাতনে তাত কি কৰিছে ? |
| জ্যোতি | ঃ | মই সোধাত ক'লে -- নদীৰ গতি নিৰীক্ষণ কৰিছোঁ। |
| প্ৰফেচাৰ | ঃ | নদীৰ গতি নিৰীক্ষণ কৰিছে! মানে সি সেই নদীখনৰ ওচৰত আছে। |
| চিৰঞ্জীৱ | ঃ | তেতিয়াহ'লে মই সনাতনক লগ ধৰি আহোঁগৈ। |
| মুদৈ | ঃ | ব'লা চিৰঞ্জীৱ মইও যাওঁ। |
| চিৰঞ্জীৱ | ঃ | ব'লক। |

**চিৰঞ্জীৱ আৰু মুদৈ যায়।**

| | | |
|---|---|---|
| প্ৰফেচাৰ | ঃ | সনাতন কি আচৰিত -- নিশা নদীৰ গতি নিৰীক্ষণ কৰিছে। |
| বাবা | ঃ | সনাতনৰ সকলো কামেই আচৰিত। আমাৰ আটাইকেইজনকে ইয়ালৈ আনিছে -- অথচ আমাক কোৱা নাই। |
| এনি | ঃ | ইয়াতে আছে অথচ আমাক লগ ধৰাহি নাই। |

জ্যোতি : হয়তো সি কৰোঁ বুলিয়ে কৰিছে; আমাৰ ৰং চাইছে।

বাবা : আকৌ সনাতন এতিয়া বা ক'ত যায়গৈ! চিৰঞ্জীৱ আৰু মুদৈয়ে লগ পায়নে নাপায়!

জ্যোতি : সিহঁতে সনাতনক লগ পাব লাগে দেখোন।

প্ৰফেচাৰ : লগ পাওঁক, নাপাওঁক সি সনাতন যে ইয়াত আছে, সেইতো জানিয়েই অন্তত ভাল লাগিছে।

এনি : ভাল লাগিবৰেই কথা। ডাঙৰ চিন্তা এটা দূৰ হৈছে।

বাবা : সনাতনক ইয়ালৈ মাতি আনিব লাগিছিল।

প্ৰফেচাৰ : সিহঁতে চাগৈ মাতিব!

এনি : সিহঁতৰ সেইটো কথা মনত খেলায়বা নেখেলায়!

জ্যোতি : মুদৈয়ে নহ'লেও চিৰঞ্জীৱে মাতিব লাগে — তাৰ সেইখিনি বিবেক বুদ্ধি আছে।

প্ৰফেচাৰ : চিৰঞ্জীৱৰ ওপৰত তোমাৰ দেখিছো অটল বিশ্বাস আছে।

বাবা : প্ৰকৃত পক্ষত চিৰঞ্জীৱ এটা বিবেক বিবেচনা থকা যুৱক।

প্ৰফেচাৰ : চিৰঞ্জীৱ দেখিছো পঞ্চমুখ প্ৰশংসিত।

জ্যোতি : প্ৰশংসনীয়জনক প্ৰশংসা নকৰি উপায় নাই।

এনি : চিৰঞ্জীৱ সচাঁকৈয়ে ভাল ল'ৰা।

প্ৰফেচাৰ : বাহ্, এইবাৰ কোনে পায়। এনিয়েও চিৰঞ্জীৱৰ প্ৰশংসা কৰিবলৈ আৰম্ভ কৰি দিলে।

এনি : চিৰঞ্জীৱ শিল্পী, চিৰঞ্জীৱ সাহিত্যিক। চিৰঞ্জীৱৰ বিবেক বিবেচনা আছে। সি ভাল ল'ৰা!

**এনিয়ে কথাখিনি কৈ কৈ কিছু আঁতৰত গৈ ভাবত বিভোৰ হয়। লগে লগে মঞ্চ ক্ৰমান্বয়ে আন্ধাৰ হ'ব। খন্তেক পাছত মঞ্চ আকৌ ক্ৰমান্বয়ে পোহৰ হ'ব। পৰিবেশ পৰিবৰ্তন হ'ব। মঞ্চত দেখা যায় এনিয়ে কাৰোবাৰ বাবে অপেক্ষা কৰি আছে। কিছু সময়ৰ পাছত 'প্ৰেমিক' নামৰ যুৱক এজন সোমাই আহে। 'প্ৰেমিক'ৰ চৰিত্ৰ চিৰঞ্জীৱে ৰূপায়ণ কৰিব। এনি, চিৰঞ্জীৱ - দুয়োৰে সাজ-সজ্জাৰ কিছু পৰিবৰ্তন হ'ব। চিৰঞ্জীৱৰ অভিনয়ো পৰিবৰ্তন হ'ব।**

প্ৰেমিক : বহুত সময় হ'ল নহয় ?
এনি : অঁ,তো।
প্ৰেমিক : আমনি লাগিল ?
এনি : লাগিবতো।
প্ৰেমিক : অভিমান কৰিছা।
এনি : ইমান সময় বৈ বৈ আমনি নালাগিব নেকিবা ?
প্ৰেমিক : কি কৰিম কোৱাচোন, লেঠা জানো এটা ?
এনি : লেঠা যদি ইমানেই আছে সময় দিয়া কিয় ?
প্ৰেমিক : আহিব পাৰিম বুলি সময় দিছিলোঁ।
এনি : সময়ৰ মূল্যনো তুমি ক'ত ৰাখিলা ?
প্ৰেমিক : দিয়াচোন পলম অকণমান হ'ল আৰু।
এনি : পলম অকণমান হ'ল আৰু ! এনেকৈ ক'লেই সকলো নিষ্পত্তি নহয়।
প্ৰেমিক : অভিমান দেখিছোঁ তুমি নেৰিবা।
এনি : অভিমান চভিমান নহয়।
প্ৰেমিক : মই এতিয়া কি কৰিব লাগে।
এনি : কি ! কি কৰিব লাগে ?
প্ৰেমিক : আঃ বাবা, মই দেৰিকৈ আহিছোঁ, মোৰ দুখ হ'ল - ক্ষমা কৰা - হ'লতো।
এনি : সদায় তোমাৰ একে কথা।
প্ৰেমিক : খং উঠিছে ?
এনি : উঠিবতো।
প্ৰেমিক : অঁ, তাকে নোকোৱা কিয় যে তোমাৰ খং উঠিছে। আৰু খং উঠাবৰ বাবেই দেৰিকৈ আহিছোঁ। কাৰণ তোমাক যে খঙত চাবলৈ মোৰ খুব ইচ্ছা হয়।
এনি : এইদৰে মৰম লগাকৈ - মইনা চৰাইৰ দৰে কথা ক'লে নহয়।
প্ৰেমিক : আই দেৱী গোসানী, আপুনি শান্ত হওঁক।
এনি : (হাঁহি) হ'ল, হ'ল।
প্ৰেমিক : অঁ, অঁ - হওক তেও ডাৱৰৰ মাজত বিজুলী ৰেখা।
এনি : ইমান ডাঙৰ বাগানখনত এই সন্ধিয়াখন - অকলে আছোঁ, কিবা এটা হৈ যোৱা হ'লে কি হ'লহেঁতেন !

প্ৰেমিক : তুমি অকলে থকা নাই।

এনি : অকলে থকা নাই আৰুনো কোন আছে?

প্ৰেমিক : নিশ্চয় লগ আছে।

এনি : লগ আছে!

প্ৰেমিক : ওঁ।

এনি : ইমান সন্দেহ কৰিব নালাগে দেই।

প্ৰেমিক : সন্দেহৰ প্ৰশ্নই নুঠে।

এনি : মানে!

প্ৰেমিক : মোৰ এই দু-চকুক তুমি ফাঁকি দিব নোৱাৰা।

এনি : কি! তুমি নিজ চকুৰে দেখিছিলা?

প্ৰেমিক : এতিয়াও দেখি আছোঁ।

এনি : কোন?

প্ৰেমিক : আকাশত থকা সৌ পূৰ্ণিমাৰ জোন। বাগানৰ ফুলনিৰ ফুল। জোনৰ পোহৰ পৰি হোৱা এই গছ-গছনিৰ ছাঁবোৰ আৰু জোনাকী পৰুৱাবোৰ - এইবোৰ জানো তোমাৰ লগত নাই!

এনি : ইচ্

**এনিৰ মুখত লাজ আৰু হাঁহি। দুয়ো দুয়োৰে ওচৰ চাপি যায়। এনেতে এজন মালী সোমাই আহে। মালীৰ চৰিত্ৰ ৰূপায়ণ কৰে বাবাই। বাবাৰ সাজ-পোছাক, অভিনয় আদি চৰিত্ৰ অনুযায়ী পৰিবৰ্তন হ'ব।**

মালী : মাত শুনিয়ে জানিছোঁ তোমালোক আহিছা।

প্ৰেমিক : তোমাৰ এই ফুলনি বাগানখনৰ মোহ এৰিব নোৱাৰোঁ।

মালী : মোৰনো নিজৰ বাগান ক'ত? মই মাত্ৰ এইখনৰ মালীহে।

এনি : মালীয়েইটো বাগানৰ প্ৰকৃত গৰাকী।

মালী : নহয়, এই ফুলনি বাগানৰ গৰাকী আছে।

প্ৰেমিক : বাগানৰ গৰাকী থাকিব পাৰে, কিন্তু ফুলবোৰৰ গৰাকী তুমি।

মালী : অৱশ্যে, ফুলবোৰ — ইয়াৰ গছ-গছনিবোৰ মোৰ খুব আপোন।

এনি : জানা মালী, সন্ধিয়া ইয়ালৈ আহি ভীষণ ভাল লাগে।

মালী : তোমালোক আহিলে যেন এই বাগান সজীৱ হৈ উঠে, ফুলবোৰে যেন প্ৰাণ পায়।

প্ৰেমিক : প্ৰতিজোপা গছ, প্ৰতিপাহ ফুল তোমাৰেই অফুৰন্ত মৰমৰ স্বাক্ষৰ।

মালী : হ'লেও এইবিলাক আনৰ। ইয়াত মোৰ কোনো অধিকাৰ নাই। ইয়াৰ শোভা চাই মই কেৱল আনন্দ লভোঁ।

এনি : আমি হ'লে কেৱল জানো এই বিলাক তোমাৰ।

মালী : নহয়, গৰাকীয়ে ইচ্ছা কৰিলে এতিয়াই মোক ইয়াৰ পৰা খেদাই দিব পাৰে।

প্ৰেমিক : সেইটো কেনেকৈ হ'ব। ইচ্ছা কৰিলেই খেদাব পাৰেনে?

মালী : পাৰে। সিহঁতৰ ইচ্ছা অনিচ্ছাৰ ওপৰতেই আমাৰ ভাত মুঠি।

এনি : তুমি প্ৰতিবাদ নকৰা কিয়?

মালী : সিহঁতৰ অনুগ্ৰহৰ ওপৰতে জীয়াই আছোঁ। প্ৰতিবাদ কৰিম কি দৰে?

প্ৰেমিক : অনুগ্ৰহ কিয় হ'ব? তুমি শ্ৰম কৰিছা, তুমি ফুলনিখনৰ বাবে খাটিছা, তাৰ বিনিময়ত তোমাৰ প্ৰাপ্যহে তুমি লৈছা, অনুগ্ৰহ লোৱা নাই।

মালী : তথাপিতো আমি সৰু মানুহ। আমাৰ মাত নাই।

এনি : তুমি কিহত সৰু? মানুহ হিচাপেতো আমি সকলো সমান। তুমি মাত মাতা।

মালী : মাত মাতিলেই, এই মৰমৰ বাগানখন এৰিব লাগিব। পথৰ ভিকহু হ'ব লাগিব।

প্ৰেমিক : কিয়?

মালী : মোৰ আগতে বহুত মালীৰ এনে দশাই হৈছে।

এনি : ভীষণ অন্যায়।

মালী : অন্যায়!

প্ৰেমিক : অঁ, অন্যায়, ঘোৰ অন্যায়।

মালী : ন্যায়-অন্যায় বিচাৰ কৰা আমি কোন? দুবেলা দুমুঠি ভালদৰে খাই আছোঁ, সেইয়াই বহুত। বাগানখনৰ মোহটো এৰিব নোৱাৰি।

এনি : সেইটো অৱশ্যে ঠিক।

মালী : সেইহে এই বাগান এৰি আঁতৰি যোৱাটো ভাবিবই নোৱাৰোঁ।

প্ৰেমিক : কিন্তু ---

মালী : হ'ব, হ'ব তোমালোকে মোৰ কথা চিন্তা কৰিব নালাগে। মাত্ৰ তোমালোক সদায় অহাৰ দৰে আহি থাকিবা। ফুলবোৰে তোমালোকক খুব ভাল পায়।

এনি : আমিও ফুলবোৰ খুব ভাল পাওঁ।

মালী : জানো। ভাল নাপালে ইয়ালৈ বা আহিবা কিয় ?

প্ৰেমিক : এই ফুলনিখন আমাৰ জীৱনৰ সোঁৱৰণিত চিৰস্মৰণীয় হৈ ৰ'ব।

মালী : মোৰ ইয়াতে আনন্দ। প্ৰতি দিনে এই ফুলনিৰ জাবৰ গুচাই পৰিষ্কাৰ কৰা, প্ৰতি জোপা ফুল গছৰ গুৰিত প্ৰতিদিনে পানী দিয়া মোৰ সাৰ্থক হৈছে। এইয়াই মোৰ আনন্দ !

**মালী যায়।**

এনি : আমি সকলোবোৰ একে মানুহ। অথচ ইমান তাৰতম্য।

প্ৰেমিক : মানুহবোৰ ইমান বিচিত্ৰ ! মানুহক বুজা সহজ সাধ্য নহয়।

এনি : মালীৰ নিচিনা মানুহবোৰ কি দৰে জীয়াই আছে !

প্ৰেমিক : মানুহৰ দৰে।

এনি : ইমান সংঘাত - ইমান যুদ্ধ !

প্ৰেমিক : সংঘাত নাথাকিলে জীৱনটোক উপলব্ধি কৰিব নোৱাৰি। জীয়াই থকাৰ বাবে কৰা যুঁজত মাদকতা আছে। আমি জীৱন যুদ্ধ ক্ষেত্ৰৰ একোজন সৈনিক। শৰীৰত এক বিন্দু ৰক্ত থকা মানে যুঁজ দিয়া, হাৰি নাযাবা। হাৰি গ'লেই- বৈ দিলেই মৃত্যু।

**এগৰাকী দেৱী সোমাই আহে। সুন্দৰ সাজ-পাৰ। মুখত পবিত্ৰ পবিত্ৰ ভাব। অংগি-ভংগি গহীন-গম্ভীৰ। জ্যোতিয়েই দেৱীৰ ৰূপত আত্মপ্ৰকাশ কৰে। জ্যোতি এই পৰিৱেশত সম্পূৰ্ণ দৃষ্টি সম্পন্ন। তেওঁৰ অভিনয়ো পৰিবৰ্তন হ'ব।**

দেৱী : সন্মুখলৈ আগবাঢ়ি যোৱাটোহে সৈনিকৰ কৰ্তব্য।

এনি : কোন তুমি !

দেৱী : এই সংসাৰ আলহী ঘৰৰ প্ৰতিজন আলহীৰে জানো পৰিচয় লোৱাৰ প্ৰয়োজন আছে !

প্ৰেমিক : এই সন্ধিয়া আপুনি ইয়াত অকলে।

দেৱী : জন অৰণ্যৰ মাজৰ পৰা আহি ইয়াত অলপ সকাহ পাইছোঁ।

এনি : কিয় আপুনি জন অৰণ্য ভাল নাপায় !

দেৱী : সময় বিশেষে নিসংগ থাকি খুব ভাল লাগে।

প্ৰেমিক : নিসংগ মুহূৰ্ত বিলাকেই কেতিয়াবা মানুহৰ জীৱনৰ সংগী হৈ পৰে।

দেৱী : তোমালোক চাকৈ-চকোৱা যুৰিয়ে এই সুন্দৰ পৰিৱেশৰ নির্জনতাক খুব উপভোগ কৰিছা নহয়।

এনি : চাকৈ-চকোৱা সুন্দৰ উপমা!

দেৱী : তোমালোক সুন্দৰতকৈ সুন্দৰ হোৱা।

প্রেমিক : আপোনাৰ মুখত মৌ বৰষক।

দেৱী : মই সচাই কৈছোঁ। তোমালোক সুখী হ'বা।

এনি : সেয়া আপোনাৰ আশীর্বাদ।

দেৱী : কিন্তু তোমালোকৰ সন্মুখলৈ প্রত্যাহ্বান আহিব।

প্রেমিক : যিকোনো প্রত্যাহ্বানক মই আহ্বান কৰিছোঁ।

দেৱী : তোমাৰ সেই সাহস আছে।

এনি : আৰু মই!

দেৱী : তুমি হেৰাই যোৱাৰ উপক্রম। তুমি হেৰাই যাবা।

প্রেমিক : নাই, নাই তেওঁক মই হেৰাব নিদিওঁ।

দেৱী : সেইটোৱেই হ'ব।

এনি : ক'তা মইতো হেৰাই যোৱাৰ তেনে কোনো কাৰণ পোৱা নাই।

দেৱী : তুমি সকলোকে ফাঁকি দিব পাৰিলেও মোক নোৱাৰা।

এনি : মানে!

দেৱী : তোমাৰ বিবেকক তুমি ফাঁকি দিব নোৱাৰা।

এনি : মই একো বুজি পোৱা নাই।

দেৱী : তুমি সৰু ছোৱালী। তুমি বুজি নোপোৱা। লাহে লাহে সকলো বুজি পাবা।

প্রেমিক : আপুনি আমাৰ অজনা - হ'লেও হিতাকাংক্ষী।

দেৱী : অৱস্থাৰ দাস নহ'বা। মনৰ সাহস অটুত ৰাখা।

প্রেমিক : নিশ্চয়।

দেৱী : জীৱন নদীৰ পাৰৰ ওমলা ঘৰ। বালি ঘৰ! খুউব খন্তেকীয়া।

প্রেমিক : জানো।

দেৱী : জীৱন মানেই মৃত্যু। আমি মৃত্যুৰ কাষলৈ আগবাঢ়ি আছোঁ।

প্রেমিক : এয়াই হয়তো জীৱন।

দেৱী : প্রকৃত সনাতন।

**দেৱী যায়।**

এনি ঃ কোন বাৰু এখেত!

প্ৰেমিক ঃ ক'ব নোৱাৰোঁ।

এনি ঃ ধুমুহাৰ গতিৰ দৰে প্ৰৱেশ, প্ৰস্থান।

প্ৰেমীক ঃ ধুমুহাৰ দৰেই অন্তৰত খলকনি তুলি গ'ল।

এনি ঃ কিন্তু খুব ভাল লাগিব।

প্ৰেমীক ঃ এগৰাকী খুব পবিত্ৰ মানুহ।

**সময় কিছু অতিবাহিত হয়। এজন 'ৰখীয়া' আহে। 'ৰখীয়া'ৰ চৰিত্ৰ ৰূপায়ণ কৰিব মুদৈয়ে। তেওঁৰ সাজ-পাৰ আৰু অভিনয় পৰিবৰ্তন হ'ব।**

ৰখীয়া ঃ এই, এই ৰাতিখন কি কৰিছ?

প্ৰেমীক ঃ ক'তনো ৰাতিখন হ'ল!

এনি ঃ সন্ধিয়া লাগিছেহে।

ৰখীয়া ঃ তইঁতে কিবা এটা ক'লৈই হৈ গ'লনে।

প্ৰেমীক ঃ আমিতো কোৱা নাই।

ৰখীয়া ঃ ইয়াত কথা ফেল-ফেলাই থাকিলে নহয়, ইয়াৰ পৰা যা। গৰাকীয়ে দেখিবলৈ পালে খাব।

প্ৰেমিক ঃ এয়াতো মানুহৰ জিৰণিৰ বাবেই।

ৰখিয়া ঃ আঃ তইঁতৰ মৰিবৰ মন গৈছে আন ঠাইত মৰগৈ, ইয়াত নহয়।

এনি ঃ আমাৰ ইচ্ছাৰ কথা, য'তে মৰোঁ।

ৰখিয়া ঃ য'তে মৰোঁ ইচ্ছাৰ কথা! এই তই ধুনীয়াজনী হৈ মৰিব আহিলি কিয়?

প্ৰেমিক ঃ ৰখীয়া, মুখ চম্ভালি কথা ক'বা।

ৰখীয়া ঃ হৈছে, হৈছে। ইয়াত খং কৰিব নাহিবা। তইঁতৰ মনৰ কথা পাতিবলৈ ইমানেই যদি মন গৈছে, অন্য ঠাইত পাতগৈ।

এনি ঃ ইয়াত পাতিলে কি কৰিবা?

ৰখীয়া ঃ কি কৰিম! (**ৰখীয়াই চাৰিওফালে চাই আৰু এনিৰ ফালে চাই আগবাঢ়ে।**) অৱশ্যে কৰিব লগা একো নাই।

প্ৰেমিক ঃ ৰখীয়া, তুমি বেছি আগবাঢ়িছা।

**এনেতে 'গৰাকী' সোমাই আহে। 'গৰাকী'ৰ চৰিত্ৰত আত্মপ্ৰকাশ কৰিব প্ৰফেচাৰে। তেওঁৰ সাজ-সজ্জা আৰু চৰিত্ৰ চিত্ৰণ পৰিবৰ্তন হ'ব।**

গৰাকী : আৰু বাঢ়িব।

এনি : কোন!

গৰাকী : এই ফুলনি বাগানৰ গৰাকী।

প্ৰেমিকা : তোমাৰ বাগানৰ ৰখীয়াৰ মইমতালি বাঢ়ি গৈছে।

গৰাকী : তুমি মোক শিক্ষা দিব নালাগে।

এনি : তোমাক শিক্ষা দিবলৈ আমি অহা নাই।

গৰাকী : লগৰী- সখিয়তী, মইনামতী, কেতেকী!

প্ৰেমিক : গৰাকী!

গৰাকী : বাঃ বহুত খং। জ্বলি গৈছা।

ৰখীয়া : লাভ নহ'ব। ধূপৰ দৰে জ্বলি শেষ হৈ যাবা।

গৰাকী : জ্বলিব নাপায় - ধুনীয়াটো সদায় ধুনীয়া। মই নক'লেও হাজাৰ জনেই ক'ব।

ৰখীয়া : নিশ্চয় ক'ব।

গৰাকী : লগত এনে অমূল্য সম্পদ লৈ ফুৰিব নাপায়।

ৰখীয়া : সেইটো মহা ভুল কৰি পেলাইছে।

গৰাকী : ৰখীয়া এই চাকৈ-চকোৱা হাল এটা এটা কৰি দে। আৰু মইনামতী, সখিয়তী হাঃ হাঃ হাঃ –

**গৰাকীয়ে লালসাৰ দৃষ্টিৰে এনিৰ ফালে আগবাঢ়ে। ৰখীয়াই প্ৰেমিকক মাৰিবলৈ উদ্যত হয়। এনি আৰু প্ৰেমিকে ভয়ত পিছুহোঁহকে।**

প্ৰেমিক, এনি : **(একেলগে)** তোমালোক! তোমালোক - - -

ৰখীয়া : তহঁত মূৰ্খ হ'ব পাৰ, আমি নহওঁ।

গৰাকী : ৰত্ন আমি চিনি পাওঁ। সোণ পৰি থকা দেখি ভৰিৰে গোৰ মাৰি দিয়াটো পাপ।

প্ৰেমিক, এনি ঃ (একেলগে) নাই - নাই - নাই - - -

**এনিয়ে ভয়ত আতংকত চিঞৰে। লগে লগে ক্ৰমান্বয়ে মঞ্চ আন্ধাৰ হ'ব। খন্তেকৰ পাছত আকৌ ক্ৰমান্বয়ে পোহৰ হ'ব।**

**মঞ্চ আগৰ পৰিৱেশ দেখা যায়। মঞ্চত এনি আগৰ অৱস্থাত ভাৱত বিভোৰ হৈ থাকে। লগত আগৰ দৰেই প্ৰফেচাৰ, জ্যোতি আৰু বাবা থাকে। সকলোৰে সাজ-সজ্জা আদি আগৰ পৰিৱেশৰ দৰেই থাকিব। মঞ্চত সম্পূৰ্ণ পোহৰ হোৱাৰ লগে লগে আগৰটো পৰিৱেশৰ শেষ সংলাপৰ লগত সংগতি ৰাখি প্ৰায় চিঞৰি ক'ব।**

এনি ঃ নাই - নাই - নাই - - -

প্ৰফেচাৰ, জ্যোতি ঃ (একেলগে) কি হ'ল!

বাবা ঃ তোৰ কি হৈছে এনি।

এনি ঃ বাবা, বাবা মোৰ মূৰটো আচন্দ্ৰাই কৰিছে।

জ্যোতি ঃ চাওঁ মোৰ ওচৰলৈ আহ।

এনি ঃ বাইদেউ -

জ্যোতি ঃ এনি -

এনি ঃ চিৰঞ্জীৱ- চিৰঞ্জীৱ ক'ত গ'ল। তাক সিহঁতে মাৰি পেলাব।

বাবা ঃ তোমাৰ কি হৈছে!

জ্যোতি ঃ তুমি কিবোৰ বকিছা?

প্ৰফেচাৰ ঃ চাওঁ এওঁৰ কি হৈছে!

এনি ঃ কোন, কোন তুমি!

প্ৰফেচাৰ ঃ মই ডাক্তৰ, প্ৰফেচাৰ।

এনি ঃ প্ৰফেচাৰ! (আচৰিত হয়।)

**ক্ৰমান্বয়ে মঞ্চ আন্ধাৰ হ'ব।**

## চতুৰ্থ পৰিৱেশ

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**
**প্ৰথম পৰিৱেশৰ দৰেই মঞ্চত থাকে বাবা, এনি, জ্যোতি আৰু প্ৰফেচাৰ। আটায়ে যেন স্থিতাৱস্থা এটাৰ পৰা উদ্ধাৰ হোৱাৰ উপায় বিচাৰি কিছু ইফালে-সিফালে গতি কৰে আৰু এটা সময়ত আটায়ে বিৰক্তি ভাবেৰে ক'ব।**

বাবা, এনি, জ্যোতি
আৰু প্ৰফেচাৰ : **(একেলগে)** আৰু বা কিমান অপেক্ষা কৰিব লাগিব!

এনি : বাইদেউ -

জ্যোতি : হোঁ -

এনি : চিৰঞ্জীৱ এতিয়াও নাহিল।

জ্যোতি : সনাতনক লগ পালে বা নাই!

বাবা : হয়তো সনাতনক লগত লৈ আহিব।

প্ৰফেচাৰ : সেইবাবেই বোধকৰোঁ দেৰি কৰিছে।

এনি : এইবাৰ কিজানি বেছি অপেক্ষা কৰব নালাগিব।

জ্যোতি : সনাতন আহিলে সকলোৰেই ভাল লাগিব নহয়!

বাবা : তাৰ বাবেই আমাৰ অপেক্ষা। তাক পালে ভাল লাগিবই।

প্ৰফেচাৰ : সি আহিলে ইয়াৰ পৰা আমি ক'ত যাব লাগিব তাৰ এটা সিদ্ধান্তলৈ আহিব পাৰিম।

এনি : এৰা, আমিতো নাজানো, আমি ক'ত যাম! সেইয়া সনাতনেহে জানে।

জ্যোতি : আমাৰ এৰা-এৰি হ'লে খুব বেয়া লাগিব দেই।

বাবা : এৰা-এৰিটো হ'বই লাগিব। আমিতো সদায় থাকিম বুলি ইয়ালৈ অহা নাই।

প্ৰফেচাৰ : আৰু সেইটো সম্ভৱও নহয়।

এনি : একেলগে থাকিব পোৱা হ'লে খুব ভাল লাগিলহেঁতেন!

প্ৰফেচাৰ : সকলো ভাল লগা কামেই আমাৰ জীৱনত নহয়।

চিৰঞ্জীৱ আৰু মুদৈ আহে।

চিৰঞ্জীৱ : নাই নাপালোঁ।

বাবা : কি! সনাতন নাই!

মুদৈ : নাই।

জ্যোতি : আচৰিত কথা, তাতেই আছিল।

মুদৈ : ক'তা আমিতো নাপালোঁ।

এনি : ভালকৈ চাইছিলা?

চিৰঞ্জীৱ : আমি বিচৰাত অৱহেলা কৰা নাই।

প্ৰফেচাৰ : তাৰ পৰা আনফালে গ'ল।

জ্যোতি : ৰ'ব মই আকৌ চাই আহোঁ।

জ্যোতি যায়।

বাবা : সনাতন আহিলে এইবাৰ ইয়াৰ পৰা যাব লাগিব।

এনি : আমনি লাগিছে!

বাবা : গতানুগতিকতাই সদায় আমনি লগায়।

চিৰঞ্জীৱ : সনাতন আহিলে সুধিম সি মোক ইয়াৰ পৰা ক'লৈ নিব?

মুদৈ : একে ঠাইতে ইমান দিন থাকি থাকি ভাল লগা নাই।

প্ৰফেচাৰ : সনাতনে কি কৰিব বিচাৰিছে একো বুজি পোৱা নাই।

বাবা : সনাতনতো আমাৰ প্ৰত্যেকৰ সম্বন্ধীয় হয়!

এনি : হয় সি আমাৰ সম্বন্ধীয়।

মুদৈ : কিন্তু আমাৰ যে কাৰো কোনো চিনাকি নহয়!

প্ৰফেচাৰ : কিন্তু অতি আচৰিত - এয়া আমাৰ খন্তেকীয়া পৰিচয়!

চিৰঞ্জীৱ : আচলতে অতিথিশালাৰ এই বিভিন্ন অচিনাকি ছয়টা চৰিত্ৰৰ সনাতনেই হ'ল এক মাত্ৰ যোগসূত্ৰ।

বাবা : চিৰঞ্জীৱ -

চিৰঞ্জীৱ : বাবা।

বাবা : ব'লা আমি আকৌ এবাৰ সনাতনক বিচাৰোঁগৈ।

চিৰঞ্জীৱ : ব'লক

বাবা আৰু চিৰঞ্জীৱ যায়।

প্ৰফেচাৰ : চেঃ কিবাখন হ'ল।

| | | |
|---|---|---|
| মুদৈ | ঃ | কিনো হ'ল প্ৰফেচাৰ। |
| প্ৰফেচাৰ | ঃ | সনাতনে বৰ অথন্তৰত পেলালে। |
| মুদৈ | ঃ | এৰা আমি কিবা সমুদ্ৰৰ বুকুত পথ হেৰুওৱা নাবিকৰ দৰে হ'লোঁ। |
| এনি | ঃ | বাঃ কথাত একেবাৰে সাহিত্য। |
| মুদৈ | ঃ | অকল চিৰঞ্জীৱেই সাহিত্য কৰিব পাৰে নেকি? |
| এনি | ঃ | সেইটো কোৱা নাই। |
| মুদৈ | ঃ | তেতিয়াহ'লে! |
| প্ৰফেচাৰ | ঃ | আচলতে চিৰঞ্জীৱৰ লগত থাকি থাকি আমিও একো একোজন সাহিত্যিক হৈ গৈছোঁ। |
| মুদৈ | ঃ | অ,ৰু কি জানা সাহিত্যিক নহ'লে আমাক ইয়াত কোনেও ভাল নাপায় হে। |
| প্ৰফেচাৰ | ঃ | তোমালোকে ইয়াত সাহিত্য কৰি থাকা মই অলপ ডাক্তৰি কৰোঁগে। |

**প্ৰফেচাৰ যায়।**

| | | |
|---|---|---|
| এনি | ঃ | আপোনাৰ কথাবোৰ বৰ একাচেকা। |
| মুদৈ | ঃ | মানে! |
| এনি | ঃ | আপুনি চিৰঞ্জীৱক বৰ ঠাট্টা কৰে। |
| মুদৈ | ঃ | মানে, তোমাৰ সহ্য নহয়। |
| এনি | ঃ | নহ'বৰে কথা। |
| মুদৈ | ঃ | কিয়? |
| এনি | ঃ | কাৰণ মই চিৰঞ্জীৱক অন্তৰেৰে ভাল পাওঁ। |
| মুদৈ | ঃ | তুমি দেখিছো বহুতকে ভাল পোৱা। অৱশ্যে ভাল পোৱাত কৃপণালি কৰিব নাপায়। |
| এনি | ঃ | বল প্ৰয়োগ কৰি মোক আপুনি আপোনাক ভাল পাবলৈ বাধ্য কৰাইছে। |
| মুদৈ | ঃ | ৰাম, ৰাম তেনেকৈ ক'লে মনত বৰ আঘাত পাম। |
| এনি | ঃ | আপোনাৰ ভাল পোৱা অন্তঃসাৰশূন্য। আপুনি কেৱল সুবিধা ল'ব জানে - - - |
| মুদৈ | ঃ | ৰাম, ৰাম তুমি একেবাৰে মোক বুজা নাই। |
| এনি | ঃ | আপুনি, খুব ৰাম, ৰাম ক'ব পাৰে। |

মুদৈ : ৰাম, ৰাম আমি চিধাচিধি মানুহ। ধৰ্মপ্ৰাণ মানুহ। ৰাম ৰাম মুখত থাকিবই - - -

এনি : ৰাজনীতি কৰা, ব্যৱসায় কৰা মানুহৰ মুখত ৰাম, ৰাম ভাল নালাগে।

মুদৈ : তুমি দেখিছো একোৱেই নাজানা। ৰাজনীতি আৰু ব্যৱসায়ত কিন্তু ৰাম নামৰ বৰ দৰকাৰ।

এনি : আপুনি আচৰিত চতুৰ।

মুদৈ : চতুৰালি নকৰিলে ৰাজনীতি নচলে।

এনি : আপোনাৰ চতুৰালিত মই খুব এটা বেয়া অৱস্থাত উপনীত হৈছোঁহি।

মুদৈ : মই কিন্তু তোমাৰ কথা একো বুজি পোৱা নাই!

এনি : সেইয়াও আপোনাৰ চতুৰালি।

মুদৈ : ৰাম, ৰাম - - -

এনি : আপুনি মোক আন্ধাৰলৈ ঠেলি দিছে -

মুদৈ : ৰাম, ৰাম তুমি বাৰু কিয় তেনেকৈ ভাবা!

এনি : মই ভালদৰে জানো মোৰ ভৱিষ্যতটো আঁউসীৰ আন্ধাৰে আৱৰা।

মুদৈ : তুমি চিন্তা নকৰিবা। আঁউসীৰ আন্ধাৰ আঁতৰাই পেলাই মই দীপান্বিতা পাতিম।

এনি : প্ৰদীপ নুমাই গ'লে আকৌ আন্ধাৰ হ'ব।

মুদৈ : ইমান সোনকালে প্ৰদীপ নুমাবলৈ মই নিদিওঁ। **(জ্যোতি আহে।)**

জ্যোতি : বাবা- বাবা -

এনি : বাবা নাই বাইদেউ -

জ্যোতি : এনি সনাতন আহিব।

এনি, মুদৈ : **(একেলগে)** আহিব।

জ্যোতি : অঁ, এতিয়া মই লগ পাইছোঁ, সি আহিম বুলি কৈছে।

মুদৈ : বাবাহঁতে মিছাকৈ তাক বিচাৰি গৈছে।

জ্যোতি : অ' বাবাহঁতে তাক বিচাৰি গ'ল?

এনি : পায় নাপায় জানো!

জ্যোতি : পাব লাগে। মই যেতিয়া লগ পালোঁ - - -

মুদৈ : সনাতনক তুমি এতিয়া ক'ত পাইছিলা?

জ্যোতি : অলপ আঁতৰত। মই ইয়ালৈ মাতিছিলোঁ।

এনি : সি কি ক'লে?

জ্যোতি : মোৰ বৰ ভাগৰ লাগিছে, এই প্ৰকাণ্ড আঁহত গছজোপাৰ তলতে জিৰাওঁ।

মুদৈ : অহাৰ, কথা একো নক'লে নেকি?

জ্যোতি : অলপ পাছতে যাব বুলি ক'লে।

এনি : তেতিয়াহ'লে সনাতন আহিব!

**চিৰঞ্জীৱ আৰু বাবাৰ প্ৰৱেশ।**

চিৰঞ্জীৱ : ক'তা বাইদেউ, সনাতনক নাপালোঁ।

এনি : চিৰঞ্জীৱ, সনাতন আহিব।

বাবা : সনাতন আহিব?

জ্যোতি : হয় বাবা, সি আহিব।

মুদৈ : জ্যোতিয়ে সনাতনক লগ পাইছিল।

চিৰঞ্জীৱ : আমি দেখোন লগ নাপালোঁ।

জ্যোতি : আঁহত গছ জোপাৰ তলতে বহি আছে।

বাবা : আমি আকৌ সাঁকোখনৰ ফালে বিচাৰি গলোঁ।

এনি : সনাতন আহিলেই হ'ল।

মুদৈ : সনাতন এইবাৰ নিশ্চয় আহিব।

**প্ৰফেচাৰ আহে।**

প্ৰফেচাৰ : কি হ'ল বাবা, সনাতনক নাপালে!

বাবা : আমি নাপালোঁ। জ্যোতিয়ে আকৌ লগ পাইছিল।

প্ৰফেচাৰ : জ্যোতিয়ে আকৌ পাইছিল!

জ্যোতি : অঁ, মই পাইছিলোঁ।

প্ৰফেচাৰ : ক'ত লগ পাইছিলা?

এনি : বাইদেৱে সৌ আঁহত গছজোপাৰ তলতে লগ পাইছিল।

প্ৰফেচাৰ : তেতিয়াহ'লে সি বেছি দূৰত নাই।

চিৰঞ্জীৱ : সনাতন ইয়ালৈ আহিব।

প্ৰফেচাৰ : সনাতন আহিব!

মুদৈ ঃ আহিব। সনাতন আহিব।

প্ৰফেচাৰ ঃ নহয়, আমিয়ে আগবাঢ়ি যাওঁ।

বাবা ঃ ঠিকেই।

এনি ঃ ব'লা তেন্তে বাবা -

মুদৈ ঃ ব'লা-

**প্ৰফেচাৰ, বাবা, এনি আৰু মুদৈ যায়।**

জ্যোতি ঃ তুমি নোযোৱা চিৰঞ্জীৱ!

চিৰঞ্জীৱ ঃ সিহঁত গৈছেই দেখোন।

জ্যোতি ঃ সনাতনটো বৰ আচৰিত।

চিৰঞ্জীৱ ঃ বাইদেউ, সনাতনে তাত কি কৰিছে?

জ্যোতি ঃ জিৰণি লৈছে।

চিৰঞ্জীৱ ঃ ইয়াতো জিৰণি ল'ব পাৰে।

জ্যোতি ঃ মই কৈছিলোঁ। সি ক'লে মই অলপ আকাশৰ তৰা বিলাক গণো।

চিৰঞ্জীৱ ঃ সনাতনে আকাশৰ তৰা গণিছে!

জ্যোতি ঃ অঁ, -

চিৰঞ্জীৱ ঃ অৱশ্যে আজি আকাশত তৰাই দেখা দিছে।

জ্যোতি ঃ চিৰঞ্জীৱ -

চিৰঞ্জীৱ ঃ বাইদেউ।

জ্যোতি ঃ মইও অলপ আগবাঢ়ি যাওঁ।

চিৰঞ্জীৱ ঃ ভাল বাৰু - (**জ্যোতি যায়। চিৰঞ্জীৱে জ্যোতি যোৱাৰ ফালে চায়। বাহিৰলৈ চাই চাই কয়।**) সনাতনে আকাশৰ তৰা গণিছে। এৰা আকাশত তৰাই দেখা দিছে। বহুত তৰা আছে — আকাশত বহুত তৰা।

**চিৰঞ্জীৱে সংলোপখিনি ভাবত বিভোৰহৈ ক'ব। লগে লগে মঞ্চ আন্ধাৰ হ'ব। খন্তেকৰ পাছত আকৌ মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব। পৰিৱেশ সলনি হয়। মঞ্চত চিৰঞ্জীৱে অকলে ভাবত বিভোৰ হৈ সংলাপ কয়। তেওঁৰ সাজ-পোছাকো কিছু সলনি হ'ব।**

চিৰঞ্জীৱ ঃ আকাশ ভৰা বহুত তৰা। পূৰ্ণ যৌৱন লৈ জোনটিয়ে আকাশৰ শোভা বঢ়াইছে। এই পূৰ্ণিমাৰ ৰাতিৰ জোনাকখিনি চাৰিওপিনে উপচি পৰিছে। মদিৰাৰ ফেনৰ দৰে মোক মাতাল কৰি তুলিছে। হে বসন্ত! যি বিলাক ভীৰু লাজুক ফুল পাতৰ আঁৰত গভীৰ নিশা ফুলে, সিহঁতৰ সুৰভি যেনেকৈ তুমি উৰাই লৈ ফুৰিছা। মোৰ মনটোও ঠিক তেনেকৈয়ে বাৰু কোন নীলিমাত উদাস কৰি দিলা! আজি যেন চঞ্চল মনটোক মাটিত ভৰি থবলৈও নিদিয়া।

হে নিশা!

নিশিমণি আকাশৰ সৌ অচঞ্চল জোনটিয়ে কাৰ কাৰণে পথলৈ চাই আছেবা। দুৰন্ত মানৱ শিশুৰ টোপনি যাবৰ বাবে স্নেহময়ী পৃথিৱীয়ে তোমাৰ কোমল আঁচলখনি পাৰি দিয়াৰ দৰে এই প্ৰকৃতিৰ বুকুত তুমিও আঁচলখনিৰে আঁৰ কৰি ধৰিছা।

হে! প্ৰকৃতি!

তুমি আজি ইমান মতলীয়া — বনে বনে, গছে গছে, ফলে ফুলে তুমি আজি ফাগুনৰ মেলা পাতিছা। অলপ আগতে যেতিয়া সূৰ্যাস্তৰৰ সময়ত — নতুন পৃথিৱীৰ আকাশত পূৰ্ণ দিনৰ ক্লান্তিৰ পাছতে — প্ৰৌঢ় সূৰ্যই যেতিয়া পশ্চিম আকাশত তাৰ ৰক্ত চক্ষু প্ৰস্ফুটিত কৰিছিল — তেতিয়া গছ-গছনিৰ দীঘল দীঘল ছাঁবোৰে মাটিৰ বুকুত নানান নক্সা আঁকিছিল। তেতিয়াই তুমি ৰঙেৰে ৰঙীন হৈ পৰিছিলা। আৰু সেই ৰঙেৰে তুমি এতিয়াও ৰঙীন। বিভিন্ন পখীৰ গীতালিত বিভিন্ন ফুলৰ ৰঙত, বিভিন্ন ফুলৰ সুৰভিত মই আনমনা। চাৰিওফালে কেৱল ৰং, ৰং আৰু ৰং। মই যেন আজি আটাইবোৰকে ৰঙেৰে ৰঙীন কৰি দিলোঁ। কেৱল আকাশৰ জোনটোৱেহে ফাঁকি দিলে। বগা হৈয়েই ৰৈ গ'ল।

**লাহে লাহে 'প্ৰেৰণা' সোমাই আহে।**
**'প্ৰেৰণা' চৰিত্ৰ এনিয়ে ৰূপায়ণ কৰিব।**
**এনিৰ সাজ-পোছাক অভিনয় আদিৰ**
**পৰিবৰ্তন হ'ব।**

প্ৰেৰণা (এনি) : কবি। শিল্পী ।

চিৰঞ্জীৱ : কোন! অ' প্ৰেৰণা!

প্ৰেৰণা : কি কৰিছা শিল্পী?
ইয়াত অকলে কাৰ স'তে
কথা পাতিছা!

চিৰঞ্জীৱ : কথা পাতিছোঁ
আকাশৰ লগত। জোনাকৰ লগত
ফুলৰ লগত, বতাহৰ লগত, সুৰভিৰ লগত।
তথাপিতো কি জানা প্ৰেৰণা?

প্ৰেৰণা : কি কবি?

চিৰঞ্জীৱ : মই বৰ নিসংগ অনুভৱ কৰিছোঁ।
মই আজি বৰ নিসংগ।
সেয়েহে এই বিশাল নিসংগতাৰ বুকুত
সংগীৰ অনুসন্ধান কৰিছোঁ।
মোক আজি সংগী লাগে। সংগী।

প্ৰেৰণা : মইতো আছোঁ।
চোৱা মই তোমাৰ প্ৰেৰণা
এয়া তোমাৰ অতি কাষতে মই।

চিৰঞ্জীৱ : তুমি! তুমি প্ৰেৰণা!
তুমি! তুমি শিমলু তুলাৰ দৰে কোমল
ফুলৰ দৰে সুকুমাৰ।
পখিলাৰ দৰে সুন্দৰ
তুমি স্বৰ্ণপ্ৰসূ
তুমি হিৰণ্ময়
তুমি মোৰ হৃদয়ৰ পৰা
কোনোবা গহন পথত বিলীন হৈ যোৱা - - -

প্ৰেৰণা : নাই, নাযাওঁ —
পোহনীয়া হৰিণাৰ দৰে,
সজাৰ চৰাইৰ দৰে,
মই তোমাৰ বিশাল হৃদয়ৰ কোনোবা কোণত
যদি থিতাপি পাওঁ —
আঃ কি আনন্দ পাম!

চিৰঞ্জীৱ : প্ৰেৰণা -
এইয়াটো মৰীচিকাৰ দৰে অলীক
আৰু বুদবুদৰ দৰে শূন্যতা নহয়!

প্ৰেৰণা : নহয়।
স্বাভিলাষিত মোৰ
তোমাৰ জীৱন বসন্তত মই কিংশুক হৈ ফুলিম।
তোমাৰ হিয়াৰ চোতালত পুৱাৰ শিশিৰকণাৰ দৰে উমলিম
তোমাৰ সংগী হৈ মোৰ জীৱন তৰণি তোমাৰ কোবাল
চিন্তাৰ ঢৌত মেলি দিম।
বসন্ত পখীৰ গীত গাম।

চিৰঞ্জীৱ : তেন্তে সেয়ে হওক প্ৰেৰণা
তুমি মোৰ বসন্তৰ কিংশুক
তুমি পুৱাৰ শিশিৰকণা
তুমি জীৱন তৰণি
তুমি বসন্ত পখীৰ গীত।

**'সৃষ্টি' সোমাই আহে। 'সৃষ্টি'ৰ চৰিত্ৰটো জ্যোতিয়ে ৰূপায়ণ কৰিব। জ্যোতিৰ সাজ-পোছাক আৰু অভিনয় চৰিত্ৰ অনুযায়ী পৰিবৰ্তন হ'ব।**

সৃষ্টি : কবি!

চিৰঞ্জীৱ : কোন?

সৃষ্টি : মই! মই —
প্ৰথম মাতৃৰ প্ৰসৱ যন্ত্ৰণাৰ দৰে
প্ৰথম ফুলৰ কলিৰ পাহিৰ দৰে
তোমাৰ যন্ত্ৰাণাদায়ক সৃষ্টি
মই মাতৃ।

চিৰঞ্জীৱ : মাতৃ!
তুমি মোৰ পূজনীয়া মাতৃ।

প্ৰেৰণা : তোমাৰ বাবেই
এই কবিৰ সৃষ্টি আই।

চিৰঞ্জীৱ : মই শিল্পী তোমাৰ বাবেই।
তোমাৰ নিতে নতুন ৰূপৰ বাবে উন্মাদ আজি মই।

প্ৰেৰণা : আৰু এই কবিৰ
সৃষ্টিৰ বুভুক্ষা আঁতৰাবৰ বাবে
হৈ পৰিছো উন্মাদিনী মই।

সৃষ্টি : মই পোহৰ প্ৰয়াসী,
নতুনৰ দিগন্তগামী —
মোৰ লক্ষ্য সুদূৰ দিগন্ত
য'ত সুন্দৰৰ অনন্ত।
মোৰ আগমনত
অন্ধকাৰ পৃথিৱীৰ সৰু সৰু
পখীৰ কলতানে
প্ৰভাতৰ বাৰ্তা লৈ আনে।

চিৰঞ্জীৱ : আই!
তোমাৰ মুখত পোহৰৰ আবিৰ সানিম
দিগন্ত পখীৰ গীতৰ সুৰে সুৰে
সুন্দৰৰ আৰাধনা কৰিম
নদীৰ দ্ৰুত গতিৰ লহৰে লহৰে
মোৰ সৃষ্টিৰ আৱেগ ঢালিম।
মোৰ কবিতাৰ ছন্দে ছন্দে
তোমাতেই পূজিম।

প্ৰেৰণা : কবি! তুমি অনা পোহৰত উদ্ভাসিত হৈ
পখী গীতৰ সুৰত, নদীৰ লহৰত, কবিতাৰ ছন্দত
মই নাচিম, হাঁহিম, গান গাম।
মই আকাশ, বতাহ কঁপাই তুলিম
মোৰ নাচোনৰ গলত পখীয়ে নাচিব, নদীয়ে নাচিব,
প্ৰকৃতিয়ে নাচিব।

**'বিপ্লৱ' সোমাই আহে। এই পৰিৱেশত 'বিপ্লৱ'ৰ চৰিত্ৰটো ৰূপায়ণ কৰিব মুদৈয়ে। পৰিৱেশ অনুযায়ী মুদৈৰ অভিনয়, সাজ-সজ্জা আদিৰ পৰিবৰ্তন হ'ব।**

বিপ্লৱ : প্ৰেৰণা! তুমি আজি বৰ আনমনা।
কবি! তুমি সৃষ্টিৰ উলাসত উলাসিত।

চিৰঞ্জীৱ : বিপ্লৱ। তুমি মোৰ কবিতাৰ ছন্দ হোৱা
মোৰ সুন্দৰৰ আৰাধনা হোৱা।

বিপ্লৱ : মই প্ৰখৰ —
মই মধ্য গগনৰ সূৰ্যৰ দৰেই উতপ্ত
নদীৰ সোঁতৰ দৰে ধাৰাল
মোৰ নিনাদ শুনি
কোনোবা গহৰা বিলাক
বিস্মিত হৈ অপ্ৰমত্ত হ'বৰ বাবে
গহৰি নকৰে
কিন্তু জানা —
সিহঁতেই পংকিল, সিহঁতেই আৱৰ্জনা, সিহঁতেই বিনাশ

সৃষ্টি : জানো।
সিহঁতেই সুন্দৰক অসুন্দৰ কৰে। সিহঁতেই সংস্কৃতিলৈ
দুস্কৃতি কঢ়িয়াই আনে।

প্ৰেৰণা : সিহঁতৰ অট্টহাস্যত
মোৰ হাঁহি ম্লান হয়
মোৰ নাচোন থমকি ৰয়
মই হৈ পৰোঁ ভীতিগ্ৰস্ত।

চিৰঞ্জীৱ : উঃ
ই কি অশ্ৰাব্য!
তুমি মোক আশাশুধীয়া সঁহাৰি দিয়া -
সকলোকে মই আবিল কৰিম।
মোৰ কণ্ঠ হ'ব ব্ৰজ নিনাদ।
মই গতি।

**'সময়' সোমাই আহে। 'সময়' চৰিত্ৰটো অভিনয় কৰিব বাবাই। পৰিৱেশ আৰু চৰিত্ৰ অনুযায়ী বাবাৰ অভিনয়, ৰূপ-সজ্জা আৰু সাদ-সজ্জাৰ পৰিবৰ্তন হ'ব।**

| | | |
|---|---|---|
| সময় | ঃ | হে ঃ হেঃ হেঃ — থমকি ৰ'বা। |
| চিৰঞ্জীৱ | ঃ | মিছা কথা। |
| সময় | ঃ | হেঃ হেঃ হেঃ — তুমি নিমাত হ'বা। |
| চিৰঞ্জীৱ | ঃ | নাই নহওঁ। |
| সময় | ঃ | হেঃ হেঃ হেঃ — তুমি আচৰিত হ'বা। |
| চিৰঞ্জীৱ | ঃ | নহওঁ - |
| প্ৰেৰণা | ঃ | কিন্তু তুমি কোন? |
| সময় | ঃ | মই!<br>অতীতক নিষ্ঠুৰভাৱে গৰকি অহা —<br>ভৱিষ্যতৰ বাবে অন্তৰত অফুৰন্ত আশাৰে বাট চোৱা —<br>মই বৰ্তমান!<br>মই সময়!<br>মই গতি।<br>মই পিছলৈ ঘূৰি নাচাওঁ।<br>মই কেৱল আগলৈ কৰোঁ গতি। |
| চিৰঞ্জীৱ | ঃ | হে চিৰ যৌৱনা!<br>তোমাকতো কৰিব নোৱাৰোঁ অৱমাননা। |
| প্ৰেৰণা | ঃ | তুমি জানো আমাৰ নোহোৱা সহায়। |
| সৃষ্টি | ঃ | তোমাৰ বাবেই মোৰ আবিৰ্ভাৱ — |
| সময় | ঃ | মই বৰ নিষ্ঠুৰ। মই কটুৰ<br>মোৰ অন্তৰত দয়া নাই,<br>ক্ষমা নাই।<br>মোৰ খোজত খোজ বোলাব পাৰিলে আহা।<br>নহ'লে পাছ পৰি ৰ'বা।<br>তেতিয়া ইতিহাসে তোমাসৱক হাঁহিব। |

**'বিনাশ' নামৰ চৰিত্ৰ এটাই প্ৰৱেশ কৰে। এই চৰিত্ৰ ৰূপায়ণ কৰিব প্ৰফেচাৰে। পৰিৱেশ আৰু চৰিত্ৰৰ স'তে সংগতি ৰাখি, প্ৰফেচাৰৰ অভিনয়, সাজ-পোছাক আদিৰ পৰিবৰ্তন হ'ব।**

বিনাশ : ইতিহাস। হাঃ হাঃ হাঃ - - -

চিৰঞ্জীৱ : কোন তুমি?

বিনাশ : মই?

চিৰঞ্জীৱ : আচৰিত! আচৰিত সকলো ওলট্-পালট্ হৈ গ'ল।
পোহৰবোৰ প্ৰকৃতিৰ বুকুৰ পৰা হেৰাই গ'ল।
চৌদিশে কেৱল আন্ধাৰ।
আন্ধাৰ আন্ধাৰ আৰু আন্ধাৰ।
যেন ক্ষণে ক্ষণে,
পলে পলে, প্ৰহৰে প্ৰহৰে,
দিনে দিনে আন্ধাৰেই - আন্ধাৰ আহিছে।
পূৰ্ণিমা ৰাতি হঠাৎ কৃষ্ণাচতুৰ্দশী হ'ল।

বিনাশ : সেইয়া মোৰ আগমনৰ
বাৰ্‌তা।

প্ৰেৰণা : উঃ কি অসহ্য
আন্ধাৰৰ মাজত কিদৰে
সেই সখিয়তী জনীয়ে বিনাইছে !

বিনাশ : সেইয়া আন্ধাৰৰ বিননি –

সৃষ্টি : কোন তুমি !

বিনাশ : সৃষ্টি, মই তোমাৰ ধ্বংস
তোমাৰ প্ৰচণ্ড বাধা
মই বিনাশ।

বিপ্লৱ : বিনাশ !

বিনাশ : বিপ্লৱ, মই তোমাৰ প্ৰতিবন্ধক, হাঃ হাঃ হাঃ - - -

সময় : তুমি অহংকাৰী, তুমি মদমত্ত।

বিনাশ : অঁ,
মই অহংকাৰী। মই মদমত্ত
মই তোমাক গতি বন্ধ কৰিম। হাঃ হাঃ হাঃ - - -

চিৰঞ্জীৱ : মই কি কৰোঁ!

সময় : মই জানো শিল্পী তুমি থমকি ৰ'বা।

বিনাশ : সেয়ে মোৰ কাম্য।

বিপ্লৱ : কবি, তুমি চঞ্চল নহ'বা।

বিনাশ : তাৰ বাহিৰে কবিৰ উপায় নাই। মোৰ আগমনেই কবিৰ চঞ্চলতাৰ কাৰণ।

সৃষ্টি : কবি, তুমি ব্যাকুল হৈ নপৰিবা।

বিনাশ : কবি নিৰুপায় — হাঃ হাঃ হাঃ - - -

প্ৰেৰণা : মই তোমাৰ কাষত আছোঁ কবি,
তুমি চঞ্চল নহ'বা শিল্পী।

বিনাশ : এইয়া সকলো ফুটকাৰ ফেন হাঃ হাঃ হাঃ - - -
কবিৰ মুখত মই সানি দিছোঁ
গ্লানি, ভয়, বিষাদ, লাজ — তাৰ আজি গতিৰুদ্ধ।

চিৰঞ্জীৱ : নিশিমণি,
আজি মোৰ চঞ্চলতাৰ ওপৰত
তুমি যেন কেৱল কটাক্ষ দৃষ্টি সানিছা।
তোমাৰ স্মিত কৌতুকেৰে যেন সমস্ত আকাশ ভৰি উঠিছে —
ক'তো মুখ লুকুৱাবৰ ঠাই নাই।
মই যেন নিজৰ মুখ চাই নিজেই লাজ পাইছোঁ।
ভয়, লাজ, গ্লানি, দুখ, সকলোবোৰ মিহলি হৈ
আজি মোৰ বুকুৰ ভিতৰত নৃত্য কৰিছে
শিৰৰ ৰক্ত নাচিছে। সকলোবোৰ যেন ধুঁৱলী-কুঁৱলী হৈ গৈছে।

বিনাশ : হাঃ- হাঃ- হাঃ - - - কবি তুমি আজি ক্লান্ত।

প্ৰেৰণা : উঃ আন্ধাৰবোৰ ইমান ভয়াবহ !

বিনাশ : (হাঁহি)

সৃষ্টি : পৰিৱেশ অসহনীয়ভাৱে নীৰৱ হৈ পৰিছে।

বিনাশ : (হাঁহি)

বিপ্লৱ : সকলোফালে কেৱল হাঁহাকাৰ।

বিনাশ : (হাঁহি)

সময় : গতি আজি নিস্পন্দ হৈ ৰ'ল। আন্ধাৰত চুঙা-বাদুলি কেইটাৰো থকাৰ কষ্ট হৈছে।

বিনাশ : (হাঁহি)

চিৰঞ্জীৱ : ইমান ৰাতি চৰাইবোৰ বাৰু ক'লৈ উৰি গৈছে! ইহঁতে হঠাৎ ইমান ভয় খালে কিয়? এইয়াতো ইহঁতৰ উৰিবৰ সময় নহয়! পোহনীয়া হৰিণাজনী সেইপিনে ক'লৈ প্ৰাণ-টাকি দৌৰিছে বাৰু! কেতিয়াওতো এনেকুৱা নহয়। চাৰিওপিনৰ দিকচক্ৰবলি মাতালৰ চকুৰ দৰে অকস্মাৎ ৰক্তাক্ত হৈ উঠিছে।

বিনাশ : (হাঁহি) সুন্দৰ! অতি সুন্দৰ!
মই বিনাশ। কবি ই মোৰ মহিমা,
তোমাৰ সৃষ্টি কৰিছোঁ বিনাশ।
তোমাৰ প্ৰেৰণা বিনাশিছোঁ।
তোমাৰ বিপ্লৱী সত্তা কৰিছোঁ বিনাশ। তোমাৰ সময়, গতি মোৰ পদ নিনাদত থমকি ৰৈছে।

সময়, সৃষ্টি, বিপ্লৱ, প্ৰেৰণা : **(একেলগে)** উঃ কি গ্লানি!

বিনাশ : গ্লানি! **(হাঁহি)**

চিৰঞ্জীৱ : গ্লানি, গ্লানিয়ে মোক জুইৰ দৰে পাছে পাছে খেদি আহিছে। মোৰ চকু, মুখ, মোৰ সমস্ত হৃদয় ৰক্তাক্ত কৰি তুলিছে।

সময় : কবি, তুমি থমকি নৰ'বা। তোমাৰ সম্মুখত প্ৰত্যাহ্বান।

চিৰঞ্জীৱ : মই আন্ধাৰ দেখিছোঁ।

সৃষ্টি : আন্ধাৰৰ ক'লা মেঘৰ আঁৰতেই যে সোণোৱালী সূৰ্য লুকাই থাকে।

বিপ্লৱ : দাৱানল জ্বলি উঠাৰ পূৰ্বে কেৱল ধোঁৱাহে ওলায়। এতিয়াও সেয়া শেষ হোৱা নাই।

প্ৰেৰণা : এই আন্ধাৰত দীপাৱলীৰ বন্তি জানো জ্বলি নুঠিব! তোমাৰ পতনত ধৰণী জানো কঁপি নুঠিব। তোমাৰ পতন কি কেৱল এপাহি শেৱালি ফুল- সৰি পৰাৰ বাহিৰে আন একোৱেই নহয়। তোমাৰ পতনে জানো নক্ষত্ৰৰ পতনৰ দৰে অগ্নিময় হৈ দিগন্ত বিদীৰ্ণ কৰি নিদিব?

চিৰঞ্জীৱ : নাই - মোৰ পতন ইমান সোনকালে নহয়। বিনাশ, তই নোৱাৰ কৰিব মোক বিনাশ।

বিনাশ : অহংকাৰ নকৰিবি কবি।

চিৰঞ্জীৱ : মোৰ সৃষ্টিৰ বিনাশ
মোৰ প্ৰেৰণাৰ বিনাশ
মোৰ গতিৰ বিনাশ
মোৰ বিপ্লৱী সত্তাৰ বিনাশ
তই একোৱেই কৰিব নোৱাৰ।

বিনাশ : কৰিম। মই বিনাশ কৰিম।

চিৰঞ্জীৱ : তোক মোৰ মানস পটৰ পৰা আঁতৰাই দিম।

বিনাশ : মিছা কথা - নোৱাৰ।

চিৰঞ্জীৱ : পাৰিম। মোৰ সাহস আছে, আছে বিশ্বাস।

বিনাশ : নাই, নোৱাৰ।

চিৰঞ্জীৱ : পাৰিম।

বিনাশ : নোৱাৰ।

সময় : কবি, মই সময়। মই তোমাৰ লগত। সুযোগ দুবাৰ নাহে।

বিপ্লৱ : কবি, মই বিপ্লৱ। মই তোমাৰ সত্তা। অগ্নিময় হোৱা, ৰুদ্ৰমূৰ্তি ধৰা।

সৃষ্টি : শিল্পী, মই সৃষ্টি;
মই তোমাৰ মাতৃ। মোৰ অৱস্থানত সঁহাৰি দিয়া।

প্ৰেৰণা : শিল্পী, মই প্ৰেৰণা,
মই তোমাৰ সহায়, যি ক'লা ৰং দেখি
আজি তোমাৰ বুকু কঁপি উঠিছে
সেই ক'লা ৰং আঁতৰাই
তোমাৰ হৃদয় স্নিগ্ধ কৰা।

বিনাশ : নাই-নাই সেইটো হ'ব নোৱাৰে।

**বিনাশ আৰু চিৰঞ্জীৱৰ বাহিৰে সকলোৱে অট্টহাঁহি মাৰে।**

চিৰঞ্জীৱ : ধুমুহা, বতাহ, মেঘৰ দৰে ক'লা — উপকূল নোহোৱা সাগৰৰ দৰে ক'লা। তুমি প্ৰত্যাহ্বান। তুমি আন্ধাৰ। তুমি বিনাশ। তুমি ধুমুহা। তোমাৰ ক'লা আন্ধাৰৰ বিপৰীতে মই পুৱাৰ ৰক্তৰাগ।

**সকলোৱে হাঁহি।**

চিৰঞ্জীৱ বিনাশৰ ফালে আগবাঢ়ি যায়। তাকে দেখি বিনাশো চিৰঞ্জীৱৰ ফালে আগবাঢ়ে। দুয়োৰে মাজত যুদ্ধ হয়। এটা সময়ত বিনাশ যুদ্ধত পৰাস্ত হয়। বিনাশে ক্লান্ত হৈ প্ৰায় চিঞৰি সংলাপ ক'ব।

বিনাশ : নাই- নাই- নাই ---

সকলোৱে থাঁহে।

লগে লগে মঞ্চ ক্ৰমান্বয়ে আন্ধাৰ হ'ব। খন্তেকৰ পাছত আকৌ মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।

মঞ্চ পোহৰ হোৱাত আগৰ অৱস্থাত কেৱল চিৰঞ্জীৱক দেখা যায়। ভাবত বিভোৰ হৈ থকা চিৰঞ্জীৱে বাস্তৱ অৱস্থালৈ ঘূৰি আহি সংলাপ ক'ব।

চিৰঞ্জীৱ : উঃ কিবোৰ যে ভাবিছিলো। ভাগ্য ভাল মই যে অকলে আছোঁ।

আকৌ মঞ্চ ক্ৰমান্বয়ে আন্ধাৰ হ'ব।

## পঞ্চম পৰিৱেশ

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**

**পৰিৱেশ প্ৰথম পৰিৱেশৰ দৰেই হ'ব।**

**মঞ্চত থাকিব বাবা, এনি, প্ৰফেচাৰ আৰু জ্যোতি। আটায়ে ইফাল-সিফাল কৰি এটা সময়ত বিৰক্ত হৈ পৰে।**

**আটায়ে যেন স্থিতাৱস্থাৰ পৰিবৰ্তনৰ বাবে প্ৰায় চিঞৰি উঠে।**

আটায়ে : **(একেলগে)** আৰু বা কিমান অপেক্ষা কৰিব লাগিব!

জ্যোতি : সনাতনে বোধহয় আমাক লৈ ৰং চাইছে।

এনি : অন্তৰৰ ক্ষোভ, হতাশবিলাক সনাতনকে ক'বলৈ মন যায়, কিন্তু তাক লগ পোৱাই মস্কিল।

বাবা : মই অলপ আহোঁ। সনাতন আহিলে মোক খবৰ দিবা প্ৰফেচাৰ।

প্ৰফেচাৰ : ঠিক আছে।

**বাবা যায়।**

এনি : এই বুঢ়া মানুহজনে মিছাই ইয়াত কষ্ট খাইছে!

জ্যোতি : সংসাৰৰ জ্বালা যন্ত্ৰাণাতো আছেই।

প্ৰফেচাৰ : বুঢ়া হ'লে সকলোৰে একে অৱস্থা।

এনি : যৌৱন যদি সবুজ হয়, তেতিয়া বাৰ্দ্ধক্য হয় সোণালী,

প্ৰফেচাৰ : কিন্তু সোণৰ এটা নাম মৃত্যু।

জ্যোতি : এৰা ফচল বোলে যেতিয়া সোণালী হয় — তেতিয়াতো বোলে কটাৰ সময়।

এনি : অলপ দিন একেলগে থাকি আমাৰ কিন্তু ধাৰণাবোৰ মিলি গৈছে।

জ্যোতি : ইয়াত থাকি, থাকি বৰ আমনি লাগিছে। মই অলপ ইফালে-সিফালে ফুৰা-চকা কৰোঁগৈ। সনাতন আহিলে মোকো খবৰটো দিবা।

এনি : ভাল বাৰু বাইদেউ।

**জ্যোতি যায়।**

প্ৰফেচাৰ : এনে এটা মুহূৰ্তলৈ মই বাট চাই আছিলোঁ।

এনি : মই জানো।

প্ৰফেচাৰ : তোমাক অকলে লগ পাব বিচাৰিছিলোঁ।

এনি : অকলেতো বহু বাৰ পাইছে। আৰু প্ৰতিবাৰে মোৰ পৰা সকলো সুবিধা আদায় কৰি লৈছে।

প্ৰফেচাৰ : তুমি বৰ খং খাইছাহে।

এনি : মোৰ কিন্তু খুব ভয় হয়।

প্ৰফেচাৰ : ভয় কিহৰ?

এনি : মই অকলশৰীয়া ছোৱালী।

প্ৰফেচাৰ : মই আছোঁ তোমাৰ লগত।

এনি : মই বৰ ব্যতিব্যস্ত হৈ পৰিছোঁ।

প্ৰফেচাৰ : মই কোনো কাৰণ নেদেখোঁ।

এনি : মই চিৰঞ্জীৱক ভাল পাওঁ। আন্তৰিকতাৰে।

প্ৰফেচাৰ : জানো। মই ভালদৰে জানো।

এনি : জানিও!

প্ৰফেচাৰ : জানিও মই তোমাক ভাল পাওঁ।

এনি : মোৰ পৰা ভালপোৱাটো বৰ যান্ত্ৰিকভাৱে আপুনি আদায় কৰিছে।

প্ৰফেচাৰ : আকৌ যা - তা - কথা কৈছা।

**মুদৈ আহে।**

এনি : কি হ'ল। সনাতন ক'ত?

প্ৰফেচাৰ : সনাতন নাহিল মুদৈ?

মুদৈ : নাহিল। আহিব। ৰাম, ৰাম বৰ একধৰণৰ সনাতনটো।

**জ্যোতি আহে।**

জ্যোতি : সনাতন আহিল?

এনি : নাই বাইদেউ, নাহিল।

মুদৈ : আহিম বুলি কৈছে।

জ্যোতি : কিযে সনাতনটো ক'ব নোৱাৰোঁ। ৰ'বা মইয়ে আকৌ যাওঁ।

**জ্যোতি যায়।**

প্ৰফেচাৰ : সনাতনৰ অতপালি বাঢ়ি গৈছে।

মুদৈ : মই জোৰ কৰি আনিম বুলি ভাবিছিলোঁ।

এনি : আহিব, সনাতন আহিব।

প্ৰফেচাৰ : আহিবতো ঠিকেই, কিন্তু কেতিয়া আহিব ?

বাবা : সনাতন নাহিল নহয়!

**বাবা আহে।**

মুদৈ : নাহিল।

বাবা : সি আমাক পাগল কৰি দিব।

**চিৰঞ্জীৱ আহে।**

এনি : কি হ'ল চিৰঞ্জীৱ ? সনাতন ক'ত ?

জ্যোতি : বাইদেউৰ লগত আহি আছে।

বাবা : কিমান দূৰ পাইছে?

চিৰঞ্জীৱ : বেছি দূৰ নহয়, আহিবই।

এনি : সনাতন আহিব।

মুদৈ : সনাতন আহিলে তাক একেলগে বহু প্ৰশ্ন কৰিম।

প্ৰফেচাৰ : সনাতন আহিলে মই প্ৰথমে এই অতিথিশালাৰ পৰা লৈ যাব ক'ম।

বাবা : সনাতন আহিলে মই ক'ম কিয় ইমান দিন কৰিলি ?

চিৰঞ্জীৱ : সনাতনক মই ক'ব লগা বহুত আছে।

এনি : প্ৰথমে তাৰ লগত কথা মই পাতিম।

বাবা : নহয়, মইহে তাৰ লগত প্ৰথম কথা পাতিব লাগিব।

মুদৈ : মইহে আগতে সনাতনৰ লগত কথা হ'ম।

প্ৰফেচাৰ : সেইতো হ'ব নোৱাৰে। মইহে আগতে সনাতনক লগ ধৰিম।

চিৰঞ্জীৱ : নহয়, মোক আগতে লগ ধৰিবলৈ দিব। মোৰ সনাতনক ক'ব লগা বহুত কথা আছে।

**জ্যোতি আহে।**

আটায়ে : কি হ'ল জ্যোতি ?

**চিৰঞ্জীৱ আৰু এনিয়ে বাইদেউক ক'ব।**

বাবা : সনাতন ক'ত!

এনি : সনাতন নাহিল।

চিৰঞ্জীৱ : সনাতন নাহিল কিয়!

মদৈ : সনাতন ক'ত আছে?

প্ৰফেচাৰ : সনাতন নাহে নেকি?

জ্যোতি : আহিব।

বাবা : কেতিয়া?

জ্যোতি : এতিয়াই।

এনি : কিন্তু তোমাৰ লগত নাহিলে?

জ্যোতি : নাহিল।

চিৰঞ্জীৱ : কিয়?

জ্যোতি : ঘোঁৰা এটা পাই চেঁকুৰিছে।

প্ৰফেচাৰ : ঘোঁৰা চেঁকুৰিছে?

জ্যোতি : অঁ।

মুদৈ : ক'ত ঘোঁৰা পালে?

জ্যোতি : অলপ আঁতৰত।

মুদৈ : **(বাহিৰলৈ দেখুৱায়।)** অ - সেয়া সনাতন!

**সকলোৱে বাহিৰলৈ চায়।**

চিৰঞ্জীৱ : সনাতন ঘোঁৰাৰ ওপৰত।

এনি : খুব চেঁকুৰিছে।

বাবা : পৰি যাব পাৰে। তাৰযে অকণমানো ভয় নাই।

প্ৰফেচাৰ : ঘোঁৰাটো ওপৰলৈ উৰি গ'ল!

আটায়ে : **(জ্যোতিৰ বাহিৰে।)** সচাকৈ ঘোঁৰাটো উৰি গ'ল!

মুদৈ : বহুত ওপৰলৈ উৰিছে। উৰিছে - উৰিছে - - -

**মুদৈয়ে বাহিৰলৈ চাই, সংলাপখিনি কৈ কৈ নিজৰ চিন্তাত নিমগ্ন হয়। তেওঁ আন এটা পৰিৱেশৰ মাজত সোমাই যায়। এনেতে মঞ্চ ক্ৰমান্বয়ে আন্ধাৰ হ'ব। খন্তেকৰ পাছত আকৌ মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**

**মঞ্চত মুদৈ আৰু কাষত প্ৰফেচাৰ থাকে। প্ৰফেচাৰে এই পৰিৱেশত এজন ড্ৰাইভাৰ ৰূপে আত্মপ্ৰকাশ কৰিব। পৰিৱেশ আৰু চৰিত্ৰ অনুযায়ী প্ৰফেচাৰৰ সাজ-পাৰ, অভিনয় আদিৰ পৰিবৰ্তন হ'ব। সেইদৰে মুদৈৰো সাজ-পোছাক সামান্য পৰিবৰ্তন হ'ব।**

ড্ৰাইভাৰ : (প্ৰফেচাৰ) আৰু কিমান ওপৰলৈ উঠিব মালিক।

মুদৈ : মোৰ যিমান ইচ্ছা, সিমান ওপৰলৈ উৰিম।

ড্ৰাইভাৰ : আৰু বেছি ওপৰলৈ উঠাব পৰা নাযাব মালিক।

মুদৈ : তুমি কোন মোক উপদেশ দিবলৈ।

ড্ৰাইভাৰ : নহয় মালিক - মানে।

মুদৈ : হয়, নহয় সেইয়া মোৰ কথা।

ড্ৰাইভাৰ : ঠিক আছে মালিক।

মুদৈ : মনত ৰাখিবা। তুমি মাত্ৰ মোৰ বেতন ভোগী এটা ড্ৰাইভাৰ।

ড্ৰাইভাৰ : মনত থাকিব মালিক।

মুদৈ : তোমাৰ কাম মাত্ৰ মোৰ যান চলোৱা। আৰু মোৰ ইচাৰাত উঠা বহা কৰা।

ড্ৰাইভাৰ : জানো মালিক।

মুদৈ : ৰাম, ৰাম এটা সামান্য চাকৰ হৈ মোক উপদেশ দিয়ে!

ড্ৰাইভাৰ : মোৰ ভুল হৈছে মালিক, মাফ কৰিব।

মুদৈ : ওঁ মাফ কৰি দিছোঁ। পিছে মোৰ কাম হাচিল হ'ল।

ড্ৰাইভাৰ : ছোৱালীজনী প্ৰথমে আহিব নিবিচাৰিছিল।

মুদৈ : ৰাম, ৰাম মোৰ তলত চাকৰি কৰা এজনী ছোৱালীৰ ইমান সাহ। তুমি কি চাই আছিলা!

ড্ৰাইভাৰ : মই ক'লোঁ, নগ'লে চোঁচৰাই লৈ যাম।

মুদৈ : চাব্বাচ।

ড্ৰাইভাৰ : পিছত আহিবলৈ সন্মত হ'ল।

মুদৈ : তুমি উপযুক্ত পুৰস্কাৰ পাবা।

ড্ৰাইভাৰ : সেইয়া আপোনাৰ অনুগ্ৰহ মালিক।

মুদৈ : ৰাম, ৰাম অনুগ্ৰহ নহয়। তোমাৰ পাওনা মই দিম। মইতো লোকক অনুগ্ৰহ দেখুৱাই দান-দক্ষিণা দিবলৈ এই কুৰিশতিকাৰ দান-বীৰ কৰ্ণ নহয়।

ড্ৰাইভাৰ : মোৰ মনত আপুনি কৰ্ণতকৈও মহান।

মুদৈ : তোমাৰ মুখত পুষ্প বৃষ্টি হওক।

ড্ৰাইভাৰ : আৰু মালিক-

মুদৈ : কৈ যোবা, কৈ যোবা। তুমিয়ে মোৰ একমাত্ৰ বিশ্বাসী আৰু নিৰ্ভয়শীল বন্ধু।

| | | |
|---|---|---|
| ড্ৰাইভাৰ | ঃ | বন্ধু বুলি কৈ মোক আৰু লাজ নিদিব মালিক। |
| মুদৈ | ঃ | ৰাম, ৰাম তুমি বৰ লাজকুৰীয়াহে। লাজুকী বান্দৰৰ দৰে তুমি তললৈ মুৰটো কৰি দিলা নহয়। ৰাম, ৰাম - - - |
| ড্ৰাইভাৰ | ঃ | আপোনাৰ চাকৰণীজনী ইয়ালৈ আনিম? |
| মুদৈ | ঃ | তাইক কিয় মতা হৈছে জানা? |
| ড্ৰাইভাৰ | ঃ | আপোনাৰ মহিমা কি বুজি পাম মালিক! |
| মুদৈ | ঃ | তুমি বৰ চালাক হে। মোৰ ঘৰৰ সেইজনী চাকৰণী পুৰণি হৈ গৈছে - - - |
| ড্ৰাইভাৰ | ঃ | তাইৰ ঠাইত এজনী নতুন চাকৰণীৰ দৰকাৰ - - - |
| মুদৈ | ঃ | ওঁ। |
| ড্ৰাইভাৰ | ঃ | তাৰ ব্যৱস্থা মই কৰি থৈছোঁ। |
| মুদৈ | ঃ | বাঃ! তুমি বৰ চমজদাৰহে। |
| ড্ৰাইভাৰ | ঃ | আপোনাৰ তলত কাম কৰাতো। |
| মুদৈ | ঃ | ড্ৰাইভাৰ। মধুক মাতি দিয়া। |
| ড্ৰাইভাৰ | ঃ | **(বাহিৰলৈ চায়।)** মধু। |

**খন্তেক পাছত মধু সোমাই আহে। এই পৰিৱেশত 'মধু'ৰ চৰিত্ৰত অভিনয় কৰিব 'বাবা'ই। পৰিৱেশ আৰু চৰিত্ৰ অনুযায়ী বাবাৰ সাজ-সজ্জা আৰু অভিনয় পৰিবৰ্তন হ'ব।**

| | | |
|---|---|---|
| মধু | ঃ | মোক মাতিছিল! |
| মুদৈ | ঃ | মধু নিশ্চয় তোমাৰ নাম? |
| মধু | ঃ | হয় মালিক। |
| মুদৈ | ঃ | তেতিয়াহ'লে আকৌ সুধিছিলা কিয়? |
| মধু | ঃ | নহয় মালিক। |
| মুদৈ | ঃ | হ'ব, হ'ব মুৰ খজুৱাই ইমান প্ৰভুভক্ত হৈ দেখুৱাব নালাগে। |
| মধু | ঃ | কওক মালিক মোক কিয় মাতিছিল। |
| মুদৈ | ঃ | তোমাক কিয় মতিছিলোঁ! হা? অঁ! তুমি মোৰ কামটো ঠিক কৰিলা? |
| মধু | ঃ | আপুনি আকৌ পাপ কাম কৰিব ওলাইছে! |

মুদৈ : মই কি সুধিছোঁ ?

মধু : কৰিলোঁ।

মুদৈ : ওঁ।

মধু : মই আৰু আপোনাৰ লগত এনে পাপ কাম কৰিব নোৱাৰা হৈছোঁ।

মুদৈ : হোঁ, দেখিছোঁ ধৰ্মপ্ৰাণ ! ৰাম, ৰাম তোমাৰ লগত মই বৰ অন্যায় কৰিছোঁ। ড্ৰাইভাৰ - - -

ড্ৰাইভাৰ : মালিক।

মুদৈ : আমাৰ মধুৰ বয়স হৈছে নহয়।

ড্ৰাইভাৰ : হয় মালিক।

মুদৈ : এই বয়সত মধুৱে এইবোৰ কাম কৰাটো সচাঁকৈ অনুচিত। আৰু যদি জোৰজবৰদস্তি কৰোৱা হয়, তেতিয়াহ'লে আমাকো পাপে চুব।

ড্ৰাইভাৰ : হয় মালিক।

মুদৈ : ৰাম, ৰাম আমি হ'লোঁ চিধা চিধি মানুহ। আমি হ'লোঁ ধৰ্মপ্ৰাণ মানুহ, পাপৰ পৰা আমি সাত মাইল দূৰত।

ড্ৰাইভাৰ : হয় মালিক।

মুদৈ : তেতিয়াহ'লে মধুৱে অলপ ধৰ্ম কাম কৰি নিজৰ পাপ মুক্ত হওক। কি কোৱা ?

ড্ৰাইভাৰ : আপুনি যি ভাল দেখে।

মুদৈ : মধুৱে কামাখ্যা, গয়া, কাশী, মথুৰা আদি দৰ্শন কৰি অলপ পূণ্যকে গোটাই লওক। হে তুমি কি কোৱা মধু ?

মধু : মই একো বুজি পোৱা নাই মালিক।

মুদৈ : ৰাম, ৰাম মইতো কোনো অদ্ভুত ভাষাত কথা কোৱা নাই। তুমি বুজি পোৱাকেই কৈছোঁ।

মধু : বুজিছোঁ মালিক, কিন্তু - - -

মুদৈ : ওঁ - হো কোনো কিন্তু নাই। তুমি যাবলৈ সাজু হোৱা।

মধু : মানে মালিক !

মুদৈ : তুমি এই চাকৰিৰ পৰা ছুটী পাইছা।

মধু : মালিক !

মুদৈ : এতিয়াই তৎক্ষণাত মই কোনো ওজৰ আপত্তি নুশুনো।

মধু : মালিক, এবাৰ এই দুখীয়াৰ প্ৰতি বিচাৰ কৰক।

মুদৈ : ৰাম, ৰাম আমি বিচাৰ কি কৰিম।

ড্ৰাইভাৰ : মালিক, মই এটা কথা কওঁ।

মুদৈ : কোৱা।

ড্ৰাইভাৰ : মধুৱে যদি আপোনাৰ আদেশ পালন কৰে, তেতিয়াহ'লে কাশী, গয়াত গৈ ধৰ্ম গোটোৱাৰ কি দৰকাৰ। প্ৰভুৰ আদেশ পালন কৰাই জানো তাৰ প্ৰধান ধৰ্ম নহয়?

মুদৈ : মধু, ড্ৰাইভাৰে কি কয় শুনিছা।

মধু : মালিক, আপোনাৰ ইয়াৰ পৰা মোক নেখেদাব।

মুদৈ : তেতিয়াহ'লে এতিয়াৰপৰা মোৰ আদেশ আখৰে আখৰে পালন কৰিব লাগিব।

মধু : কৰিম মালিক।

মুদৈ : তেন্তে যোৱা। মই যি কৈছিলোঁ তাক সম্পূৰ্ণ কৰাগৈ।

মধু : ভাল মালিক।

**মধু যায়।**

মুদৈ : জানা ড্ৰাইভাৰ। কুকুৰে লাই পালে ডিঙিলৈকে জপিয়ায়।

ড্ৰাইভাৰ : মইয়ো আপোনাৰ অনুচৰ এটা সামান্য কুকুৰ।

মুদৈ : ৰাম, ৰাম তুমি তেনেকৈ নক'বা। কুকুৰৰো জাত আছে। আমাৰ দেশী কুকুৰ বিলাক ফপৰা। কুকুৰ যি ফপৰা সদায় ফপৰাই।

**মধু আহে।**

মধু : মালিক।

মুদৈ : তুমি আকৌ আহিলা?

মধু : আপোনাৰ চেক্ৰেটাৰী কাম কৰা ছোৱালীজনী আহিছে।

মুদৈ : শুভ সংবাদ আনিছা মধু। তাৰ বাবে তুমি পুৰস্কাৰ পাবা।

মধু : পুৰস্কাৰ?

মুদৈ : ৰাম, ৰাম তুমি একো নাজানা। যোৱা মধু, তাইক কোৱাগৈ তাই যাতে ভিতৰলৈ প্ৰৱেশ কৰে।

মধু : ভাল মালিক।

**মধু যায়।**

মুদৈ : ড্ৰাইভাৰ মই ঠিকেই আছোঁ নহয়?

ড্ৰাইভাৰ : ঠিকেই আছে মালিক।

মুদৈ : নতুন ছোৱালীতো।

**মুদৈয়ে নিজকে ঠিক ঠাক কৰি লয়। খন্তেকৰ পাছত 'চেক্ৰেটাৰী' সোমাই আহে। এই পৰিৱেশত 'চেক্ৰেটাৰী' চৰিত্ৰটো এনিয়ে ৰূপায়ণ কৰিব। চৰিত্ৰ আৰু পৰিৱেশ অনুযায়ী এনিৰ সাজ-পোছাক আৰু অভিনয় সলনি হ'ব।**

মুদৈ : আহা, আহা চেক্ৰেটাৰী, তোমাৰ বাবেই মই বাট চাই আছোঁ।

চেক্ৰেটাৰী : মোক ৰাতিখন হঠাৎ কিয় দৰকাৰ হ'ল!

মুদৈ : অকল দৰকাৰ বাবেই আহিব লাগে নেকি?

চেক্ৰেটাৰী : এনেয়ে অহাটোত মই যুক্তি বিচাৰি নাপাওঁ।

মুদৈ : ৰাম, ৰাম যুক্তি তৰ্ক বা গল্প কৰিবলৈ মই তোমাক মতা নাই।

চেক্ৰেটাৰী : কি কাম আছে কওক মই যাওঁ।

মুদৈ : আছে, আছে কাম আছে। ড্ৰাইভাৰ - কাম!

ড্ৰাইভাৰ : মালিক কামটো বহুত আছে।

চেক্ৰেটাৰী : তেতিয়াহ'লে মই পুৱা অফিচৰ সময়তকৈ সোনকালে আহিম। যাওঁ।

মুদৈ : ৰাম, ৰাম পুৱা বেলা কিয়, তুমি নতুন ছোৱালী তুমি একো নাজানা। ৰাতিৰ কাম ৰাতিয়ে কৰিব লাগে।

চেক্ৰেটাৰী : ৰাতিৰ কাম মতা মানুহে কৰিব - মই ছোৱালীয়ে কৰিব নোৱাৰোঁ।

**এনেতে 'মিস্ত্ৰি' সোমাই আহে। এই পৰিৱেশত 'মিস্ত্ৰি' চৰিত্ৰটো চিৰঞ্জীৱে ৰূপায়ণ কৰিব। পৰিৱেশ আৰু চৰিত্ৰৰ স'তে সংগতি ৰাখি চিৰঞ্জীৱে অভিনয় আৰু সাজ-সজ্জা পৰিবৰ্তন কৰিব।**

মিস্ত্ৰি : মালিক।

মুদৈ : হোঁ! ৰাম, ৰাম তোমাক এই ৰাতিখন ইয়াত কি লাগে?

মিস্ত্ৰি : অন্যায় প্ৰতিবাদ কৰিব আহিছোঁ।

মুদৈ : অন্যায় কিহৰ অন্যায়?

মিস্ত্ৰি : এইদৰে গুদামত চাউল জব্দ কৰি ৰখাতো অন্যায় হৈছে।

মুদৈ : তুমি এজন সামান্য মিস্ত্ৰি। তাকো মোৰ বেতনভোগী।

মিস্ত্রি : হ'ব পাৰোঁ। তথাপিতো চকুৰ আগত দেখা অন্যায় সহ্য কৰিব নোৱাৰোঁ।

মুদৈ : চকু মুদি ৰাখিবা।

মিস্ত্রি : আমাৰ কাম কৰা মানুহে দুবেলা দুমুঠি খাব পোৱা নাই। সিহঁতে ভোকত হাঁহাকাৰ কৰি ফুৰিছে। আপোনাৰ ওচৰত থাকিও সেই চাউল আপুনি সিহঁতক দিয়া নাই।

মুদৈ : মই সিহঁতক বেতন দিছোঁ। শ্ৰমৰ পাৰিশ্ৰমিক দিছোঁ। সিহঁতে চাউল কিনি খাওক।

মিস্ত্রি : আপুনি গোটেই বজাৰৰ চাউল কিনি জব্দ কৰি ৰাখিলে সিহঁতে ক'ৰ পৰা কিনি খাব?

মুদৈ : তেতিয়াহ'লে মৰি যাওঁক।

মিস্ত্রি : এই কথাই কথা নহয় মালিক।

মুদৈ : হৈয়ে আছে। হৈ থাকিবও।

মিস্ত্রি : মালিক, এবাৰ আপুনি ভাবি চাওঁক।

মুদৈ : ভাবিবলৈ কি আছে।

মিস্ত্রি : সিহঁত নোখোৱাকৈ আছে।

মুদৈ : তুমি খাইছানে নাই?

মিস্ত্রি : খাইছোঁ।

মুদৈ : তেতিয়াহ'লে তুমি যাব পাৰা।

মিস্ত্রি : মই অকল মোৰ পেটটোৰ কথা ক'বলৈ অহা নাই।

মুদৈ : মানে তুমি নেতা, দলপতি, লীডাৰ?

মিস্ত্রি : যদি ভাবে - সেয়ে।

মুদৈ : হোঁ - বৰ ভাল কথা।

মিস্ত্রি : আৰু শুনক, আপুনি আমাক চাউল দিবই লাগিব।

মুদৈ : নিদিলে?

মিস্ত্রি : আমি উপযুক্ত ব্যৱস্থা ল'ম।

মুদৈ : মিস্ত্রি আমাৰ ড্ৰাইভাৰৰ হাত দুখন বৰ টান।

মিস্ত্রি : মানে আপুনি মোক ভয় দেখুৱাইছে।

মুদৈ : ৰাম, ৰাম ভয় দেখুওৱাৰ কথাই নহয়। সচা কথাতো কৈছোঁ।

মিস্ত্রি : মই মিস্ত্রি। লোহা, লংকৰ, লগত কাম কৰি কৰি মোৰ হাত দুখনো টান হৈ পৰিছে মালিক।

**মধু আহে।**

মুদৈ : মধু।
মধু : মালিক -
মুদৈ : এই গুণ্ডাটোক কাৰ আদেশত সোমাবলৈ দিলি ?
মিস্ত্রি : মই কাৰো আদেশত চলা মানুহ নহয়।
মুদৈ : ড্ৰাইভাৰ, মধু, ইয়াক ইয়াৰ পৰা বাহিৰ কৰি দে।
মিস্ত্রি : দেখি ল'ম মালিক। আৰু কিমান দিন অন্যায় কৰিব ? আমি আমাৰ প্ৰাপ্য আদাই কৰি ল'মেই।

**ড্ৰাইভাৰ আৰু মধুৱে মিস্ত্ৰিক ধৰি লৈ যায়।**

মুদৈ : প্ৰাপ্য আদায় কৰে! লীডাৰ!
চেক্ৰেটাৰী : এইয়া বৰ অন্যায় হৈছে।
মুদৈ : কি কৰিবা চেক্ৰেটাৰী, কেতিয়াবা অন্যায় বোৰ ন্যায় বুলিয়ে কৰিব লগা হয়। নহ'লেতো মই অন্যায় কৰা মানুহ নহওঁ।
চেক্ৰেটাৰী : সিহঁতক কিয় চাউল দিয়া নহ'ল ?
মুদৈ : তুমি নুবুজিবা চেক্ৰেটাৰী। দিছোঁ, বহুত দিছোঁ। এই খাবলৈ নোপোৱা ভিকহুবোৰ সন্তুষ্ট নহয়। সিহঁতে ভুকিবই। ভুকক।
চেক্ৰেটাৰী : মইওতো সিহঁতৰ লগৰ।
মুদৈ : ৰাম, ৰাম তুমি নিজকে সিহঁতৰ লগত কিয় মিলাইছা ?

**ড্ৰাইভাৰ আহে।**

ড্ৰাইভাৰ : মালিক, চাকৰণীজনী আহিছে।
মুদৈ : আহিব দিয়া।
ড্ৰাইভাৰ : এই আহ।

**ড্ৰাইভাৰে বাহিৰলৈ চাই 'চাকৰণী'ক মাতে। 'চাকৰণী' সোমাই আহে। ইয়াত জ্যোতিয়ে 'চাকৰণী'ৰ চৰিত্ৰত অৱতীৰ্ণ হ'ব। পৰিৱেশ আৰু চৰিত্ৰ অনুযায়ী জ্যোতিৰ সাজ-সজ্জা আৰু অভিনয় পৰিৱৰ্তন হ'ব।**

মুদৈ : তুমি দিনে দিনে, মোৰ কথা নমনা হৈ আহিছা।
চাকৰণী : মানিব পৰা কাম কৰি আছোঁ।
ড্ৰাইভাৰ : বহুত বাঢ়ি গৈছে।

| | | |
|---|---|---|
| মুদৈ | ঃ | যিমানে বাঢ়িব সিমানে টুটিব। |
| চাকৰণী | ঃ | সদায় আপোনাৰ অত্যাচাৰ সহি সহি আৰু সহিব নোৱাৰা হৈছোঁ। |
| মুদৈ | ঃ | সহিব নোৱাৰা বাবেই তোমাক মাতি আনিছোঁ। |
| চাকৰণী | ঃ | মানে! |
| মুদৈ | ঃ | তুমি আৰু মোৰ ইয়াত কাম কৰিব নালাগে। |
| চাকৰণী | ঃ | অ' অভিলাষ পূৰ্ণ হ'ল! এতিয়া আৰু মোক নালাগে! |
| মুদৈ | ঃ | তুমি মনে মনে থাকা। |
| চাকৰণী | ঃ | কি দোষত আপুনি মোক চাকৰিৰ পৰা খেদাইছে? |
| মুদৈ | ঃ | তোমাৰ দোষ -- তোমাৰ দোষ একো নাই। আমাক মাত্ৰ নতুন ছোৱালী লাগে। |
| চাকৰণী | ঃ | আপোনাৰ কীৰ্তিকলাপৰ কথা মই চিঞৰি চিঞৰি মানুহক কৈ দিম। |
| মুদৈ | ঃ | ড্ৰাইভাৰ। |
| ড্ৰাইভাৰ | ঃ | মালিক - |
| মুদৈ | ঃ | তুমি বৰ অকলশৰীয়া নহয়? |
| ড্ৰাইভাৰ | ঃ | হয় মালিক। |
| মুদৈ | ঃ | তোমাক লগৰীয়া লাগে? |
| ড্ৰাইভাৰ | ঃ | মালিক। |
| মুদৈ | ঃ | এইক লৈ যোৱা তোমাৰ ঘৰলৈ। |
| | | **ড্ৰাইভাৰক চকুৰে অৰ্থপূৰ্ণ ইংগিত দিয়ে।** |
| ড্ৰাইভাৰ | ঃ | বুজিছোঁ। |
| | | **ড্ৰাইভাৰে চাকৰণীক হাতত ধৰি ভিতৰলৈ নিবলৈ চেষ্টা কৰে।** |
| চাকৰণী | ঃ | নহয় - নহয় - নহয় মোক এৰি দিয়া - এৰি দিয়া। |
| | | **ড্ৰাইভাৰে চাকৰণীক হাতত ধৰি লৈ যায়।** |
| মুদৈ | ঃ | **(চেক্ৰেটাৰীক)** অ' শুনা, তোমাক কেলৈ মাতিছিলোঁ। |
| চেক্ৰেটাৰী | ঃ | কওক। |
| মুদৈ | ঃ | মোৰ ৰুমলৈ ব'লা তাত বহুত কাম আছে। |
| চেক্ৰেটাৰী | ঃ | ইয়াতে কওক। |
| মুদৈ | ঃ | মই যি কৈছোঁ তাক শুনা। |

চেক্ৰেটাৰী : মই আপোনাৰ কথা শুনিব নোৱাৰিম।

মুদৈ : অ'- দেখিলাতো সেই ছোৱালীৰ অৱস্থা।

চেক্ৰেটাৰী : মইতো কণা নহয়।

মুদৈ : তোমাৰ বাবেও বেলেগ ব্যৱস্থা কৰা নাযায়।

চেক্ৰেটাৰী : মই আপোনাৰ ইয়াত কাম নকৰোঁ -- মই যাওঁ।

মুদৈ : ৰ'বা ক'ত যোৱা? মোৰ ইয়াত চাকৰিত যি এবাৰ সোমায় সি খেদাই নিদিয়া পৰ্যন্ত ওলাই যাব নোৱাৰে।

চেক্ৰেটাৰী : আপুনি কি ক'ব বিচাৰিছে?

মুদৈ : আৱশ্যক হ'লে মই তোমাক - ড্ৰাইভাৰৰ হাতত গটাই দিব পাৰোঁ। সি তোমাৰ নিচিনা ছোৱালীক মৰম কৰিব জানে।

চেক্ৰেটাৰী : মালিক!

মুদৈ : কিন্তু ভয় নকৰিবা। তুমিতো এতিয়াও মোৰ চাকৰিত পুৰণি হোৱা নাই, নতুন হৈয়ে আছা। তোমাক ড্ৰাইভাৰৰ হাতত গটাই নিদিও। তোমাক মই মৰম কৰিম।

চেক্ৰেটাৰী : মালিক, কথা ভাল দৰে ক'ব।

মুদৈ : মধু।

**মধু আহে।**

মধু : মালিক।

মুদৈ : এইক মোৰ তালৈ লৈ যা।

চেক্ৰেটাৰী : কি!

মধু : মালিক।

মুদৈ : কি চাই আছ। মই যি কৈছোঁ তাক কৰ।

**উপায় নাপাই মধুৱে চেক্ৰেটাৰীক হাতত ধৰি ভিতৰলৈ নিবৰ বাবে জোৰ কৰে।**

চেক্ৰেটাৰী : মোক নিনিব। মোক এৰি দিয়ক, মোক এৰি দিয়ক।

**চেক্ৰেটাৰী যাবলৈ নিবিচাৰে। মধুয়ে জোৰ কৰি ভিতৰলৈ লৈ যায়।**

মুদৈ : চাবাচ। ইয়াৰ বাবে তুমি পুৰস্কাৰ পাবা। ওপৰলৈ উঠোৱাই লৈ ব'ল। ওপৰলৈ- ওপৰলৈ।

**মুদৈয়ে চেক্ৰেটাৰীক লৈ যোৱাৰ ফালে চাই, ক্ৰমান্বয়ে ওপৰলৈ চাই সংলাপখিনি আনন্দ মনেৰে ক'ব। লগে লগে মঞ্চ ক্ৰমান্বয়ে আন্ধাৰ হ'ব।**

**খন্তেক পাছত আকৌ মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**

**পৰিৱেশ আগৰ অৱস্থালৈ ঘূৰি আহে। মঞ্চত মুদৈ, প্ৰফেচাৰ আৰু বাবা থাকিব। মুদৈয়ে বাহিৰৰ ওপৰলৈ চাই চাই ভাৱত-বিভোৰ হৈ আনন্দ মনেৰে সংলাপ ক'ব।**

প্ৰফেচাৰ : কি হ'ল মুদৈ?

মুদৈ : **(মুদৈৰ চিন্তাৰ তন্ময়তা হেৰায়। নিজৰ বৰ্তমান অৱস্থালৈ ঘূৰি আহে।)** হয়!

বাবা : সনাতনটো নেদেখা হৈ গ'ল।

মুদৈ : মই কিবা এটা ভাবি আছিলোঁ। ৰাম, ৰাম কিযে ভাববোৰ মানুহৰ মনলৈ আহে।

**মঞ্চ ক্ৰমান্বয়ে আন্ধাৰ হ'ব।**

## ষষ্ঠ পৰিৱেশ

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব। মঞ্চ প্ৰথম পৰিৱেশৰ দৰেই থাকিব। মঞ্চত জ্যোতি, প্ৰফেচাৰ, বাবা, এনি, চিৰঞ্জীৱ আৰু মুদৈ থাকিব। আটায়ে নিজ নিজ চিন্তাত নিমগ্ন হৈ ইফালে-সিফালে কৰি ঘূৰি ফুৰে। যেন তেওঁলোকৰ এই আহ-যা বিৰক্তিকৰ আৰু অৰ্থহীন। যেন এটা স্থিৰাৱস্থাৰ পৰিবৰ্তনৰ বাবে আটায়ে একেলগে কৈ উঠে।**

আটায়ে : আৰু বা কিমান অপেক্ষা কৰিব লাগিব!

জ্যোতি : সনাতন এতিয়াও ঘূৰি নাহিল।

প্ৰফেচাৰ : সনাতন নাহিব নেকি বাৰু!

বাবা : সনাতন আহিব। নহাৰ দেখোন তেনে কোনো কাৰণ নেদেখোঁ।

এনি : আহিম, আহিম বুলি এতিয়াও নাপালেহি দেখোন।

চিৰঞ্জীৱ : আজি আমি সনাতনৰ বাবে বাট চাওঁতেই দিনটো শেষ হ'ব যেন পাওঁ!

মুদৈ : ৰাতিয়েই যেতিয়া আহি নাপালে, পুৱা সি বা আকৌ ক'ত যায়গৈ তাৰ কি ঠিক!

জ্যোতি : মই যাওঁ, এইবাৰ সনাতন নহালৈকে নেৰোঁ।

**জ্যোতি যায়।**

প্ৰফেচাৰ : সিবা ঘোঁৰাত উঠি ক'ত গ'ল?

বাবা : সনাতনক নিজে গৈ লৈ আনিব লগা হ'ল।

চিৰঞ্জীৱ : ব'লা বাবা, সনাতন ঘোঁৰাৰ পৰা নামিলে তাক লৈ আনিম।

মুদৈ : সনাতনে যদি ঘোঁৰাৰ পৰা নানামে!

এনি : কিমান ঘোঁৰাৰ ওপৰত থাকিব। নামিব-নামিব।

বাবা : ব'লা চিৰঞ্জীৱ অলপ আগবাঢ়ি যাওঁ।

চিৰঞ্জীৱ : ব'লা (**চিৰঞ্জীৱ আৰু বাবা যায়।**)

প্ৰফেচাৰ : এইবাৰ আৰু ইয়াত নাথাকোঁ সনাতন আহিলে গুচি যাম।

মুদৈ : ময়ো তাকে ভাবিছোঁ। ঘৰৰ মানুহ ঘৰলৈ গুচি যোৱাই ভাল। ভেঁকো-ভাওনাখন কৰি লাভ নাই।

এনি : মই ভাবিছোঁ সকলো গুচি গ'লে মই কি কৰিম।

মুদৈ : তুমিও ঘৰলৈ গুচি যাবাগৈ।

প্ৰফেচাৰ : মই অলপ নিজৰ বস্তু-বাহানিবোৰ ঠিক কৰোঁগৈ।

**প্ৰফেচাৰ যায়গৈ।**

এনি : আপুনি মোক ঘৰলৈ ঘূৰি যোৱাৰ কথা কৈছে!

মুদৈ : অঁ, ঘৰলৈ যাবাগৈ।

এনি : কিন্তু কোনখন মুখলৈ ঘৰলৈ যাম!

মুদৈ : মানে!

এনি : মই পতিতা, মই লাঞ্চিতা।

মুদৈ : কি।

এনি : আপুনি মোক উদ্ধাৰ কৰক।

মুদৈ : মই, মই তোমাক কি দৰে উদ্ধাৰ কৰিম?

এনি : আপুনিতো মোক কথা দিছিল।

মুদৈ : কথা দিছিলোঁ, কিন্তু তোমাকতো বিশ্বাস কৰিব পৰা নাছিলোঁ।

এনি : এইবোৰ আপুনি কি কৈছে!

মুদৈ : মোৰ চাফ কথা, মোক তোমাৰ নিচিনা বুৰ্বক বুলি নাভাবিবা। মই তোমাক গ্ৰহণ নকৰোঁ।

এনি : কি আপুনি!

**প্ৰফেচাৰ আহে।**

প্ৰফেচাৰ : এনি

এনি : ডাক্তৰ, আপুনি মোক উদ্ধাৰ কৰক।

প্ৰফেচাৰ : কি উদ্ধাৰ কৰিব লাগে!

এনি : মই পতিতা, মই লাঞ্চিতা।

প্ৰফেচাৰ : কি!

এনি : মই অসহায়। আপুনিয়েই মোৰ একমাত্ৰ সহায়।

প্ৰফেচাৰ : মিছা কথা, মই তোমাক কোনো ধৰণে সহায় কৰিব নোৱাৰোঁ।

এনি : কি! আপুনিয়েতো মোক নিৰ্ভয় দিছিল।

প্ৰফেচাৰ : তুমি বৰ অঁকৰা। মোৰ কথাত তুমি কিয় ভুল গৈছিলা?

এনি : ডাক্তৰ, মোৰ ওপৰত দয়া কৰক।

প্ৰফেচাৰ : মোৰ ওচৰৰ পৰা আঁতৰি যোৱা। মই সমাজৰ ভদ্ৰ মানুহ। মোৰ মান সন্মান আছে।

| | | |
|---|---|---|
| এনি | ঃ | মুদৈ আপুনি - - - |
| মুদৈ | ঃ | নাই, নাই মই নোৱাৰিম। মই হ'লো চিধা-চিধি মানুহ। ধৰ্মপ্ৰাণ মানুহ। |
| এনি | ঃ | বুজিছোঁ, আপোনালোকৰ ভণ্ডামি বুজিছোঁ। মোৰ অসহায় দৰিদ্ৰতাৰ সুযোগ লৈ মোক সৰ্বনাশ কৰি এতিয়া সন্মানীয় হ'ব আহিছে! ধৰ্মপ্ৰাণ হ'ব আহিছে! |
| প্ৰফেচাৰ | ঃ | তুমি মহা অঁকৰা ছোৱালী এনি। |
| মুদৈ | ঃ | তুমি বৰ বুৰ্বক ছোৱালী এনি। |
| প্ৰফেচাৰ | ঃ | চগা হৈ জুইত জাপদি এতিয়া ছট্‌ফটাইছা? |
| মুদৈ | ঃ | জুইৰ ওচৰত থাকিলে ঘিঁউ পমিবই। তাত আমাৰতো দুখ নাই। |

**বাবা আহে।**

| | | |
|---|---|---|
| বাবা | ঃ | এনি — |
| এনি | ঃ | বাবা, মই আজি শেষ হৈ গ'লোঁ। মই সৰ্বহাৰা হ'লোঁ। |
| বাবা | ঃ | এনি কি হ'ল? |
| এনি | ঃ | মই পতিতা বাবা। মই লাঞ্চিতা, মই আন্ধাৰ দেখিছোঁ। |
| বাবা | ঃ | কি! |
| এনি | ঃ | আন্ধাৰৰ ভয়াবহ গহ্বৰলৈ মোক এই ইহঁতে ঠেলি দিলে। |
| মুদৈ, প্ৰফেচাৰ | ঃ | **(একেলগে)** কি? |
| এনি | ঃ | অ, তহঁত, তহঁত - তাৰ বাবে - তহঁত দায়ী। মই নাজানি তহঁতক সোণ বুলি লৈছিলোঁ। |
| মুদৈ | ঃ | সেই বাবেই সোণ আৰু কাঁচৰ পাৰ্থক্য জানিব লাগে। |
| প্ৰফেচাৰ | ঃ | মিছাই তুমি আমাক বদনাম নিদিবা। |
| এনি | ঃ | মিছা! |
| বাবা | ঃ | প্ৰফেচাৰ, মুদৈ, তোমালোকে তাইক উদ্ধাৰ কৰা। |
| মুদৈ, প্ৰফেচাৰ | ঃ | **(একেলগে)** আমি! |
| বাবা | ঃ | তাইক গ্ৰহণ কৰা - |
| মুদৈ, প্ৰফেচাৰ | ঃ | **(একেলগে)** নাই নহ'ব। |
| বাবা | ঃ | তাই বৰ অসহায়, তাই বৰ অকলশৰীয়া। |

মুদৈ		তুমি কোন তাইৰ হৈ ক'বলৈ?
বাবা		মই তাইক নিজৰ জী হিচাপে মৰম কৰোঁ।
প্ৰফেচাৰ		উত্তম। তেন্তে তুমি তোমাৰ জীয়েৰক লৈ যোৱা।
বাবা		তাইক সৰ্বনাশ নকৰিবা। মই তোমালোকৰ ভৰিত ধৰিছোঁ।
মুদৈ		লাভ নাই।
প্ৰফেচাৰ		আমি ভদ্ৰ মানুহ।
মুদৈ		আমাৰ সন্মান আছে।
প্ৰফেচাৰ		বাবা, তুমি আঁতৰি যোৱা।
মুদৈ	:	বাবা, তোমাৰ জীয়েৰক লৈ যোৱা।
এনি	:	নালাগে বাবা, সিহঁতৰ পুতৌ পাত্ৰ হ'ব নালাগে। (**প্ৰফেচাৰ আৰু মুদৈক**) তহঁত ভদ্ৰ, সন্মান আছে! শুন, তহঁতে শুন, মই সমাজক চিঞৰি চিঞৰি ক'ম। ইহঁত ভদ্ৰৰ মুখা পিন্ধা পাষণ্ড। ইহঁতৰেই পাপৰ অংকুৰিত বীজ মোৰ শৰীৰত।
মুদৈ	:	অংকুৰিত হোৱাৰ আগতেই তুমি অংকুৰবোৰ আঁতৰাই দিয়া।
প্ৰফেচাৰ	:	তুমি মুক্তি পাবা। এইয়াই ভাল পথ।
এনি	:	কি হ'ল! মোক গ্ৰহণ কৰাৰ সাহস নাই।
মুদৈ, প্ৰফেচাৰ	:	(**একেলগে**) সাহস!
এনি	:	শুন, মই তহঁত ভদ্ৰ, সন্মানীয় সকলক প্ৰত্যাহ্বান জনাইছোঁ। মই জীয়াই থাকিম তহঁতৰ সমাজখনৰ মুখা খহাই দিবলৈ। তহঁতৰ পাপৰ স্বাক্ষৰ লৈ, তহঁতৰ ভদ্ৰ সমাজত তহঁতৰ ভণ্ডামিৰ পৰিচয় দিম। মই মই জীয়াই থাকিম।

**মুদৈ আৰু প্ৰফেচাৰ কিছু আঁতৰলৈ গৈ নিজৰ ভিতৰত গোপনভাৱে কথা পাতে।**

মুদৈ	:	প্ৰফেচাৰ -
প্ৰফেচাৰ	:	হয় -
মুদৈ	:	ইয়াৰ পৰা পলোৱা ভাল হ'ব।
প্ৰফেচাৰ	:	ব'লা পলাওঁ।

**প্ৰফেচাৰ আৰু মুদৈ যায়।**

এনি	:	(**প্ৰফেচাৰহঁত যোৱাৰ ফালে চায়।**) পলালি, পলালি শুনা, শুনা হে ভদ্ৰ সমাজৰ ভদ্ৰ মানুহবিলাক মই পতিতা, মই লাঞ্চিতা। কিন্তু মই জীয়াই থাকিম, মই মৰি নাযাওঁ মই তোমালোকৰ মুখা খহাই দিম। মই তোমালোকৰ প্ৰত্যাহ্বান।

বাবা : শান্ত হ' আই।

এনি : বাবা -

**এনিয়ে কান্দি কান্দি বাবাৰ কান্ধত ঢলি পৰে। বাবাই এনিক সাবটি ধৰি শান্ত কৰিবলৈ চেষ্টা কৰে।**

বাবা : আই, মই - মই - কি সহায় কৰিব পাৰোঁ! অঁ, পাৰিম মই পাৰিম।

এনি : কি বাবা!

বাবা : তই সমাজক প্ৰত্যাহ্বান জনাব নালাগে।

এনি : মানে!

**এনিয়ে আচৰিত হৈ মুখলৈ চায়।**

বাবা : তোক সমাজে নেওচিব।

এনি : মই যুঁজিম বাবা।

বাবা : নোৱাৰিবি। তই নোৱাৰিবি। মই পাৰিম। তই মোৰ নিজৰ ছোৱালীৰ দৰে। মই বাপেক হৈ — মোৰ ছোৱালীৰ সৰ্বনাশৰ সকলো দায় মোৰ গাত ল'ম।

এনি : বাবা!

বাবা : মই ক'ম এইক লাঞ্চিতা মই কৰিলোঁ।

**মঞ্চ ক্ৰমান্বয়ে আন্ধাৰ হ'ব।**
**খন্তেক পাছত মঞ্চ আকৌ পোহৰ হ'ব।**
**পৰিৱেশ একেই ভাগে থাকে।**
**মঞ্চত এনি, চিৰঞ্জীৱ আৰু বাবা।**
**এনেতে বান্দৰ ৰূপলৈ প্ৰফেচাৰ আৰু মুদৈ সোমাই আহে। প্ৰফেচাৰ আৰু মুদৈক দেখি বাবা আৰু এনিয়ে হাঁহে। মুদৈ আৰু প্ৰফেচাৰৰ ৰূপ-সজ্জা আৰু সাজ-সজ্জা কিছু পৰিবৰ্তন কৰিব পাৰিলে ভাল হয়। প্ৰফেচাৰ আৰু মুদৈয়ে বান্দৰৰ দৰে অংগি-ভংগি কৰিব লাগিব। সংলাপ কোৱাৰ কৌশল আৰু মাতৰ পৰিবৰ্তন হ'ব।**

এনি }
বাবা } : **(একেলগে হাঁহে)** বান্দৰ!

মুদৈ }
প্রফেচাৰ } : **(একেলগে)** নাহাঁহিবা।

বাবা : কি হ'ল পলাইছিলা নহয়?

এনি : ঘূৰি আহিলা কিয়?

প্রফেচাৰ : বান্দৰ হৈ আমি ওলাব নোৱাৰোঁ।

চিৰঞ্জীৱ : কিন্তু এইবোৰ কিদৰে হ'ল?

মুদৈ : এই অতিথিশালাৰ পৰা পলাই সৌ সাঁকোখন পাৰ হওঁতেই হঠাৎ আমি বান্দৰ হৈ গলোঁ।

প্রফেচাৰ : মুদৈ অকল আমি বান্দৰ হৈ থাকিলে নহ'ব।

মুদৈ : ইহঁতকো বান্দৰ কৰিব লাগিব।

প্রফেচাৰ : নহ'লে আমাৰ বান্দৰামি চাই ইহঁতে হাঁহিব।

মুদৈ : আৰু ইয়াৰ পৰা ওলাই যাব নোৱাৰিম।

প্রফেচাৰ : চিৰঞ্জীৱ, তোমালোকো বান্দৰ হোৱা।

চিৰঞ্জীৱ : নাই আমি বান্দৰ নহওঁ।

মুদৈ : হ'ব লাগিব। আমি বাধ্য কৰাম।

এনি }
চিৰঞ্জীৱ } : **(একেলগে)** নাই - নাই, আমি বান্দৰ নহওঁ।

প্রফেচাৰ : সনাতন অহাৰ আগতে ইহঁতক বান্দৰ কৰিব লাগিব মুদৈ।

মুদৈ : সেয়ে হওঁক — তোমালোক বান্দৰ হ'ব লাগিব।

চিৰঞ্জীৱ : নাই বান্দৰ নহওঁ আৰু শুনা, মই এনিক গ্রহণ কৰিছোঁ। মই বান্দৰ নহয়। মই ভীৰু নহয়। মই মানুহ।

প্রফেচাৰ : তেতিয়াহ'লে তোমাক আৰু এৰি দিব নোৱাৰোঁ।

মুদৈ : তুমি বান্দৰ হ'বই লাগিব।

মুদৈ, }
প্রফেচাৰ } : **(একেলগে)** তুমি বান্দৰ হ'ব লাগিব। তুমি বান্দৰ হ'ব লাগিব।

চিৰঞ্জীৱ : সনাতন - সনাতন - - -

প্রফেচাৰ : সনাতন অহাৰ আগতে তুমি বান্দৰ হ'ব লাগিব।

**মঞ্চ ক্রমান্বয়ে আন্ধাৰ হ'ব।**
**খন্তেক পাছত আকৌ মঞ্চ ক্রমান্বয়ে পোহৰ হ'ব।**
**পৰিৱেশ আগৰ দৰেই থাকিব।**

**মঞ্চত এনি আৰু বাবা থাকে। জ্যোতিয়ে**
**দূৰৰ পৰা চিঞৰি, চিঞৰি সোমাই আহে।**

জ্যোতি : বাবা - বাবা - - -

বাবা : কি হ'ল জ্যোতি?

জ্যোতি : সনাতন, সনাতন - - -

এনি }
বাবা } : (একেলগে) সনাতন!

**এনেতে চিৰঞ্জীৱ সোমাই আহি এনিৰ**
**কাষলৈ আগবাঢ়ি যায়।**

চিৰঞ্জীৱ : কি হ'ল এনি, সনাতন আহিছে নেকি?

এনি : চিৰঞ্জীৱ তুমি মোৰ কাষলৈ নাহিবা।

চিৰঞ্জীৱ : কিয়?

এনি : মই - মই লাঞ্চিতা, মই পতিতা, মই পাপী -

চিৰঞ্জীৱ : কি!

বাবা : হয় চিৰঞ্জীৱ, তাই আজি অৱহেলিত। এইক সৰ্বনাশ কৰি মুদৈ আৰু প্ৰফেচাৰে এই অতিথিশালাৰ পৰা পলাল।

চিৰঞ্জীৱ : মুদৈ আৰু প্ৰফেচাৰ!

এনি : মই আন্ধাৰ গহ্বৰলৈ ধাৱমান হৈছোঁ। মোৰ ভৱিষ্যতটো ভীষণ আন্ধাৰ।

বাবা : নহয় - নহয় চিৰঞ্জীৱ, তাইক মই অৱহেলিত হ'ব নিদিওঁ। মই সকলো পাপৰ বোজা শিৰ পাতি লৈছোঁ।

চিৰঞ্জীৱ : বাবা, তুমি এই প্ৰত্যাহ্বানৰ প্ৰচণ্ডতা জানো বহন কৰিব পাৰিবা? তুমি যে বৃদ্ধ বাবা!

বাবা : মই বৃদ্ধ হ'লেও এই প্ৰত্যাহ্বানক আহ্বান জনাইছোঁ।

**মুদৈ আৰু প্ৰফেচাৰ আহে।**

মুদৈ : চিৰঞ্জীৱ।

চিৰঞ্জীৱ : তোমালোক!

প্ৰফেচাৰ : আমি প্ৰফেচাৰ আৰু মুদৈ - - -

মুদৈ : মই মুদৈ - - -

প্ৰফেচাৰ : আমি বান্দৰ হৈ গলোঁ।

এনি / বাবা : (একেলগে) বান্দৰ!

**এনি আৰু বাবাই প্ৰফেচাৰ আৰু মুদৈক বান্দৰৰ দৰে অনুকৰণ কৰি জোকায়। দুয়ো পগলাৰ দৰে কৰে। জ্যোতি বাবা আৰু এনিৰ ওচৰলৈ আহি চিঞৰি দিয়ে।**

জ্যোতি : বাবা - এনি - - -

**বাবা আৰু এনি থৰ হৈ ৰৈ দিয়ে।**

জ্যোতি : বাবা, সনাতন - সনাতন - - -

বাবা : সনাতন! সনাতন ক'ত?

এনি : সনাতন আহিছে?

চিৰঞ্জীৱ : সনাতনক আমাক লাগে।

জ্যোতি : সনাতনৰ মৃত্যু হ'ল।

আটায়ে : মৃত্যু হ'ল!

জ্যোতি : ঘোঁৰাৰ পৰা পৰি সনাতনৰ মৃত্যু হ'ল।

আটায়ে : মৃত্যু!

**আটায়ে মুহূৰ্তৰ বাবে স্থিৰ হৈ ৰ'ব।**

বাবা : আমাৰ এতিয়া কি হ'ব?

এনি : আমি এতিয়া ক'ত যাম?

জ্যোতি : আমি এতিয়া কি কৰিম?

মুদৈ : বৰ ভাল হ'ল প্ৰফেচাৰ, সনাতন নাই।

প্ৰফেচাৰ : সনাতনৰ মৃত্যু হ'ল।

**মুদৈ আৰু প্ৰফেচাৰে হাঁহে, আনন্দ কৰে। বান্দৰৰ দৰে বান্দৰালি কৰে।**

মুদৈ : এইয়াই সুবিধা ইহঁতক বান্দৰ কৰিবই লাগিব।

এনি / চিৰঞ্জীৱ : (একেলগে) নাই, নাই আমি বান্দৰ নহওঁ।

মুদৈ : আমি বান্দৰ হ'লোঁ, আৰু তোমালোক মানুহ হৈ থাকিবা!

প্ৰফেচাৰ : তোমালোকেও আমাৰ দৰে বান্দৰ হ'ব লাগিব।

জ্যোতি : মোৰ যেনিবা ভাগ্য ভাল মই কণা। ন'হলে বান্দৰ হোৱাটো চাব নোৱাৰিলোহেঁতেন!

বাবা : মানুহৰ বান্দৰালি মই চাইয়ে থাকিব লাগিব। কাৰণ মই যে বৃদ্ধ।

**জ্যোতি আৰু বাবাক একাষে থৈ চিৰঞ্জীৱ আৰু এনিক মুদৈ আৰু প্ৰফেচাৰে আগুৰি লৈ বান্দৰৰ দৰে জপিয়াই জপিয়াই সংলাপ ক'ব।**

মুদৈ, প্ৰফেচাৰ : **(একেলগে)** তোমালোকে বন্দৰ হ'ব লাগিব।

এনি, চিৰঞ্জীৱ : **(একেলগে)** নাই, আমি বান্দৰ নহওঁ। আমি মানুহ হৈ থাকিম।

চিৰঞ্জীৱ : আমাক মানুহ হৈ থাকিব দিয়া।

মুদৈ, প্ৰফেচাৰ : **(একেলগে)** নাই নিদিওঁ - - -

**চিৰঞ্জীৱ আৰু এনি, আনহাতে প্ৰফেচাৰ আৰু মুদৈ - দুয়ো পক্ষৰ মাজত যুদ্ধ হয়। ক্ৰমান্বয়ে মঞ্চ ছঁয়া-ময়া পোহৰ হ'ব। বাকীখিনি অভিনয় ছঁয়া-ময়া পোহৰতে হ'ব।**

চিৰঞ্জীৱ : সকলো বান্দৰ হৈ গ'লেও আমি নহওঁ। আমি মানুহ হৈ থাকিম। আমি মানুহ হৈ থাকিম। মানুহ হৈ থাকিবৰ বাবে শেষলৈকে যুঁজিম। মই যুঁজিম। আমাক মানুহ হৈ থাকিব দিয়া। আমি মানুহ হৈ থাকিম। আমি বান্দৰ নহওঁ। আমি বান্দৰ নহওঁ। আমি মানুহ হৈ থাকিম।

দুই পক্ষৰ যুদ্ধ কৰি, কৰি এটা সময় যুদ্ধত হাৰি মুদৈ আৰু প্ৰফেচাৰ পলায়। চিৰঞ্জীৱ আৰু এনিয়ে সিহঁতক খেদি যাবলৈ ধৰোতে স্থিৰ হৈ ৰয়।

জ্যোতি : এতিয়া বাৰু কিমান নিশা হ'ল?

বাবা : নিশা প্ৰায় শেষ হ'ল।

জ্যোতি : নিশা শেষ হ'ব, পুৱা হ'ব।

মঞ্চত এটা কোণৰ পৰা এটা ৰশ্মি পোহৰ আহি - চিৰঞ্জীৱ, এনি, বাবা আৰু জ্যোতিৰ মুখত পৰে। এটা সময়ত পোহৰ কেৱল জ্যোতিৰ মুখত আবদ্ধ হৈ ৰ'ব। বাকী মঞ্চ আন্ধাৰ থাকিব।

যৱনিকা



# ধুমুহা পখীৰ নীড়

**প্ৰথম অভিনয়**

২০ আৰু ২১ ডিচেম্বৰ ১৯৭৮ চন.

নৱাৰুণ শিল্পী সংঘ ঃ লখিমপুৰ

স্থান ঃ সংগীত মহাবিদ্যালয় ঃ লখিমপুৰ

অভিনয়ত ঃ

| | |
|---|---|
| গায়ন-বায়ন | ঃ পংকজ বৰা, ধন বৰা, ৰঞ্জিত গোস্বামী |
| সূত্ৰধাৰী | ঃ চবিন ৰাজখোৱা |
| প্ৰথম দূত | ঃ বিজয় কৃষ্ণ গোস্বামী |
| দ্বিতীয় দূত | ঃ গোবিন্দ চন্দ্ৰ দত্ত |
| সত্যকাম | ঃ ভৱানী ভূএগ |
| প্ৰভাত | ঃ তপন বৰপূজাৰী |
| বলেন | ঃ ভুৱন চন্দ্ৰ দত্ত |
| যাদৱ | ঃ নন্দকিশোৰ মহেশ্বৰী |
| কিৰণ | ঃ উষা দাস |
| প্ৰতিম | ঃ বুলু দাস |
| ৰচনা (সৰু) | ঃ মায়ামণি |
| ৰচনা (ডাঙৰ) | ঃ লীনা হাজৰিকা |
| সংগীত | ঃ ৰঞ্জিত বৰুৱা, পংকজ বৰা |
| নৃত্য পৰিচালনা | ঃ পংকজ বৰা |
| পোহৰ নিয়ন্ত্ৰণ | ঃ হৰিচৰণ বেজবৰুৱা, বিপিন বৰুৱা |
| মঞ্চ-সজ্জা | ঃ পুৰন্দৰ বৰুৱা, ৰফিউৰ ৰহমান, প্ৰশান্ত বৰা, ভৈৰৱ ভৰালী |
| ৰূপ-সজ্জা | ঃ শৰৎ বৰকটকী |

মঞ্চ পৰিকল্পনা আৰু পৰিচালনা

ঃ আলি হাইদৰ

## নেপথ্য আলাপ ৪

এটা সময়ত নক্সালবাৰী আন্দোলনে এটা জোৰদাৰ ৰূপ লৈছিল। এই আন্দোলনে কম বেছি পৰিমানে গোটেই দেশখনকেই চুই গৈছিল। তেতিয়াই সেই আন্দোলনৰ পটভূমিত নাটক এখন লিখাৰ কথা চিন্তা কৰিছিলোঁ। পিছলৈ সম্পূৰ্ণ কাল্পনিকভাৱে অসমৰ পটভূমিত, নিজস্ব ধাৰণাৰে - ১৯৭৭ চনত 'ধুমুহা পখীৰ নীড়' নাটকখন প্ৰস্তুত কৰিলোঁ। এই নাটকত সেই আন্দোলনৰ প্ৰভাৱ পৰাটোৱেই স্বাভাৱিক। — প্ৰকৃততে এই নাটকৰ যোগেদি প্ৰছেনিয়াম থিয়েটাৰত লোক - পৰম্পৰাগত নাট্যশৈলী প্ৰয়োগ কৰাৰ এটা চেষ্টা কৰিছিলোঁ। এই নাটকখন প্ৰথম মঞ্চস্থ কৰে 'নবাৰুণ'ৰ শিল্পীসকলে।

## চৰিত্ৰলিপি

সূত্ৰধাৰী,
প্ৰথম দূত,
দ্বিতীয় দূত,
সত্যকাম বৰুৱা,
প্ৰভাত বৰুৱা,
বলেন বৰুৱা,
যাধৱ বৰুৱা,
কিৰণবালা বৰুৱা,
প্ৰতিমা বৰুৱা,
ৰচনা বৰুৱা (সৰু),
ৰচনা বৰুৱা (ডাঙৰ),
গায়ন-বায়নৰ সকল।

পৰিচিতি দৃশ্য ঃ

মঞ্চসজ্জাত জটিলতা নকৰাই ভাল। প্লেটফৰ্ম ব্যৱহাৰ কৰিলেই হ'ল। নটকৰ আৰম্ভণিটো অংকীয়া ভাওনাৰ দৰে গায়ন-বায়নৰ গুৰু ঘাটেৰে কৰিলে ভাল হয়। গায়ন-বায়ন শেষ হোৱাৰ লগে লগে, দুজন দূতে আৰোৱানেৰে আঁৰ কৰি সূত্ৰধাৰীক প্ৰৱেশ কৰোৱায়।
গায়ন-বায়নে সূত্ৰধাৰীক আদৰে।
তাৰ পাছতে সূত্ৰধাৰীৰ নৃত্য।
সূত্ৰধাৰীৰ নৃত্য শেষ হোৱাত, গায়ন-বায়নৰ প্ৰস্থান আৰু মঞ্চৰ সন্মুখলৈ সূত্ৰধাৰী আগবাঢ়ি আহে।
সূত্ৰধাৰীৰ অলপ পাছত থাকিব প্ৰথম দূত আৰু দ্বিতীয় দূত।
দৃশ্য পৰিচিতিত সূত্ৰই অংকীয়া সুৰত সংলাপ আৰু মাজে মাজে অসমীয়া লোকগীত আদি সংলাপত ব্যৱহাৰ কৰিলে ভাল হয়। যেনে - ভটিমাৰ সুৰ, পালনাম, জিকিৰ, ওজাপালি, ফকৰা-যোজনাৰ সুৰ বা অমিত্ৰাক্ষৰ ছন্দ আবৃত্তি কৰাৰ দৰে।
পোহৰ অকল সূত্ৰধাৰী আৰু দূত দুজনৰ গাত পৰিব।
নাটকৰ সম্পূৰ্ণ পৰিকল্পনা পৰিচালকৰ ওপৰত নিৰ্ভৰ কৰিব।

সূত্ৰধাৰী ঃ হে দৰ্শক বৃন্দ, আজিৰ নাটকৰ মই সূত্ৰধাৰী। এই দুজন মোৰ সহযোগী।

পাছত থকা দূত দুজনক দেখুৱায়।
দূতদুজন আগলৈ আহি দৰ্শকক নমস্কাৰ দিয়ে।

প্ৰথম দূত ঃ মই প্ৰথম দূত।

দ্বিতীয় দূত ঃ মই দ্বিতীয় দূত।

| | | |
|---|---|---|
| কোৰাচ | ঃ | নাট্যকাৰৰ বক্তব্য, শিল্পী আৰু দৰ্শকৰ আমি মাথোঁ যোগসূত্ৰ। |
| সূত্ৰধাৰী | ঃ | সময়ে সময়ে মই প্ৰৱেশ কৰিম।<br>নায়ক হিচাপে, পাৰ্শ্ব চৰিত্ৰ হিচাপে,<br>এই নাটকৰ যোগসূত্ৰৰ বাবে। |
| দূতদ্বয় | ঃ | নাটকৰ বিভিন্ন সংবাদ পেছ কৰিবৰ বাবে আমি বিভিন্ন পাৰ্শ্ব চৰিত্ৰ হিচাপে আপোনাসৱৰ লগত যোগসূত্ৰ স্থাপন কৰিম। |
| সূত্ৰধাৰী | ঃ | আজিৰ যিটো কাহিনী ঐতিহাসিক নহয়,<br>নহয় সিটো পৌৰাণিক। |
| প্ৰথম দূত | ঃ | সেইয়া আজিৰ কাহিনী। |
| দ্বিতীয় দূত | ঃ | সচা কাহিনী। |
| সূত্ৰধাৰী | ঃ | আপোনাৰ, মোৰ, আমাৰ দৰে কিছুমান সচা মানুহৰ সচা কাহিনী। |
| দূতদ্বয় | ঃ | হয় হয়। |
| সূত্ৰধাৰী | ঃ | আমাৰ দৰেই কথা বতৰা, আমাৰ দৰেই চাল-চলন, আমাৰ দৰেই কিছুমান চৰিত্ৰ। |
| সূত্ৰদ্বয় | ঃ | হয়, হয়। |
| সূত্ৰধাৰী | ঃ | এতিয়া আমি প্ৰথমে নাটকৰ বিষয়বস্তু কিঞ্চিত পৰিমাণে আপোনাসবৰ আগত অৱগত কৰিম। |
| দূতদ্বয় | ঃ | হয়, হয়। |
| সূত্ৰধাৰী | ঃ | কোনো এখন সৰু চহৰ,<br>যি খনৰ নাম লখিমী নগৰ। |
| প্ৰথম দূত | ঃ | সত্যকাম বৰুৱা নামেৰে<br>আদৰ্শবান মাষ্টৰে<br>লখিমী নগৰত বাস কৰে। |
| দ্বিতীয় দূত | ঃ | নহয় কেৱল মাষ্টৰ<br>সচা সেৱক সমাজৰ। |
| সূত্ৰধাৰী | ঃ | তেওঁৰ নাম সমাজৰ মাজত জনাজাত,<br>আবাল-বৃদ্ধ-বনিতাৰ মাজত প্ৰখ্যাত। |
| সূত্ৰধাৰী | ঃ | আজিৰ এই নাটকত |
| দূতদ্বয় | ঃ | হয়, হয়। |

| | | |
|---|---|---|
| সূত্ৰধাৰী | ঃ | লখিমী নগৰৰ |
| দূতদ্বয় | ঃ | হয়, হয়। |
| সূত্ৰধাৰী | ঃ | সেই সত্যকাম মাষ্টৰৰ - |
| দূতদ্বয় | ঃ | হয়, হয়। |
| সূত্ৰধাৰী | ঃ | পৰিয়ালৰ সংসাৰৰ কথাকে **(আপোনাৰ আগত)** বেকত কৰিম। |
| দূতদ্বয় | ঃ | হয়, হয়, বেকত কৰিম। |
| সূত্ৰধাৰী | ঃ | লখিমী নগৰৰ সত্যকাম মাষ্টৰ<br>ক্ষয়িষ্ণুপ্ৰায় নিম্ন মধ্যবিত্ত সমাজত<br>এটি ব্যতিক্ৰম চৰিত্ৰ। |
| প্ৰথমদূত | ঃ | সতি-সন্তানেৰে ভৰপূৰ,<br>সত্যকাম মাষ্টৰৰ<br>সংসাৰ খনৰ<br>সুখ-দুখ, হাঁহি-কান্দোন বেদনাই — |
| কোৰাছ | ঃ | আজিৰ নাটকৰ বিষয়বস্তু — |
| দ্বিতীয়দূত | ঃ | কোনে জানে —<br>আজিৰ নাটকৰ এই চৰিত্ৰবোৰৰ মাজতে<br>আপোনাৰ মোৰ আমাৰ দৰে<br>নিম্নমধ্যবিত্ত সমাজৰ — |
| কোৰাছ | ঃ | চিনাকি চৰিত্ৰবোৰক বিচাৰি পাওঁ। **(সুৰ সলায়।)** এই নাটকত আপোনাৰ, আমাৰ নিচিনা চিনাকি চৰিত্ৰবোৰ দেখিলে আপোনাসৱে উচপখাই নাযাব। |
| সূত্ৰধাৰী | ঃ | এতিয়া আমি নাটক আৰম্ভ হোৱাৰ আগতে আপোনাসৱৰ লগত নাটকৰ প্ৰধান আৰু বৃদ্ধ চৰিত্ৰ সত্যকাম মাষ্টৰক চিনাকি কৰি দিওঁ। **(দূতদ্বয়ক উদ্দেশ্য কৰি)** তোমালোক যোৱা নাটকৰ বৃদ্ধ চৰিত্ৰক ইয়ালৈ আদৰি আনা। |
| দূতদ্বয় | ঃ | হয়, হয়। |

**দূতৰ প্ৰস্থান। খন্তেক পাছত এজন বৃদ্ধক ভিতৰৰ পৰা এখন বগা আৱোৱানেৰে আঁৰ কৰি দূতদ্বয়ে লৈ আনে। বৃদ্ধজন সত্যকাম বৰুৱা।**

দূতদ্বয় : **(দূৰৰ পৰাই চি এঞৰি)** আজিৰ নাটকৰ বৃদ্ধ চৰিত্ৰ সত্যকামে প্ৰবেশ কৰিছে।

**আৰোৱানখন আঁতৰাই দিয়ে। সূত্ৰধাৰীয়ে সত্যকামক দেখুৱাই ক'ব।**

সূত্ৰধাৰী : এয়া আজিৰ নাটকৰ আটাইতকৈ বৃদ্ধ চৰিত্ৰ সত্যকাম বৰুৱা। এই বৃদ্ধ চৰিত্ৰৰ ওপৰত নাটকৰ গতি নিয়ন্ত্ৰণ কৰাৰ দায়িত্ব থাকিল।

**সূত্ৰধাৰ সত্যকামৰ ওচৰৰ পৰা আঁতৰি যায়। সত্যকামে মঞ্চৰ সন্মুখলৈ আহি সংলাপ আৰম্ভ কৰিব। পোহৰ অকল সত্যকামৰ ওপৰত পৰিব।**

সত্যকাম : মোৰ দৰে বৃদ্ধ চৰিত্ৰৰ ওপৰত নাটকৰ গতি নিয়ন্ত্ৰণৰ দায়িত্ব! খুব হাঁহি উঠা কথা। এটা উপহাস কৰা বিষয়। বৃদ্ধৰ হাতত দায়িত্ব। এটা ভুল বিচাৰ। ভুল নিৰ্ণয়। আমাৰ ভুল এইখিনিতে। আমাৰ সমাজ ব্যৱস্থাত। ৰাজনীতিত, সংস্কৃতিত, সাহিত্যত সকলোতে কেৱল বৃদ্ধৰ আগভাগ। এয়া এক পৰম্পৰা। যি বৃদ্ধই দৌৰিব নোৱাৰে, সেই বৃদ্ধ থাকিব মিছিলৰ আগত! যি বৃদ্ধই নিজৰ হাতৰ লাখুটিত নিৰ্ভৰ কৰি থাকে — সেই বৃদ্ধক দিয়ে নেতৃত্ব! যি কোনো দিনে পাছলৈ চোৱাৰ বাহিৰে আগলৈ চাব নাজানে, যি তলৰ পৰা ওপৰলৈ মূৰ কৰিব নাজানে, সেই বৃদ্ধক দিয়ে দায়িত্ব। এয়া বহুত ভুল হৈ গৈছে। এতিয়া শুধৰাবৰ হ'ল। **(সুৰ সলায়।)** ৰ'ব ৰ'ব মোৰ নুমলীয়া পুত্ৰ প্ৰভাতক আপোনালোকৰ লগত চিনাকি কৰি দিওঁ। তাক মই খুব ভাল পাওঁ। সি মোৰ খুব মৰমৰ। সি পঢ়া-শুনাত খুব চোকা। তাক লৈ মই গৌৰৱ কৰোঁ। সি মোৰ আশা-ভৰসাৰ থল। সি নতুন তেজৰ ডেকা ল'ৰা। তাৰ সম্ভাৱনাময় এটা ভৱিষ্যৎ আছে। অঁ, — তাক নাটকৰ গতি নিয়ন্ত্ৰণ কৰিবলৈ দিব পাৰি। সি পাৰিব। সি ডেকা ল'ৰা।

**'সি পাৰিব। সি ডেকা ল'ৰা।' এই সংলাপখিনি সত্যকামে পুনৰাবৃত্তি কৰি পশ্চাদপটেদি প্ৰস্থান কৰিব।সূত্ৰধাৰী আৰু দূতদ্বয় আকৌ আহে।**

সূত্ৰধাৰী : আপোনাসৱৰ লগত সত্যকাম মাষ্টৰৰ যোগসূত্ৰ স্থাপন কৰি দিলোঁ।

দূতদ্বয় : হয় হয়।

সূত্ৰধাৰী : এতিয়া আমি, নাটকৰ অন্য এটি চৰিত্ৰ সত্যকাম বৰুৱাৰ নুমলীয়া পুত্ৰ প্ৰভাতক পৰিচয় কৰাই দিওঁ।

দূতদ্বয় : প্ৰভাতক মঞ্চলৈ আদৰি আনিবলৈ আমি প্ৰস্তুত।

সূত্ৰধাৰী : তেতিয়াহ'লে প্ৰভাতক ইয়ালৈ আদৰি আনা।

দ্বিতীয় দূত : **(প্ৰথম দূতক উদ্দেশ্য কৰি)** বন্ধু, ব'লা নাটকৰ আন এটি চৰিত্ৰক আমি আদৰি আনো।

প্ৰথম দূত : ব'লা।

**দূতদ্বয়ৰ প্ৰস্থান। খন্তেক পাছত, সত্যকামক অনাৰ দৰে প্ৰভাতকো দূতদ্বয়ে মঞ্চলৈ আনে।**

দূতদ্বয় : **(দূৰৰ পৰাই চিঞৰি)** এয়া আমি এই বাৰ প্ৰভাত বৰুৱাক প্ৰৱেশ কৰাইছোঁ।

**আৰোবান আঁতৰাই। প্ৰভাত সত্যকামৰ দৰেই ৰৈ থাকিব। সূত্ৰধাৰীয়ে প্ৰভাতক দেখুৱাই ক'ব।**

সূত্ৰধাৰী : এয়া প্ৰভাত বৰুৱা। আজিৰ নাটকৰ এটা অন্য চৰিত্ৰ। সত্যকাম মাষ্টৰৰ নুমলীয়া পুত্ৰ।

**সূত্ৰধাৰী আৰু দূতদ্বয় প্ৰভাতৰ ওচৰৰ পৰা আঁতৰি যায়। প্ৰভাতে মঞ্চৰ সন্মুখলৈ আহি সংলাপ আৰম্ভ কৰিব। পোহৰ অকল প্ৰভাতৰ ওপৰত পৰিব।**

প্ৰভাত : মই দেউতাৰ অতি মৰমৰ নুমলীয়া পুত্ৰ। এই পঁয়ালগা সমাজ ব্যৱস্থাৰ প্ৰতি মোৰ প্ৰচণ্ড আক্ৰোশ আছে। দেউতাই এই সমাজ ব্যৱস্থাৰ পৰিবৰ্তন বিচাৰে। কিন্তু দেউতা আৰু মোৰ সমাজ সংস্কাৰৰ পথ সম্পূৰ্ণ দুটা বিপৰীত পথ। সহজ সৰল এজন সমাজসেৱী হিচাপে দেউতাই আমাক গঢ় দিব বিচাৰিছিল।

দেউতাৰ প্ৰগতিশীল, পৰিৱৰ্তনশীল মনটোৰ বাদে মই একোৱেই গ্ৰহণ কৰিব নোৱাৰিলোঁ। দেউতাৰ আদৰ্শৰে মই মোক গঢ় দিব নোবাৰোঁ। তাৰ বাবে বৃদ্ধ দেউতাই মোক কোনো দিনেই ক্ষমা কৰিব নোবাৰে। কিন্তু মই মোৰ নিজৰ পথেৰেহে আগুৱাই যাম।

**'মই মোৰ নিজৰ পথেৰেহে আগুৱাই যাম।' এই সংলাপখিনি পুনৰাবৃত্তি কৰি পশ্চাদপটৰ ফালে গৈ প্ৰভাতে প্ৰস্থান কৰে। সূত্ৰধাৰী আৰু দূতদ্বয় আগবাঢ়ি আহে।**

সূত্ৰধাৰী : প্ৰভাত আহিল আকৌ নিজৰ পথৰে আগুৱাই গ'ল।

দূতদ্বয় : হয়, হয়।

সূত্ৰধাৰী : এই অহা আৰু যোৱা সময়খিনিতে সেই চৰিত্ৰটোৰ স'তে আপোনাসবৰ চিনাকি।

দূতদ্বয় : হয়, হয়।

সূত্ৰধাৰী : নাটকৰ আনবোৰ চৰিত্ৰৰ লগতো আপোনাসবক চিনাকি কৰি দিয়াটো নিশ্চয় ভাল হ'ব।

দূতদ্বয় : হয়, হয় নিশ্চয় ভাল হ'ব।

সূত্ৰধাৰী : **(দূতদ্বয়ক উদ্দেশ্য কৰি)** তোমালোকে নাটকৰ আনবোৰ চৰিত্ৰকো মঞ্চলৈ এটি এটি কৰি লৈ আনা।

দূতদ্বয় : নিশ্চয়, নিশ্চয়।

সূত্ৰধাৰী : আৰু মই সকলোৰে পৰিচয় দি যাম।

দূতদ্বয় : নিশ্চয়, নিশ্চয় - আমি তেতিয়াহ'লে চৰিত্ৰবিলাক আনোগৈ।

**দূতদ্বয়ৰ প্ৰস্থান। সিহঁতে আগৰ চৰিত্ৰ দুটা অনাৰ দৰে আনবোৰ চৰিত্ৰও আনিব। সূত্ৰধাৰীয়ে চৰিত্ৰ বিলাকৰ পৰিচয় কৰি যাব। প্ৰথমতে সূত্ৰদ্বয়ে বলেনক মঞ্চলৈ আনে।**

দূতদ্বয় : **(দূৰৰ পৰাই প্ৰায় চিঞৰি)** চাওঁক। চাওঁক। চাওঁক।

প্ৰথম দূত : সত্যকাম মাষ্টৰৰ ডাঙৰ পুত্ৰ —

দ্বিতীয় দূত : বলেন বৰুৱা —

দূতদ্বয় ঃ মঞ্চত প্ৰৱেশ কৰিছে।

**আৱোৱান আঁতৰায়। দূতদ্বয়ে বলেনক মঞ্চত থৈ আকৌ প্ৰস্থান কৰে। সূত্ৰধাৰীয়ে বলেনক দেখুৱাই ক'ব।**

সূত্ৰধাৰী ঃ এয়া বলেন বৰুৱা। আজিৰ নাটকৰ অন্য এটা চৰিত্ৰ।

**সূত্ৰধাৰী বলেনৰ ওচৰৰ পৰা আঁতৰি যায়। বলেন মঞ্চৰ সন্মুখলৈ আহি সংলাপ আৰম্ভ কৰিব। পোহৰ অকল বলেনৰ গাত পৰিব।**

বলেন ঃ যদি সমাজৰ, দেশৰ পৰিবৰ্তন বিচৰা যায়, তেতিয়াহ'লে মই ভাবোঁ সমাজ পৰিৰ্বতন মুখেৰে নাহে। ড্ৰয়ংৰুমত বহি আলাপ কৰিলেই, সভা ঘৰত বক্তৃতা দিলেই সমাজত পৰিবৰ্তন সূচনা নহয়। তাৰ বাবে আঁকোৰ-গোঁজ মনোবৃত্তি এৰিব লাগিব। উদ্দেশ্য আৰু আৰ্দশৰ মিল থাকিব লাগিব। দেউতাৰ পুৰণিকলীয়া আঁকোৰ-গোঁজ মনোবৃত্তি আছে। মোৰ লগত দেউতাৰ অমিল এই খিনিতে। (**সুৰ সলায়।**) আপোনালোকক কওঁ। আগতে নিজক শুদ্ধ কৰিব লাগিব। আৰ্দশ দেখুৱাইহে উপদেশ দিব লাগে।

**'আৰ্দশ দেখুৱাইহে উপদেশ দিব লাগে।' এই সংলাপখিনি পুনৰাবৃত্তি কৰি আগৰ চৰিত্ৰৰ দৰেই বলেনে প্ৰস্থান কৰিব। সূত্ৰধাৰী আগবাঢ়ি আহিব। লগে লগে দূতদ্বয়ে আগৰ চৰিত্ৰবোৰৰ দৰেই যাদৱক লৈ প্ৰৱেশ কৰে।**

দূতদ্বয় ঃ (**দূৰৰ পৰাই প্ৰায় চিঞৰি**) আহিছে -- আহিছে -- আহিছে -

প্ৰথম দূত ঃ এইয়া আকৌ অন্য এটা চৰিত্ৰ আহিছে ---

দ্বিতীয় দূত ঃ যাদৱ বৰুৱা মঞ্চলৈ আহিছে —

দূতদ্বয় ঃ যাদৱ বৰুৱা মঞ্চত প্ৰৱেশ কৰিছে।

**আৱোৱান আঁতৰায়। দূতদ্বয় প্ৰস্থান। যাদৱ বৰুৱা আগৰ চৰিত্ৰবোৰৰ দৰেই ৰৈ থাকিব। সূত্ৰধাৰীয়ে যাদৱক দেখুৱাই ক'ব।**

সূত্ৰধাৰী : সত্যকাম মাষ্টৰৰ দ্বিতীয় পুত্ৰ যাদৱ বৰুৱা। নাটকৰ এক উল্লেখযোগ্য চৰিত্ৰ। আপোনাসৱে এই চৰিত্ৰৰ লগত পৰিচয় হওঁক।

**যাদৱৰ ওচৰৰ পৰা সূত্ৰধাৰী আঁতৰি যায়। যাদৱে মঞ্চৰ সন্মুখলৈ আহি সংলাপ আৰম্ভ কৰিব। পোহৰ কেৱল যাদৱৰ ওপৰত পৰিব।**

যাদৱ : মই কোনো উল্লেখযোগ্য চৰিত্ৰ নহওঁ। লখিমীনগৰৰ আৰ্দশবাদী দেশ সেৱক সত্যকাম মাষ্টৰৰ পুত্ৰ বুলি পৰিচয় দিলে মোৰ দেউতাই লাজ পায়। দেউতাৰ মতে মই বংশৰ এটা কুলাংগাৰ। **(সুৰ সলায়।)** মই কোনো আৰ্দশ চাদৰ্শৰ পক্ষপাতি নহওঁ। বাস্তৱৰ সন্মুখীন হ'ব জানিব লাগে। সুবিধাৰ সদ্ব্যৱহাৰ কৰিব পাৰিব লাগে। দেউতা, ককাইদেউহঁতৰ দৰে মূৰ্খামি কৰাৰ ধৃষ্টতা মোৰ নাই। আপোনালোকে ভাবিলেও ভাবক মই সুবিধাবাদী- অঁ, মই সুবিধাবাদী। মই সুবিধা গ্ৰহণ কৰিব জানো।

**'মই সুবিধা গ্ৰহণ কৰিব জানো।' এইখিনি সংলাপ পুনৰাবৃত্তি কৰি আগৰ চৰিত্ৰবোৰৰ দৰেই যাদৱেও প্ৰস্থান কৰিব। সূত্ৰধাৰী আগবাঢ়ি আহে। লগে লগে দূতদ্বয়ে আগৰ চৰিত্ৰবোৰৰ দৰেই আবোৰানেৰে আঁৰ কৰি কিৰণবালাক লৈ প্ৰৱেশ কৰে।**

দূতদ্বয় : **(দূৰৰ পৰাই প্ৰায় চিঞৰি)** এইবাৰ মঞ্চলৈ আনিছোঁ নাটকৰ নাৰী চৰিত্ৰক।

প্ৰথম দূত : আমি আদৰিছোঁ - - -

দ্বিতীয় দূত : সত্যকাম মাষ্টৰৰ আদৰ্শ গৃহিণী - - -

দূতদ্বয় : কিৰণবালা বৰুৱা।

**আবোৰান আঁতৰায়। দূতদ্বয়ৰ প্ৰস্থান। কিৰণবালাই আগৰ আনবোৰ চৰিত্ৰৰ দৰেই ৰৈ থাকে। সূত্ৰধাৰীয়ে কিৰণক দেখুৱাই ক'ব।**

সূত্ৰধাৰী : এইয়া আজিৰ নাটকৰ নাৰী চৰিত্ৰ কিৰণবালা বৰুৱা। সত্যকাম বৰুৱাৰ স্ত্ৰী।

**কিৰণবালাৰ ওচৰৰ পৰা সূত্ৰধাৰী আঁতৰি যায়। কিৰণে মঞ্চৰ সন্মুখলৈ আহি সংলাপ আৰম্ভ কৰিব। পোহৰ কেৱল কিৰণৰ ওপৰত থাকিব।**

কিৰণ : মই এজনী নাৰী হিচাপে, এজনী গৃহিণী হিচাপে স্বামীৰ আদৰ্শৰ প্ৰতি আনুগত্য ৰখাটোৰেই মোৰ প্ৰধান কৰ্তব্য হিচাপে গ্ৰহণ কৰিছোঁ। মই মোৰ পুত্ৰ-কন্যা আটাইকেইটাকে দেউতাকৰ আদৰ্শৰে গঢ় দিয়াত তেখেতক সদায় সহায় কৰি আহিছোঁ। মই মাতৃ হিচাপে, পত্নী হিচাপে গৃহিণী হিচাপে কিমান সফল হৈছোঁ সেইয়া ক'ব নোৱাৰোঁ! জীয়াই থকা কেইদিন তেখেতৰ অনুগ্ৰহৰ প্ৰাৰ্থী হৈ তেখেতৰ সপোনক বাস্তৱত ৰূপায়ণ কৰাত সহায় কৰি যাম। কিয়নো মই তেখেতৰ সহধৰ্মিণী। সহায় কৰাই মোৰ কাম।

**'সহায় কৰাই মোৰ কাম।' এই সংলাপখিনি পুণৰাবৃত্তি কৰি আগৰ চৰিত্ৰবোৰৰ দৰেই কিৰণে প্ৰস্থান কৰে। সূত্ৰধাৰী আগবাঢ়ি আহে। লগে লগে দূতদ্বয়ে আৱোৱানৰ আঁৰত প্ৰতিমাক লৈ প্ৰৱেশ কৰে।**

দূতদ্বয় : **(দূৰৰ পৰাই প্ৰায় চিঞৰি)** আনিছোঁ — আনিছোঁ — আনিছোঁ

প্ৰথম দূত : আন এটি নাৰী চৰিত্ৰ - - -

দ্বিতীয় দূত : সত্যকাম মাষ্টৰৰ বৰ জীয়াৰী - - -

দূতদ্বয় : প্ৰতিমা বৰুৱাক মঞ্চলৈ আনিছোঁ।

**আৱোৱান আঁতৰাই দূতদ্বয়ৰ প্ৰস্থান। প্ৰতিমাই আনবোৰ চৰিত্ৰৰ দৰেই ৰৈ থাকে। সূত্ৰধাৰীয়ে প্ৰতিমাক দেখুৱাই ক'ব।**

সূত্ৰধাৰী : আজিৰ নাটকৰ অন্য এটি নাৰী চৰিত্ৰ এয়া প্ৰতিমা বৰুৱা। প্ৰতিমা আৰু আপোনাৰ মাজত ভাৱৰ বিনিময়ৰ বাবে প্ৰতিমা বৰুৱাক ইয়ালৈ আনিছোঁ।

**প্ৰতিমাৰ ওচৰৰ পৰা সূত্ৰধাৰী আঁতৰি যায়। প্ৰতিমাই মঞ্চৰ সন্মুখলৈ আহি সংলাপ আৰম্ভ কৰিব। পোহৰ কেৱল প্ৰতিমাৰ গাত থাকিব।**

প্ৰতিমা : প্ৰতিমাৰ দৰে মই হয়নে নহয় নাজানো। কিন্তু আই-দেউতাৰ মই অতি আদৰৰ ছোৱালী। মোক এজন ভাল পাত্ৰৰ হাতত গতাবৰ বাবে দেউতা আৰু আইৰ তৎপৰতাৰ অন্ত নাই। দৰিদ্ৰ পৰিয়ালৰ জীয়ৰীৰ ৰূপ বা সৌন্দৰ্য থাকিলেই জানো ভাল পাত্ৰ পোৱা যায়! মই ভাবো আমি যিমানৰ মানুহ সিমানত থকাই ভাল। মিছাই আকাশ কুসুম ৰচনা কৰাৰ কি প্ৰয়োজন?

**'আকাশ কুসুম ৰচনা কৰাৰ কি প্ৰয়োজন?' সংলাপখিনি পুনৰাবৃত্তি কৰি প্ৰতিমাই আগৰ চৰিত্ৰবোৰৰ দৰেই প্ৰস্থান কৰে। সূত্ৰধাৰী আগবাঢ়ি আহে। লগে লগে দূতদ্বয়ে আৰোৱানৰ আঁৰত ৰচনা বৰুৱাক লৈ প্ৰৱেশ কৰে।**

দূতদ্বয় : **(দূৰৰ পৰাই প্ৰায় চিঞৰি)** চাওক — চাওক — চাওক - - -

প্ৰথম দূত : প্ৰৱেশ কৰিছে — প্ৰৱেশ কৰিছে — প্ৰৱেশ কৰিছে - - -

দূতদ্বয় : মঞ্চত প্ৰৱেশ কৰিছে।

**আৰোৱান আঁতৰায়। দূতদ্বয়ে ৰচনাৰ ওচৰৰ পৰা আঁতৰি যায়। আগত চৰিত্ৰবোৰৰ দৰেই ৰচনা বৰুৱা মঞ্চত থাকিব। সূত্ৰধাৰীয়ে ৰচনাক দেখুৱাই ক'ব।**

সূত্ৰধাৰী : এয়া নাটকৰ অন্য এটি নাৰী চৰিত্ৰ ৰচনা বৰুৱা। সত্যকাম বৰুৱাৰ নুমলীয়া জীয়েক। পঢ়াই-শুনাই প্ৰভাতৰ দৰেই মেধাৱী। আপোনাসৱে এই চৰিত্ৰটিৰ স'তে আলাপ কৰক।

**সূত্ৰধাৰী ৰচনাৰ কাষৰ পৰা আঁতৰি যায়। ৰচনাই আনবোৰ চৰিত্ৰৰ দৰেই মঞ্চৰ সন্মুখলৈ আহি সংলাপ আৰম্ভ কৰিব। পোহৰ কেৱল ৰচনাৰ গাত পৰিব।**

ৰচনা ঃ পঢ়া-শুনাত ভাল বাবেই নে, ঘৰৰ ভিতৰত আটাইতাকৈ সৰু বাবেই মোক ঘৰৰ সকলোৱে খুব মৰম কৰে। দেউতায়ে মোক সবাতকৈ বেছি মৰম কৰে। মৰম কৰিলে কি হ'ব? দেউতাই মোক ভাল ফ্ৰক এটা দিব নোৱাৰে। ভাল ফিটা এডাল আনি দিব নোৱাৰে। কিমান দিন যে ভোকত আছোঁ সেয়া ক'বলৈকে লাজ লাগে। কিযে - একেবাৰে খং উঠি যায়, কেতিয়াবা খং উঠিলে গালি-চালি পাৰি দিম। মই এইবোৰ একো নাজানো।

**'মই এইবোৰ একো নাজানো।' – এই সংলাপখিনি পুনৰাবৃত্তি কৰি আনবোৰ চৰিত্ৰৰ দৰেই ৰচনাই প্ৰস্থান কৰিব। সূত্ৰধাৰী আৰু দূতদ্বয় মঞ্চৰ সন্মুখলৈ আগবাঢ়ি আহে।**

সূত্ৰধাৰী ঃ আৰু চৰিত্ৰ থাকিলে আমি যথা সময়ত আপোনাসৱৰ লগত চিনাকি কৰি দিম।

দূতদ্বয় ঃ হয়, হয় – চিনাকি কৰি দিম।

সূত্ৰধাৰী ঃ আপোনাসৱক আগতেই কৈছোঁ, কিছুমান চৰিত্ৰ মাজে মাজে আমি নিজেই অভিনয় কৰি যাম।

দূতদ্বয় ঃ হয়, হয় —

সূত্ৰধাৰী ঃ আপোনাসৱে আমনি নাপাব। এই সুযোগতে আমি নাটকৰ দৃশ্যসজ্জাখিনি ঠিক কৰি লওঁ।

দূতদ্বয় ঃ হয়, হয় – দৃশ্যখিনি ঠিক কৰি লওঁ।

প্ৰথম দূত ঃ **(আনজনক উদ্দেশ্য কৰি)** ব'লা বন্ধু আমি দৃশ্যসজ্জা ঠিক কৰোঁগৈ।

দ্বিতীয়দূত ঃ ব'লা বন্ধু।

**দূতদ্বয়ৰ প্ৰস্থান। দুয়োজন দূতে মঞ্চলৈ দৃশ্যসজ্জাৰ আহিলাপাতি আনি সজায়। দৃশ্যসজ্জাবোৰ চাপৰ চাপৰ সৰু সৰু হ'লে ভাল হয়। মাত্ৰ দৃশ্যসজ্জাৰ আকৃতি হ'লেই**

**হয়। দৃশ্যসজ্জা প্ৰতীকধৰ্মী হ'লে বেছি ভাল হয়। যথা স্থানত দৃশ্য সজ্জাৰ সামগ্ৰীবোৰ তিনিওজনে (দূতদ্বয় আৰু সত্ৰধাৰী) ধৰাধৰিকৈ সজোৱাত লাগে। এই বিলাক কৰি থাকোতে দৰ্শকে দেখি থাকিব। দৃশ্যসজ্জা তৈয়াৰ কৰি শেষ কৰাৰ পাছত।**

সূত্ৰধাৰী : এয়া সত্যকাম মাষ্টৰৰ জিৰণি কোঠা।

দূতদ্বয় : হয়, হয় –

কোৰাছ : এতিয়া আজিৰ নাটক আৰম্ভ হ'ব। আমি বৰ্তমানৰ বাবে আপোনাসৱৰ পৰা বিদায় মাগিছোঁ। সময় মতে প্ৰয়োজন অনুসাৰে আকৌ আমি মঞ্চত প্ৰৱেশ কৰিম— বিভিন্ন চৰিত্ৰ হিচাপে।

**লাহে লাহে মঞ্চ এন্ধাৰ হ'ব। মন কৰিব লগীয়া ঃ পৰিচালকে দৃষ্টি ৰাখিব লাগিব যাতে দৃশ্যসজ্জাৰ কাম কৰোতে, নাটকৰ অভিনয়ৰ গতিৰ ৰস ভংগ নহয়। যদি তেনেকুৱা সম্ভৱনা থাকে, তেন্তে এই অংশ নকৰাই ভাল। যদি কৰা হয় তেন্তে নাটকৰ শেষলৈকে গতিৰ সংগতি ৰখাত গুৰুত্ব দিব লাগিব। একেদৰে প্ৰত্যেকটো দৃশ্যতে দূত দুজন আহি দৃশ্যসজ্জা পৰিবৰ্তন কৰিব। সেয়া সম্পূৰ্ণ পৰিচালকৰ নিজস্ব দৃষ্টিভংগীৰ ওপৰত নিৰ্ভৰ কৰিব।**

## প্ৰথম অংকৰ প্ৰথম দৃশ্য

**মঞ্চ পোহৰ হ'ব। মঞ্চত থাকিব প্ৰভাত আৰু সত্যকাম। প্ৰভাতে কবিতা আবৃত্তি কৰি থাকিব। কবিতা আবৃত্তি কৰি থকাৰ সময়ত পোহৰ কেৱল প্ৰভাতৰ মুখত পৰিব।**

প্ৰভাত : ৰূপান্তৰৰ মই
যুগান্তৰৰ নাই
ভাৰতৰ
জগতৰ
বিদ্ৰোহীৰ বীৰ্য
বিপ্লৱে বিপ্লৱে
বিজুলী বজ্ৰ - হানি
সুঘোষিত কৰি যাওঁ অগ্নি তূৰ্য।
কালান্তৰৰ যি
ৰূপান্তৰৰ যি
যুগমীয়া সত্য
সিয়েহে গুপ্ত অনিত্য
সেই ব্যাপ্ত বিজুলীৰে
গঢ়ি লওঁ আগ্নেয় অস্ত্ৰ;
অম্বৰ ফালি-চিৰি
দিগম্বৰ যোগী মই
যুগে যুগে পিন্ধো মাথোঁ
উপযোগী নৱ, নৱ যুগ বস্ত্ৰ।
মহাকালে নাচে যি
সৃষ্টি-স্থিতি-প্ৰলয়ৰ
মধু মৃদু শান্ত প্ৰশান্ত

উৎকট তাণ্ডৱ ভংগ,
সেই কাল - বাজনাৰ
প্ৰধান ময়েই ওজা
পৰিতাল ব্ৰহ্মতাল
ৰুদ্ৰতাল
তাল ৰূপ গন্ধ,
দ্ৰুত বিলম্বিত লয়ে
মাৰণ উছাটন
মন্ত্ৰ ফুকাৰি ময়ে
বাই যাওঁ বিশ্ব-মৃদংগ।
আৱৰ্তন বিৱৰ্তন
সংৱৰ্তন পৰিৱৰ্তনৰ
ময়ে দ্ৰুতগামী
কাল ৰথ চক্ৰ,
পেষিত নিষ্পেষিত কৰি আগবাঢ়ি যাওঁ
আলোকৰ বাটে-বাটে
সুসংযত গতিৰে অবক্ৰ।
নৱ নৱ প্ৰপঞ্চৰ সনাতন ইচ্ছা মই
শুভেচ্ছাৰে পোহৰেৰে জগত জ্বলাওঁ,
হুতাশনৰূপে পুৰণি খাণ্ডৱ দহি
নৱ নৱ সৃষ্টিৰ পাতনি পেলাওঁ।

**উল্লিখিত পূৰ্ণ কবিতাটো নেপথ্যত দি শেষৰ পংক্তি দুটা প্ৰভাতৰ মুখত দিলেই হ'ল। কবিতা আবৃত্তিত উপযুক্ত ধ্বনি সংযোগ কৰিব লাগিব। সম্পূৰ্ণ মঞ্চ পোহৰ হ'ব। মঞ্চত সত্যকামক দেখা যাব।**

সত্যকাম : বৰ ধুনীয়া হৈছে। বৰ সুন্দৰ হৈছে।

প্ৰভাত : দেউতা, জ্যোতিপ্ৰসাদৰ এই কবিতাটো আবৃত্তি কৰি মই প্ৰথম পুৰস্কাৰ পাইছোঁ।

সত্যকাম ঃ হয় নেকি? হওঁক, হওঁক তই মোৰ নাম ৰাখিবি।

প্ৰভাত ঃ দেউতা ময়ো কবিতা লিখিম।

সত্যকাম ঃ বৰ ভাল কথা।

প্ৰভাত ঃ দেউতা, সৃষ্টিত উদ্দেশ্য থাকিব লাগে নহয়?

সত্যকাম ঃ নিশ্চয়।

প্ৰভাত ঃ মোৰ কবিতাতোত উদ্দেশ্য থাকিব। জ্যোতিপ্ৰসাদৰ দৰে, মই মানুহৰ মুক্তিৰ বাবে কবিতা লিখিম। সমাজৰ পৰিবৰ্তনৰ বাবে কবিতা লিখিম।

সত্যকাম ঃ সমাজৰ পৰিবৰ্তন! মই জীৱনৰ অধিকাংশ সময়, এই সমাজৰ পৰিবৰ্তনৰ বাবেইতো উৰ্চগা কৰিলোঁ।

প্ৰভাত ঃ মোৰ জীৱনৰ ব্ৰত সেয়ে হ'ব।

সত্যকাম ঃ মোৰোতো সেয়ে আশা, তইঁতক মোৰ আৰ্দশেৰে গঢ়ি তোলা।

প্ৰভাত ঃ দেউতা, এই পৰিবৰ্তন আমাৰ সমাজলৈ কি দৰে আহিব বুলি ভাবা?

সত্যকাম ঃ হোঁ? ওঁ! পৰিবৰ্তন কি দৰে হ'ব! আচলতে কি জান, তোৰ মোৰ দৰে সকালোৱে যদি সমাজ ব্যৱস্থাৰ পৰিবৰ্তনৰ কথা চিন্তা কৰে তেতিয়া দেখিবি সকলো আপোনা-আপুনি ঠিক হৈ গৈছে।

প্ৰভাত ঃ (হাঁহে।)

সত্যকাম ঃ কি হ'ল? হাঁহিলি যে ?

প্ৰভাত ঃ চিন্তা কৰিলেই আপোনা-আপুনি একো ঠিক হৈ নাযায়। তাৰ বাবে কাম কৰিব লাগিব। মই ভাবো এই পৰিবৰ্তনৰ বাবে এটা ধ্বংসৰ প্ৰায়োজন হ'ব। এটা প্ৰলয়ক আহ্বান কৰিব লাগিব।

সত্যকাম ঃ কি! ধ্বংসত, প্ৰলয়ত তই সমাজৰ পৰিবৰ্তন বিচাৰিছ!

প্ৰভাত ঃ যুগ, যুগ ধৰি গঢ়ি উঠা সমাজৰ আবৰ্জনা, পংকিলতাবোৰ ইমান সহজতে শেষ নহয়। ইয়াক ধুই নিকা কৰিবৰ বাবে, এৰাবৰ বাবে হ'লেও সকলো নিঃশেষ কৰি দিব লাগিব। ধ্বংস কৰি দিব লাগিব। ধ্বংসতে সৃষ্টি হ'ব।

সতাকাম ঃ পঢ়াশুনা কৰি তই এইবোৰ কি শিকিছ?

প্ৰভাত ঃ দেউতা, কিয় তুমিয়ে দেখোন জ্যোতিপ্ৰসাদৰ কবিতাবোৰ আবৃত্তি কৰিবলৈ শিকাইছিলা। সেই কবিতাৰ এটাত আছে -

"ধ্বংস ধ্বংস ক'ত?
ধ্বংস যে নাই
ধ্বংসতে সৃষ্টিয়ে পাতনি পেলাই।
ঘোৰ প্ৰলয়ৰ তৰংগাঘাটত
জলদ ঘৰ্ষণত
সৃষ্টিৰ বিদ্যুৎ ইংগিত জাগে,
সৃষ্টিৰ মেঘৰাগে
সুগভীৰ গাজনি গাৰজে - - -"

**দূৰৰ পৰা প্ৰায় চিঞৰি চিঞৰি বলেনে প্ৰৱেশ কৰে।**

বলেন ঃ দেউতা, দেউতা -

সত্যকাম ঃ কি হ'ল বলেন ?

বলেন ঃ মোক আৰু সেইবোৰ মানুহৰ ওচৰলে নপঠাবা।

সত্যকাম ঃ সেইবোৰ মানুহ মানে! তহঁতৰ নিজৰ দদায়েৰৰ ওচৰলৈহে পঠিয়াইছিলো।

বলেন ঃ দদাই - বৰ দদাইডাল!

প্ৰভাত ঃ কি হ'ল ককাইদেউ?

বলেন ঃ কি হ'ব? দদায়ে টকা নিদিলে।

সত্যকাম ঃ নিদিলে! আজি যে আমাৰ টকাৰ দৰকাৰ আছিল!

বলেন ঃ মই ইমান ডাঙৰ হ'লোঁ, মোক মানুহৰ ঘৰে ঘৰে টকা খুজিবলৈ নপঠাবা। মোৰ লাজ লাগে।

সত্যকাম ঃ ঘৰে ঘৰে টকা খুজা মানে! সেয়া পাব লগা টকা হে আৰু মানুহৰ ঘৰ মানে, তহঁতৰ নিজৰ দদায়েৰৰ ঘৰহে।

প্ৰভাত ঃ দেউতা, তোমাৰ সহনশীলতাক, তোমাৰ সৰলতাক, তোমাৰ উদাৰতাক দদায়ে দুৰ্বলতা বুলি ভাবি তোমাৰ পৈতৃক সম্পত্তি সকলো চলে-বলে কৌশলে হাত কৰিলে।

বলেন : অঁ, - এতিয়া দিব লগা টকা কেইটাও নিদিয়ে।

প্ৰভাত : সেয়াতো তোমাৰ প্ৰাপ্য টকা!

সত্যকাম : ৰ'চো ৰ' কিবা এটা অসুবিধা হ'ল আৰু; সি আজি টকাকেইটা নিদিলে সুবিধা কৰিব পাৰিলে দি দিব।

বলেন : আশা নাই দেউতা, এইদৰে দদায়ে তোমাক সদায়ে ঠগাই আহিছে।

প্ৰভাত : দেউতা, তোমাৰ দৰে ইমান সহজভাৱে প্ৰাপ্য আদায় কৰিব নোৱাৰি। দদাইহঁতৰ দৰে মানুহবোৰে অকল আমাৰ ঘৰখনকেই নহয় আমাৰ দৰে আৰু বহুতো সহজ সৰল দৰিদ্ৰ মানুহক ন্যায্য প্ৰাপ্যৰ পৰা বঞ্চিত কৰি ৰাখিছে।

সত্যকাম : হ'ল, হ'ল সেইবোৰ বাদ দে।

প্ৰভাত : নহয় দেউতা, সকলো কথা এইদৰে বাদ দিলে নহয়, কোনেও উপযাচি কিবা এটা দি নাযায়। নিজৰ প্ৰাপ্য নিজে কাঢ়ি ল'ব লাগিব। এতিয়া তাৰ সময় হৈছে। তাৰ প্ৰয়োজন আছে।

সত্যকাম : মনে, মনে থাক, সেয়া আমাৰ ভিতৰুৱা, আমাৰ ভাই-ককাইৰ কথা, তহঁতে মাজত মাত নামাতিবি।

প্ৰভাত : তুমি মানা কৰিলেও, মই এইবোৰ অন্যায়ত মাত নমতাকে থাকিব নোৱাৰোঁ। তুমি নিদিলেও কিছুমান অধিকাৰ আমি কাঢ়ি ল'ব লাগিব। কাঢ়ি ল'ম।

**খুব খঙেৰে যায়গৈ। সত্যকম আৰু বলেনে প্ৰভাত যোৱালৈ একে থৰে চাই থাকে।**

সত্যকাম : ইহ্ বৰ কথা ক'ব পৰা হ'ল। বয়স বা তাৰ কিমান হৈছে!

বলেন : দেউতা, প্ৰভাতৰ কথাই ঠিক। নিজৰ অধিকাৰ নিজে কাঢ়ি ল'ব লাগিব।

সত্যকাম : কোনো দৰকাৰ নাই, কোনো দৰকাৰ নাই, তাৰ ঘৰুৱা জেমেলাত মূৰ সুমুৱাৰ কোনো দৰকাৰ নাই। সি পঢ়া ল'ৰা পঢ়ক।

বলেন : যেতিয়া দৰকাৰ পৰি যায় তেতিয়াতো ৰখাব নোৱাৰি।

সত্যকাম : খবৰদাৰ! তাক লাই নিদিবি। এটাক লাই দিওঁতেই সি ৰসাতলে গ'ল।

বলেন : বাৰু দেউতা, সেই মাটিডোখৰ বেচিবলৈ তোমাৰ কিহে পালে ?

সত্যকাম : দদায়েৰৰ টকা দৰকাৰ হ'ল বাবেই মাটিডোখৰ বেচিব লগা হ'ল। তাতে দেচোন আমাৰো ঘৰখন চলাবৰ বাবে টকা অলপ লাগে। মই মাষ্টৰি কৰি টকা কেইটা পাওঁ !

বলেন : ক'তা এতিয়াতো আমাৰ ভাগৰ টকা কেইটাও নাপালোঁ। সকলোখিনি দদায়ে আত্মসাৎ কৰিলে।

সত্যকাম : আকৌ তহঁতৰ ভুল ধাৰণা। আত্মসাৎ কেনৈ কৰিব ? অসুবিধাত পৰিছে বাবে হে টকাখিনি দিব পৰা নাই।

বলেন : অকল আজিয়েই নহয়, আগতেও দদায়ে এই দৰে তোমাৰ পৰা টকা লৈ ঘূৰাই নিদিয়ে।

সত্যকাম : আগৰ কথা আৰু এতিয়াৰ কথা - সকলো কথা একেলগ নকৰিবিচোন।

বলেন : দদায়ে ইচ্ছা কৰিলে টকা দিব পাৰে। মাটিয়ে-বাৰীয়ে, সম্পত্তিয়ে আমাতকৈ দদাইৰ বহুত বেছি। সুখে সন্তোষেই আছে। আমাৰ দৰেতো এবেলা খাই এবেলা লঘোন দিব লগা হোৱা নাই ! আমাৰ নিচিনা দুখত থাকিব লগা হোৱা নাই ! যথেষ্ট থাকিও আমাৰ দিব লগাখিনি কিয় নিদিয়ে ?

সত্যকাম : যোৱা কথা বাদ দে। এতিয়া চিন্তা কৰ আজিৰ ঘৰখন কি দৰে চলিব ! মইতো টিউচনৰ টকাবোৰ আনি শেষেই কৰিলোঁ।

বলেন : জানো ক'ব নোৱাৰোঁ।

সত্যকাম : এটা কাম কৰ বলেন।

বলেন : কি !

সত্যকাম : মই এখন চিঠি লিখি দিওঁ, মোমায়েৰৰ ঘৰৰ পৰা টকা কেইটামানকে ধাৰলৈ আনগৈ। দৰমহা পালেই ঘূৰাই দিম।

বলেন : নাই, নাই, মই ধাৰ চাৰ খুজিবলৈ যাব নোৱাৰোঁ।

সত্যকাম : তই ধাৰ খুজিব নালাগে নহয়। চিঠি লিখি দিম, মইহে ধাৰ খুজা হ'ব।

বলেন : যেনেকৈ নহওক মই নোৱাৰোঁ। তাৰ সলনি মোক অন্য কিবা কৰিব কোৱা।

সত্যকাম : তেতিয়াহ'লে কি কৰা যায়!

বলেন : দেউতা, উপায়ৰ চিন্তা অকল আজিৰ কাৰণে কৰিলেই নহ'ব। ভৱিষ্যতৰ বাবেওতো কৰিব লাগিব।

সত্যকাম : এৰা! বহুত চিন্তাই কৰিব লগা আছে।

বলেন : মই এটা কথা ভাবিছোঁ।

সত্যকাম : কি!

বলেন : তুমি দদাইক কোৱা, আমাৰ আধিত দিয়া খেতিৰ মাটিডোখৰৰ আমাৰ ভাগটো আমাক দি দিয়ক। মই সেইডোখৰত নিজেই খেতি কৰিম। নহ'লে সেই ডোখৰো আমাৰ মুখৰ পৰা কাঢ়ি নিব।

সত্যকাম : তই নিজে খেতি কৰিবি!

বলেন : অঁ, মই নিজে হালৰ মুঠিত ধৰিম।

সত্যকাম : কোৱাত বৰ সহজ। কৰিলেহে আচল ৰূপটো দেখা যাব।

বলেন : সহজনে টান কৰি চাবলৈ সুবিধা জানো কাহানিবা পাইছোঁ!

সত্যকাম : কেতিয়াও পথাৰ গছকি নোপোৱা, নাঙলটো বেঁকা নে পোন চিনি নোপোৱা মানুহে খেতি কৰাৰ কথা ক'লে হাঁহি উঠে।

বলেন : অৱস্থাৰ তাড়নাক উলাই কৰি, এইদৰে প্ৰতিটো কথাতে হঁহাটো মই ভবো আমাৰ নিচিনা দৰিদ্ৰ মানুহৰ বিলাসিতাহে।

সত্যকাম : **(হুমুনিয়াহ কাঢ়ে।)**

বলেন : মানুহে কৰা কাম যেতিয়া সকলো কামেই অভ্যাস কৰিলে সহজ হৈ যাব।

সত্যকাম : নাই, নালাগে। বলে নোৱাৰা কাম তইঁতে কৰিব নালাগে। চাকৰি-বাকৰি এটাৰ কথা চিন্তা কৰ। তোৰতো ডিগ্ৰীতো আছে।

বলেন : ডিগ্ৰী! প্ৰমাণ পত্ৰখনৰ বাহিৰে ডিগ্ৰীৰ কোনো মূল্য নাই দেউতা। ডিগ্ৰীলৈ আমাৰ নিচিনা দৰিদ্ৰ মানুহে যি বিলাসিতা কৰিলোঁ আকৌ চাকৰি বিচাৰি ফুৰাৰ বিলাসিতা কৰাৰ সাহস মোৰ নাই।

সত্যকাম : বলেন, তোৰ কি হৈছে! ইমান সোনকালে হাৰি গ'লে কি দৰে হ'ব!

বলেন : তোমাৰ ল'ৰা হৈ ইমান সোনকালে হাৰি নাযাওঁ দেউতা আৰু হাৰি নাযাওঁ বাবেই কৈছোঁ কিবা এটা কৰিব লাগিব।

সত্যকাম ঃ কিবা এটাতো নিশ্চয় কৰিব লাগিব।

বলেন ঃ দেউতা মই দোকান এখনকে দিওঁ।

সত্যকাম ঃ কি!

বলেন ঃ উচপ্‌খাই নাযাবা দেউতা। দোকান দিয়াতো কোনো লাজৰ কথা নহয়। মই তামোল-পাণৰ দোকান দিম।

সত্যকাম ঃ তোৰ মগজু ঠিক আছেতো?

বলেন ঃ ইমানবোৰ মানুহে দোকান দি একোখন ঘৰ চলায় যেতিয়া সিহঁতৰ মগজুৰ বিকৃতি হোৱা নাই, তেতিয়াহ'লে নিশ্চয় মোৰো হোৱা নাই।

সত্যকাম ঃ প্ৰতিটো কথাতে আনৰ লগত ৰিজাব নিবিচাৰিবি। দোকান দি বৰ মানুহ হ'ব নালাগে। সেইবোৰ কৰা মানুহ বেলেগ আছে।

বলেন ঃ দোকান দিয়া মানুহ বেলেগ, খেতি কৰা মানুহ বেলেগ, ইটো কৰা মানুহ বেলেগ, সিটো কৰা মানুহ বেলেগ। দেউতা কৰ্ম বিভাজন কৰি বেলেগ বেলেগ মানুহক আমদানি কৰি, আমি আমাৰ অৰ্থনৈতিক ক্ষেত্ৰত অস্বচ্ছল হৈ পৰিছোঁ। আচল কথা দেউতা শ্ৰমৰ মৰ্যাদা দিব জনাটো।

সত্যকাম ঃ তইঁতে পঢ়ি-শুনি কি শিকিলি নাজানো।

বলেন ঃ দেউতা, মই প্ৰায় সিদ্ধান্ত কৰি পেলালো মই দোকান দিমেই।

**যাদব সোমাই আহে। যাদবে হাঁহি হাঁহি সংলাপ আৰম্ভ কৰে।**

যাদৱ ঃ নাই, নাই ককাইদেউ, সেইটো হ'ব নোৱাৰে। সম্ভ্ৰান্ত অসমীয়া পৰিয়ালৰ ল'ৰা হৈ তুমি যদি ৰাস্তাৰ দাঁতিত দোকান দিবলৈ যোৱা তেতিয়া দেউতাৰ সন্মানত, আমাৰ সন্মানত আঘাত নালাগিব জানো?

সত্যকাম ঃ তই মোক উপলুঙা কৰিছ?

যাদৱ ঃ নহয় দেউতা, সচা কথাটোহে কৈছোঁ।

সত্যকাম ঃ হৈছে, হৈছে।

বলেন ঃ **(প্ৰসংগ সলনি কৰি)** যাদৱ, তই বোলে চাৰিআলিৰ চাহৰ দোকানখনত চাহ খাই পইচা নিদি মাৰ-পিট কৰিছিলি?

যাদৱ : অ' তেতিয়াহ'লে ফৰিয়াদিয়ে আহি ইয়াতো আৰ্জু পেছ কৰিলে।

বলেন : দোষ কৰিলে গোচৰ দিবই।

যাদৱ : দোষ মই কৰা নাই। ইমান পইচা ঘটিছে, মই যেনিবা একাপ চাহ ফাওতে খালোঁ; তাতে সি বেটাই কাওঁবাওঁ কৰিছিল গতিকে উত্তম মধ্যম দুটামান শোধাই দিলোঁ। সেইটো মই দোষ কৰা বুলি নাভাবোঁ।

সত্যকাম : অপগণ্ড ক'ৰবাৰ! তই বংশৰ কুলাংগাৰ।

যাদৱ : মই কোনো দিনে বংশৰ শিৰোমণি হ'ব বিচৰা নাই?

বলেন : যাদৱ, কামবোৰ কৰোতে ভালদৰে ভাবি চিন্তি কৰিবিচোন। মানুহৰ অপ্ৰিয় হ'ব বিচাৰ কিয়?

যাদৱ : অপ্ৰিয় কি, প্ৰিয় কি সেয়া মই নাজানো আৰু ককাইদেউ, মোৰ ঘৰখনৰে -- মোৰ দেউতাৰে যেতিয়া কোনো দিনে প্ৰিয়পাত্ৰ হ'ব নোৱাৰিলোঁ তেতিয়া আনৰ প্ৰিয় হ'ম ক'ৰ পৰা।

সত্যকাম : চুপ থাক। তোৰ কথা মই শুনিব নিবিচাৰোঁ।

যাদৱ : দেউতা, সত্য কথা শুনাত কষ্ট হয়। কোৱাচোন দেউতা, তোমাৰ তিনিটা ল'ৰাৰ সমান মৰমৰ পৰা মোক কিয় বঞ্চিত কৰিছা? তুমি মোক সদায় অপদাৰ্থ, অকামিলা বুলি হেয় জ্ঞান কৰি আহিছা। কিন্তু কিয়? ময়োতো তোমাৰ সন্তান হিচাপে, তোমাৰ আদৰ্শৰে গঢ় ল'ব বিচাৰোঁ। মোৰ এই চৰিত্ৰ, এই অধঃপতনৰ বাবে দায়ী জানো তোমালোকে গঢ় দিয়া, এই সমাজ ব্যৱস্থা নহয়! তোমালোকেই মোৰ অধঃপতনৰ বাবে দায়ী।

বলেন : **(খঙত)** যাদৱ!

যাদৱ : ককাইদেউ, মই তোমালোকৰ বদনাম। তোমালোকৰ কলংক। সত্যকাম মাষ্টৰৰ বংশৰ কুলাংগাৰ। **(সুৰ সলায়।)** শুনা দেউতা, মোৰ বংশ পৰম্পৰাৰ প্ৰতি কোনো আস্থা নাই। তুমি ভাল পোৱা নোপোৱা, তুমি বিচৰা নিবিচাৰা, কিন্তু এদিন হ'লেও সত্যকাম মাষ্টৰৰ উপযুক্ত পুত্ৰ হিচাপে সমাজত প্ৰতিষ্ঠিত হৈ হে এৰিম। লাগিলে সেই পথ যেনেকুৱাই দুৰ্গম নহওঁক। তোমাৰ পথক অনুসৰণ কৰিব নোৱাৰাৰ বাবে পাৰিলে ক্ষমা কৰিবা দেউতা।

**অহাৰ দৰেই আকৌ হাঁহি হাঁহি যায়গৈ।**

সত্যকাম : ই মোৰ মান সন্মান সকলো খাব। মোৰ নাক-কাণ কাটিব। **(খণ্ডত)** ইয়াক ইয়াক মই — মই - - -

বলেন : খং কৰিছা কিয় দেউতা?

সত্যকাম : কি কুক্ষণত তাৰ জন্ম হ'ল ক'ব নোৱাৰো।

বলেন : হ'ব দেউতা, যাদৱৰ নিশ্চয় এদিন সুমতি হ'ব।

সত্যকাম : সুমতি! তাৰ সুমতি হ'ব!

**ৰচনা সোমাই আহে।**

ৰচনা : অ' - ককাইদেউ, তুমি ইয়াত! তোমাক মই গোটেইখনতেই বিচাৰি ফুৰিছোঁ।

বলেন : ক'চোন মোক কিহলৈ দৰকাৰ হ'ল?

ৰচনা : মোৰ গণিতখন একেবাৰেই ফাটি গৈছে। নতুন গণিত এখন - লাগে।

বলেন : নতুন গণিত!

ৰচনা : আজি কেইবাদিনো অংক কৰিব পৰা নাই।

বলেন : অংকবোৰ কৰি নাথাকিলে, পিছলৈ পাহৰি যোৱা যায়।

সত্যকাম : বলেনে ক'ৰ পৰা গণিত কিনি দিব! ই কিবা চাকৰি কৰেনে? তোক বাৰু ময়ে গণিত এখন কিনি দিম।

ৰচনা : ইঃ তুমিনো কম গণিত কিনি দিবানে? তোমাক কৈ কৈ আমনি লাগিলে আৰু। অ' ককাইদেউ, স্কুললৈ পিন্ধি যোৱা ইউনিফৰ্মটো পুৰণি হৈ গ'ল। লগৰ সকলোৱে নতুন, নতুন পিন্ধে। মোকো নতুন ইউনিফৰ্ম এটা লাগিব।

বলেন : হ'ব হ'ব তোৰ সকলো দাবী পূৰণ হ'ব।

সত্যকাম : তই মোৰ নুমলীয়া ছোৱালী, আদৰৰ জী, তোক মই যিকোনো প্ৰকাৰে সন্তুষ্ট কৰিমেই।

ৰচনা : থোৱা, থোৱা, তুমি আৰু কথা কৈয়ে ফুচুলাবা।

বলেন : কিতাপ-পত্ৰ দিবই লাগিব নহলে, নহ'লে পঢ়িব কি দৰে?

ৰচনা : আৰু ফ্ৰক?

বলেন : ক'লো নহয় তোক চব দিয়া হ'ব। মই মোৰ মৰমৰ ভন্টিজনীক অকণো টোপ পৰিব নিদিওঁ।

**বলেনে মৰমতে ৰচনাক কোলাত তুলি লয়।**

ৰচনা : অকল মৰম কৰিলেই নহ'ব কিন্তু।

**ৰচনা আৰু বলেনে হাঁহে। ৰচনাক কোলাত লৈ বলেন প্ৰস্থান কৰে। সত্যকামে সিহঁতলৈ হাঁহি হাঁহি চাই চাই ভাবত বিভোৰ হয়। কিছু সময় পাছত কিৰণবালা সোমাই আহে।**

কিৰণ : শুনিছে, ইয়াত বৈ বৈ কি কৰিছে?

সত্যকাম : হাঁ! অ' - তুমি! কি কৰিম? এনেয়ে বৈ আছোঁ।

কিৰণ : এনেয়ে বৈ থকা নাই, কিবা এটা চিন্তা কৰি আছে — কি চিন্তা?

সত্যকাম : চিন্তা! এৰা চিন্তা কৰিছোঁ! হোঁ? কি সুধিছিলা? মই কি চিন্তা কৰিছোঁ? হেৰা চিন্তাৰনো কি আদি অন্ত আছে?

কিৰণ : তথাপিতো - - -

সত্যকাম : আজি ঘৰত একো নাই হ'বলা?

কিৰণ : তাকেই ভাবিছোঁ।

সত্যকাম : কি ভাবিছা?

কিৰণ : ৰাতিটো কি দৰে কি কৰা হয় — আমাৰ ডাঙৰবিলাকৰ কথা বাদ দিছোঁ। ৰচনাৰ বাবেতো ভাত এমুঠি দিহা কৰিব লাগিব।

সত্যকাম : ভাবি থাকিলে কি হ'ব! কিবা এটা হ'ব আৰু দিয়া। ভগৱানে আৰু আমাক সহায় নকৰিবনে?

কিৰণ : **(হুমুনিয়াহ কাঢ়ি)** প্ৰতিমাৰো কিবা এটা কৰিব লাগিছিল।

সত্যকাম : এৰা, কৰিব লগা বহুতো কামেই আছে।

কিৰণ : কৰিব লগা কামবোৰ এটা এটা কৈ কৰি পেলোৱাতো ভাল।

সত্যকাম : কৰি অতাব পাৰিলেতো ভালে হয়। কিন্তু কাম কৰা পৰিৱেশটো লাগিব।

কিৰণ : তাইৰ বিয়াখন হৈ যোৱা হ'লে অলপ সকাহ পালোহেঁতেন।

সত্যকাম : হেৰা, পাতো বুলি জানো বিয়াখন পাতিব পাৰি? ছোৱালীৰ বাবে এটা ভাল দৰা লাগিব। বিয়াৰ আ-অলংকাৰ যোগাৰ কৰিব লাগিব — আকৌ বিয়াখন পতাৰ খৰচ - - -

কিৰণ : খৰচতো আছেই।

সত্যকাম : ঘৰখন চলোৱাৰ খৰচেই আটিছে। এইহেন এখন ডাঙৰ ঘৰ চলোৱাতো কম ডাঙৰ কথা নহয়। ৰচনাৰ বাহিৰেতো ঘৰৰ আটাইকেইটাই ডাঙৰ।

| | | |
|---|---|---|
| কিৰণ | ঃ | এইবোৰৰ মাজতো, তাইৰ বিয়াৰ লেঠাটো মাৰিব লাগিব। |
| সত্যকাম | ঃ | তুমিতো তাইৰ বাবে ডাক্তৰ, ইঞ্জিনীয়াৰ ল'ৰাহে বিচাৰা। |
| কিৰণ | ঃ | কোন মাকে নিজৰ ছোৱালীৰ বাবে ডাঙৰ চাকৰি কৰা, ভাল ল'ৰা নিবিচাৰে ? |
| সত্যকাম | ঃ | হ'লেও মাষ্টৰৰ জীয়েকহে। |
| কিৰণ | ঃ | মাষ্টৰৰ জীয়েক হ'লে কি হ'ল ? ৰূপে-গুণে তাইক কোনে কিহত ফেৰ মাৰিব পাৰিব ? |
| সত্যকাম | ঃ | আমাৰ দৰে দুখীয়াৰ ঘৰত এই দৰে জুইহেন ৰূপ লৈ ছোৱালীয়ে জন্ম ল'ব নাপায়। |
| কিৰণ | ঃ | মুঠতে ছোৱালীজনীক উলিয়াই দিয়াৰ ব্যৱস্থা এটা কৰক। |
| | | **প্ৰতিমা সোমাই আহে।** |
| সত্যকাম | ঃ | আহ প্ৰতিমা, তোৰ কথাকে পাতি আছোঁ। |
| প্ৰতিমা | ঃ | মোৰ কথা ! মইনো কি জগৰ লগালোঁ ! |
| কিৰণ | ঃ | জগৰ লগাইছ হ'ব পায় ! |
| প্ৰতিমা | ঃ | অঁ, জগৰ অৱশ্যে লগাইছোঁ। বিয়াৰ বয়স হৈয়ো, বিয়া নহৈ ঘৰতে তোমালোকৰ গলগ্ৰহ হৈ থকাতো এটা জগৰ। |
| সত্যকাম | ঃ | সেয়া, তোক ধেমালি কৰিলেও তই কথাবোৰ অন্য ফালে লৈ যাৱগৈ। |
| প্ৰতিমা | ঃ | নহয় দেউতা, মই ঠিকেই কৈছোঁ। তোমালোকে নাভাবিলেও মই নিজে অনুভৱ কৰিছোঁ। |
| কিৰণ | ঃ | ইচ্ এইৰ কথা ! দেউতাৰে তইঁতক কিহৰ অভাৱ দিছে? তইঁতেযে যি তি কথাবোৰ এইদৰে ক'ৱ ? |
| সত্যকাম | ঃ | তুমি মনে মনে থাকা কিৰণ। তাইজানো জানি-শুনি কিবা এটা কওঁ বুলি কৈছে? |
| প্ৰতিমা | ঃ | দেউতা, তোমালোকে মোৰ বিয়াৰ বাবে চিন্তা কৰিব নালাগে। |
| কিৰণ | ঃ | ইঃ বিয়াৰ বাবে চিন্তা কৰিব নালাগে ! |
| প্ৰতিমা | ঃ | তোমালোকক মই খোৱা-বোৱাত, পিন্ধা-উৰাত একোটোতে দিগদাৰ নিদিওঁ। |
| সত্যকাম | ঃ | তই এইবোৰ কথা কৈ আমাৰ মনত দুখ নিদিবি। তই আমাৰ ঘৰৰ মৰমৰ ছোৱালী। তোৰ তেনে কথাই আমাৰ অন্তৰত দুখ দিয়ে। |

প্ৰতিমা : মোৰ বিয়াৰ বাবে তোমালোকে যিমান হৈ হাল্লা কৰিছা আচলতে সিমান প্ৰয়োজন নাই।

কিৰণ : মানে তই কি ক'ব বিচাৰিছ?

প্ৰতিমা : মোৰ বাবে তোমালোকে ডাঙৰ, ইঞ্জিনীয়াৰৰ কথা চিন্তা কৰিছা, আচলতে সিমান প্ৰয়োজন নাই। মই জানো তেনেপাত্ৰৰ যোগ্য! ৰূপ, সৌন্দৰ্যই আজিৰ সংসাৰত সকলো নহয়।

কিৰণ : তোৰ বিয়াৰ বাবে কি কি চিন্তা কৰিব লাগে, সেয়া আমি জানো নহয়। তই সেইবোৰ চিন্তা কৰিব নালাগে।

প্ৰতিমা : মই ভাবো, চিন্তা কৰাৰ প্ৰয়োজন আছে। কাৰণ এয়া মোৰ ভৱিষ্যতৰ জীৱনৰ সম্বন্ধৰ বিষয়।

সত্যকাম : নিশ্চয়, নিশ্চয় – তথাপিতো দেচোন মাৰ-বাপেৰ হিচাপে তোৰ অহিত চিন্তাতো আমি কৰা নাই।

প্ৰতিমা : মইতো কোৱা নাই। মই জানো তোমালোকে মোক খুব ভাল পোৱা।

কিৰণ : তেতিয়াহ'লে অযথা তই এইবোৰত মূৰ সোমোৱাইছ কিয়?

প্ৰতিমা : মা, তোমালোকে মোৰ বাবে ইঞ্জিনীয়াৰ, ডাক্তৰ বা হাকিম মুনচিফ বিচৰাতকৈ যদি তোমালোকে মোৰ বাবে এজন স্কুল মাষ্টৰ বিচৰা, এজন মাষ্টৰৰ জীয়াৰী হিচাপে মই তাতে সন্তুষ্ট হ'ম।

প্ৰতিমা যায়।

কিৰণ : কি যে ছোৱালী!

সত্যকাম : মোৰ ল'ৰা-ছোৱালীবোৰ বোধহয়, মই ভবাৰ দৰে গঢ় দিব পৰা নাই। ক'ৰবাত কিবা ফাঁক ৰৈ গৈছে!

কিৰণ : সেয়া আকৌ আপুনি অমূলক কথা কিছুমান মূৰত সোমোৱাই লৈছে।

সত্যকাম : নহয় কিৰণ, মই সিহঁতক মোৰ আৰ্দশৰে গঢ়িব বিচাৰিছোঁ।

কিৰণ : সিহঁতেতো আপোনাৰ আৰ্দশক কোনো দিনে অৱমাননা কৰা নাই।

সত্যকাম : জানো? মোৰ ক'ৰবাত বুজাত ভুল ৰৈ গৈছে নেকি!

কিৰণ : বাৰু সেইবোৰ থাকক। ৰাতিৰ খোৱাৰ কথা কিবা ভাবিছেনে?

সত্যকাম : হোঁ? অ! হয়তো। ৰ'বা মই অ লপ ওলাই যাওঁ ক'ৰবাত ধাৰে-তাৰে টকা কেইটামান পালে আনো গৈ। দৰমহা পালে পৰিশোধ কৰিব লাগিব।

কিৰণ : যাওক তেতিয়াহ'লে, সোনকালে ক'ৰবাত কিবা এটা ব্যৱস্থা কৰকগৈ।

নেপথ্যত : চ্যাৰ, ঘৰত আছে নেকি?

সত্যকাম : **(বাহিৰলৈ চায়।)** কোন? অ' তোমালোক আহা, আহা —

**কিৰণ অলপ আঁতৰি যায়। তিনিজন মানুহ সোমাই আহে। মানুহ কেইজনক প্ৰথম, দ্বিতীয় আৰু তৃতীয় পুৰুষ হিচাপে চিনাক্তকৰণ কৰা হ'ব। এই কেইজন পুৰুষৰ চৰিত্ৰত অভিনয় কৰিব ক্ৰমে সূত্ৰধাৰী আৰু দূত দুজনে। সিহঁতৰ আগৰ চৰিত্ৰ আৰু এই চৰিত্ৰৰ লগত অভিনয়ত পাৰ্থক্য থাকিব। পোছাকো সাল-সলনি কৰিব।**

প্ৰথম পুৰুষ : চ্যাৰ, আপোনাক বিচাৰি আহিছোঁ।

সত্যকাম : অঁ, কোৱা।

দ্বিতীয় পুৰুষ : আজি চ্যাৰ, জিলালৈ এগৰাকী মন্ত্ৰী আহিছে। আমাৰ গাঁৱৰ মানুহে মন্ত্ৰী মহোদয়ক এখন স্মাৰক পত্ৰ দিয়াৰ বাবে ঠিক কৰিছে।

তৃতীয় পুৰুষ : তাকে চ্যাৰ, আমি দিবলৈ আহিছোঁ। এই বিষয়ে চ্যাৰ, আমি আপোনাক আগতীয়াকৈ জনাইছিলোৱেই।

সত্যকাম : অঁ, - অঁ, - মনত পৰিছে। **(হঠাতে কিৰণৰ চকুৱে চকুৱে পৰে।)** পিছে এতিয়া - মানে - মোৰ আজি - - -

প্ৰথম পুৰুষ : চ্যাৰ, আমাৰ মাজত তেনেকৈ জনা-বুজা মানুহ নায়েই। সেয়েই আপোনাক আমাৰ গুৰি ধৰিবলৈ অনুৰোধ কৰিছিলোঁ।

দ্বিতীয় পুৰুষ : তাতে চ্যাৰ, গাঁৱৰ ৰাইজে আপোনাৰ আশাতে আছে। আপুনিতো গাঁৱৰ ৰাইজৰ কথা জানেই। আপোনাক কিমান ভাল পায়। সকলো ক্ষেত্ৰতে আপোনাৰ দিহা-পৰামৰ্শ আমি লওঁৱেই।

সত্যকাম ঃ অন্য আপত্তি মোৰ একো নাছিল। তোমালোকক সহায় কৰিব পাৰিলে ভালহে পাওঁ।

তৃতীয় পুৰুষ ঃ সজ কৈছে চ্যাৰ।

সত্যকাম ঃ আজি মোৰ ঘৰুৱা এটা লেঠা আছিল।

প্ৰথম পুৰুষ ঃ সেইবোৰ নক'ব আৰু চ্যাৰ।

সত্যকাম ঃ মানে, কাম এটাত এঠাইলৈ যাব লগা আছিল। এয়া মই যাবলৈ ওলাইছিলোৱেঁই।

দ্বিতীয় পুৰুষ ঃ চ্যাৰ, মন্ত্ৰী মহোদয়ক মথাউৰিটোৰ বাবে লগ ধৰিব বিচাৰিছিলোঁ।

তৃতীয় পুৰুষ ঃ মথাউৰিটো চ্যাৰ, এতিয়াই ঠিক কৰি নললে বাৰিষা আমাৰ কিযে অৱস্থা হ'ব।

প্ৰথম পুৰুষ ঃ বাৰিষালৈও আৰু বেছি দিন নাই।

দ্বিতীয় পুৰুষ ঃ মথাউৰি ঠিক নকৰিলে পানীয়ে আমাৰ খেতি, গৰু-ছাগলী সকলো ডুবাব।

সত্যকাম ঃ মই সকলো বুজিছোঁ। কিন্তু - - -

তৃতীয় পুৰুষ ঃ চ্যাৰ, আপোনি দহোবন কাটি কৰি হ'লেও আমাৰ লগত যাবই লাগিব। আমি চ্যাৰ, আপোনাক নেৰোঁ।

সত্যকাম ঃ চেঃ বৰ বিপদত পৰিলো।

প্ৰথম পুৰুষ ঃ আপুনি নগলে চ্যাৰ, আমাৰ গোটেই গাঁওখন বিপদত পৰিব।

কিৰণ ঃ চাওঁ, এইফালে আহকচোন।

**কিৰণে সত্যকামক আঁতৰলৈ মাতি নিয়ে। সত্যকাম আৰু কিৰণ মঞ্চৰ একাষলৈ যায় আৰু ফুচফুচাই কথা পাতে।**

কিৰণ ঃ মানুহকেইজন বৰ বিপদত পৰি আহিছে। অলপ সহায় কৰি দিয়ক গৈ।

সত্যকাম ঃ বুজিছোঁ, কিন্তু মই যে টকা কেইটামান বিচাৰি যাওঁ বুলি ভাবিছোঁ। টকা নহলে আজি কি দৰে চলিবা ?

কিৰণ ঃ চাওকচোন মানুহ কেইজনে কি দৰে আপোনাক কাকৌ-কাকুতি কৰিছে। আঐ—দেহি বেয়া লাগে পায়।

সত্যকাম ঃ তেওঁলোকৰ লগত গ'লে আজি আৰু টকা বিচৰা নহ'ব। টকা নহ'লে ৰাতিটো লঘোনে থাকিব লাগিব।

কিৰণ : ৰাতিটোৰ কাৰণে কিবা এটা হ'ব আৰু। টিঙতে পিঠাগুৰি কেইটামান আছে তাকে গৰম পানী কৰি গুলি খাব লাগিব। আমাৰ ডাঙৰ কেইটাৰ বাবেতো চিন্তা নাই। ৰচনাজনীৰ বাবেহে চিন্তা।

সত্যকাম : ৰচনাই আকৌ পিঠাগুৰি খাইবা নাখায়!

কিৰণ : নাখালে শইকীয়াৰ ঘৰৰ পৰাই বনোৱা ভাত এমুঠি খুজি আনি দিম।

সত্যকাম : এৰা, ৰচনাক খুজিমাগি হ'লেও খুৱাব লাগিব। **(ৰয়)** তেতিয়াহ'লে মই যাওঁ —

কিৰণ : যাওঁক।

সত্যকাম : **(মানুহ কেইজনক)** যাওঁ আৰু ব'লা। স্মাৰক পত্ৰখন লগত আনিছা!

তিনিও : হয় চ্যাৰ, আনিছোঁ।

সত্যকাম : হ'ব, ব'লা।

**চাৰিওজনৰ প্ৰস্থান। সিহঁতে যোৱাৰ ফালে একে থৰে কিৰণে চাই থাকে। মঞ্চত ক্ৰমান্বয়ে এন্ধাৰ হ'ব।**

## প্ৰথম অংকৰ দ্বিতীয় দৃশ্য

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব। মঞ্চত থাকিব যাদৱ আৰু প্ৰভাত।**

যাদৱ : তই চিন্তা কৰিব নালাগে। টকা পইচাৰ অসুবিধা হ'লে মোক খবৰ দিবি, মই পঠাম।

প্ৰভাত : তুমি ক'ৰ পৰা টকা পঠাবা?

যাদৱ : ক'ৰ পৰা পঠাও সেয়া তোৰ চিন্তা কৰা দৰকাৰ নাই। মুঠতে তই পঢ়িব লাগিব। তই পঢ়া-শুনাত ভাল। পঢ়িব পাৰিবি।

প্ৰভাত : পঢ়াৰ বাবে মোৰ খুউব ইচ্ছা আছে। কিন্তু ঘৰৰ অৱস্থাই - -

যাদৱ : ঘৰৰ কথা চিন্তা কৰি থাকিলে তই জীৱনত একো কৰিব নোৱাৰিবি।

প্ৰভাত : ইয়াত থকা হ'লেও কথা নাছিল। গুৱাহাটীত থাকি পঢ়িলে বহুত খৰচ লাগিব।

যাদৱ : মই ক'লো নহয়, খৰচৰ বাবে তই চিন্তা নকৰিবি। তই গুৱাহাটীলৈ যাব লাগিব। আৱশ্যক হ'লে দিল্লীলৈ পঠাম। ইয়াত থাকিলে তোৰ প্ৰতিভা বিকাশ নাপায়। তই উন্নতি কৰিব নোৱাৰ। ইয়াত তই পচিব লাগিব।

**এনেতে সত্যকাম সোমাই আহে।**

যাদব : দেউতা, প্ৰভাতক পঢ়োৱাৰ কথা কি ভাবিছা?

সত্যকাম : সি গুৱাহাটীত থাকি পঢ়ক।

প্ৰভাত : ঘৰৰ এনে এটা অৱস্থাত মোৰ বাহিৰত থাকি পঢ়াৰ ইচ্ছা নাই।

সত্যকাম : তাৰ চিন্তা মই কৰিম। তই পঢ়া ল'ৰা পঢ়িবি।

যাদৱ : আধা পঢ়োতে আকৌ যদি ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিব লগা হয়।

সত্যকাম : সেইটো হ'বলৈ মই কেতিয়াও নিদিওঁ। লাগিলে মোৰ যি নহওঁক।

প্ৰভাত : নালাগে দেউতা, মোৰ পঢ়াৰ বাবে তোমালোকে কষ্ট কৰিব নালাগে।

সত্যকাম : কি! মই এতিয়াও জীয়াই আছোঁ। তোৰ বাপেৰ এতিয়াও জীয়াই আছে। মই জীয়াই থকালৈকে তই পঢ়াৰ বাহিৰে অন্য চিন্তা কৰিব নালাগে। তই গুৱাহাটীলৈ যাবলৈ ওলা।

প্ৰভাত : ঠিক আছে মই গুৱাহাটীতে পঢ়িম।

যাদৱ : মই ভাবিছোঁ, প্ৰভাতৰ পঢ়াৰ খৰচ ময়ে যোগাৰ দিওঁ।

সত্যকাম : তই টকা ক'ত পাবি?

যাদৱ : য'তেই নাপাওঁ লাগিলে। সময় মতে টকা যোগাৰ দিলেই হ'ল।

সত্যকাম : ইঃ তাৰ টকাৰ ফিটাহিটো চোৱা। ইমানে যদি টকাৰ গৰাকী, ঘৰখন নচলাৱ কিয়?

যাদৱ : তোমালোকে জানো কেতিয়াবা সেই সুবিধা দিছা? সদায়েতো তোমালোকে মোক তাচ্ছিল্য কৰি আহিছা।

সত্যকাম : ভালৰ মূৰত। মানুহক দকা-হকা দিবি, গুণ্ডামী কৰিবি, সংসাৰত য'ত বদনামী কাম আছে সেয়া তই কৰিবি।

যাদৱ : দেউতা, মই তোমাৰ লগত তৰ্কৰ বাতাবৰণৰ সৃষ্টি কৰিবৰ বিচৰা নাই।

প্ৰভাত : ককাইদেউ, তুমিতো চাকৰি-বাকৰি নকৰা, তুমি মোক পঢ়াৰ খৰচ কি দৰে দিবা?

সত্যকাম : চুৰ কৰিব - - -

যাদব : আৱশ্যক অনুভৱ কৰিলে মই চুৰ কৰিবলৈও কুণ্ঠাবোধ নকৰোঁ। মই চুৰ কৰোঁ, ডকাইতি কৰোঁ, জুৱা খেলোঁ, দকা-হকা দিও — যিয়েই নকৰোঁ — প্ৰভাতক পঢ়ালেই হ'ল, ঘৰখন চলালেই হ'ল। মাত্ৰ তুমি মোক সুবিধা দিয়া, মোক দায়িত্ব দি চোৱা।

সত্যকাম : দৰকাৰ নাই, দৰকাৰ নাই। চোৰৰ টকাৰে, জুৱাৰীৰ টকাৰে মোৰ ঘৰ চলিব নালেগে। মোৰ ল'ৰাই পঢ়িব নালাগে। মই এতিয়াও জীয়াই আছোঁ। শুন প্ৰভাত, তোৰ পঢ়াৰ বাবদ তই ইয়াৰ পৰা এটা পইচাও ল'ব নোৱাৰ। এটাৰ বাবে গোটেই ঘৰখন আদৰ্শ-চ্যুত হ'ব নোৱাৰে।

যাদব : তোমাৰ আদৰ্শক লৈ তুমি কিমান দিন চলিবা দেউতা! যদি পাৰা আৰু যদি আৱশ্যক অনুভৱ কৰা তেন্তে — মোক

এবাৰ তুমি বঞ্চিত কৰি ৰখা সুবিধাখিনি দি চাব পাৰা।

**যাদব যায়। সত্যকামে যাদব যোৱাৰ ফালে খঙেৰে চায়। প্ৰভাতে কি কৰোঁ কি নকৰোঁকৈ এবাৰ সত্যকামলৈ এবাৰ যাদবলৈ চায়। ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হ'ব।**

## প্ৰথম অংকৰ তৃতীয় দৃশ্য

**মঞ্চ পোহৰ হোৱাৰ লগে লগে মঞ্চত বলেন আৰু প্ৰতিমাক দেখা যাব।**

বলেন : প্ৰভাতৰ পঢ়াৰ খৰছ ঠিক মতে পঠাব নোৱাৰি দেউতা পাগল হৈ যোৱাদি হৈছে।

প্ৰতিমা : খৰছ ঠিক মতে নাপাই, প্ৰভাতৰ বা তাত কি অৱস্থা হৈছে!

বলেন : এৰা, অভাবৰ বাবে যদি তাৰ পঢ়া-শুণাত ব্যাঘাত জন্মে, তেতিয়াহ'লে তাৰ প্ৰতি ভীষণ অন্যায় কৰা হ'ব। **(সুৰ সলায়।)** দেউতাৰ আঁকোৰ-গোঁজ মনোবৃত্তিৰ বাবে একো এটা কৰিব নোৱাৰি।

প্ৰতিমা : ককাইদেউ, তোমালোকে মোক চাকৰি এটা ঠিক কৰি দিয়ানা।

বলেন : চাকৰি! আৰু তোৰ বাবে!

প্ৰতিমা : কিয় আচৰিত হ'লা যে! মই আন নহ'লেও মাষ্টৰণীতো হ'ব পাৰিম।

বলেন : মোকেই যি ক'লি — দেউতাৰ কাণত পৰিব লাগিলে খাব।

প্ৰতিমা : প্ৰতিটো কথাতে দেউতাই নিজৰ মতত থাকিলেতো নহয়।

বলেন : আচলতে দেউতাই আমাক খুব ভাল পায়।

প্ৰতিমা : আমিতো অস্বীকাৰ কৰা নাই।

বলেন : মই ভাবিছোঁ দোকান দিওঁ -- খেতি কৰোঁ — মুঠতে হাতে-কামে কিবা এটা কৰোঁ — নাই, আলাসত ডাঙৰ হোৱা ল'ৰা, কেনেবাকৈ দুখ পাও বুলি সেইবোৰ কৰিব মিদিয়ে। চাকৰি কৰিব লাগে। চাকৰিটোতো বিচাৰিলেই পোৱা বস্তু নহয়।

**বাহিৰৰ পৰা মাতি মাতি সত্যকাম সোমাই আহে।**

সত্যকাম : প্ৰতিমা, প্ৰতিমা —

প্ৰতিমা : কোৱা দেউতা।

সত্যকাম : **(বলেনক)** অ' তয়ো ইয়াত। প্ৰতিমা, মোৰ কপাহী পঞ্জাৱীটো ধুলিনে?

প্ৰতিমা : ধুলো দেউতা।

সত্যকাম : আজি বাঁহবাৰী গাঁৱত মিটিং এখন আছে। তালৈ যাব লাগে। পঞ্জাৱীটো নোধুৱা হ'লে যাবই নোৱাৰিলোহেঁতেন।

বলেন : দেউতা, প্ৰভাতৰ টকা কেইটা পঠোৱা হ'ল জানো?

সত্যকাম : সেয়া, ৰাজহুৱা কাম এটাৰ বাবে প্ৰস্তুতি চলাইছোঁ, তইঁতে আকৌ সামান্য ব্যক্তিগত কামটোত মূৰ সোমোৱাবলৈ দি সকলো শেষ কৰি দিবি! টকা পঠাম নহয়। দুদিনমান দেৰি হ'ব আৰু।

প্ৰতিমা : দেউতা, মই কথা এটা কওঁ তুমি খং নকৰিবা।

সত্যকাম : ক'।

প্ৰতিমা : পাৰিলে মোক তোমালোকৰ স্কুলতে মাষ্টৰণী চাকৰি এটা যোগাৰ কৰি দিয়া।

সত্যকাম : কি! অ' — এতিয়া ছোৱালীজনী হৈ চাকৰি কৰি তই ঘৰ চলাব! সত্যকাম মাষ্টৰৰ সন্মান গৌৰৱৰ চূড়াত উঠিব।

প্ৰতিমা : নহয় — মানে — ঘৰত এনেয়ে থাকি আমনি লাগিছে বুলিহে কৈছোঁ।

সত্যকাম : জানো নহয়, মই চব জানো, তইঁতে লাহে লাহে মোক ঘৰ চলাব নোৱাৰা অক্ষম মানুহ এটা বুলি গণ্য কৰিব লৈছ।

প্ৰতিমা,বলেন : **(একেলগে)** দেউতা!

বলেন : দেউতা, তুমি এনেকৈ জেদ ধৰিলে কেনেকৈ হ'ব?

সত্যকাম : কি মই জেদ ধৰিলোঁ?

বলেন : মই কৈছোঁ — হাতে কামে কিবা এটা কৰোঁ। কিন্তু তুমি কৰিব নিদিয়া।

সত্যকাম : মনত ৰাখিবি। সত্যকাম মাষ্টৰ এতিয়াও জীয়াই আছে। সত্যকাম মাষ্টৰৰ আৰ্দশ জীয়াই আছে। বৰুৱা পৰিয়ালৰ বংশ মৰ্যাদা এতিয়াও শেষ হৈ যোৱা নাই।

বলেন : দেউতা, তুমি যি কোৱা যি নোকোৱা মই সিদ্ধান্ত লৈছোঁ — মই এখন দোকান দিম।

সত্যকাম : (খণ্ডত) অঁ, — অঁ, যা — যা তইঁতে, তইঁতৰ মতে চলগৈ। মোৰ কথা তইঁতে মানিব নালাগে। মোৰ কথাৰ কি মূল্য আছে। দোকান দি টকা ঘটি, ৰাজকাৰেং সাজগৈ। ধনী মানুহ হ'গৈ। মোক একো কথা নুসুধিবি। মোৰ ওচৰলৈ নাহাবি।

বলেন : মই জানো দেউতা, তুমি তোমাৰ জেদ নেৰা, তোমাৰ পুত্ৰ হিচাপে ময়ো মোৰ জেদ নেৰোঁ।

সত্যকাম : তইঁত, তইঁতৰ জেদত চল। তইঁতে খালি নাভাবিবি, তইঁতৰ কামানি খাবলৈ মই জীয়াই আছোঁ বুলি। তোৰ কামানিৰ এপইচাও মই মুখত নিদিওঁ।

বলেন : দেউতা!

সত্যকাম : আৰু খবৰদাৰ! প্ৰভাতলৈ টকা পঠাব নোৱাৰ। তইঁতৰ কামানিৰে তাক পঢ়াবৰ দৰকাৰ নাই। মই তালৈ আজিয়েই চিঠি দিম। সি যাতে তইঁতৰ পৰা এটা পইচাও নিবিচাৰে। তইঁতক মোৰ দৰকাৰ নাই। ছোৱালী দুজনী আৰু মাকক লৈয়ে মই থাকিম। তইঁতৰ হাতৰ পানী এটোপাও মই মুখত নিদিওঁ।

বলেন : দেউতা!

**সত্যকামে খণ্ডত চিএঞৰি টিএঞৰি কথাবোৰ ক'ব। প্ৰতিমাই প্ৰতিমাৰ দৰে দেউতাকলৈ চাই থাকে। বলেনে দেউতাকলৈ চায়। বলেনৰ চাৱনি কৰুণ।**

**ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হ'ব।**

## প্ৰথম অংকৰ চতুৰ্থ দৃশ্য

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব। মঞ্চত থাকিব যাদৱ আৰু কিৰণ।**

যাদৱ : দেউতাৰ প্ৰতিটো কথা এইদৰে মানি চালিলে কিন্তু কোনো দিনে একো নহ'ব।

কিৰণ : উপায়তো নাই। দেউতাৰৰ অন্তৰতো আঘাত দিব নোৱাৰি।

যাদৱ : আঘাত দিবলৈ নো কোনে কৈছে? কিন্তু দেউতাৰ কথাইতো সকলো শেষ নহয়। আমাৰ কথাবোৰতো এবাৰ বিবেচনা কৰি চাব লাগে।

কিৰণ : মই কিন্তু দেউতাৰৰ অন্তৰত দুখ দিব নোৱাৰোঁ। কিমান কষ্ট কৰি তেখেতে তহঁতক ডাঙৰ কৰিলে।

যাদৱ : আমিতো নুই কৰা নাই।

কিৰণ : ঘৰখনত কি হৈছে ক'ব নোৱাৰোঁ।

যাদৱ : হওঁতে একো হোৱা নাই। দেউতাইহে উত্তৰ কৰি লৈছে।

কিৰণ : প্ৰতিমাৰ বিয়াখন হৈ যোৱা হ'লে!

যাদৱ : বাইদেউৰ বিয়াৰতো বন্দবস্ত হৈ গৈছে।

কিৰণ : হৈছে, কিন্তু বিয়া পাতিবলৈ যে টকা নাই। তাইৰ লগতো ঘৰখনৰ ফালৰ পৰা কিবা-কিবি অলপ দিব লাগিব।

যাদৱ : টকা-পইচাৰ কাৰণে তোমালোকে কিয় চিন্তা কৰিছা? সেইবোৰ মই চিন্তা কৰিম। খালি দেউতাই মোৰ টকা ললেই হ'ল।

কিৰণ : দেউতাৰৰ কথা ক'ব নোৱাৰোঁ। যিহে মানুহ, ক'ত তোৰ টকা ল'ব চাগৈ।

যাদৱ : নিজেও একো কৰিব নোৱাৰে, আনকো কৰিবলৈ সুবিধা নিদিয়ে।

**ৰচনা সোমাই আহে।**

ৰচনা : মা, মা, মোৰ ভোক লাগিছে।

কিৰণ : ভোক লাগিছে মই কি কৰিম! ঘৰত কিবা এটা থাকিব লাগিব নহয়।

ৰচনা : মই নাজানো, মোক খাবলৈ দিব লাগিব।

কিৰণ : দিব লাগিব বুলিলেই হ'লনে?

ৰচনা : লাগিবতো।

যাদৱ : ৰচনা, তোক মই খাবলৈ দিম।

ৰচনা : সচাঁকৈ দিবা ককাইদেউ?

যাদৱ : অঁতো। তোক নিদি কাক দিম? তই জানো মই দিয়া বস্তু ল'বি?

ৰচনা : কিয় নল'ম?

যাদৱ : দেউতাই যদি মানা কৰে?

ৰচনা : মানা কৰিলেই হ'লনে? নিজেতো দিব নোৱাৰেই।

কিৰণ : ৰচনা!

ৰচনা : তোমালোকে একো এটা দিব নোৱাৰা, আনে দিলেও মানা কৰা।

যাদৱ : হ'ব ৰচনা, মই তোক সকলো দিম। তই চিন্তা নকৰিবি।

ৰচনা : ককাইদেউ, মোক ভাল ফ্ৰক এটা কিনি দিবা।

যাদৱ : আলবত।

কিৰণ : দেউতাৰে কিন্তু খং কৰিব।

ৰচনা : ইঃ - - -

যাদৱ : মা, তুমি বাইদেউৰ বিয়া ঠিক কৰা। টকা-পইচাৰ বাবে চিন্তা নকৰিবা। এই বিষয়ে দেউতাক একো ক'ব নালাগে। ব'ল ৰচনা, মোৰ লগত ব'ল।

**যাদৱ আৰু ৰচনা যায়। কিৰণে সিহঁতৰ ফালে চাই থাকে। ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হ'ব।**

## প্ৰথম অংকৰ পঞ্চম দৃশ্য

**মঞ্চ পোহৰ হ'ব। মঞ্চত থাকিব সত্যকাম আৰু তিনিজন মানুহ। মানুহ তিনিজনকআগৰ দৰে প্ৰথম, দ্বিতীয় আৰু তৃতীয়পুৰুষ হিচাপে নামকৰণ কৰা হ'ব। আৰু এই তিনিওজনৰ অভিনয় কৰিব সূত্ৰধাৰী আৰু দূত দুজনে। সিহঁতৰ অভিনয় আৰু পোছাক আগৰ চৰিত্ৰবোৰৰ লগত পাৰ্থক্য থাকিব।**

প্ৰথম পুৰুষ : দেউতা, আপুনি লাগি দিলে আমাৰ এই অঞ্চলটোত এটা ভাল নাদ হ'ব।

সত্যকাম : তোমালোকে চিন্তা কৰিব নালাগে। মই তোমালোকৰ নাদটো বনাই দিয়ামেই। কালিলৈ ওলাবা মহকুমা পৰিষদলৈ গৈ প্লেনিং অফিচাৰক লগ ধৰিম।

প্ৰথম পুৰুষ : আপুনি চকু মেলি চোৱাবেই চোৱা।

সত্যকাম : হ'ব, হ'ব চিন্তা নকৰিবা।

প্ৰথম পুৰুষ : তেতিয়াহ'লে মই উঠোহে আৰু। কালিলৈ পুৱা দুজনমানক লগত লৈ আপোনাক লগ ধৰিম।

সত্যকাম : ভাল বাৰু যোৱা।

**প্ৰথম পুৰুষ প্ৰস্থান।**

দ্বিতীয় পুৰুষ : দাদা, কথা এটা আছিল।

সত্যকাম : কোৱা।

দ্বিতীয় পুৰুষ : আমাৰ গাঁৱত স্কুল এখন নিৰ্মাণ কৰাৰ কথা আপোনাক কোৱা হৈছিলেই।

সত্যকাম : অঁ, অঁ, মনত পৰিছে। স্কুল হ'ব লাগে। শিক্ষা নহ'লে মানুহৰ সকলো মিছা।

দ্বিতীয় পুৰুষ : সেইবাবে দাদা, আমি চান্দা তোলা কামটো আৰম্ভ কৰোঁ বুলি ভাবিছোঁ।

সত্যকাম ঃ আৰম্ভ কৰি দিয়া। দেৰিহে হৈছে।

দ্বিতীয় পুৰুষ ঃ দাদা, আপুনি লগত থাকিব লাগিব।

সত্যকাম ঃ মই! অঁ, থাকিম।

দ্বিতীয় পুৰুষ ঃ তেতিয়াহ'লে আপোনাক নিবলৈ কেতিয়া আহিম?

সত্যকাম ঃ কালিলৈতো নোৱাৰো। পৰহিলৈ আহিবা। আহিব নালাগে মই নিজেই যাম।

দ্বিতীয় পুৰুষ ঃ পৰহিৰ পৰা এসপ্তাহ, দুসপ্তাহ যি হয়, একেৰাহে লাগি চান্দাখিনি তুলি ল'ম।

সত্যকাম ঃ হ'ব, হ'ব।

দ্বিতীয় পুৰুষ ঃ মই আহোহে দাদা।

সত্যকাম ঃ ভাল বাৰু যোৱা।

**দ্বিতীয় পুৰুষ যায়। সত্যকামে তৃতীয় পুৰুষক উদ্দেশ্য কৰি কয়।**

সত্যকাম ঃ অঁ, তোমাৰ কি হ'ল কোৱাচোন।

তৃতীয় পুৰুষ ঃ চ্যাৰ, আমাৰ যাড়ঘূলি বিলখনৰ কথা ক'বলৈ আহিছোঁ।

সত্যকাম ঃ অ' যাড়ঘূলি বিলখন! পিছে সেইখন তোমালোকৰ ৰাইজৰ নামত হ'লনে নাই?

তৃতীয় পুৰুষ ঃ নাই, ক'ত ৰাইজৰ নামত হ'ব। নতুনকৈ গাঁৱত সোমোৱা নগৰমল নামৰ লেচি এজনে ডাকি ল'লে।

সত্যকাম ঃ তোমালোকে কি কৰিছিলা?

তৃতীয় পুৰুষ ঃ আপুনি কোৱা মতেই আমি দৰ্খাস্ত-চৰ্খাস্ত দি আগতীয়াকৈ সকলোকে জনাই থৈছিলোঁ। মহকুমা পৰিষদ, গাওঁ পঞ্চায়ত সকলোৱে আমাৰ ৰাইজক বিলখন দিম বুলিলে।

সত্যকাম ঃ পাছত কি হ'ল?

তৃতীয় পুৰুষ ঃ কি হ'ব লেচিয়ে বোলে টকা-পইচা দি সকলো খেলি-মেলি কৰি দিলে। সময়ৰ মূৰকত দেখিলোঁ আমাৰ কাও-বাও সকলো মিছা।

সত্যকাম ঃ সেইটো কি দৰে হ'ব! ৰাইজৰ বস্তু এটা এজন লেচিয়ে কি দৰে পাব! সেইটো হ'ব নোৱাৰে। তোমালেকে মাছ মাৰিব নিদিবা।

তৃতীয় পুৰুষ : আমি, চ্যাৰ মাছ মাৰিবলৈ দিয়া নাছিলোঁ। মাছ মাৰিবলৈ নিদিয়াৰ কাৰণে লেচিজনে আমাৰ ওপৰত কেচ দিলে। পুলিচ আহি আমাৰ মানুহৰ ওপৰত মাৰ-ধৰ কৰিলে। লগতে মনপাই পেগুক এৰেষ্ট কৰি নিলে।

সত্যকাম : চেঃ বৰ ডাঙৰ কথা হ'ল।

তৃতীয় পুৰুষ : আমি তাক এৰুৱাবলৈ বহুতো চেষ্টা কৰিলোঁ। কিন্তু আমাৰ কথা কোনে মানে? আপুনি চ্যাৰ, এবাৰ ডি,চি,ক লগ ধৰি কথাটো ক'ব লাগিব।

সত্যকাম : হ'ব বাৰু সেইটো মই কৰি দিম। যদি তাক এৰি নিদিয়ে, তেতিয়া আমি ডি,চি,ৰ অফিচৰ আগত অনশন কৰিম। মোৰ লগত তোমালোক দুজনমান অনশনত বহিব লাগিব।

তৃতীয় পুৰুষ : চ্যাৰ, আৱশ্যক হ'লে আমাৰ গাঁৱৰ গোটেই ৰাইজ আপোনাৰ লগত থাকিব।

সত্যকাম : তেতিয়াহ'লে তোমালোকে আগৰ কামখিনি ঠিক কৰা। তুমিটো দেখিলাই, স্কুল এখনৰ বাবে অলপ চান্দা তুলি দিব লাগিব। চান্দা তোলা কাম শেষ হ'লেই মই তোমালোকৰ কামত লাগিম। দেৰি হ'ব নেকি?

তৃতীয় পুৰুষ : নাই, আপোনাৰ কামটো মই নিজ চকুৰে দেখিছোঁ। হ'ব চ্যাৰ, আপুনি আজৰি পালেই আমাৰ লগত লাগি দিব। মই যাওঁ চ্যাৰ, সময় মতে দিহা-পৰামৰ্শ বিচাৰি আহিম।

সত্যকাম : হ'ব আৰু আহিবা।

**তৃতীয় পুৰুষ যায়। এনেতে কিৰণ সোমাই আহে।**

কিৰণ : ৰাইজৰ কাম শেষ হ'লনে?

সত্যকাম : হাঁ? অ' ৰাইজ! গ'ল।

কিৰণ : ৰাইজৰ কামনো আৰু কিমান কৰিব?

সত্যকাম : এৰা! ৰাইজৰ কাম কৰি কৰি নকৰাকৈ কেনেকৈ থাকোঁ?

কিৰণ : ৰাইজৰ কামো কৰক, ঘৰৰ কামো কৰক।

সত্যকাম : ৰাইজৰ কাম কৰিলে ঘৰৰ কাম জানো কৰা হয়?

কিৰণ : প্ৰতিমাৰ বিয়াখনৰ যো-জা কৰিব লাগিছিল।

সত্যকাম : অঁ, টকা-পইচা অলপ ধাৰ-ধুৰ কৰি হ'লেও তাইৰ বিয়াখন পাতিব লাগিব।

কিৰণ : মনে বিচৰা মতেতো নহ'লেই, যি কেৰাণী এটা পাইছোঁ সিয়ো হাত সাৰিব।

সত্যকাম : এৰা, এইবাৰ এইখন বিয়া ভাঙিলে বৰ ডাঙৰ কথা হ'ব।

কিৰণ : যাদৱে বিয়াৰ খৰচ যোগাৰ কৰিম বুলি কৈছে।

সত্যকাম : দৰকাৰ নাই, দৰকাৰ নাই। সেই কুলাংগাৰটোৰ কামানিৰ এপচাও ল'ব নোৱাৰোঁ। লাগিলে মোৰ ছোৱালী ঘৰতে বুঢ়ী হৈ থাকিব।

কিৰণ : আপুনিও নিজৰ মতৰ পৰা লৰচৰ নকৰিব। আপুনি যে কি মানুহ ক'ব নোৱাৰোঁ!

সত্যকাম : কিৰণ, ইমান বছৰে তুমি মোৰ লগত থাকিও, আজিলৈকে মই কেনেকুৱা মানুহ ধৰিব নোৱাৰিলা। তেতিয়াহ'লে তুমি বৰ ভুল কৰিলা কিৰণ -- বৰ ভুল কৰিলা।

**এনেতে ৰচনা সোমাই আহে।**

ৰচনা : দেউতা, দেউতা মোক এটা মেক্সি লাগে।

সত্যকাম : দিম, দিম।

ৰচনা : কেতিয়াকৈ দিবা?

সত্যকাম : দিম বাৰু পইচা হওকচোন।

ৰচনা : পইচানো কেতিয়া হ'ব? তোমাৰ আৰু পইচা নহ'ব।

কিৰণ : ৰচনা!

সত্যকাম : পইচা যেতিয়াই নহওক লাগিলে, তহঁতক ঠিক মতে খুৱাই-পিন্ধাই ৰাখিব পাৰিলেই হ'ল।

ৰচনা : ক'তনো ঠিক মতে খুৱাই-পিন্ধাই ৰাখিছা। লাগ বুলিলে বস্তু এটা দিব নোৱাৰা।

কিৰণ : ৰচনা, মনে মনে থাক!

সত্যকাম : দিব পৰা মানে দিয়েই আছোঁ। দিব নোৱাৰিলে ক'ৰ পৰা দিম?

ৰচনা : ক'ৰ পৰা দিম বুলিলেই হ'লনে? যদি খুৱাব-পিন্ধাব নোৱাৰাই তেন্তে আমাক কিয় জন্ম দিছিলা?

সত্যকাম : হাঁ!

কিৰণ : **(খঙত ৰচনাক চৰ মাৰি)** তই বৰ বাঢ়ি গৈছ! তোক — তোক আমি বৰ চল দিলোঁ।

**কিৰণে ৰচনাক খুব বেয়া ধৰণেৰে মাৰ-ধৰ কৰে। ৰচনাই শব্দ কৰি কান্দে। কিৰণে নিজেও কান্দে। সত্যকাম মূৰ্ত্তিৰ দৰে বৈ থাকে।**

ৰচনা : মোক নামাৰিবা মা। মোক নামাৰিবা। মই আৰু একো নিবিচাৰোঁ।

কিৰণ : **(ৰচনাক মাৰে আৰু নিজেও কান্দে)** তই মৰি যা, তই মৰি যা, তোৰ নিচিনা ছোৱালী দৰকাৰ নাই।

**এনেতে যাদৱ সোমাই আহি মাক কিৰণৰ হাতৰ পৰা ৰচনাক আঁজোৰি টানি আনে।**

যাদৱ : মা, তাইক কিয় মাৰিছা?

ৰচনা : **(কান্দি কান্দি)** ককাইদেউ, মই মৰি যাম।

যাদৱ : মা, তাই ঠিকেই কৈছে। খুৱাব-পিন্ধাবৰ সমৰ্থ নাথাকিলে ল'ৰা-ছোৱালী জন্ম দিব নাপায়।

কিৰণ : **(খঙত)** যাদৱ, তহঁত খুউব বাঢ়ি গৈছ!

সত্যকাম : কিৰণ, সিহঁতক ক'ব দিয়া। কিমান কয় কওক।

যাদৱ : দেউতা, মই তোমাৰ বংশৰ কুলাংগাৰ। তুমি মোৰ কামানি নোলোৱা। মোৰ পইচাৰে বাইদেউৰ বিয়া নাপাতা। নালাগে। কিন্তু তুমি নিজে কি কৰিব পাৰিছা! মই এই চহৰৰ নাম কৰা গুন্দা হৈ পৰিছোঁ। কাৰ বাবে? তোমাৰ অৱহেলাৰ বাবে। কিন্তু তুমি যাক আদৰি লৈছা তাক জানো উপযুক্তভাৱে পালন কৰিব পাৰিছা! তুমি চহৰৰ নামী মানুহ, তোমাৰ সন্মান আছে। তোমাৰ সন্মানত মই কলংক। মনত ৰাখিবা তোমাকযি দৰে মানুহে সন্মান কৰে, মোকো সেইদৰে সন্মান কৰে। তোমাক শ্ৰদ্ধাৰ বাবে সন্মান কৰে, মোক ভয়ৰ বাবে সন্মান কৰে। আজিৰ সংসাৰত শ্ৰদ্ধাৰে একো নহয় দেউতা। মানুহক ক্ষমতা লাগে। টকা লাগে। তুমি তোমাৰ আদৰ্শ লৈ জীয়াই থাকিব নোৱাৰা দেউতা। **(ৰচনাক)** ব'ল ৰচনা, তই মোৰ লগত ব'ল।

ৰচনা : **(উচুপি উচুপি)** মই নাযাওঁ ককাইদেউ। মোক মাই আকৌ মাৰিব।

যাদৱ : ব'ল, আকৌ আহিবি। (সত্যকামক) দেউতা, তুমি তোমাৰ আদৰ্শ লৈ থাকা, কিন্তু টকা-পইচা হ'লে, ক্ষমতা হ'লে, মানুহে কি কৰিব নোৱাৰে। সেইয়া তোমাক এদিন দেখুৱাই দিম।

সত্যকাম : তাৰ মানে তই মোক ইতিকিং কৰিছ? উপহাস কৰিছ। পুত্ৰ হৈ পিতাক উপহাস।

যাদৱ : দেউতা, পিতৃত্বৰ দাবীৰে তোমালোকে আমাৰ চূড়ান্ত উপহাসৰ পৰা সদায় সাৰি আছা।

**যাদৱে ৰচনাক লৈ যায়।**

সত্যকাম : মোৰ — মোৰ কি হৈছে! মোৰ ঘৰখনত কিবা সোমাল! মই - মই - - -

**খং, অপমান, লাজত, সত্যকাম কিবা হৈ যায় তাকে দেখি কিৰণে সত্যকামক ধৰেগৈ।**

সত্যকাম : চাওঁ কিৰণ, মোক এৰি দিয়া। মোক অলপ অকলে অকলে থাকিবলৈ দিয়া। মোৰ আদৰ্শ! নাই, নাই মই মোৰ আদৰ্শ এৰিব নোৱাৰোঁ। লাগিলে মই মৰি যাম। তথাপিতো মই মোৰ আদৰ্শ নেৰোঁ।

**সত্যকাম কিৰণৰ ওচৰৰ পৰা মঞ্চৰ পশ্চাৎপটলৈ আঁতৰি যায়। কিৰণে খুব কৰুণভাৱে সত্যকামলৈ চায়। পশ্চাৎপটেদি সত্যকাম প্ৰস্থান কৰে।**

কিৰণ : হে ভগৱান! মোক মাৰি নিনিয়া কিয়!

**কিৰণ লাহে লাহে মঞ্চৰ সন্মুখলৈ আহিব। পোহৰ কেৱল কিৰণৰ গাতপৰিব। কিৰণে দৰ্শকক উদ্দেশ্য কৰি ক'ব।**

কিৰণ : আপোনালোকে এবাৰ বিচাৰ কৰক! পুত্ৰ হৈ পিতাকৰ প্ৰতি কিয় এনে ব্যৱহাৰ! আমাৰ ঘৰত হোৱা আজিৰ এই নাটকৰ বয়োবৃদ্ধ চৰিত্ৰ সত্যকাম মাষ্টৰৰ কি অৱস্থা হৈছে সেয়া আপোনালোকে নিজ চকুৰে দেখিছে। এদিন এই সত্যকাম মাষ্টৰে এইখন ঘৰলৈ জেউতি আনিছিল। আজি তেখেত বৃদ্ধ। অসহায়। বৃদ্ধ পিতাকৰ ওচৰৰ পৰা পুতেকহঁত আঁতৰি গ'ল। তেখেতে নিজৰ জেদ, নিজৰ আদৰ্শ কেতিয়াও নেৰে। তেখেত আজি অকলশৰীয়া। তেখেত শান্ত। অৱশ। কেতিয়াবা জানো ভাবিছিল, তেখেতৰ এনে অৱস্থা হ'ব বুলি? আজি নাটকখনৰ গতি কিয় এনে হ'ব লগা হ'ল। নাটকৰ চৰিত্ৰবোৰৰ কিয় এনে হ'ল? এবাৰ আপোনালোকে বিচাৰ কৰক। আমাৰ প্ৰতি, আমাৰ ঘৰ খনৰ প্ৰতি, নাটকৰ বৃদ্ধ চৰিত্ৰ সত্যকাম মাষ্টৰৰ প্ৰতি এবাৰো অনুকম্পা জগা নাইনে?

**লাহে লাহে মঞ্চ এন্ধাৰ হ'ব। এই খিনিতেই পট পেলাব পাৰে।**

**প্ৰথম অংক শেষ**

## দ্বিতীয় অংকৰ প্ৰথম দৃশ্য

**প্ৰথম অংকৰ পৰিচিত দৃশ্যৰ দৰেই এই দৃশ্য হ'ব। মঞ্চত ক্ৰমান্বয়ে পোহৰ হ'ব। মঞ্চ থাকিব সূত্ৰধাৰী আৰু দূত দুজন। এই দৃশ্যত সূত্ৰধাৰী আৰু দূতৰ অভিনয় পোছাক আদি পৰিচিত দৃশ্যৰ দৰেই হ'ব। পোহৰ অকল সূত্ৰধাৰী আৰু দূত দুজনৰ গাত পৰিব।**

সূত্ৰধাৰী : ক্ষণে ক্ষণে
পলে পলে

কোৰাছ : সময় বাগৰি যায়
সময় বাগৰি যায়

সূত্ৰধাৰী : দিনৰ পাছত ৰাতি, ৰাতিৰ পাছত দিন
দিনৰ পাছত সপ্তাহ, সপ্তাহৰ পাছত মাহ
মাহৰ পাছত বছৰ।

কোৰাছ : বছৰ বছৰ কৰি কেইবাটাও বছৰ
সত্যকাম মাষ্টৰৰ পৰিয়ালৰ ওপৰেদি পাৰহৈ গ'ল।

প্ৰথম দূত : সত্যকাম মাষ্টৰৰ পৰিয়ালৰ বহুতো ওলট-পালট হৈ গ'ল।

দ্বিতীয় দূত : প্ৰতিমাক বিয়া দিব নোৱাৰাৰ বেজাৰত, সত্যকামৰ পত্নী কিৰণ ৱালাৰ মৃত্যু হ'ল।

সূত্ৰধাৰী : সত্যকাম মাষ্টৰে চাকৰিৰ পৰা অৱসৰ ল'লে।

প্ৰথম দূত : ৰচনা গাভৰু হ'ল।

দ্বিতীয় দূত : প্ৰভাতে বিশ্ববিদ্যালয়ত ভৰি দিলে।

সূত্ৰধাৰী : বলেনে শ্ৰমৰ মৰ্যাদা দি নিজৰ ব্যৱসায়ত উন্নতি কৰিব ধৰিলে।

প্ৰথম দূত : যাদৱে নিজৰ প্ৰতিপত্তিক দোপত দোপে উন্নতিৰ পথত আগুৱাই নিলে।

দ্বিতীয় পুত্ৰ : সত্যকাম নিজৰ মতবাদ, নিজৰ আদৰ্শত অচল অটল।

সূত্ৰধাৰী : আনহাতে সত্যকামৰ পুত্ৰ-সন্তানেও নিজৰ নিজৰ মতবাদত অচল-অটল।

প্ৰথম দূত ঃ পিতা পুত্ৰৰ মতৰ অনৈক্য
আদৰ্শৰ সংঘাত
চিন্তাৰ পাৰ্থক্য।

দ্বিতীয় দূত ঃ সিহঁতৰ লক্ষ্য একে — সমাজ পৰিৱৰ্তন।
পথ ভিন্ন
ভিন্ন পথেৰে
সিহঁত ধাৱমান।

কোৰাচ ঃ এতিয়া আহক,
আমি সময়ৰ পৰিবৰ্তনৰ সোঁতত ভাঁহি যোৱা সত্যকামৰ পৰিয়ালৰ বৰ্তমানৰ অৱস্থাৰ বুজ লওঁ। তাৰ বাবে আমি সত্যকামৰ সংসাৰখনৰ প্ৰতিজন সদস্যৰ ওচৰলৈ আকৌ যাব লাগিব।

সূত্ৰধাৰী ঃ এতিয়া আমি আপোনাসবৰ পৰা বিদায় লওঁ।

দূতদ্বয় ঃ হয়, হয় বিদায় ল'ম।

সূত্ৰধাৰী ঃ আকৌ আগৰ দৰে মাজে মাজে বিভিন্ন চৰিত্ৰ হিচাপে অৱতীৰ্ণ হ'ম।

দূতদ্বয় ঃ হয়, হয় অৱতীৰ্ণ হ'ম। **(আমি মাজে মাজে আহি দৃশ্য পৰিৱৰ্তনৰ কামবোৰবো কৰি যাম।)**

কোৰাছ ঃ এতিয়া নাটকৰ পিছৰ অংশ চাওক।

**ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হ'ব।**

## দ্বিতীয় অংকৰ দ্বিতীয় দৃশ্য

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব। মঞ্চত কেৱল প্ৰভাত থাকিব। প্ৰথমতে প্ৰভাতৰ মুখত গোলাকৃতিৰ পোহৰ এটা পৰিব। প্ৰভাতে কবিতা আবৃত্তি কৰে।**

প্ৰভাত : ভাংগ ভাংগ
শোষণ জিঞ্জিৰি ভাংগ।
ভৰিৰ শিকলি দলিয়াই দে
মুক জনতা বন্দী জনতা
আহ আহ ওলাই আহ
উদাত্ত কণ্ঠেৰে
লৌহ পিঞ্জৰা ভাঙি ওলাই আহ।
অৱহেলিত পদহেলিত
শোষিত নিষ্পেষিত
আৰু কিমান দিন
কিমান দিন থাকিবি
বন্দী কাৰাগাৰত
গেলি-পচি জীৰ্ণ হয়?
সৌৰা ক্ষমতাৰ
শোষণৰ শাসনৰ
লৌহ প্ৰাচীৰ
দে, প্ৰচণ্ড আঘাত হানি দে,
বৈষম্যৰ চক্ৰান্তৰ দালালৰ
চালাকিৰ শিকলী
দে, সবল জোৰেৰে চিঙি দে।
ভাগি যাওক চিগি যাওক
ঝন ঝন ঝনাৎ

খহি যাওঁক কঁপি যাওঁক
মুহূৰ্তে এই ক্ষণত।
কাৰাঘাত পদাঘাত
চূৰমাৰ কৰি
বন্দী দুৱাৰ ভাঙি
পৰিবৰ্তন আমন্ত্ৰণ কৰি
ল কাঢ়ি ল নিজৰ অধিকাৰ
গঢ়িব লাগিব মোৰ প্ৰাণৰ জনতা
শোষণ বিহীন বৈষম্যহীন
সমতাৰ সততাৰ
এখন নিকা সমাজ
ল গঢ়ি ল
এখন নিকা সমাজ।
য'ত সৰল সবল
পোৱালীয়ে হাঁহিব,
য'ত উমলি ধেমালি
নিয়ৰে নাচিব
য'ত শুনিবি
প্ৰভাতী পক্ষীৰ কলতান,
য'ত শুনিবি জনতাৰ
উল্লাস উচ্ছাসৰ
নৱ কল্লোলৰ ঐক্যতান।

**প্ৰভাতৰ কবিতা আবৃত্তিত উপযুক্ত ধ্বনি সংযোগ কৰিব লাগিব। কবিতা আবৃত্তিৰ পাছতেই সম্পূৰ্ণ মঞ্চ পোহৰ হ'ব। লগে লগে প্ৰভাতৰ দুজন সমনীয়া সোমাই আহে। এই দুজনক আমি প্ৰথম আৰু দ্বিতীয় সমনীয়া হিচাপে নামকৰণ কৰিম। সমনীয়া দুজনৰ অভিনয় ক্ৰমে প্ৰথম আৰু দ্বিতীয় দূতে কৰিব। তেওঁলোকৰ অভিনয়, পোছাক আদিৰ লগত, আগৰ চৰিত্ৰবোৰৰ অভিনয়ৰ পাৰ্থক্য থাকিব।**

প্ৰথম সমনীয়া : কিহে বন্ধু, কি কৰিছা ?

প্ৰভাত : অ' তোমালোক !

দ্বিতীয় সমনীয়া : নিশ্চয় কিবা এটা ভাবি আছা !

প্ৰভাত : কি ভাবিছো জানা ? মই এই মেছ এৰি দিম।

প্ৰথম সমনীয়া : কি ! মেছ এৰিব লগা কিটো হ'ল ?

প্ৰভাত : কেইবা মাহৰো মেছদিউজ দিব পৰা নাই - - -

দ্বিতীয় সমনীয়া : তাৰ বাবেতো আমি কোনেও আপত্তি কৰা নাই।

প্ৰভাত : নকৰিলেও মোৰ নিজৰ এটা বিবেচনা আছে। বিবেক বোলা কথা এটা আছে।

প্ৰথম সমনীয়া : চব কথাতে, চব সময়তে, বিবেকক প্ৰচয় নিদিবাচোন।

দ্বিতীয় সমনীয়া : কিবা এটা অসুবিধাৰ বাবেহে দিব পৰা নাই।

প্ৰথম সমনীয়া : তোমাৰ মেছদিউজ নোপোৱাৰ বাবেতো আমাৰ মেছ নচলাকৈ থকা নাই।

প্ৰভাত : হয়তো মোৰ ঘৰৰ পৰা আৰু টকা পঠাব নোৱাৰিব। তোমালোকক আৰু অসুবিধা দিবলৈ মন নাই।

দ্বিতীয় সমনীয়া : আমি জানো কৈছোঁ অসুবিধা হৈছে বুলি ?

প্ৰথম সমনীয়া : আমি দুখীয়া হ'লেও, ধন নাথাকিলেও এখন অন্তৰ আছে দিয়াচোন।

প্ৰভাত : জানো, তোমালোকক মই ভাল দৰে বুজোঁ।

দ্বিতীয় সমনীয়া : অ' হেৰি নহয় প্ৰভাত, তোমাৰ নতুন কবিতাটো লিখা হ'ল ?

প্ৰভাত : অঁ, হ'ল। অলপ আগতে লিখি শেষ কৰিছোঁ।

প্ৰথম সমনীয়া : তেতিয়াহ'লে আৰু এখন কবিতা পুথি প্ৰকাশ কৰিব পাৰিবা।

দ্বিতীয় সমনীয় : তোমাৰ আগৰ কিতাপকেইখন কিন্তু বজাৰত ভাল চেইল হৈছে।

প্ৰথম সমনীয়া : আৰু মানুহৰ মাজতো খুব পপুলাৰ হৈছে।

প্ৰভাত : এইখন কিতাপ প্ৰকাশ হ'লে ভাবিছোঁ ইউনিভাৰচিটিৰ ফিজকেইটা দিব পাৰিম। অলপ ধাৰ আছে তাকো মাৰিব পাৰিম।

দ্বিতীয় সমনীয়া : অৱশ্যে, কবিতা কিতাপৰ পইচাতকৈ তোমাৰ আদৰ্শ, তোমাৰ কৰ্তব্য হে আগ কথা।

প্ৰভাত : জানো। মোৰ কৰ্তব্য মোৰ আদৰ্শ প্ৰচাৰৰ মাধ্যম হিচাপেইতো মোৰ কবিতাৰ সৃষ্টি।

দ্বিতীয় সমনীয়া ঃ তোমাক কথা এটা সোধোঁ প্ৰভাত।

প্ৰভাত ঃ সোধা।

দ্বিতীয় সমনীয়া ঃ তোমাৰ ককাইদেউহঁতে, তোমাৰ খবৰ নলয় নেকি? তুমি আকৌ কথাটো সোধাৰ বাবে বেয়া নাপাবা।

প্ৰভাত ঃ নাই, কিয় বেয়া পাম? ককাইদেউহঁতে মোৰ খবৰ লয়, সহায়ো কৰিব বিচাৰে। কিন্তু দেউতাৰ আদেশ মই সিহঁতৰ সহায় ল'ব নোৱাৰোঁ।

দ্বিতীয় সমনীয়া ঃ অ' তোমাৰ দেউতাৰ কিন্তু এক ধৰণৰ মানুহ!

প্ৰভাত ঃ দেউতা নিজৰ আদৰ্শৰ প্ৰতি অবিচল। সমাজ পৰিবৰ্তন কৰাৰ হাবিয়াস, সমাজৰ সেৱাত জীৱন উৎসৰ্গা কৰাৰ আদৰ্শ। আদৰ্শ দেউতাৰ ভালেই। পথটোহে ভুল।

প্ৰথম সমনীয়া ঃ তেখেতৰ মতে হয়তো, তেখেতৰ পথটোৱেই শুদ্ধ।

প্ৰভাত ঃ এই ভুল পথবোৰে দি যাত্ৰা কৰাৰ বাবেই আমাৰ সমাজ ব্যৱস্থাৰ এনে অৱনতি। অপৰিৱৰ্তনীয়।

প্ৰথম সমনীয়া ঃ এৰা তুমি ঠিকেই কৈছা।

প্ৰভাত ঃ মই সৰ্বহাৰাৰ মুক্তিৰ কামত ব্ৰতি হৈছোঁ। আৰুতো তোমালোকে জানাই মই আজি বহুদিন গাঁৱে গাঁৱে সোমাই ফুৰিছোঁ। সেইবোৰত মই কি দেখিছোঁ! দৰিদ্ৰ কৃষক ৰাইজৰ দুবেলা-দুমুঠি ভাত, থাকিবলৈ এখন চালি, পিন্ধিবলৈ এচিতা কাপোৰৰ বাবে সিহঁতে হাহাকাৰ কৰিছে। মই জানো সিহঁতৰ সহায় হ'ব নোৱাৰোঁ? অৱশ্যে মই নিজেও দৰিদ্ৰ।

দ্বিতীয় সমনীয়া ঃ ঠিকেই, ইতিমধ্যে তুমি বহুত অভিজ্ঞতা আহৰণ কৰিছা।

প্ৰভাত ঃ ইতিমধ্যে মই এটা দলীয় ৰাজনৈতিক আদৰ্শ লৈছোঁ। যিটোৰ দ্বাৰা সৰ্বহাৰাৰ মুক্তি কৰিব পাৰিম। এই কথা শুনি দেউতাই মনত আঘাত পাব। মাৰ মৃত্যুৰ পাছৰ পৰাই দেউতাৰ এনেই অৱস্থা নাই তাতে মোৰ এই সংবাদ শুনি, হয়তো তেওঁ বলিয়া হৈ যাব। উপায় নাই, সময়ৰ আহ্বানক মই অৱমাননা কৰিব নোৱাৰোঁ।

দ্বিতীয় সমনীয়া ঃ তোমালোকে কথা পাতা, মই অলপ মুখ-হাত ধুই লওঁ।

প্ৰথম সমনীয়া : ৰ'বা, ময়ো যাওঁ। দিনটো ঘূৰি ফুৰা, মুখ-হাতখন ধুই ললে ভাল লাগিব।

**দুয়োজন সমনীয়া ভিতৰলৈ যায়।**

প্ৰভাত : দেৰি নকৰিবা। সোনকালে ওলাই আহাঁ। মই কাম এটাত বাহিৰলৈ যাম।

**অলপ সময়ৰ পাছত। পোহৰ কেৱল প্ৰভাতৰ মুখত পৰিব। আনফালে অন্য এটা চৰিত্ৰৰ মুখত পোহৰ পৰিব। চৰিত্ৰটোৰ মুখত অৰ্থপূৰ্ণ হাঁহি। চৰিত্ৰটোৰ অভিনয় কৰিব সূত্ৰধাৰীয়ে। সূত্ৰধাৰীয়ে নিজৰ অভিনয়ৰ লগত এই চৰিত্ৰৰ অভিনয় বা সাজ-সজ্জাৰ বিশেষ এটা পৰিবৰ্তন নকৰিলেও হ'ব। সূত্ৰধাৰীক ইয়াত কেৱল 'সূত্ৰ' বুলি নামকৰণ কৰা হ'ব। সূত্ৰই হাঁহি, হাঁহি নিজৰ ঠাই পৰা প্ৰভাতৰ ওচৰলৈ আহি ৰয়। হঠাতে প্ৰভাতে সূত্ৰক দেখি উচপ্‌খায়।**

প্ৰভাত : কোন! (**সূত্ৰই হাঁহি থাকে।**) কোন! কি লাগে?

**সূত্ৰই হাঁহি হাঁহি প্ৰভাতৰ কাষলৈ আৰু আগবাঢ়ি আহে। প্ৰভাতে প্ৰায় ভয়খোৱাৰ দৰে হয় - পোহৰ কেৱল দুয়োটা চৰিত্ৰৰ মুখৰ ওপৰত পৰিব।**

প্ৰভাত : কোন! কি লাগে! নোকোৱা কিয়? মুখেৰে নামাতা কিয়?

সূত্ৰ : মাতিম। মাতিবলৈকে আহিছোঁ।

প্ৰভাত : কোন তুমি?

সূত্ৰ : পৰিচয়ৰ প্ৰয়োজন কি? সময়ত সকলো জানিব পাৰিবা। এতিয়া মাত্ৰ ধৰি লোৱা তোমাৰ বাবে মই এটা অবাঞ্চিত চৰিত্ৰ।

প্ৰভাত : এটা অবাঞ্চিত চৰিত্ৰ মই এতিয়া, এই সময়ত কামনা নকৰোঁ।

সূত্ৰ : কি কৰিবা? মোৰ প্ৰৱেশেই সেই বাবে — কামনা নকৰাকৈ আবিৰ্ভাৱ।

প্ৰভাত : কিন্তু, কিন্তু, তুমি এতিয়া - - -

সূত্ৰ : প্ৰৱেশ কৰিলোৱেই - - -

প্ৰভাত : প্ৰৱেশ কৰিলা এতিয়া প্ৰস্থান কৰা।

সূত্ৰ : বহুত প্ৰস্তুতিৰ মূৰত তোমাৰ ইয়াত প্ৰৱেশ কৰিছোঁ।

প্ৰভাত : পিছে তোমাক এতিয়া কি লাগে?

সূত্ৰ : একো নালাগে। মাত্ৰ অলপ সময়, ভাবৰ বিনিময়, কথাৰ বিনিময়। ৰাজনীতি কৰা ল'ৰা — অনবৰত চিন্তা চৰ্চা। ধৰা মই তোমাৰ অলপ ৰিলেক্স।

প্ৰভাত : কি! ৰাজনীতি! তুমি, তুমি কি দৰে জানিলা। তুমি কোন?

সূত্ৰ : শ্ৰীযুতপ্ৰভাত বৰুৱা মই কি নাজানো তাক সোধা। অৱসৰ প্ৰাপ্ত স্কুল মাষ্টৰ সত্যকাম বৰুৱাই, নিজৰ পুত্ৰক বিশ্ববিদ্যালয়ত কি দৰে পঢ়ুৱাইছে, তাৰো খবৰ দিব লাগিব নেকি।

প্ৰভাত : নাই কোনো প্ৰয়োজন নাই। কোনো খবৰ মোক নালাগে। যোৱা তুমি ইয়াৰ পৰা ওলাই যোৱা।

সূত্ৰ : ক'তা? প্ৰস্থানৰ সময়তো এতিয়াও হোৱা নাই। তথাপিতো যেতিয়া যাবই লাগিব যোৱাৰ আগতে কৈ যাওঁ - এসাজ খাই এসাজ নাখাই বহুত কষ্টেৰে তুমি পঢ়িছা। সত্যকাম মাষ্টৰৰ আশা, পুতেকে বিশ্ববিদ্যালয়ৰ ডিগ্ৰী লৈ পিতাকৰ নাম উজ্জ্বল কৰিব। কিন্তু পুতেকে কি কৰিছে! ৰাজনৈতিক আদৰ্শত উদ্বুদ্ধ হৈ পঢ়া-শুনা জলাঞ্জলি দি সশস্ত্ৰ সংগ্ৰামৰ পথ লৈছে।

প্ৰভাত : কি! তুমি? এইবোৰ কথা - - -

সূত্ৰ : আৰু বহুতো খবৰ মোৰ ওচৰত আছে। তুমি দেউতাৰাৰ আশা ভৰষাৰ থল। এইদৰে বুঢ়া বয়সত সত্যকাম বৰুৱাৰ আশাত কুঠাৰঘাত কৰাটো জানো তোমাৰ উচিত হৈছে। ইমান কষ্ট স্বীকাৰ কৰি বুঢ়াজনে তোমাক ইয়ালৈকে মানুহ কৰিলে! তুমি জানো বৃদ্ধ দেউতাৰাৰ প্ৰতি অন্যায় কৰা নাই! ঘৰখনৰ প্ৰতি অন্যায় কৰা নাই! এবাৰ ভাবি চোৱা। ভাবি চোৱা প্ৰভাত বৰুৱা।

প্ৰভাত : কোন! কোন তুমি?

সূত্ৰ : ধৰা মই তুমি, সত্যকাম বৰুৱা, বলেন বৰুৱা, যাদৱ বৰুৱা, ঘটিৰাম-বাতিৰাম আৰু বহুতো - - -

প্ৰভাত : বলেন! যাদৱ! নাই, নাই হ'ব নোৱাৰে। তুমি মই নোহোৱা। তুমি সিহঁত নোহোৱা। কোৱা কোৱা তোমাৰ প্ৰকৃতপৰিচয় কি?

সূত্ৰ : **(হাঁহি)** ক্ষমা কৰিবা। সময় হ'ল। আমনিদায়ক চৰিত্ৰ হোৱাৰ মোৰ ইচ্ছা নাই।

প্ৰভাত : কিন্তু তুমি - - -

সূত্ৰ : মই তোমাৰেই এটা অন্য ৰূপ। এটা খন্তেকীয়া চৰিত্ৰ। প্ৰস্থানৰ আগতে কৈ যাওঁ - তুমি সময়ৰ সন্ধিক্ষণত। এফালে সময়ৰ আ᾽্নান সৰ্বহাৰাৰ জনতাৰ হাঁহাকাৰ। আনফালে ঘৰৰৰ দায়িত্ব, বুঢ়া পিতৃৰ প্ৰতি কৰ্তব্য। কোনটো ধৰিবা? কোনটো এৰিবা? ভাবি চোৱা। এইয়া তোমাৰ পৰীক্ষাৰ সময়। প্ৰত্যাহ্বানৰ সময়।

**প্ৰৱেশ কৰাৰ দৰে হাঁহি হাঁহি সংলাপ কৈ কৈ আগৰ ঠাইলৈ যায়। সূত্ৰৰ মুখৰ পোহৰ নাইকিয়া হয়। অকল প্ৰভাতৰ মুখত পোহৰ। প্ৰভাতৰ মুখত কিংকৰ্তব্যবিমূঢ়তাৰ ভাব। যন্ত্ৰণাকাতৰ মানুহৰ দৰে প্ৰায় আৰ্তনাদ কৰি ক'ব।**

প্ৰভাত : উঃ বিবেকৰ কি যান্ত্ৰণা! **(অলপ সময় ৰয়)** এৰা, এয়া পৰীক্ষাৰ সময়। প্ৰত্যাহ্বানৰ সময়। মোৰ পথ নিৰ্ণয়ৰ সময়। এতিয়া বিচলিত হ'লে নহ'ব।

**লাহে লাহে প্ৰভাতে মঞ্চৰ সন্মুখলৈ আহি দৰ্শকক উদ্দেশ্য কৰি ক'ব।**

প্ৰভাত : মই আজি যিটো সন্ধিক্ষণত পৰিছোঁ, তেনে এটা সন্ধিক্ষণত আপোনালোক পৰিলে কি কৰিব? মোক এটা সমাধান দিয়ক। কোনফালে মই যাম? এফালে সমাজৰ, দেশৰ বৃহত্তৰ স্বাৰ্থ আনফালে জন্ম দিয়া পিতৃৰ প্ৰতি দায়িত্ব। কোনটো এৰিম, কোনটো ধৰিম। কওঁক আপোনালোকে এবাৰ কৈ যাওঁক। মই কি কৰোঁ? মোৰ দৰে আপোনালোকো, একে তেজ মঙহেৰে

গঢ়া মানুহ। আপোনালোকে পাৰিব, আপোনালোকে সমাধান দিব পাৰিব। ধৰক মোৰ অৱস্থাটোত আপোনালোক পৰিছে। এতিয়া আপোনালোকে কওক। কওক মই নিজৰ ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ কৰি সমাজৰ, দেশৰ, বৃহত্তৰ স্বাৰ্থৰ বাবে চিঞৰি উঠোঁ। কওক , আপোনালোকে কওক — আপোনালোকে, আপোনালোকৰ মাজৰ পৰাই মোক সৃষ্টি কৰক।

**ক্ৰমে প্ৰভাতৰ মুখৰ পৰা পোহৰ নাইকিয়া হয়। সম্পূৰ্ণ মঞ্চ এন্ধাৰ হ'ব।**

## দ্বিতীয় অংকৰ তৃতীয় দৃশ্য

**ক্রমান্বয়ে মঞ্চত পোহৰ পৰিব। মঞ্চত থাকিব সত্যকাম বৰুৱা আৰু প্রতিমা।**

সত্যকাম : জান প্রতিমা, প্রভাতৰ আৰু এখন নতুন কিতাপ প্রকাশ হৈছে।

প্রতিমা : জানো দেউতা, সেইখনো তোমাৰ নামতেই উৎসৰ্গা কৰিছে।

সত্যকাম : অঁ, । সি মোক খুউব ভাল পায়। কিতাপ এখন মোলৈ পঠিয়াই দিছে।

প্রতিমা : মই পঢ়িলোঁ। তোমাৰ বিছনাৰ ওপৰতেই আছিল।

সত্যকাম : সি ভাল কবিতা লিখিছে। সেই অকণমানি ল'ৰাটো, জ্যোতিপ্রসাদৰ কবিতা আবৃত্তি কৰি প্রথম পুৰস্কাৰ পোৱা প্রভাতে যে এনেকুৱা কবিতা লিখিব সেয়া ভাবিবই নোৱাৰি। জান প্রতিমা, সি সৰুৰে পৰাই কবিতা লিখাৰ প্রতি আগ্রহী আছিল।

প্রতিমা : জানো দেউতা, **(অলপ ৰয়)** দেউতা - - -

সত্যকাম : হোঁ!

প্রতিমা : কবিতা কিতাপখনৰ লগত পঠোৱা চিঠিখনৰ কথা নক'লা যে?

সত্যকাম : হাঁ! মানে তই চিঠিখন পঢ়িলি?

প্রতিমা : পঢ়িলোঁ। মই ভাবো দেউতা, মানুহ ৰাজনৈতিকভাৱে সচেতন হোৱাটো ভাল।

সত্যকাম : ৰাজনৈতিকভাৱে সচেতন হোৱাটো ভাল! কিন্তু সিটো অকল সচেতন হোৱাটোই নহয় এটা দলীয় ৰজনীতিৰ আদৰ্শৰ প্রতি অনুগত। তাক লৈ বহুত আশা কৰিছিলোঁ। তাৰ চিঠিখন পঢ়ি মোৰ সকলো খেলি-মেলি হৈ গ'ল। **(হুমুনীয়া কাঢ়ি)** জানো কি হ'ব ক'ব নোৱাৰোঁ?

প্রতিমা : দেউতা, প্রভাতৰ কাৰণে তুমি চিন্তা কৰিব নালাগে।

সত্যকাম : **(প্ৰায় খঙত)** নাই, নাই সিহঁতক লৈ আৰু মই চিন্তা নকৰোঁ। মোৰ কোনো ল'ৰা নাই। মোৰ ল'ৰা নাই! মোৰ অকল ছোৱালী দুজনী। **(সুৰ সলায়।)** মোৰ চিন্তা ছোৱালী দুজনীক লৈ। চাওঁতে চাওঁতে ৰচনাজনীও গাভৰু হ'ল। তহঁতক যদি গত এটা লগাই দিব পাৰিলোঁ হেঁতেন! মাৰ নথকাৰ পৰা মই বহু ক্ষেত্ৰত বৰ অকলশৰীয়া হৈ পৰিছোঁ।

প্ৰতিমা : দেউতা, মোৰ বিয়াৰ বাবে তুমি চিন্তা কৰিব নালাগে। মই তোমাৰ লগতেই থাকিম। মই তোমাক অকলশৰীয়া হ'ব নিদিওঁ। ৰচনাৰহে কিবা এটা ব্যৱস্থা কৰা।

সত্যকাম : তোক ঘৰত ৰাখি ৰচনাক বিয়া দিলে, মাৰৰ মৃত আত্মাই শান্তি নাপাব। তোক বিয়া দিব নোৱাৰৰ দুখৰ বোজা লৈয়েই তেওঁ মৰিল। জীৱিত কালত মই তেওঁক কোনো দিনেই সুখ দিব নোৱৰিলোঁ, শান্তি দিব নোৱাৰিলোঁ! গোটেই জীৱনটো তেওঁ যন্ত্ৰণা ভুগিয়ে মৰিল। এতিয়া ভবিছোঁ অন্তত তেওঁৰ আত্মাই শান্তি পাওক ।

প্ৰতিমা : তোমাৰ অন্তৰৰ বেদনা মই বুজো দেউতা। কিন্তু, ৰচনাক যি মান সোনকালে বিয়া দিব পৰা যায় সিমানে আমাৰ ভাল। কাৰণ ইতিমধ্যে এই সৰু চহৰখনত ৰচনাৰ বিষয়ে নানানটা বেয়া কথা ওলাব আৰম্ভ কৰিছে।

সত্যকাম : মই জানো! সকলো শুনিছোঁ! আদৰ্শৱান সত্যকাম মাষ্টৰৰ সৰু ছোৱালীৰ কু-ৰতনা এই সৰু চহৰৰ প্ৰত্যেকৰ মুখে মুখে। মই লাজত বাহিৰ হ'ব নোৱাৰা হ'লোঁ।

প্ৰতিমা : সেই বাবেই কৈছোঁ আগতে তাইৰ বিয়াৰ দিহা কৰা।

**এনেতে বাহিৰত গাড়ী ৰখোৱাৰ শব্দ। সত্যকাম আৰু প্ৰতিমাই একেলগে বাহিৰলৈ চায়। খন্তেকৰ পাছত গাভৰু ৰচনা সোমাই আহে। গাভৰু ৰচনাৰ চাল চলনত চঞ্চলতা। পিন্ধনত স্মাৰ্ট পোছাক। ৰচনাৰ মুখৰ গঢ় মাক কিৰণবালাৰ লগত প্ৰায় একে। গতিকে ইচ্ছা কৰিলে কিৰণবালাৰ চৰিত্ৰটো অভিনয় কৰা শিল্পী গৰাকীয়েই গাভৰু ৰচনাৰ চৰিত্ৰটো অভিনয় কৰিব পাৰে। অভিনয় সম্পূৰ্ণ বিপৰীত মুখী হ'ব। কিৰণবালা গহীন গম্ভীৰ আৰু ৰচনা চঞ্চল প্ৰকৃতিৰ।**

ৰচনা : অ' তোমালোক! কি চাইছা? মোকেই চাই আছানেকি? **(সুৰ সলায়।)** জানা বাইদেউ, আজি যে কি ফুৰ্ত্তি হ'ল। আজি হেমন্ত দাইঁতৰ ক্লাৱত ল'ণ টেনিচ খেলা আছিল। মোৰ অ'পোনেন্টক একেবাৰে পানী খোৱাই দিলোঁ। বেচেৰা। তাৰ খুচিতে হেমন্তদাই নীলকমল হোটেলত এটা পাৰ্টি দিলে। উঃ কি যে পাৰ্টি! একেবাৰে মজা লাগি গৈছিল। ৰকম ৰকম অৰ্ডাৰ। ৰকম ৰকম আইটেম। মই ক'লো নহয় বাইদেউ, মোৰ জীৱনত এনে বস্তু খোৱাটো বাদেই, দেখাই নাই।

প্ৰতিমা : গাভৰু ছোৱালী হৈ এই দৰে হোটেলে, হোটেলে পাৰ্টি খাই ফুৰে নেকি?

ৰচনা : তুমি যে কি? গাভৰু ছোৱালীয়ে পাৰ্টি নাখাই সৰু ছোৱালীয়ে পাৰ্টি খায় নেকি?

প্ৰতিমা : মানুহে বেয়া দেখে, মানুহবোৰে যা-তা কথা কয়। গাভৰু ছোৱালী মানুহে বদনাম উলিয়াবলৈ কিমান পৰ লাগে? মই কিন্তু এইবোৰ ভাল নাপাওঁ।

ৰচনা : মানুহে বেয়া দেখে! ডেম্ ব্লাডী। মানুহক কেয়াৰ কৰি মই চলো নেকি? মানুহৰ বদনামলৈ মই ঠোৰাই পৰোৱাই কৰোঁ! আৰু তুমিও এক নম্বৰ হোপলেছ্। মই ঘূৰি ফুৰাত তোমাৰ বেয়া পাবলৈ কিটো আছে? ক'লো নহয় তুমি ঘৰত সোমাই সোমাই একে বাৰেই ভুচুং পছু হৈ পৰিছা।

সত্যকাম : ৰচনা!

ৰচনা : দেউতা।

সত্যকাম : ঘৰলৈ তই গাড়ীত আহিলি?

ৰচনা : অঁ।

সত্যকাম : কাৰ গাড়ীত?

ৰচনা : হেমন্তদাৰ।

সত্যকাম : লোকৰ গাড়ীত এইদৰে উঠি ফুৰাটো মই ভাল নেপাওঁ।

ৰচনা : কিয় ভাল নোপোৱা?

সত্যকাম : মোক প্ৰশ্ন নকৰিবি।

ৰচনা : কিয় নকৰিম ? লোকৰ গাড়ীত উঠিলে যে বেয়া পোৱা, তোমাৰ জানো নিজৰ গাড়ী আছে?

সত্যকাম,প্ৰতিমা : (একেলগে) ৰচনা!

ৰচনা : ইচ্ ইটো কৰিলে বেয়া পায়, সিটো কৰিলে বেয়া পায়। অমুকটো কৰিলে মানুহে বেয়া দেখে, তমুকটো কৰিলে মানুহে বদনাম উলিয়াব। এতিয়া দেখিছোঁ তোমালোকৰ পৰা মই একো কৰিব নোৱাৰোঁ। মই কৰিম। মোৰ যি ইচ্ছা তাকে কৰিম। তোমালোকে মোক কি দিছা?

প্ৰতিমা : ৰচনা!

ৰচনা : মোৰ পিন্ধা কাপোৰ কানি মই স্কুলাৰশ্বিপৰ পৰা লওঁ। কিতাপ-পত্ৰ আদিৰ খৰচ ককাইদেউহঁতে দিয়ে। তোমালোকে দিব পাৰিছা! তোমালোকে কেতিয়াবা সুধি চাইছা এইবোৰ মই ক'ৰ পৰা পাইছোঁ? ঘৰৰ ভিতৰৰ পৰা আকাশ দেখা এই ভঙা ঘৰত এসাজ খোৱাই এসাজ লঘোনে ৰাখি **(সত্যকামক)** তুমি পিতৃত্বৰ দাবী কৰিবলৈ আহিছা? **(প্ৰতিমাক)** তুমি অগ্ৰজৰ দাবী কৰিবলৈ আহিছা। তোমালোকৰ লাজ লাগিব লাগে!

প্ৰতিমা : ৰচনা!

**ৰচনা খঙেৰে ভিতৰলৈ সোমাই যায়।**

সত্যকাম : প্ৰতিমা, মোৰ ক'ৰবাত ভুল হৈ গৈছে।

প্ৰতিমা : দেউতা!

সত্যকাম : মই, মই ৰচনাক একোৱেই ক'ব নোৱাৰোঁ। তাইক দেখিলে মোৰ তহঁতৰ মাৰলৈ মনত পৰে। কিৰণৰ সেই করুণ মুখখন! উঃ! কিৰণ তুমি মোক নিঃসংগ কৰি কিয় গুচি গ'লা!

প্ৰতিমা : **(প্ৰায় কান্দি)** দেউতা - - -

**লগে লগে মঞ্চ এন্ধাৰ হ'ব।**

## দ্বিতীয় অংকৰ চতুৰ্থ দৃশ্য

**ক্ৰমান্বয়ে মঞ্চত পোহৰ পৰিব। মঞ্চত থাকিব প্ৰতিমা আৰু বলেন।**

প্ৰতিমা : তোমালোকে ভুল নুবুজিবা ককাইদেউ।

বলেন : ভুল তই কৰা নাই। মই জানো তই যি কৰ, ভাল দৰে ভাবিচিন্তি কৰ।

প্ৰতিমা : মোৰ যদি বিয়া নোহোৱাকৈ থাকে, মই যদি ঘৰতে বুঢ়ী হৈ থাকোঁ — তেতিয়াহ'লে সত্যকাম বৰুৱাৰ বংশৰ লগতে তোমালোকৰো দুৰ্নাম।

বলেন : এনে দুৰ্নামলৈ মই ভয় নকৰোঁ। দুৰ্নামলৈ ভয় কৰে আমাৰ বংশই, দেউতাই। তাতে এইবোৰ মই দুৰ্নাম বুলি নাভাবোঁ।

প্ৰতিমা : মই জানো মোৰ সিদ্ধান্তই দেউতাৰ অন্তৰত আঘাত দিব। দেউতাই শেষলৈকে মোৰ ওপৰতেই আশা কৰিছিল। **(কান্দি)** কিন্তু বৃদ্ধ দেউতাৰ শেষ আশাকণো মই চুৰমাৰ কৰি দিলোঁ। শেষত মইয়ো দেউতাৰ অবাধ্য হ'লোঁ। নহ'লে মই কি কৰিম কোৱা ককাইদেউ?

বলেন : নাকান্দিবি প্ৰতিমা, মই আছো নাকান্দিবি। দেউতাই নামানিলেও, দেউতাই নুশুনিলেও, তই এবাৰ দেউতাক কথাটো ক'বি। সেয়া তোৰ কৰ্তব্য।

প্ৰতিমা : সেইটো মোক ক'ব নালাগে ককাইদেউ। মই অন্ততঃ দেউতাক কথাটো ক'মেই।

বলেন : **(হুমুনিয়াহ কাঢ়ি)** দেউতাই যদি আমাৰ অন্তৰৰ কথা এবাৰো বুজিলেহেঁতেন!

প্ৰতিমা : ককাইদেউ ---

বলেন : ক'।

প্ৰতিমা : ল'ৰাজন ভাল। ড্ৰাইভাৰ হ'লেও বীৰেন দাস ভাল ল'ৰা।

বলেন : জানো।

প্ৰতিমা : ড্ৰাইভাৰ হ'লেও সি মানুহ। আমাৰ দৰেই মানুহ। অন্য দহজনী ছোৱালীক বিয়া কৰোৱা দৰে মোকোতো এজন মানুহেই বিয়া কৰাব। হ'ব পাৰে সি ড্ৰাইভাৰ, কিন্তু সি মোক অন্তৰৰ সৈতে ভাল পায়।

বলেন : প্ৰতিমা, তোৰ বিয়াত মোৰ আন্তৰিক সমৰ্থন আছে। মানুহক, মানুহ হিচাপে গণ্য কৰাতো মই বিচাৰোঁ। ড্ৰাইভাৰ হ'লেও বীৰেন দাসে কৰি খায়। চুৰ নকৰে। খুজি নাখায়। মোৰ ফালৰ পৰা তাৰ লগত বিয়া হ'বলৈ তোক অনুমতি দিলোঁ।

প্ৰতিমা : **(কান্দি)** আশীৰ্বাদ কৰিবা ককাইদেউ, দেউতাৰ অন্তৰত আঘাত দিয়াৰ মোৰ কোনো দিনেই ইচ্ছা নাছিল। কিন্তু এইদৰে এজনী ছোৱালী ঘৰতে বিয়া নোহোৱাকৈ থকাতো সত্যকাম বৰুৱাৰ বংশৰ পৰম্পৰাত এটা দুৰ্ঘটনা। এটা কলংক। এই কলংকই, এই দুৰ্ঘটনাই দেউতাৰ অন্তৰত আৰু বেয়াকৈ আঘাত দিব। সেইটো, সেইটো মই হ'ব দিব নোৱাৰোঁ ককাইদেউ, সেইটো হ'ব দিব নোৱাৰিলোঁ।

**কান্দি কান্দি প্ৰতিমাৰ প্ৰস্থান। বলেনে কিবা এটা চিন্তা কৰি ইফালে সিফালে অহা যোৱা কৰে। খন্তেক পাছতে এজন মানুহ সোমাই আহে। মানুহজন বলেনৰ ব্যৱসায়ৰ সহযোগী। মানুহজনক ইয়াত সহযোগী নামেৰে নামকৰণ কৰা হ'ব। সহযোগী চৰিত্ৰটো অভিনয় কৰিব কোনো এজন দূতে। দূতৰ আগৰ অন্য চৰিত্ৰৰ অভিনয় আৰু পোছাক আদিৰ লগত এই চৰিত্ৰৰ অভিনয় পাৰ্থক্য হ'ব লাগিব।**

সহযোগী : কিহে বলেন, কি কৰিছা?

বলেন : কি কৰিবা, এনেয়ে ঘৰৰ ভিতৰতে তহল দিছোঁ।

সহযোগী : কিয়, আজি দোকানলৈ যোৱাৰ মতলব নাই নেকি?

বলেন : তোমাৰ বাবে ৰৈ আছোঁ। তুমি আগতীয়াকৈ যোৱাচোন। মই গৈ আছোঁ।

সহযোগী : আজি চালানী মালখিনি অহাৰ কথা আছিল নহয় ?

বলেন : অঁ, মই বাহিৰে বাহিৰে ৰেল ষ্টেচনত খবৰ কৰিম। যদি আহিছে লৈ আহিম।

সহযোগী : বলেন, এটা কথা কওঁ।

বলেন : কোৱা।

সহযোগী : ইমান পঢ়া-শুনা কৰি, ডিগ্ৰী লৈ মোৰ হ'লে মাল কঢ়িয়াই কঢ়িয়াই দোকান দিবলৈ লাজ লগা হৈছে।

বলেন : লাজৰ কি কথা আছে। আমি কাম কৰি খাইছোঁ। অন্ততঃ দুবেলা দুমুঠি ভাল দৰে খাব পাইছোঁ। কাৰো ঘৰত চুৰ কৰা নাই। কাকো খুজি খোৱা নাই। লাগ বুলিলে আনক সহায়হে কৰিছোঁ।

সহযোগী : অৱশ্যে তুমি ঠিকেই কৈছা।

বলেন : আমাৰ মানুহবোৰে সৰু কাম কৰিবলৈ লাজ পায়। বজাৰত দোকান দিবলৈ লাজ পায়। লাগিলে নাখাই মৰিব। নাও বুৰি যাওক তথাপিতো টিঙৰ পৰা নানামে। ইফালে আমাৰ ইয়াতে বাহিৰৰ পৰা মানুহ আহি এইবোৰ কামকে কৰি হাজাৰ হাজাৰ টকা লুটি নিছে। সিহঁতো মানুহ, আমিও মানুহ। একে মানুহ হৈ সিহঁতে পাৰে, আমি কিয় নোৱাৰিম ? শ্ৰম কৰি খোৱাত লাজ নাই বুজিছা। দেউতা আৰু মোৰ মাজত ইয়াকলৈয়ে বিবাদ।

সহযোগী : তোমাৰ প্ৰেৰণাতে মই এইবোৰ কাম কৰিব পৰা হৈছোঁ। **(সুৰ সলায়।)** অ' দোকানৰ চাবি কোছা দিয়া। মই যাওঁ — তুমি কিন্তু সোনকালে আহিবা। **(সহযোগীক বলেনে চাবি দিয়ে।)**

বলেন : এয়া মই গৈ আছোঁ। ভাত ৰন্ধা হ'লেই। মাত্ৰ গাটো তিয়াই ভাত কেইটা খালেই হ'ল।

সহযোগী : তুমিও যে কি ৰান্ধনী ল'ৰা এটাও নাৰাখা!

বলেন : প্ৰৱণক ক'লোঁ, সি ক'লে ল'ৰাবোৰ চুৰ কৰে। সৰু ছোৱালী এজনী আনি দিলে, তাই কাপোৰ ধুৱা, ভাত ৰন্ধা, কাঁহী-বাটি মজা সকলো কাম কৰিব নোৱাৰে। গতিকে বাদেই দিলোঁ।

সহযোগী ঃ মই যে সেই বাগানৰ আদিবাসী ছোৱালীজনীৰ কথা কৈছিলোঁ তুমি তাইক ৰাখিব পাৰা।

বলেন ঃ ভাল কথা কৈছা। গাভৰু ছোৱালী ওলাওক বদনাম এটা।

সহযোগী ঃ বদনামলৈ ভয় কৰেনে?

বলেন ঃ মই ভয় নকৰোঁ। বদনাম ওলালে বেচেৰী ছোৱালীজনীৰ হে বিপদ। বেচেৰীক কোনেও বিয়া নকৰাব। ঘৰতে বুঢ়ী হ'ব লাগিব। মোৰ কি আছে। বদনাম হ'লেও বিয়াৰ বাবে ছোৱালী নোলোৱাকৈ নাথাকে।

সহযোগী ঃ এৰা কোনো ফালৰ পৰাই উপায় নাই।

বলেন ঃ বাৰু কাম এটা কৰিলে কেনে হয়?

সহযোগী ঃ কি!

বলেন ঃ সেই ছোৱালীজনীক মই বিয়াকে কৰাই লওঁ। বদনামৰ পৰাও হাত সাৰিম দৰ্মহা চৰ্মহাৰো ঝেমেলা নাথাকিব আৰু মোৰো কাম হ'ব।

সহযোগী ঃ ধেমালি কৰিবলৈ আৰু মানুহ নাপালা?

বলেন ঃ নহয়। ধেমালি নহয়। মই চিৰিয়াচ্‌লি কথাটো কৈছোঁ। হয়। মই তাইকে বিয়া কৰাম। বিয়া যেতিয়া কৰাবই লাগিব, তাইক কৰা আনক কৰা একে কথা।

সহযোগী ঃ তুমি পাগল হোৱা নাইতো!

বলেন ঃ কে'লৈ?

সহযোগী ঃ সেই নিম্ন কুলৰ ---

বলেন ঃ সেইবোৰ কথা মোৰ আগত নক'বা। নিম্ন কুলৰ হ'ল কি হ'ল! তাইতো মানুহৰেই সন্তান। নিম্নকুলত জন্ম ল'লে বুলিয়েই তাই পাপ কৰিলে নেকি? এই নিম্নকুল, উচ্চকুলৰ সৃষ্টিতো আমাৰেই। মই এইবোৰ নামানো।

সহযোগী ঃ হ'লেও ---

বলেন ঃ মই এবাৰ যিটো সিদ্ধান্ত লওঁ, সেইটো কৰিহে এৰোঁ।

সহযোগী ঃ তুমি সচাঁকৈয়েই কৰিবা নেকি?

বলেন ঃ ইয়াত সচা-মিছা কি আছে?

সহযোগী ঃ তোমাৰ দেউতাৰাই ---

বলেন ঃ অ' দেউতা। এয়া দেউতাই নামানিব। বুজালেও লাভ নাই। দেউতাই নমনা কথা, চবেই যে শুদ্ধ তাৰতো কোনো প্ৰমাণ নাই। দেউতাই সমাজ সংস্কাৰ কৰিব বিচাৰে। কিন্তু নিজৰ পুৰণিকলীয়া কিছুমান গোড়ামী এৰিব নিবিচাৰে। এই জাতি-বৰ্ণ ভেদবোৰ কোনে সংস্কাৰ কৰিব ? আমিয়েই কৰিব লাগিব। দেউতাহঁতে নোৱাৰে। মই তাইক বিয়া কৰাম।

সহযোগী ঃ জানো পাই, তুমি কেতিয়া কি কৰি বহি থাকা ক'ব নোৱাৰোঁ। তুমি যি কৰা কৰি থাকা। বাৰু মই আহিলোঁ।

**সহযোগী যায়। বলেনে কিবা এটা চিন্তা কৰে। অলপ সময় পাছত। কেৱল বলেনৰ মুখত পোহৰ পৰিব। আনফালে আন এটা চৰিত্ৰৰ মুখত কেৱল পোহৰ পৰিব। (দ্বিতীয় অংকৰ দ্বিতীয় দৃশ্যৰ দৰে) চৰিত্ৰটোৰ মুখত হাঁহি। চৰিত্ৰটো অভিনয় কৰিব সূত্ৰধাৰীয়ে। সূত্ৰধাৰীয়ে নিজৰ অভিনয়ৰ লগত এই চৰিত্ৰৰ অভিনয় বা সাজ-সজ্জাৰ বিশেষ এটা সালসলনি নকৰিলেও হ'ব। এই চৰিত্ৰ, ইয়াত সূত্ৰ বুলি নামকৰণ কৰ হ'ব। সূত্ৰই হাঁহি হাঁহি বলেনৰ অলপ কাষলৈ আহে। হঠাতে বলেনে সূত্ৰক দেখি উচপ্‌খাই উঠে। সূত্ৰই হাঁহে।**

বলেন ঃ কোন ?

সূত্ৰ ঃ ওহোঁ, উচপ্‌খাব লগা একো নাই। মইতো তোমাৰ দৰেই এটা চৰিত্ৰ মাথোন। অৱশ্যে তোমাৰ মানত, এই সময়ত মই একেবাৰে অপ্ৰয়োজনীয়।

বলেন ঃ তোমাৰ লগত মোৰ সম্বন্ধ !

সূত্ৰ ঃ এখন নাটকৰ ইটো-সিটো চৰিত্ৰৰ যি সম্বদ্ধ।

বলেন ঃ মানে ?

সূত্ৰ ঃ আৰু তাতোতকৈ আগলৈ গলে, নাটকৰ সূত্ৰধাৰী। এটা যোগসূত্ৰ। এটা খণ্ডেকীয়া চৰিত্ৰ।

বলেন : তোমাক ইয়াত কি লাগে?

সূত্ৰ : প্ৰৱেশ যেতিয়া কৰিলোৱেই, সেইবোৰ প্ৰশ্নৰ অৱতাৰণাইবা কিয়?

বলেন : তুমি— তুমি ইয়াৰ পৰা যোৱা।

সূত্ৰ : যাবতো লাগিবই। যোৱাৰ আগতে কৈ যাওঁ নিচকুলৰ ছোৱালী বিয়া কৰোৱাৰ যি সিদ্ধান্ত লৈছা, সেয়া কিন্তু সত্যকাম বৰুৱাই সহ্য কৰিব নোৱাৰে।

বলেন : কি!

সূত্ৰ : বাৰু মই আহিলোঁ, বিদায়।

বলেন : ৰ'বা।

সূত্ৰ : ইকি যোৱাৰ নিৰ্দেশ বাতিল কৰি ৰোৱাৰ নিৰ্দেশ।

বলেন : মোৰ সিদ্ধান্তৰ কথা কেনেকৈ জানিলা?

সূত্ৰ : জনাটোৱেই মোৰ কাম। জানিবৰ বাবেই মোৰ চৰিত্ৰ। জনাবৰ বাবেই মোৰ প্ৰৱেশ।

বলেন : আৰু কি জানা?

সূত্ৰ : বহুতো জানো। কত কষ্ট কৰি বুঢ়া সত্যকামে তোমালোকক ডাঙৰ কৰালে, পঢ়ালে, মানুহ কৰালে। এতিয়া সেইজন বৃদ্ধকে বুঢ়া আঙুলি দেখুৱাইছা। এয়া জানো তোমাৰ ভাল কাম হৈছে! সেই বৃদ্ধজনৰ প্ৰতি জানো তোমাৰ অন্যায় হোৱা নাই?

বলেন : কোন? কোন তুমি?

সূত্ৰ : মই, মই তোমাৰেই এটা অন্য ৰূপ। প্ৰস্থানৰ আগতে কৈ যাওঁ- তোমাৰ জানো ঘৰখনৰ প্ৰতি, বৃদ্ধ দেউতাৰৰ প্ৰতি, দায়িত্ব নাই! তোমাৰ এইয়া পৰীক্ষাৰ সময়। এফালে উচ্চ-নীচ, ভেদা-ভেদ ভাঙি নতুন সমাজ গঢ়াৰ মনোবৃত্তি, আন ফালে ঘৰৰ প্ৰতি দায়িত্বৰ কৰ্ত্তব্য। এৰা-ধৰাৰ দায়িত্ব তোমাৰ। এয়া তোমাৰ সন্মুখত প্ৰত্যাহ্বান।

**সূত্ৰই হাঁহি হাঁহি প্ৰৱেশ কৰাৰ দৰেই সংলাপ কৈ কৈ আগৰ ঠাইলৈ যায়। সূত্ৰৰ মুখৰ পৰা পোহৰ নাইকিয়া হয়। অকল বলেনৰ মুখত পোহৰ। বলেনে অন্যমনস্ক হৈ কিবা ভাবি থাকে। কিছু সময় পাছত যন্ত্ৰণাকাতৰ মানুহৰ দৰে প্ৰায় আৰ্তনাদ কৰি কয়।**

বলেন : উঃ বিবেকৰ যে কি যন্ত্ৰণা! **(কিছু সময় নীৰৱ)** মোৰ সন্মুখত সচাকৈয়ে প্ৰত্যাহ্বান। মই ইয়াক গ্ৰহণ কৰিব লাগিব। মই পিছহোঁহকিলে নহ'ব। মই পাৰিব লাগিব। প্ৰত্যাহ্বান গ্ৰহণ কৰিব পাৰিব লাগিব।

**লাহে লাহে বলেন মঞ্চৰ সন্মুখলৈ আহি দৰ্শকক উদ্দেশ্য কৰি ক'ব।**

বলেন : আপোনালোকে এবাৰ মোৰ কৰ্ত্তব্য স্থিৰ কৰি দিয়ক। মই নিজৰ সিদ্ধান্তত অবিচল। মই ভাবোঁ, জাতি-কুলৰ ভেদাভেদ ভাঙি দিয়াতো নতুন সমাজ গঢ়াৰ ক্ষেত্ৰত খুব প্ৰয়োজন। এফালে মোৰ সিদ্ধান্ত, আনফালে ঘৰখনৰ প্ৰতি, জন্ম দিয়া পিতৃৰ প্ৰতি কৰ্তব্য। কওক আপোনালোকে কৈ যাওঁক মোৰ কৰ্তব্য কি হ'ব? আপোনালোকে মোক অৱহেলা নকৰিব। মইতো আপোনালোকৰেই আপোনজন। কওঁক, কওঁক মোৰ কৰ্তব্য কি? মই মই কি কৰিম?

**লগে লগে মঞ্চ এন্ধাৰ হ'ব।**

## দ্বিতীয় অংকৰ পঞ্চম দৃশ্য

**ক্ৰমান্বয়ে মঞ্চত পোহৰ পৰিব। মঞ্চত থাকিব যাদৱ আৰু ৰচনা।**

যাদৱ : তই কথাটো এবাৰ ভালদৰে ভাবি চোৱা উচিত।

ৰচনা : মই ভালদৰে ভাবিচিন্তিহে তোমাৰ কাষ চাপিছোঁ ককাইদেউ।

যাদৱ : এইদৰে আন ধৰ্মীয় ল'ৰা এটাৰ লগত তোৰ বিয়া বুলি জানিলে দেউতাই মনত বৰ আঘাত পাব।

ৰচনা : মই জানো ককাইদেউ।

যাদৱ : তই এনে এটা সিদ্ধান্ত ল'ব লগা হ'ল কিয় ?

ৰচনা : মোক হেমন্তদাই ঠগিলে। হেমন্ত এটা ঠগ প্ৰৱঞ্চক। সি এটা চৰিত্ৰহীন।

যাদৱ : তই আগতেই নক'লি কিয় ? তাৰ মই কলিজা খাই দিলোহেঁতেন। এই যাদব মস্তানে কৰিব নোৱাৰা কাম কিআছে? এই দুখন হাতেৰে ক'ত কি কৰিছোঁ !

ৰচনা : ভয় নকৰিবা ককাইদেউ। তোমাৰ ভনীয়েৰা এতিয়াও চৰিত্ৰহীনা হোৱা নাই। **(প্ৰায় কান্দি কান্দি)** বিশ্বাস কৰা ককাইদেউ। মই এতিয়াও পবিত্ৰ হৈ আছোঁ। হেমন্তই মোক অনিষ্ট কৰিব পৰা নাই। মই ঘৰৰ অবাধ্য হ'ব পাৰোঁ, মই চঞ্চল হ'ব পাৰোঁ, বিলাস প্ৰিয় হ'ব পাৰোঁ। কিন্তু মই চৰিত্ৰহীনা নহয় ককাইদেউ। মই নিজক নিজে খুব সাৱধানে বচাই ৰাখিছোঁ। মোক বিশ্বাস কৰা ককাইদেউ।

যাদৱ : তোৰ ওপৰত মোৰ বিশ্বাস আছে। মই – মই ভাবিছোঁ দেউতাৰ কথা। হাজাৰ হওঁক আমাৰ দেউতা !

ৰচনা : ময়ো নভবা নহয়। হেমন্তৰ ওপৰত প্ৰতিশোধ ল'বৰ বাবেই, মই আন ধৰ্মীয় ল'ৰা এটাৰ লগত বিয়া হ'ম। হেমন্তৰ লগত মোৰ বিয়া ঠিক হোৱাৰ কথা এই চহৰৰ সকলোৱে জানে। এতিয়া মানুহে গম পাওক তাৰ বাগদত্তা আন ধৰ্মীয় ল'ৰা এটাৰ লগত বিয়া হ'ল। তাতে ককাইদেউ, যাৰ লগত মোৰ বিয়া সি মোক মনে প্ৰাণে বিচাৰে। তাৰ সৰল আহ্বানক মই প্ৰত্যাখান কৰিব নোৱাৰিলোঁ।

যাদৱ : দেউতাই কি পাপ কৰিছিল ক'ব নোৱাৰোঁ! তিনিওটা ল'ৰা ওচৰৰ পৰা আঁতৰি গ'ল। বাইদেৱে এটা ড্ৰাইভাৰৰ লগত বিয়া হ'বলৈ ঠিক কৰিলে। আৰু আজি তই এনে এটা সিদ্ধান্ত ল'লি।

ৰচনা : যদি মই আন ধৰ্মীয় ল'ৰাটোৰ লগত পলাই যাওঁ, তেতিয়া তোমালোকৰ মান সন্মান ক'ত থাকিব!

যাদৱ : মোৰ মান সন্মানৰ মূৰটো মই কাহানিবাই চোবাই খালোঁ। মই দেউতাৰ কথাহে ভাবিছোঁ।

ৰচনা : জানা, দেউতাক আচলতে মই খুব ভাল পাওঁ। দেউতাৰ জেদৰ বাবেহে মই ঘৰ এৰি ওলাই আহিলোঁ।

যাদৱ : দেউতাৰ পুৰণিকলীয়া জেদ এটাৰ বাবেইতো এই খেলিমেলি। নতুনৰ লগত বুজাপৰা নোহোৱাৰ বাবেইতো তেওঁ আজি অকলশৰীয়া। তই যা ৰচনা। বিয়াৰ আগতে এবাৰ দেউতাক ক'বি। দেউতাই যে নামানে, সন্মতি নিদিয়ে সেয়া জানো। তথাপিতো দেউতাক কোৱাটো তোৰ কৰ্তব্য।

ৰচনা : ক'ম ককাইদেউ। দেউতাক ক'ম। মই আহোঁ ককাইদেউ। আশীৰ্বাদ কৰিবা।

যাদৱ : যা, মোৰ আশীৰ্বাদ সদায়ে থাকিব। প্ৰয়োজন হ'লে মোৰ ওচৰলৈ আকৌ আহিবি। **(ৰচনা যায়।)** কিহৰ পৰা কি হৈ গ'ল!

**দূৰৰ পৰা যাদৱৰ এজন লগৰীয়াই মাত লগায়। লগৰীয়াজনৰ অভিনয় যি কোনো এজন দূতে কৰিব। দূতৰ অভিনয় আৰু পোছাকৰ লগত এই চৰিত্ৰৰ পাৰ্থক্য থাকিব।**

লগৰীয়া : **(নেপথ্যত)** যাদৱ, যাদৱ, যাদৱ আছনে?

যাদৱ : আছোঁ, আহ।

লগৰীয়া : **(সোমাই আহি)** তোক কথা এটা ক'বলৈ আহিলোঁ।

যাদৱ : কি কথা — ক'।

লগৰীয়া : তইটো আমাৰ এই অঞ্চলত বেচ পপুলাৰ।

যাদৱ : পপুলাৰ মানে মানুহে ভয় কৰে আৰু।

লগৰীয়া : সেই ভয় কৰাটোহে লাগে, তাতে তোৰ টকা পইচাও যথেষ্ট আছে।

যাদৱ : আছে। ইচ্ছা কৰিলে তোৰ নিচিনা দহটা মানক কিনি থব পাৰোঁ।

লগৰীয়া : দহটাক নহয়। বহুতক কিনিব লাগিব।

যাদৱ : মানে!

লগৰীয়া : মানে, আমাৰ অঞ্চলৰ ৰাইজে, বিশেষকৈ আমাৰ লগৰীয়া কেইটাই তোক এইবাৰ ইলেকচনত থিয় কৰাব খুজিছে।

যাদৱ : (হাঁহি) ভাল ইঁহুৱালি।

লগৰীয়া : ইঁহাৰ কথা নহয়। ইতিমধ্যে আমি সকলো ঠিক কৰিলোৱেই। নতুনকৈ গঠন হোৱা 'মানৱ দলৰ' টিকট এটা তোৰ বাবে ব্যৱস্থা কৰিছোঁ। এইবাৰ এইটো দল জিকাৰ মেক্সিমাম চাঞ্চ আছে।

যাদৱ : তহঁতে দেখিছোঁ তলে তলে বহুতো শিপালি।

লগৰীয়া : তই এতিয়া নাই-নুই নকৰিবি। তই একো চিন্তা কৰিব নালাগে। আমি আছোঁ। তই মাত্ৰ প্ৰাৰ্থী হিচাপে মানুহক দেখা দিবি। আমাৰ প্ৰতিপত্তিৰ কথা তই জানই।

যাদৱ : হোঁ! কথাটো মোক অলপ ভাবি চাব দে।

লগৰীয়া : তই ভয় কৰিছ? ভয় নাই, গছত উঠাই গুৰি নাকাটো। শেষলৈকে তোৰ ছাঁ দৰে থাকিম। তাতে তই হ'বি মানৱ দলৰ প্ৰাৰ্থী। চিন্তা কিহৰ?

যাদৱ : অৱশ্যে তহঁত আছ যেতিয়া এবাৰ খেলটো খেলি চাব পাৰি।

লগৰীয়া : পাৰি নহয়, পাৰিবই লাগিব।

যাদৱ : মই কিন্তু এইবোৰৰ আও-ভাও একো নাজানো।

লগৰীয়া : জানিবৰ দৰকাৰ নাই।

যাদৱ : মই নামতহে।

লগৰীয়া : মাত্ৰ সেইতোৱেই লাগে। তেতিয়াহ'লে তই ৰাজি?

যাদৱ : ঠিক আছে।

লগৰীয়া : বাচ। যাওঁ, এতিয়া কথাটো সকলোতে প্ৰচাৰ কৰি দিওঁগৈ।

**লগৰীয়া যায়। তাৰ যোৱাৰ ফালে চাই যাদৱে হাঁহে। কিবা এটা চিন্তা কৰি।**

যাদৱ : হাৰিলেও হাৰিম, জিকিলেও জিকিম। টকা অলপ অৱশ্যে যাব। মোৰনো কি নাইকিয়া হৈছে। এবাৰ খেলি চোৱাই ভাল। অইন নহ'লেও খেলাৰ নামটো হ'ব।

**কিছু সময়ৰ পাছত পোহৰ কেৱল যাদৱৰ মুখত পৰিব। আনফালে অন্য এক চৰিত্ৰৰ মুখত পোহৰ পৰিব। দ্বিতীয় অংকৰ দ্বিতীয় আৰু চতুৰ্থ দৃশ্যৰ দৰে। চৰিত্ৰটোৰ মুখতহাঁহি। চৰিত্ৰটোৰ অভিনয় কৰিব সূত্ৰধাৰীয়ে। সূত্ৰধাৰীয়ে নিজৰ অভিনয়ৰ লগত এই চৰিত্ৰটোৰ অভিনয় বা সাজ-সজ্জাৰ বিশেষ এটা পাৰ্থক্য নহ'লেও হ'ব। এই চৰিত্ৰক ইয়াত সূত্ৰ বুলি নামকৰণ কৰা হ'ব। হাঁহি হাঁহি নিজৰ ঠাই পৰা যাদৱৰ ওচৰলৈ আহিব। যাদৱে অত্যন্ত স্বাভাৱিকভাৱে সূত্ৰৰ লগত হাঁহি হাঁহি কথা পাতে।**

সূত্ৰ : খুউৰ আনন্দ দেখিছোঁ।

যাদৱ : অ' মোৰ আনন্দৰ ভাগ ল'ব আহিছা নেকি? আহা -- আহা -

সূত্ৰ : পিছে তুমি যে মোক দেখি উচপ্ নাখালা?

যাদৱ : তোমাক দেখি উচপ্খাব লাগে! **(হাঁহি)** মই আজিলৈকে কাকো দেখি উচপ্ খোৱা নাই।

সূত্ৰ : তেতিয়াহ'লে নাটক আৰম্ভ কৰাই শ্ৰেয়।

যাদৱ : তোমাৰ যে পৰিচয় নিদিলা বাপু?

সূত্ৰ : বাপু! ওঁ। তুমি দেখিছোঁ একোব চৰা। **(হাঁহে)** মোৰ পৰিচয়! ধৰা এখন নাটকৰ নাট্যকাৰে নিলিখোঁ বুলি থাকোতে, অবাঞ্চিতভৱে কলমৰ আগত ওলাই অহা এটা অপ্ৰয়োজনীয় চৰিত্ৰ।

যাদৱ : সেইবাবে মোৰ অজানিতে, অবাঞ্চিতভাৱে, মোৰ ইয়াত প্ৰৱেশ।

সূত্ৰ : **(হাঁহি)** বাঃ বাৰু শ্ৰীযুত যাদৱ বৰুৱা - - -

যাদৱ : ওঁ মোৰ নামো জানা! তেতিয়াহ'লে মোৰ পৰিয়ালৰ নামো জানিবা?

সূত্ৰ : ওঁ জানো। আৰু বহুতো কিবা কিবি জানো।

যাদৱ : সেইবোৰ জনা জানিবৰ দৰকাৰ নাই। তুমি নাটকৰ চৰিত্ৰ হিচাপে আহিছা, এতিয়া তোমাৰ প্ৰথম দৃশ্যৰ পৰা আৰম্ভ কৰা।

| | | |
|---|---|---|
| সূত্ৰ | ঃ | আমনি নোপোৱাতো! |
| যাদৱ | ঃ | ঘন্টাৰ পাছ্ত ঘন্টা তোমাৰ নাটকৰ দৃশ্য চাই থাকিব পাৰিম। মোৰ আমনি নালাগে। মই হাৰ নামানো। |
| সূত্ৰ | ঃ | খুব ভাল কথা। তুমি এইবাৰ ইলেক্চনত উঠিবা? |
| যাদৱ | ঃ | অ' সেইটোও জানিলা? |
| সূত্ৰ | ঃ | তুমি সত্যকাম বৰুৱাৰ বংশত এটা কলংক। |
| যাদৱ | ঃ | এইবোৰ কথা পুৰণি হ'ল। নতুন কথা কিবা আছে যদি কোৱা। |
| সূত্ৰ | ঃ | তুমি মানুহক দকা-হকা দি, ঠগ-প্ৰৱঞ্চনা কৰি ধনী মানুহ হৈছা। তুমি অন্যায় কৰিছা। |
| যাদৱ | ঃ | বাপু, তুমি বৰ অঁকৰা। আজিৰ যুগত তোমাৰ নিচিনা মানুহ আৰু এজন দেখিছোঁ সেয়া আমাৰ দেউতা। জানা বাপু, মই যুগ ধৰ্ম বিশ্বাসী। মই এটা মস্ত সুবিধাবাদী। |
| সূত্ৰ | ঃ | সেয়া তোমাৰ অন্যায়। |
| যাদৱ | ঃ | ন্যায় অন্যায় কি মই নাজানো। মই সেইবোৰ আবেগক প্ৰাধান্য নিদিওঁ। আৰু কি জানা? |
| সূত্ৰ | ঃ | কি! |
| যাদৱ | ঃ | আৰু তোমালোকৰ নিচিনা চৰিত্ৰবোৰকো মই কোনো দিনে প্ৰাধান্য দিয়া নাই। আৰু নিদিওঁ। |
| সূত্ৰ | ঃ | তেতিয়াহ'লে নাট্যকাৰৰ মনতপৰিল, মোৰ দৰে অপ্ৰয়োজন চৰিত্ৰটো ওলোৱাৰ বাবে ইমানতে প্ৰস্থান --- |
| যাদৱ | ঃ | প্ৰস্থান কৰাৰ আগতে কিবা মন্তব্য দি যোৱা। |
| সূত্ৰ | ঃ | মন্তব্য নিষ্প্ৰয়োজন। বিদায়। |

**প্ৰবেশ কৰাৰ দৰেই সূত্ৰই আগৰ নিজৰ ঠাইলৈ যায়। সূত্ৰৰ মুখৰ পৰা পোহৰ নাইকিয়া হ'ব। কেৱল যাদৱৰ মুখত পোহৰ থাকিব। যাদৱে শব্দ কৰি হাঁহে।**

| | | |
|---|---|---|
| যাদৱ | ঃ | বিবেকক মই কেতিয়াও প্ৰশ্ৰয় নিদিওঁ। (অলপ ৰয়) মই মোৰ কৰ্তব্য জানো, মই মোৰ দায়িত্ব বুজোঁ। |

**লাহে লাহে মঞ্চৰ সন্মুখলৈ আহি দৰ্শকক উদ্দেশ্য কৰি ক'ব।**

যাদৱ ঃ আপোনালোকে নিশ্চয় মোক, আমাৰ ঘৰখনত এটা ব্যতিক্ৰম চৰিত্ৰ হিচাপে পাইছে। আপোনালোক ইয়াৰ পৰা যাওঁতে, মনত নিশ্চয় মোৰ বিষয়ে এটা বেয়া ভাব লৈ যাব। কিন্তু আপোনালোকে যোৱাৰ আগতে কওঁক - মই আপোনালোকৰ সমাজৰে এজন নহয় জানো? আপোনালোকৰ সমাজেই মোক গঢ় দিছে। আপোনালোকৰ ওচৰত মোৰ এটাই প্ৰশ্ন আছে — কিয় আপোনালোকে, মোক এইদৰে গঢ় দিলে?

**লগে লগে মঞ্চ এন্ধাৰ হ'ব।**

## দ্বিতীয় অংকৰ ষষ্ঠ দৃশ্য

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব। মঞ্চত থাকিব অকল সত্যকাম বৰুৱা। সত্যকামৰ মুখত বিষণ্ণ ভাব। শৰীৰত অৱসাদ।**

সত্যকাম : আজি মই বৰ অকলশৰীয়া। মোৰ কেও কিছু নাই। সকলোৱে মোক এৰি গুচি গ'ল। বলেন গ'ল, যাদৱ গ'ল, বাকী যি ছোৱালী দুজনী আছিল, সিহঁতে মোক খুব বেয়া ধৰণে নিঠৰুৱা কৰি গ'ল। মই — মই — যাওক — যাওক চব যাওঁক! মই অকলশৰে থাকিম। মোৰ কোনো ল'ৰা-ছোৱালী নাই। সেইবোৰ — সেইবোৰ চব কুলাংগাৰ। সিহঁতে মোৰ নামত কলংক আনিলে। (**প্ৰায় খণ্ডত আৰু একে উশাহতে কথাখিনি কোৱাৰ বাবে ভাগৰত ফোপায়।**) উঃ মই আজি ভীষণ ক্লান্ত!

**সত্যকামে ক্লান্তভাৱে বহি দিয়ে। পোহৰ কেৱল সত্যকামৰ মুখত পৰিব। আনফালে অন্য এটা চৰিত্ৰ মুখত পোহৰ পৰিব। চৰিত্ৰটোৰ নাম সূত্ৰ। চৰিত্ৰটোত অভিনয় কৰিব সূত্ৰধাৰীয়ে। সূত্ৰই হাঁহি হাঁহি সত্যকামৰ একেবাৰে কাষ পায়।**

সূত্ৰ : খুব অৱশভাৱে বহি পৰিলা যে, তুমি নিশ্চয় ক্লান্ত! কিন্তু এই দৰে ক্লান্ত হ'লে নহ'ব, উঠা। বহাৰ পৰা উঠা।

**সূত্ৰই প্ৰায় জোৰ কৰি সত্যকামক বহাৰ পৰা উঠাই দিয়ে। সত্যকামে সূত্ৰলৈ আচৰিতভাৱে একেথিৰে চাই থাকে, যেন একো বুজি পোৱা নাই।**

সত্যকাম : কোন! কি লাগে?

সূত্ৰ : কোনো নাট্যকাৰৰ, কোনো এখন নাটকৰ এটা অপ্ৰয়োজনীয়ভাৱে খুব প্ৰয়োজন হোৱা চৰিত্ৰ। নাটকৰ গতিৰ বিভিন্ন মুহূৰ্তবিলাকত অতি নাটকীয়ভাৱে মোৰ প্ৰৱেশ।

সত্যকাম : কোন! কোন তুমি?

সূত্ৰ : মই কোন জানিব বিচাৰিছা! তেন্তে শুনা - - -

**ইতিমধ্যে সত্যকাম আৰু সূত্ৰৰ মুখত বেলেগ বেলেগকৈ পোহৰ পৰিব। সূত্ৰৰ সংলাপ শেষহোৱাৰ লগে লগেই আনফালে বলেনৰ প্ৰৱেশ। প্ৰথমে পোহৰ তিনিওটা চৰিত্ৰৰ মুখত সুকীয়া সুকীয়াকৈ পৰিব।**

বলেন : দেউতা --

**বলেনৰ মাতত সত্যকামে ঘূৰি চায়। লগে লগে সূত্ৰৰ মুখৰ পৰা পোহৰ নাইকিয়া হয়। ইতিমধ্যে সূত্ৰই প্ৰস্থান কৰিব। সত্যকাম আৰু বলেনৰ মুখত বেলেগ বেলেগকৈ পোহৰ পৰিব। সত্যকাম প্ৰায় পশ্চাৎপটৰ মধ্যভাগত থাকিব আৰু বলেন থাকিব মঞ্চৰ বাওঁকাষৰ মধ্যভাগত।**

বলেন : দেউতা, মই তোমাৰ ওচৰলৈ আহিছোঁ। তোমাৰ মোৰ অন্তৰ্দ্বন্দৰ বাবে, মই ঘৰ এৰি আঁতৰি গ'লোঁ। মই, মই দেউতা নিম্নকুলৰ লিগিৰী এজনী বিয়া কৰোৱাৰ সিদ্ধান্ত কৰিলোঁ। মই ভাবোঁ, প্ৰথমে জাতি-কুল, ভেদাভেদ ভাঙি এখন নতুন সমাজ গঢ়াৰ প্ৰয়াস কৰাটো আমাৰ বাবে অতি প্ৰয়োজন। তুমি তোমাৰ পুৰণিকলীয়া ৰীতি-নীতি, তোমাৰ আঁকোৰ-গোঁজ স্বভাৱ এৰিবৰ হ'ল। এই গোড়ামীবোৰ খামুচি থাকিলে, তুমি সমাজ পৰিৱৰ্তন কৰিব নোৱাৰিবা। মোৰ কথাটো এবাৰ ভাবি চোৱা দেউতা, ভাবি চোৱা।

**লগে লগে বলেনৰ মুখৰ পৰা পোহৰ নাইকিয়া হ'ব। ইতিমধ্যে বলেনে প্ৰস্থান কৰে।**

সত্যকাম : উঃ বলেন! উঃ! এই বৃদ্ধ বয়সত আঘাতৰ কঠিনতা মই বাৰু কি দৰে সহ্য কৰোঁ!

**লগে লগে বলেনৰ ঠিক বিপৰীত ফালে পোহৰ পৰিব। পোহৰত যাদবৰ মুখ দেখা যাব।**

যাদৱ ঃ দেউতা।

**সত্যকামে যাদৱলৈ ঘূৰি চায়।**

সত্যকাম ঃ কোন! যাদৱ?

যাদৱ ঃ দেউতা, তুমি নিবিচাৰিলেও মই তোমাৰ ওচৰলৈ আহিছোঁ। তুমি জানি থবা দেউতা, আজি সমাজ ব্যৱস্থাত তোমাৰ দৰে সহজ সৰল মানুহে, যি নিজক শেষ কৰি, ঘৰখন শেষ কৰি সমাজ আৰু দেশৰ বাবে গোটেই জীৱন জুৰি প্ৰকৃত সচা সেৱা আগবঢ়ায়, তেওঁৰ কোনো আদৰ্শৰে সমাজ সংস্কাৰ কৰিব নোৱাৰে। আজিৰ এই সমাজ ব্যৱস্থাত প্ৰয়োজন হৈছে মোৰ দৰে ঠগ - প্ৰৱঞ্চক - মিছলীয়াৰ। তুমি হয়তো শুনি সন্তুষ্ট হ'ব পাৰা অথবা নহ'বও পাৰা, মই তোমাক জনাবলৈ আহিছোঁ, এইবাৰ সাধাৰণ নিৰ্বাচনত মই প্ৰাৰ্থী হিচাপে থিয় হ'ম। মোৰ বিশ্বাস মই জয়ী হ'ম। কাৰণ কেনেকৈ জয়ী হ'ব লাগে, সেয়া মই জানো। জয়ী হোৱাৰ দিনা তোমাৰ ওচৰলৈ আশীৰ্বাদ বিচাৰি মই আকৌ আহিম। পাৰিলে তুমি মোক আশীৰ্বাদ কৰিবা।

**লগে লগে যাদৱৰ মুখৰ পৰা পোহৰ নাইকিয়া হয়। যাদৱৰ বিপৰীত ফলে বলেন থকা ঠাইত আকৌ পোহৰ পৰিব। সেই পোহৰত প্ৰভাতৰ মুখখন দেখা যায়।**

প্ৰভাত ঃ দেউতা --

**সত্যকামে প্ৰভাতলৈ ঘূৰি চায়।**

প্ৰভাত ঃ দেউতা, তুমি মোক হঠাতে দেখি আচৰিত হৈছা! তুমি আশাকৰা মতে মই গঢ় ল'ব নোৱাৰিলোঁ দেউতা। তুমি যি পথত সমাজ পৰিৱৰ্তনৰ সপোন দেখিছা, সেই পথ, মই ভাবো ভুল দেউতা। নতুনৰ বাবে, পৰিৱৰ্তনৰ বাবে, এটা সুস্থ সৱল বিপ্লৱৰ অতীব প্ৰয়োজন। আৰু দেউতা এই আৱশ্যম্ভাৱী বিপ্লৱ সমাগত। কিন্তু দেউতা, সেই বিপ্লৱ তোমাৰ সততাৰ কুমলীয়া ফুলৰ সুবাসত নাহে। সেই বিপ্লৱ আহিব সশস্ত্ৰ সংগ্ৰামৰ ৰক্ত বন্যাত। এই সংগ্ৰামৰ ৰক্ত বন্যাই কঢ়িয়াই আনিব, তুমি আমি বিচৰা বিপ্লৱক। দেউতা, মই এই আদৰ্শৰ বিশ্বাসী।

**লগে লগে প্ৰভাতৰ মুখৰ পৰা পোহৰ নাইকিয়া হ'ব। ইতিমধ্যে প্ৰভাতৰ প্ৰস্থান।**

সত্যকাম : প্ৰভাত, তই ইমান ফুকলীয়া ল'ৰাটো হৈ, বলে নোৱাৰা বোজা এটা মূৰত তুলি লৈছ। তই যি পথেৰে গৈছ, সেই পথ খুব কণ্টকময়।

**লগে লগে প্ৰভাতৰ বিপৰীত ফালে য'ত যাদৱক দেখা গৈছিল, তাত পোহৰ পৰিব। পোহৰত প্ৰতিমাৰ মুখখন দেখা যায়।**

প্ৰতিমা : দেউতা —

**সত্যকামে প্ৰতিমালৈ চায়।**

প্ৰতিমা : তোমাৰ ওচৰত মই মুখ উলিয়াবলৈ লাজ পাইছোঁ। তথাপিতো তোমাৰ ওচৰলৈ আহিছোঁ। মই এনে এটা সিদ্ধান্ত ল'লোঁ, যিটো শুনি তুমি হয়তো কাহানিও মোক ক্ষমা কৰিব নোৱাৰিবা। মই বীৰেণ দাস ড্ৰাইভাৰৰ লগত বিয়া হ'ব ওলাইছোঁ। তোমাৰ বংশ পৰম্পৰাক অৱমাননা কৰি মই ঘৰতে বুঢ়ী হোৱাৰ সাহস নহ'ল। বীৰেণ দাস ড্ৰাইভাৰ হ'লেও মানুহ। মানুহক মানুহৰ মৰ্যাদা দিয়াতো উচিত দেউতা।

**লগে লগে প্ৰতিমাৰ মুখৰ পৰা পোহৰ নাইকিয়া হ'ব। ইতিমধ্যে প্ৰতিমাৰ প্ৰস্থান। লগে লগে প্ৰতিমাৰ বিপৰীত ফালে য'ত প্ৰভাত আছিল তাত পোহৰ পৰিব। পোহৰত ৰচনাক দেখা যায়।**

ৰচনা : দেউতা —

**সত্যকামে ৰচনালৈ ঘূৰি চায়।**

ৰচনা : দেউতা, তুমি জানো মোক ক্ষমা কৰিব পাৰিবা! মই জানো তুমি পাৰিলেও ক্ষমা নকৰা। দেউতা, শেষত আটাইতকৈ ডাঙৰ আঘাতটো মই তোমাক দিবলৈ আহিছোঁ। মই অন্য ধৰ্মীয় ল'ৰা এজনক লগত বিয়া হ'বলৈ ঠিক কৰিলোঁ। কোনো ডাঙৰ আদৰ্শ-চাদৰ্শৰ বাবে মই এই কাম কৰা নাই। সম্পূৰ্ণ মোৰ ব্যক্তিগত কাৰণতহে মই এই পথ ল'লোঁ। তোমালোকে কৈ ফুৰা সমাজ সংস্কাৰৰ ডাঙৰ ডাঙৰ কথাবোৰ মই বুজি নাপাওঁ আৰু পাবলৈ চেষ্টা নকৰোঁ। তথাপিতো মই ভাবো জাতি-বৰ্ণ-ধৰ্ম বৈষম্য হ'ল প্ৰগতিৰ পথত, সমাজ পৰিৱৰ্তনৰ পথত প্ৰচণ্ড বাধা। প্ৰতিবন্ধক। অন্তৰায়।

**লগে লগে ৰচনাৰ মুখৰ পৰা পোহৰ নাইকিয়া হ'ব। ইতিমধ্যে ৰচনাৰ প্ৰস্থান।**

সত্যকাম ঃ শেষত তইঁতো মোৰ ওচৰৰ পৰা আঁতৰি গ'লি।

**লগে লগে আকৌ সূত্ৰৰ মুখত পোহৰ দেখা যাব। সূত্ৰই আগৰ দৰে হাঁহি থাকে।**

সূত্ৰ ঃ সত্যকাম বৰুৱা, মই কোন, ইয়াতকৈ আৰু বেছি যদি জানিব বিচাৰিছা তেন্তে ধৰি লোৱা, মই তোমাৰেই এটা অন্য ৰূপ।

সত্যকাম ঃ নাই, নাই তুমি মই হ'ব নোৱাৰা। তুমি সিহঁত হ'ব নোৱাৰা। তুমি ইয়াৰ পৰা যোৱা।

সূত্ৰ ঃ যাম। মানে যাওঁ। (**যাব ধৰি ঘূৰি আহে।**) ৰ'বা এনেকৈ গ'লে ভুল হ'ব। তুমি য'ত আছিলা তাতেই এৰি যাওঁ। ব'লা তাত বহাঁগৈ।

**সত্যকামক প্ৰায় জোৰ কৰি সূত্ৰই যথাস্থানত বহুৱাই দিয়েগৈ।**

সূত্ৰ ঃ ইয়াত বহি আছিলা, বহি থাকা, মই যাওঁ। (**অলপ গৈ আকৌ ঘূৰি আহে।**) অ' যোৱাৰ আগতে কৈ যাওঁ - কাৰ ভুলৰ বাবে তোমাৰ আজি এনে দশা হ'ল? কাৰ ভুলৰ বাবে, তোমাৰ সন্তানসব অবাটে গ'ল! কিয় তুমি তোমাৰ ল'ৰা- ছোৱালীক নিজৰ আদৰ্শৰে গঢ়িব নোৱাৰিলা! ভুল কাৰ — তোমাৰনে, তোমাৰ সন্তানৰ! তোমাৰ কৰ্তব্য কি আছিল? তোমাৰ জেদে, তোমাৰ বংশৰ পৰম্পৰাই তোমাক কি দিলে! এবাৰ তোমাৰ সন্তানৰ লগত বুজা-বুজি হোৱা জানো তোমাৰ উচিত নাছিল? পিতা-পুত্ৰৰ মাজত সংঘাতকৈ, সন্ধিলৈ অহাৰ জানো কোনো পথ নাছিল? চোৱা ভাবি চোৱা সত্যকাম -- ভাবি চোৱা - - -

**লাহে লাগে সূত্ৰ আকৌ নিজৰ ঠাইলৈ যায়। সূত্ৰৰ মুখৰ পৰা ক্ৰমান্বয়ে পোহৰ নাইকিয়া হ'ব। কেৱল সত্যকামৰ মুখত পোহৰ থাকিব। সত্যকাম খুব অসহায়ভাৱে মূৰ্তিৰ দৰে বৈ যায়।**

সত্যকাম : উঃ বিবেকৰ তাড়না সহিব নোৱাৰোঁ! **(অলপ ৰৈ)** এতিয়া বাৰু কিমান ৰাতি হ'ল। **(বাহিৰলৈ চায়।)** অ' ৰাতিতো শেষ হ'বৰ হ'ল। (ৰৈ) ভুল -- ভুল কাৰ?

**সত্যকামে উদাস মনেৰে কিবা এটা ভাবি থাকে। অলপ সময় অতিক্ৰম কৰাৰ পাছত বাহিৰত শব্দ হয়। কোনোবাই দুৱাৰত ঢকিয়ায়।**

বাহিৰত : **(দুৱাৰত ঢকিউৱাৰ শব্দৰ লগে লগে)** দেউতা, দেউতা! **(মাতত কঁপনি।)**

সত্যকাম : কোন! কোননো?

**সত্যকামে বহা পৰা উঠি গৈ দুৱাৰ খুলি দিয়ে। দুৱাৰ খুলাৰ লগে লগে অনুসন্ধানী দৃষ্টিৰে প্ৰায় ফোঁপাই ফোঁপাই প্ৰভাতে প্ৰৱেশ কৰে। প্ৰভাতৰ মুখত ডাঢ়ি-গোফ।**

প্ৰভাত : দেউতা --

সত্যকাম : প্ৰভাত! তই ক'ৰ পৰা আহিলি -- এই নিশা!

প্ৰভাত : আচৰিত হোৱাৰ কোনো কাৰণ নাই দেউতা। মোৰ ৰাজনৈতিক কৰ্ম পন্থাৰ বিষয়ে তোমাক আগতেই কৈছিলোঁ।

সত্যকাম : কিন্তু, তই তই এই ৰাতিখন! তোৰ এই চেহেৰা!

প্ৰভাত : চৰকাৰে সন্ত্ৰাসবাদী বুলি আমাৰ দলক বে-আইনী ঘোষণা কৰিছে। আমাৰ দলৰ কৰ্মীসকলক বন্দী কৰিছে। কিন্তু আমাৰ দলৰ কৰ্ম ইয়াতে শেষ হৈ যাব নোৱাৰে। সেয়েহে মই দলৰ কামত আত্মগোপন কৰিছোঁ। মোক চৰকাৰৰ ঘৰৰ মানুহে বিচাৰি আহিছে। মোৰ নামত বন্দীৰ নিৰ্দেশ আছে।

সত্যকাম : কি!

প্ৰভাত : মই এতিয়া ৰাজনৈতিক পলাতক। আকৌ তোমাৰ লগ হওঁনে নহওঁ ক'ব নোৱাৰোঁ। সেই বাবে পলাই ফুৰাৰ মাজতে তোমাৰ ওচৰলৈ আহিছোঁ। শেষবাৰৰ বাবে তোমাৰ আশীৰ্বাদ বিচাৰি।

**এনেতে বাহিৰত গাড়ী ৰখোৱাৰ শব্দ হয়। প্ৰভাত উচপ খাই উঠে। সি তাৰ পৰা পলাবলৈ প্ৰস্তুতি কৰে। সত্যকামে গাড়ী ৰখোৱাৰ শব্দ হোৱাৰ ফালে চায়। খন্তেক পাছত দুৱৰ পৰাই যাদৱে চিঞৰি চিঞৰি সোমাই আহে।**

যাদৱ : দেউতা, দেউতা --

সত্যকাম : যাদৱ, তই!

প্ৰভাত : অ' ককাইদেউ।

যাদৱ : প্ৰভাত তই কেতিয়া আহিলি? তোৰ এই অৱস্থা! তোৰ এই চেহেৰা কি দৰে হ'ল?

প্ৰভাত : এয়া, এতিয়া আহিছোঁ ককাইদেউ।

যাদৱ : দেউতা, তুমি চাগৈ শুনিছা, মই নিৰ্বাচনত জিকিলোঁ। আৰু কি জানা দেউতা আমাৰ দলটোৱে সংখ্যাগৰিষ্ঠতা লাভ কৰিছে। আমাৰ দলে চৰকাৰ গঠন কৰিব। মোক মন্ত্ৰী পদ এটা আগবঢ়াইছে। সেয়েহে ৰাজধানীলৈ যাওঁ। শপত গ্ৰহণৰ বাবে।

সত্যকাম : অ' — তই তোৰ কথা ৰাখিলি। তই জয়ী হ'লি। তই তোৰ নিজৰ মতেৰে — নিজৰ পথেৰে আগবাঢ়িব পাৰিলি।

প্ৰভাত : ককাইদেউ, মই এটা সশস্ত্ৰ সংগ্ৰামী ৰাজনৈতিক দলৰ সদস্য হৈ পলাই ফুৰিছোঁ। মই পলাতক। চৰকাৰৰ তৰফৰ পৰা ধৰিবলৈ বিচাৰি ফুৰিছে।

যাদৱ : কি! তই, তই এইবোৰ কি কৰিলি?

সত্যকাম : মই এইবোৰকে দেখিবলৈ আজি পৰ্যন্ত জীয়াই আছোঁ।

যাদৱ : এইবোৰ কৰিবলৈ তোৰ কি প্ৰয়োজন আছিল?

প্ৰভাত : প্ৰয়োজন আছিল মানে — আছে। মই যিটো পথ লৈছোঁ, সেইটোৱেই সমাজ পৰিবৰ্তনৰ শুদ্ধ পথ। যাৰ বাবে নিৰ্বাচনত আমি তোমাৰ বিৰোধীতা কৰিছিলোঁ।

যাদৱ : মানে!

প্ৰভাত : তোমাৰ নিৰ্বাচনী অভিযানত যিটো গোপন দলে তোমাৰ বিৰোধীতা কৰিছিল সেই দলৰ নেতৃত্ব লৈছিলোঁ মই। মই জানো মই মোৰ ককাইদেউৰেই বিৰোধিতা কৰিছোঁ। তথাপি মই মোৰ বিবেক বিবেচনাৰ বিৰোধীতা কৰা নাছিলোঁ।

**এনেতে বলেন সোমাই আহে।**

বলেন : দেউতা, অ' তহঁত! প্ৰভাত তই!

প্ৰভাত : ককাইদেউ, মই এতিয়া আহিলোঁ।

যাদৱ : ককাইদেউ, মই ইলেক্‌চনত জিকিলোঁ।

বলেন : জানো। মোৰ অভিনন্দন থাকিল।

**লগে লগে ৰচনা আৰু প্ৰতিমা সোমাই আহে।**

প্ৰভাত : বাইদেউ -

প্ৰতিমা : প্ৰভাত -

ৰচনা : সৰু ককাইদেউ, তুমি কেতিয়া আহিলা?

প্ৰভাত : এয়া, এতিয়া আহিছোঁ ৰচনা।

সত্যকাম : ই প্ৰভাত, চৰকাৰৰ চকুত ধুলি দি পলাই ফুৰা এটা ৰাজনৈতিক পলাতক।

ৰচনা,প্ৰতিমা আৰু বলেন : **(একেলগে)** কি!

যাদৱ : মই আগবেলাতে ৰাজধানী পাব লাগিব। মোৰ যাবলৈ সময় হ'ল।

প্ৰভাত : মোৰো যোৱাৰ সময় হ'ল। নহ'লে মই ধৰা পৰিম।

প্ৰতিমা : তই এইবোৰ কি কৰিলি প্ৰভাত?

প্ৰভাত : বাইদেউ!

বলেন : মই মোৰ হাত ধৰা লিগিৰীজনীক বিয়া কৰালোঁ আৰু প্ৰতিমাই বীৰেণ ড্ৰাইভাৰৰ লগত বিয়া হ'ল।

যাদব : আৰু হয়তো ইয়াকো জানা যে ৰচনাই অইন ধৰ্মীয় ল'ৰা এটাৰ লগত বিয়া হ'ল।

সত্যকাম : জানো, মই সকলো জানো। তহঁত প্ৰত্যেকে নিজৰ নিজৰ পথেৰে আগবাঢ়িলি। মইহে মোৰ পথত বৰ স্থবিৰ হৈ ৰৈ গলোঁ। তহঁত প্ৰত্যেকেই মোৰ দৰেই জেদি। নিজৰ নিজৰ কথা ৰাখিলি।

যাদৱ : কিহৰ পৰা যে কি হৈ গ'ল!

প্ৰভাত : খুব ভাল হৈছে। ঘৰখনৰ স্থবিৰতা ভাগি গৈছে। এতিয়া গতিত আগবাঢ়িব। কাৰ গতি কিমান প্ৰৱল সেয়া সময়ে বিচাৰ কৰিব।

সত্যকাম : এৰা, সময়ৰ বিচাৰ খুব নিষ্ঠুৰ। সময়ৰ বিচাৰত কাৰো ক্ষমা নাই।

ৰচনা : দেউতা, যদি পাৰা মোক আশীৰ্বাদ কৰিবা।

**আটায়ে আহি সত্যকামৰ ভৰি চুই সেৱা কৰে।**

আটায়ে : আমাক আশীৰ্বাদ কৰা দেউতা।

সত্যকাম : মই — মই — তহঁতক হিয়া উবুৰিয়াই আশীৰ্বাদ কৰিছোঁ — তহঁত সুখী হ। সুখী হ।

যাদৱ : যাওঁ, তোমালোকক পাছ্‌ত লগ পাম। গাড়ী ৰৈ আছে।

প্ৰভাত : ককাইদেউ, যদিও তোমাৰ মোৰে দুটা বিপৰীতধৰ্মী পথ তথাপিতো তোমাৰ লগত আকৌ লগ হ'ম। কাৰণ তোমাৰে মোৰে এইয়া যাত্ৰাৰ আৰম্ভণ। প্ৰকৃততে এতিয়াহে তোমাৰ লগত মোৰ সংঘাত, অন্তৰ্দ্বন্দ্ব আৰম্ভ হ'ব। এতিয়া যুদ্ধৰ বাবে সাজু হোৱাৰ সময়।

যাদৱ : এৰা, প্ৰভাত তোৰ লগত মোৰ আকৌ সাক্ষাৎ হ'বই লাগিব। তই চিন্তা নকৰিবি। মই আছোঁ। তোৰ কিবা এটা ব্যৱস্থা কৰিম।

প্ৰভাত : ককাইদেউ, মই কাৰো অনুগ্ৰহ নললোঁ আৰু নলওঁ। আনকি তোমাৰো। কাৰণ এয়া মোৰ প্ৰস্তুতিৰ সময়।

যাদৱ : বাৰু হ'ব, এতিয়া যাওঁ, যাওঁ দেউতা।

**যাদৱ যায়গৈ। সত্যকাম শিলৰ মূৰ্তিৰ দৰে ৰৈ থাকিব। আটায়ে যাদৱ যোৱাৰ ফালে চায়। প্ৰভাতে যাদৱক উদ্দেশ্য কৰি প্ৰায় চিঞৰি কয়।**

প্ৰভাত : যোৱা ককাইদেউ, তোমাৰ লগত মোৰ সাক্ষাৎ হোৱাটো একান্ত প্ৰয়োজন।

**বাহিৰত গাড়ী যোৱাৰ শব্দ।**

ৰচনা : মই যাওঁ ককাইদেউ, যাওঁ বাইদেউ — তেওঁৰ লগত এতিয়া এই ঠাই এৰি যামগৈ। যাওঁ দেউতা - - -

**কথাখিনি বৰ থোকাথুকি মাতেৰে কৈ ৰচনা যায়। সকলোৱে খুব কৰুণভাৱে ৰচনা যোৱালৈ চায়। পৰিৱেশ অত্যন্ত কৰুণ হৈ উঠে। খন্তেকৰ পাছত বাহিৰত পুলিচৰ গাড়ীৰ চাইৰেন আৰু গাড়ীৰ শব্দ। প্ৰভাতৰ মুখত উদ্বিগ্ন ভাব।**

প্ৰভাত : দেউতা, ককাইদেউ, বাইদেউ মই যাওঁ — মোক বিচাৰি পুলিচ আহিল। মই আহিলোঁ দেউতা, মই আকৌ আহিম। দিগ্বীজয়ৰ ৰথত উঠি, হাতত জয়ৰ পতাকা লৈ মই ঘূৰি আহিম দেউতা - মই আকৌ আহিম।

**প্ৰভাতে কৈ কৈ দৌৰি পলায়। সকলোৱে খুব উৎকণ্ঠাৰে প্ৰভাতলৈ চায়। সত্যকাম অৱশ হৈ পৰে। নিজৰ গাৰ ভৰ ৰাখিব নোৱাৰি কঁপি কঁপি পৰি যাব ধৰে।**

সত্যকাম : প্ৰভাত — প্ৰভাত — মোৰ প্ৰভাত - - -

প্ৰতিমা, বলেন : **(একেলগে)** দেউতা - - -

**প্ৰতিমা আৰু বলেনে উধাতু খাই সত্যকামক ধৰেগৈ। সত্যকামে বলেন আৰু প্ৰতিমাৰ গাত নিজৰ গাৰ ভৰ দিয়ে।**

সত্যকাম : ধৰ — ধৰ — প্ৰতিমা, বলেন — তহঁতে মোক ধৰ — নহ'লে — মই পৰি যাম। প্ৰভাত , মোৰ প্ৰভাত তই তই কি পথ ললি ?

বলেন : যদিও কণ্টকময়, যদিও গহন, প্ৰভাতৰ পথেই শুদ্ধ পথ।

সত্যকাম : প্ৰভাত, প্ৰভাত মোৰ ওচৰৰ পৰা গ'লগৈ।

প্ৰতিমা : প্ৰভাত আকৌ আহিব দেউতা। প্ৰভাত আকৌ আহিব। প্ৰভাতক কোনেও ধৰি ৰাখিব নোৱাৰে।

বলেন : ঠিকেই দেউতা, প্ৰভাতৰ কোনো বাধাই প্ৰতিবন্ধক হ'ব নোৱাৰে। সকলো বাধা প্ৰচণ্ড সাহসেৰে অতিক্ৰম কৰি প্ৰভাত ওলাই আহিবই। প্ৰভাত ওলাবই।

**সত্যকামে লাহে লাহে প্ৰতিমা আৰু বলেনৰ গাতে ভৰ দি থিয় হয়। অলপ সুস্থ যেন অনুভৱ কৰি সত্যকাম লাহে লাহে মঞ্চৰ সন্মুখলৈ আগবাঢ়ি আহে। তাৰ পাছত দৰ্শকক উদ্দেশ্য কৰি সংলাপ আৰম্ভ কৰিব। প্ৰতিমা আৰু বলেনে য'তে আছে তাৰ পৰাই সত্যকামক একেথিৰে চাই থাকে।**

সত্যকাম : আপোনালোকে খুব ধৈৰ্য্য সহকাৰে, আমাৰ ঘৰৰ নাটকখন চালে। স্বাদহীন, নতুনত্বহীন এই সত্যকাম মাষ্টৰৰ পৰিয়ালে সৃষ্টি কৰা এটা গতানুগতিক কাহিনীৰে আজিৰ নাটক। এনেকুৱা পৰিয়ালৰ, এনে কাহিনীৰ নাটক আপোনালোকে বহুতো চাইছে। মাষ্টৰৰ পৰিয়ালৰ, কেৰেণীৰ পৰিয়ালৰ, মহৰী, দোকানী, আপোনাৰ - আপোনাৰ আৰু বহুতৰ। ক্ষয়িষ্ণু সমাজৰ নিম্ন মধ্যবিত্ত পৰিয়ালত অহৰহ এনে নাটক হৈয়ে আছে। বলেন, যাদৱ, প্ৰভাত, প্ৰতিমা, ৰচনা আৰু সত্যকাম মাষ্টৰৰ চৰিত্ৰৰ দৰে আৰু বহুতো চৰিত্ৰ আপোনালোকে পাইছে। সেইবোৰ আপুনি— আপুনি— আপুনি- আজিৰ নাটকে, ইয়াৰ কাহিনীয়ে, এই চৰিত্ৰবোৰে—

**প্ৰশ্চাদৎ-পটত বৈ থকা বলেন আৰু প্ৰতিমাক দেখুৱায়। ইতিমধ্যে যাদৱ, প্ৰভাত আৰু ৰচনা আহি সিহঁতৰ লগত শাৰী পাতে।**

আপোনালোকৰ কি ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে ক'ব নোৱাৰোঁ। তাৰ বিচাৰৰ ভাৰ আপোনালোকৰ। এই পৰিয়ালৰ এটা সময়ৰ নায়ক, এতিয়াৰ বৃদ্ধ চৰিত্ৰ এই সত্যকাম মাষ্টৰে, এই নাটকৰ দূত হিচাপে সংবাদ লৈ — সূত্ৰধাৰী হিচাপে যোগসূত্ৰ লৈ — নাটকৰ মোখনি মাৰিবলৈ আহি ক'ব লগা হ'ল যে আমাৰ নাটক ইয়াতে শেষ হোৱা নাই। এইখিনিৰ পৰাহে প্ৰকৃততে নাটক আৰম্ভ হ'ব। আপোনালোকে নাটক চাই ঘৰাঘৰি যোৱাৰ আগতে — আমি নাটকৰ চৰিত্ৰবোৰে নিজে আহি আপোনালোকক কওঁ; — এনে নাটকৰ সৃষ্টি কোনে কৰিলে?

এনে চৰিত্ৰ সৃষ্টি কোনে কৰিলে ? আপুনি ? আপুনি ? আপুনি ? এই বৈষম্যৰ, এই সংঘাতৰ, আজিৰ এই পঁয়া লগা সমাজ ব্যৱস্থাৰ বাবে দায়ী কোন ? এইদৰে একেখন ঘৰতে বিভিন্ন পথৰ, বিভিন্ন মতৰ, বিভিন্ন আদৰ্শৰ সৃষ্টি হ'বলে পালে কিয় ? তাৰ বাবে দোষ কাৰ ? এই নাটকৰ চৰিত্ৰৰ ? মোৰ ? মোৰ ল'ৰা-ছোৱালীৰ ? আপোনাৰ ? আপোনাৰ ? এই সমাজ ব্যৱস্থাৰ ? প্ৰকৃত দোষী কোন ? আপোনালোকে বিচাৰ কৰক। আৰু মুক্ত কণ্ঠেৰে প্ৰবল সাহসেৰে দোষীক বিচাৰ কৰিবলৈ আগবাঢ়াই দিয়ক। নহ'লে ৰজনী — ৰজনী ধৰি এই দৰে নাটক উপভোগ কৰাৰ বাহিৰে আৰু একো নহ'ব। আপোনালোকে সদুত্তৰ দিয়ক — দিয়ক — কেতিয়াবা যদি আপোনালোকে, আপোনালোকৰ ঘৰৰ বাহিৰে-ভিতৰে, বাটে-ঘাটে, হাটে-বজাৰে, এই চৰিত্ৰবোৰ লগ পায়— -তেতিয়া নিশ্চয় ইয়াৰ এটা সদুত্তৰ দিবলৈ পাহৰি নাযাব। এই চৰিত্ৰ চিনি পোৱাত আপোনালোকৰ অসুবিধা নহয়। এইবোৰ আপোনালোকৰ অতি চিনাকি চৰিত্ৰ। আপোনালোকৰ মাজৰে এজন।

**ইতিমধ্যে লাহে লাহে পশ্চাৎপটৰ ওচৰত বৈ থকা চৰিত্ৰবোৰ আহি সত্যকামৰ লগত শাৰী পাতে। সকলোৱে দৰ্শকক নমস্কাৰ দিয়ে। ক্ৰমান্বয়ে মঞ্চৰ এন্ধাৰ হ'ব।**

**যৱনিকা**

প্ৰথম অভিনয়

ভ্ৰাম্যমান দল -

নটৰাজ থিয়েটাৰে

১৯৭৯ বৰ্ষত মঞ্চস্থ কৰিছিল।

## নেপথ্য আলাপ ৫

'লাইলা-মজনু' প্ৰেম কাহিনী সৰ্বজনবিদিত। সম্পূৰ্ণ অৰ্থনৈতিক দৃষ্টি-ভংগীৰে এই নাটক ৰচনা কৰিছিলোঁ। ভ্ৰাম্যমান নাট্যদল পাঠশালাৰ 'নটৰাজ থিয়েটাৰ'ৰ বাবে লিখা এই নাটক, থিয়েটাৰৰ আখৰাৰ মজিয়াতেই ৰচনা কৰা হৈছিল। নটৰাজ থিয়েটাৰে ১৯৭৯ চনৰ বৰ্ষত অসমৰ বিভিন্ন ঠাইত মঞ্চস্থ কৰে। এই নাটকত ব্যৱহাৰ কৰা আৰবিক, ফাৰ্ছি, উৰ্দ্দু আদি শব্দবোৰ মূলৰ পৰা লোৱা নহয়। স্থানীয়ভাৱে প্ৰচলিত শব্দহে ব্যৱহাৰ কৰিছোঁ।

## চৰিত্ৰলিপি ঃ-

| | |
|---|---|
| কায়েছ (মজনু) | ঃ বাদ্শ্বাহৰ পুত্ৰ। চাহজাদা। |
| আজিজ | ঃ সদাগৰ। |
| আব্দুলাহ | ঃ আৰবৰ উত্তৰ-প্ৰান্তীয় বাদশ্বাহ। |
| আবু | ঃ কায়েছৰ দেহৰক্ষী। |
| ওমৰ | ঃ ধনৱন্ত উচ্চ বৰ্গ ৰাজ বিষয়া। |
| খলিফা | ঃ ধনৱন্ত উচ্চ বৰ্গ ৰাজ বিষয়া। |
| ৰৌচন | ঃ আমিৰৰ পুত্ৰ। |
| দৰৱেজ | ঃ এজন ফকীৰ। সাধক। |
| চালেম | ঃ আৰবৰ পুব-প্ৰান্তীয় বাদশ্বাহ। |
| হিকমত | ঃ এজন আৰবীয় বাৰ্তা বাহক। |
| লায়লা | ঃ সদাগৰৰ কন্যা। |
| ফাতেমা | ঃ লায়লাৰ সখীয়েক। |
| ৰাবেয়া | ঃ লায়লাৰ মাক। |
| ফৰিদা | ঃ সদাগৰৰ দাসী। |
| আলেয়া | ঃ বাদ্শ্বাহৰ পত্নী। |
| নাজ্লিন | ঃ বাদ্শ্বাহ চালেমৰ পত্নী। |

কেইজনমান গোলাম, প্ৰহৰী, মানুহ, ভিক্ষুক।

**মঞ্চত লায়লা থাকিব।**

**এটা দুইমহলীয়া ঘৰৰ ওপৰ মহলাত লায়লাৰ শোৱা কোঠা। লায়লাই খিৰিকীৰে বাহিৰৰ তললৈ চাই থাকে। সময় নিশা। খন্তেক পাছত লায়লাৰ সখীয়েক ফাতেমা সোমাই আহে।**

ফাতেমা : লায়লা।

লায়লা : (**উচপ্‌খাই।**) কোন! ফাতেমা । বাঃ কিমান দিনৰ মূৰত তোক পাইছোঁ! তোৰ বিয়া হোৱাৰ পাছৰ পৰা, তোক লগেই পোৱা নাই।

ফাতেমা : স্বামীৰ মৰমত মজি আছোঁ (**হাঁহে।**) পিছে, তই নিশাখন এই খিৰিকীৰে বাহিৰলৈ কি চাই আছ?

লায়লা : নাই, এনেয়ে -----

ফাতেমা : বুজিছোঁ সখী, তোৰ গোপন অভিলাস বুজিছো। পিছে আৰু কিমান দিন এইদৰে অকলে অকলে প্ৰেমৰ বোজা বহন কৰি থাকিবি! এই, ইমান আপোনপেটীয়া ভাল নহয় দেই - আমাকো ভাগ দি চা - সুখ পাবি।

**লায়লাই তললৈ মূৰ কৰি হঠাৎ কান্দি দিয়ে।**

ফাতেমা : কি হ'ল!

লায়লা : ফাতেমা, একমাত্ৰ তয়েই জান; কায়েছৰ লগত থকা মোৰ সমস্ত প্ৰেমৰ গোপন খবৰ।

ফাতেমা : ঐ, কান্দিছ কিয়? (**হাঁহি**) অ, চুৰ কৰি ধৰা পৰিলি হ'ব পায়!

লায়লা : মোৰ বাবে কায়েছ মজনু হৈ গৈছে। সৰু ডাঙৰ সকলোৱে তেওঁক মজনু বুলি জোকায়।

ফাতেমা : হেই, পাগলীজনী, ইয়াৰ বাবে হ'বপাই কান্দিব লাগে!

লায়লা : আমি আগৰ দৰে দুয়ো দুয়োকে লগ পাব নোৱাৰা হ'লো। কায়েছে নিশা মনে মনে মোৰ ওচৰলৈ আহে। কিন্তু - **(ফাতেমাৰ মুখলৈ চাই ভয়ত)** যদি কাহানিবা ধৰা পৰে!

ফাতেমা : গোপন মিলনতহে মাদকতা আছে। অ' তই সেই কাৰণেই এতিয়া কায়েছৰ বাবে খিৰিকীৰে বাহিৰলৈ চাই অপেক্ষা কৰি আছ!

লায়লা : নহলে উপায়!

ফাতেমা : ইয়ালৈ আহোতে তেওঁক কোনেও চিনি নেপাইনে?

লায়লা : আজানুলম্বিত এটা ক'লা ৰঙৰ আলখাল্লা পিন্ধি আহে।

ফাতেমা : **(চিন্তা কৰি নিজকে নিজে কোৱাৰ দৰে)** সচাই মজনু! **(সুৰ পৰিবৰ্তন কৰি।)** বাৰু লায়লা, সৰুতে যে কায়েছে এপাহ গোলাপ তোৰ মূৰত গুঁজি দিয়ে, আজিকালি দিয়েনে?

লায়লা : **(লাজ, লাজ ভাবেৰে)** ওঁ, এতিয়াও।

ফাতেমা : আধা খোৱা খেজুৰৰ টুকুৰাটো!

লায়লা : দিয়ে।

ফাতেমা : পুৰুষৰ মন, আজি তোৰ বাবে পাগল। মজনু। কালিলৈ দেখিবি হয়তো আন এজনী ৰূপহীৰ লগত - - - -

লায়লা : **(হাতেৰে ফাতেমাৰ মুখ বন্ধ কৰি।)** নহয়, নহয় তেনেকৈ নক'বি। কায়েছ তেনেকুৱা নহয়। মোৰ বাহিৰে তেওঁ কাকোৱেই নেজানে।

ফাতেমা : **(হাঁহি)** সকলো পুৰুষেই আমাৰ ছোৱালীৰ মন ভোলাবলৈ নানানটা বাহানা কৰে। যেনে প্ৰেয়সীক নাপালে জান পৰ্যন্ত দি দিব! পাছত দুভৰিৰে গুৰিয়াবলৈ তেওঁলোকে কুণ্ঠাবোধ নকৰে।

লায়লা : হয়তো মোহব্বতৰ দুখীয়া পুৰুষসকলৰ মনৰ বাস্তৱ পৰিচয় এয়াই! কিন্তু ফাতেমা, কায়েছ - কায়েছ বেলেগ ধাতুৰে গঢ়া! তেওঁৰ অন্তৰত মোৰ প্ৰতি থকা প্ৰেম ইমান সুগভীৰভাৱে আচ্ছন্ন হৈ আছে — যাৰ বাবে তোৰ এই বাস্তৱ সত্যটোক মই গ্ৰহণ কৰিবলৈ নাৰাজ।

ফাতেমা : তোৰ পুৰুষৰ প্ৰতি ইমান বিশ্বাসনে?

লায়লা ঃ অন্য পুৰুষৰ কথা মই নাজানো, নাজানো মই আন নাৰীৰ মনৰ কথা। কেৱল জানো কায়েছ আৰু মোৰ মনক। তোক মই সচাই কৈছোঁ, যদি কায়েছ আন নাৰীক লৈ সুখী হয়, মোৰ যিমানেই দুখ নহওক লাগিলে — তথাপিতো তাতে মই শান্তনা পাম। তেওঁ যে সুখত আছে! তেওঁ যদি সুখত থাকে, তেওঁ এই জাহানৰ য'তেই নাথাকক — তাত মোৰ কোনো ক্ষোভ নাথাকে।

ফাতেমা ঃ মই ক'তেই নমৰো! তইয়ো দেখিছো প্ৰেম-দিৱানী হৈ পৰিছ! এনেকৈয়েনো প্ৰেমত পৰিব লাগেনে — নিজৰ সকলো শেষ কৰি?

লায়লা ঃ কেনেকৈ প্ৰেমত পৰিব লাগে সেইয়া মই নেজানো। কায়েছক ভাল পাওঁ, মই কেৱল সেইটোৱেই জানো। কেৱল জানো তেওঁৰ ভালেই মোৰ ভাল। ইয়াৰ বাহিৰে মোৰ মনলৈতো আন ভাবনা নাহে।

ফাতেমা ঃ **(ধেমালিৰ সুৰত)** দেখিলি, নিজৰ কথালৈয়ে ইমান ব্যস্ত! **(কৃত্ৰিম অভিমান কৰি)** ইমান দিনৰ মূৰত দেখাদেখি হৈছ, অন্ততঃ মোৰ খবৰ এটা ল'ব পাৰ। তই বৰ স্বাৰ্থপৰ।

লায়লা ঃ তই ঠিকেই কৈছ, মই সচাকৈ স্বাৰ্থপৰ। **(সুৰ সলায়)** কচোন-ক' তোৰজনাৰ কথা। তোৰ স্বামীৰ কথা।

ফাতেমা ঃ শুন - **(ফাতেমাই চাৰিওফালে চাই, লায়লাৰ কাণে কাণে কিবা কয়। দুয়ো অৰ্থপূৰ্ণভাৱে হাঁহে।)**

লায়লা ঃ ধেৎ, বেচৰম।

ফাতেমা ঃ এই, মই যাওঁ।

লায়লা ঃ যাব?

ফাতেমা ঃ ওঁ, দুদিনমান আম্মাজানৰ তাতে থাকিম। ইয়াত থকা কেইদিন তোৰ খা-খবৰ লৈ থাকিম। যাওঁ, তই শুই থাক।

**ফাতেমা যায়। আকৌ লায়লা খিৰিকীৰ কাষলৈ যায় আৰু বাহিৰলৈ চাই থাকে। খন্তেকৰ পাছত হঠাৎ কাৰোবাক দেখা দৰে মুখত হাঁহি। সাউৎ কৰে খিৰিকীৰ কাষৰ পৰা ঘূৰে, আন দুৱাৰ, খিৰিকীবিলাক মাৰে। এনেতে খিৰিকীৰে কায়েছ সোমাই আহে আৰু খিৰিকীৰ কাষৰ পৰাই লায়লাক মাত লগায়। খিৰিকীৰ বিপৰীতে থকা দুৱাৰৰ পৰা লায়লাই মাত দিয়ে।**

কায়েছ : লায়লা!

লায়লা : কায়েছ!

**কায়েছে এপাহ গোলাপ ফুল লায়লাৰ মূৰত গুঁজি দিয়ে আৰু আধা খোৱা খেজুৰ এটুকুৰা দিয়ে। লায়লাই খেজুৰ খায়।**

কায়েছ : লায়লা, তোমাৰ এই মজনু, তোমাৰ অবিহনে খন্তেকো শান্তিৰে থাকিব নোৱাৰে। পুৱা সন্ধিয়া, দিবা-ৰাত্রি, শয়নে-সপোনে কেৱল তোমাৰ বাবেই হাঁহাকাৰ কৰি উঠে।

লায়লা : কায়েছ, মোৰ কায়েছ! জানা, ময়ো থাকিব নোৱাৰোঁ তোমাৰ অবিহনে। প্ৰাসাদোপম এই অন্দৰ মহল মোৰ বাবে হৈ পৰে এটা কাৰাগাৰ। সুকোমল শয়ন-সজ্জা মোৰ বাবে হৈ পৰে দুঃস্বপ্ন।

কায়েছ : নদ-নদী,পৰ্বত-পাহাৰ,মৰু-সাগৰ আদিৰ হাজাৰ বাধাৰ প্ৰাচীৰকো তোমাৰ বাবে মই হেলাৰঙে অতিক্ৰম কৰি আহিব পাৰোঁ।

লায়লা : মোৰ বাবে তোমাৰ কত যে লাঞ্ছনা!

কায়েছ : এই লাঞ্ছনাত যে কিমান মাদকতা! যিদৰে মাদকতা আছে চাৰা দুনিয়াৰ গোলাপ ফুলৰ সমস্ত, গোলাপী ৰঙবোৰ থোপ খোৱা তোমাৰ ওঁঠৰ পৰশত। লায়লা!

লায়লা : কায়েছ!

**দুয়ো ক্রমান্বয়ে ওচৰলৈ চাপি যায়। পৰস্পৰে পৰস্পৰলৈ সৱল চাৱনি নিক্ষেপ কৰে।**

কায়েছ : জীৱন দৰিয়াত পাৰি দিম ,আমাৰ মোহব্বতৰ নৌকা। উটি-ভাহি আমি গুছি যাম কোনো দূৰ-দিগন্তৰ অজান দেশলৈ।

লায়লা : তাত কোনো নাথাকিব, থাকিম কেৱল তুমি আৰু মই; মই আৰু তুমি।

কায়েছ : তাত কেৱল মোৰ বাবে তুমি গাবা প্ৰেমৰ গীতি-গাঁথা সুৰৰ মূৰ্ছ্না। মোৰ কাণে কাণে তুমি গাবা, মই গুণ-গুণাম।

লায়লা : মই গাম, তুমি গুণ-গুণাবা।

**ইতিমধ্যে ফৰিদা আহি মনে মনে সিহঁতক চাই যায়গৈ।**

কায়েছ : লায়লা! তোমাৰ গোলাপৰ পাপৰিৰ দৰে ওঁঠৰ কোমলতাত আছে স্বপ্ন মধুৰ মাদকতা। প্ৰতিপদৰ কাঁচি জোনৰ দৰে চুৰ্মা - অঁকা তোমাৰ চাৱনিৰ, তোমাৰ সুউজ্জ্বল দুচকুয়ে প্ৰভাতী সূৰ্যৰ লালিমাই — এই দুনীয়ালৈ স্বপ্নৰ ঋৰ্ণা বোৱাই আনে।

লায়লা : **(স্বপ্ন বিভোৰভাৱে।)** কায়েছ!

কায়েছ : লায়লা! যিমান দিন এই জিন্দেগী থাকিব, সিমান দিনলৈকে কেৱল তোমাৰ বাবে থাকিব। মোৰ ভাল পোৱা থাকিব কেৱল তোমাৰ বাবে। কেৱল তোমাৰ বাবে। মৌতৰ বাবে যদি খোদাৱন্দ কৰিমে বেহস্ত নচিব কৰে, তেতিয়া মই খোদাক ক'ম; আগেয়ে মোক চাব দিয়া বেহস্ততলায়লা আছেনে নাই? নহ'লে মই বেহস্তলৈ নাযাওঁ।

**এনেতে বাহিৰত ফৰিদা আৰু লায়লাৰ মাক ৰাবেয়াৰ মাত শুনা যায়।**

লায়লা : হায় আল্লাহ! আম্মাজান আহিছে! তুমি যে এতিয়া ধৰা পৰিবা?

কায়েছ : তাৰ পৰা কি হল? আল্লাহোতালাৰ ওচৰত আমি কাহানিবাই ধৰা পৰিছোঁ।

লায়লা : তুমি ক'ৰবাত লুকুৱা।

কায়েছ : ক'ত লুকাম ! খোদাৰ সামান্য বান্দাৰ নজৰৰ পৰা লুকাই হাৰিব পাৰিম, কিন্তু স্বয়ং খোদাৰ নজৰৰ পৰাতো নোৱাৰোঁ।

লায়লা : **(ভয়ত)** আঃ কথা নক'বা। দেৰি নকৰিবা। ধৰা পৰিলে যে তোমাৰ যি কোনো চাজা হ'ব।

কায়েছ : চাজা ! মই যে তোমাৰ মজনু। তোমাৰ এই মজনুৱে, তোমাৰ বাবে সকলো চাজা হাঁহি ,হাঁহি কবুল কৰিব।

লায়লা : কায়েছ, মোৰেই কচম তুমি লুকুৱা।

**উপায়ন্তৰ হৈ যেন কায়েছ লুকায়। লায়লাই খৰধৰকৈ আগৰ পৰা শুই থকাৰ দৰে শুই থাকেগৈ। ৰাবেয়া আৰু ফৰিদা সোমাই আহে।**

ৰাবেয়া : ক'তা কোনো নাই ! এয়া দেখোন লায়লা ! মোৰ সোণজনী শুই আছে।

ফৰিদা : ইয়া আল্লা ! মই মৰি যোৱা নাই কিয় ? মোৰ এই নজৰেতো মোক কেতিয়াও নঠগে ! মই নিজ চকুৰে দেখি গৈছোঁ, চহজাদা কায়েছ আৰু লায়লা প্ৰেমালিংগনত আবদ্ধ।

ৰাবেয়া : দেখিছিলি যদি ক'ত গ'ল ? পাখি লগাইতো অহা নাছিল যে উৰি যাব !

ফৰিদা : কথাটো ভাবিব লগীয়া, পাখি লগাইতো অহা নাছিল ! মই, মই নিজ চকুৰে দেখিছোঁ। ইচ্ আল্লা, আপোনাক কি ক'ম; দুয়ো দুয়োকে— ছিঃ, ছিঃ তৌবা, তৌবা এনেবোৰ কাণ্ড দেখাটোও গুনাহ।

ৰাবেয়া : হ'ব, হ'ব মনে মনে থাক। যি হ'ব লগা আছিল হ'ল। এইবোৰ কথা তই বাহিৰত গৈ য'তে ত'তে নুলিয়াবি।

ফৰিদা : খোদাৰ কচম, মই কিয় এইবোৰ কৈ ফুৰিবলৈ যাম !

ৰাবেয়া : তোৰ মুখখনহে যি ক'ত কেনেকৈ কৈ দিয় কি ঠিক !

ফৰিদা : কথা অলপ মই বেছি কওঁ, সেই বুলিয়ে ভিতৰৰ কথা বাহিৰত কৈ ফুৰাৰ অভ্যাস মোৰ নাই। ইয়াত আপোনালোকৰ খান্দানৰ ইজ্জত আছে।

ৰাবেয়া : এৰা, ইয়াত আমাৰ খান্দানী ইজ্জত জড়িত হৈ আছে।

ফৰিদা : ক'ব লাগিছেনে! আপোনালোকৰ ইজ্জত মানে মোৰ ইজ্জত। পিছে --- সদাগৰ হজুৰক খবৰতো দি দিয়া ভাল হ'ব নেকি?

ৰাবেয়া : কি! খবৰদাৰ, এই ঘটনা তেখেতক মৰিলেও নক'বি।

ফৰিদা : নোকোৱাকৈতো থাকিম; কিন্তু হজুৰে সুধি পেলালেহে মিছা মাতিব নোৱাৰোঁ।

ৰাবেয়া : সুধিবলৈ পাব কি দৰে? হোঁ, ল'। (**ডিঙিৰ পৰা মণিৰ হাৰ এডাল উলিয়াই দিয়ে।**) এই কথা কাকো নক'বি। খবৰদাৰ মতাৱ্ৰাৰী নকৰিবি।

ফৰিদা : নাই, নাই নকওঁ। মই মৰিলেও নকওঁ। খোদাৰ কচম।

**ৰাবেয়া লায়লাৰ ওচৰলৈ যায়।**

ৰাবেয়া : লায়লা, মা লায়লা—

লায়লা : (**টোপনিৰ পৰা সাৰ পোৱাৰ দৰে।**) কোন? অ' আম্মাজান!

**লায়লা বিছনাৰ পৰা উঠে।**

ৰাবেয়া : এতিয়া অলপ আগতে কাৰ লগত কথা পাতিছিলি?

লায়লা : ক'তা? মইতো কাৰো লগত কথা পতা নাই!

ৰাবেয়া : খবৰদাৰ লায়লা! কায়েছৰ লগত অন্দৰ মহলত সোমাই কথা পাতি থকাতো মই ভাল পোৱা নাই। ভৱিষ্যতে যাতে ইয়াৰ পুনৰাবৃত্তি নহয়। তোক সাৱধান কৰি দিছোঁ।

**ৰাবেয়া খণ্ডত যায়গৈ।**

ফৰিদা : আইটি, ডাঙৰৰ আগত মিছা মাতিব নাপাই নহয়।

লায়লা : কি মিছা মাতিলোঁ?

ফৰিদা : তুমি ক'লৈই হ'লনে ? মোৰ নিজ চকুৰে কায়েছক দেখি গৈছোঁ।

লায়লা : দেখিলি যদি ভাল হৈছে!

ফৰিদা : কথাটো যদি কেনেবাকৈ হজুৰৰ কাণত পৰে তেতিয়াহে ঘটনা ডাঙৰ হ'বগৈ। হাজাৰ হওক তুমি মোৰ জীৰ দৰে।

লায়লা : (**ভয়ত ধৰা পৰাৰ দৰে**) আব্বাজান!

ফৰিদা : মোৰ মুখখন অৱশ্যে বন্ধ কৰিব পৰা যায়।

লায়লা : এয়া ল'। (**নিজৰ গলাৰ পৰা মণিৰ হাৰ এডাল উলিয়াই দিয়ে।**) আৰু যাতে বেছি লালসা নকৰ।

ফৰিদা : তোমাৰ পৰা কিবা এটা উপহাৰ লোৱাৰ সমুলি ইচ্ছা মোৰ নাছিল। হাজাৰ হওক তুমি মোৰ জীৰ দৰে। **(যাব ধৰি, আকৌ ঘূৰি কয়।)** অ' এটা কথা।

লায়লা : আকৌ কি হ'ল?

ফৰিদা : অৱশ্যে মোৰ কোৱাৰ দৰকাৰ বাবেই ক'ব লগা হ'ল।

লায়লা : **(উদ্বিগ্ন হৈ)** কি কথা!

ফৰিদা : ক'বলৈ ইচ্ছা অৱশ্যে মোৰ নাছিল, কিন্তু নিজ চকুৰেই দেখিলোঁ! তেতিয়া আৰু ---

লায়লা : কি! কি দেখিলি?

ফৰিদা : ক'লে জানো তুমি বিশ্বাস কৰিবা?

লায়লা : কথাটো ক'চোন।

ফৰিদা : এইবোৰক লৈ তুমি আকৌ হাঐ-বিঐ নকৰিবা। সেইবাবেই ইমান দিনে কোৱা নাছিলো।

লায়লা : **(অধৈৰ্য হৈ)** আঃ! শীঘ্ৰে ক'।

ফৰিদা : তোমাৰ যে ল'ৰালিৰ সখী, কি নাম আছিল, ধুনীয়াকৈ ছোৱালীজনী -- দীঘলকৈ খীণ যে - বেছ চকুত লগা ---

লায়লা : জাহানাৰা!

ফৰিদা : অঁ, হ'ব লাগে। জাহানাৰা! জাহানাৰাৰ তোমাৰ লগত কিহৰ দুছমনী আছে নাজানো। ইচ আল্লা সিদিনা মই নিজ চকুৰে দেখিলোঁ।

লায়লা : উঃ! তই কি আবোল - তাবোলখন বকিছ, কি দেখিলি তাক ক'।

ফৰিদা : সেই জাহানাৰাৰ কোমল কোমল পাতল ওঁঠত কায়েছৰ হাতৰ আঙুলী ---

লায়লা : নাই, নাই হ'ব নোৱাৰে। কেতিয়াও হ'ব নোৱাৰে। বুঢ়া বয়সত তোৰ চকুত চামনি পৰিছে, কিবা এটা চাবলৈ গৈ কিবা এটা দেখিলি।

ফৰিদা : হ'ব পাৰে। কেঁচু খান্দিবলৈ যাওঁতে সাপ ---

লায়লা : **(খণ্ডত)** যা, যা -- তই ইয়াৰ পৰা যা।

ফৰিদা : যাওঁ, যাওঁ — মই মাত্ৰ কথাটো কাণহে চোৱালোঁ। খোদাৰ কচম তোমাৰ ভালৰ বাবেহে কথাটো ক'লোঁ। হাজাৰ হওক তুমি মোৰ জীৱ দৰে।

**ফৰিদা যায়। লায়লাই ফৰিদা যোৱাৰ ফালে কিছু সময় চায়। এক অজান চিন্তাই লায়লাৰ মুখমণ্ডল আগুৰি ধৰে। খন্তেক পাছত কায়েছক লুকাই থকাৰ পৰা ওলাবলৈ ইংগিত দিয়ে।**

লায়লা : কায়েছ, মোৰ কায়েছ!

**কায়েছ ওলাই আহে।**

কায়েছ : লায়লা, খোদা আমাৰ সহায়। আমাৰ মিলনক কোনেও বিচ্ছেদ ঘটাব নোৱাৰে।

**দুয়ো দুয়োলৈ চায়। যেন বহুদিন সিহঁতে পৰস্পৰক দেখা নাই। লায়লাৰ চকুত সন্দেহৰ চাৱনি। কায়েছ আগবাঢ়ি যায়, লায়লা পিছলৈ আঁতৰি যায়। লায়লাৰ চকু ক্ৰমান্বয়ে চলচলীয়া হৈ চকুপানী ওলাই আহে।**

কায়েছ : কি হ'ল! কি হৈছে লায়লা!

লায়লা : কোৱা জাহানাৰাৰ লগত লুকাই লুকাই কি কৰিছিলা? **(কান্দে)**

কায়েছ : তুমিতো জানাই লায়লা, আন ছোৱালীৰ লগত কথা পতা কি মুৰ তুলিয়েই নাচাও; তেনেস্থলত লুকাই লুকাই - - - !

লায়লা : তুমি মোৰ নামত কচম খাই কোৱা, মই এইবোৰ যি শুনিছোঁ; সকলো মিছা।

কায়েছ : কি শুনিছা?

লায়লা : আগেয়ে কচম খোৱা।

কায়েছ : লায়লা! তোমাৰ কচম লায়লা, এয়া তোমাৰ মূৰত হাত থৈ কৈছো; ওপৰত খোদা আছে, তোমাৰ বাহিৰে মই কাকোকেই ভাল নাপাওঁ। কাকোকেই ভাল নাপাওঁ।

লায়লা ঃ কায়েছ!

কায়েছ ঃ লায়লা!

**আকৌ দুয়ো দুয়োকে একেথিৰে চাই থাকে। এটা সময়ত দুয়ো দুয়োকে নিবিড়ভাবে সাৱতি ধৰে। লাহে লাহে দুয়ো দুয়োৰ বাহুৰ পৰা মুক্ত হয়।**

লায়লা ঃ তোমাৰ তপত নিঃশ্বাসত মোৰ সমস্ত বদনৰ শিৰা- উপশিৰা ৰোমাঞ্চিত হৈ উঠে। তোমাৰ আলিংগনত বেহস্তৰ সুখ অনুভৱ কৰোঁ - - -

কায়েছ ঃ লায়লা- - -

লায়লা ঃ কা-য়ে-ছ্!

**দুয়ো আলিংগন কৰে। এনেতে আকৌ ফৰিদা সোমাই আহি দুয়োকে আলিংগন অৱস্থাত দেখে।**

ফৰিদা ঃ তৌবা, তৌবা - জহন্নামে খা লেদিন - এইবোৰ মই কি দেখিছোঁ! হজুৰ, হজুৰ এয়া, এয়া - - -

**লগে লগে সদাগৰ আজিজ সোমাই আহে।**

আজিজ ঃ **(খঙত)** চাহজাদা!

লায়লা ঃ **(ভয়ত)** আব্বাজান!

আজিজ ঃ লায়লা, তোক আমি বৰ চল দিলোঁ। নিজৰ খান্দান, নিজৰ ইজ্জত সকলো জহন্নামে নিয়াব বিচাৰিছ ?

লায়লা ঃ আব্বাজান!

আজিজ ঃ চুপ চয়তানী! তই মোৰ খান্দানৰ কলংক।

কায়েছ ঃ চাহেবান, গোস্তাখি মাফ - যদি কিবা কৰ্কথনা কৰিব লগা আছে তেন্তে মোক কৰক। লায়লাক নহয়।

আজিজ ঃ চাহজাদা, ছিঃ তুমি ইমান নীচ! নিজৰ ইজ্জতৰ প্ৰতি অকণমানো ভ্ৰুক্ষেপ নাই!

কায়েছ ঃ চাহেবান, প্ৰকৃত ভালপোৱাত — মহব্বতত ইনচানৰ ইজ্জতনষ্ট নহয়। খান্দানলৈ কলংক নাহে। ইজ্জত বাঢ়ে, খান্দান ৰৌচন হয়। লায়লাক মই ভাল পাওঁ। লায়লাক মোক লাগে। লায়লা মোৰ।

আজিজ ঃ তোমাৰ খান্দান আৰু আমাৰ খান্দানৰ কেতিয়াও সম্বন্ধ হ'ব নোৱাৰে। তোমাৰ আব্বাজান আমাৰ বাদশ্বাহ। আমি হ'লোঁ তোমাৰ আজ্ঞাবাহী প্ৰজা। এজন সামান্য সদাগৰ।

কায়েছ ঃ মানুহৰ বংশ মৰ্যাদাৰে, মানুহৰ সম্প্ৰদায়েৰে আমি মানুহৰ মাজতেই ভেদা - ভেদৰ সৃষ্টি কৰিছোঁ। আচলতে এজন মহান আল্লাৰ সৃষ্টিকাৰী আমি কেৱল মানুহ। উচ্চ-নীচ এয়া মানুহৰ সৃষ্টি, আল্লাহোতালাৰ নহয়।

ফৰিদা ঃ চাহজাদা, ডাঙৰৰ লগত দিললেগী কৰিব নাপায়।

লায়লা ঃ ফৰিদা, তোক আকৌ কি লাগে!

আজিজ ঃ লায়লা! চয়তানী তই মোৰ ইজ্জত খালি।

লায়লা ঃ আব্বাজান, মই তোমাৰ ইজ্জত নষ্ট কৰা নাই। প্ৰেম, ভালপোৱা খোদাৰ আমানত। প্ৰকৃত প্ৰেমত বেহস্তৰ ফিৰিস্তাৰ আশীৰ্বাদ থাকে। আল্লা- প্ৰদত্ত ভাল পোৱাক আমি আৰু মহান কৰি তুলিছোঁ। মই কায়েছক ভাল পাওঁ আব্বাজান। কায়েছ মোৰ প্ৰাণৰো প্ৰাণৰ।

আজিজ ঃ চুপ! **(লায়লাক চৰ মাৰে। কায়েছে যন্ত্ৰণা অনুভৱ কৰে।)** প্ৰাণৰো প্ৰাণৰ! তোৰ মুখ চাব নাপায়।

কায়েছ ঃ চাহেবান, লায়লা বেকচুৰ।

আজিজ ঃ বেচৰম! তোমাকো মই উপযুক্ত শাস্তি দিম। **(বাহিৰলৈ চাই)** এই কোন আছ — এই চোৰটোক ডিঙিত ধৰি মোৰ ঘৰৰ বাহিৰ কৰি দে।

লায়লা ঃ আব্বাজান!

**এজন গোলাম আহি কায়েছক টানি টানি বাহিৰলৈ লৈ যায়।**

কায়েছ ঃ **(বাহিৰৰ পৰা)** লায়লা - - -

লায়লা : কায়েছ, চাহজাদা! আব্বাজান, আব্বাজান তেওঁক এৰি দিবলৈ কোৱা।

আজিজ : পিশাচী, চয়তানী — যা — ভিতৰত সোমায় থাক। (**ভিতৰলৈ গতা মাৰি পঠাই দিয়ে। ভিতৰলৈ চায় চায়।**) তোকো মই উপযুক্ত চাজা দিম।

ফৰিদা : ইমান মাতব্বৰী ছোৱালী! ডাঙৰ-সৰু গইন নকৰে। এইবোৰ চব জহন্নামে গ'ল! হজুৰ হাজাৰ হওক আপোনাৰ ইজ্জত মানে মোৰ ইজ্জত।

আজিজ : শুন, এই কথা যেন তই কাকো নকব! বাহিৰত যাতে নোলায়।

ফৰিদা : আপুনিও ভাল, ইমান এটা বৌজাল-বৌজাল লগোৱা কথা বাহিৰত নোলাবনে? হজুৰ বেৰৰো কাণ থাকে। কাকো বিশ্বাস কৰিব নোৱাৰি। ঘৰৰ মানুহেই দুচমন। গাৰ নোমেই দুচমন। মোৰ কথা সুকীয়া, হাজাৰ হওক এইখন ঘৰ মোৰ নিজৰ ঘৰৰ দৰে।

আজিজ : মুঠতে তই এই কথা কাকো নক'বি।

ফৰিদা : তৌবা, তৌবা আপুনি কি কয়? মই কাৰোবাক ক'লে মোৰ মুখত গজব পৰিব। খালী মোৰ এটা কচুৰতে মই মৰি আছোঁ, মই আকৌ কাকো মিছা ক'ব নোৱাৰোঁ।

আজিজ : এয়া ল'। (**নিজৰ ডিঙিৰ হাৰ এডাল উলিয়াই ফৰিদাক দিয়ে।**) ঘুণাক্ষৰেও যাতে এই কথা অন্দৰ— মহলৰ বাহিৰ নহয়। বেইমানি নকৰিবি!

ফৰিদা : তৌবা, তৌবা মোৰ মৌত নহয় কিয়? মই বেইমানি কৰিলে মোৰ গজব পৰিব। জহৰত, কহৰত মৰিম। মই আপোনাৰ ওচৰত চুক্ৰ গুজাৰ।

**ফৰিদা যায়গৈ। আজিজ চিন্তিত ভাৱে ইফালে, সিফালে অহা-যোৱা কৰে। খন্তেক পাছত ৰাবেয়া সোমাই আহে।**

ৰাবেয়া : কি হ'ল! লায়লা ক'ত?

আজিজ : সৌ সিটো কোঠাত। তোমাৰ মৰমৰ সোণৰ পুতলীয়ে যিখন কাণ্ড কৰিছে, সেয়া জানো তোমাৰ খবৰ আছে!

ৰাবেয়া : লায়লাই কি কৰিলে।

আজিজ : কি কৰা নাই? মোহব্বতৰ দৰিয়াত ডুবি আছে।

ৰাবেয়া : আপুনি কি ক'ব বিচাৰিছে?

: আমাৰ বাদশ্বাহৰ পুত্ৰ চাহজাদা কায়েছৰ লগত প্ৰেমৰ খেলা খেলিছে।

ৰাবেয়া : হায় খোদা!

আজিজ : তোমাৰ ছোৱালীয়ে চাহজাদা কায়েছৰ লগত এই অন্দৰ মহলত সোমাই আছিল।

ৰাবেয়া : কি!

আজিজ : মই নিজে আহি হাতে লোটে ধৰা পেলাইছোঁ। চাহজাদক মই গোলামৰ হতোৱাই ইয়াৰ পৰা খেদাই পঠাইছোঁ।

ৰাবেয়া : হায়! হায়! হে আল্লা! মোৰ মৌত নিদিয়া কিয়? তাই হতভাগী ক'ত? তাই জহন্নামীক মই ডিঙি টেপি মাৰিম। এনে ছোৱালী জিন্দা থকাতকৈ মৌত হোৱাই ভাল।

আজিজ : হ'ল ৰ'বা। হাঁয়ে-বিয়েখন নলগাবা। (সুৰ সলায়) এতিয়া দেখিছো আমাৰ খান্দানত এটা কেলেংকাৰী বৈ যাব। আমিতো ৰজা নহয়। শ্বাহেনশ্বাহ নহয়। সিহঁত বাদশ্বাহ — সিহঁতে যিমান কচুৰ নকৰক, সাত খুন মাফ। কিন্তু আমাৰতো নহ'ব। আমাৰ কচুৰ কচুৰেই। সেইবাবে কথাটো ইমান দূৰলৈকে আগবাঢ়িলে যেতিয়া আমি সাৱধানে থকাই ভাল।

ৰাবেয়া : ঠিক আছে মই তাইৰ মন বুজিবলৈ চেষ্টা কৰিম।

আজিজ : এতিয়া দেখিছোঁ বাটে-ঘাটে ওলাব নোৱাৰিম।

ৰাবেয়া : কিয় ওলাব নোৱাৰিম!

আজিজ : এনে কাণ্ড জানো অন্দৰ মহলৰ মাজত আবদ্ধ হৈ থাকিব!

ৰাবেয়া : আমাৰ ছোৱালীয়ে কি কৰিছে, কি কৰা নাই; তাক লৈ আনৰ মূৰ ঘোলা কৰাৰ কাৰণ কি?

আজিজ : সমাজত বাস কৰিছোঁ যেতিয়া সমাজৰ আদব-কায়দা মানি নচলিলে হ'বনে? গাভৰু ছোৱালীয়ে বাটে-পথে, ঘৰে-বাহিৰে প্ৰেম কৰিব আৰু সমাজৰ মানুহে মূৰ গুজি বহি থাকিব?

ৰাবেয়া : প্ৰেম কৰিছে, কৰিছে আৰু, তাৰ পৰা কি হ'ল ? অঁ, আমাৰ ছোৱালী চাহজাদা কায়েছৰ লগত বিয়া দিম। **(সুৰ সলাই আজিজক উদ্দেশ্য কৰি)** জোনাব, কায়েছৰ লগত লায়লাৰ বিয়া দিলে কেনেকুৱা হ'য় ?

আজিজ : কি ! কি কথা কৈছা বেগম ? আমি সামান্য সদাগৰ আৰু কায়েছ চুলতানৰ পুত্ৰ। আমাৰ ছোৱালীক বিয়া কৰাব কি গৰজত !

ৰাবেয়া : দুনিয়াত এনে ঘটনা বহুত হৈছে। ক'ত পানীভাৰী, খৰিভাৰী, বান্দী-বেটি ৰাজৰাণী হৈছে; আমাৰ ছোৱালীয়ে কিয় নোৱাৰিব ?

আজিজ : তুমি বুজা নাই বেগম, সেইবোৰ বাদশ্বাহ, নবাবসকলৰ খেয়াল খুচি। সিহঁতৰ স'তে আমি জানো তাল মিলাব পাৰিম ! তাতে চুলতানৰ পুত্ৰৰ খেয়াল, আজি তোমাৰ ছোৱালীক ভাল পাইছে; আকৌ কালিলৈ আন এজনীক ভাল পাব। সিহঁতৰ মানত নাৰী ভোগৰ খেল'না।

ৰাবেয়া : আপোনাৰ যে কথা ! সকলো মানুহ একেই নেকি ? **(সুৰ সলায়।)** আপুনি এটা কাম নকৰে কিয় ? বাদশ্বাহৰ ওচৰলৈ এবাৰ নিজেই গৈ কায়েছৰ লগত লায়লাৰ বিয়াৰ কথা নকয় কিয় ?

আজিজ : কি ! মই বাদশ্বাহৰ ওচৰলৈ বিয়াৰ প্ৰস্তাৱ লৈ উপযাচি যাম ! নাই নাই সেইটো হ'ব নোৱাৰে।

ৰাবেয়া : উপযাচি গ'লৈ কি হ'ল ? ঘৰত যেতিয়া গাভৰু ছোৱালী আছে

আজিজ : তুমি কি কোৱাহে বেগম ! আভিজাত্যৰ গৰ্বত গৰ্বিত বাদশ্বাহ আব্দুলাহ তেওঁৰ একমাত্ৰ পুত্ৰলৈ সামান্য এজন বণিকৰ কন্যাক বিয়া কৰাই নিব ! তুমি বৰ আকাশ কুসুম ৰচনা কৰিছা।

ৰাবেয়া : এবাৰ গৈ চোৱাতনো কি আপত্তি আছে ?

আজিজ : আপত্তি অৱশ্যে নাই।

ৰাবেয়া : তেতিয়াহ'লে আপুনি এবাৰ যাওক।

আজিজ : যাওঁ বুলিয়েতো যাব নোৱাৰি।

ৰাবেয়া : মোৰেই কচম এবাৰ যাওক।

আজিজ : ছেঃ বেগম, তুমি মোক বৰ বিপদত পেলালা। অৱশ্যে, ছোৱালী যদি এই বিয়াতে সুখী হয়; তেতিয়াহ'লে বাপেক হৈনো মই বাধা দিওঁ কিয় ? কন্যা যাতে সুখী হয় তাৰ চেষ্টা কৰাতোৱেই পিতাকৰ কৰ্তব্য।

## দ্বিতীয় দৃশ্য

**বাদশ্বাহ আব্দুলাহৰ বৈঠকখানা।**
**বাদশ্বাহ আৰু তেওঁৰ পত্নী আলেয়াই কথা পাতি থাকে।**

আব্দুলাহ : বেগম চাহেবা, বহু বছৰৰ আগৰ এটা কথা তোমাৰ মনত আছেনে?

আলেয়া : কি কথা জাহাপনা?

আব্দুলাহ : কায়েছৰ জন্মৰ দুদিনমানৰ পাছতে নজ্জমিয়ে গণনা কৰি কি কৈছিল?

আলেয়া : আছে জাহাপনা। কায়েছ সন্যাসী হ'ব। মজনু হ'ব। (**সুৰ সলায়।**) নাই, নাই জাহাপনা, এইবোৰ কথা উলিয়াই মোৰ মাতৃ হৃদয়ত বেদনাৰ খঞ্জৰ বহুৱাই নিদিব।

আব্দুলাহ : পিতৃ হৈ মই জানো সেই বেদনা সহ্য কৰিব পাৰোঁ! আজি অলপ দিনৰ পৰা কায়েছক লক্ষ্য কৰিয়েই মই এই কথা ক'বলৈ বাধ্য হৈছোঁ। সি ল'ৰাটো অনবৰত অন্যমনস্ক হৈ থাকে। অনবৰত চিন্তাৰে তাৰ মুখমণ্ডল আৱৰি থাকে।

আলেয়া : জাহাপনা, কায়েছক আলৈপচান ধৰা দেহৰক্ষী আবুক মাতি কথাটো সুধি চাওক। আবুয়েহে কায়েছৰ বিষয়ে ভালদৰে জানিব।

আব্দুলাহ : নজ্জমিৰ কথায়ে যদি সচা হয়!

আলেয়া : জাহাপনা, এইবোৰ কথা আপুনি মুখলৈ নানে যেন।

আব্দুলাহ : নাজানো তক্দিৰত কি আছে! যদি সচাই কায়েছ মজনু হয়, তেতিয়াহ'লে আমি জীয়াই কি কৰিম! আমাৰ এই বিৰাট সম্পতি, এই বিশাল সম্রাজ্য কাৰ বাবে? কোনে এইবিলাক ভোগ কৰিব?

আলেয়া : আপুনি এবাৰ আবুক মাতি আনি কথাটো সোধক। সি আমাৰ ইমানদাৰী কৰ্মচাৰী।

আব্দুলাহ : আঁ। (**ভিতৰলৈ চাই মাতে।**) আবু, আবু — জানা বেগম, যেতিয়া কায়েছ মক্তবত পঢ়ি আছিল, তেতিয়া মক্তবৰ মৌলবীয়ে কৈছিল কায়েছ এইখন দুনিয়াৰ বাবে পয়দা হোৱা নাই।

**কিছু সময়ৰ পাছত আবুয়ে আহি বাদশ্বাহক কুৰ্ণিছ দিয়ে।**

আবু : জাহাপনা-এ-আলম গুস্তাফি মাফ! বান্দাৰ কুৰ্ণিছ কবুল কৰক।

আব্দুলাহ : আবু, কায়েছ নেক চালামতে আছেনে?

আবু : জাহাপনা, চাহজাদা - - -!

আব্দুলাহ : তুমি মন কৰিছানে আবু, আজি দুদিন মানৰ পৰা কায়েছ অন্যমনস্ক হৈ আছে। নানানটা আজব চিন্তা কৰি থাকে। কিবা কিবিবোৰ চিন্তা কৰি থাকে। তাৰ মুখলৈকে চাবলৈকে ভয় লগা হৈছে।

আলেয়া : আবু, তোমাৰ ওপৰতেই কায়েছৰ সকলো দায়িত্ব চমজাই আমি নিচিন্ত হৈ আছোঁ।

আবু : তেনে পৰিৱৰ্তন মই লক্ষ্য কৰা নাই। অৱশ্যে, কায়েছ মক্তবত পঢ়াৰ দিনৰে পৰা অলপ ভাবুক। যাৰ বাবে লগৰ সমনীয়াই মজনু বুলি জোকায়।

আলেয়া : অকল সমনীয়াই নহয়, আজিকালি বাটৰ বাটৰুৱাইও মজনু বুলিহে মাতে।

আবু : ময়ো শুনিছোঁ বেগম চাহেবান! চাহজাদায়ো বোলে মজনু বুলি মাতিলেহে ভাল পায়।

আব্দুলাহ : হে খোদা! তোমাৰ মহিমা বুজা টান! যোৱা আবু, তোমাৰ ওপৰতেই আমাৰ খান্দানৰ একমাত্ৰ চিৰাগ কায়েছৰ দায়িত্ব দিলোঁ।

আবু : ইন্‌চাহ আল্লাহ! জাহাপনাৰ হুকুম বান্দাই তামিল কৰিব। মই আহো জাহাপনা — আদাব বেগম চাহেবা — (**আব্দুলাহক**) আদাব-আদাব।

**কুৰ্ণিছ দি প্ৰস্থান। আব্দুলাহই আবু যোৱাৰ ফালে চাই চাই কিবা ভাবি থাকে। ভাৱত বিভোৰ হৈ তেওঁ ক'ব-**

আব্দুলাহ : চাওঁ আমাৰ নচিবত কি আছে। আৰু এটা কথাই মোক চিন্তাত পেলাইছে।

আলেয়া : কি।

আব্দুলাহ : মোৰ ৰাজ্যৰ সামান্য এজন বণিকৰ ছোৱালীক কায়েছে হেনো ভাল পায়।

আলেয়া : ঘুনুক-ঘানাককৈ কথাটো মোৰ কাণতো পৰিছে। কায়েছ, লায়লা নামৰ এজনী ছোৱালীৰ বাবে বলিয়া হৈ পৰিছে। সেইজন কোন বণিক, মাতি আনি ৰীতি অনুযায়ী কাঢ়া শাসন কৰিব।

আব্দুলাহ : তাকে কৰিব লাগিব।

**এজন প্ৰহৰী সোমাই আহি, কুৰ্ণিছ দিয়ে।**

প্ৰহৰী : জাহাপনা-এ -আলাম, গোস্তাফি মাফ। বান্দাৰ কুৰ্ণিছ কবুল কৰক।

আব্দুলাহ : কবুল। কিবা পয়গাম আছে?

প্ৰহৰী : জাহাপনাৰ নেক বান্দা,এজন ওমৰ আৰু এজন খলিফাই চালাম পেছ কৰিছে।

আব্দুলাহ : আহিব দে।

প্ৰহৰী : যি হুকুম জাহাপনা।

**কুৰ্ণিছ দি প্ৰহৰীৰ প্ৰস্থান।**

আলেয়া : জাহাপনা, ময়ো অন্দৰ মহললৈ যাওঁ। আপুনি মেহমানৰ লগত আলাপ কৰক। একেবোৰ কথাকে চিন্তা কৰি নাথাকিব।

**আলেয়া যায়। আব্দুলাহ আকৌ চিন্তাত বিভোৰ হয়। খন্তেকৰ পিছতে ওমৰ আৰু খলিফাৰ প্ৰৱেশ।**

খলিফা,ওমৰ : **(একেলগে)** জাহাপনা - এ - আলম, গোস্তাফি মাফ। আমাৰ কুৰ্ণিছ কবুল কৰক।

আব্দুলাহ : আহক, আহক ওমৰ, আহক খলিফা, কি পায়গাম আনিছে ফৰমাইছ কৰক।

ওমৰ : তেনে কোনো পায়গাম নাছিল জাহাপনা।

খলিফা : আপোনাৰ খবৰ এটা কৰি যাও বুলি আহিলোঁ।

আব্দুলাহ ঃ তছৰিফ লওক।

দুয়ো বহে।

ওমৰ ঃ শুনিবলৈ পাইছোঁ আজি কিছুদিনৰ পৰা আপোনাৰ মন-মেজাজ বৰ ভাল নহয়।

খলিফা ঃ সেই বাবেই ভাবিলো বাদশ্বাহৰ খবৰ এটা লৈ আহোঁ আৰু অলপ মেহফিল জমাই আহোঁ।

আব্দুলাহ ঃ ভাল কৰিলে, ভাল কৰিলে - নক'ব আৰু মোৰ মন মেজাজৰ কথা। কায়েছে মোক বৰ চিন্তাত পেলাইছে।

ওমৰ ঃ চাহজাদাই চিন্তাত পেলাইছে!

আব্দুলাহ ঃ তাৎক্ষণিকভাৱে সেই বিষয় প্ৰকাশ কৰাৰ ইচ্ছা নাই জনাব।

ওমৰ ঃ তেতিয়াহ'লে থাকক। সেই কথা সুধি শ্বাহেনশ্বাহৰ মনত আঘাত দিব নিবিচাৰোঁ।

খলিফা ঃ গুস্তাফি নধৰিলে বান্দাই এটা কথা পেছ কৰিব বিছাৰে।

আব্দুলাহ ঃ পেছ কৰক।

ওমৰ ঃ বাদশ্বাহে বান্দাক অভয় দিয়ক।

আব্দুলাহ ঃ নিৰ্ভয়েৰে পেছ কৰিব পাৰে।

খলিফা ঃ কায়েছ আৰু লায়লাৰ প্ৰেমৰ কথা আপুনি নিশ্চয় শুনিছে।

আব্দুলাহ ঃ এৰা! এই ঘটনাই মোক ব্যতিব্যস্ত কৰি তুলিছে।

ওমৰ ঃ স্বাভাৱিক, ইয়াত আপোনাৰ মান-মৰ্যাদাৰ কথা আছেতো!

খলিফা ঃ ঘটনাটো ৰাজ্যত বেয়া ধৰণে ওলাইছে।

ওমৰ ঃ লোকে কয়; - কায়েছ, লায়লাৰ বাবে মজনু হৈ গৈছে।

আব্দুলাহ ঃ জানে জনাবসকল, মই একো উপায় পোৱা নাই। কায়েছক লৈ মই এতিয়া কি কৰোঁ!

খলিফা ঃ আমি বাদশ্বাহৰ ভালতোহে বিচাৰোঁ।

ওমৰ ঃ এই ভাবে কু-ৰটনা ৰতিলে আপোনাৰ ৰাজ্যত কালিমা পৰিব।

খলিফা ঃ তাতে জাহাপনা, পাৰস্যৰ শ্বাহৰ লগত আপোনাৰ ঘৰানাৰ যি সম্বন্ধৰ কথা উঠিছে, তাত এই ঘটনাই বাধাৰ সৃষ্টি কৰিব পাৰে!

ওমৰ ঃ আৰু কায়েছৰ কি নাইকিয়া হৈছে! হা - কি কয় জোনাব খলিফা-

খলিফা ঃ হয়, হয়- অলবত।

ওমৰ : ইচ্ছা কৰিলে বাদশ্বাহৰ পুত্ৰই শত-সহস্ৰ প্ৰেমিকা পুহিব পাৰে, উপভোগ কৰিব পাৰে — নে কি কয়?

খলিফা : পাৰে, পাৰে অলবত পাৰে।

ওমৰ : মাত্ৰ ৰাজনীতিৰ খাতিৰত প্ৰকাশ্যভাৱে চাহজাদাই বংশ-মৰ্যাদা মানি চলিলেই হ'ল।

আব্দুলাহ : মই ইয়াৰ উপযুক্ত ব্যৱস্থা ল'ম! কোন সেই বণিক, কোন সেই হাচিনা নীলপৰী — সিহঁতক মই চাই ল'ম।

খলিফা : কোন হ'ব আৰু? সেই নগন্য অধম সদাগৰ আজিজ, — লায়লা তাৰ ছোৱালী।

আব্দুলাহ : প্ৰেমত অনেক মানুহ পৰে। আৱহমান কাল ধৰি বহু মানুহ প্ৰেমত পৰি আহিছে। কিন্তু মোৰ পুত্ৰৰ দৰে প্ৰেমত মচগুল হৈ মজনু হোৱা দেখা নাই, শুনা নাই।

ওমৰ : ইয়াত কিবা ষড়যন্ত্ৰ আছে যেন পাওঁ।

আব্দুলাহ : ষড়যন্ত্ৰ!

ওমৰ : এৰা ষড়যন্ত্ৰ।

খলিফা : শ্বাহেনশ্বাহ, হয়তো কায়েছক যাদু মন্ত্ৰৰে বশ কৰি আপোনাৰ মচনদ্ দখল কৰিবলৈ এটা সংগোপন কৌশল চলিছে!

আব্দুলাহ : হয়তো হ'ব পাৰে! ইয়াৰ ব্যৱস্থা এটা নিশ্চয় কৰিব লাগিব। মই অতি সোনকালে বণিকজনক দৰবাৰলৈ মাতি পঠাম।

**এনেতে প্ৰহৰীয়ে আহি কুৰ্ণিছ দিয়ে।**

প্ৰহৰী : জাহাপনা-এ-আলম, গোস্তাখি মাফ। বান্দাৰ কুৰ্ণিছ কবুল কৰক।

আব্দুলাহ : কি পায়গাম আছে, পেছ কৰিব লাগে।

প্ৰহৰী : বণিক আজিজ চাহাব জাহাপনাৰ দৰ্শন প্ৰাৰ্থী।

আব্দুলাহ : কি!

খলিফা : আপুনি আৰু আজিজক মতাই আনিবলগীয়া নহ'ল জাহাপনা। তেওঁ নিজেই আহিল।

ওমৰ : ভালেই হ'ল। আল্লাহোতাল্লাহই যি কৰে ভালেই কৰে।

আব্দুলাহ : **(প্ৰহৰীক)** ভিতৰলৈ আহিবলৈ দে।

প্ৰহৰী : বান্দাই হুকুম পালন কৰিব।

**প্ৰহৰী অহাৰ দৰে কুৰ্ণিছ জনাই প্ৰস্থান কৰে।**

আব্দুলাহ : তাজ্জুব! সি নিজে আহি মোৰ প্ৰাসাদ পালে।

ওমৰ : ইয়াকে কয় - নিজৰ মৌত, নিজে মাতি অনা।

খলিফা : জাহাপনা, আপুনি অলপ ভালদৰে শুনাই দিব।

**আজিজে প্ৰৱেশ কৰি কুৰ্ণিছ দিয়ে।**

আজিজ : জাহাপনা-এ-আলম, গোস্তাখি মাফ। বান্দাৰ কুৰ্ণিছ কবুল কৰক। জাহাপনাৰ ওচৰত এটি আৰ্জু আছে।

আব্দুলাহ : আৰ্জু পেছ্ কৰা।

আজিজ : জাহাপনা, মই এজন আপোনাৰ গৰিব বান্দা। ব্যৱসায়-বাণিজ্য কৰি জীৱন নিৰ্বাহি কৰোঁ। এটা গুৰুতৰ আৰ্জু লৈ আপোনাৰ ওচৰ পাইছোহি।

খলিফা : এইজনেই সেইজন বণিক নহয় জানো, লায়লা নামৰ যে এজনী পৰী ৰাণী পইদা কৰিছে!

ওমৰ : অঁ, অঁ সেইজনেই নিজৰ সুন্দৰী ছোৱালীৰ ফান্দ পাতি, বাদ্শাহৰ মচনদ্ ল'বলৈ চেষ্টা কৰিছে।

খলিফা : বণিক যি বণিকেই, একেবাৰে ব্যৱসায়। সকলোতে বাণিজ্য।

**ওমৰ আৰু খলিফাই হাঁহে। আজিজ কিংকৰ্তব্যবিমূৰ হৈ পৰে।**

আব্দুলাহ : কোৱা, তোমাৰ আৰ্জু কি?

আজিজ : মই জানো জাহাপনা, যিটো আৰ্জু লৈ আপোনাৰ কাষলৈ আহিছোঁ; সেই আৰ্জুত আপুনি সন্তুষ্ট হ'ব নোৱাৰে। কিন্তু আপোনাৰ বন্দেগী নিৰুপায়, সেয়েহে আপোনাৰ শৰণাপন্ন হৈছোহি। কাৰণ মই ছোৱালীৰ পিতৃ। শুনিছোঁ আপোনাৰ পুত্ৰই মোৰ কন্যাক স্নেহ - - -

আব্দুলাহ : খামুচ! বে-চৰম, বে-হায়া! বাপেক হৈ এই কথা প্ৰকাশ্যে স্বীকাৰ কৰিবলৈ চৰম নালাগে! মই চব জানো, এয়া তোমাৰ চক্ৰান্ত। ভাবিছা ছোৱালীৰ ৰূপৰ বেহা কৰি মোৰ একমাত্ৰ ল'ৰাক ভুলাই হাত কৰিবা। তোমাক মই সাৱধান কৰি দিলোঁ, এই সম্পৰ্কে আৰু কোনো কথাই যেন মই নুশুনো। ইমান বে-আদবী ভাল নহয়। তোমাৰ ছোৱালীয়ে বাটে-ঘাটে কেলেংকাৰী কৰি ফুৰিব আৰু তাকে তুমি ক'বলৈ আহিছা, কেনেকুৱা বাপেক হে তুমি?

**ওমৰ আৰু খলিফাই হাঁহে।**

ওমৰ : আজিকালি ব্যৱসায় বজাৰ মন্দা, সেই বাবে নতুনকৈ ছোৱালী ব্যৱসায়ত হাত দিয়াতো ভালেই হৈছে - - -

**আকৌ ওমৰ আৰু খলিফাই হাঁহে।**

**আজিজ লাজ আৰু অপমানত থাকিব নোৱাৰি, নীৰৱে তাৰ পৰা কুৰ্ণিছ দি আঁতৰি যায়। তাকে দেখি ওমৰ আৰু খলিফাই আকৌ হাঁহে।**

## তৃতীয় দৃশ্য

**অৰণ্যৰ একাংশ।**
**সময় নিশা।**
**কায়েছ আৰু আবু মঞ্চত থাকে।**

আবু : চাহজাদা, এই নিশাখন উন্মাদৰ দৰে আহিবলৈ তোমাৰ কিহে পাইছিল ?

কায়েছ : উন্মাদ ! এৰা উন্মাদ ! **(হাঁহে)** মই উন্মাদ ! মই মজনু ! লায়লা-দিৱানী । লায়লাৰ মজনু ।

আবু : বাদশ্বাহে মোক তোমাৰ দেহ ৰক্ষা কৰিবলৈ ৰাখিছে । এতিয়া মই তোমাৰ প্ৰেম ৰক্ষা কৰিবলৈ এই নিশাখন অৰণ্যলৈ আহিছোঁ । ব'লা চাহজাদা, ইয়াত লায়লাৰ বাবে বৈ লাভ নাই ।

কায়েছ : আবু, লায়লা নহাকৈ নাথাকে ।

আবু : দুই ঘাৰাণাৰ মাজত ইমান বাধা থকা সত্ত্বেও তোমালোকৰ প্ৰেম-

কায়েছ : যি কোনো বাধাই আমাৰ প্ৰেম-বন্ধনক আৰু নিবিড় কৰি তোলে । পাহাৰ-পৰ্বতৰ পৰা নিজৰা যেতিয়া নিম্নভূমিলৈ নামি আহে, তেতিয়া নিজৰাই যিমান বাধা পাই; সিমানে নিজৰা বেগৱতী হয় । সিমানে প্ৰবল হয় । গতি তীব্ৰতাৰ পৰা তীব্ৰতৰ হয় । **(আবুৰ হাত এখন নিজৰ বুকুত থৈ লয় ।)** আবু, এয়া চোৱা - কি অনুভৱ কৰিছা ?

আবু : ধপ্ ধপ্ কৰিছে !

কায়েছ : কি ধপ্ ধপ্ কৰিছে ?

আবু : চাহজাদাৰ হৃদয় !

কায়েছ : ভুল । মোৰ নহয় । লায়লাৰ হৃদয় । মোৰ এই দেহৰ ভিতৰত ধপ্ ধপ্ কৰিছে লায়লাৰ হৃদয় ।

আবু : হয় ।

কায়েছ : কি হয় ! মোৰ দেহৰ ভিতৰলৈ লায়লাৰ হৃদয়ৰ ধপ্ ধপনি কিয় আহিলে ?

আবু : জানো ক'ব নোৱাৰোঁ ।

কায়েছ : বে-আক্কল কʼৰবাৰ! কʼব নোৱাৰা! মোৰ হৃদয়ৰ লগত লায়লাৰ হৃদয় একাত্ম হৈ গৈছে। সেইবাবেই লায়লাৰ হৃদয়ৰ ধপ্ ধপনি মোৰ হৃদয়ৰ মাজলৈ সোমাই গৈছে।

আবু : হʼব পাৰে।

**কায়েছে আবুক নিজৰ মুখৰ ফাললৈ ঘূৰাই লয়। দুয়ো মুখামুখি হয়। চকুৱে চকুৱে চায়।**

কায়েছ : কোৱা, মোৰ এই দুচকুৰে মই কি দেখিছোঁ।

আবু : মোৰ চকু, মুখ আৰু ডাঢ়িখিনি।

কায়েছ : পাঁজী! বদমাইচ! মোৰ চকুৰ সন্মুখত মই লায়লাৰ বাদে যে একোৱেই নেদেখো সেয়া তোমাক হাজাৰ বাৰ কৈছোঁ।

আবু : হʼব পাৰে, তুমি কোৱা মই শুনিছোঁ। হাজাৰ বাৰো হʼব পাৰে তাতোতকৈ বেছিও হʼব পাৰে। এৰা হয়, শুনি শুনি আমনি লাগিছে।

কায়েছ : আমনি লাগিলেও কʼম। আৰু কʼম। যিমান দিন জীয়াই থাকিম সিমান দিন কৈ থাকিম। যিমান দিন এই দুচকু মুদ নাখাই, সেই দিনালৈকে মই মোৰ চকুৰে লায়লাৰ বাহিৰে একোৱেই নেদেখোঁ। বুজিলা?

আবু : বুজিলোঁ। পিছে এতিয়া নিশা বহুত হʼল। তুমি লায়লাৰ জপ কৰি থাকা, মই যাওঁ। নহʼলে বাদশ্বাহে তোমাক বিচাৰি হুলস্থূল লগাওক। মইহে তাৰ কিবা এটা ব্যৱস্থা কৰিব লাগিব। তোমাৰ লগতে মই কিন্তু নিশাখন সাৰে থাকিব নোৱাৰোঁ।

কায়েছ : তুমি যাব নোৱাৰা। আজি নিশা সকলোৱেই সাৰে থাকিব লাগিব। দেখা নাই, মোৰ লগত আকাশৰ জোন সাৰে আছে, তৰা সাৰে আছে, অৰণ্য সাৰে আছে, নিশাৰ আন্ধাৰ সাৰে আছে আৰু সাৰে আছে হাস্নাহানা। (**প্ৰায় চিঞৰি।**) লায়লা; লায়লা-তোমাৰ দুচকুৰ নীলিমেৰে গোটেই আচ্মান নীলা হৈ পৰিছে। সেই নীলাত তৰাফুল বছা, তৰাবোৰ আনি তোমাৰ বাবে কণ্ঠহাৰ গুঁঠি দিম। জোনৰ পৰা তিল তিলকৈ সুষমা আনি তোমাৰ সৰ্বাংগ শৰীৰৰ অংগে অংগে বিয়পাই দিম। তোমাৰ কʼলা চুলিত এই নিশাৰ আন্ধাৰৰ নিবিড়তাখিনি জমা কৰি ৰাখিম। আদিম ফকীৰৰ দৰেই মই তোমাৰেই বন্দনা কৰিম।

আবু : হায় আল্লাহ! শুনিছোঁ প্ৰেমত মজনু হয়। এইদৰে মজনু হয় বুলি জনা নাছিলো। বাৰু চাহজাদা, ইমান উদ্বাউল হোৱাৰ কাৰণ কি? ঠিক আছে শ্বাহেনশ্বাক কৈ লায়লাৰ লগত তোমাৰ বিয়াৰ ব্যৱস্থা কৰি দিম।

কায়েছ : কি? সচা! আবু, তুমি আব্বাজানৰ আগত আমাৰ কথা উলিয়াবা?

আবু : উলিয়াম। নুলিয়ালে জানো ৰক্ষা আছে! বাৰু চাহজাদা মই এতিয়া যাওঁ।

কায়েছ : যোৱা।

আবু যায়। কায়েছে ইফালে সিফালে ঘূৰি ঘূৰি আৰু চাৰিওফালে প্ৰায় চিঞৰি চিঞৰি কয়।

কায়েছ্য : লায়লা! লায়লা! তোমাৰ বাবে মই বৈ আছোঁ। তুমি মোৰ কাষলৈ নহা পৰ্যন্ত বৈ থাকিম। বৈ থাকিম মই কেৱল তোমাৰ বাবেই যুগ যুগান্ত।

লাহে লাহে কায়েছে গছৰ পাত ছিঙি পাতত, মাটিত কিবা কিবি লিখে। এনেতে ৰৌচন সোমাই আহি কায়েছে লিখাবোৰ এটা এটাকৈ চায়। কায়েছে লিখাত ইমান ধ্যানমগ্ন যে ৰৌচন অহাতো গমকে নাপায়।

ৰৌচন : বাঃ চমৎকাৰ্! চমৎ কাৰ্! কি হে লায়লা দিৱানী। গছে-পাতে, মাটিয়ে সকলোতে লায়লা, লায়লা, লায়লা- কেৱল লায়লাৰ নাম।

কায়েছ্ : লায়লা মোৰ হৃদয় স্পন্দন। চকুৰ পলক। ধ্যান -ধাৰণা সকলো। লায়লাৰ নাম মোৰ দিলত - হৃদয়ত লিখা আছে। আৰু মই লায়লাৰ নাম আকাশে-বতাহে, পাহাৰে-পৰ্বতে, মৰুৰে-সাগৰে লিখি যাম।

ৰৌচন : লাভ নহ'ব মজনু। মই থকোতে তই লায়লাক লাভ কৰিব নোৱাৰ।

কায়েছ ঃ তুমি কি? স্বয়ং খোদা আহি আমাৰ মিলনত বাধা দিব নোৱাৰে।

ৰৌচন ঃ মক্তবত পঢ়াৰ দিনৰ পৰাই তই লায়লাক ভুলাই আহিছ। কিন্তু মই ইমান সহজে এৰি দিয়া বিধৰ নহয়। ময়ো আমিৰৰ পুত্ৰ। লায়লাক মই বিয়া কৰায়েই এৰিম।

কায়েছ ঃ (হাঁহে)

ৰৌচন ঃ মই লায়লাক বিয়া কৰাব নোৱাৰিলেও তোৰ পৰা বিচ্ছেদ কৰাইহে এৰিম। (**হাঁহি, হাঁহি মাটিত লিখি থোৱা লায়লাৰ নামবোৰ মোহাৰে।**) এইবোৰ - এইবোৰ —

**এনেতে বুঢ়া দৰবেজ বেশ ধৰি লায়লা সোমাই আহি দূৰৈৰ পৰা চাই থাকে। কায়েছে ৰৌচনক লায়লাৰ নামবোৰ ভৰিৰে মোহৰাত বাধা দিয়ে। ৰৌচনে বাধা নামানে। দুয়ো দবৰা দবৰি লাগে। একোবাৰত কায়েছে ৰৌচনৰ ডিঙিত চেপি ধৰে। ৰৌচনে যন্ত্ৰণাত ছট্‌ফটাই। কায়েছে এৰি দিয়ি। ৰৌচন কায়েছৰ হাতৰ পৰা মুক্ত হৈ নিজকে ঠিক কৰে।**

ৰৌচন ঃ মই চাই লম মজনু! তোক প্ৰকৃত শিক্ষা দিব লাগিব। মোৰ নাম ৰৌচন। ময়ো আমিৰৰ পুত্ৰ।

**ৰৌচন আঁতৰি যায়। লায়লাৰ লগত বাট-ভেটা হয়।**

ৰৌচন ঃ কোন! কি লাগে?

**লায়লাই হাতেৰেই আৰু চকুৰ ইংগিতেৰে খোদাৰ ভক্ত এজন দৰবেজ বুলি প্ৰকাশ কৰে।**

ৰৌচন ঃ অ' দৰবেজ! ক'ত যায় বুজুৰ্গ?

**লায়লাই আকৌ ইংগিতেৰে খোদাক বিচাৰি যোৱা বুলি দেখুৱায়।**

ৰৌচন ঃ ঠিক আছে।

**ৰৌচন কিছু আঁতৰি গৈ, কিবা সন্দেহ কৰি হাবিৰ জোপোহাৰ আঁৰত লুকায়। লায়লা কায়েছৰ ওচৰলৈ আহি দৰবেজৰ বেশ সলায়।**

কায়েছ ঃ লায়লা!

লায়লা ঃ কায়েছ ।

**দুয়ো আলিংগন কৰে। আলিংগন মুক্ত হৈ কায়েছে এপাহ গোলাপ লায়লাৰ মূৰত গুজি দিয়ে। আধা খোৱা খেজুৰ এডোখৰ লায়লাক দিয়ে। লায়লাই খেজুৰ খায়।**

লায়লা ঃ কায়েছ, তুমি দেখিছোঁ কম নোহোৱা। তুমি অকল প্ৰেমিক নোহোৱা, এজন বীৰো। মই ভাবিছিলোঁ তুমি এজন আপোন্ ভোলা প্ৰেমিক মজনু। এতিয়া দেখিছোঁ তোমাৰ খঙো আছে। ৰৌচনক যি শিক্ষা দিলা — **(হাঁহে)**

**সিহঁতে নেদেখাকৈ ৰৌচন হাবিৰ মাজৰ পৰা ওলায় সিহতঁক চায়। ইংগিতেৰে সিহতঁৰ মিলনৰ কথা কাৰোবাক লগাই দিয়াৰ ভাব প্ৰকাশ কৰে। ৰৌচন কোবেৰে ওলাই যায়।**

কায়েছ ঃ তোমাক অৱহেলা কৰাটো মই সহ্য কৰিব নোৱাৰোঁ। সি ইমান নিৰ্মমভাৱে, কিদৰে লিখি থোৱা তোমাৰ নামৰ আখৰকেইটা ভৰিৰে মোচি দিছে!

লায়লা ঃ **(চিন্তা কৰি)** কায়েছ, প্ৰেম কৰিলো বুলিতো আমি কোনো গুণাহ কৰা নাই! তেতিয়াহ'লে আমাৰ প্ৰেমত ইমান বাধা কিয়? কি ভাল পায়, তোমাৰ ওচৰৰ পৰা মোক বিচ্ছেদ কৰায়। কি আনন্দ পায় আমাৰ বিৰহৰ ছট্‌ফটনি চায়!

কায়েছ ঃ **(হুমুনীয়া কাঢ়ি।)** এৰা! **(সুৰ সলায়।)** জানা লায়লা, তোমাক যেতিয়া তোমাৰ ঘৰত আবদ্ধ কৰি ৰাখে; তেতিয়া মোৰ ভাব হয় - তুমি যেন কান্দি আছা।

লায়লা ঃ হয় কায়েছ, মই কান্দি থাকোঁ।

কায়েছ ঃ মোৰ চকুত ভাহি আহে ক'লা কুন্তল ভৰা এখনি ম্লান বিষন্ন মুখ, যিখনি মুখৰ প্ৰতি লোমকূপে কূপে মোৰ ওঁঠৰ কোমল স্বাক্ষৰ বিদ্যামান। তেতিয়া যেন মই কেৱল শুনো, তোমাৰ প্ৰাণ-আকুল কৰা এক ক্ৰন্দনৰ বিষাদ সুৰ যেন তুমি মোৰ নাম ধৰি ধৰি চিঞৰি চিঞৰি মাতিছা; - কায়েছ, কায়েছ - - -

লায়লা ঃ সচা কায়েছ, মই চিঞৰোঁ। মই বিৰহতছটফটাই চিঞৰোঁ; কায়েছ-কায়েছ - কায়েছ - মোৰ লগে লগে বন্ধ দুৱাৰ - খিৰিকীয়ে চিঞৰে, বাহিৰৰ আকাশ-বতাহে চিঞৰে। মোৰ চিঞৰ অ'ত, ত'ত ঠেকা খাই প্ৰতিধ্বনি হয় - কায়েছ - কায়েছ - কায়েছ - -

কায়েছ ঃ মোৰ চেতনাৰ পৰিধিত তোমাৰ বাহিৰে একোৱেই নাহে। হয়তো প্ৰেম এনে এটা অনুৰাগ, অনুভূতি, যি এবাৰ হৃদয়ত আকুলতা স্থাপন কৰে — তেনেজনৰ দুচকুত কেৱল প্ৰেমাস্পদই জগতৰ শ্ৰেষ্ঠতম কাম্য বস্তু হৈ উঠে।

লায়লা ঃ আমাৰ দেহাক জোৰ কৰি কোনোবাই শৃংখলিত কৰিব পাৰে, কিন্তু সিবিলাকে নাজানে যে মন তেতিয়া আৰু চঞ্চল হৈ উঠে। দেহেৰে যি ভোগ কৰা নহয়, মনেৰে তাক শতগুণে বেছি অনুভৱ কৰিব পাৰি-বেছি স্বাদ গ্ৰহণ কৰিব পাৰি।

**দুয়ো পবিত্ৰ আৰু নিষ্পাপ প্ৰেমত আনমনা হৈ যেন আবেগত প্ৰায় চিঞৰি চিঞৰি কয়।**

কায়েছ, লায়লা ঃ **(একেলগে)** আমাৰ ভাল পোৱা, আমাৰ প্ৰেম অপৰাজেয়। আমি সকলো বাধা-বিঘিনি অতিক্ৰমি আমাৰ প্ৰেম চাৰা জাহান বিয়পাই দিম। আমি অপৰাজেয়।

**দুয়ো যেন প্ৰেম সাগৰত উটি-ভাহি ফুৰে। শূন্যত যেন উৰি উৰি গৈ থাকে৷ প্ৰেমৰ বাহিৰে সংসাৰত যেন একোৱেই নাই। এনে ভাবত অংগী ভংগী কৰি আপোন-পাহৰা হয়। এনেতে আজিজ, বৌচন আৰু এজন গোলাম আহে। আহিয়েই কায়েছক মাৰধৰ কৰে। কায়েছক মাৰপিত কৰাত লায়লাৰ গাত প্ৰতিক্ৰিয়া হয়।**

আজিজ ঃ চাহজাদা, বাপেৰৰ ওচৰলৈ গৈ মই অপমানিত হৈছো। মই তাৰ প্ৰতিশোধ ল'ম। মোৰ ছোৱালীক পাগল কৰিলি।

**তিনিও মিলি কায়েছক আকৌ মাৰধৰ কৰে।**

লায়লা ঃ **(যন্ত্ৰণাত)** আঃ, আব্বাজান! কায়েছক নামাৰিবা। কায়েছক মাৰিলে যে মই যান্ত্ৰণা অনুভৱ কৰোঁ।

আজিজ ঃ কি! ই কেনেকৈ সম্ভৱ!

কায়েছ ঃ সম্ভৱ। ই সম্ভৱ। খোদাবন্দ কৰিমৰ আমি এক অনন্য সৃষ্টি। এক আত্মাৰে-ৰুহেৰে গঢ়া আমি দুটা প্ৰাণী। আমি অভিন্ন। আমি একক।

আজিজ ঃ মনে মনে থাক! ই হ'ব নোৱাৰে, ই হ'ব নোৱাৰে! **(গোলামক)** ব'ল, লায়লাক ইয়াৰ পৰা লৈ ব'ল। **(নিজে নিজেই পাগলৰ দৰে।)** নাই, নাই ই সম্ভৱ হ'ব নোৱাৰে! লৈ ব'ল, লায়লাক লৈ ব'ল।

**গোলামে লায়লাক জোৰ কৰি টানি লৈ যায়। আজিজ আৰু বৌচনৰ প্ৰস্থান। কায়েছে লায়লাক লৈ যোৱাৰ ফালে কৰুণ দৃষ্টিৰে চাই থাকে।**

## চতুৰ্থ দৃশ্য

**বাদশ্বাহ আব্দুলাহৰ ৰাজ মহল।**

**আব্দুলাহ, আলেয়া আৰু আবু মঞ্চত থাকিব।**

আব্দুলাহ : **(কন্দনামুৰা হৈ)** হে খোদা! তুমি আমাক মদত কৰা! তোমাৰ চৰণত পৰি আৰ্জু কৰিছোঁ, আমাৰ একমাত্ৰ সন্তানক ভাল কৰি দিয়া!

আলেয়া : **(কান্দি, কান্দি।)** খোদা! আমাৰ আৰ্জু কবুল কৰা!

আবু : জাহাপনা, কায়েছ যে মজনু হ'ল সেই কথা গোটেই দেশ জুৰি বিয়পি পৰিল। লায়লাৰ বাবে মজনু হ'ল।

আব্দুলাহ : হায় খোদা!

আবু : দেশৰ মানুহে বজাৰে-সমাৰে মজনু বুলি জোকাই, পাথৰ, মাটিৰ চপৰা আদি দলিয়াই হাৰা শাস্তি কৰে। কায়েছেও দিন নাই, ৰাতি নাই, হাবিয়ে-বননিয়ে উন্মাদৰ দৰে ঘূৰি ফুৰে। লায়লা - লায়লা বুলি চিঞৰে।

আলেয়া : মানুহ ইমান নিষ্ঠুৰ! মোৰ সোণৰ পুতলাক মাৰ পিত কৰে!

আবু : অৰণ্যৰ মাজৰ পৰা কায়েছক বেহুঁছ অৱস্থাত অনা হৈছে। হেকিমে কৈছে, কায়েছ আৰোগ্য হ'ব যদিহে লায়লাক পায়।

আলেয়া : জাহাপনা, আপুনি কায়েছক লায়লাৰ ওচৰলৈ লৈ যাওক।

আব্দুলাহ : সেইটো কি দৰে হ'ব! এদিন মই আজিজক মোৰ মহলৰ পৰা অপমান কৰি পঠাই দিছোঁ। আজি মই কোনখন মুখলৈ আজিজৰ ওচৰলৈ যাওঁ? আজিজেতো সেই লাঞ্চনাৰ কথা পাহৰা নাই!

আলেয়া : আল্লাহৰ দোহাই, ল'ৰাটোৰ মুখলৈ চায়; মোৰ মুখলৈ চায়, এইবোৰ সকলো পাহৰি, এবাৰ আপুনি আজিজৰ ওচৰলৈ যাওঁক।

আব্দুলাহ : হে আল্লাহ! এয়া তুমি মোৰ কি ইন্তাহান লৈছা!

**এনেতে কায়েছ থৰক-বৰককৈ সোমায় আহে, পৰিব ধৰে। আবুয়ে কায়েছক ধৰেগৈ। আলেয়া কান্দিবলৈ ধৰে। আব্দুলাহই থিৰে থাকিব নোৱাৰা হয়।**

আবু : চাহজাদা।

কায়েছ : কোন? কোন তুমি?

আবু : **(কান্দি)** মোক চিনি পোৱা নাই মই আপোনাৰ গোলাম, আবু।

কায়েছ : আবু! কোন আবু?

আবু : চাহজাদা আপুনি অসুস্থ!

কায়েছ : লায়লা মোৰ কাষত নাথাকিলে মই অসুস্থ হ'মেই। লায়লা আহিলে মই ভাল হৈ যাম। **(খোজ কাঢ়িব নোৱাৰি পৰি যাবলৈ ধৰে।)** মোৰ ভৰিত কি হৈছে! মই খোজ কাঢ়িব নোৱাৰা হৈছোঁ কিয়?

আবু : তুমি অৰণ্যৰ ভিতৰত ঘূৰি ফুৰাৰ বাবে কাঁইটে বিন্ধি ভৰি জখম কৰিছে।

কায়েছ : **(প্ৰায় চিঞৰি।)** তেতিয়াহ'লে মই লায়লাৰ ওচৰলৈ যাম-কি দৰে? মই যে লায়লাৰ ওচৰলৈ যাবই লাগিব।

আবু : ঔষধ দিয়া হৈছে, ভাল হ'ব।

কায়েছ : ঔষধৰ দৰকাৰ নাই। লায়লাক মাতি দিয়া। লায়লা আহি মোৰ ভৰিত হাত ফুৰাই দিলেই মোৰ যন্ত্ৰণা শেষ হৈ যাব। বিশ্বাস কৰা মোৰ ভাল হৈ যাব।

আলেয়া আৰু

আব্দুলাহ : **(একেলগে কান্দে)** হায় আল্লাহ!

কায়েছ : **(আবুক)** জোনাব আপোনাৰ ওচৰত এটা আৰ্জু আছে, ৰাখিব লাগিব।

আবু : **( কান্দি)** চাহজাদা, মোক চিনি পোৱা নাই।

কায়েছ : কোনো ভয় নাই জনাব, মই পিন্ধি থকা এই পোছাকত তিনিটা স্বৰ্ণ মুদ্ৰা আছে; সেয়া আপোনাক দিব বিছাৰিছোঁ। তাৰ পৰিবৰ্তে আপুনি আপোনাৰ পিন্ধি থকা এই কুৰ্টাটো মোক দিব লাগিব।

আবু : চাহজাদা, গৰিবৰ এই ফটা চোলাৰ মূল্যই বা কি? এইটোৰে আপুনি কি কৰিব?

কায়েছ : এই ৰাজকীয় পোছাকেৰে মোৰ গা বিন্ধিছে। মই যে মানুহ এই পৰিচয়, এই পোছাকে ঢাকি ৰাখিছে। সেয়েহে এই পোছাক খুলি মাটিৰ মানুহ হ'ব বিছাৰিছোঁ।

আব্দুলাহ : কায়েছ।

কায়েছ : কোন তুমি!

আলেয়া : কায়েছ!

**আব্দুলা, আলেয়া আৰু আবুয়ে কান্দে।**

কায়েছ : কোন তোমালোক! এইদৰে কিয় কান্দিছা? তোমালোকৰ কি হৈছে?

আলেয়া : হে খোদা! মোৰ পুত্ৰক ৰক্ষা কৰা।

আব্দুলাহ : আবু, কায়েছৰ এই পোছাক খুলি নতুন পোছাক পিন্ধাই দেগৈ। কায়েছ, এই পোছাক খুলি নতুন পোছাক পিন্ধাগৈ। গাত আতৰৰ খুচবু আৰু চকুত চুৰ্মাৰি ৰহণ লগোৱা গৈ।

কায়েছ : কি হ'ব নতুন পোছাকেৰে, কি হ'ব আতৰৰ খুচবুৰে, কি হ'ব চুৰ্মাৰি ৰহণেৰে - যদিহে মই মোৰ প্ৰিয়তমা লায়লাক নাপাওঁ। লায়লাই ধন - দৌলত, ৰূপ-সৌন্দৰ্য্য, বাহ্যিকতা একোৱেই নিবিছাৰে। বিচাৰে কেৱল মোক। তেওঁৰ মজনুক।

আলেয়া : জাহাপনা, আপুনি যাওঁক। কায়েছক লৈ লায়লাৰ কাষলৈ যাওঁক। আজিজৰ ওচৰলৈ যাওক। নহ'লে মোৰ কায়েছক, মই আৰু সুস্থভাৱে ঘূৰাই নাপাওঁ।

আব্দুলাহ : যাম বেগম, যাম। মই যাম। যিমান অপমান, যিমান লাঞ্চনাই লাগিলে সহ্য কৰিবলগা নহওক। তথাপিতো, তথাপিতো মই মোৰ পুত্ৰক সুস্থভাৱে ঘূৰাই পাব বিছাৰোঁ। হে খোদা! মোৰ মনত শক্তি দিয়া!

কায়েছ : লায়লা, তোমাক মোৰ ওচৰৰ পৰা বাৰু কিয় আঁতৰাই ৰাখিছে? এয়া নিশ্চয় চাৰা দুনিয়াৰ ইনচানে লগ হৈ আমাৰ বিৰুদ্ধে কৰা ষড়যন্ত্ৰ! আমাৰ অপৰাধ কি? আমাৰ গুনাহ্ কি? প্ৰেম! ভাল পোৱা! মানুহে কি আকাশৰ জোন ভাল নাপায়? গছৰ ফুল ভাল নাপায়? - তেতিয়াহ'লে মই লায়লাক ভাল পোৱাত দোষ ক'ত? প্ৰেম ইচ্ছা কৰিলেই কৰিব পৰা নাযায়। প্ৰেম হৈ যায়। মোৰ মনে লায়লাক ভাল পায়, মই কি কৰিম! মনটোকতো দলিয়াই পেলাব নোৱাৰি! ভাল পোৱাত কি অপৰাধ! মানুহে

যদি মানুহক ভাল নাপায়, তেতিয়াহ'লে এই দুনিয়াত আছে কিয় ? কিয় আকাশত জোন ওলায় ? কিয় কানন ভৰি ফুল ফুলে ? কিয় বতাহে ফুলৰ সুৰভি বিলাই মানুহক আনন্দ দিয়ে ? যদিহে সিবিলাকে মানুহ ভাল নাপায় ! ভালপোৱা খোদাৰ দান। খোদাৰ শ্ৰেষ্ঠতম দান। তেতিয়াহলে এই ভালপোৱাক লৈ কিহৰ ইমান বিড়ম্বনা ? মই হ'ব বিচাৰো এজন মহান প্ৰেমিক। পবিত্ৰ প্ৰেমৰ প্ৰেমিক। প্ৰেমেই মোৰ জীৱনৰ আদৰ্শ। লায়লা, আমাৰ ভালপোৱা, আমাৰ প্ৰেম যুগ যুগ ধৰি পৃথিৱীৰ মানুহে অন্তৰকৰণে ম'নি ল'ব লাগিব।

## পঞ্চম দৃশ্য

**আজিজৰ মহল।**

**ৰাবেয়া আৰু আজিজ মঞ্চত থাকিব।**

ৰাবেয়া ঃ জোনাব, লায়লাৰ কি হৈছে ক'ব নোৱাৰোঁ, নাখাই - নবৈ কিবাজনী হৈ পৰিছে!

আজিজ ঃ জানো ক'ব নোৱাৰোঁ! কি গুনাহৰ কাৰণে খোদাতাল্লাই আমাক এই শাস্তি দিছে!

**এনেতে ৰৌচন সোমাই আহে।**

ৰৌচন ঃ আচ্ছলামো আলেইকুম জনাব চাহেব।

আজিজ ঃ ৱালেকুম চালাম। তছ্ৰিফ লোৱা।

ৰাবেয়া ঃ আপোনালোক বহক মই ভিতৰলৈ যাওঁ।

**ৰাবেয়া ভিতৰলৈ যায়।**

ৰৌচন ঃ জোনাব, লায়লা বোলে অসুস্থ!

আজিজ ঃ লায়লাৰ স্বাস্থ্য ক্ৰমান্বয়ে বেয়াৰ পৰা বেয়ালৈ গৈছে।

ৰৌচন ঃ লায়লাক বিয়া দি দিয়াই উচিত হ'ব। কাৰণ বিয়া দিলে তেওঁৰ স্বাস্থ্য ভাল হোৱাৰ সম্ভাৱনাই বেছি।

আজিজ ঃ মই তেনে এটা কথাই চিন্তা কৰি আছো। কিন্তু উপযুক্ত পাত্ৰ পোৱা নাই। তাতে এই কেলেংকাৰী - - -

ৰৌচন ঃ জোনাব, আপুনি ইচ্ছা কৰিলে — লায়লাৰ বাবে পাত্ৰৰ অভাৱ নহ'ব।

আজিজ ঃ এজন দৰৱেজে কৈছে; - গৰিব, মিচ্‌কিন আৰু য়তিমক লায়লাৰ হতোৱাই যাকাত-খাইৰাত, চতকা আদি দিয়াব লাগে। তেতিয়া বোলে লায়লা আৰোগ্য হ'ব।

ৰৌচন ঃ তেতিয়াহ'লে প্ৰথমে তাকে কৰক তাৰ পাছতহে আন বন্দৱস্ত কৰিব লাগে।

**এনেতে আব্দুলাহ, কায়েছ আৰু আবু সোমাই আহে। সকলোৰে সাজ-পাৰ সুন্দৰ, পৰিষ্কাৰ। আজিজে দেখি আচৰিত হৈ থিয় হৈ দিয়ে।**

| | | |
|---|---|---|
| আব্দুলাহ | ঃ | আচ্ছলামো আলেইকুম জোনাব। |
| আজিজ | ঃ | ৱালেকুম চালাম! এই গৰিব বান্দাৰ ঘৰত আপোনাৰ পদধূলা জাহাপনা? আহক, আহক আপোনাক কি দৰে খিজমত কৰিম? তছ্ৰিফ গ্ৰহণ কৰক জাহাপনা। |
| আব্দুলাহ | ঃ | হ'ব, হ'ব জোনাব (**বহো নবহোঁকৈ বহে। আজিজৰ মুখামুখি হ'ব নোৱাৰি লাজত কি কৰোঁ, কি নকৰোভাৱে কথা ক'বলৈ আৰম্ভ কৰে।**) মই জানো জোনাব, আপুনি মোৰ ওপৰত ৰুষ্ট, কিন্তু আপুনিতো জানেই বাপেক হোৱাতো কি শাস্তি! যি শাস্তি আপুনি ভোগ কৰিছিল, আজি মোৰ বন্ধ চকু মোকলাই দিবৰ বাবে খোদায়ে সেই শাস্তি বহু গুণে বেছিকৈ মোক প্ৰদান কৰিছে। সেয়েহে আজি মই আপোনাৰ দুৱাৰত উপস্থিত হৈছোহি। |
| ৰৌচন | ঃ | (**আজিজক**) জোনাব, জাহাপনাই লগত চাহজাদকো আনিছে। |
| আজিজ | ঃ | জাহাপনা, ফৰমাইচ কৰক। |
| আব্দুলাহ | ঃ | এদিন আপুনি যি প্ৰস্তাৱ লৈ মোৰ দৰবাৰলৈ গৈছিলে, মই আজি সেই একেই প্ৰস্তাৱ লৈ আপোনাৰ দুৱাৰত থিয় হৈছোঁ। সেইদিনা মই আপোনাক বিমুখ কৰি পঠিয়াইছিলোঁ বুলি আজি আপুনি মোক বিমুখ কৰি নপঠাব। খোদাৰ দোহাই আজিজ চাহেব, খোদাৰ দোহাই; মোক বিমুখ নকৰিব। ইয়াত আপোনাৰ কন্যা লায়লা আৰু মোৰ পুত্ৰ কায়েছৰ — দুয়োজনৰেই মংগল হ'ব। |
| ৰৌচন | ঃ | বেইচক্, বেইচক্ বৰ সুন্দৰ কথা! ইয়াতকৈ আৰু সুখৰ কথা কি হ'ব পাৰে! কিন্তু কথা হ'ল - - - |
| আব্দুলাহ | ঃ | ইয়াত আৰু কি কথা থাকিব পাৰে? |
| ৰৌচন | ঃ | কথা হ'ল কোন পিতৃয়ে নিজৰ কন্যাক জানি শুনি এটা মজনুৰ হাতত গতাই দিব পাৰে? |
| আব্দুলাহ | ঃ | কি! |
| ৰৌচন | ঃ | লায়লাৰ নিচিনা ছোৱালী লাখৰ ভিতৰত বিচাৰি উলিওৱা কঠিন। |
| আজিজ | ঃ | এৰা, তাতেতো আমাৰ ছোৱালী এলাগী। এনে এলাগীজনী ৰাজগৃহৰ বোৱাৰী হ'বনে। ছোৱালী ৰাজৰ্ষিকতালৈতো বিয়া নহয়। বিয়া হ'ব মানুহলৈ। সেই মানুহ যদি পাগল হয়, তেতিয়াহ'লে ৰাজৰ্ষিকতাক লৈ ছোৱালীৰ কিসুখ হ'ব। |

আব্দুলাহ ঃ মই বৰ চৰ্মিন্দা, মই জানো কোনো যুক্তিৰে আপোনাক পতিয়ন নিয়াব নোৱাৰোঁ। কাৰণ কচুৰ মোৰ। তথাপিতো মই আপোনাক আৰ্জু কৰিছোঁ।

আজিজ ঃ জাহাপনা, ছোৱালীৰ বিয়া অকল মোৰ কথা মতেতো নহয়। ছোৱালী মাকৰো মত-অমত - - -

আব্দুলাহ ঃ আজিজ, আপোনাৰ ওচৰত কৰযোৰে, কাতৰভাৱে লায়লাৰ ভিক্ষা বিছাৰিছো।

ৰৌচন ঃ কায়েছ যে পাগল, এই কথা দেশৰ অবোল-বৃদ্ধ-বণিতা সকলোৱে জানে। সকলোৱে একে মুখে ক'ব কায়েছ মজনু। ভালপোৱা, প্ৰেম এক আৰু পাগল হোৱা এক - - -

আব্দুলাহ ঃ আজিজ, মই কায়েছক লৈ আহিছোঁ, যদিহে ল'ৰা আৰু ছোৱালীয়ে পৰস্পৰে পৰস্পৰক কবুল কৰে, তেতিয়াতো এই বিবাহত আপোনাৰ কোনো আপত্তি থাকিব নালাগে।

**এনেতে ৰাবেয়া ভিতৰৰ পৰা ওলাই আহি আঁতৰৰ পৰা আজিজক নিজৰ কাষলৈ মাতে।**

ৰাবেয়া ঃ জোনাব, চাওঁ এইফালে আহকচোন।

**আজিজ ৰাবেয়াৰ কাষলৈ যায়।**

ৰাবেয়া ঃ এই বিয়াত আপুনি না নকৰিব। আজি এমাহ দিন ধৰি লায়লা বিছনাত শুই আছিল। কাৰো লগত কথা নাপাতি, কাকো দেখা নিদি একেবাৰে কিবাজনী হৈ আছিল। আজি এতিয়া কায়েছ অহা বুলি গম পাই নিজে সাজি কাছি তমস্কাৰ হৈ আছে।

আজিজ ঃ তেতিয়াহ'লে লায়লাক উলিয়াই আনা। আনিয়ে আকৌ ভিতৰলৈ লৈ যাবা। বেছি সময় ইয়াত বৈ নাথাকিবা।

ৰাবেয়া ঃ ভাল বাৰু।

**ৰাবেয়া আকৌ ভিতৰলৈ যায়।**

আজিজ ঃ জাহাপনা, আপোনাৰ কথাকেই ৰাখিলোঁ।

আব্দুলাহ ঃ খোদাবন্দ কৰিমে আপোনাক বহু হায়াত দিয়ক। বৰকট দিয়ক।

ৰৌচন ঃ **(আজিজক)** জনাব চাহেব, কথাটো বৰ ভাল নহ'ল নেকি? **(কায়েছক উদ্দেশ্য কৰি।)** এইটো এটা মস্ত পাগল।

কায়েছ ঃ পাগল নহ'লে প্ৰেমক জানো লাভ কৰিব পাৰি?

**বৌচনে অট্টহাঁহি মাৰে। সকলোৱে তেওঁলৈ চায়। ফাতেমা আৰু ৰাবেয়াই লায়লাক মাজত লৈ প্ৰৱেশ কৰে। সকলোৱে তেওঁলোকলৈ চায়। লায়লা আৰু কায়েছৰ দৃষ্টি বিনিময় হয়। দুয়ো ক্ৰমান্বয়ে ওচৰ চাপিবলৈ ধৰে।**

আজিজ ঃ বিবি, লায়লাক লৈ যোৱা।

**ফাতেমা আৰু ৰাবেয়াই লায়লাক জোৰ কৰি ভিতৰলৈ লৈ যায়। কায়েছে তেওঁলোকক অনুসৰণ কৰে।**

বৌচন ঃ হেই, হেই-এই পাগল, ভিতৰলৈ ক'ত যাব? ধৰ, ধৰ - - -

**বৌচন তৎক্ষণাত গৈ কায়েছক থাপ মাৰি ধৰে আৰু হাঁহে। লগে লগে ভিতৰৰ পৰা দুৱাৰখন বন্ধ কৰি দিয়া হয়।**

কায়েছ ঃ লায়লা-লায়লা, দুৱাৰ খোলা — দুৱাৰ খোলা লায়লা। (**বৌচনে অদ্ভুত ধৰণে হাঁহে।**) লায়লা মোৰ আৰাধনাৰ লায়লা - - -

আজিজ ঃ জাহাপনা, ইয়াতকৈ আৰু পাগলামিৰ অন্য পৰীক্ষা লাগিব নেকি?

আব্দুলাহ ঃ আজিজ!

আজিজ ঃ মই নিৰুপায় জাহাপনা।

আব্দুলাহ ঃ আবু, ব'লা আমি ঘূৰি যাওঁ। কায়েছক লৈ ব'লা।

কায়েছ ঃ লায়লা-লায়লা - - -

**কায়েছ বন্ধ দুৱাৰৰ কাষত বেহুঁচ হৈ পৰি যায়।**

আবু, আব্দুলাহ ঃ **(একেলগে)** কায়েছ!

**আব্দুলাহ আৰু আবু খৰধৰকৈ কায়েছৰ ওচৰলৈ যায়।**

আব্দুলাহ ঃ ধৰা আবু, কায়েছক ধৰা। বাহিৰলৈ লৈ যাওঁ।

**দুয়ো কায়েছক ধৰি বাহিৰলৈ নিবলৈ ধৰে।**

## ষষ্ঠ দৃশ্য

**আজিজৰ মহলৰ আগফাল।**

**লায়লাৰ হাতৰ পৰা দান ল'বলৈ ভিক্ষুকৰ দল আহি গোট খায়। সিহঁতৰ মাজত বিভিন্ন ধৰণৰ কথাৰ গুণা-গঁঠা হয়।**

প্ৰথম ভিক্ষুক : সদাগৰৰ ছোৱালী অসুস্থ।

দ্বিতীয় ভিক্ষুক : ছোৱালীজনীৰ আৰোগ্য হবৰ বাবে গৰিব, মিচকিন, য়তিমসকলক জাকাত-খাইৰাত, চট্‌কা আদি দিব।

তৃতীয় ভিক্ষুক : হওক, হওক আল্লাহোতাল্লাই ছোৱালীজনীৰ মংগল কৰক।

**এনেতে কায়েছ আহি ভিক্ষুকক সোধে।**

কায়েছ : কোন তোমালোক?

প্ৰথম ভিক্ষুক : ইয়াতআমি ভিক্ষা কৰিব আহিছোঁ।

দ্বিতীয় ভিক্ষুক : সদাগৰৰ ছোৱালীজনীৰ অসুখ। সেয়ে দান-দক্ষিণা দিছে।

তৃতীয় ভিক্ষুক : সদাগৰৰ ছোৱালীয়ে নিজৰ হাতেৰে এই দান দিব।

দ্বিতীয় ভিক্ষুক : যি ভিক্ষা বিছাৰি আহিব, তাকে দিব; কাকো বিমুখ নকৰে।

প্ৰথম ভিক্ষুক : এই দান-দক্ষিণা দিলে বোলে ছোৱালীজনী আৰোগ্য হ'ব।

কায়েছ : ছোৱালীজনীৰ নাম কি?

তৃতীয় ভিক্ষুক : লায়লা।

কায়েছ : লায়লা! লায়লা!

**কায়েছ ভাবত বিভোৰ হৈ আঁতৰি যায়। খন্তেক পাছত দুজনমান গোলামে ডাঙৰ পাত্ৰ এটাত দান দিয়া বস্তু লৈ তাত থিয় হয়হি। সকলো ভিক্ষুকে শাৰী পাতে।**

**ফাতেমাই লায়ালাক ধৰি সৈই ঠাইলৈ লৈ আহে। লায়লাক তাতে থৈ ফাতেমা ভিতৰলৈ যায়গৈ। লায়লাই গোলাম সকলৰ সহায়ত ভিক্ষুকসকলক দান দিয়ে।**

**ইতিমধ্যে ভিক্ষুক বেশেৰে কায়েছ্ আহি শাৰীৰ শেষত থিয় হয়। ভিক্ষুকসকলে এজন এজনকৈ দান গ্ৰহণ কৰি- 'তোমাৰ ভাল হ'ওক।', 'আল্লাহোতাল্লাই তোমাৰ নেক চালামত ৰাখক।', 'দুৱা কৰিছোঁ তোমাৰ মংগল হওক, তোমাৰ হায়াত বাঢ়ক।' আদি আশীৰ্বাদ দি আঁতৰি যায়। দান দি শেষত লায়লা কায়েছৰ ওচৰ পায়। লায়লাৰ হাতৰ পৰা কায়েছে দান গ্ৰহণ কৰে।**

কায়েছ : খোদায়ে তোমাক নেক চালামতে ৰাখক।

লায়লা : কোন তুমি! এয়া যে মোৰ অতি চিনাকি, অতি আপোন মাত। মোৰ কায়েছৰ মাত। মোৰ মজনুৰ মাত।

কায়েছ : লায়লা!

লায়লা : কায়েছ!

**দুয়ো দুয়োলৈ থৰ লাগি চায়।**

কায়েছ : চোৱা লায়লা, তোমাৰ বাবে মই কি দৰে গোলাপ এপাহি লৈ ফুৰিছোঁ।

লায়লা : মোৰ চুলিত গুঁজি দিয়া।

কায়েছ : তোমাৰ বাবে এটুকুৰা আধাখোৱা খেজুৰ লৈ ফুৰিছোঁ।

লায়লা : মোক খোৱাই দিয়া।

**কায়েছে লায়লাৰ মূৰৰ চুলিত এপাহ গোলাপ গুঁজি দিয়ে আৰু আধা খোৱা খেজুৰ টুকুৰা খোৱাই থাকোতে ৰৌচন আহে। ৰৌচনে কায়েছক চিনি পায়।**

ৰৌচন : এই, এইটো পাগল! এই মজনু, মজনুক মাৰ, মাৰ হাৰামজাদাক।

**ইতিমধ্যে এজন ভৃত্যৰ দৰে লোক আহি গোটেই পৰিবেশটো চাই থাকে।**

লায়লা : নামাৰিবা, নামাৰিবা মোৰ দিলজানক নামাৰিবা। মোৰ কায়েছক, মজনুক নামৰিবা।

**তাত থকা সকলোৱে চিঞৰ-বাখৰ কৰে। কোঢ়াল শুনি আজিজ, ৰাবেয়া, ফৰিদা আদি সকলো ওলাই আহে।**

আজিজ : কি হৈছে? কিহৰ চিঞৰ-বাখৰ? লায়লা, কোন এইটো?

ৰৌচন : এইটো কুত্তা, বে-হায়া, পাগল, মজনু জোনাব। ই কায়েছ।

আজিজ : কায়েছ! বিবি, লায়লাক লৈ যোৱা।

**ৰাবেয়া আৰু ফৰিদাই লায়লাক নিবলৈ চেষ্টা কৰে।**

লায়লা : মই নাযাওঁ, মোৰ দিলদাৰৰ ওচৰৰ পৰা; মোৰ কায়েছৰ ওচৰৰ পৰা মই নাযাওঁ।

আজিজ : লায়লা! বিবি, লায়লাক লৈ যোৱা, চোঁচৰাই লৈ যোৱা।

**ৰাবেয়াইঁতে লায়লাক খুব জোৰ কৰি লৈ যায়। লায়লাই কায়েছক চিঞৰি চিঞৰি মাতি মাতি যায়।**

লায়লা : কায়েছ - দিলজান - - -

কায়েছ : লায়লা - - -

ৰৌচন : চুপ হাৰামজাদা, জোবান বন্ধ কৰ। লায়লাৰ নাম মুখত নল'বি। **(আজিজক)** জোনাব, ইয়াক মাৰি-পিতি ইয়াৰ পৰা বাহিৰ কৰি দিও।

আজিজ : নহয় ৰৌচন। ইয়াক নামাৰিবা। মাৰিলে মোৰ ছোৱালীজনীৰ শৰীৰত আঘাত লাগে। ৰ'বা মই ইয়াৰ বেলেগ ব্যৱস্থা কৰিম।

**আজিজ যায়।**

ৰৌচন : **(কায়েছক)** বেচৰম, এতিয়াও লায়লাক পোৱাৰ খ'ৱাব দেখিবলৈ এৰা নাই।

কায়েছ : মই লায়লাৰ প্ৰেম-দিৱানা - - - খ'ৱাবত, হকিকত মই কেৱল দেখো লায়লাৰ তচ্‌বিৰ। মোৰ লায়লা, লায়লা - - -

ৰৌচন : মই থকোতে তই কোনোপধ্যেই লায়লাক লাভ কৰিব নোৱাৰ। তোৰ খ'ৱাবৰ তচ্‌বিৰ ভাঙি চুৰ্‌মাৰ কৰি দিম। কি চাই আছ, ইয়াক মাৰ, এই মজনুক মাৰ।

**বৌচনে নিজে আগবাঢ়ি কায়েছক মাৰে।**
**তাকে দেখি সকলোৱে মাৰিব ধৰে।**

কায়েছ : লায়লা - লায়লা - লায়লা - - -

**যন্ত্ৰণাকাতৰ হৈ লায়লা দুৱাৰ মুখলৈ উধাতু খাই ওলাই আহে। লগে লগেফৰিদা আহি লায়লাক ভিতৰলৈ নিবলৈ টানে।**

লায়লা : কায়েছ, দিলজান!

সকলোৱে : মাৰ, মাৰ—

**কায়েছক মাৰে।**

কায়েছ : লায়লা! লায়লা!

লায়লা : দিলজান! কায়েছ!

**ফৰিদাই লায়লাক টানি টানি ভিতৰলৈ লৈ যায়। ভিতৰৰ ফালৰ পৰা দুৱাৰ বন্ধ কৰি দিয়ে।**

কায়েছ : লায়লা - লায়লা - লায়লা - - -

বৌচন : মাৰ হাৰামজাদক। (হাঁহে।)

সকলোৱে : মাৰ, মাৰ - - -

**আঁৰতচাই থকা ভৃত্যজনে আহি কায়েছক মৰাত বাধা দিয়ে। ভৃত্যজনৰ নাম হিকমত।**

হিকমত : নামাৰিবা, নামাৰিবা, এওঁক নামাৰিবা।

বৌচন : **(গোলামসকলক)** এই, তহঁতেমজনুক ইয়াৰ পৰা খেদাই দে।

**বৌচন যায়। গোলামবিলাকে কায়েছক খেদাবলৈ ধৰে; হিকমতে বাধা দিয়ে।**

হিকমত : ৰ'বা, ৰ'বা ইমান খৰধৰ নকৰিবা। ৰ'বাচোন, ৰ'বা অলপ খা-খবৰকেই লওঁ। মোৰ কামেই পায়গাম লৈ ফুৰা।

সকলোৱে : নাই, নাই ইয়াক মাৰি মাৰি বাহিৰ কৰি দিব লাগে।

হিকমত : ৰ'বা, ৰ'বা এওঁৰ বদনত তাকত নাথাকিলেও, দিলত তাকত আছে। এওঁ দিলদাৰ। এওঁ মহব্বতৰ দিৱানা। মহব্বতৰ চাহজাদা। মহব্বতৰ বাদশ্বাহ। **(কায়েছ)** হে প্ৰেম দিৱানী! কোন তুমি?

| | | |
|---|---|---|
| এজন মানুহ | ঃ | এই ৰাজ্যৰ চাহজাদা, লায়লাৰ ৰূপত মজনু হ'ল। |
| হিকমত | ঃ | আ - হা - হা লা-জাবাব, লা-জাবাব। **(কায়েছক)** মহব্বতৰ চাহজাদা, তোমাৰ নাম কি? |
| কায়েছ | ঃ | মোৰ নাম? সকলোৱে মোক মজনু বুলি মাতে। মই লায়লাৰ মজনু। প্ৰেমেই হ'ল মোৰ ধ্যান ধাৰণা। প্ৰেম মোৰ আদৰ্শ। প্ৰেমৰ বাবেই মই মজনু। মোৰ নাম মজনু। আন নাম মই পাহৰি গৈছোঁ। মই মজনু। মজনু নামেৰে মোক গোটেই জাহানৰ মানুহে জানক যুগ-যুগান্তৰ ধৰি চাৰা জাহানৰ ইনচানে মোক মজনু বুলিয়েই জানিব। |
| হিকমত | ঃ | **(নিজকে নিজেই কোৱাৰ দৰে।)** মাৰহাব্বা! মাৰহাব্বা! **(কায়েছক)** তুমি সচাঁকৈয়ে মজনু। এই পায়গাম মই আৰবৰ পূব-প্ৰান্তত থকা আমাৰ জাহাপনা, চালেমক দিওঁগৈ। ব'লা মজনু, তুমি মোৰ লগত ব'লা। মই তোমাক আগবঢ়াই দিম। |

## সপ্তম দৃশ্য

**সাগৰৰ পাৰ।**

**এজন দৰবেজে নামাজ পঢ়ি থাকে। এনেতে হিকমত আগে আগে আৰু কায়েছ পিছে পিছে আহে। নামাজ পঢ়ি থকা দৰবেজক দেখি হিকমত সন্মানেৰে আগবাঢ়ে। কায়েছে অৱচেতনভাৱে দৰবেছৰ গাত খুন্দা মাৰি পাৰ হয়। দৰবেছৰ ধ্যান ভংগ হয়। খণ্ডত কায়েছক চিঞৰে।**

দৰবেজ : হেই, হেই কোন, কোন তুমি?

কায়েছ : লায়লা - লায়লা - - -

দৰবেজ : লায়লা! কি মানুহহে তুমি, মই আল্লাহৰ বন্দগী কৰি আছোঁ, তুমি মোৰ গাত খুন্দা মাৰি মোৰ ধ্যান ভংগ কৰি দিছা।

কায়েছ : ক'তা মইতো কাৰো গাতে খুন্দা মৰা নাই!

দৰবেজ : খুন্দা মৰা নাই! এই মাত্ৰ মোৰ গাত খুন্দা মাৰিছে আকৌ বোলে খুন্দা মৰা নাই! **(হিকমতক)** হেৰা জোনাব, তুমিতো দেখিছা?

হিকমত : দেখা নাই। শুনিছোঁ।

কায়েছ : সচাকৈ বিশ্বাস কৰক, মই একোৱেই ক'ব নোৱাৰোঁ।

হিকমত : কি কৰিব, বেচেৰাই ক'ব নোৱাৰে।

দৰবেজ : বে-চৰম! মোৰ ধ্যান ভংগ কৰি দিলে অথচ তাৰ বাবে অকণমানো অনুশোচনা নাই।

কায়েছ : **(ম্লান হাঁহি)** দৰবেজ, আপুনি কি ধ্যান কৰিছে, কি বন্দগী কৰিছে ক'ব নোৱাৰো। অকণমান খুন্দা খোৱাৰ বাবেই আপোনাৰ ধ্যান ভাঙি গ'ল। ক'তা মোৰ ধ্যানততো অকণমানো ব্যাঘাত নজন্মিল। মইতো ক'বই নোৱাৰো আপোনাৰ লগত খুন্দা মৰাৰ কথা। মইতো মোৰ ধ্যানত একাত্ম হৈ আছো। তেতিয়াহলে আপুনি কি খোদাৰ বন্দগী কৰিছে?

হিকমত : মাৰহাবা, মাৰহাবা! সুন্দৰ, অতি সুন্দৰ! একেবাৰে লায়েকৰ কথা!

দৰবেজ : কোন হে তুমি! তোমাৰ মুখৰ জ্ঞানগৰ্ভ কথা শুনি মোৰ হুঁচ ঘূৰি আহিছে। কোন! কোন তুমি!

কায়েছ : মই মজনু। মানুহে মোক মজনু বুলি মাতে, এয়াই মোৰ পৰিচয়।

দৰবেজ : মজনু! তুমি কি ধ্যানত ইমান মত্ত হৈ আছা?

কায়েছ : প্ৰেমৰ।

দৰবেজ : প্ৰেমৰ!

কায়েছ : হয় প্ৰেমৰ। মই প্ৰেমৰ সাধক। মই দুনিয়াত নতুনকৈ তপস্যা কৰিছো, প্ৰেমৰ বাবে।

দৰবেজ : কিন্তু তোমাৰ এনে দশা কোনে কৰিলে?

কায়েছ : প্ৰেমে।

হিকমত : শুনিলে জোনাব?

দৰবেজ : প্ৰেমে এনে অৱস্থা কৰাৰ পাছতো তুমি প্ৰেমৰ সাধনা কৰিয়েই আছা?

কায়েছ : নিশা যিমান গভীৰ হয়, প্ৰভাত সিমানেই আগুৱাই আহে। বেদনা যিমান নিবিড় হৈ আহে, প্ৰেম সিমানেই গভীৰ হৈ কাষ চাপি আহে। এয়াইতো নিয়ম।

হিকমত : লা-জাবাব, লা-জাবাব! সুন্দৰ উপমা, সুন্দৰ ব্যাখ্যা! ব'লা মজনু তুমি মোৰ লগত ব'লা। তোমাক মোৰ ভাল লাগিছে।

**হিকমতে কায়েছক বাট দেখুৱাই লৈ যায়। দৰবেজে সিহঁতলৈ একে থিৰে চায়। একোবাৰত ওপৰলৈ চায় মোনাজাত কৰে।**

দৰবেজ : হে আল্লাহ! মজনুৰ এই মহান প্ৰেম, দুনিয়াৰ প্ৰেমীকসকলৰ বাবে আদৰ্শ কৰি ৰাখা! এই প্ৰেম, অমৰ প্ৰেম। এই প্ৰেমৰ কিচ্ছা চাৰা দুনিয়াত বিয়পি পৰক।

## অষ্টম দৃশ্য

**বাদশ্বাহ চালেমৰ অস্থায়ী বাহৰ।**

**মঞ্চত চালেম থাকে, এনেতে হিকমত সোমাই আহে।**

হিকমত : জাহাপনা- এ- আলম, গোস্তাখি মাফ। বান্দাৰ আদাব গ্ৰহণ কৰক।

চালেম : অ' হিকমত! কোৱা, কোৱা পায়গাম কি?

হিকমত : লা-জাবাব জাহাপনা, লা-জাবাব খবৰ।

চালেম : কি!

হিকমত : আ-হা-হা, কি খুবচুৰতী! ইমান অসাধাৰণ ৰূপ! এনে ৰূপ আৰবৰ ক'তো দেখা নাযায়।

চালেম : কথাটো কি হিকমত? সহজভাৱে কোৱা।

হিকমত : কৈছো জাহাপনা, ক'বৰ বাবেই আপোনাৰ এই বান্দা। আ-হা-হা, গুলবদন! হাচিনা!

চালেম : ভণিতাৰ কোনো জৰুৰত নাই হিকমত।

হিকমত : জাহাপনা, লায়লা- লায়লা ---

চালেম : লায়লা!

হিকমত : এৰা লায়লা! কি হাচিনা!

চালেম : সেই লায়লা, যাৰ অসাধাৰণ ৰূপৰ কথা সমগ্ৰ আৰবত বিয়পি পৰিছে।

হিকমত : অঁ, অঁ- সেই, সেই লায়লা।

চালেম : যি লায়লাৰ ৰূপ দৰ্শন কৰিবলৈ মই সুদূৰ আৰবৰ পূৱ-প্ৰান্তৰ পৰা দৌৰি আহি উত্তৰ প্ৰান্তত বাহৰ পাতিছোঁ।

হিকমত : অঁ জাহাপনা, সেই লায়লা।

চালেম : আকাংক্ষাৰ ধন যিমান দুলৰ্ভ হয়, আকাংক্ষা সিমানেই বাঢ়ি যায়। মোৰ, মোৰো লায়লাৰ ৰূপ দৰ্শনৰ অভিলাস ক্ৰমান্বয়ে বাঢ়ি গৈছে। মোক লৈ ব'লা হিকমত।

হিকমত : ৰ'ব জাহাপনা, আৰু -- আৰু আছে।

চালেম : কি!

হিকমত : গৰম খবৰ। এই লায়লাৰ ৰূপত ইয়াৰ চাহজাদা উন্মাদ হ'ল। মজনু হ'ল।

চালেম : কি! এজনী ছোৱালীৰ ৰূপত চাহজাদা মজনু হ'ল! আচৰিত!

হিকমত : সচাকৈ আচৰিত।

চালেম : কি এনে ৰূপ যাৰ বাবে এজন চাহজাদা মজনু হল! সেই ৰূপহীক অংগশায়িনী কৰিবলৈ মোৰ মনৰ দুৰ্বাৰ বাসনা নিতৌ অষ্টপ্ৰহৰ উথলি উথিব। নাই, নাই অপেক্ষা আৰু কৰিব নোৱাৰো। হিকমত যিজন মজনু হ'ল সি নিশ্চয় সৌভাগ্যবান।

হিকমত : জাহাপনা, মজনুক মই লগত লৈ আহিছোঁ, জাহাপনাই যদি অনুমতি দিয়ে; তেন্তে মই ইয়াত হাজিৰ কৰাব পাৰোঁ।

চালেম : মজনু! মজনু! নিশ্চয়, নিশ্চয় মই চাম। মজনুক মই চাম। সেই প্ৰেম-দিবানা, প্ৰেম-সম্ৰাট মজনুক মই চাম।

হিকমত : চুক্ৰিয়া জাহাপনা, মই মজনুক লৈ আনো।

**হিকমত যায়। চালেম উদ্বিগ্ন হয়। খন্তেকৰ পিছত কায়েছক লগত লৈ হিকমত সোমাই আহে।**

চালেম : **(কায়েছক)** তোমাৰ হাতত সেইয়া কি?

কায়েছ : এয়া পথৰ ধূলি। **(মূৰত লয়।)**

চালেম : দোস্ত, এইদৰে পথৰ ধূলি মূৰত লৈছা কিয়?

কায়েছ : যি পথেৰে তেওঁ গৈছে, সেই পথৰ ধূলি। গতিকে এই ধূলি মোৰ মানত সকলোতকৈ পবিত্ৰ বস্তু।

চালেম : কোননো তেওঁ? যি যোৱাৰ বাবে সেই পথৰ ধূলি পবিত্ৰ হৈছে।

কায়েছ : লায়লা--

চালেম : লায়লা।

কায়েছ : তেওঁ আছে বাবে এই পৃথিৱী ইমান সুন্দৰ। তেওঁ হাঁহে বাবে ফুলনিত ফুল ফুলে। তেওঁ কান্দে বাবে আকাশৰ পৰা প্ৰতি ৰাতি নিয়ৰকণা সৰে। তেওঁক চাবৰ বাবে সূৰ্য উদয় হয়, মেঘৰ আঁৰে আঁৰে লুকা-ভাকু খেলি তেওঁক চাবলৈ চন্দ্ৰই ঘূৰি ফুৰে।

হিকমত : চাব্‌বাচ, চাব্‌বাচ মজনু, তোমাৰ কোনো জবাব নাই!

চালেম : দোস্ত, তুমি দেখিছোঁ এজন শ্বায়েৰ।

কায়েছ : অঁ, মই শ্বায়েৰ। তেওঁ মোক সুৰ দিছে, ছন্দ দিছে, জীৱনৰ দিছে উদ্দেশ্য। অন্তৰত দিছে আদৰ্শ আৰু দিছে আগুৱাবৰ বাবে পথ।

চালেম : দোস্ত, তুমি মোৰ মেহমান। তোমাক আমি খিজমত কৰিম। (**বাহিৰলৈ চাই।**) এই কোন আছ?

**এজন প্ৰহৰী আহি কুৰ্ণিছ দিয়ে।**

চালেম : এওঁক লৈ যোৱা ভিতৰত খিজমত কৰাগৈ। চাবা যাতে খিজমতত কোনো ত্ৰুটি থাকি নাযায়। যোৱা দোস্ত।

**প্ৰহৰীয়ে সন্মানেৰে কায়েছক লৈ যায়।**

চালেম : হিকমত, আজব দুনিয়াৰ; আজব ইনচান। প্ৰেম কি মহান!

হিকমত : সচাই জাহাপনা।

চালেম : লায়লাৰ ইমান ৰূপনে, যাৰ বাবে এই চাহজাদা মজনু হ'ল?

হিকমত : লায়লাৰ ৰূপ! জাহাপনা একেবাৰে বাজিমাৎ। মানে জাহাপনা কিচ্‌মত লাগিব। ইমান ৰূপ — চান, চৌকৎ, আচমানৰ পৰা পৰী আহি নতশিৰে ঘূৰি যাব লগা হয়। লায়লা মানে লায়লা। লায়লাৰ স'তে লায়লাৰহে তুলনা হয়। আপুনি কি ভাবিছে জাহাপনা-এবাৰ গৈ আপুনি লায়লাৰ সন্মুখত ৰৈ দিলেই সকলো বাজিমাৎ।

চালেম : চাম, সেই ৰূপ মই চাম। সেই ৰূপ মোক লাগে। কিন্তু তাৰ আগেয়ে মজনুক অন্য ৰূপ দি লায়লাৰ ওচৰৰ পৰা আঁতৰাই আনিব লাগিব। যোৱা মোৰ দৰবাৰৰ পৰীৰ দৰে ধুনীয়া ধুনীয়া ছোৱালীবোৰ লৈ আনা। মজনুৰ সন্মুখত সেই হাচিনাবিলাকক হাজিৰ কৰোৱাৰ দিহা কৰাগৈ। তাৰ পাছত, তাৰ পাছত কি কৰিব লাগিব সেয়া তুমি জানাই হিকমত।

হিকমত : জানো জাহাপনা, বাকী নিৰ্দেশ নিদিলেও আপোনাৰ এই বান্দাই ঠিক মতে নিজ কৰ্ম কৰি আপোনাক খোচ কৰিম। মাত্ৰ চাই থাকক আপোনাৰ বান্দা হিকমতৰ বাজিমাৎ।

## নৱম দৃশ্য

**মঞ্চ অষ্টম দৃশ্যৰ দৰেই থাকি।**

**মঞ্চত বাদশ্বাহ চালেম আৰু কায়েছ থাকিব।**

চালেম : দোস্ত, তোমাৰ মনোৰঞ্জনৰ বাবে এখন মেহফিলৰ আয়োজন কৰিছোঁ। (**বাহিৰলৈ চায়**) হিকমত।

**হিকমতে কুর্ণিছ দি সোমাই আহে।**

হিকমত : সকলো সাজু জাহাপনা।

চালেম : লৈ আনা।

হিকমত : (**বাহিৰলৈ চাই হাত চাপৰি বজাই।**) এই।

**কেইগৰাকীমান ধুনীয়া ধুনীয়া গাভৰু আহে।**

চালেম : চোৱা দোস্ত, এয়া মোৰ দৰবাৰৰ হাচিনা। বিভিন্ন ঠাইৰ পৰা অনা বছা বছা সুন্দৰী। ইয়াৰ ভিতৰত তুমি এজনী পছন্দ কৰা। যিজনী তুমি পছন্দ কৰিবা, সেইজনীয়েই মই তোমাক তৌফা দিম।

কায়েছ : সচাই হাচিনা।

হিকমত : হাচিনা! হাচিনা! আচমানৰ পৰী। তুমি এনে হাচিনা জিন্দেগী বিচাৰি নাপাবা।

চালেম : কোৱা মজনু, কোনগৰাকী হাচিনা তোমাক লাগে? ইয়াৰ এগৰাকী পালে, তুমি তোমাৰ লায়লাক পাহৰি যাবা।

কায়েছ : (**হাঁহে**) লায়লা! লায়লাক মই পাহৰিম? (**আকৌ হাঁহে**) জিন্দেগী থাকে মানে লায়লা মোৰ দিলৰ পৰা আঁতৰি নাযায়। লায়লা মোৰ দিলৰ ধৰকন।

হিকমত : মজনু, তুমিও ভাল। তুমি জানো ইয়াৰ ভিতৰত তোমাৰ দিলৰ ধৰকন লায়লাক দেখা নাই?

কায়েছ : লায়লা, মোৰ লায়লা!

**কায়েছ গাভৰুবিলাকৰ ফালে আগবাঢ়ি যায়। তাৰে এগৰাকী গাভৰুৰ সন্মুখত থিয় হয়।**

কায়েছ : লায়লা! তুমি নর্তকীৰ ৰূপ লৈ মোৰ ওচৰলৈ আহিছা? জানো লায়লা, তুমি আহিবা। **(গাভৰু গৰাকী আগবাঢ়ি কায়েছৰ কাষলৈ আৰু চাপি যাব ধৰোতেই হঠাৎ পিছল খাই পৰে।)** লায়লা, তুমি পৰি গ'লা? চাওঁ লায়লা, তুমি দুখ পালা? **(গাভৰুগৰাকী কিছু যন্ত্ৰণা কাতৰভাৱে থিয় হয়।)** কিন্তু! কিন্তু! মোৰ লায়লাই দুখ পালে মইও দুখ পাব লাগিছিল! ক'ত মইতো দুখ পোৱা নাই। নাই, নাই তুমি লায়লা নোহোৱা। মোৰ লায়লা ক'ত? লায়লা - লায়লা - লায়লা - - -

**কায়েছে চিঞৰি চিঞৰি বাহিৰলৈ যায়গৈ। হিকমতৰ ইংগিতত গাভৰু কেইগৰাকী তাৰ পৰা গুচি যায়।**

চালেম : বাঃ লায়লা! তোমাক চাবলৈ মই ব্যাকুল হৈ পৰিছোঁ।

হিকমত : জাহাপনা, আপুনি চিন্তা নকৰিব। লায়লাক চাবলৈ পাব। তাৰ ব্যৱস্থা মই সকলো কৰিম।

চালেম : সেয়ে হ'ব। মই চাম। মই লায়লাক চাম। লায়লাৰ ৰূপ চাম। লায়লাক মোক লাগে।

## দশম দৃশ্য

**আজিজৰ মহলৰ আগফাল।**
**হিকমতে কিছুমান মানুহক কিবা নির্দেশ দিয়ে। ওচৰত চালেম বৈ থাকে। হিকমতে কায়েছৰ দৰে পোছাক পিন্ধি থাকে।**

হিকমত : জাহাপনা, আপুনি এইখিনিতে খন্তেক অপেক্ষা কৰক। লায়লা ওলাই অহা দেখিলেই নয়ন সাৰ্থক হ'ব। আন নহ'লেও সৌ খিৰিকীখনেৰে লায়লাই বাহিৰলৈ ভূমুকি মাৰিব।

চালেম : ঠিক আছে, তুমি সোনকালে কৰা হিকমত।

হিকমত : হ'ব, হ'ব - আপুনি চিন্তা নকৰিব। **(ওচৰত থকা মানুহবোৰক)** তহঁতে সকলো কথা মনত ৰাখিছ নহয়?

: হয়, হয় - মনত আছে।

হিকমত : আৰম্ভ কৰ বুলি ক'লেই তহঁতে আৰম্ভ কৰি দিবি।

সকলোৱে : হ'ব।

হিকমত : **(কায়েছৰ মাত অনুকৰণ কৰি।)** লায়লা - লায়লা - লায়লা - **(সুৰ সলায়।)** আৰম্ভ।

সকলোৱে : মাৰ, মাৰ এই মজনু। মাৰ, মাৰ- - -

হিকমত : লায়লা - লায়লা - - -

**কিছু সময় এইদৰে সকলোৱে চিঞৰ-বাখৰ কৰে। হিকমতে সচা-সচিকৈ দুখ পায়। খন্তেকৰ পাছত নিদিষ্ট খিৰিকীখন খুল খায়। খিৰিকীৰে ফৰিদা বুঢ়ীয়ে বাহিৰলে কিছু সময় চায়, আকৌ খিৰিকী বন্ধ কৰি দিয়ে।**

হিকমত : ধেৎতেৰী, লায়লা নোলাই, বঢ়ীজনী ওলাল! উঃ -- দুখ পালো-ঐ!

চালেম ঃ ক'তা হিকমত - লায়লা ক'ত?

হিকমত ঃ জাহাপনা ৰ'ব, আকৌ এবাৰ চেষ্টা কৰি চাওঁ। **(যন্ত্ৰণাত)** আঐ-বৰ দুখ পালোঁ। **(ওচৰৰ মানুহখিনিক)** ঐ, তহঁতে মোক সচা-সচিকৈ মাৰিলি। বেইমানবোৰ! তহঁতক মই এনেয়ে ভাৰা দিছোঁ নেকি? আ-ঐ! এই মখাই মোক খালে ঐ। এইবাৰ সচা-সচিকৈ নামাৰিবি। এনেয়ে মৰাৰ নিচিনাকৈ দেখুৱাবি। চাবি নহ'লে ভাৰা নাপাব।

চালেম ঃ হিকমত সোনকালে কৰা।

হিকমত ঃ জাহাপনা, কৰিছোঁ **(ওচৰৰ মানুহখিনিক)** তহঁত সাজু আছ নহয়?

সকলোৱে ঃ সাজু আছোঁ।

হিকমত ঃ লায়লা, লায়লা- **(সুৰ সলায়।)** আৰম্ভ কৰ।

সকলোৱে ঃ মাৰ, মাৰ - এইটো - এইটো মজনু।

হিকমত ঃ লায়লা -

**খিৰিকী খুল নাখায়। হিকমত বৈ দিয়ে। ভালদৰে খিৰিকীলৈ চায়।**

হিকমত ঃ নাই নোলাল। আকৌ আৰম্ভ কৰ। লায়লা - লায়লা - - -

সকলোৱে ঃ মাৰ, মাৰ- এইটো মজনু।

**এনেতে দুবৈৰ পৰা কায়েছে চিঞৰি চিঞৰি আহে।**

কায়েছ ঃ লায়লা - লায়লা - লায়লা - - -

**লগে লগে খিৰিকী খুল খায়। লায়লাই খিৰিকীৰে কায়েছলৈ চাই পাগলৰ দাৰে চিঞৰে। চালেমে লায়লালৈ একে থিৰে চাই থাকে। ভিতৰৰ পৰা দুজন গোলাম আহি কায়েছক মাৰি মাৰি তাৰ পৰা লৈ যায়। লায়লা বলিয়াৰ দৰে হয়। খিৰিকীৰে দেখা যায় ফৰিদাই আহি জোৰ কৰি লায়লাক লৈ যায়। খিৰিকী বন্ধ কৰি দিয়া হয়। চালেমে বন্ধ খিৰিকীলৈ চায়েই থাকে। হিকমতে চালেমলৈ চাই হাঁহে।**

হিকমত : জাহাপনা, কেনে?

চালেম : সচাই সুন্দৰ! অতি সুন্দৰ! কি ৰূপ! চকু ছাট্‌মাৰি যোৱা ৰূপ। এই ৰূপ মোক লাগে। মই লায়লাক বিয়া কৰাম। এই অপৰূপ-ৰূপ লাৱণ্যৰ স্পৰ্শৰ আকাংক্ষাত মোৰ দেহৰ প্ৰতি ৰক্ত কণিকা সজীৱ হৈ উঠিছে। কালিলৈ যথা ৰীতিত উপঢৌকনেৰে আজিজৰ ঘৰত বিয়াৰ প্ৰস্তাৱ দিয়া হওক।

## একাদশ দৃশ্য

**আজিজৰ মহল।**

**মঞ্চত আজিজ আৰু ৰাবেয়া থাকিব।**

ৰাবেয়া : লায়লাই সময়ৰ মূৰকত যদি সকলো খেলি মেলি কৰি দিয়ে!

আজিজ : কৰো বুলিয়ে কৰিব পাৰেনে? তুমিয়ে ছোৱালীজনীক চল দি দি অবাধ্য কৰি দিলা।

ৰাবেয়া : অবাধ্য মানে, ছোৱালীজনীৰ মনৰ কথা এটা আছেতো।

আজিজ : চোৱা বেগম, সকলো কথা ছোৱালীক সুধি কৰা নাযায় মাক-বাপেকৰ কথাই ছোৱালীৰ কথা। আজি আৰবৰ পূব-প্ৰান্তৰ তৰুণ বাদশ্বাহ চালেম আহিব, লায়লাক চাবলৈ। মোৰ বিশ্বাস বাদশ্বাই লায়লাক পছন্দ কৰি বিয়াৰ প্ৰস্তাৱ দিব।

ৰাবেয়া : এজন বাদশ্বাহে সদাগৰৰ ছোৱালী বিয়া কৰাব!

আজিজ : সেই বাবেইতো কৈছো বেগম, এনে সোণালী মৌকা আৰু দুবাৰ পোৱা নাযাব। (**বাহিৰলৈ চায়।**) এই কোন আছ!

**এজন গোলাম সোমাই আহে।**

গোলাম : জোনাব চাহেব, ফৰমাইচ কৰক।

আজিজ : সকলো আয়োজন ঠিক হৈছেতো?

গোলাম : হয় চাহেব।

আজিজ : ফৰিদাক মাতি আন।

গোলাম : (**যাবলৈ ধৰি, দূৰত ফৰিদাক দেখি।**) সৌৱা আহিছে।

আজিজ : ঠিক আছে যা।

**গোলামৰ প্ৰস্থান। ফৰিদা সোমাই আহে।**

আজিজ : ফৰিদা, তোৰ বাবে অপেক্ষা কৰিছিলোঁ।

ফৰিদা : কওক জোনাব চাহেব।

আজিজ : তই লায়লাক বুজাই-বঢ়াই বাদশ্বাহৰ আগলৈ উলিয়াই অনাৰ দায়িত্ব ল'ব লাগে।

ফৰিদা : আপুনি চিন্তা নকৰিব জোনাব চাহেব। এই ফৰিদা বুঢ়ীয়ে সকলো ঠিক কৰি দিব।

আজিজ : আৰু এটা কাম আছে। কায়েছৰ ওচৰলৈ গৈ যিকোনো প্ৰকাৰেৰে লায়লাৰ প্ৰতি তাৰ বিৰাগ জন্মাব লাগে। মোক যিদৰে আঘাত দিলে, সেইদৰে বাদশ্বাহ আব্দুলাহৰ অন্তৰতো আঘাত সানিব লাগে।

ফৰিদা : কায়েছ দেশত্যাগী হ'ল জোনাব চাহেব।

আজিজ : কি! ভালেই হ'ল। হ'লেও সি য'তেই নাথাকক তই বিচাৰি এই কাম হাচিল কৰিব লাগিব।

ফৰিদা : ভাল জোনাব, মই সকলো ঠিক কৰিম।

আজিজ : ঠিক আছে। বেগম, ব'লা আমি ভিতৰলৈ যাওঁ-আয়োজনবোৰ চাই আহোঁ।

**আজিজ আৰু ৰাবেয়া যায়।**

ফৰিদা : হওকতেও, এই মৌকাতে অলপ সৰহকৈ ইনাম আদায় কৰিব লাগিব।

**ৰৌচনৰ প্ৰবেশ।**

ৰৌচন : বুঢ়ীমা, অকলে অকলে কি বকি আছা?

ফৰিদা : নক' বা আৰু ৰৌচন। ভাবিছোঁ। তোমাৰ কথাই ভাবিছোঁ।

ৰৌচন : মোৰ কথা ভাবিছা! কি?

ফৰিদা : ক' বলৈ দুখ লাগিছে। নক'লেও নহয়।

ৰৌচন : কোৱা, কি কথা?

ফৰিদা : চালেম নামৰ এজন বাদশ্বাহৰ লগত আজি লায়লাৰ বিয়াৰ বন্দবস্ত হ'ব।

ৰৌচন : কি!

ফৰিদা : সেইবাবেতো দুখ লাগিছে। বৰ আশা কৰিছিলোঁ। তোমাৰ লগত লায়লাৰ বিয়াখন হ'ব বুলি-কিন্তু এতিয়া দেখিছো নহ'ব।

ৰৌচন : মই ভাবিছিলো মজনু দেশত্যাগী হ'ল, এই সুযোগতে লায়লাক মোৰ লগত বিয়া দিবলৈ ৰাজি কৰাম।

ফৰিদা : ময়ো তাকেই চিন্তা কৰিছিলোঁ, কিন্তু এতিয়া দেখো সকলো খেলি-মেলি।

বৌচন : ময়ো আমিৰৰ পুত্ৰ, ইমান সোনকালে এৰি দিয়া বিধৰ মানুহ এই বৌচন নহয়।

ফৰিদা : অঁ, এনে কথাহে পুৰুষৰ মুখত শোভা পায়।

বৌচন : বুঢ়ীমা, তুমি এটা কাম কৰি দিয়া; বাদশ্বাহ চালেমক যিকোনো প্ৰকাৰে লায়লা, মজনুৰ প্ৰেমৰ - - -

ফৰিদা : হ'ব, হ'ব এই ফৰিদাক সকলো বুজাই নক'লেও হ'ব। মই সকলো ঠিক মতে কৰি দিম। মাত্ৰ মোৰ - - -

বৌচন : হোঁ লোৱা- **(ডিঙিৰ হাৰ উলিয়াই দিয়ে।)** এয়া তোমাৰ ইনাম। মই যাওঁ সদাগৰৰ লগত কথা হওগৈ। যদি আৱশ্যক হয় মই লায়লাক খুন কৰিম।

**বৌচন কোবেৰে যায়গৈ।**

ফৰিদা : তহঁতে খোৱা-কামোৱা কৰি থাক, মই এই সুবিধাত ইনামবোৰ বুটলি থাকো।

**খন্তেক পাছত ফাতেমা আৰু লায়লা আহে। সিহঁতক অহা দেখি ফৰিদা আনফালে ওলায় যায়।**

ফাতেমা : লায়লা, তই ইমান নাচোৰবান্দা হ'লে নহ'ব।

লায়লা : ফাতেমা, তই সখী হৈয়ো মোৰ অন্তৰৰ কথা বুজি নাপালি।

**কান্দে।**

ফাতেমা : লায়লা!

লায়লা : **(কান্দি)** জান', মোৰ কায়েছ, মোৰ দিলজান, মোৰ মজনু দেশত্যাগী হ'ল।

ফাতেমা : জানো, মই সকলো জানো।

লায়লা : মোৰ বাবে তেওঁৰ ইমান দুখ-যন্ত্ৰণা, অথচ মই তেওঁৰ বাবে একোৱেই কৰিব পৰা নাই। **(কান্দে)**

ফাতেমা : মোৰেই কচম, আজিৰ বাবে তই মনে মনে থাক। তোক চাবলৈ বাদশ্বাহ চালেম আহিব। মোৰ বিশ্বাস তোক পছন্দ কৰিব আৰু এই বিয়া হ'বই।

লায়লা : মোৰ বিয়া! মোৰতো বিয়া কাহানিবাই হৈ গ'ল। নাৰীয়ে জীৱনত এজনকে স্বামী হিচাপে বৰণ কৰে। কায়েছে মোৰ জীৱনৰ প্ৰথম পুৰুষ, তেওঁহে মোৰ স্বামী।

ফাতেমা ঃ থ', থ' দুদিন ঘৰ কৰিলে দেখিবি পানীৰ দ্বাৰা সৃষ্টি হোৱা দাগ পানীয়েই আকৌ মচি পেলাব। তাতে সচা কথা ক'বলৈ হ'লে চালেম বাদশ্বাহ তোৰ কায়েছতকৈ খুবচুৰত। সুন্দৰ।

লায়লা ঃ তোৰ স্বামীতকৈ যদি কোনো সুন্দৰ পুৰুষ তই দেখ, তেন্তে কি তোৰ স্বামীক তোৰ অপছন্দ হৈ যাব।

ফাতেমা ঃ লায়লা!

লায়লা ঃ কথাটো নিজৰ গাত লগাৰ বাবে খং উঠিছে। কিন্তু তোৰ কথাত মোৰো খং উঠা নাছিল। দুনীয়াত যিমানেই সুন্দৰ পুৰুষ নাথাকক, মোৰ মানত কায়েছ দুনীয়াৰ সকলোতকৈ সুন্দৰ। কায়েছ মোৰ দিলৰ বাদশ্বাহৰ বাদশ্বাহ।

ফাতেমা ঃ **(প্ৰায় কান্দি।)** বিশ্বাস কৰ লায়লা, তোৰ ভাল এটা হওক বুলিয়েই ইমানবোৰ কথা ক'লো। মোক ক্ষমা কৰ - - -

**দুয়ো দুয়োকে সাবতি ধৰি কান্দে।**

লায়লা ঃ কায়েছে জানে মই কেৱল তেওঁৰ। এই বিশ্বাসেই হ'ল প্ৰেম। এই বিশ্বাসৰ বাবেই তেওঁ মজনু হ'ল। দেশত্যাগী হ'ল। খোদাইয়ে কায়েছৰ এই প্ৰেমৰ সাধনাৰে অবিশ্বাসী দুনীয়াক নতুনকৈ প্ৰেমৰ মূল্য বুজাই দিছে। কায়েছে মোৰ বাবে বেদনাৰ সাধনা কৰিছে। যদি ইমান মহান সাধনাৰ মই মূল্য দিব নোৱাৰো, তেন্তে মই কিদৰে খোদাৰ নাম মুখত ল'ম। মই আজি এক মন, এক কায়ে আগবাঢ়িছোঁ এই বেদনাৰ সাধনা পূৰ্ণ কৰিবলৈ।

**আজিজে বাহিৰৰ পৰা মাত লগাই সোমাই আহে। লগতে বৌচনও আহে।**

আজিজ ঃ ফাতেমা, ফাতেমা - - -

ফাতেমা ঃ চাছাজান।

আজিজ ঃ যোৱাচোন তুমি অলপ ভিতৰত তোমাৰ চাছিজানক সহায় কৰি দিয়াগৈ।

ফাতেমা ঃ ভাল চাছাজান।

**ফাতেমা যায়।**

আজিজ ঃ **(ভিতৰলৈ চায়।)** ফৰিদা, ফৰিদা।

**ফৰিদা সোমাই আহে।**

ফৰিদা : জোনাব চাহেব, ফৰমাইছ্ কৰক।

আজিজ : তুমি লায়লাক ভিতৰলৈ নিয়া। ব'লা ৰৌচন আমি অন্য কামত লাগো।

ৰৌচন : ব'লক।

**আজিজ বাহিৰলৈ যায়। ৰৌচনে লগতে কিছু দূৰ গৈ ঘূৰি দিয়ে। ফৰিদাক চকুৰে ইংগিত দিয়ে। ফৰিদাই তাৰ পৰা আঁতৰি দিয়ে। ৰৌচন লায়লাৰ কাষলৈ আহে।**

ৰৌচন : লায়লা, মই তোমাক ভাল পাওঁ।

লায়লা : তোমাক কিন্তু মই ভাল নাপাওঁ।

ৰৌচন : চোৱা লায়লা - - -

লায়লা : ৰৌচন তুমি মোক ব্যতিব্যস্ত নকৰিবা। মই ক্লান্ত। মনত ৰাখিবা ৰৌচন, কোনো দিনে, কেতিয়াও কোনো পুৰুষে জুৰজুলুম কৰি কোনো নাৰীৰ পৰা ভাল পোৱা আদায় কৰিব নোৱাৰে।

ৰৌচন : **(হাঁহি)** কিদৰে ভাল পোৱা আদায় কৰিব লাগে সেয়া ৰৌচনে জানে। আৱশ্যাক হ'লে ভাল পোৱা নহয়, কেৱল শৰীৰটো হ'লেও জুৰজুলুমেৰে নিজৰ কৰি ল'ম। মোক তোমাক লাগে। মই তোমাক বিয়া কৰাম। লায়লা—

**ৰৌচনে হঠাৎ লায়লাৰ হাতত ধৰি নিজৰ ফাললৈ টানে।**

লায়লা : ৰৌচন!

ৰৌচন : লায়লা।

**লায়লাই ৰৌচনৰ হাতৰ পৰা নিজক মুক্ত কৰিবলৈ যুঁজ কৰে। একোবাৰত সুবিধা বুজি লায়লাই ৰৌচনক চৰ এটা মাৰে। ৰৌচনে লায়লাক এৰি দিয়ে।**

ৰৌচন : লায়লা! ইয়াৰ প্ৰতিশোধ ল'ম। মই তোমাৰ ভালপোৱা আদায় কৰিয়েই এৰিম। যদি ভালভাৱে তোমাৰ পৰা ভাল পোৱা নাপাওঁ, তেতিয়া - তেতিয়া - মই জানোৱাৰ হৈ যাম।

**ৰৌচনে প্ৰতিশোধৰ হাঁহি মাৰি যায়গৈ।**

**ফৰিদা আগবাঢ়ি আহে।**

ফৰিদা : খুব ভাল কৰিলা! এনে মানুহক এহেকা দিব লাগে। নহ'লে চল পাই যাব। পুৰুষ হ'ল বুলিয়েই ইমান মাতব্বাৰী ভাল নহয়। **(বাহিৰলৈ চায়।)** পালি? আৰু পাবি।

লায়লা : মই মৰি যাম, তথাপিতো মোৰ প্ৰেমক, মই বিশ্বাসঘাটকতা কৰিব নোৱাৰোঁ।

ফৰিদা : তোমাৰ দুখ দেখিলে মোৰ অন্তৰখন একেবাৰে ভাঙি যায়। হায়, হায় হে খোদা! হে ৰহমতৰ দৰীয়া! হে মেহেৰবান! তুমিয়েই মদতগাৰ!

লায়লা : বুঢ়ীমা, তোমাৰ প্ৰতিটোপাল চকুৰ পানী মই চিনি পাওঁ।

**আজিজ ধৰফৰকৈ সোমাই আহে।**

আজিজ : কি হ'ল! ফৰিদা, তহঁত এতিয়াও বৈ আছ?

ফৰিদা : যাওঁ জোনাব।

**লায়লা আৰু ফৰিদা যায়। লগে লগে ৰৌচন সোমাই আহে।**

ৰৌচন : জোনাব, জোনাব-বাদশ্বাহ আহিছে।

আজিজ : আহিছে! ক'তা? ব'লা ৰৌচন আগবঢ়াই আনো।

**দুয়ো যাবলৈ ধৰোতেই হিকমত সোমাই আহে।**

হিকমত : আচ্ছলামু আলাইকুম!

আজিজ : ৱালেকুম্ চালাম।

হিকমত : বান্দাৰ নাম হিকমত। জাহাপনা চালেমৰ ইমানদাৰী বান্দা। বাদশ্বাহ আপোনাৰ মহললৈ আহিছে। প্ৰথমে আমাৰ তৰফৰ পৰা সামান্য উপহাৰ গ্ৰহণ কৰক।

আজিজ : নিশ্চয়, নিশ্চয়। ফৰিদা।

**ফৰিদা আহে। হিকমতে বাহিৰৰ ফালে চাই হাত চাপৰি মাৰি ইংগিত দিয়ে। কিছুমান ছোৱালীয়ে ডাঙৰ ডাঙৰ ৰূপ, সোণৰ পাত্ৰত উপহাৰ আনে। ছোৱালী যিমান বেছি হয় সিমানে ভাল।**

আজিজ : এওঁলোকক বাট দেখুৱাই দে ফৰিদা।

ফৰিদা : ভাল জোনাব।

**ফৰিদাই ছোৱালীকেইজনীক বাট দেখুৱাই ভিতৰলৈ লৈ যায়। ছোৱালীকেইজনীয়ে উপহাৰবোৰ ভিতৰত থৈ আকৌ ঘূৰি আহি বাহিৰলৈ যায়।**

হিকমত : **(বাহিৰলৈ চায়)** জাহাপনা আহিছে –

**বাদশ্বাহ চালেম সোমাই আহে।**

চালেম : আচ্ছালামু আলাইকুম।

আজিজ : ৱালেকুম্ চালাম। জাহাপনা, বন্দগীয়ে কি খিজমত কৰিব পাৰোঁ! তচৰিফ লওক।

**চালেম বহে।**

চালেম : **(আজিজক)** মই অহাৰ কথা আপোনাক জনোৱা হৈছে।

আজিজ : হয়, হয়।

হিকমত : **(আজিজক)** জাহাপনা অহাৰ উদ্দেশ্যও আপোনাক আগতীয়াকৈ জনোৱা হৈছে।

আজিজ : হয়, হয়।

চালেম : মই এতিয়া আপোনাৰ মতামত বিচাৰিছোঁ।

আজিজ : জাহাপনা, আমাৰনো কি মতামত! আপোনাৰ দৰে বাদশ্বাহে গৰিবৰ ফালে চকু মেলি চাই, আমাৰ বাবে সেয়াই খুচ নচিব।

হিকমত : তেতিয়াহ'লে, এই বন্দবস্ত পক্কা।

আজিজ : **(চালেমক উদ্দেশ্য কৰি।)** জাহাপনাৰ মৰ্জিয়ে আমাৰ মৰ্জি।

হিকমত : তেতিয়াহ'লে, ছোৱালীগৰাকীক এবাৰ দেখুৱাব লাগে।

আজিজ : নিশ্চয়, নিশ্চয়। ৰৌচন - নাই তুমি নালাগে। ফৰিদা, ফৰিদা -

**ফৰিদা আহে।**

আজিজ : **(ফৰিদাক)** লায়লাক জাহাপনাৰ ওচৰলৈ আনাগৈ। নাই, নাই মই নিজেই যাওঁ।

**আজিজ যায়।**

ফৰিদা : জাহাপনা, আদাব কবুল কৰক।ময়ে লায়লাৰ আলপৈচান ধৰোঁ।

হিকমত : চমৎকাৰ! বুঢ়ীমা, তোমাৰ নচিব! লায়লাৰ দৰে ৰূপৱতী ছোৱালীৰ আলপৈচান ধৰিছা!

ফৰিদা : খোদাৰ মৰ্জিত, আপোনালোকৰ দোৱাত। **(সুৰ সলায় মাত সৰু কৰি ক'ব।)** জাহাপনা, কথা এটা কওঁ বুলি ভাবিছো, ফৰমাইচ কৰাৰ আদেশৰ বাবে অপেক্ষা কৰিছোঁ।

চালেম : নিশ্চয় ক'ব পাৰা।

ফৰিদা : জাহাপনা, সৰু মানুহৰ মুখত ডাঙৰ কথা, যি চাজা হয়- দিয়ক। তথাপিতো কোৱা কথা ক'মেই। লায়লা মোৰ বৰ মৰমৰ।

হিকমত : কি ক'ব লগা আছে কোৱা বুঢ়ীমা।

ফৰিদা : লায়লাই অন্য এজন ল'ৰাক ভাল পায়।

ৰৌচন : জাহাপনা, কোৱা শুনিছোঁ ল'ৰাজনৰ লগত লায়লাৰ গোপন বিয়া হৈ গৈছে।

ফৰিদা : শুনিবলৈ কিটো আছে? বিয়া হৈ গ'ল। খোদাৰ কচম! মোৰ অন্তৰখন বৰ দৰদী। মই আনৰ দুখ দেখিব নোৱাৰোঁ। বেয়াটো সহিব নোৱাৰোঁ। আপোনাৰ যাতে বেয়াটো নহয় সেয়ে আগতীয়াকৈ কৈ থলোঁ।

চালেম : মানে তুমি মজনুৰ কথা কৈছা!

ৰৌচন : আপুনিও জানে?

হিকমত : এই দুনিয়াত মজনুক চিনি নোপোৱা কোন আছে! বেছেৰা লায়লাৰ বাবে মজনু হ'ল।

চালেম : মজনুক মোলাকাত কৰাৰ খুচ-নচিব মোৰ হৈছিল।

হিকমত : হয় নেকি?

ৰৌচন : জাহাপনা, আজিজে এইদৰে ছোৱালী দিম বুলি বহুতৰ পৰা ধন-দৌলত আদায় কৰি আহিছে। মই এজন আমিৰৰ পুত্ৰ। মোৰ লগত লায়লাক বিয়া দিম বুলি বহুত ধন আদায় কৰিলে। মোক বেইমানী কৰিলে।

চালেম : হয় নেকি! **(হাঁহে।)** বেইমানী কৰাৰ পাছতো সদাগৰৰ মহললৈ আহি আছা? **(হাঁহে।)**

ফৰিদা : নহয় মানে, **(ৰৌচনক উদ্দেশ্যে)** এওঁ আমাৰ একেবাৰে ঘৰৰ ল'ৰাৰ দৰে; ঘৰুৱা মৰমটোনো ক'ত যাব?

চালেম : **(ফৰিদাক)** এই সংবাদ দিয়াৰ বাবে লোৱা **(নিজৰ ডিঙিৰ পৰা এডাল হাৰ উলিয়াই দিয়ে।)** এয়া তোমাৰ ইনাম।

ফৰিদা : **(কুৰ্ণিছ দি)** জাহাপনালৈ হাজাৰবাৰ চালাম। চুক্ৰীয়া, চুক্ৰীয়া।

**মন মাৰি আজিজ অকলে সোমাই আহি তলমূৰ কৰি ৰয়।**

চালেম : কি হ'ল জোনাব! লায়লা নাহিল? একো নাই, মই লায়লাক দেখিছোঁ। মোৰ পছন্দ আছে। আপুনি এসপ্তাহৰ ভিতৰত বিয়াৰ বন্দবস্ত কৰক।

আজিজ : **(আচৰিত হয়।)** জাহাপনা!

চালেম : লায়লাৰ সম্পৰ্ক বহুত কথাই জানি-শুনি, মই বিয়া কৰাব আহিছোঁ। মোক লায়লাক লাগে। মাত্ৰ লায়লাক ৰাজি কৰোৱাৰ ভাৰ আপোনাৰ।

আজিজ : **(আনন্দত)** হ'ব জাহাপনা।

চালেম : হিকমত ব'লা। **(আজিজক)** জোনাব আহিছো, চালাম। **(হাঁহি হাঁহি ৰৌচনক)** ৰৌচন চাহেব, চালাম।

**কাকো কোনো কথা ক'বলৈ নিদি বাদশ্বাহ ওলাই যায়।**

হিকমত : **(ৰৌচন আৰু ফৰিদাক)** আদাবাত, আদাবাত।

**হিকমতে অৰ্থপূৰ্ণভাৱে হাঁহি হাঁহি প্ৰস্থান কৰে।**

## দ্বাদশ দৃশ্য

**অৰণ্যৰ পথ।**

**কায়েছ উদাস মনেৰে গৈ থাকে। ৰতাহ- বৰযুণ আহে। তেওঁৰ তালৈ কাণসাৰ নাই। ছিন্নপ্ৰায় সাজ। মুখখন ম্লান। মাজে মাজে হাত দুখন 'আমিন' কৰাৰ ভংগীৰে ওপৰলৈ চাই মুখৰ ভিতৰতে ভোৰভোৰায়। খন্তেক পাছত বিপৰীত ফালৰ পৰা ফৰিদা আহে।**

ফৰিদা : হায় আল্লাহ! আৰু কিমান যাব লাগিব!

**কায়েছ ফৰিদাৰ কাষেৰে পাৰ হৈ যায়। হঠাৎ ফৰিদা বৈ কায়েছলৈ চায়।**

ফৰিদা : আঐ দেহি, কাৰ ল'ৰা বাৰু? **(কায়েছৰ কাষলৈ ঘূৰি আহি।)** শুনিছানে বাপু, আপোনামনে মুখতে কি মাতিছা?

কায়েছ : খোদাৰ ওচৰত দোৱা মাগিছোঁ।

ফৰিদা : এইদৰে পথে পথে গৈ গৈ খোদাৰ ওচৰত দোৱা বিচাৰিছা?

কায়েছ : অঁ, অষ্ট প্ৰহৰ যেতিয়াই যেনে অৱস্থাত থাকো, তেতিয়াই তেনে অৱস্থাত তেওঁৰ বাবে খোদাৰ দৰবাৰত দোৱা মাংগো।

ফৰিদা : আঐ দেহি, খোদায়ে তোমাৰ ভাল কৰক! পিছে এনেকৈ কাৰ বাবে মোনাজাত কৰিছা?

কায়েছ : লায়লাৰ বাবে।

ফৰিদা : মানে আমাৰ সদাগৰ আজিজৰ কন্যা!

কায়েছ : অঁ, লায়লাৰ বাবে।

ফৰিদা : তাৰ মানে তুমি কায়েছ! মজনু!

কায়েছ : মই মজনু।

ফৰিদা : আঐ দেহি, মোৰ বাছাটো। এয়াই দুনিয়া! আউলিয়া, ফকীৰসকলে সাধনাৰ বাবে মানুহৰ মাজৰ পৰা আঁতৰি বনলৈ-অৰণ্যলৈ গৈ বাস কৰে। আৰু তুমি লায়লাৰ বাবে। হতভাগী লায়লা, তই নমৰ কিয়?

কায়েছ : তুমি লায়লাক চিনি নোপোৱা বুঢ়ীমা!

ফৰিদা : **(কন্দাৰ ভাও ধৰি।)** হায় খোদা! মই লায়লাৰ লালন-পালন কৰা, আলপৈচান ধৰা দাসী। এই এতিয়া লায়লাক তেওঁৰ শহুৰৰ ঘৰত থৈ ঘূৰি আহিছোঁ।

কায়েছ : লায়লাৰ শহুৰৰ ঘৰ!

ফৰিদা : বিয়া বুজিছা, বিয়া হৈ গ'ল। চালেম নামৰ এজন বাদশ্বাহৰ ৰূপত লায়লা পাগল। অৱশ্যে, পাগল কৰাৰ দৰে চালেমৰ চেহেৰা। লায়লা নাছোৰ বান্দা হৈ মাকক খাতিলে, চালেমৰ বাদে তাই আৰু কাকো বিয়া নকৰায়। চালেমৰ লগত যদি তাইক বিয়া নিদিয়ে তেতিয়াহ'লে তাই বিহ খাই আপোনঘাতী হ'ব। হায় খোদা!

**কায়েছৰ প্ৰতিক্ৰিয়া চায়।**

কায়েছ : লায়লা! তুমি? তুমি?

ফৰিদা : **(ইমান বিনায় দেখুৱায়।)** মই তাইক কত ঠাট্টা নকৰিলোঁ — বোলো সিদিনালৈকে তই কায়েছৰ বাবে হায়, হায় কৰিছিলি, এতিয়া?

কায়েছ : লায়লা! লায়লা!

ফৰিদা : তুমি ভাল খানদানৰ বাদশ্বাহ, লায়লাৰ কথা শুনি মনত দুখ বঢ়াই লাভ কি? তোমাৰতো দুখ লাগিবৰেই কথা। আমিতো পৰ, পৰ হৈয়ো তাইৰ কথা শুনি দুখত ভাঙি পৰিছোঁ। চাহজাদা, কি কৰিবা এয়া ৰূপ-যৌৱনৰ ডেমাকি।

কায়েছ : লায়লা-তুমি!

ফৰিদা : তাই আকৌ কয়-জীৱনটোতো পাগলামী নহয়। পাগলক লৈ কোনোবাই ঘৰ-সংসাৰ কৰে নেকি? মোৰ যদি যৌৱনেই শেষ হৈ যায়, তেতিয়াহ'লে আৰু বিয়া কৰি লাভ কি?

কায়েছ : এৰা! ঠিকেই লায়লা!

ফৰিদা : তোমাৰনো চিন্তা কৰিবলৈ কিটো আছে চাহজাদা? তুমি চালেমতকৈ সুন্দৰ নহ'ব পাৰা, সেই বুলিয়েতো পেলাই দিব পৰা নহয়। আও, যাৰ বাবে চুৰ কৰিবলৈ যাওঁ, সি বোলে চোৰ। নাই, নাই তুমি চিন্তা নকৰিবা। তুমি বহুত ছোৱালী পাবা। তোমাৰ দৰে ইমান ভালপোৱা দিব জানিলে কিমান যে ছোৱালী মজিব।

কায়েছ : ভাল পোৱা! বুঢ়ীমা, আজিৰ পৰা লায়লাৰ বাবে আৰু বেছিকৈ কৰুণা ভিক্ষা কৰিব লাগিব। হে খোদা! তোমাৰ ওচৰত চুক্ৰগুজাৰ! অন্ততঃ লায়লাক তুমি সুখী কৰিছা। মোৰ লায়লাক তুমি সুখী কৰিছা। লায়লা সুখী হওক।

**কৈ কৈ কায়েছ আঁতৰি যায়। ফৰিদা কায়েছ যোৱাৰ ফালে তবধ লাগি চায় থাকে।**

## ত্ৰয়োদশ দৃশ্য

**বাদশ্বাহ চালেমৰ অন্দৰ মহল।**

**নিশা বাদশ্বাহ চালেমে বেগম নাজ্‌লিনৰ লগত কথা পাতি থাকে।**

চালেম : বেগম, লায়লাৰ ৰূপত ময়ো মজনু হৈ পৰিছোঁ।

নাজ্‌লিন : জাহাপনা, লায়লাৰ প্ৰতি মোৰ ঈৰ্ষা হ'ব ধৰিছে।

চালেম : বিবি!

নাজলিন : জাহাপনা, খং নাখাব। মই ক'ব বিছাৰিছোঁ, লায়লাই এই সংসাৰত দুজনকৈ মজনু কৰালে; কিন্তু মই আনকতো বাদেই, নিজৰ স্বামীকে মজনু কৰিব নোৱাৰিলোঁ।

চালেম : **(হাঁহি)** বিবি, মোৰ অন্দৰ মহলৰ আনবিলাক বেগমতকৈ তুমি বেছি প্ৰিয়। সেই বাবে লায়লাক বিবাহ কৰোৱাৰ অনুমতি তোমাৰ পৰা লৈছিলোঁ।

নাজ্‌লিন : এতিয়ানো মই আৰু ক'ত প্ৰিয় হৈ থাকিম! লায়লা আহিল যেতিয়া মোতকৈ তেওঁহে আপোনাৰ বেছি প্ৰিয় হ'ব!

চালেম : মই বহু নাৰী দেখিছোঁ, বহু নাৰীৰ সংগ-লিপ্সাৰে বহু ৰজনী অতিবাহিত কৰিছোঁ। কিন্তু লায়লাৰ দৰে ইমান ৰূপ কতিয়াও দেখা নাই।

নাজ্‌লিন : হ'ল, হ'ল মনে মনে থাকক। মই বহি থাকোতে অন্য এগৰাকী নাৰীৰ প্ৰসংশা কৰিবলৈ আপোনাৰ বেয়া ল'গা নাইনে?

চালেম : ঈৰ্ষা জন্মিছে! তোমালোক নাৰীজাতিটোৱেই এনেকুৱা। আন এগৰাকী নাৰীৰ প্ৰসংশা শুনিব নোৱাৰা। ঈৰ্ষাত জ্বলি-পুৰি মৰা।

নাজ্‌লিন : ইচ্!

চালেম : জানা বিবি, চোৰে গৃহস্থৰ ঘৰত চুৰি কৰিবলৈ আহি, চন্দুক খুলি যদি দেখে দুনিয়াৰ শ্ৰেষ্ঠ হীৰা-মাণিক-জহ্‌ৰত সন্মুখত জল্‌মল্ কৰিছে, তেতিয়া চোৰে হতভম্ব হৈ সেইখিনি স্পৰ্শ কৰিবই নোৱাৰা হয়। মোৰ মনৰ মাজতো লায়লাক দেখি তেনে এটা আতংক জাগি উঠে।

নাজ্‌লিন : **(হাঁহি)** নাৰী মাংস লোভী, কামুক বাদশ্বাহ চালেমৰ মুখত এনে কথা সচাকৈ আচৰিত।

চালেম : বেগম, তুমি যোৱা লায়লাক লৈ আনা।

**নাজ্‌লিন যায়। খন্তেকৰ পাছত লায়লাক লৈ আহি বিছনাত বহোৱাই থৈ যায়গৈ। চালেমে লায়লাক একে থিৰে চাই থাকে। এবাৰত লাহে লাহে আগুৱাই যায়। চালেমে লায়লাক স্পৰ্শ কৰিবলৈ বিচাৰে। লায়লাই ভয় আৰু আচৰিতভাৱে চালেমলৈ চাই পিছহোঁহোকে।**

চালেম : **(কঠোৰা মাতেৰে।)** লায়লা! **(সুৰ পৰিৱৰ্তন কৰি কোমল মাতেৰে।)** আজি আমাৰ জীৱনৰ প্ৰথম মধু-যামিনী, কিন্তু তুমি এনে যেন দেখুৱাইছা, তুমি যেন পৰস্ত্ৰী।

লায়লা : আপোনাৰ অনুমান ঠিক, মই সচাই পৰস্ত্ৰী।

চালেম : **(খঙত)** তাৰ মানে!

লায়লা : মাৰতো বিবাহ হৈ গৈছে।

চালেম : তেতিয়াহ'লে তুমি এই বিয়াত সন্মতি জনাই মোৰ লগত এইদৰে ৰসিকতা কৰিলা কিয়?

লায়লা : এই বিয়াত মোৰ সন্মতি নাছিল।

চালেম : তুমি কি ক'ব বিছাৰিছা!

লায়লা : সাত-পৰ্দাৰ মাজত আৱদ্ধ কৰি ৰখা নাৰীক সুধি জানো আপোনালোকৰ নিচিনা পুৰুষে কাম কৰে? অন্তৰৰ কথা বুজি জানো মাক-বাপেকে ছোৱালীৰ বিয়াৰ বন্দৱস্ত কৰে?

চালেম : লায়লা! যেনেকৈ নহওক তুমি এজন স্বামীক এৰি আহি, আকৌ আন এজনৰ ওচৰলৈ আহিব পাৰিলা; তেন্তে এইদৰে বহু পুৰুষৰ ওচৰলৈ যোৱাতো তুমি অভ্যস্ত—

লায়লা : জাহাপনা!

চালেম : তুমি যেতিয়া অভ্যস্তই, তেতিয়া মোৰ কাষলৈ চাপি অহাত আপত্তি কি?

**চালেম আগবাঢ়ে। লায়লা পাছুঁৱে যায়।**

লায়লা : যি নাৰীৰ সম্বন্ধে আপোনাৰ এনে ধাৰণা, তেনে নাৰীক স্ত্ৰীৰূপে পাই আপোনাৰ কোনো লাভ নহ'ব।

চালেম : মোৰ লাভ-লোকচানৰ কথা তোমাতকৈ মই ভালকৈ বুজো। তোমাৰ নিচিনা নাৰীক প্ৰকৃততে কোনেও স্ত্ৰীৰূপে নিবিচাৰে। বিচাৰে অন্য বাৰেপৈয়াঁতী ৰমণীৰ দৰে। আহা, সেইভাৱে গ্ৰহণ কৰাতো মোৰ আপত্তি নাই।

লায়লা : জাহাপনা!

চালেম : তুমি যদি স্বইচ্ছাই তোমাৰ শৰীৰ মোক অৰ্পণ নকৰা তেতিয়াহ'লে মই তোমাক নিৰ্যাতিন কৰিবলৈ বাধ্য হ'ম।

লায়লা : যি ইচ্ছা তাকে কৰক। তথাপিতো মই আপোনাৰ হ'ব নোৱাৰো। মই কায়েছৰ- মজনুৰ।

চালেম : তেন্তে সেয়ে হ'ব। (**বেৰত আঁৰি থোৱা চাবুক আনি লায়লাক মাৰিবলৈ যায়।**) এতিয়া কোৱা, তুমি কাৰ?

লায়লা : (**নিৰ্ভিকভাৱে**) মজনুৰ।

চালেম : কি!

**চালেমে লায়লাক চাবুকেৰে প্ৰহাৰ কৰিবলৈ উদ্যত হয়। এনেতে কোবেৰে নাজ্‌লিন আহি সেইখিনিত উপস্থিত হয়।**

নাজ্‌লিন : জাহাপনা!

চালেম : বেগম!

নাজলিন : হ'ব জাহাপনা, ইমান পুৰুষালী দেখুৱাতো ভাল নহয়।

চালেম : বেগম, তুমি ইয়াত কিয়?

নাজলিন : নাৰী নিৰ্যাতিন মোৰ সহ্য নহয়।

চালেম : যোৱা বেগম, তুমি ইয়াৰ পৰা আঁতৰি যোৱা। চাওঁ এই অহংকাৰিণীৰ অহংকাৰ কিমান।

নাজ্‌লিন : জাহাপনা, আপুনি লায়লাৰ ৰূপত বলিয়া হৈ তেওঁক বিয়া কৰাবলৈ মোৰ অনুমতি বিচাৰিছিল, আপোনাৰ যাতে সুখ হয়-তাক ভাবি এই বিয়াত অনুমতি প্ৰদান কৰিছিলোঁ। কিন্তু অবলা নাৰীৰ ওপৰত নিৰ্যাতিন চলাবলৈ নহয়।

চালেম : **(কিছু শান্ত হয়।)** বেগম।

নাজ্‌লিন : হয় জাহাপনা।

চালেম : কিন্তু এই কচ্‌বী ——

লায়লা : নহয় জাহাপনা, মই কচ্‌বী নহয়। মই সতী নাৰী, মোৰ স্বামী বৰ্তমান।

চালেম : **(ব্যংগ সুৰত)** অ, তোমাৰ স্বামী সেই পাগল ভিক্ষাৰীটো!

লায়লা : ঠিকেই, মোৰ স্বামী সেই পাগল, ভিক্ষাৰী। মই সেই ভিক্ষাৰীৰ, পাগলৰ পত্নী।

নাজ্‌লিন : জোৰ কৰি লায়লাৰ পৰা নিজৰ-লালসা পূৰ্ণ কৰিব নোৱাৰিব জাহাপনা।

চালেম : মানুহক সাক্ষী কৰি মই লায়লাক নিকাহ কৰাইছোঁ, সেই দাবীত তেওঁক মই নিজৰ কৰি পাব বিচাৰোঁ।

লায়লা : আপুনি নিশ্চয়কৈ সেই দাবী উত্থাপন কৰিব পাৰে। মই সেই দাবী পূৰণ কৰাত বাধ্য। আপুনি যি কয় - মই তাকে কৰিব লাগিব। কিন্তু মোৰ দেহাহে আপুনি পাব। মোক নাপায়। মোৰ অন্তৰখন নাপায়। যদি মোৰ দেহাই আপোনাৰ কামনা, তেন্তে আহক, আপুনি মোৰ দেহাৰ ওপৰত যি ইচ্ছা তাকে কৰক। মই ভাবি ল'ম-মোৰ দেহাত শিয়াল, শগুণে দংশন কৰিছে মাত্ৰ। মোৰ মনত সেই বিশ্বাস আছে যে এই ৰক্তমাংসৰ দেহাতকৈ বহু উৰ্দ্ধত মই।

চালেম : লায়লা!

**চালেমে বহু সময় লায়লালৈ চাই জথৰ লাগে। সঘনে মুখৰ ভাব পৰিৱৰ্তন হ'ব ধৰে। নিজে ক'ব নোৱাৰাকৈ অষ্ঠ-কণ্ঠ শুকাই যায়। শৰীৰ কঁপিবলৈ ধৰে। নিজৰ বাস্তৱ অৱস্থাক লুকুৱাবলৈ চেষ্টা কৰে। কিন্তু ব্যৰ্থ হয়। লায়লাই হঠাৎ ওচৰত থকা চোৰাহীৰ পৰা পানী আনি চালেমক দিয়ে। চালেম অবাক হয়।**

চালেম : মোৰ সচাকৈয়ে পিয়াহ লাগিছিল। কিন্তু তুমি কিদৰে জানিলা!

লায়লা : মই আপোনক দেখিয়েই জানিব পাৰিছোঁ। লওক নিজৰ সকলো কু-তৃষ্ণা এই পবিত্ৰ পানী পান কৰি শেষ কৰি দিয়ক।

**চালেমে লায়লাৰ হাতৰ পৰা লাহে লাহে পানী লয় আৰু লায়লালৈ পবিত্ৰ চাৱনিৰে চাই থাকে। একোবাৰত একে শোহাই পানীখিনি পান কৰে।**

চালেম : **(অতি শান্ত আৰু কাতৰভাৱে।)** তোমাক জয় কৰিবলৈ আহিছিলোঁ। কিন্তু জয় হ'ল তোমাৰ, হাৰি গ'লো মই।

লায়লা : খোদা! খোদাই মোৰ মান ৰক্ষা কৰিলে আৰু ৰক্ষা কৰিলে আপোনাৰ মৰ্যাদা।

**চালেমে পবিত্ৰ ভাবেৰে লায়লাৰ কাষলৈ গৈ অতি আলফুলকৈ হাতত ধৰে। দুয়ো দুয়োলৈ সৰগীয় চাৱনি নিক্ষেপ কৰে।**

চালেম : লায়লা!

লায়লা : জাহাপনা!

**চালেমৰ ভৰিত ধৰি তচ্‌লিম কৰে। চালেমে শিৰত হাত থৈ আশীৰ্বাদ দিয়ে। তাকে দেখি নাজ্‌লিনৰ চকুৰে আনন্দ-অশ্ৰু বৈ যায়।**

নাজ্‌লিন : জাহাপনা!

চালেম : **(লায়লাক)** কোৱা তোমাৰ বাবে কি কৰিব পাৰো ভনী।

লায়লা : ভনীয়েক মান-মৰ্যদা ৰক্ষাৰ বাবে কি কৰাৰ দৰকাৰ তাক জানো ককায়েকক ক'ব লাগে!

চালেম : খোদাৰ দৰবাৰত দোৱা মাংগিছোঁ, তোমাৰ ৰাজভিক্ষাৰী মজনু তোমাৰ ওচৰলৈ যেন ঘূৰি আহে। সেই দিনা কিন্তু-বাদশ্বাহ হৈয়ো দালদৰিদ্ৰ তোমাৰ এই ভাইজানক পাহৰি নাযাবা।

**দুয়ো দুয়োৰে হাত লাহে লাহে এৰি দিয়ে। দুয়ো পিছুহোঁহোকে। দুয়োৰে চকুৰেদি চকু-পানী বাগৰি পৰে। নাজ্‌লিন মাজলৈ আহি লায়লাক সাবটি ধৰে। লায়লাই বাহিৰৰ ফালে ঘূৰে।**

লায়লা ঃ কায়েছ! মোৰ মজনু! মোৰ দিলজান। কায়েছ - - -

লায়লা পাগলীৰ দৰে বাহিৰলৈ দৌৰে। চালেম আৰু নাজ্‌লিন লাহে লাহে লায়লা যোৱাৰ ফালে কিছু আগুৱাই যায়। দুয়ো সেইফালে চাই থাকে। দুয়োৰে চকুৰে মুখে সৰগীয় আভা ফুটি উঠে।

## শেষ দৃশ্য

**অৰণ্যৰ পথ।**

**ধুমুহা-বতাহ আহি থাকে।**

**লায়লাই আউলি-বাউলি হৈ সোমাই আহে।**

লায়লা : কায়েছ! মজনু! দিলজান! মোৰ কায়েছ, আজি তুমি ক'ত আৰু মই ক'ত? মোৰ বাবে তুমি আজি কোন অৰণ্যত অনাহাৰে পৰি আছা? আৰু মই তোমাক বিচাৰি এই অৰণ্যৰ আন্ধাৰ, দুনীয়াৰ গঞ্জনা মূৰত লৈ পাগলীৰ দৰে ঘূৰি ফুৰিছোঁ। এয়া কি প্ৰেমৰ সাধনা! ইমান কঠোৰ এই তপস্যা! মজনু- মজনু-

**লায়লা দৌৰি বাহিৰ ফালে যায় গৈ।**

**ধুমুহা-বতাহ হৈ থাকে। খন্তেক পাছত**

**ৰৌচন সোমাই আহে।**

ৰৌচন : কিমান যাবি লায়লা! ক'ত বিচাৰি পাবি তোৰ মজনুক! তই মোক চিনি নাপালি! তোক এই দুনীয়াৰ পৰা আঁতৰাই পঠাবৰ বাবে মই বাদশ্বাহ চালেমৰ মহললৈও গৈছিলোঁ। লায়লা, তোৰ পিছ লৈছোঁ, তোৰ মৌত নোহোৱা পৰ্যন্ত মোৰ শান্তি নাই। লায়লা-মজনুৰ প্ৰেমৰ মই হ'ম প্ৰতিবন্ধক! (হাঁহে) লায়লা-মজনু, তহঁতক মই -

**ৰৌচন, লায়লা যোৱাৰ ফালে যায়।**

**ধুমুহা-বতাহ হৈ থাকে। খন্তেক পাছত**

**মজনু উদাস মনেৰে সেইখিনি পাইহি।**

**হঠাৎ যেন কিবা এটা অজান আতংকত**

**বৈ দিয়ে।**

কায়েছ ঃ কি হ'ল ! মোৰ দেখোন অন্তৰখনে হাঁহাকাৰ কৰিছে ! হে খোদা, হে মেহেৰবান ! তুমি মোৰ প্ৰেমৰ এই কঠোৰ ইন্তাহান লৈছা কিয় ? মোৰ অন্তৰে, মোক চিঞৰি চিঞৰি কৈছে - লায়লাই মজনুক বিচাৰি পাগলী হৈ এই অৰণ্যৰ মাজে মাজে চিঞৰি ফুৰিছে। লায়লাৰ প্ৰেম - - - আৰাধনাৰ নতুন মূৰ্তি মোৰ দিলত চিৰ বিৰাজমান। লায়লাই মোক বিচাৰি আহিছে। লায়লাই সমাজৰ বন্ধন চিঙি অনন্ত ৰূপৰ চিৰ মাধুৰী লৈ মোৰ আন্ধাৰ অন্তৰত চিৰ আলোকিত কৰিবলৈ দৌৰি আহিছে। মই গৈছোঁ লায়লা, তোমাৰ কাষলৈ গৈছোঁ। লায়লা, আমাৰ প্ৰেমত বিচ্ছেদ নাই। বিৰহৰ ভয় নাই, সমাজ-বন্ধনৰ ভয় নাই। চিৰ প্ৰণয়, চিৰ মাধুৰীৰ অবিচ্ছিন্ন আমি দুজনা। লায়লা - লায়লা - লায়লা- - -

**কায়েছ যায়। ধুমুহা-বতাহ বেছিকৈ আহে। খন্তেক পাছত আকৌ লায়লা সৈইখিনি পায়হি।**

লায়লা ঃ হে খোদা ! শুনিছোঁ, তোমাক অন্তকৰণৰ পৰা মাতিলে; তোমাক যি বিচৰা যায় তাকে দিয়া। হে ৰহমত ! মোক একোকে নালাগে, মাত্ৰ এটিবাৰ, এটিবাৰ মাত্ৰ তুমি মোক; মোৰ কায়েছক - মজনুক দিয়া ! এয়া মই অন্তকৰণেৰে তোমাৰ দৰবাৰত ভিক্ষা বিছাৰিছোঁ।

**ৰৌচন সোমাই আহি, লায়লাক দেখি থমকি ৰয়। লায়লাক আগভেটি ধৰে।**

ৰৌচন ঃ দেখুৱাম, মজনুক দেখুৱাম।

লায়লা ঃ কোন ? ৰৌচন !

ৰৌচন ঃ লায়লা, মোৰ অন্তৰত আদিম কামনাৰ সহস্ৰ বহ্নি শিখা এতিয়াও জ্বলি আছে। শতবাৰ চেষ্টা কৰিলেও সেই বহ্নি শিখাক কোনেও নুমুৱাব নোৱাৰে। তোৰ মৌতে, তোৰ মৃত্যুয়ে মোৰ কামনাৰ জুই শাঁত পেলাব।

লায়লা ঃ ৰৌচন, মই তোমাক কাতৰ অনুৰোধ কৰিছো এবাৰৰ বাবে মজনুক লগ পাব দিয়া।

ৰৌচন ঃ (হাঁহে)

লায়লা ঃ খোদাৰ দোহাই ৰৌচন, মোক মজনুক লগ পাবলৈ দিয়া। মোক যাবলৈ দিয়া।

**যাবলৈ ধৰে।**

ৰৌচন ঃ **(হাঁহি)** দিম। মজনুক লগ পাবলৈ দিম। এয়া লঁ।

**ৰৌচনে কঁকালৰ পৰা ডেগাৰ এখন উলিয়াই লায়লাৰ গালৈ মাৰি পঠায়। ডেগাৰখন লায়লাৰ গাত লাগে।**

লায়লা ঃ **(যন্ত্ৰণাত)** আঃ ৰৌ-চ-ন!

ৰৌচন ঃ **(হাঁহি)** আজি মোৰ অন্তৰলৈ শান্তি আহিছে। মই প্ৰতিশোধ ললোঁ। ভীষণ প্ৰতিশোধ। **(আকৌ হাঁহে।)** যা এতিয়া, লায়লা-মজনুৱে মহব্বতৰ দৰিয়াত উটি-ভাহি ফুৰগৈ। লায়লা-মজনুৰ প্ৰেম!

**হাঁহি হাঁহি ৰৌচন আঁতৰি যায়। কিছু দূৰ যোৱাৰ লগে লগে ধুমুহাত ডাঙৰ গছ এজোপা উঘালি ৰৌচনৰ গাত পৰে।**

ৰৌচন ঃ **(যন্ত্ৰণাত ছাটি ফুটি কৰে।)** আঃ- হে খোদা! মই গুণাহ কৰিলো মোৰ গুণাহৰ ফল হাতে হাতে দিলা! মই - মই --- লায়লা, মজনু তহঁতে মোক --- তহঁত অমৰ হ'।

**ৰৌচনৰ থিতাতে মৃত্যু হয়।**

লায়লা ঃ মজনু - কায়েছ - কায়েছ ---

**লায়লা মৃত্যু কাতৰভাৱে আগবাঢ়ে। এনেতে কায়েছ সোমাই আহি, লায়লাক তেনে অৱস্থাত দেখি সাৱটি ধৰে।**

কায়েছ ঃ লায়লা, লায়লা ---

লায়লা ঃ কায়েছ!

কায়েছ ঃ এয়া তোমাৰ কি হ'ল লায়লা?

লায়লা ঃ মই এই সংসাৰ ত্যাগ কৰি যাবলৈ ওলাইছো কায়েছ।

কায়েছ ঃ তুমি আৰু মই অবিচ্ছেদ্য। মোৰ মাজত তুমি অনু-পৰমাণু হৈ মিলি গৈছা।

লায়লা ঃ মোৰ মজনু ---

কায়েছ ঃ মই আহিছো লায়লা, মই আহিছো। তোমাক মোৰ ওচৰৰ পৰা কোনেও আঁতৰাই নিব নোৱাৰে।

**লায়লাৰ গাত লাগি থকা ডেগাৰখন এৰোৱাই কায়েছে নিজৰ হাতত লয়।**

কায়েছ ঃ আমাক, আমাৰ প্ৰেমক, লায়লা-মজনুৰ প্ৰেমক আজি সমাজে বুজি নাপালে। আমাৰ অন্তৰখন কোনেও বুজি নাপালে। লায়লাই নিজৰ অন্তৰ এতিয়া আৰু দেখুৱাব নোৱাৰে। কিন্তু, মোৰ অন্তৰ! চোৱা, চোৱা মোৰ অন্তৰৰ ভিতৰখন চোৱা।

**ক'ব নোৱাৰাকৈ নিজৰ বুকুত ডেগাৰখন বহোৱাই দিয়ে। লগে লগে দুয়ো দুফালে চিটিকি পৰে।**

কায়েছ ঃ আঃ!

লায়লা ঃ কায়েছ।

কায়েছ ঃ লায়লা, আজি নহ'লেও আমাৰ প্ৰেমক এদিন দুনীয়াৰ মানুহে বুজিব। যুগ, যুগ ধৰি আমাৰ প্ৰেম অমৰ হৈ ৰ'ব। আমাৰ প্ৰেমৰ সাধনা অথলে নাযায়। খোদা, তুমি আমাৰ প্ৰেমৰ সাক্ষী।

লায়লা ঃ কায়েছ, মোৰ ওচৰলৈ আহা, এবাৰ তুমি মোক স্পৰ্শ দিয়া।

কায়েছ ঃ চোৱা লায়লা, তোমাৰ বাবে এই গোলাপ পাহ লৈ আহিছোঁ। **(গোলাপ ফুল এপাহ কঁকালৰ পৰা উলিয়াই।)** আৰু এয়া আধা খোৱা খেজুৰৰ টুকুৰা ---

লায়লা ঃ দিয়া, মোৰ চুলিত ফুল পাহ গুজি দিয়া আঃ ---

**উঠিব খুজি পৰি যায়।**

কায়েছ ঃ আঃ - লায়লা, লায়লা যিমান দিন তোমাৰ কাষে কাষে ঘূৰিছোঁ, সিমান দিন তোমাক পোৱা নাই। --- লায়লা, দেহ, যৌৱনে আমাক কোনো দিনে প্ৰৱঞ্চনা কৰিব নোৱাৰিলে। দেহ, যৌৱন মাত্ৰ কেইটামান বছৰৰ বাবে। --- এতিয়া আমাৰ দেহ, যৌৱন আঁতৰি যাব --- কিন্তু আমাৰ প্ৰেম জানো আঁতৰি যাব? আমাৰ প্ৰেম প্ৰবিত্ৰ। প্ৰেম নমৰে, প্ৰেম নুশুকায়। স্বৰ্গীয় প্ৰেমৰ বাবে জীৱন উৰ্ছ্গা কৰিছোঁ। অন্ততঃ প্ৰেম-সাগৰত এদিন তুমি আৰু মই মিলিত হ'মেই। আমাক ---

লায়লা ঃ কায়েছ - মজনু - মজনু - আঃ - - -

কায়েছ ঃ আমাৰ মিলন হ'বই লায়লা।

লায়লা ঃ হে খোদা, আমাক বেহেস্ত নচিব কৰা।

কায়েছ ঃ খোদায়ে আমাক বেহেস্তত মিলন কৰাব। নহ'লে লায়লা, সৃষ্টিৰ শেষত, আখেৰিৱক্তৰ দিনা, কেয়ামতৰ দিনা আমি খোদাৰ ওচৰত কৈফিয়ৎ বিচাৰিম।

লায়লা ঃ কায়েছ - - -

কায়েছ ঃ লায়লা - - -

**কায়েছৰ হাতৰ পৰা গোলাপ ফুল আৰু খেজুৰৰ টুকুৰা পৰি যায়। কায়েছ মাটিত ঢলি পৰে।**

লায়লা ঃ মজনু - - -

কায়েছ ঃ লায়লা - - -

**চোঁচৰি চোঁচৰি আহি দুয়ো দুয়োৰে হাতত ধৰে। দুয়োৰে মুখত স্বৰ্গীয় নিষ্পাপ হাঁহি বিৰিঙি উঠে।**

কায়েছ ঃ লায়লা!

লায়লা ঃ মজনু!

**দুয়োৰে মৃত্যু হয়।**

**যৱনিকা**

## প্ৰথম অভিনয়

নাবিক, লখিমপুৰ

অভিনয়ত ঃ
অৰুণ দত্ত, প্ৰয়াত চম্পক দত্ত, বিদ্যাধৰ বৰা, অতুল গগৈ,
নন্দকিশোৰ মহেশ্বৰী, বিধান ৰঞ্জন দত্ত, প্ৰয়াত ভৈৰৱ ভৰালী
প্ৰদীপ কাকতী, ভুবন দত্ত, প্ৰতাপ শৰ্মা, বিষ্ণু খাৰঘৰীয়া,
গোলেন গগৈ, গনেশ দাস, দিলীপ কুমাৰ গগৈ, গৌতম বৰা
ৰাজু কাকতী, লীলাৱতী মজুমদাৰ, প্ৰয়াত বন্তি হাজৰিকা
প্ৰশান্ত বৰা

নাট্যকাৰ আৰু পৰিচালনা ঃ
আলি হাইদৰ

## নেপথ্য আলাপ ৬

বন্ধুবৰ চৈয়দ ছাহদুল্লাই (আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ শিল্পী) এটা সচা কাহিনী মোক কৈছিল আৰু কাহিনীটোক লৈ এখন নাটক লিখাৰ বিষয়েও কৈছিল। এগৰাকী গাভৰুৱে ঘৰৰ চালত উঠি ঘৰৰ চাল চোবাৰ বাবে এঘৰীয়া হোৱাৰ এটা ঘটনা কৈছিল। তেওঁ কোৱা ঘটনাৰ মূল একে ৰাখি বাকী কথাবস্তু নিজা ধৰণেৰে সজাই 'খবৰ' নাটকখন লিখিছিলোঁ। ১৯৮৪ চনত নাটকখন মঞ্চস্থ কৰা হৈছিল। একেখিনি শিল্পীৰ দ্বাৰা আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰয়ো সংপ্ৰচাৰ কৰিছিল।

চৰিত্ৰ লিপি ঃ

নৰ -

মণ্ডল -

ডম্বৰু -

হেদায়ত -

কনক -

প্ৰথম গঞা -

দ্বিতীয় গঞা -

তৃতীয় গঞা -

প্ৰথম ল'ৰা -

দ্বিতীয় ল'ৰা -

তৃতীয় ল'ৰা -

কণপাহি -

পদুম -

কিছুমান ল'ৰা আৰু কিছুমান গঞা।

## প্ৰথম দৃশ্য

**এখন মুকলি ঠাই।**

**গঞাৰ মেল। এখন আসনত মণ্ডল বহি থাকে। সকলো মানুহ ভাগে ভাগে বহি থাকে। নৱই থিয় হৈ কথা কয়।**

নৱ : ৰাইজ, চাব যাতে বিচাৰ একপক্ষীয় নহয়।

ৰাইজ : ঠিক, ঠিক আমাৰ বাপুৱে ঠিকেই কৈছে - বিচাৰ একপক্ষীয় হ'ব নালাগে।

নৱ : ৰাইজৰ মেল, ৰাইজৰ বিচাৰ, সকলো ফালে গমি-পিতি চাই বিচাৰৰ ৰায় হ'ব লাগে।

ৰাইজ : হয় - হয় —

প্ৰথম গঞা : হজ কৈছে দেই —

দ্বিতীয় গঞা : হেজাৰ হওঁক পঢ়া-শুনা কৰাতো —

প্ৰথম গঞা : হওক তেও গাঁওখনৰে মংগল —

দ্বিতীয় গঞা : এৰা, এই ডেকামখাই চোৱাহে চোৱা —

নৱ : মোৰ কথা হ'ল - ধনী-দুখীয়া, পুৰুষ-তিৰোতা, জাত-পাত এইবোৰ লৈ কাকো যাতে চোৱা নহয়। সকলোকে গাঁৱৰ একোজন মানুহ-বাসিন্দা হিচাপে ল'ব লাগে।

ৰাইজ : ঠিক, ঠিক একেবাৰে হজ কথাকে কোৱা হৈছে।

তৃতীয় গঞা : তেতিয়াহ'লে পলম কৰাৰ সকাম নাই।

ৰাইজ : হয় - হয় পলম কৰাৰ সকাম নাই। মণ্ডল দেউতাৰ মুখৰ বাইক শাৰীলৈ বাট চাইছোঁ।

**মণ্ডলে চাৰিওফালে চাই সকলোৰে মুখৰ ভাব লক্ষ্য কৰে। বিশেষকৈ নৱৰ মুখৰ ভাব লক্ষ্য কৰে। নিজক সংযত কৰি।**

মণ্ডল : মই? মই কি ক'ম? ৰাইজৰ মতেই মত —

ৰাইজ : হ'লেও - দেউতাই কিবা এটা নক'লে কেনেকৈ হ'ব?

মণ্ডল : আমাৰ বয়স হ'ল। ডেকা ল'ৰা উঠি অহা ল'ৰা — নৱকান্তহঁতেই কথাবোৰ গমি-পিতি চাওঁক —

ৰাইজ : এ - সেইটো কি দৰে হ'ব?

মণ্ডল : মোৰো একে কথা, বিচাৰ একপক্ষীয় হ'ব নালাগে।

ৰাইজ : হয় - হয় —

মণ্ডল : জাত-পাত, পুৰুষ-তিৰোতা হিচাপে বিচাৰ হ'ব নালাগে —

ৰাইজ : একেবাৰে হজ কথা —

মণ্ডল : গাঁৱৰ পৰম্পৰা অটুত ৰাখি বিচাৰ হ'ব লাগে।

দ্বিতীয় গঞা : মণ্ডল দেউতাই আমাৰ মেলৰ ৰায় দিয়ে —

মণ্ডল : হেৰ' মই নহয় - মেলুৱৈয়ে মেলৰ ৰাই দিয়ে —

ৰাইজ : ঠিকেই, ঠিকেই —

মণ্ডল : মই নিমিত্তহে মাত্ৰ - গাঁৱৰ ৰাইজে যি ভাল দেখে মোৰো সেয়াই।

ৰাইজ : এ - ক'ব লাগিছেনে —

নৱ : ৰাইজ, এইদৰে কথাত কথা বঢ়াই লাভ নাই। আচল কথালে আহিব লাগে।

মণ্ডল : ঠিকেই। কণপাহি আৰু কণপাহি মাকৰ বিচাৰখন গঞাই নিষ্পত্তি কৰিব লাগে।

প্ৰথম গঞা : নিষ্পত্তি নহয় দেউতা, আৰম্ভ কৰিব লাগে।

দ্বিতীয় গঞা : একে কথা, আৰম্ভ কৰি নিষ্পত্তি কৰিব লাগে।

মণ্ডল : আমি কণপাহিহঁতৰ সকলো কথা জানোৱেই। মেলত সকলো কথা উত্থাপন হৈছে। গতিকতে এই বিষয়ে গঞাই কি ভাবে কওঁক।

তৃতীয় গঞা : আমাৰনো কিনো আছে - মণ্ডল দেউতাই যি ভাল দেখে তাকে কৰক —

ৰাইজ : ঠিকেই - ঠিকেই —

হেদায়ত : মণ্ডল দেউতা, ছোৱালীজনীয়ে নাজানি কিবা এটা কৰিলে - তাকে চাই, ঘৰখনৰ মুখলৈ এবাৰ চাব।

ডম্বৰু : এৰা আমাৰ জোনাবে ঠিকেই কৈছে।

মণ্ডল : চাবলৈ কিটো আছে ?

| | | |
|---|---|---|
| হেদায়ত | ঃ | তাতে মাকৰো বেমাৰ — |
| মণ্ডল | ঃ | সেইবোৰ কথা মেলত উলিয়ালে কি হ'ব? কাণ্ড এটা কৰাৰ আগতে আগ-পিছ চাব লাগে। |
| ৰাইজ | ঃ | হয় - হয় — |
| মণ্ডল | ঃ | গতিকতে মই ভাবো কণপাহিহঁতক এঘৰীয়া কৰিব লাগে। সিহঁতৰ ছাঁটোকে গছকিব নেলাগে - নে ৰাইজে কি কয়? |
| ৰাইজ | ঃ | আমাৰনো কিটো আছে ? |
| তৃতীয় গএগ | ঃ | মণ্ডল দেউতাৰ কথাতনো আমি কি ক'ম? |
| ডম্বৰু | ঃ | তথাপিতো ৰাইজ, ইমান ডাঙৰ শাস্তি এটা নিদিলে নহয়নে? |
| ৰাইজ | ঃ | আমাৰ কি কথা আছে — |
| দ্বিতীয় গএগ | ঃ | দেউতাই বিচাৰ কৰি চাওঁক — |
| প্ৰথম গএগ | ঃ | বিচাৰত যি ভাল দেখে কৰক — |
| ৰাইজ | ঃ | হয় - হয় — |
| প্ৰথম গএগ | ঃ | আগে পাছে যিটো হৈ আহিছে - সেইটো হেই হওক — |
| দ্বিতীয় গএগ | ঃ | এৰাতো, বিচাৰৰ ৰায় দেউতাই দিব — |
| ৰাইজ | ঃ | এৰা, এৰা — |
| তৃতীয় গএগ | ঃ | দেউতাই এতিয়া কিবা এটা ক'লেই হ'ল। আমি দেউতাকেই গাঁৱৰ গিয়ানিজন বুলি মানি আহিছোঁ — |
| মণ্ডল | ঃ | ইয়াতনো বিচাৰ কৰিব লগা কিটো আছে? মইতো কলোৱেই গাঁৱৰ নীতি-নিয়ম নামানিলে তাক শাস্তি দিবই লাগিব। সেয়াই আমাৰ তেহানিৰে পৰা চলি অহা নিয়ম। |
| ৰাইজ | ঃ | হয় - হয় কিয় নহয়? |
| মণ্ডল | ঃ | গতিকতে ৰাইজে, যি শাস্তি ভাল দেখে তাকে কৰক - নিজৰ ভুল স্বীকাৰ কৰি গাঁৱৰ বুঢ়া-মেথাকে ধৰি ৰাইজক ক্ষমা খুজিব লাগে। |
| ৰাইজ | ঃ | ঠিক, ঠিক, দেউতাই সজ কৈছে — |
| ডম্বৰু | ঃ | ক্ষমা খোজাটো ডাঙৰ কথা নহয়। |
| হেদায়ত | ঃ | এৰা, সেয়া ৰাইজৰ দোৱাহে লোৱা হ'ব। |
| মণ্ডল | ঃ | লগতে পাঁচ শ টকা জৰিমনা — |
| হেদায়ত | ঃ | কি! |

**হেদায়ত আচৰিত হৈ মণ্ডললৈ চায়। ৰাইজৰ গুণ্‌গুণনি।**

মণ্ডল : আৰু লগতে ৰাইজক ভোজ এটা দিব লাগিব।

হেদায়ত : ইমান ডাঙৰ শাস্তি দিয়াতো উচিত নহ'ব দেউতা --

মণ্ডল : কিম্বা জৰিমনা নিদিয়া পৰ্যন্ত এঘৰীয়া হৈ থাকিব লাগিব।

হেদায়ত : দেউতা, খোদালে চাই, ঘৰখনৰ মুখলৈ চাই শাস্তিটো অলপ কমাই দিয়ক --

মণ্ডল : কণপাহিহঁত তোৰনো কি হয়? তই যে ইমান কাউবাউখন লগাইছ-

**ৰাইজৰ গুণ্‌গুণনি।**

হেদায়ত : মোৰনো কি হ'ব? গাঁৱৰ আন দহঘৰৰ যি হয় মোৰো সেয়াই।

মণ্ডল : যেনে কৰ্ম তেনে ফল ভোগ কৰিবই লাগিব।

ৰাইজ : ঠিক, ঠিক --

মণ্ডল : এয়া মোৰ কথা নহয়। ৰাইজে ভাল দেখিছে — তেনে শাস্তি দিছে -- মই ইয়াত কি মাতিম?

ৰাইজ : হয় - হয় --

নৱ : এয়া ৰাইজৰ বিচাৰ নহয়, আপোনাৰ বিচাৰ, একপক্ষীয় বিচাৰ।

মণ্ডল : কি?

ৰাইজ : এহ্‌, এহ্ নাপায়, নাপায়।

ডম্বৰু : নৱ, তই মনে মনে থাক। ৰাইজৰ আগত মাত নামাতিবি।

নৱ : ৰাইজৰ আগত নহয়। মই মণ্ডলৰ কথাত মাত মাতিছোঁ।

ৰাইজ : এহ্ - এহ্ - বৰ বেয়া কথা, বৰ বেয়া কথা --

মণ্ডল : বাপু, ডেকাতেজ ডেমাকি থাকেই। সেই বুলি এটা নীতি-নিয়ম মানি চলাটো ভাল।

নৱ : কি নীতি-নিয়মত কণপাহিহঁতক এঘৰীয়া কৰিছে?

মণ্ডল : তই সৰু ল'ৰা, এইবোৰ বুজি নেপাৱ।

নৱ : মই সৰু ল'ৰা হৈ থকা নাই।

মণ্ডল : নগৰত থাকি দুচেনী পঢ়ি আহিলি বুলিয়েই ডাঙৰ হৈ গ'লি নেকি?

প্ৰথম গঞা ঃ তাকো মণ্ডল দেউতাৰ জহতে, নগৰত পঢ়িব পাৰিলে —

নৱ ঃ মই কাৰো জহত পঢ়া নাই। মোৰ পিতায়ে মণ্ডলৰ ঘৰত গোলামী খাটি মোক পঢ়াইছে। হালোৱা হৈ পঢ়াইছে।

ৰাইজ ঃ সেইবাবে এই ডেকাবোৰক মেললৈ মাতিবলৈ মেনা কৰিছিলো।

নৱ ঃ কি। কিয় ডেকা ল'ৰা মেললৈ আহিব নেলাগে? সচাটো দেখুৱাই দিওঁ বাবে?

ডম্বৰু ঃ নৱ, তোক মেনে মেনে থাকিবলৈ নক'লোনে?

নৱ ঃ মই মনে মনে নাথাকো। পাহিহঁতৰ দোষ কি মোক ৰাইজে ক'ব লাগে।

দ্বিতীয় গঞা ঃ সিহঁতে গোটেই ৰাইকখনক অৱজ্ঞা কৰিছে —

নৱ ঃ তাই যি কৰিছে ঠিকেই কৰিছে —

ৰাইজ ঃ কিটো ঠিক কৰিছে! তাই কণপাহি —

**কণপাহি হঠাতে আহি অকণো নোৰোৱাকৈ ৰাইজক উদ্দেশ্য কৰি ক 'ব।**

কণপাহি ঃ অ' মই বেয়া ছোৱালী। মই বেয়া হ'বলৈ বাধ্য। ৰাইজে বেয়া পোৱা কাম কৰিছো। তাৰ বাবে দায়ী তোমালোক - ৰাইজ - তোমালোকে মোক বাধ্য কৰাইছা —

**ৰাইজৰ গুণ্‌গুণনি।**

নৱ ঃ পাহি, তই ইয়ালৈ কিয় আহিলি? তই ইয়াৰ পৰা যা।

পাহি ঃ মই নাযাওঁ ককাইটি।

নৱ ঃ পাহি!

পাহি ঃ মোক ক'বলৈ দে ককাইটি, এই ৰাইজে মোৰ ঘৰখনৰ ওপৰত বিচাৰ কৰিছে, এওঁলোকৰ বিচাৰ কৰাৰ কি অধিকাৰ আছে? বোপাই মৰাৰ পাছত আয়ে আৰু ময়ে কি যাতনাত দিন নিয়াইছিলোঁ, তাৰ ভু ল'বলৈ ৰাইজ আহিছিল? হেদায়ত দাইটি আৰু তহঁতৰ ঘৰখন নথকা হ'লে আমাৰ কি হ'লহেঁতেন! এই ৰাইজৰ প্ৰতি ঘৰে ঘৰে আয়ে আৰু ময়ে হাত পাতিছিলোঁ, সকলোৱে লেই-লেই চেই-চেই কৰিলে। তেতিয়া এই ৰাইজ ক'লৈ গৈছিল? বোপাইৰ সকলো মাটি-বাৰী যেতিয়া মণ্ডলে বন্ধকীত আত্মসাৎ কৰিলে তেতিয়া মোৰ বাঁৰী আয়ে ৰাইজৰ আগত কান্দি কান্দি

বিচাৰ বিচাৰিছিল, তেতিয়া ৰাইজৰ বিচাৰ কি হ'ল ? সকলো সম্পত্তি বেছি, বন্ধকত থৈ আয়ে মোক পঢ়ালে - সেয়া যেন আয়ে পাপ কৰিলে ! কত কু-ৰতনা ! মই নগৰতচৰকাৰী অফিচত চাকৰিটো যোগাৰ কৰিলো। সেয়াও যেন নোহোৱা নোপোজা কাম কৰিলো। মোক লৈ কি অশ্লীল আলোচনা - তেতিয়া ৰাইজ ক'লৈ গৈছিল ? আজি দুবছৰে ঘৰৰ ছাল উৰুখী পানী পৰিছে। বেমাৰী আয়ে ভিতৰৰ পৰা ওলাব নোৱাৰে। আজি দুবছৰে চালখন চাই দিবৰ বাবে ৰাইজৰ হাতে-ভৰিয়ে ধৰিলোঁ, তেতিয়াতো কোনেও আহি মোক সহায় নকৰিলে — তেতিয়া ৰাইজ ক'লৈ গৈছিল ? উপায় নাপায় নিজে মই ঘৰৰ চালত উঠি চাল চালোঁ, সেয়া মোৰ দোষ ! মই এঘৰীয়া হ'ব লাগে ! মই অকলে থাকিম। অকলে যুঁজিম। মোক কোনেও সহায় কৰিব নেলাগে - - -

**একেৰাহে নোৱোৱাকৈ পাহিয়ে কথাখিনি কৈ ফোপাই ফোপাই কান্দি দিয়ে। ৰাইজৰ গুণ্‌গুণনি। এবাৰত সকলোৱে বাহিৰলৈ চায়। লগে লগে মণ্ডলকে আদি কৰি সকলোৱে বাহিৰলৈ চাই উঠি দিয়ে। নৱ আৰু কণপাহিয়েও বাহিৰলৈ চাব। খন্তেক পাছত কনক সোমায় আহে। নৱক দেখি কনকে তললৈ মূৰ কৰে। ৰাইজে ইজনে-সিজনলৈ চায়।**

মণ্ডল : **(কনকক)** তই আহিলি ? মই জানো আহিবি। সেয়া চা মোৰ মানুহ ঠিক সময়ত পাইছে - ব'ল, তই মোৰ তালৈকে ব'ল — **(আগবাঢ়ি আহি কনকক হাতত ধৰি কিছু গৈ)** ৰাইজ, আজিৰ মেলত ৰাইজে যি বিচাৰ কৰিলে আৰু ৰাইজে যি ৰায় দিলে - মোৰো সেই মত - এই ৰায়েই বাহাল থাকিব।

**মণ্ডলে কাকো কথা ক'বলৈ সুবিধা নিদি কনকক লৈ বেগাই বাহিৰলৈ যাইগৈ। সকলো ৰাইজে ইজনে-সিজনৰ মুখলৈ চায়।**

## দ্বিতীয় দৃশ্য

**মণ্ডলৰ ঘৰ। মণ্ডল আৰু এজন (প্ৰথম) গঞাই কথা পাতি থাকে।**

মণ্ডল : সি মোৰ লগত যুঁজে। হেঃ হাতীৰ গালে তৰাৰ ফৰ্মুটি। হেৰ নেখায় মৰিবি! ওঁঠ চেপিলে গাখীৰ ওলোৱা ল'ৰা তাৰ আকৌ বৰ বৰ কথা।

গঞা : সেইবোৰ অপঁইটা ল'ৰা। গিয়ান বুদ্ধি হ'বলৈ সময় আছে।

মণ্ডল : যিমানৰ মানুহ সিমানত থাকিব লাগে। চহৰত থাকি দুই-চেনী পঢ়িলেকি নপঢ়িলে তাতেই ইমান কোব। হেৰ, আধা পঢ়ি আহোতেই ইমান -

গঞা : দেউতা, বংশত নোহোৱা নোপজা কাণ্ডতো। হ'বই। ইহঁতক দেউতা, উধাৰ দিব নোৱাৰি।

মণ্ডল : ময়ো চাম, কিমান পানীৰ মাছ! সিহঁতৰ গোটেই পুৰুষ মোৰ ঘৰত চাকৰ খাতিয়েই গ'ল! এইবোৰক মৰম কৰিব নাপায়।

গঞা : কৰিলেও, দেউতা লাই দিব নাপায়। লাই দিয়া কুকুৰ গললৈ জপিয়াব খোজে।

মণ্ডল : টোকোনাৰ জাত! মোৰ ঘৰতেই খুজি-মাগি খাব, আকৌ মোৰ ওপৰতেই কথা ক'ব! চাম নহয় তহঁতক কোনে খোৱাই!

গঞা : দেউতা, সেইবোৰ তেনেকুৱাই, দেখিব দেউতা, আকৌ কেও-মেও কৰি আপোনাৰ ওচৰলৈ চাপি আহিছে।

মণ্ডল : নহ'লে জানো উপায় আছে আৰু মোৰো মনে নসহে - আনৰ দুখ দেখিব নোৱাৰো, সেইবাবে আঁকোৱালি লওঁ -

গঞা : এৰা আপুনি দয়া কৰিলেহে কৰা -

মণ্ডল : সেই কনকটোক মই জানো এৰিব দিব পাৰোঁ? সি যিমানে দোষ নকৰক তাক মই নিজৰ ল'ৰাৰ দৰে মৰম কৰোঁ।

গঞা : ক'ব লাগিছেনে দেউতা।

মণ্ডল : বাৰু সেইবোৰ থাকক। হেৰি নহয় তই এটা কাম কৰ, পাছফালৰ হেঁদালিখনত লাউ লাগিছে তাৰ পৰা এটা ভাল চাই লৈ যাবি।

গঞা : ভাল দেউতা, ঘৰত পা-পাচলি বুলিবলৈ একোৱেই নাই, লাউ এটা পালে সকাহেই পাম।

মণ্ডল : সেই জোপাতো তয়ে ৰুইছিলি! হেঁদালিখনো তয়ে দিয়া।

গঞা : দেউতা, মই যাওঁহে, নামঘৰত ভাওনাৰ বাবে সভা এখন আছে। এপাক আহিব।

মণ্ডল : ভাওনা! অ' এৰাটো ভাদ মাহ! গুৰুজনাৰ তিথি পালেহিয়েই নহয়। যাম, যাম। খা-খৰছ কি লাগে গঞাক কবি মোৰ পৰা লৈ যাব।

গঞা : ভাল দেউতা, আহোঁহে -

**গঞাজন ভিতৰলৈ যায়। মণ্ডলে সি যোৱাৰ ফালে চায়। হঠাতে মনত পৰি।**

মণ্ডল : **(ভিতৰলৈ)** কনক, ঐ কনক এইফালে আহ। **(খন্তেক পাছত কনক সোমায় আহে।)** কি হ'ল? তইচোন মন-চন মাৰি আছ! মন মাৰি থাকিবলৈ কিটো আছে? কোনে বাৰু এনে কাণ্ড কৰিবলৈ সাহস কৰিলে! এইবাৰেইতো নহয় নহয়, আজি কেইবাবাৰো একেটা কাণ্ডকে হৈছে। তই চিন্তা কৰিব নালাগে। তোৰ ওপৰত মোৰ বিশ্বাস আছে। গঞাক কৈ দিছোঁ — কনকে এনে কাণ্ড নকৰে, কৰিব নোৱাৰে। যা ফুৰ্টি ফাৰ্টা কৰি কাম কৰগৈ। তই মোৰ ঘৰত আছ, তোক কোনেও একো কৰিব নোৱাৰে। কাকো পৰোৱাই নকৰিবি যা। শুন, এতিয়াই গৈ পথাৰৰ পৰা গৰুকেইটাৰ বাবে ঘাঁহ কাটি আনগৈ যা। অ' আৰু শুন, সৰুকণৰ পিতাকে লাউ এটা নিব — চাবি, এটাহে নিবলৈ দিবি। সেইবোৰৰ সজাত নাই। অ' সৌৱা দেখোন আমাৰ ডম্বৰু -

**দুয়ো ডম্বৰু অহাৰ পালে চায়। কনক তাৰ পৰা গুচি যায়। খন্তেক পাছত ডম্বৰু সোমাই আহে।**

মণ্ডল : আহ, আহ ডম্বৰু তই কনকৰ খবৰ কৰিবলৈ আহিলি? ভাল কৰিলি দে -

ডম্বৰু ঃ নহয়, মণ্ডল দেউতা, মানে আমাৰ নৱ -

মণ্ডল ঃ নৱৰ কি হ'ল!

ডম্বৰু ঃ মানে সি মেলত -

মণ্ডল ঃ অ' সেইটো কথা। নাই, নাই সেইটো মই কোনো কথা বুলিয়েই ভবা নাই। ডেকা ল'ৰা চকুৰ আগত যি দেখে সেইটো ক'বই। ভিতৰৰ কেলেংকৰীবোৰ সিহঁতে নেজানে নহয়। বয়সৰ লগে লগে সকলো বুজিব।

ডম্বৰু ঃ এৰা দেউতা, তাক লৈ মই মহা বিপাণ্ডত পৰিছো। পঢ়াটোও শেষ নকৰিলে -

মণ্ডল ঃ নাই , নাই তাকলৈ চিন্তা নকৰিবি, সি ঠিক আছে। তাৰ দৰে ল'ৰা আমাৰ গাঁৱত লাগে। মই কিন্তু আন এটা কথাহে ভাবিছোঁ - - -

ডম্বৰু ঃ কি-বা ?

মণ্ডল ঃ এই নিধিৰামৰ জীয়েকৰ মইমতালিখনহে মই ভাল নেদেখিলো।

ডম্বৰু ঃ বাপেক নথকা ছোৱালী তাই বেচেৰী -

মণ্ডল ঃ এই বেচেৰী-তেচেৰীখন নেচেলাবি বুজিছ। লাউলোৱা টোকোনা ঘৰৰ ছোৱালী, কলেজীয়া শিক্ষা পাই, চাকৰি এটা কৰি তাইৰ কোব চৰিছে -

ডম্বৰু ঃ নহয় দেউতা -

মণ্ডল ঃ এইবোৰক লাই নিদিবি, দেখিলি মেলত চল পাই কিমান ডাঙৰ ডাঙৰ কথা কৈ দিলে।

ডম্বৰু ঃ কণপাহিয়ে অৱশ্যে সেয়া বেয়া কৰিলে।

মণ্ডল ঃ অ' অলবট বেয়া কৰিলে, তাইতো তহঁতৰ দৰে গাঁৱৰ মুখিয়াল কেইজনলৈ চাব লাগিছিল - নাই, একেবাৰে ডাংকোব মৰা কথা।

ডম্বৰু ঃ এৰা তাইৰনো কি পৰকতি লৰিলে ক'ব নোৱাৰোঁ।

মণ্ডল ঃ ভালৰ কাৰণে হোৱা নাই নহয়। মই কৈ দিলো তাইৰ লগত হোকা-পানী নিষিদ্ধ। তাই কেনেকৈ চলে চাওঁ। বহুত মৰম কৰিলোঁ আৰু নোৱাৰি। তাই আকৌ মোৰ বিৰুদ্ধে কেছাৰিত কে'চ খেলে, টোকোনাৰ জাত -

ডম্বৰু ঃ কিন্তু দেউতা -

মণ্ডল ঃ থাক, থাক সেই ভিকস্থবোৰৰ কথা পাতি মুখখন বেয়া কৰিব নেলাগে। এতিয়া কনকক কি ক'ৰ ? হিচাব মতে সি মোৰ ঘৰত থাকি চাকৰ কৰা ম্যাদ শেষ হ'ল। কিন্তু সি যে আকৌ তেনে এটা কাণ্ড কৰি দিব কোনে জানে!

ডম্বৰু ঃ দেউতা, হওঁতে দেউতা, সি এইবোৰ কাম নকৰে সেয়া আপুনি জানেই।

মণ্ডল ঃ হেৰ' মই জানো কৈছোঁ, সি এইটো কাম কৰিছে বুলি। পুলিচে সন্দেহ কৰি নিছে মই কি কৰিম ? জান সেই ঘড়ীটো মোৰ বৰ মৰমৰ - মোৰ আজু ককাৰ দিনৰ - সেই আমাক বিলাতী ইংৰাজ চাহাবে পুৰস্কাৰ দিছিল।

ডম্বৰু ঃ জানো দেউতা, নহ'লেনো সেই সামান্য ঘড়ীটো -

মণ্ডল ঃ সামান্য বুলি নক'বি অ' সামান্য বুলি নক'বি। তেনেকৈ ক'লে দুখ পাওঁ। সেই ঘড়ীটোতকৈ কোনোবাই মোৰ চন্দুকটোকে লৈ যাওঁক, মই দুখ নাপাওঁ।

ডম্বৰু ঃ দেউতা, কনকে তেনে বেয়া মতিলৈ মুখ নেমেলে।

মণ্ডল ঃ জানো। জানো বাবেইতো মোৰ মানুহ লগাই, মোৰ টকা খৰচ কৰি তৎক্ষণাত পুলিচৰ লকাপৰ পৰা তাক লৈ আনিলোঁ। বহুত টকা খৰচ হ'ল জান — বহুত টকা! পুলিচক, পুলিচৰ চাহাবক, উকিল মেজিজটেট্‌ক আৰুতো দালালবোৰ আছেই। আজিকালি টকা নহ'লে কোনেও ইফাল সিফাল নহয়। মইতো আনৰ বাবে ইমান টকা খৰচ নকৰোঁ। কনকৰ বাবেহে কৰিছোঁ। সি মোৰ বিশ্বাসী বাবেহে কৰিছোঁ - - -

ডম্বৰু ঃ দেউতা, আপুনি দয়া কৰিলে তাক এইবাৰলৈ লৈ যাব পাৰোঁ।

মণ্ডল ঃ ইয়াত দয়াৰ কথা কি আছে? তোৰ ল'ৰা তোৰ কথা। তই তাক লৈ যাবি। তাক থানাৰ পৰা উলিয়াই আনোতে কিমান পইচা খৰচ হ'ল, দুই এদিনতে হিচাব-নিকাচ কৰি থম। পইচাখিনি দি তাক লৈ যাবি।

ডম্বৰু ঃ কিমান পইচা হ'ব বাৰু!

মণ্ডল ঃ কিমান হ'ব! ৰূপ ছয় সাতশ হ'ব।

ডম্বৰু : ইমান পইচা! ইমান পইচা ক'ত পাম?

মণ্ডল : পইচানো তোক কোনে দিব কৈছে? তোৰ ভেটি-মাটিডৰা দেখোন মোৰ ওচৰত বন্ধকত থব পাৰ। যেতিয়া মোকলাব পাৰিবি, তেতিয়া তোৰ মাটি তই লৈ ল'বি।

ডম্বৰু : নাই দেউতা, তেনে কথা নক'ব। বাৰীৰ মাটি, খেতিৰ মাটি সমুদায় আপোনাৰ ওচৰত বন্ধকীত আছে, আকৌ থকা মাটিখিনি - - -

মণ্ডল : হেৰ' মোকলাব পৰা নাই কি হ'ল? সেইখিনিতে দেখোন তইঁতে আধি খাই আছ।

ডম্বৰু : হওঁতে হয়। হ'লেও - - -

মণ্ডল : তই ইমান চিন্তা কিয় কৰিছ, মই থাকোতে তোক বিপদত পৰিব দিম জানো। উপায় এটা দিম দে। বিপদে-আপদে তইঁতক মই, তইঁতে মোক সহায় নকৰিলে কেনেকৈ হ'ব?

ডম্বৰু : হয় দেউতা, আপুনি চকু মেলি চোৱাই চোৱা।

মণ্ডল : কনক মোৰ ইয়াতে আৰু এবছৰ মান চাকৰ কৰি থাকক। তাৰ দৰমহাৰ বাবদ টকাখিনি কাটি দিম। মোৰো হাতত লগা ল'ৰা এটা দৰকাৰ আৰু তই লাগিলে হস্কিলে-মস্কিলে পাঁচ-দহ টকা লৈ যাবি।

ডম্বৰু : দেউতা, আগৰ বেলিও এনেকুৱাই হ'ল। তাক চোৰ বুলি সন্দেহ কৰি পুলিচে নিনিয়া হ'লে সি ঘৰৰ ল'ৰা ঘৰতে থাকিলহেঁতেন। আকৌ এইবেলিও একেই কথাকে হ'ল।

মণ্ডল : কি, মই কৰো বুলি কৰিছোঁ নেকি?

ডম্বৰু : নাই দেউতা, তেনে কথা মই কেলৈ ক'ম?

মণ্ডল : তেতিয়াহ'লে ? তইঁতক মই মৰম কৰো বুলিহে এইখিনি সহায় কৰিছোঁ।

ডম্বৰু : হয় দেউতা। দেউতা, মই কথা এটা ভাবিছোঁ।

মণ্ডল : কি?

ডম্বৰু : দেউতা, কনক ঘৰলৈ যাওঁগে। তাৰ সলনি ময়ে আপোনাৰ ইয়াত চাকৰ খাতিম।

মণ্ডল : চিৰি-বিস্তু, চিৰি-বিস্তু, তই কি কথা ক'ৱ। মানুহে কি ক'ব। ঘৰত ডেকা ল'ৰা থাকোতে তই বুঢ়া বাপেকটোৰে চাকৰ কৰিবি। হেৰ' তোক মানুহে হাঁহিবতো হাঁহিবই — লগতে মোকো হাঁহিব। এই বুঢ়া বয়সত মই আৰু মানুহৰ হাঁহিয়াতৰ পাত্ৰ হ'ব নোখোজোঁ।

ডম্বৰু : নহ'লে দেউতা -

মণ্ডল : যা, যা এতিয়া আৰু এইবোৰ কথা পাতিব নেলাগে। মই যিটো ক'লো ক'লো আৰু। মোৰ কথাৰ লৰচৰ নহয়। তই চিন্তা কৰি দুই-এদিনৰ পাছত আহি কৈ যাবি। যা, এতিয়া মিছা-মিছি চিন্তাখন কৰিব নালাগে। অ' — ৰ' কনকক মাত এষাৰ দি যা। সি ভাল পাব। (**ভিতৰলৈ**) কনক, ঐ কনক, এইফালে আহ!

**খন্তেক পাছত কনক আহে। ডম্বৰুৱে কনকলৈ চায়। কনকে তললৈ মূৰ কৰে। ডম্বৰুৱে হুমুনিয়াহ কাঢ়ে আৰু মণ্ডললৈ চায়।**

ডম্বৰু : দেউতা, তাক এবাৰ মান ঘৰলৈ পঠাব।

মণ্ডল : ওৱা, কি কথা কৱ? নিজৰ ঘৰলৈ নাযাব? যাব, যাব এবাৰ কি সদায় যাব। মন কৰিলেই যাব।

ডম্বৰু : (**কনকক**) ঘৰলৈ যাবি। ককায়েৰ আহিছে। দেখাটো দি আহিবি। হোৱা কথা হৈ গ'ল। এইবোৰ কথা বৰকৈ চিন্তা কৰি নাথাকিবি।

**পৰস্পৰে পৰস্পৰৰ মুখলৈ চায় থাকে।**

## তৃতীয় দৃশ্য

**ডম্বৰুৰ ঘৰ।**

**নৱ আৰু কণপহিয়ে কথা পাতি থাকে।**

নৱ ঃ মই অহালৈ তই দুদিনমান বাট চাব নোৱাৰিলি!

পাহি ঃ মইনো কেনেকৈ জানো তই আহিবি বুলি?

নৱ ঃ কিয় গোটেই গাঁৱৰ মানুহে জানে আৰু তই নাজান!

পাহি ঃ মোকতো কোনেও কোৱা নাই।

নৱ ঃ তই জানো গাঁৱৰ মানুহক পাত্তা দিয়? আজিকালি চাকৰি কৰ নহয়, একেবাৰে ডাঙৰ মানুহ হৈ গ'লি।

পাহি ঃ এই ককাইটি, তই যি টি কথাবোৰ নক'বি।

নৱ ঃ তোৰনো কিহে পাইছিল, মতাকালুৰ দৰে ঘৰৰ ওপৰত উঠি চাল চাবলৈ?

পাহি ঃ মই কি কৰিম? বাৰিষা সদায় তিতি থাকিলেহে হ'ব। গাঁৱৰ মানুহক ক'লো কোনেও সহায় নকৰিলে। তই আহিবি আহিবি বুলি কেবাদিনো বাট চালো। শেষত কাৰো সহায় নেলাগে বুলি নিজে ঘৰ চালো।

নৱ ঃ ভাল কৰিলি, এতিয়া থেন্‌থেনাবলৈ নাহিবি।

পাহি ঃ মই থেনথেনাব যোৱা নাই নহয়।

**পদুম আহে, পাহিক দেখি হাত ধৰি ঘূৰাই হুলস্থূলখন লগায়।**

পদুম ঃ বাঃ আমাৰ কণ বাইটি! বাইটি অ' বাইটি ভৰিত নাই পেং, নহা হ'লি আমাৰ ঘৰলৈ কোনেনো গুচালে বাটৰ জেং।

পাহি ঃ আঃ ৰচোন ৰ' পাগলীজনী ক'ৰবাৰ।

নৱ ঃ তই হুলস্থূলখন কৰি নেথাকিবি।

পদুম ঃ ইচ্ -

পাহি ঃ মই যাওঁ, কোনোবাই দেখিলে তহঁতকো এঘৰীয়া কৰিব।

নৱ : ঐ তই মোৰ আগত এইবোৰ বলকিব্বলৈ নাহিবি।

পদুম : হয় পাই। বাইটি, তই এইবোৰ তহঁতৰ চহৰৰ অফিচত ক'বি। তইনো কি বেয়া কাম কৰিলি? নিজৰ কাম নিজেই কৰিছ। মই হোৱা হ'লে মইও কৰিলোহেঁতেন।

নৱ : অই - অই তয়ো হ'বপাই এইৰ(**পাহিক**) লগ লাগিলি? এই তহঁত তিৰি, তিৰি হৈ থাকিবি। পুৰুষ হ'ব নাযাবি।

পদুম : কামত আকৌ কিহৰ তিৰি-পুৰুষ আছে !

পাহি : অ' ঠিকেই।

নৱ : উঃ ওলালে এওঁলোক মূলাগাভৰুৰ দল। হেৰ' লাউ যিমানে ডাঙৰ নহওক পাতৰ আঁৰত।

পদুম : থৈ দিয়া, থৈ দিয়া সেইবোৰ নীতি বচন শুনোৱাব নেলাগে।

পাহি : ঐ ককাইটি, তই বোলে আকৌ পঢ়িবলৈ নাযাৱ!

নৱ : নাযাওঁ। খেতিয়কৰ ল'ৰা, খেতি কৰিম। বচ।

পদুম : (**হাঁহি**) এইবাৰ কোনে পাই। ভাতে-ভঁৰালে নদন-বদন।

নৱ : কি নোৱাৰিম নেকি?

পাহি : খেতিয়কৰ ল'ৰাই পঢ়া শেষ কৰি খেতি কৰিবলে নোৱাৰি বুলিনো কোনে ক'লে!

পদুম : ঠিক বাইটি, তই কিন্তু এইষাৰ লায়কৰ কথা ক'লি।

নৱ : পিতায়ে বুঢ়া দেহাৰে, পথাৰত হাল বাই, ঘৰ চলাই মোক পঢ়াব আৰু মই আৰামত চহৰৰ হোষ্টেলত থাকি পঢ়িম!

পদুম : ওঁ - কথা গৈ তাৰ দীঘল নাকত গাজিল।

নৱ : এই তই চুপ। ভেটি মাটিডোৰৰ বাদে গোটেই সোপা মাটি মণ্ডলৰ হাতত বন্ধকীত আছে ক'ব নোৱাৰ! নিজৰ মাটিতে নিজে আধি খেতি কৰিব লগা হৈছে তাৰ খিয়াল নাই!

পাহি : এইবোৰ পাছে-পৰেও মোকলাব পাৰিবি।

নৱ : বুঢ়াটোৱে চকু দুটা মুদিলে সি মণ্ডলে গোটেই সোপাকে তাৰ কৰি থব।

পদুম : তই হ'ব পাই এতিয়া উদ্ধাৰ কৰিবি!

নৱ : কৰিমতো। কষ্ট কৰিম। তেজক পানী কৰিম। তথাপিতো নিজৰ মাটি আনক নিদিওঁ।

পদুম : বাঃ বাঃ **(হাত চাপৰি মাৰি)** এয়াহে বীৰ পুৰুষৰ কথা। দেখিলি কণ বাইটী, আমাৰ ককাইটি কি বিধৰ!

নৱ : এই তই পেংলাই কৰি নেথাকিবি।

পাহি : তইঁতহালে লাগি থাক। এইবোৰ ককাই-ভনীৰ মাজত আমি নোসোমাৱাই ভাল। মই যাওঁ।

**কণপাহি যায়।**

পদুম : **(চিঞৰি)** এই — কণ বাইটী, তই আকৌ নহাকে নাথাকিবি।

নৱ : থ, থ আহিলে আহিব নাহিলে নাই। আমি কিবা আহিবলৈ মানা কৰিছোনে?

পদুম : তোৰ এই গোঁৱাৰামীটো নগ'ল আৰু! চহৰত থাকি, কলেজত পঢ়িও একে থাকিলি।

নৱ : অ' ভাল হৈছে।

পদুম : অ' ভাল হৈছে! তাকে নকৈ ক'বি কি?

নৱ : হ'ল হ'ল - মই যাওঁ।

পদুম : তোকনো কোনে ধৰি ৰাখিছে?

ডম্বৰু : **(নেপথ্যৰ পৰা কিছু দূৰত।)** পদুম -

পদুম : পিতাই -

ডম্বৰু : **(নেপথ্যত দূৰৰ পৰা ক্ৰমান্বয়ে ওচৰলৈ আহি থাকে।)** সেয়া নঙলাৰ মুখেদি কোন ওলাই গ'ল অ'? মাইকী মানুহ যেন লাগিল।

**ডম্বৰু সোমায় আহে।**

পদুম : অ' সেয়া কেলেই চিনি নাপালি নেকি?

ডম্বৰু : জানো পাই চকুৰে নমনাই হ'লো নহয়। হেৰি কৰচোন পানী এটিং ভৰাই দেচোন আৰু তিয়নিখনো দিবি। গাটো তিয়াই পেলাওঁ। গোটেই ৰাস্তাটো ধূলি। গাঁৱলৈ লাইন বাছবোৰ অহা- যোৱা কৰাৰ পৰা ৰাস্তাত খোজ কাঢ়িবই নোৱাৰি। ধূলিয়ে পুতি পেলায়। যাচোন যা, পানীটিং দেগৈ।

পদুম : দিওঁগৈ -

ডম্বৰু : অ' হেৰি নহয়, কোন বুলিছিলি - সেইজনী?

পদুম : আমাৰ কণ বাইটী আকৌ -

ডম্বৰু : কণপাহি! এ — মই আকৌ ভাবিছিলো আন কোনোবা। পিছে তাহাঁতৰ লগত বৰ বেছি হলি-গলি নকৰাই ভাল।

নৱ : কিহ'লে?

ডম্বৰু : সমাজখন আমাক লাগিব যেতিয়া, সমাজে বেয়া পোৱা কাম এটা নকৰাই ভাল।

নৱ : সমাজে ভুল এটা কৰিলে বুলিয়ে তই মানি চলিবিনে?

ডম্বৰু : গোটেই গাঁওখনে যিটো ভাল দেখিছে তাকে কৰিছে। আমি আকৌ মাত মাতি জগৰীয়া হওঁ কিয়?

পদুম : জগৰীয়া হ'বলৈ যাম কিয়? তাই যেনিবা ঘৰত উঠি চালখন চালেই তাকে কৰি তাই আমাৰ কি পানীখোৱা পুখুৰীত বিহ ঢালিলে?

ডম্বৰু : ক'ত মাইকীমানুহে ঘৰৰ চালত উঠা দেখিছ?

নৱ : তাইতো চখত উঠা নাই।

ডম্বৰু : কামতে বা উঠিব কিয়?

পদুম : নুঠি উপায় হ'লেহে?

ডম্বৰু : তথাপিতো আগৰ পৰা চলি অহা এটা নিয়ম আছে। নীতি আছে। সেইবোৰ মানি চলিব লাগে।

নৱ : এতিয়া সেইবোৰ মান্ধাতা আমোলৰ নীতি-নিয়ম নুলিয়াবি।

পদুম : পৰা কাম কৰিব লাগে, তাত আকৌ তিৰোতাৰ, পুৰুষৰ এইবোৰ বেলেগ বেলেগ কৰিব লাগে কিয়?

নৱ : তাতে বাধ্যত পৰি কৰিছে। ইয়াৰ বাবে যদি কিবা দোষ হয়- আমাৰ মানুহৰ হ'ব। পাহিহঁতৰ নহয়।

ডম্বৰু : জানো পাই, তইঁতে কি কৰিব বিচাৰিছ ক'ব নোৱাৰো। এতিয়া আৰু সমাজখনক নেওচি চলো কেনেকৈ -

পদুম : পিতাই, তই কচোন, সচাঁকৈ জানো কণ বাইটিয়ে কিবা জগৰৰ কাম কৰিলে?

ডম্বৰু : (নিমাত।)

পদুম : তোৰে জানো, তাই আমাৰ ঘৰলৈ আহিলে মনা কৰিবলৈ সত যাব?

| | | |
|---|---|---|
| ডম্বৰু | ঃ | **(আগৰ দৰে।)** |
| পদুম | ঃ | তাই নিৰ্দোষী বুলি জানিও, তই জানো পথে-সমাৰে পালে তাইক নমতাকৈ থাকিব পাৰিবি? |
| ডম্বৰু | ঃ | এৰা পাই। ছোৱালীজনীলৈ দুখ লাগে। বেচেৰী বৰ কষ্টত উঠিছে। হ'লেও - সমাজৰ কথা - |
| নৱ | ঃ | হ'ব পিতাই, সমাজক লৈ তই মূৰ ঘোলা কৰিব নেলাগে। সেয়া আমি চম্ভালিম। |
| ডম্বৰু | ঃ | জানো, তইঁতে কি কৰ কৰ। |
| পদুম | ঃ | **(বাহিৰলৈ চায়।)** কনক আহি ছে - |
| নৱ,ডম্বৰু | ঃ | **(একেলগে)** ক'তা? |
| ডম্বৰু | ঃ | অ' তাক মই মাতি থৈ আহিছিলো। **(নৱক কয়।)** তইতো অহাৰ পৰা তাৰ লগত কথা পতাই নাই। |
| পদুম | ঃ | মোক কৈছিলেহে, ককাইটিক মাত লগাবলৈ যাম বুলি, পিছদিনাখনটো সেয়া হ'ল। |
| ডম্বৰু | ঃ | **(হুমুনিয়াহ কাঢ়ে।)** |

**লগে লগে কনক সোমাই আহে।**

| | | |
|---|---|---|
| নৱ | ঃ | **(কনকক)** তই আৰু মণ্ডলৰ তাত কিমান দিন থাকিবি? |
| কনক | ঃ | **(ডম্বৰুলৈ চায়।)** |
| ডম্বৰু | ঃ | ক'বতো নোৱাৰো। হিচাব-নিকাচবোৰ দেখোন হোৱাই নাই। |
| নৱ | ঃ | কিহৰ হিচাব? |
| ডম্বৰু | ঃ | তাক থানাৰ পৰা আনিবৰ বাবে মণ্ডলে বহুত টকা খৰচ কৰিলে- |
| নৱ | ঃ | কি! |
| ডম্বৰু | ঃ | এৰা, মণ্ডলৰ ইয়াৰ (কনকক দেখুৱাই) ওপৰত বিশ্বাস আছে বাবেই টকা সিকি দি সহায় কৰিছিল - - - |
| নৱ | ঃ | আগৰ বেলিও মণ্ডলে সহায় কৰিছিল নহয়! মণ্ডলৰ ইমান পুতৌ ওপজিলনে? |

**নৱ আৰু কনকে ডম্বৰুৰ ফালে চায়, ডম্বৰুৱে নৱৰ মুখলৈ চায় থাকে।**

## চতুৰ্থ দৃশ্য

**নামঘৰ।**

**ভাওনাৰ আখৰা চলি থাকে।**

**বিভিন্ন গঞা, ল'ৰা আদিয়ে ভাগে ভাগে কথা পাতি থাকে। আখৰা কৰাই আখৰা কৰে। কিছুমানে কথা পাতে আৰু কিছুমানে নিজৰ নিজৰ কামত ব্যস্ত।**

**নেপথ্যত খোলত যুদ্ধৰ চেও শুনা যায় –**

**তাতাও তাতাও তাখিতি তাতাও তাতাও তাখিতি তাও, ধেই ধিনা ধিনা, দিখিনা ধিনাও তাতাও তাখিতি তাও--**

**খোলৰ চাপৰৰ লগত চেও দি দি দুজনমান ল'ৰাই আখৰা কৰি থাকে, তলৰ সংলাপখিনি আখৰা কৰি থকা অৱস্থাৰ পৰাই ক'ব।**

প্ৰথম ল'ৰা : এই গেচ লাইটটো নুমাই যাব এতিয়া।

দ্বিতীয় ল'ৰা : কোনোবা এটাই প'ম দি দেচোন।

তৃতীয় ল'ৰা : ঐ ভদীয়াকাই খোলত চাপৰ ভালকৈ দিবি আকৌ।

প্ৰথম ল'ৰা : আজি কালি ভদীয়াককাইৰ চাপৰত জোৰ নাইকিয়া হৈছে।

তৃতীয় ল'ৰা : হয় দেই। আগৰ ভদীয়াককাইৰ চাপৰত চেও দিয়েই ভাল লাগে। যুদ্ধৰ চাপৰ যেতিয়া পৰিব, তোৰ গা ডাং খাই যায়।

দ্বিতীয় ল'ৰা : এই হ'ব, হ'ব বেছিকৈ প'ম নিদিবি।

**আখৰা চলি থাকিব, ক্ৰমান্বয়ে খোলৰ মাত কমি অহাত, আন ফালে গঞাই সংলাপ আৰম্ভ কৰিব। এটা সময়ত যুদ্ধৰ আখৰা বন্ধ হ'ব।**

প্ৰথম গঞা : হেৰা, বিয়ে এই ল'ৰাহঁতে কৰিলেহে ভাওনাখন হয়। নহ'লে আমিনো এতিয়া ক'ত ভাওনা পাতিব পাৰো!

দ্বিতীয় ল'ৰা : এইবাৰ চেক্ৰেটাৰী হ'ব পাই কনকচোৰৰ ককাইয়েক।

তৃতীয় গএগ্তা ঃ অ'। সি ল'ৰাটো বেচ লায়েকৰ।

প্ৰথম গএগ্তা ঃ সি কিন্তু বৰ ফট-ফটাই। ডাঙৰ সৰু গইনকে নকৰে।

তৃতীয় গএগ্তা ঃ হ'লেও হক কথা কয়।

দ্বিতীয় গএগ্তা ঃ কণপাহিহঁতৰ ঘৰখন এঘৰীয়া কৰি একো লাভ নহ'লে যেন পাওঁ!

প্ৰথম গএগ্তা ঃ কিহ'লে বা?

দ্বিতীয় গএগ্তা ঃ সেয়া তাই দেখোন কনকচোৰহঁতৰ ঘৰলৈ আহ-যাহ্ কৰিয়ে আছে।

প্ৰথম গএগ্তা ঃ এৰা, কথাটো ময়ো টং নকৰাকৈ থকা নাই।

দ্বিতীয় গএগ্তা ঃ বিয়ে, কিবা এটা হেস্ত-নেস্ত কৰাইহে কৰা। মণ্ডল দেউতাক ক'ব লাগে। এনেকৈ আৰু নহ'ব। গাওঁখনৰ এটা সন্মানৰ কথা আছে।

তৃতীয় গএগ্তা ঃ নৰকান্ত কিন্তু বৰ একা-চেকা দেই, সি কিন্তু হক কথাত দেউ-মনিষ, গুৰু-গোঁসাই কাকো নামানে।

**আকৌ আখৰা আৰম্ভ হ'ব। দুজনমান ল'ৰাই ছোৱালীৰ দৰে ভাও গায়-**

**প্ৰৱেশৰ বাজনা ঃ –**

**তাখিতি তাও, তাখিতি তাও;**
**তাখিতি, তাখিতি তাখিতি তাও —**

**সখীসকলৰ লগত সীতাৰ প্ৰৱেশ –**

**সীতাৰ বিলাপ ঃ বিলপতি মৈথিলি মাই,**
**নীৰ নয়ন বুৰায়ী।**
**চিৰ বিৰহে দহে দেহা,**
**দিশ দেখু আন্ধি আৰি।**

**প্ৰথম সখী ঃ আহে সখী, তুহু ৰাজনন্দিনী,**
**কোন সম্পত্তি নাহি থিক?**
**কি নিমিত্তে বিলাপ কৰহ?**

**দ্বিতীয় সখী ঃ আহে প্ৰাণসখী, হামাৰ শপত,**
**তুহু বিলাপ ছোড়।**

সীতা : আহে সখীসব, দৈৱবাশি বিফল ভেল। সে শ্ৰীৰাম স্বামীকে চৰণ অহি জনমে ভেট নাহি পালো।

**আখৰা হঠাত বন্ধ কৰি এজনে সংলাপ ক'বলৈ ধৰে। লগে লগে আখৰা বন্ধ হয়।**

প্ৰথম ল'ৰা : ধনু-কাঁড়, গদা-মুখা এইবোৰ চবেই দিহা-দিহি বনোৱাত লাগি গৈছে চিন্তা নাই।

দ্বিতীয় ল'ৰা : আমাৰ কনকে কিন্তু মুখা ভালকৈ বনাব জানে দেই। মুখা বনোৱাত কনকক সতকাই কোনেও চেৰ পেলাব নোৱাৰে।

তৃতীয় ল'ৰা : কাৰ কথা কৈছ? সেই চোৰটো।

প্ৰথম ল'ৰা : অঁ কনকচোৰৰ কথা কৈছে।

তৃতীয় ল'ৰা : নাই, নাই দিব নোৱাৰি। লাগিলে নামঘৰৰ বস্তুকে সৰকাব।

প্ৰথম ল'ৰা : অ' গোঁসাই থাপনাৰ পৰা সোণৰ বস্তু এপদকে সৰকাই দিয়ক।

দ্বিতীয় ল'ৰা : এই থ' থ পৰচৰ্চা কৰিব নালাগে।

প্ৰথম ল'ৰা : আজিকালি আমাৰ কণ আইফেৰি তাহাঁতৰ ঘৰলৈ বৰকৈ যায়।

তৃতীয় ল'ৰা : সেইবোৰৰ লাজ নাই নহয়। এঘৰীয়া কৰিলটো তাও অহা নাই।

**আকৌ দুজনমান আখৰা আৰম্ভ কৰে। — দশৰথ আৰু ৰাম-লক্ষ্মণে বিশ্বামিত্ৰক সেৱা কৰে**

বিশ্বামিত্ৰ : চিৰঞ্জীৱ, চিৰঞ্জীৱ!

দশৰথ : হে মুনি, তোহাৰ পদ-পৰশে আজু অযোধ্যা পবিত্ৰ ভেল। হে মুনি, অব কোন প্ৰয়োজন সাধো আজ্ঞা কৰহ।

বিশ্বামিত্ৰ : হে নৃপতি, হামাৰ প্ৰয়োজন শুণহ, হামু সিদ্ধাশ্ৰমত যজ্ঞ আৰম্ভল। তাহেক মাৰিচ, সুবাহু, দুহু ৰাক্ষস বিঘিনি আচৰয়। সে যজ্ঞ ৰক্ষা নিমিত্তে, তোহাৰ ৰাম-লক্ষ্মণক হামাৰ সংগে পঠাব।

দশৰথ ঃ হে মুনিৰাজ, ৰাম-লক্ষ্মণ দুহু বালক, তাহেক ৰাক্ষসৰ দিতে চাৱ। মুনিৰাজ, যজ্ঞ ৰক্ষা নিমিত্তে হামাক নিয়া যাৱ।

বিশ্বামিত্ৰ ঃ অয়ে পাপী অসত্যবাদী, ৰাম-লক্ষ্মণক নাহি পঠাৱ। তুহু ৰামক চৰিত্ৰ কিছু জানয়ে নাহি। ওহি ৰামচন্দ্ৰ পৰম ঈশ্বৰ। হৰিক অংশে অৱতাৰ। সত্য ৰাখি সত্তৱে ৰাম-লক্ষ্মণৰ হামাৰ সংগে পঠাৱ। –

এনেতে এজনে বাহিৰলৈ চায়। পাছত তাকে দেখি সকলোৱে বাহিৰলৈ চায়। আখৰা বন্ধ হৈ যায়। অলপ পাছতে কনকে হাতত মুখাজাতীয় বস্তু এটা লৈ সোমায় আহে। সকলোৱে তাক দেখি ইতিকিং কৰিবলৈ আৰম্ভ কৰে।

তৃতীয় ল'ৰা ঃ ঐ ভালদৰে চাবি। চোৰ-তোৰ সোমাব পাৰে।

প্ৰথম গএগা ঃ এৰা বোপাইহঁত, তহঁতৰ ওপৰতেই ভৰষা। অলপ ভালদৰে চোৱা-চিতা কৰিবি। আজিকালি গাঁৱত চোৰ-তোৰ বেছিকৈ হৈছে।

প্ৰথম ল'ৰা ঃ ঘৰৰ বস্তু জহন তহন, কিন্তু নামঘৰৰ বস্তু চোৰ হ'লে সহ্য কৰিব নোৱাৰি দেই।

দ্বিতীয় গএগা ঃ হেৰ' বোপাই আমাৰ জানো মুখা-তোখা কিবা দৰকাৰ আছে !

প্ৰথম ল'ৰা ঃ নাই, নাই চব হৈ গ'ল।

তৃতীয় ল'ৰা ঃ দৰকাৰ হ'লেও, যাৰে তাৰে পৰা ল'ব নোৱাৰি।

প্ৰথম গএগা ঃ এৰা বোপাইহঁত, লাইকৰ কথা কৈছ।

প্ৰথম ল'ৰা ঃ চোৰে বনোৱা বস্তু লৈ ভাওনাখন বদনাম হ'ব দিব নোৱাৰি।

প্ৰথম ল'ৰা ঃ হয় দেই -

কনকে খণ্ডতে মুখাটো ভাঙি তাৰ পৰা যায়গৈ। সকলোৱে হাঁহে।

প্ৰথম ল'ৰা : হেই - তাকধেই দিদিধেই ধিনা ধেই - তাও তাও

**সকলোৱে হাঁহে।**

তৃতীয় ল'ৰা : দিধিনাক দেইখিতা, দিধিনাক দেইখিতা - দিধিনাক ধেই -

**আকৌ সকলোৱে হাঁহে। এনেতে দূৰত নৱক দেখি সকলো সাৱধান হৈ। নৱ সোমায় আহে।**

দ্বিতীয় গএগ : বাপু নৱ, সকলো যা-যোগাৰ ঠিক হ'লনে?

প্ৰথম গএগ : তুমিও বিঁয়ে ভাল দেউ। এওঁ বাপু থাকোতে আমি আৰু চিন্তা কৰিব লাগেনে?

নব : দাইটি, যা-যোগাৰ প্ৰায় শেষ হৈছে। গাঁৱৰ মানুহে সকলো কৰিছে। ওচৰৰ গাঁওকেইখনৰ ডেকাইঁতেও সহায় কৰিছে।

তৃতীয় গএগ : হওঁক, হওঁক তেও। এইবাৰ তই লাগিছ যেতিয়া চিন্তা নাই।

প্ৰথম ল'ৰা : অ' নৱকাই, ভদীয়াকায়ে ভাওনাখন চলাই দিব। কিন্তু গায়ন-বায়ন গাবৰ বাবে এযোৰা ভাল গায়ন-বায়ন ঠিক কৰিব নেলাগিব জানো।

তৃতীয় গএগ : হেৰউ, আমাৰ গাঁৱততো ভাল গায়ন-বায়ন আগৰ দৰে নাইয়ে।

দ্বিতীয় ল'ৰা : ওচৰে-পাজৰে গাঁও এখনৰ পৰা বিচাৰি আনিলেই হ'ল। সেই সোণাপুৰ গাঁওতে ভাল গায়ন-বায়ন আছে।

নৱ : হ'ব, মই সকলো ঠিক কৰিছো। এইবাৰৰ পৰা আমাৰ গাঁৱত গায়ন-বায়ন শিকিব লাগিব আৰু যাতে আনৰ পৰা মাতিব লগা নহয়।

আটায়ে : এৰা, ঠিক কৈছ। আমি শিকিব লাগে।

**আকৌ দুজনমানে আখৰা আৰম্ভ কৰে। –**

**ৰজাবিলাক : অয়ে কাহেক - চাৱল? আঃ হামাৰ কন্যা ওহি লৈয়া যায়।**

**সীতা : হা হা বিধি, হামাৰ কি কপাল মিলিল। হৰি হৰি ৰামস্বামী, নবীন বয়স। সংগে সোদৰ মাত্ৰ সহায়। ৰাজসৱক কৈছে যুদ্ধে জিনিব। হা হা দৈৱ, কোন অপৰাধে হামাক বঞ্চল। -**

**মাজতে আখৰা বন্ধ কৰি আকৌ কথাত লাগে।**

তৃতীয় ল'ৰা ঃ এই বৰকাই - - -

দ্বিতীয় ল'ৰা ঃ কি হ'ল?

তৃতীয় ল'ৰা ঃ নৰকাইৰ লগৰ ল'ৰাদুজন — চহৰৰ পৰা আহিছিল যে নাম কি আছিল?

দ্বিতীয় ল'ৰা ঃ জানো, পাহৰিলোৱেই নহয়। কি আছিল অ' নৱ তোৰ ওচৰলৈ ফুৰিবলৈ অহা চহৰৰ বন্ধুদুটাৰ নাম?

প্ৰথম ল'ৰা ঃ বৰ ভাল ল'ৰা দেই।

দ্বিতীয় ল'ৰা ঃ বাঃ সিহঁতৰ কথা শুনিলে গা ৰাই-জাই কৰি যায়।

নৱ ঃ সিহঁতে ইউনিয়ন-চিউনিয়ন কৰি ফু ৰা ল'ৰা। কথা ক'ব জানে। পঢ়াতো চোকা। কিতাপ পত্ৰও বহুত পঢ়ে।

প্ৰথম ল'ৰা ঃ আমাৰ ইয়াত কৃষক সংগঠন এটা কৰাৰ কথা আছিল।

দ্বিতীয় ল'ৰা ঃ কৰাটো ভাল। গাঁৱৰ দুখীয়া অশিক্ষিত খেতিয়ক বিলাকক মণ্ডলহঁতে বৰ ঠগি আছে।

তৃতীয় ল'ৰা ঃ অঁ, ৰাইজক সজাগ কৰি, মণ্ডলহঁতৰ কামত মাত মাতিবৰ হ'ল। তই কি ক নৱ?

নৱ ঃ এ থ, থ এইবোৰ সংগঠন-চংগঠন । নিজৰ কাম নিজে কৰি যা।

প্ৰথম ল'ৰা ঃ মণ্ডল, কেৰামত দাৰোগা, পেটুৱা বেপাৰী। এইবোৰে জানো আমাক ঠগি থকা নাই!

নৱ ঃ সিহঁতে সিহঁতৰ ভাগে আছে। আমি আমাৰ ভাগে থাকিম বচ।

প্ৰথম গএগ ঃ নহয় বাপু, ল'ৰাহঁতে ঠিকেই কৈছে - - -

নৱ ঃ নিজে ঠিক থাকিলে কোনোবাই ঠগিব পাৰে নেকি?

দ্বিতীয় ল'ৰা ঃ নিজে ঠিক থাকবিলৈ আমি হ'লো ক, খ — ম, ম নজনা মানুহ। সেইবাবে আমাক ঠগিব পাৰিছে।

তৃতীয় ল'ৰা ঃ আমাক মাৰি মাৰি সিহঁতে ৰজা হৈছে।

নৱ ঃ পাৰিছে হৈছে। সেইবোৰত লাগি থকা দৰকাৰ নাই।

তৃতীয় ল'ৰা ঃ তই, চব কথায়ে ওপৰে ওপৰে চাৱ।

নৱ : মই মুঠতে জানো। নিজৰ কাম নিজে ঠিকমতে কৰিব লাগে। অন্যায়, অসত্য দেখিলে লগে লগে মাত মাতিব লাগে। বচ। তাৰ পাছত যি কৰে কৰি থাকক — আমাৰ সেইবোৰত মাত মতাৰ দৰকাৰ নাই।

দ্বিতীয় ল'ৰা : তই, মাত নামত নেলাগে। আমি কিবা এটা কৰিম।

প্ৰথম ল'ৰা : অঁ, কৃষক সভা এখন পাতিব লাগে।

প্ৰথম গঞা : ঠিক, ঠিক সকলো মানুহক মাতি-বুজাই দিবি বোপাইহঁত।

তৃতীয় ল'ৰা : মণ্ডল, কেৰামত দাৰোগা, পেটুৱা বেপাৰীৰ মইমতালি দিনে দিনে বাঢ়ি গৈছে - - -

দ্বিতীয় ল'ৰা : এৰা, সহি থকাৰো এটা সীমা আছে।

প্ৰথম ল'ৰা : তেতিয়াহ'লে কৃষক সভা এখন পতাটো ঠিক কৰি পেলাওঁ -

দ্বিতীয় ল'ৰা : অঁ, এই আখৰাৰ থলীতে কথাটো খাটাং হৈ যাওঁক - - -

আটায়ে : অঁ, খাটাং কৰি পেলা - - -

**এনেতে হঠাতে সকলোৱে বাহিৰলৈ চায়। বাহিৰত মণ্ডলক দেখি সকলো তৎপৰ হৈ উঠে। নৱৰ বাহিৰে সকলোৱে মণ্ডলৰ বাবে ব্যস্ত হৈ পৰে।**

আটায়ে : দেউতা, আহঁক আহঁক - - -

**মণ্ডল সোমায় আহে।**

আটায়ে : বহিবলৈ কিবা এটা দে - - -

: দেউতা এতিয়া ক'ত বহে!

: এই ঢাৰি-পাতি কিবা এখন আন - - -

: নহয় এই মনবৰৰ ঘৰৰ পৰা কাঠৰ চকী এখন আন - - -

: এই নামঘৰীয়াৰৰ ভিতৰৰ পৰা পীৰা এখনকে আন - - -

**সকলোৱে হুলস্থূল লগায়।**

মণ্ডল : হ'ব, হ'ব মোৰ বাবে চিন্তা কৰিব নালাগে। মই বহিম। সেই বাটেদি গৈ থাকোতে খোলৰ মাত শুনি ৰব নোৱাৰি সোমাই আহিলো। বোলে এপাক চায়ে যাওঁ।

আটায়ে : বৰ ভাল কৰিলে দেউতা, বৰ ভাল কৰিলে - - -

মণ্ডল ঃ সেই ডেকাকালত কম ভাওনা কৰিলোঁ! কম ভাও গালো! কম মুখত ৰং সানিলো! মোৰ সমান ভাও গোৱা মানুহ সাত-আঠখন গাঁৱত নোলাইছিল। সেইবাবে এতিয়াও খোলৰ মাত শুনিলে গা দাং খাই উঠে। মই আকৌ ঘৰৰ পৰা মনে মনে পলাই আহি আখৰা কৰো। পিতায়ে এইবোৰ কৰাটো — গাঁৱৰ মানুহৰ লগত সমানে মিলা-মিছা কৰাটো পছন্দ নকৰিছিল। পুৰনিকলীয়া মানুহতো। অ' তহঁতক কিবা চান্দা-তান্দা লাগিলে মোৰ পৰা আনিবি। যাৰে-তাৰে ওচৰত হাত পাতিব নেলাগে। দেচোন — এনেকুৱা এখন ভাওনা অকলে পতাৰ ক্ষমতা মোৰ আছে। অঁ, অঁ — আখৰা কৰ আকৌ - - -

নৱ ঃ অঁ, আখৰা কৰিব লাগে - - -

**নেপথ্যত যুদ্ধৰ চেও, দুজনমানে তালে তালে যুদ্ধ কৰে। খোলৰ চেও -**

**'তাকধেই দিদিধেই ধিনাধেই তাওঁ –**
**তাকধেই দিদিধেই ধিনাধেই তাওঁ –**
**দিধিনাক্ ধেই, খিতা, দিধিনাক ধেইখিতা,**
**দিধিনাক ধেই –**
**দিধিনাক্ ধেই, খিতা, দিধিনাক ধেইখিতা,**
**দিধিনাক ধেই –**
**দিধিনাক্ ধেই, খিতা, দিধিনাক ধেইখিতা,**
**দিধিনাক ধেই –**

## ঃ পঞ্চম দৃশ্য ঃ

**ডম্বৰু ঘৰ।**

**হেদায়ত আৰু ডম্বৰুৱে কথা পাতি থাকে।**

হেদায়ত ঃ মই হ'লে ছোৱালীজনীৰ ঘৰখন অকলে এৰি দিব নোৱাৰো বান্ধৈ। কশপাহি মোৰ নিজৰ ছোৱালীৰ দৰে। নিধিৰামে চকু মুদাৰ আগতে ছোৱালীজনী, ঘৰখন মোকে চমজাই দিছিল। এতিয়াতো তাইক দলনিত পোনা মেলাদি এৰিব নোৱাৰো।

ডম্বৰু ঃ হওঁতে সেইটো হয়। তাইকনো কোন সতে অকলে এৰিবলৈ মন যাব! কিন্তু ৰাইজে এঘৰীয়া কৰিছে যে — আকৌ ৰাইজৰ চকু আমাৰ ওপৰত পৰক। ইতিমধ্যে বু-বু, বা-বাখন ওলাইছেই — তাই বোলে আমাৰ ঘৰলৈ অহা যোৱা কৰে।

হেদায়ত ঃ ৰাইজে মোকো এঘৰীয়া কৰিলে কৰক। তথাপিতো মই তাইক এৰি দিব নোৱাৰো। তাতে মোৰ জ্ঞানে কয় - তাই কোনো দুখ কৰা নাই। দুখ কৰা হ'লে ময়ো ৰাইজৰ মতকে ললোহেঁতেন।

ডম্বৰু ঃ আমাৰ নৰয়ো তোমাৰ কথাটোকে কয়। তাৰ মতে কশপাহিহঁতক এঘৰীয়া কৰাটো অনিয়াই হৈছে।

হেদায়ত ঃ হেজাৰ হওঁক সি পঢ়া-শুনা কৰা ল'ৰা। যদি তাৰ জ্ঞানটোৰ সমান আমাৰখনৰ হ'লহেঁতেন!

ডম্বৰু ঃ জোনাব, মই কিন্তু এইবোৰৰ পৰা বাছি থাকিব বিচাৰো।

হেদায়ত ঃ সেয়াই ভাল।

ডম্বৰু ঃ তাই দুখ কৰিছে — সেয়া মোৰ মনেও নামানে জোনাব!

হেদায়ত ঃ কাৰ তগদিৰত কি লিখা আছে— খোদায়েহে জানে! আমি বান্দায়ে তাৰ ভুকে নাপাওঁ।

ডম্বৰু ঃ এৰা, এৰা জোনাব — **(ভিতৰলৈ)** পদুম, পদুম - - -

পদুম ঃ **(ভিতৰৰ পৰা)** পিতাই গৈছোঁ - - -

ডম্বৰু ঃ দাইটিয়েৰ আহি অথনিৰেৰ পৰা কথা পাতি আছে — বোলো খবৰ ৰাখিছনে?

**পদুম আহি হেদায়তক দেখি সৰু ছোৱালীৰ দৰে কৰে।**

পদুম : অ' আমাৰ দাইটি! ইচ্ ইমান দিনৰ মূৰত আহিছা ---

**হেদায়তৰ হাতত ধৰি হুলস্থূল লগায়।**

হেদায়ত : ৰচোন ৰ'। উৎপাতখন নকৰিবি।

পদুম : তুমি কেতিয়া আহিলা মই ক'বই নোৱাৰো? মনে মনে আহি ইয়াত কথা পাতি থাকিলে মই কেনেকৈ জানো?

হেদায়ত : হে'ৰ আই, মই আহিলো বুলি ঢোল পিটি পিটি তোক ফৰমান দি আহিব লাগিছিল নেকি?

পদুম : তোমাৰ লগত কথাত নোৱাৰি।

ডম্বৰু : যা, যা দাইটিয়েৰক ধপাত এচিলিমকে আনি দে ---

পদুম : আচলতে ক' তোৰ খাবলৈ মন গৈছে।

ডম্বৰু : আঃ যাচোন — হ'ব কোনোবাই খাম আৰু - দুয়োজনৰ বাবে এচিলিম হ'লেই হ'ব। নহয়নে জোনাব?

হেদায়ত : অঁ, হ'ব, হ'ব বেছিকৈ কেলৈ?

পদুম : হ'ব বাৰু ভিতৰলৈকে ব'লা। পানী অকণমান তপতাইছো। এঢোক খাই যাবা ---

নৱ : **(নেপথ্যত দূৰৰ পৰা)** অ' দাইটি, দাইটি — **(সোমাই আহি।)** তোমাক মই বিচাৰি ঘৰ পালো আৰু তুমি ইয়াত!

হেদায়ত : মোকনো কিহ'লৈ বিচাৰিছ?

নৱ : তুমি, কেছাৰিলৈ গৈছিলা নহয়?

হেদায়ত : অঁ।

নৱ : কণপাহিহঁতৰ কে'চখন কি হ'ল?

ডম্বৰু : এৰা, হয়তো আকৌ! কি হ'লহে জোনাব? তাইৰ কে'চখন কি হ'ল?

হেদায়ত : কিটো হ'ব? আকৌ তাৰিখ দিছে। মিছা-মিছি পইচা খৰছ। গোটেই দৰমহাটো তাই কে'চ খেলোতে আৰু বেমাৰি মাকৰ দেৱাই আনোতেই শেষ হয়। চাকৰিটোনো কৰা হৈছে কিমান দিন? দুমাহে পূৰ হোৱা নাই।

নৱ : হ'ব — লাহে ধীৰে সকলো ঠিক হৈ যাব।

হেদায়ত : আশা নাই, বোপাই আশা নাই।

নৱ : আশা নাই!

হেদায়ত : মণ্ডলে যিদৰে পইচা ঢালিছে, তাক চাই-তাই কে'চত জিকিব যে মিছা। শেষত সকলো বৰবাদ হ'ব।

পদুম : মণ্ডল কেনেকৈ জিকিব ? তাইৰ দেউতাকৰ ভাগৰ মাটি তাই পাবই লাগিব।

হেদায়ত : সাক্ষী বাদীৰ অভাৱ। তাতে তাই গাঁৱত এঘৰীয়া। মোৰ বাদে কোনে সাক্ষী দিবলৈ যাব।

নৱ : এঘৰীয়া বুলিলেই এঘৰীয়া হ'বনে ?

হেদায়ত : বোপাই, তইঁতে নুবুজিবি — **(হুমুনিয়াহ)**

পদুম : বুজিবলৈ কিটো আছে ?

হেদায়ত : সুবিধা বুজি, কণৰ এটা দোষ উলিয়াই মণ্ডলে তাহাঁতক এঘৰীয়া কৰিছে। যাতে তাইৰ এই বিপদৰ সময়ত কোনেও সহায় কৰিব নোৱাৰে।

ডম্বৰু : গাঁৱৰ মানুহেও মণ্ডলৰ কথাতে উজান দিলে। উপায়ো নাই! টানে আপদে গাঁৱৰ মানুহক মণ্ডলেই সহায় কৰে।

নৱ : সহায় কৰে বুলিলেই — মণ্ডলে যি ক'ব তাকে মানি ল'বনে ?

হেদায়ত : কণো বৰ জেদি, তাই হতকাই এৰি নিদিয়ে, তাই যুঁজিহে এৰিব। দেখা নাই জানো জেদতে কি কাণ্ড এটা কৰি দিলে!

ডম্বৰু : পদুম, তই দেখোন পানী তপতোৱাৰ কথা কৈছিলি!

পদুম : অ' মই পাহৰিছিলোৱেই, তইঁত আহ মই ঠিক কৰোগৈ ---

**পদুম যায়।**

ডম্বৰু : ব'লা জোনাব, আমি পানী এটোপাকে খাওঁগৈ।

হেদায়ত : ব'লা।

**দুয়ো যায়। নৱও বাহিৰলৈ যাব ধৰে, এনেতে কণপাহি সোমাই আহে।**

নৱ : **(কণপাহিক।)** তোৰ তালৈ যাম বুলি ওলাইছিলোহে তই আহিলিয়েই।

পাহি : ঘৰত সোমোৱাই নাই। অফিচৰ পৰা বাহিৰে বাহিৰে তোৰ ওচৰলৈ আহিলোঁ।

নৱ : কে'চখনৰ বোলে আকৌ তাৰিখ দিলে!

পাহি : ওঁ। সি টকা ঢালিলে। ময়ো সুধাই নেৰোঁ।

নৱ : এনেকৈ আৰু কিমান দিন যুঁজিবি!

পাহি : যিমান দিন দৰকাৰ হয়। — বাৰু এইবিলাক থাকিব দে। আজি মাধব কলিতাক পাইছিলোঁ।

নৱ : মাধবক! ক'ত ?

পাহি : কেছাৰিতে। তোৰ খবৰ ললে। মোৰো কে'চৰ কথা গম ল'লে। সি কৈছে — সংগঠন কৰি মণ্ডলহঁতৰ বিৰুদ্ধে যুঁজিবলৈ।

নৱ : কি মহিলা সংগঠন নেকি?

পাহি : প্ৰয়োজন হ'লে কৰিব লাগিব।

নৱ : চালত উঠা আৰু দুজনীমান লৈ এটা সংগঠন কৰিব পাৰ অৱশ্যে।

পাহি : পেংলাই নকৰিবি ককাইটি।

নৱ : বাঃ একেবাৰে মুদত আছ দেখিছোঁ।

পাহি : তই যদি আগবাঢ় আমাৰ গাঁৱত এটা ভাল সংগঠন হ'ব।

নৱ : মই এইবোৰত নাই। মই যি কৰিম অকলে কৰিম। মই জানো আপোন ভালেই জগত ভাল। নিজে ঠিক হৈ থাকিম। কাকো অন্যায় নকৰোঁ। আনে যি কৰে কৰি থাকক। তাত মোৰ মাতিবলৈ নাই।

পাহি : কিন্তু গাঁওখনত এটা-দুটা ভাল হ'লে নহ'ব নহয়। সকলোকে ভাল কৰিব লাগিব। সেইবোৰ দায়িত্ব তোৰ-মোৰ দৰে কিছুমানৰ।

নৱ : তই দেখিছোঁ মাধবৰ পাল্লাত বাৰুকৈ পৰিলি?

পাহি : সি চকু মেল খোৱাই দিছে।

নৱ : চকু পিছতো মেলিবি। অফিচৰ পৰা বাহিৰে বাহিৰে আহিছ -- তই ভোকত আছ — মোৰো ভোক লাগিছে — ব'ল ভিতৰত পদুমক কৈ জলপান অলপ অলপ খাওঁগে।

পাহি : তোৰ খকটো ডাঙৰ - - -

নৱ : হ'ব। তোৰ কথা বন্ধ কৰ। খক ডাঙৰ হ'বই। কাৰণ পেট। পেটৰ বাবেই জীয়াই আছোঁ। ব'ল।

পাহি : চাবি আকৌ মই তহঁতৰ ঘৰত জলপান খালে তহঁতৰ জাত নগ'লেহে ৰক্ষা।

নৱ : পাহি!

পাহি : অঁতো, আমি হ'লো সৰু জাতৰ মানুহ, তহঁত হ'লি আমাতকৈ ডাঙৰ জাতৰ - - -

নৱ : তোক মই এতিয়া এপাট কাণতলীয়া দিম, সৰিয়হ ফুল দেখি যাবি।

পাহি : ইঃ গোৱাৰ, অভং, ধেমালিও নুবুজে। — ব'ল।

**দুয়ো যাব দৰে। এনেতে কনক সিহঁতৰ আগেদি পাৰহৈ যাব ধৰে।**

নৱ ঃ কনক - - -

কনক ঃ **(বৈ দিয়ে।)**

নৱ ঃ বছৰে বছৰে এই একেবোৰ কাণ্ডকে হ'ব নেকি?

পাহি ঃ **(নৱক)** তই কি ক'ব বিচাৰিছ্?

নৱ ঃ একেলেথাৰিয়ে দুবছৰ দুবাৰ মণ্ডলৰ ঘৰত চুৰ হৈছে। দুয়োবাৰ ইয়াকে সন্দেহ কৰি পুলিছে নিছে।

পাহি ঃ সন্দেহহে কৰিছে!

নৱ ঃ গাঁৱৰ মানুহেতো ইয়াকে চোৰ বুলি কোৱা-মেলা কৰিছে।

পাহি ঃ গাঁৱৰ মানুহে ক'লে বুলিয়েই চোৰ হৈ যাব নেকি?

নৱ ঃ ৰাস্তায়ে পদুলিয়ে মানুহৰ ইয়াক লৈ আলোচনা। আমাৰ ঘৰখনৰ কাৰোবাক দেখিলে ফিচিঙা ফিচিঙি। মোৰ আঁৰত কনকচোৰৰ ককায়েক বুলি সকলোৱে মোক হাঁহে।

পাহি ঃ মানুহে সাজি লোৱা কথা এটাত সি কি কৰিব?

নৱ ঃ সাজি লোৱা মানে, দুইবাৰ সিয়েই চোৰত কেনেকৈ পৰিলে?

পাহি ঃ তাৰ মানে তই তাক চোৰ বুলি ক'বলৈ বিচাৰিছ্?

নৱ ঃ মই নক'লে কি হ'ল — গোটেই ৰাইজমখাই তাকে কৈছে। সিদিনাখন বোলে নামঘৰতো তাক চবেই উপলুঙা কৰিছে। সেইবোৰ কি মই সহ্য কৰিব পাৰো নেকি? মোৰ গাত নালাগে নেকি? মোৰ কি সন্মান নাই?

পাহি ঃ উঃ তাৰ দীঘল নাকটো চুটি হৈ গ'ল।

নৱ ঃ তই মনে মনে থাক।

পাহি ঃ কি মনে মনে থাকিম? নিৰ্দোষী ল'ৰা এটাক চোৰ বুলি ক'লেই হ'লনে!

নৱ ঃ তেতিয়াহ'লে মণ্ডলৰ ঘৰৰ বস্তু কোনে চুৰ কৰিলে?

পাহি ঃ তই মণ্ডলক সোধ গৈ।

নৱ ঃ মণ্ডলক সোধিব নেলাগে।

পাহি ঃ মানে তই কি ক'ব বিচাৰিছ ! কনক চোৰ?

নৱ ঃ অঁ, চোৰ! চোৰ! সি চোৰ!

কনক ঃ **(চিঞৰি)** নহয় — মই চোৰ নহয়!

## ষষ্ঠ দৃশ্য

**পথাৰত খেতিৰ বিভিন্ন কাম কৰি থকা এটা পৰিৱেশ। সময় আবেলি। মঞ্চত থাকিব পদুম আৰু ল'ৰা কেইটামান। কেইটামান ল'ৰাই বিহু নাম, বিয়া নাম আদি গায় পদুমক জোকায়।**

ল'ৰা : **(বিহু নাম)**

নৈৰে লেতেৰা ঢুলীয়া-খুলীয়া,
ভোগদৈৰ লেতেৰা পানী
ছোৱালী লেতেৰা বিজুলী চকুৱা
মুখত মিচিকিয়া হাঁহি।

**এজনে মুখেৰে ঢোলত চেও দিয়াৰ শব্দ কৰে। এজনে মুখেৰে তাল বজোৱা শব্দ। নাচে।**

পদুম : এই তহঁতে মোৰ লগত চুপতি নকৰিবি দেই - - -

প্ৰথম ল'ৰা : হয়নে -- **(আকৌ বিহু লগাই দিয়ে আটায়ে গায়।)**

পিয়াহৰ সুৱদি পানী ঐ লাহৰি
ভোকৰে সুৱদি ভাত,
তাতোকৈ সুৱদি তোমাৰ মাতেষাৰি
লগাই থৈ যোৱা মাত।

পদুম : কথা বেয়া হ'ব কৈ দিছো - - -

দ্বিতীয় ল'ৰা : কি ডাল কৰিবি ?

পদুম : কি কৰিম চাবি নেকি ?

তৃতীয় ল'ৰা : ককায়েৰক লগাবি। লগা।

দ্বিতীয় ল'ৰা : আমাক বৰশীত দিব - - -

প্ৰথম ল'ৰা : আপোনাৰ নাক কাটি সতিনীৰ যাত্ৰা ভংগ কৰিব - - -

দ্বিতীয় ল'ৰা : হেৰ' বুন্দা কেচুৰ গাত বিচাৰ, তাতে সোমায় এইবাৰলৈ ৰক্ষা পৰো।

পদুম : **(বাহিৰলৈ চাই চিঞৰে।)** অ' ককাইটি - এই কেইটালৈ চা -

তিনিওটাই : **(বিয়া নামৰ সুৰত)**

বনে বনে ফুৰিলোঁ - - -
বকুলৰ মালা গাঁথিলোঁ,
বেয়া নাপাবা দেই —
ধেমালিহে কৰিলোঁ।

**দূৰৰ পৰা কথা কৈ কৈ নৱ সোমাই আহে।**

নৱ : কি হ'ল ? টেঁটু ফালিছিলি কেলেই ?

প্ৰথম ল'ৰা : ককাইটি, এই — এই বৰ চিঞৰিব পাৰে।

দ্বিতীয় ল'ৰা : একেবাৰে কাণৰ পটা ফালি যাব।

পদুম : **(চিঞৰি)** অঁ, চিঞৰিম !

তিনিওটাই : বাপৰে - - - **(নৱই হাঁহে)**

পদুম : এই কেইটাই মোৰ লগত কেনেকৈ পেংলাই কৰি আছে চাচোন।

নৱ : তইনো সিহঁতৰ ওচৰলৈ আহিছিলি কেলৈ ?

তিনিওটাই : অঁতো - - -

তৃতীয় ল'ৰা : আমাৰ লগত লাগিবলৈ আহিছে।

পদুম : ৰ' মই চাম নহয়।

নৱ : আৰু তহঁতেও তাইৰ লগতনো লাগিবলৈ কিহে পাইছে ?

পদুম : এইবোৰ, দন্দুৱা কৰবাৰ'। **(জিভা উলিয়াই)** এঁ — এঁ — এঁ - -

তিনিওটাই : দিম বাপেকে - - -

নৱ : হ'ল, হ'ল — যা সৌ তাত জলপান খোৱা কাঁহী-বাটিকেইটা আছে লৈ যা।

প্ৰথম ল'ৰা : **(লেনিয়াই)** অ' পদুম, পদুম অ' - - -

পদুম : কি হ'ল ? ইমান কোমল মাত কেলৈ ?

প্ৰথম ল'ৰা : মই খোৱাকেইটাও লৈ যাবি অ'। সেই ফালে যাওঁতে ঘৰত সোমাই দি যাবি।

পদুম : মোৰ গৰজ পৰিছে। এতিয়া লেৰেলা সাদৰ দেখুৱাব আহিছ ! চুপতি কৰাৰ কথা পাহৰি গ'লি ?

প্ৰথম ল'ৰা : অঁ, ইহঁত কেইটা — তহঁত বৰ বেয়া দেই — ছোৱালীজনীৰ লগত চুপতি কৰিবলৈ তহঁতৰ লাজ নালাগে ?

পদুম ঃ আই — ঐ দেহি আমাৰ এওঁ, একেবাৰে নিমাখিত প্ৰাণী।

নৱ ঃ যা, যা কথা চোবাই থাকিব নালাগে।

**পদুম যাব ধৰি ঘূৰি আহি।**

পদুম ঃ এই, তইঁত বান্দৰ, ক'লা ভালুক, নেগুৰ কটা শিয়াল — **(জিভা উলিয়াই)** এঁ — এঁ — এঁ - - -

**তিনিওটাই পদুমক মাৰিবলৈ খেদি যায়। পদুম দৌৰি যায়গৈ।**

তিনিওটাই ঃ দিম বাঘঢকা দুটামান - - -

**সকলোৱে হাঁহে।**

নৱ ঃ এতিয়াও সৰু ছোৱালীৰ দৰে হৈ আছে।

দ্বিতীয় ল'ৰা ঃ ঘৰৰ ভিতৰত নুমলীয়াতো।

তৃতীয় ল'ৰা ঃ ককাইটি, তই কিন্তু বহুত মাটি হাল বালি দেই।

প্ৰথম ল'ৰা ঃ আমি ভাবিছিলো তই নোৱাৰিবি - - -

নৱ ঃ কিয় নোৱৰিম, তইঁতে পাৰিছ যদি মইও পাৰিম। চাবি তইঁতকৈ আগতে মই মাটি চহাম।

দ্বিতীয় ল'ৰা ঃ তই বৰ কষ্ট কৰিব পাৰ।

নৱ ঃ নকৰিলে কেনেকৈ হ'ব? মণ্ডলৰ হাতৰ পৰা মাটিখিনি মোকলাব লাগিব।

তৃতীয় ল'ৰা ঃ পাৰিবি জানো?

নৱ ঃ কিয় নোৱাৰিম! তাৰ পাওনাখিনি সোধাই দিলেই হ'ব।

প্ৰথম ল'ৰা ঃ পাওনা দিয়ো বহুতে মাটি মোকলাব নোৱাৰে।

নৱ ঃ মানে!

দ্বিতীয় ল'ৰা ঃ মণ্ডলে মাটি বন্ধকত লওঁতে বহুত পাক লগাই লয়। যাতে তাৰ পৰা সতকাই মাটি মোকলাব নোৱাৰি।

নৱ ঃ কি কৈছ মই বুজি পোৱা নাই।

তৃতীয় ল'ৰা ঃ পাবি, পাবি — লাহে লাহে সকলো বুজি পাবি।

নৱ ঃ ময়ো এৰি দিয়া ভকত নহয়। কাকো সুদাই নেৰো।

প্ৰথম ল'ৰা ঃ অকলে একো কৰিব নোৱাৰ। আমি চবেই লগ লাগিলে কিবা এটা হ'ব।

দ্বিতীয় ল'ৰা : তই ওলালেই হ'ল। আমি চবেই মিলি মণ্ডলহঁতৰ বিৰুদ্ধে যুঁজ দিম। সিহঁতে অকলে একো কৰিব নোৱাৰে। আমাক মাত্ৰ তোৰ দৰে এটা জনা-শুনা মানুহ লাগে।

নৱ : তহঁতে মোৰ মূৰটো ঘোলা নকৰিবি। য'তে যাওঁ একে কথা। কিবা কৰিব মন গৈছে কৰি থাক। মোক নাটানিবি।

তৃতীয় ল'ৰা : কথাটো অলপ বুজিবলৈ চেষ্টা কৰ - - -

নৱ : বাদ দে — মোৰ বাহুত বল আছে, দেহাত শকতি আছে, কামানি কৰিম খাম। আনৰ লগত যুঁজিবলৈ যাম কিয় ?

প্ৰথম ল'ৰা : নহয়, ককাইটি - - -

নৱ : হ'ব, হ'ব নিজৰ নিজৰ কাম কৰগৈ যা। ঘৰলৈ যাবৰ হ'ল। ময়ো যাওঁ মাটি আৰু অলপ আছে শেষ কৰি দিওঁ।

**নৱ যায়গৈ।**

প্ৰথম ল'ৰা : ই কি মানুহ ক'ব নোৱাৰো।

দ্বিতীয় ল'ৰা : পিতাকৰ দৰেই চাধা-চিধি মানুহ, আনৰ কাৰচাজি বুজি নাপায়-

তৃতীয় ল'ৰা : ব'ল, ব'ল কাম সামৰি ঘৰ মুৱা হওঁ।

**আটাইকেইটাই যায়। খন্তেক পাছত পদুম সোমাই আহি ল'ৰাকেইটাক উদ্দেশ্য কৰি চিঞৰে।**

পদুম : ঐ বান্দৰহঁত ঘৰলৈ নাযাব নেকি ?

এজনে : **(নেপথ্যত)** যাম বান্দৰী।

পদুম : বৰ কাম কৰি দেখুৱাব আহিছ! **(নৱক উদ্দেশ্য কৰি চিঞৰিব)** ককাইটি, নাযাব নেকি ?

নৱ : **(নেপথ্যত)** তই গৈ থাক। মই অলপ পিছত যাম।

পদুম : **(নৱক)** দেহা ভাগি কাম কৰি ফলাব নেলাগে। সোনকালে আহিবি।

**এনেতে কণপাহি সোমাই আহে।**

পাহি : কি অ' পদুম কি চিঞৰিছ!

পদুম : **(নৱক দেখুৱাই)** সৌটো, কাম কৰি ফলাব - - -

পাহি : নৱককাইটি, সি আজি কালি বৰ কষ্ট কৰে।

পদুম : তই অফিচৰ পৰা অহা দেৰি কৰিলি যে - - -

পাহি : হ'ল আৰু দেৰি। পিছে ককায়েৰে ইমান ঘটিলে টকাবোৰ ক'ত থবি ?

পদুম : তাকেতো ভাবিছোঁ, পুতি থলেও ধনগুলৈ হ'ব। – সি বিয়া-চিয়া কৰাৰ মতলব কৰিছে নেকি ?

পাহি : হ'ব পাৰে দেই। তাক ধৰিব লাগিব।

পদুম : চাবি, যিহে গোঁৱাৰ ভেকাহি মাৰি উঠিব।

পাহি : হয় পাই, ভয়ো লাগে।

পদুম : ঐ আমাৰ ককাইটিয়ে তোকেই দেখোন বিয়া কৰাব পাৰে।

পাহি : সেই গোঁৱাৰটোলৈ নগৈহে পাৰিছে - - -

পদুম : পস্তাৰি, পস্তাৰি, তেনেকৈ ক'লে পিছত পস্তাবি। তেতিয়া হাঁয়ে-বিয়েখন লগালেও নেচেল।

পাহি : হেৰ' ডিঙিত কলহ বান্ধি নদীত ডুবি মৰিম, তথাপিতো তোৰ ককায়েৰৰ দৰে অভং এটালৈ গৈ জীৱনটো বৰবাদ কৰিব নোৱাৰো।

পদুম : হয়নে। দেখিলেহে লেখিম। এই তই পিছে আমাৰ ঘৰৰ বোৱাৰী বেচ সাজিব দেই।

পাহি : পিছে হেৰি নহয়, আমাৰ জাতৰ ছোৱালী তহঁতৰ ঘৰলৈ বোৱাৰী কৰি নিবইবা কিয় ?

পদুম : ঐ পিতাইৰ মনটো লৈ চাম নেকি ?

পাহি : চাবি, চাবিচোন চাবি -- আমাৰ কপাল ফুলেই বা।

**নৱ আহে।**

নৱ : **(পদুমক)** কি হ'ল, তই হ'ব পাই যোৱাই নাই !

পদুম : যাওঁৱেই।

**ল'ৰাকেইজন সোমায় আহে।**

এজন ল'ৰা : ঐ বান্দৰী, ব'ল ব'ল - - -

পদুম : ব'ল বান্দৰহঁত, ককাইটি, নাযাৱ জানো ?

নৱ : তহঁত গৈ থাক।

পদুম : বাইটিক মাত নলগাওৱেবা।

পাহি ঃ যা - এইজনী।

পদুম ঃ **(কৃত্ৰিম হাঁহি)** ব'ল ব'ল বাপুহঁত।

**সকলোৱে হাঁহি-মাতি বিহু নাম গাই যায় গৈ।**

**বিহু নাম** ঃ ৰঙাকৈ গামোছা মাজে শেল দিয়া
তুমি তামোল কাটি থোৱা
লাহৰি হাতেৰে থুৰিয়াই থুৰিয়াই
আমাকো এখনি দিয়া।

**বহুত দূৰলৈকে সিহঁতৰ মাত শুনা যায়।**

নৱ ঃ কি হ'ল — ইমান দেৰি কৰিলি!

পাহি ঃ অলপ কাম আছিল।

নৱ ঃ কি কাম আছিল!

পাহি ঃ আছিল আৰু। তোকনো চব কথা কৈলৈ!

নৱ ঃ জানো নহয় তোৰ কথা, চব জানো।

পাহি ঃ কি জান?

নৱ ঃ অফিচত সেই মতা ম'খাৰ মাজত গা-ঘেলাই ফুৰগৈ - - -

পাহি ঃ ভাল হৈছে। মই কি কৰিম। মতাখিনিৰ মাজত ছোৱালী অকল মইহে।

নৱ ঃ বৰ ভাল পাইছ। ইহ্ ইষ্টাইল কি নাচাবা!

পাহি ঃ ককাইটি!

নৱ ঃ কাপোৰ চোৱা — একেবাৰে জক্মকীয়া — শাৰী - - -

পাহি ঃ তোৰ পৰা আৰু উপায় নাই। এবাৰ কবি চাধা-চিধি কাপোৰ নিপিন্ধিবি, এবাৰ কবি মেখেলা চাদৰ নিপিন্ধিবি — আকৌ এতিয়া জকমকীয়া শাৰী — তেতিয়াহ'লে মই কি কৰিম? তোৰ পৰা দেখোন মই একো পিন্ধিব নোৱাৰা হ'লোঁ।

নৱ ঃ যা, যা যি ইচ্ছা যায়, তাকে কৰগৈ।

**নৱ অলপ আঁতৰি যায়, কিছু সময় নীৰৱ।**

পাহি ঃ তই, আজি পথাৰত বহুত দেৰিলৈকে আছ দেখোন?

নৱ ঃ তোৰ বাবে বৈ আছিলোঁ।

**আকৌ দুয়ো কিছু সময় বৈ।**

পাহি : নিজৰ দেহাক বেছি কষ্ট নিদিবি - - -

নৱ : অঁ।

**আগৰ দৰে কিছু সময় নীৰৱ।**

পাহি : আইৰ বেমাৰ বেছি হৈছে - - -

নৱ : গম পাইছোঁ।

**নৱই কিবা ভাৱত বিভোৰ হৈ থাকে।**

পাহি : কি হ'ল মনে মনে আছ যে!

নৱ : হোঁ! ভাববোৰ বৰ খেলি মেলি হৈছে - - -

পাহি : কি নো হ'ল?

নৱ : সেই মাধৱহঁতৰ কথা! মাজে মাজে সিহঁতে কোৱা কথাবোৰ ময়ো ভাবো।

পাহি : অ'।

নৱ : সিহঁতে কলেজত থাকোতে এইবোৰ কথা কৈছিল। মোৰ পৰা সিহঁতে বহুত আশাও কৰিছে।

পাহি : আমিও তোৰ পৰা আশা কৰিছো।

নৱ : এৰা!

পাহি : অৱশ্যে তোৰ নিজৰ কথা। তই যি কৰ কৰিবি।

**নৱ আকৌ ভাৱত বিভোৰ হয়।**

পাহি : ঘৰলৈ নাযাৱ!

নৱ : হোঁ! অ'। ব'ল।

**দুয়ো আগুৱাই যাব ধৰোতেই দূৰত ম'হৰ শিঙৰ পেঁপাৰ মাত শুনে। দুয়ো ৰৈ দিয়ে।**

নৱ : বিহু।

পাহি : ওঁ। পৰহিলৈ উৰুকা - - -

নৱ : পেঁপাৰ মাত, ঢোলৰ চেও, কুলি-কেতেকি, — কেনেকৈ যে বছৰবোৰ পাৰ হৈছে ক'বই নোৱাৰি।

পাহি : ঐ ককাইটি, তোৰ পেঁপাৰ মাত বহুত দিন শুনা নাই। আজিকালি নবজাৱয়েই, পাহৰিলি নেকি?

নৱ : কেনৈলৈ পাহৰিম? অৱশ্যে বহুত বছৰ বজোৱা নাই।

পাহি : ঐ, এইবাৰ বজাবিচোন।

নৱ : ক'তা আজিকালি দেখোন সেইবোৰ বজোৱাৰ ভাব মনলৈ নাহেই।

পাহি : থ, থ। বছেৰেকৰ বিহুতেই বজাবি। সদায় বজাই থাকিব নেলাগে নহয়।

নৱ : অৱশ্যে বজাব পাৰো, যদি তই নাচ - - -

পাহি : ধেৎ, এতিয়া আৰু নাচিব পাৰি নেকি!

নৱ : বুজিছ, কেতিয়াবা মন যায়, মই পেঁপা বজাম, তই নাচিবি, চিত পখিলা উৰা দি -- সেই আগৰ দৰে - - -

পাহি : তেতিয়াহ'লে এইবাৰ তই পেঁপা বজাবি!

নৱ : তই নাচিবি?

পাহি : নাচিম।

নৱ : সচা?

পাহি : সচা।

## সপ্তম দৃশ্য

**মণ্ডলৰ ঘৰ।**

**মণ্ডল আৰু হেদায়তে কথা পাতি থাকে।**

হেদায়ত ঃ মণ্ডল দেউতা, আপুনি মোক বোলে মাতিছিল ?

মণ্ডল ঃ অ' মাতিছিলোঁ। এৰা অ' তইতো আজিকালি মোৰ এইফালে ভুমুকি নমৰাই হ'লি।

হেদায়ত ঃ দেউতাইনো তেনেকৈ কেলৈ কয় ? আহিয়ে থাকো দেখোন।

মণ্ডল ঃ আৰু হেৰি নহয়, কিবা সকাম নাথাকিলে আহিবিয়েইবা কিয় ?

হেদায়ত ঃ নহয় দেউতা মানে - - -

মণ্ডল ঃ বাৰু সেইবোৰ বাদ। তোক মাতি পঠাইছিলোঁ এটা কাৰণত।

হেদায়ত ঃ ক'ক দেউতা।

মণ্ডল ঃ সেই নিধিৰামৰ জীয়েকৰ কথা - - -

হেদায়ত ঃ কণপাহিয়েনো আকৌ কি জগৰ লগালে ?

মণ্ডল ঃ জগৰৰ কথা নহয়। তাইক সেই কেঁচ-চেচ খেলিবলৈ মনা কৰ। অযথা টকা-পইচা বৰবাদ। সেই মাটি তাই নাপায়। নিধিৰামে মোক বেছি থৈ গৈছে। মোৰ ওচৰত দলিল পত্ৰও আছে। মিছাই মোৰ লগত যুঁজিবলৈ গৈছে কিয় ?

হেদায়ত ঃ তাই বৰ জেদি দেউতা।

মণ্ডল ঃ মোৰ লগত জানো কেঁচ খেলি জিকিব পাৰিব ? তই ক'লে তাই মানিব। বিপদখন চপাই নোলোৱাই ভাল। দেচোন তোক তাই মানি চলে। তই ন'হলে তাহাঁতৰ ঘৰখন চাওঁতাই মানুহ নাই।

হেদায়ত ঃ মইনো কি দেউতা ! খোদাৰ বান্দা, খোদায়ে চাইছে।

মণ্ডল ঃ তাতে তাহাঁতক গাঁওৱাই এঘৰীয়া কৰিলে, বিপদে আপদে সহায় কৰাও কোনো নাই। তই অহা-যোৱা কৰি আছ বুলিহে, গাঁওৱায়েও তোক ধৰা নাই বুলিহে। ময়ো এইবোৰ বৰকৈ মন-কাণ দিয়া নাই।

হেদায়ত : ৰাইজে মোক এঘৰীয়া কৰিলেও উপায় নাই দেউতা, তাইৰ আপোন বুলিবলৈ এই দুনিয়াত কোনো নাই। ময়ে তাইৰ মুৰব্বী হিচাপে আছো। মোক এঘৰীয়া কৰিলেও কৰক।

মণ্ডল : তোক এঘৰীয়া কৰিবলৈ যাব কিয় ? হেৰ' তোক গোটেই গাঁৱৰ মানুহে সন্মান কৰে। মানি চলে। দিহা পৰামৰ্শও বিচাৰে আৰু তয়ো তেনেকৈ গাওঁখনক সহায় কৰ নহয়।

হেদায়ত : দেউতা, আজিলৈকে কাকো বেইমানী কৰা নাই। নিজে ইনচাফত আছো। যাক যি পাৰো সহায় কৰিছো। সেয়েনেকি ৰাইজে মোক ভাল পায়।

মণ্ডল : পাব, পাব কিয় নাপাব ! ময়ে জানো তোক ভাল নাপাওঁ ! ভাল পাওঁ বাবেহে তোক মাতি পঠাইছোঁ। হেদায়ত, তই এবাৰ নিধিৰামৰ জীয়েকক ভালদৰে বুজাবিচোন। এইবোৰ মিছা-মিছি বাটৰ কচু গাত ঘঁহি লাভ নহয়। তাই যদি কেঁচখন উঠাই লয় তেতিয়া আমাৰ দুই কুল ৰক্ষা।

হেদায়ত : মই বাৰু কৈ চাম।

মণ্ডল : সিহঁতৰ দৰকাৰ হ'লে, পা-পইচা লাগিলে মোক ক'বলৈ ক'বি মই সহায় কৰিম। সেই তাইৰ মাকৰ বেমাৰ দিনে দিনে বেছি হৈ আহিছে। ভাল ডাক্তৰক দেখুৱাব লাগে। দৰমহানো পাই কেইটা তাৰে কেঁচ খেলোতে যায়, মাকক ডাক্তৰক দেখুৱাই ক'ৰ পৰা ! দেচোন গাঁৱৰ মানুহ যেতিয়া তাহাঁতক ভাল হোৱাটো বিচৰা মোৰো উচিত।

হেদায়ত : সেয়া ক'ব লাগিছেনে দেউতা। দেউতা, তেতিয়াহ'লে মই আদবহে জনালো। মোৰ সেই আপদীয়া বেমাৰটোও লগ নেৰাই হ'ল নহয়। মৌতৰ লগত যাব যেন পাওঁ।

**কাঁহে, ফোপায়।**

মণ্ডল : যা বাৰু, ডাক্তৰক ভালকৈ দেখুৱাবি। অ' আৰু হেৰি নহয়। এই গাঁৱৰ ডেকা মখাৰ মতি-গতি আজিকালি বেয়াৰ ফালে ঢাল খাইছে।

হেদায়ত : এঃ দেউতা, ডেকা ল'ৰাৰ কথা নক'ব আৰু।

মণ্ডল : সেই ম'খালৈ চাই আমাৰ ডম্বৰুৰ পুতেক নৱ কিন্তু বৰ ভাল ল'ৰা। হেৰি কৰিবিচোন তই, সিহঁতক ক'বি, গাঁৱত মিছাই হুলস্থূলখন লগাই লাভ নাই।

দ্বিতীয় গঞা : **(নেপথ্যত)** দেউতা, বোলো দেউতা আছেনে?

মণ্ডল : কোন? আহ, আহ – **(হেদায়তক)** ই তেতিয়াহ'লে যা, মাজে মাজে আহিবি।

হেদায়ত : ভাল বাৰু - - -

দ্বিতীয় গঞা : **(সোমাই আহি)** এ আমাৰ জোনাব দেখোন!

হেদায়ত : এৰা, মণ্ডল দেউতাই মাতি পঠাইছিল। সেয়ে এপাক মাৰিলোঁ।

দ্বিতীয় গঞা : ভাল কৰিলে, ভাল কৰিলে - - -

হেদায়ত : মই আহোঁ তুমি, দেউতাৰ লগত কথা পাতা।

দ্বিতীয় গঞা : হ'ব হ'ব।

হেদায়ত : দেউতা, আদবহে - - - **(কাঁহে)**

মণ্ডল : অঁ, যা - - -

**কাঁহি কাঁহি হেদায়ত যায়গৈ।**

মণ্ডল : কচোন, কি মন কৰি আহিলি?

দ্বিতীয় গঞা : দেউতা, মোৰ মানুহজনীৰ নৰীয়াৰ সময়ত আপোনাৰ পৰা ৰূপ দহ টকা নিছিলোঁ।

মণ্ডল : অঁ, নিছিলিতো।

দ্বিতীয় গঞা : কথা দিয়া মতে এই আজিকালিৰ ভিতৰত ঘূৰাই দিব লাগে।

মণ্ডল : পিছে কি হ'ল?

দ্বিতীয় গঞা : দেউতা, মানে, মানে - - -

মণ্ডল : কি হ'ল নকঅ কিয়?

দ্বিতীয় গঞা : মোৰ হাতত এতিয়া ফুটা কড়ি এটাও নাই। ঘৰৰ অৱস্থাও খুব বেয়া। দেউতা, আৰু দুদিনমান সময় দিলে দেউতাই, মোক দয়া কৰা হ'ব।

মণ্ডল : হেৰ' মুৰ্খ, তোকনো টকা মই কেতিয়া খুজিলো? যা, যা সেইকেটা টকা মোক দিব নালাগে। তোৰ দিগদাৰৰ সময়ত নিলি আৰু।

দ্বিতীয় গঞা : দেউতা - - - **(সেৱা কৰে।)**

মণ্ডল : হ'ব, হ'ব। হেৰ' টকা কেইটামান দি যদি মই তহঁতক সহায় কৰিব নোৱাৰো, তেনেহ'লে মইনো কিহলৈ আছোঁ? তাতে এনেকৈ কাক কিমান টকা দিছো, কি হিচাব আছে?

দ্বিতীয় গঞা : দেউতা, সেই টকা কেইটা নোপোৱাহ'লে মানুহজনী নাবাচিলেইহেঁতেন আপোনাৰ কৃপাতে - - -

মণ্ডল : সেয়া ভগৱানৰ ইচ্ছা! মইনো কোন! — বাৰু তই হ'ব পাই সেইটো কাৰণেই আহিলি?

দ্বিতীয় গঞা : হয় দেউতা।

মণ্ডল : হেৰি নহয়, আমাৰ গাঁৱৰ ডেকাম'খা — সিহঁত আজিকালি বৰ উদণ্ড হৈ পৰিছে। ডাঙৰ সৰু গইনকে নকৰা হৈছে।

দ্বিতীয় গঞা : দেউতা, নক'ব আৰু। সিহঁতৰ পৰা আমিও মহা মস্কিলত পৰিছোঁ। হওঁতে দেউতা, ল'ৰাখিনি ভালেই আছিল। সেই আমাৰ ডম্বৰুৰ পিতেক নৰকান্তই সিহঁতক উচটাই দিছে নেকি?

মণ্ডল : সি তেনে ল'ৰা নহয়। মই ভাবিছোঁ, ইয়াৰ পাছত কণপাহি আছে নেকি?

দ্বিতীয় গঞা : কথা সেইখিনিতে দেউতা, নৰকান্ত ভাল ল'ৰা। কিন্তু কণপাহিয়ে তাক বেয়া কৰিছে।

মণ্ডল : হ'ব পাৰে। সি আকৌ তাৰ বাপেকৰ সম্পত্তি মোৰ হাতৰ পৰা মোকলায়! হেৰ' পাৰিলেতো ভালেই। তহঁতৰ মাটি তহঁতে লৈ যা। মোক কেলৈ লাগিছে। মোৰ কিবা নাইকিয়া হৈছেনে? নে তই কি কৱ?

দ্বিতীয় গঞা : হয় দেউতা, ঠিকেই।

মণ্ডল : এইবাৰৰ পৰা মই তাক আধি দিয়া বন্ধ কৰি দিম। টকা দিব মাটি মোকলাব আৰু নিজৰ মাটিত খেতি কৰিব, আমাৰ তাত মাতিব লগা নাই।

দ্বিতীয় গঞা : এৰা দেউতা, আমিনো আপোনাৰ ওপৰত কি ক'ম?

মণ্ডল : পঢ়ি আহিলে বুলিলেই ৰাইজখনক নমনা হৈছে! ৰাইজে এঘৰীয়া কৰা ছোৱালীজনীৰ লগত তাৰ হলি-গলি।

দ্বিতীয় গঞা : হওঁতে দেউতাই ঠিকেই কৈছে — দেউতা, এই আমাৰ জোনাব মানে হেদায়ত, তেওঁ অকণমান সিহঁতৰ ফলীয়া নেকি?

মণ্ডল ঃ হ'বও পাৰে! হ'লেও তাৰ কথা যি-তি নুলিয়াবি। গোটেই ৰাইজ ম'খা জাঙুৰ খাই উঠিব। গাঁৱৰ মানুহে তাক খুব ভাল পায়।

দ্বিতীয় গঞা ঃ হয় দেউতা, মোৰহে ভুল হ'ল।

মণ্ডল ঃ অৱশ্যে এটা কাম কৰিব পাৰ। কিবা প্ৰকাৰে গাঁৱৰ মানুহক তাক বেয়া পোৱাটো কৰি চাব পাৰ। তেতিয়া কথা বেলেগ। কিন্তু খুব মনে মনে আৰু লাহে লাহে। বাৰু সেইবোৰ থাকক। **(বাহিৰলৈ)** ঐ সেইটো কোন অ?

দ্বিতীয় গঞা ঃ **(নেপথ্যত)** মইহে দেউতা - - -

মণ্ডল ঃ তাত ভুচুং পছটোৰ নিচিনা কি কৰিছ? সোমায় আহ। **(দ্বিতীয়ক)** তই যা। অ' হেৰি কৰিবি, তই এটা মোক কাম কৰি দিব পাৰিবিনে?

দ্বিচীয় গঞা ঃ কি দেউতা?

মণ্ডল ঃ মোৰ পাছফালৰ মাটিখিনি এনেই পৰি আছে। মই ভাবিছোঁ, তাত আলু দুটামানকে দিওঁ। বালি মাটি আলু ভাল হ'ব। তই পাৰিলে হালখন বাই আলু কেইটামান গুজি দিবি। বেছি দিনৰ কাম নহয় তিনি চাৰি দিনমান লাগিব।

দ্বিতীয় গঞা ঃ হ'ব দেউতা, যিমান দিন নালাগক মই কৰি দিমহি।

মণ্ডল ঃ পা-পইচা যি লাগে সেয়া পাবি।

দ্বিতীয় গঞা ঃ এ দেউতা, সেইবোৰ কৈ লাজ দিয়ে কিয়! আপুনি ইমান ডাঙৰ সহায় এটা কৰিলে মই আৰু এই সামান্য কাম কণ - - -

মণ্ডল ঃ তেতিয়াহ'লে মোৰ পিছফালৰ ঘৰৰ বৰচাংতে গুটি আলু এমোন মান আছে তই মাটি চহাই সেইখিনি উলিয়াই ল'বি।

দ্বিতীয় গঞা ঃ হ'ব দেউতা, আপুনি চিন্তা কৰিব নেলাগে। মই এতিয়া যাওঁ।

মণ্ডল ঃ যা, সেইটোক পঠিয়াই দে ভূতে পোৱা মানুহৰ দৰে কেনেকৈ বৈ আছে?

দ্বিতীয় গঞা ঃ ভাল দেউতা –

**দ্বিতীয় গঞা যায়। খন্তেক পাছত তৃতীয় গঞা সোমায় আহে।**

মণ্ডল ঃ ঐ তেনেকৈ বাহিৰত কিয় বৈ আছিলি?

তৃতীয় গঞা ঃ নাই দেউতা, আপোনাক অকলে লগ পাবলৈ বিচাৰিছিলোঁ।

মণ্ডল ঃ কি হ'ল ক'।

তৃতীয় গঞা ঃ যোৱাবাৰ আধিৰ ভাগ আপোনাক দিয়া নহ'ল।

মণ্ডল ঃ অ' এইদৰে হ'লে মোৰ মাটিত আধি কৰিবলৈ নিদিওঁ।

তৃতীয় গঞা ঃ তেনেকৈ কেলৈ কয় দেউতা, আপুনি মাটি নিদিলে আমি নেখাই মৰিব লাগিব।

মণ্ডল ঃ খাই মৰিব লাগেই যেতিয়া মোৰ আধিৰ ভাগ ঠিক মতে নিদিয় কিয় ?

তৃতীয় গঞা ঃ আপুনিতো জানেই দেউতা, যোৱাবাৰ পানীয়ে গোটেই খেতিড'ৰা ঢাঁহিমুহি লৈ গ'ল। নিজৰ ঘৰখনেই চেৰা লঘোনীয়া হৈ আছোঁ। খুজিমাগি কোনোমতে দিন কেইটা নিয়াইছো। আপোনাৰ ভাগ দিওঁ কৰ পৰা।

মণ্ডল ঃ হেৰ' নদীৰ পানীয়ে খেতি নষ্ট কৰিলে মই কৰা নাই নহয়। মই কৰিলেহে মোৰ ভাগ নাপাম। পানী আহেই সেইবুলি তই মোৰ ভাগ নিদিয়াকৈ থাকিবিনে ? মোৰ ভাগৰ ভাগ মই পাবই লাগিব।

তৃতীয় গঞা ঃ দেউতা —

মণ্ডল ঃ বছৰি বছৰি পানী আহি খেতি নষ্ট কৰিব আৰু বছৰি বছৰি তই মোৰ ভাগ নিদিয়াকৈ থাকিবি। সেই কথা কেনেকৈ হ'ব। নাই, নাই এইবাৰৰ পৰা তই আৰু মোৰ মাটিত আধি কৰ নেলাগে। মই আনক দিম। মোৰ আগৰ ভাগখিনি দিদিবি।

তৃতীয় গঞা ঃ দেউতা, তেনে কথা নক'ব। আধি নকৰিলে খাম কি ? আপোনাৰ পাওনাখিনি যেনে তেনে শোধাম।

মণ্ডল ঃ কেতিয়া শোধাবি ? তহঁতৰ কোনো সঁজাত নাই। সেই ডম্বৰুৰ পিতেকে মোক আকৌ হুংকাৰি দিয়ে। গৰু, নাঙল, সঁচ সিহঁতৰ মোৰ পাওনা ভাগ কমাব লাগে। কি ঠিক তয়ো যে এদি তেনেকৈ মোক হুংকাৰি নিদিবি তাৰ কি মানে আছে?

তৃতীয় গঞা ঃ এ দেউতা, মোকনো তেনেকৈ কিয় ভাবে ? কেহানিবা জানো তেনেকৈ কৈছোঁ ?

মণ্ডল ঃ কোৱা নাই ক'বি।

তৃতীয় গঞা ঃ নাই দেউতা, তেনে কথা সমূলি নেভাবিব।

| | | |
|---|---|---|
| মণ্ডল | ঃ | এটা কাম কৰ। আগৰ পাওনাখিনি মই হিচাব কৰি থম। সেইখিনি নগদ টকা হিচাবে তোৰ ধাৰ থাকিব। লাহে লাহে দি দিবি। যেতিয়ালৈকে ধাৰ মাৰিব নোৱাৰ তেতিয়ালৈকে আগৰ বন্দবস্তি মতে আধি মাটিত খেতি কৰিব লাগিব। হ'বতো। |
| তৃতীয় গএল | ঃ | আপোনাৰ কথাতনো আমি কি মাত মাতিম। আপুনি যি ভাল দেখে সেয়ে হ'ব। |
| মণ্ডল | ঃ | অঁ। নহ'লে মোৰ মাটিত মই নিজে খেতি কৰাম। দিন হাজিৰা দি খেতি কৰাম। মই কাৰো হুংকাৰি শুনিব নোৱাৰো। আজিকালি আধিলৈ মাটি দিয়াই ভুল। উঃ নাঙল সিহঁতৰ, গৰু সিহঁতৰ, সঁচ সিহঁতৰ --- |

## অষ্টম দৃশ্য

**ডম্বৰুৰ ঘৰ।**

**হেদায়ত, ডম্বৰু, নৱ আৰু প্ৰথম ল'ৰাই ঘৰুৱাভাৱে কথা পাতি থাকে।**

ডম্বৰু : ভগৱানেনো আমাৰ নিচিনা দুখীয়াবোৰক লৈ এনে খেলাখন কৰিব পাইনে?

হেদায়ত : বৰকৈ চিন্তা কৰিব নেলাগে বান্ধৈ। যি আছিল হৈ গ'ল। আগলৈ হ'ব লগাবোৰৰ কাৰণে নিজকে ঠিক ৰাখিব লাগে।

নৱ : দাইটি, এতিয়া কি কৰিম, কোনো উপায় নোপোৱা হৈছোঁ। পেটৰ ভাত মুঠিৰ বাবে হাঁহাকাৰ। তাতে এটাৰ পিছত এটা বিপদ আহিয়ে আছে।

প্ৰথম ল'ৰা : এইবোৰ চব মণ্ডলৰ কাৰচাজি। সি ইচ্ছা কৰিয়েই তোৰ পৰা আধিমাটি কাঢ়ি লৈছে।

নৱ : মইতো কোনো অন্যায় কৰা নাই। পাব লগা আধিৰ ভাগ ঠিক হিচাবত বিচাৰিছিলোঁ।

প্ৰথম ল'ৰা : সেইটোৱেই কাল। আমাৰ আটায়েৰে চকু তই মেল খোৱাই দিলি। নাঙল, গৰু, কঠিয়া আমাৰ হাল বাম খেতি কৰিম আমি আৰু সি হাৱাতে টাঁহিমুহি আটাইখিনি লৈ ল'ব। আমি আমাৰ পৰিশ্ৰমৰ ঠিক ভাগটো নাপাওঁ।

হেদায়ত : হক কথা ক'লেই বিপদ। দুনিয়াইখনত চলা-মেলা কৰি থকাই মস্কিল।

প্ৰথম ল'ৰা : দাইটি, তোমালোকে কথাবোৰ বৰ সহজভাৱে ল'ব পাৰা।

হেদায়ত : এয়া সকলো খোদাৰ মৰ্জি বাপু। আমি বান্দাইনো কি কৰিব পাৰো! খোদায়ে দুখীয়াৰ ওপৰত পৰীক্ষা লৈছে। চবুৰ কৰ, সহি থাক।

নৱ : আৰুনো কিমান সহিম দাইটি? পঢ়া আধা কৰি আহিলো, দেউতাক সহায় কৰিম বুলি। কষ্ট কৰিছিলো নিজৰ বন্ধকি মাটি মোকলাম বুলি। কিন্তু সকলো মিছা —

ডম্বৰু : এতিয়া জোনাব, ছোৱালীজনীয়ে আৰ-তাৰ ঘৰত বনকৰি ঘৰ চলায়। তাই ৰাংঢালী ছোৱালীজনী কিবাজনী হৈ গ'ল। সৰু ছোৱালী তাইনো কিমান সহিব?

নৱ : পদুমৰ কষ্ট দেখিলে কান্দি দিবৰ মন যায়। দিনৰ দিনটো কাম, কামৰ পৰা তাই আজৰি নাপায়।

**পদুম আহে।**

পদুম : ককাইটি, তইঁতে মোৰ বাবে মিছাই চিন্তা কৰিছ? ঘৰখনৰ কাৰণে, তইঁতৰ কাৰণে, এইকণ কষ্ট কৰিবলৈ নোৱাৰিমনে? ঘৰখনৰ প্ৰতি মোৰো কৰিব লগা আছে।

নৱ : হ'ব, হ'ব তই মাজতে বৰ বৰ কথা নক'বি।

পদুম : ককাইটি, মানুহৰ একাল দুখ একাল সুখ থাকেই। বিপদ আপদ আহেই। এইবোৰ চম্ভালিব নোৱাৰিলে কেনেকৈ হ'ব?

নৱ : পদুম!

পদুম : (**নৱক**) পাৰিছিলে যেতিয়া দেউতাই ঘৰখন চলাইছিল। তই পাৰিছিলি তই চলাইছিলি। এতিয়া মই পাৰিছো, মোক জানো এই সুবিধাকণৰ পৰা বঞ্চিত কৰিবলৈ তইঁতৰ সৎ যাব?

ডম্বৰু : হ'ব পদুম, মোৰ আইজনী, তই - তই - - -

পদুম : পিতাই, আমাৰ কথা বাদে, কণবাইটীৰ অৱস্থা কি হৈছে?

হেদায়ত : এৰা, বেচেৰী কণজনী, তাইৰ মাকো ঢুকাল। মণ্ডলৰ লগত মাটিৰ কেচটো হেস্ত-নেস্ত হোৱা নাই। মই আছো বুলি, মোৰ ঘৰটো আছে বুলি যেনিবা মূৰটো গুজ মাৰিবলৈ ঠাই অকণমান পাইছে। মই চকু দুটা মুদিলে কি হ'ব ক'ব নোৱাৰো। মোৰ বেমাৰটোৱে মাজে মাজে বৰ বেছিকৈ ধৰে।

ডম্বৰু : কপালৰ লিখন! বিধিৰ বিধান কোনে খণ্ডাব!

প্ৰথম ল'ৰা : পেহা, কপালক ধিয়াই বহি থাকিলেতো নহ'ব। ককাইটি, তইঁতেতো জীয়াই থাকিব লাগিব।

নৱ : জীয়াই থাকিবৰ বাবে যি কষ্ট কৰিব লাগে সকলো কৰিব পাৰিম। কিন্তু কৰো কি।

ডম্বৰু : কনকৰো বছৰটো পূৰ হোৱা নাই। সি মণ্ডলৰ ঘৰৰ পৰা ওলাই অহা হ'লে ক'ৰবাত সোমাই মেলি খৰচ কেইটামান উলিয়াব পাৰিলেহেঁতেন। এতিয়া সেইফালেও নাই।

প্ৰথম ল'ৰা : পেহা, কনক যে সোনকালে ওলাব পাৰিব সেয়া মিছা, তাৰ বছৰ পূৰ হ'লে আকৌ মণ্ডলৰ ঘৰত চুৰ হ'ব। চোৰ বুলি তাকে আকৌ পুলিচে সন্দেহ কৰি জেললৈ নিব। মণ্ডলে নিজৰ ধন ভাঙি আকৌ তাক মোকলাব।

ডম্বৰু : জানো তই কি ক'!

প্ৰথম ল'ৰা : বিনা পইচাৰ চাকৰ এটা — মণ্ডলে ইয়াতকৈ সুবিধাত ক'ত পাব!

হেদায়ত : বাপু নৱ, যদি বেয়া নাপাৱ এটা কাম কৰিব পাৰ।

নৱ : কি দাইটি?

হেদায়ত : মোৰতো কঁকাল পৰি আহিল কৰি মেলি খাব নোৱাৰাই হ'লোঁ। তাতে বেমাৰী হ'লো। কৰাৰ অভাৱত মোৰ মাটিখিনি এনেই পৰি আছে। গোটেইখন হাবি হ'ল। তই দেখোন তাকেই মোকলাই মেলি খেতি কৰিব পাৰ। অন্ততঃ মাটি টুকুৰা মুকলি হ'ব।

নৱ : দাইটি!

হেদায়ত : তই একো নাভাবিবি। তই কৰি খাব পৰা ল'ৰা। প্ৰথমে নিজৰ খোপনিটো ঠিক কৰি ল'।

প্ৰথম ল'ৰা : দাইটিয়ে ঠিক কথা কৈছে। যুঁজি-মেলি জীয়াই থাকিবৰ বাবেতো নিজেই পোন হৈ থিয় দিব পাৰিব লাগিব।

হেদায়ত : সেই ভদীয়াহঁতৰ মাটিৰ পূবে থকা হাবিখিনি মোৰ মাটি। তেতিয়াহ'লে তই সেইবিলাকেই মোকলাই ল'। মোৰ বাবে চিন্তা নাই। মস্ত বাৰীখন আছেই। কণৰ দৰমহাৰ টকাৰে আমাৰ হৈ যায়।

ডম্বৰু : জোনাব, তোমাৰ এই উপকাৰ আমি কেনেকৈ পৰিশোধ কৰিম?

হেদায়ত : উপকাৰ কৰিবলে মোৰ নো কি আছে? সকলো খোদাৰ। আল্লায়ে দিয়া আছে বাবেই অকণমান সহায় কৰিব পাৰিছো।

**এনেতে কণপাহি সোমায় আহে।**

পাহি : দাইটি, তই ইয়াত। ঘৰত চালো দুৱাৰ বন্ধ।

হেদায়ত : ঘৰখনতনো অকলে অকলে কিমান সোমাই থাকিম? ইঘৰ-সিঘৰ ফুৰা-চকা কৰিলে মনটোৱেই ফৰকাল লাগে। তই যে অফিচৰ পৰা সোনকালে আহিলি।

পাহি : আজি অফিচ কৰাই নাই। ছুটীত আছোঁ। **(হাঁহি)** আজি মাটি কে'চৰ নিষ্পতি হ'ল। মই কে'চত হাৰিলোঁ। ভেটিৰ মাটিডোখৰো মণ্ডলে পাব।

**সকলোৱে আচৰিত হয়। হেদায়ত ভাঙি পৰে।**

হেদায়ত : হেঃ খোদা! গৰিবৰ ওপৰত এয়া কিহ্ গজব! হেঃ পৰবৰ দিগাৰ, হেঃ মেহেৰবান, — তোমাৰ দুনিয়াইত কি ইনচাফ নাই? দুনিয়াত মানুহক কিয় জনোৱাৰ কৰিছা? হেঃ ৰহমতৰ দৰিয়া তুমি তোমাৰ বান্দাক সুমতি দিয়া।

পাহি : দাইটি দুখ কৰি লাভ নাই। ভালেই হ'ল — মাটি বাৰী গ'ল। এতিয়া দৰিদ্ৰ, পথৰ ভিকহু। এইবোৰ মাটি বাৰীয়ে ঝেমেলাহে কৰিছিল। এতিয়া মুকলি হলো। কোনো চিন্তা নাই, ভাবনা নাই। মই মুকলি মূৰীয়া। **(মনৰ দুখ লুকুৱাই ৰাখিব নোৱাৰি, থোকাথুকি মাতেৰে)** খালি মোৰ পিতাইৰ সম্পত্তিখিনি মই ৰক্ষা কৰিব নোৱাৰিলোঁ। নৱ ককাইটি, মই মোৰ মাটি বাৰী ধৰি ৰাখিব নোৱাৰিলোঁ। **(হেদায়তক)** দাইটি, তই — তই তোৰ ঘৰত মোক নাৰাখিলে মোৰ থকাৰ ঠাইকণো নোহোৱা হ'ব। তই মোক থাকিবলে দিবি?

হেদায়ত : মাজনী, খোদাৰ এই বহল দুনিয়াখনত — তোৰ থাকিবলৈ বহুত ঠাই হ'ব মা। ব'ল মা, ঘৰলৈ ব'ল।

**দুয়ো যাব ধৰে।**

পদুম : বাইটি, তই ইমান সোনকালে ভাগি পৰিলি!

পাহি : পদুম, আশাভংগৰ যন্ত্ৰণাত মই অসহায় হৈ পৰিছোঁ।

প্ৰথম ল'ৰা : কিয় — তোৰ সহায় দাইটি আছেই! তোৰ মনৰ বল আছে।

পাহি : এৰা, দাইটিয়ে মোৰ ভৰষা। **(নৱক)** ককাইটি, যাওঁ ---

নৰ : যা, যি নিজেই অথাই সাগৰত বুৰ গৈ ককবকাই বাচিবৰ বাবে হাঁহাকাৰ কৰিছে সিনো আনক কি শান্ত্বনা দিব।

পদুম : ককাইটি, তই কিয় তেনেকৈ কৈছ? তই কৰি মেলি খাব পৰা অৱস্থাত আছ। এনেকৈ হ'লে শতৰুৱে লাই পাব। হাঁহিব।

পাহি : ঠিক পদুম। শতৰুক লাই দিব নোৱাৰি। কপালত লাঞ্চনা লৈ আহিছোঁ। লাঞ্চনাই খাম। তথাপিতো জীয়াই থাকো মানে শতৰুক লাই নিদোঁ।

প্ৰথম ল'ৰা : দেখিলি ককাইটি, ছোৱালী দুজনীৰ মনোবল! আমি ল'ৰা হৈ জীযাই থাকিবৰ বাবে যুঁজ দিব নোৱাৰিম!

হেদায়ত : পাৰিবি নৱ। তয়ো যুঁজিব পাৰিবি। মোৰ মাটিত খেতি কৰি, তাৰ ৰাহি ভাগ সাঁচি তই, তোৰ বন্ধকি মাটি মণ্ডলৰ হাতৰ পৰা মোকলাব লাগিব।

**হেদায়তৰ মুখলৈ নৱই চায়। সকলোৱে হেদায়তলৈ চায়।**

## নৱম দৃশ্য

**মণ্ডলৰ ঘৰ।**

**মণ্ডল আৰু এজন গঞাই কথা পাতি থাকে।**

মণ্ডল : দেখিলি, কি দৰে জোলোকা-জোলোকে পানী খাইছে?

গঞা : মুৰ্খ মানুহ। অগিয়ানি। কাৰ লগত, কি দৰে চলিব লাগে নাজানে।

মণ্ডল : তাইক, হেৰিয়াৰৰ জীয়েকক মই টোকোনা কৰিম। পথৰ ভিকহু কৰিম। হেদায়তেনো কিমান দিন চলাই তাকো চাম।

গঞা : কণপাহিৰ মেজাজটোৱেই তাইৰ সৰ্বনাশৰ মূল।

মণ্ডল : আৰু সেইটো ---

গঞা : নৱকান্ত।

মণ্ডল : অঁ। সিও এহেকা পাইছে, তাৰ আধিমাটিৰ উচিত পাওনা লাগে। লোকৰ মাটি ভাঙি কিমান দিন চলে দেখিম নহয়। মোৰ পৰা মাটি মোকলায়!

গঞা : এৰা দেউতা, সিহঁতে ভালৰ বাবে আপোনাৰ লগত যুঁজা নাই। সিহঁতৰ দিন-কাল বেয়ালৈ আহিছে।

মণ্ডল : আহিবলৈ কিটো আছে! উঠিব নোৱাৰাকৈ কঁকালত কোব দিছোঁ। অ, হেৰি নহয় — হেদায়তৰ বোলে বেমাৰ বেছি হৈছে?

গঞা : হয় দেউতা, টাউনৰ ডাক্তৰেও ভাল কৰিব নোৱাৰিলে।

মণ্ডল : লোকক সহায় কৰি ফুৰক। এতিয়া তাক কোনে চায়?

গঞা : গাঁৱৰ মানুহে লাগি ভাগি ডিব্ৰুগড়লৈ পঠাইছে।

মণ্ডল : অ' ডিব্ৰুগড়লৈ গৈলেই নেকি! এ, — মই দেখোন গমকে নাপাওঁ — ভাল হ'ল দে — গাঁৱৰ মানুহে ভাল কৰিলে।

গঞা : গাঁওখনৰ ভালৰ কাৰণে জানো মানুহজনে কম কৰিলে?

মণ্ডল : পিছে হেৰিয়াৰৰ জীয়েক সেই অফিচৰ বাবুৱনী অপেশ্বৰী এতিয়া ক'ত থাকে?

গঞা : তাই কণপাহি, ডম্বৰুৰ তাতে হেদায়ত ঘূৰি নহালৈকে থাকিব।

মণ্ডল : কি! চিৰিবিস্তু, চিৰিবিস্তু, হেৰ' মই এইবোৰ কি শুনিছোঁ!

গঞ্জা : কথাটো কিনো হ'ল বুজিব নোৱাৰিলোঁ।

মণ্ডল : কেউ, কিছু নোহোৱা এজনী গাভৰু ছোৱালী, ডেকা ল'ৰা থকা ঘৰ এটাত আছে — সেইটো কথাৰ লগৰ কথা হ'লনে?

গঞ্জা : ডেকা মানে, অকলটো নবকান্তই নাথাকে, বাপেক, ভনীয়েকো থাকে, তাতে সি হেদায়তৰ লগত আছে গৈ।

মণ্ডল : হেৰ' জাত পাতৰ কথা আছে। তাতে এঘৰীয়া কৰা ছোৱালী, ইমান দিনে তহঁতক তাই অৱজ্ঞা কৰি আহিছেই, তাতো তহঁতৰ হেপাহ নপলাল?

গঞ্জা : মাউৰী ছোৱালী -

মণ্ডল : মাউৰী ছোৱালী হিচাপে তাই জানো তহঁতৰ ওচৰত সেও হৈছে? নিজৰ ভুল জানো স্বীকাৰ কৰিছে? তাই হেৰিয়াৰৰ জীয়েকৰ এতিয়াও ফিতাহি যোৱা নাই।

গঞ্জা : নিজৰ কৰ্মৰ ফল, নিজে ভোগ কৰিছে নহয়। ভগৱান আছে দেউতা। ভগৱানে সকলো দেখিছে।

মণ্ডল : তহঁত বৰ জধা মুৰ্খ।

গঞ্জা : দেউতা - - -

মণ্ডল : সকলো ভগৱানলৈ এৰি দিলে, তহঁতে কি কৰিবি? সিহঁত ডম্বৰুহঁতৰ গোটেইখনকে কিবা এটা দিহা লগাব লাগিব।

গঞ্জা : দেউতা, মানুহ ঘৰ আৰু ছোৱালীজনী বৰ বিপদত পৰিছে।

মণ্ডল : যা, যা বৰ হৃদয়বান হৈ দেখুৱাব নেলাগে। বিপদত পৰিছে! বিপদত পৰিছে তহঁতে কি কৰিব লাগে? সম্পদৰ সময়ত জানো তহঁতৰ ওচৰলৈ আহিছিল?

গঞ্জা : হ'লেও দেউতা - - -

মণ্ডল : তই ইয়াৰ পৰা যা বুজিছ, তোৰ মুখ চাবলৈ মন যোৱা নাই।

**গঞ্জাঞ্জন সেমেনা সেমেনি কৰি একো বাৰত যায়গৈ। খন্তেক পাছত কনক সোমাই মণ্ডলৰ আগেদি পাৰ হৈ যাব ধৰে।**

মণ্ডল : কনক।

কনক : (ৰয়।)

মণ্ডল : ক'ত গৈছিলি ?

কনক : ধান আনিবলৈ।

মণ্ডল : ভাল কৰিলি। মই ভাবিছিলোঁ ঘৰলৈ গৈছিলি। তই আকৌ ঘনাই ঘনাই ঘৰলৈ গৈ নাথাকিবি। মানুহেও আজিকালি তইঁতৰ ঘৰখনলৈ ভাল চকুৰে নোচোৱা হ'ল। হ'বই ককায়েৰে আকৌ সেই বিজতৰীয়া ছোৱালীজনী ঘৰত সোমোৱাই ৰাখিছে নহয়। - বাৰু থাকক সেইবোৰ – তোকনো সেইবোৰ কি বুজাম ? তই সৰু ল'ৰা নেকিবা ? অ সেই গুটি ধানৰ ভঁৰালটো ভালদৰে গোবৰ আৰু আলতীয়া মাটিৰে মচি-লিপি থবি। ধানখিনি মাৰি তাত থব লাগিব। পাছফালৰ গুদামটোত বস্তাত ভৰাই চাউল থব লাগিব। পেটুৱা বেপাৰীৰ মিলত পুৰণি ধানবোৰ খুন্দাই আনিবি। যিহে দিন কাল পৰিছে, দেশত কোন দিনা আকাল হয় ক'ব নোৱাৰি। টানৰ সময়ত সেইবোৰ উলিয়ালে দুপইচা পোৱা যাব। গতিকতে এতিয়াৰ পৰা সাৱধানেৰে চলিব লাগে। বুজিছ ? ঐ হেবাংৰ দৰে কি ৰৈ আছ ? মোৰ কথা বুজিছনে নাই ?

কনক : বুজিছোঁ –

## দশম দৃশ্য

**হেদায়তৰ ঘৰৰ আগফাল।**

**কনক, ডম্বৰু, নৱকে আদি কৰি সকলো গওঁৱা গোট খাই থাকে। পৰিৱেশ কৰুণ।**

প্ৰথম গওঁৱা : এনে এটা যে হ'ব সেয়ানো কোনে জানিছিল!

তৃতীয় গওঁৱা : ভগৱানৰো যে কি লীলা!

ডম্বৰু : আচলতে ছোৱালীজনীয়েই দুৰ্ভগীয়া।

প্ৰথম গওঁৱা : এৰা, সৰুতেই বাপেকক হেৰুৱালে, গাভৰুকালত মাকক হেৰুৱালে মাটিবাৰী সোপাকে মণ্ডলৰ হাতলৈ গ'ল। শেষতএকমাত্ৰ ভৰষাৰ থল জোনাবকো হেৰুৱালে।

নৱ : ডাক্তৰে চেষ্টা কৰিছিল, কিন্তু হেদায়ত দাইটিক বচাব নোৱাৰিলে। মেডিকেললৈ নিয়াত বহুত পলম হ'ল।

দ্বিতীয় ল'ৰা : দুখ নকৰিবি। জন্ম হ'লে মৃত্যু আছেই।

তৃতীয় গওঁৱা : এৰা! জন্ম-মৃত্যু-বিবাহ সেয়া বিধতাৰ লিখন। তাত আমি নৰ মনিষ কোন?

নৱ : দাইটিৰ নিজৰ হেমাহিত বেমাৰ বেছি হ'ল। তেওঁ নিজৰ বেমাৰ লুকুৱাই সকলোৰে আগত ভাল যেন দেখুৱাই ঘূৰি ফুৰিছিল।

প্ৰথম ল'ৰা : বৰ ভাল মানুহ এজন হেৰুৱালোঁ।

তৃতীয় ল'ৰা : এৰা, অকল আমাৰ গাঁৱতে নহয়, ওচৰ-পাঁজৰ গাঁওবোৰতো তেওঁ বৰ সৰবৰহি আছিল।

ডম্বৰু : মোৰ লগ এজন নাইকিয়া হ'ল। মই এতিয়া বৰ অকলশৰীয়া হ'লো। পুৱা-গধূলি মাত এষাৰ দিয়া, এষাৰ দুষাৰ সুখ-দুখৰ কথা পতা মানুহ এজন নাইকিয়া হ'ল। মোৰ কাহানিও ইমান দুখ লগা নাছিল। জোনাব মৰাৰ দুখে মোক খুব আঘাত দিছে। হে ভগৱান, তুমিনো মোক মাৰি নিনিলা কিয়!

নৱ : পিতাই ---

ডম্বৰু : বোপাই, তহঁতক বাট দেখুৱাই নিয়া মানুহ আজি আৰু নাই।

প্ৰথম গএগ্ৰা : বোপাইহঁত, তহঁতে এনেকৈ থাকিবিনে? মৰা মৰিল এতিয়া চিন্তা কৰি লাভ কি! মৃতকৰ আত্মাই শান্তি পোৱাৰ ব্যৱস্থা কৰিব লাগে।

**এনেতে দ্বিতীয় গএগ্ৰা সোমাই আহে। তেওঁ পৰিবেশ চাই লৈ এজনক কাষলৈ টানি নি কাণে কাণে কিবা কয়। আকৌ সেইটোকে ইজনে সিজনৰ কাণে কাণে কয়। কথাটো কাণ বাগৰে।**

নৱ : কি হ'ল তোমালোকৰ! কথা কি?

ডম্বৰু : কিবা এটা হৈছে। কিনো হৈছে !

দ্বিতীয় গএগ্ৰা : **(কওঁ নকওঁকৈ)** হেদায়তৰ মাটিখিনি ---

ডম্বৰু : জোনাবৰ মাটি কি হ'ল?

প্ৰথম গএগ্ৰা : এতিয়া সেইবোৰ থাকক। পিছে পৰেও সেইবোৰ আলোচনা কৰিম ---

তৃতীয় গএগ্ৰা : এনে সময়ত এইবোৰ কথা ক'ব নেলাগে নহয়?

দ্বিতীয় গএগ্ৰা : নহয় মানে, মই ---

নৱ : কোৱা কি হ'ল? দাইটিৰ মাটি কি হ'ল?

তৃতীয় গএগ্ৰা : **(উপায় নাপায়।)** সেই মাটিখিনি বোলে ৰাইজে গম নোপোৱাকৈ মণ্ডল আৰু পেটুৱা বেপাৰীয়ে কিনি থৈছে।

নৱ,ডম্বৰু : **(একে লগে)** কি!

প্ৰথম ল'ৰা : সিহঁতৰ এইবাৰ দাইটিৰ মাটিৰ ওপৰত চকু।

দ্বিতীয় ল'ৰা : জীয়াই থাকোতে দাইটিৰ নোম এডালো লৰ চৰ কৰিব নোৱাৰিলে। মৰাৰ পাছত সিহঁতৰ অতপালি।

তৃতীয় ল'ৰা : মানুহজন মৰিবলৈ পালেকে নেপালে, সিহঁতে ফান্দ মেলিলেই।

প্ৰথম গএগ্ৰা : এনেকৈ সহি থাকিব নোৱাৰি। ককাইটি ---

নৱ : সকলো বুজিছোঁ। বহুত সহিলো। তহঁতৰ কথাত মই আগতে গুৰুত্ব দিয়া নাছিলো যদিও বুজিবলৈ চেষ্টা নকৰাকৈ থকা নাছিলো। এতিয়া তহঁতৰ কথাৰ গুৰুত্ব বেছি অনুভৱ কৰিছো।

প্ৰথম ল'ৰা : তেতিয়াহ'লে ককাইটি ---

নৱ : এনেকৈ থাকিলে নহ'ব। ইয়াৰ ব্যৱস্থা কৰিব লাগিব।

গএগ্রা,ল'ৰা : **(আটায়ে একেলগে)** ঠিকেই, ব্যৱস্থা এটা কৰিব লাগে।

কনক : **(নৱক)** ককাইটি, ময়ো এনেই নাথাকোঁ। ঘৰখনৰ কাৰণে, গাঁওখনৰ কাৰণে মোৰো কৰিব লগা আছে। মই যাওঁ ---

ডম্বৰু : তই, তই কি কৰিবি ---

কনক : মইতো সৰু ল'ৰা নহয়। চাকৰ বুলিয়েইতো মোৰ কাণ্ড-জ্ঞান নথকা নহয়। মই — মই ---

**হাউৎকৰে কনক তাৰ পৰা যায় গৈ।**

**সকলোৰে কনক যোৱাৰ ফালে চায়।**

এজন গএগ্রা : কি হ'ল? সকলোৱে এনেকৈ থিয় দণ্ডা দি থাকিবি নেকি?

নৱ : অ' মৰাৰ কাম-কাজ শেষ হৈ লওক।

দ্বিতীয় গএগ্রা : ঠিকেই, বৈ থকাৰ সকাম নাই। মুৰ্দা নিব লাগে।

প্রথম গএগ্রা : **(বাহিৰলৈ চায়)** ৰাইজ বৈ আছে। বহুত ৰাইজ!

প্রথম ল'ৰা : মুচলমান ৰাইজৰ লগত হিন্দু ৰাইজো কবৰস্থানলৈ যাব।

প্রথম গএগ্রা : দফনৰ সময় হ'ল। যাব লাগে।

দ্বিতীয় ল'ৰা : **(নৱক)** তই জানো নাযাবি দাইটিৰ কবৰত মাটি এমুঠি দিবলৈ?

নৱ : যাম। মই যাম। দাইটিৰ কবৰত মই মাটি দিম। দাইটি মোৰ বৰ মৰমৰ।

দ্বিতীয় গএগ্রা : তেতিয়াহ'লে খৰধৰ কৰিব লাগে।

**সকলো তৎপৰ হয়।**

ডম্বৰু : ৰ'বি — কণপাহিক মতো, ছোৱালীজনীয়ে শেষবাৰলৈ এবাৰ জোনাবৰ মুখখন চাওঁক।

**সকলোৰে মাজত গুণগুণনি।**

প্রথম ল'ৰা : মাতা, মাতা — এৰা! শেষ বাৰলৈ মুখখন চাওঁক।

ডম্বৰু : যাচোন কোনোবা এটা — পদুম কৈ কণপাহিক দাইটিয়েৰৰ ওচৰলৈ লৈ আন।

**ল'ৰা এটা যায়। কিছু সময়ৰ নীৰৱতা।**

**কণপাহি, পদুম আৰু ল'ৰাজন আহে।**

ডম্বৰু : **(পাহিক)** আইজনী, দাইটিয়েৰক এবাৰ নাচাৱ জানো?

**পাহি ভ্রম হৈ থাকে।**

পদুম : বাইটি - - -

পাহি : হোঁ। কি চাম? সি জনে মোক নাচায়, সেইজনক মই চাই কি কৰিম?

**সকলোৰে মাজত গুণগুণনি।**

পাহি : তইঁতে দাইটিক লৈ যাবি দাইটি আৰু ঘূৰি নাহে নহয়। মোক মাজনী বুলি এতিয়া মাতিবলৈ কোনো নাই। দাইটিয়ে মোক নিথৰুৱা কৰি গুচি যাব। মোৰ এতিয়া কেউ-কিছু নাই। পিতাইক মনতেই নাই। আয়েও মোক এৰি গ'ল। এতিয়া, এতিয়া- দাইটি — দাইটি তয়ো মোক এৰি যাবগৈ? মোৰ এতিয়া কি হ'ব?

পদুম : বাইটি —

পাহি : পদুম! (দুয়ো সাবতা সাবতি কৰি কান্দে।)

## একাদশ দৃশ্য

**মুকলি ঠাই।**

**প্ৰথম ল'ৰা আৰু দ্বিতীয় ল'ৰাই কনকৰ লগত আলোচনা কৰি থাকে।**

প্ৰথম ল'ৰা ঃ ঠিক আছে তোৰ মতে কাম হ'ব।

দ্বিতীয় ল'ৰা ঃ তই মুঠতে পিছ নুহোঁহকিবি।

কনক ঃ মই আজিলৈকে কোনো কামতে পিছ হোঁহকা নাই।

দ্বিতীয় ল'ৰা ঃ পাৰিবিতো ?

কনক ঃ পাৰিম।

প্ৰথম ল'ৰা ঃ ভয় নকৰতো ?

কনক ঃ ভয় কাক বোলে মই নাজানো।

দ্বিতীয় ল'ৰা ঃ হ'ব তেন্তে, আমি ওলাম।

কনক ঃ মণ্ডলৰ ঘৰত গেবাৰি খাতিছো। গৰু খাতন দিছো। জীৱনত অকল গোলামী কৰিলোঁ। চাকৰ কৰিলোঁ। কাম কৰাত মই ভয় নকৰোঁ। কৰিম। এইটোও কৰিব পাৰিম। খালি লাগে তহঁতৰ সহায়।

দুয়োটা ল'ৰা ঃ আমি সহায় কৰিম।

প্ৰথম ল'ৰা ঃ তই চিন্তা নকৰিবি।

দ্বিতীয় ল'ৰা ঃ তই কোৱাৰ দৰেই আমি কাম কৰি যাম।

কনক ঃ তেন্তে আজিয়েই।

প্ৰথম ল'ৰা ঃ অ' আজিয়েই।

কনক ঃ মই যাওঁ। নিশা ওলাই আহিবি।

দ্বিতীয় ল'ৰা ঃ আহিম। সময় মতে আহিম।

কনক ঃ ৰাম গাওঁবুঢ়াৰ জাৰণিডৰাৰ আঁৰত থাকিবি, মই আহি যাম।

দুয়োটা ল'ৰা ঃ ঠিক আছে।

কনক ঃ মই আহিলোঁ।

দুয়োটা ল'ৰা ঃ যা - - -

**কনক যায়।**

## দ্বাদশ দৃশ্য

মুকলি ঠাই।

নৰ আৰু দুজন গঞা্ই আলোচনা কৰি থাকে।

নৰ : তোমালোক আহিবা কিন্তু।

প্ৰথম গঞা : আহিম বোপাই। তই চিন্তা কৰিব নালাগে।

দ্বিতীয় গঞা : বাকী ৰাইজক খবৰ দিয়া হৈছে?

নৰ : সকলোকে দিছো। পুৰুষ-মহিলা সকলোকে। এই মেলত গাঁৱৰ সকলোৱে ভাগ লব লাগিব।

দুয়োজনে : ভাল কৰিছ বোপাই।

নৰ : মাইকী মানুহক কণপাহি, পদুম আৰু লগৰ দুজনীমানে খবৰ দি ফুৰিছে। তোমালোকেও যাকে, য'তে পোৱা খবৰ দিবা।

দুয়োজনে : দিম, দিম কিয় নিদিম?

কণপাহি সোমাই আহে।

নৰ : পাহি, সকলোকে খবৰ দিয়া হ'ল?

পাহি : দিলোঁ।

নৰ : মাইকী মানুহবোৰ আহিবনে?

পাহি : আহিব। সকলোৱে আগ্ৰহেৰে আমাৰ কথা শুনিছে। আমাৰ এই মেলত সকলোৰে আন্তৰিকতা আছে।

প্ৰথম গঞা : থাকিব, থাকিব — কিয় নাথাকিব? তহঁতে কিবা বেয়া কাম কৰিব ওলাইছনে?

দ্বিতীয় গঞা : এইবাৰ মণ্ডল, বেপাৰী আৰু দাৰুগাহঁতৰ ব্যৱস্থা এটা কৰিব লাগিব।

প্ৰথম গঞা : সিহঁতে আমাক কম ঠগোৱা নাই! কম হাৰা শাস্তিখন কৰা নাই!

পাহি : তোমালোকে যে বুজিছা।

দ্বিতীয় গঞা : দৰকাৰ হ'লে, সিহঁতক এঘৰীয়া কৰিব লাগিব। সিহঁতে আমাক এঘৰীয়া কৰে!

| | | |
|---|---|---|
| নৱ | ঃ | কি কৰা হ'ব সেয়া মেলে ঠিক কৰিব। |
| প্ৰথম গএগ | ঃ | সিহঁতৰ দোষ আমি দেখোৱাব নোৱাৰো আৰু সিহঁতে আমাৰ দোষ খুচৰি ফুৰিব। এনেকে নহ'ব। |
| নৱ | ঃ | আমি প্ৰতি ঘৰ মানুহক ঘৰে ঘৰে গৈ কালিলৈ মেললৈ মাতিছো। প্ৰতিজন মানুহক লগ ধৰিছো। |
| দ্বিতীয় গএগ | ঃ | ভাল কৰিছ? আমিও যাওঁ, কাক ক'ত পাওঁ কওঁগৈ। |
| পাহি | ঃ | যোৱা। কালিলৈ আবেলি মেল হ'ব মনত ৰাখিবা। |
| দুয়োজন | ঃ | হ'ব, হ'ব --- |
| নৱ | ঃ | তোমালোক আহিবা --- |
| দুয়োজন | ঃ | আহিম, আহিম। |
| নৱ | ঃ | আমাৰ সেই ভগা পাঠশালাখনৰ মুখৰ পথাৰখনত মেল হ'ব। সকলোকে ক'বা। |
| দুয়োজন | ঃ | হ'ব। চিন্তা কৰিব নালাগে। |

**দুয়োজন গএগ কথা পাতি গৈ থাকে।**

| | | |
|---|---|---|
| প্ৰথম গএগ | ঃ | এইবাৰ কিন্তু আমি এৰি দিয়াত নাই। আমাৰ চকু মেল খাইছে। |
| দ্বিতীয় গএগ | ঃ | হয় দেইবা। আমি বৰ অগিয়ানি। মুৰুখ। মণ্ডলহঁতৰ হেস্ত-নেস্ত কিবা এটা কৰিব লাগিব। |
| প্ৰথম গএগ | ঃ | ইমান মখা ৰাইজৰ আগত সিহঁত কোন কুটা --- |

**দুয়ো যায়।**

## ত্রয়োদশ দৃশ্য

**মুকলি ঠাই।**

**মণ্ডল আৰু এজন গঞাই কথা পাতি থাকে।**

মণ্ডল : চা, কোনোবাই যদি সেই ছালচিঙা ভিকছু নৱহঁতৰ কথা মতে মেল গাই ফুৰেগৈ তেন্তে মই ককো সহায় নকৰো।

গঞা : দেউতা, আমিনো কি কৰিম? গঞায়ে যি কৰে - - -

মণ্ডল : গঞা! গোটেই মখা গঞা তাহাঁতৰ উচতনিত ভুল গৈছে। চাম নহয়, মই নোহোৱাকৈ গাঁৱৰ মানুহ কেনেকৈ চলে? চবৰে ভেটি মাটি সোপাকে কাঢ়ি ল'ম বাপেকে। চব ভোকত মৰিবি।

গঞা : আমিতো ভোকত থাকোৱেই দেউতা।

মণ্ডল : তহঁতৰ দেখিছো বৰ বৰ কথা হৈছে।

গঞা : নহয় দেউতা - - -

মণ্ডল : চুপ থাক। কোন মেললৈ আহে চাম? ৰ' কালিলৈ গোটেই গাঁৱত পুলিচ মেলি দিম। ওঃ মোক বাহিৰলৈ ওলাব নিদিয়ে, আজি ৰাতি চবৰে ঘৰলৈ গৈ আহিম। মেললৈ অহা চবকে কেৰামত ডাকুগাৰ হঁতোৱাই জেলত ভৰাম। চবকে জেলৰ ভাত খোৱাম। শুন, চবকে কৈ দিবি। তোকো সাৱধান কৰি দিছো। মোৰ বেয়া ফাল তহঁতে দেখা নাই! দেখুৱাম।

**যায়।**

## চতুৰ্দশ দৃশ্য

**মণ্ডলৰ চাউলৰ গুদাম।**

**কনক আৰু দুজন লগৰ ল'ৰাই গুদামৰ পৰা চাউল কঢ়িয়াই বাহিৰলৈ নিয়ে।**

কনক : চোৰ! চোৰ! চোৰ!
তই চোৰ
মই চোৰ
সি চোৰ
চোৰ, চোৰ, চোৰ।
দিনত ভাল মানুহৰ মুখা পিন্ধাবোৰ,
নিশা এন্ধাৰত একোটা মহাচোৰ।
ধুৰ।

প্ৰথম ল'ৰা : চিঃ কতা লাজ লাগে!

কনক : ধুৰ।

দ্বিতীয় ল'ৰা : সিহঁতৰ লাজ নাই চাগে!

কনক : ধুৰ।

তিনিয়োটাই : কোন জাগে! নিশা জাগে —
ভাগে ভাগে, জাকে জাকে
চোৰ বোৰৰ দল আহে,
এন্ধাৰ ফাকে ফাকে
সিহঁতক কোনেও নেদেখে চাগে!
ধুৰ।

কনক : চোৰ!

তিনিয়ো : চোৰ, চোৰ, চোৰ।

প্ৰথম ল'ৰা : এই ভাগৰ লাগিছে আৰু কিমান কঢ়িয়াবি?

কনক : ধেই, চুৰ কৰিবলৈ আহি আকৌ ভাগৰ লাগিছে বুলিলে হ'বনে?

দ্বিতীয় ল'ৰা : ইমান মস্ত মস্ত চাউলৰ বস্তা দঙাটো কম কথা নহয় দেই।

কনক : পাৰিব লাগিব। (প্ৰথমক) তই বাহিৰলৈ উলিয়াই দিয়া বস্তাবোৰ বাকীখিনিয়ে নিছে নে নাই চাই আহ।

দ্বিতীয় ল'ৰা : অঁ, অঁ, চাই আহগৈ, নহ'লে মণ্ডল আহিলে হায়ে-বিয়েখন লগাব। তেতিয়া সকলো কষ্ট অথলে যাব।

**প্ৰথম ল'ৰা বাহিৰলৈ যায়।**

দ্বিতীয় ল'ৰা : ই চাল্লা! আমাৰ দুখীয়াবোৰৰ তেজ খাই, মস্ত গুদাম কৰিছে। চাউলৰ বস্তা কঢ়িয়াই কঢ়িয়াই শেষ কৰিবই নোৱাৰি।

কনক : টানৰ দিনত বেচেৰাই বেছি উৰ্পাজন কৰিব।

**প্ৰথম ল'ৰাই কৈ কৈ সোমায় আহে।**

প্ৰথম ল'ৰা : নিছে, গোটেইখিনিয়ে আনন্দ মনেৰে কঢ়িয়াইছে।

কনক : আনন্দ নালাগিব! নিজৰ তেজ ঘূৰাই পাইছে।

প্ৰথম ল'ৰা : চাউলবোৰ গাঁৱৰ খাবলৈ নথকাখিনিৰ ঘৰে ঘৰে বিলাই দিবলৈ কৈছো।

কনক : ভাল কৰিলি। বেছি সময় নাই, সি বেটা মণ্ডল আহি পোৱাৰ আগতে যিমান পাৰো সৰকাও।

দুয়োজন ল'ৰা : ঠিক — ধৰ, ধৰ — বাহিৰলৈ পেলা।

**তিনিওজনে বস্তাবোৰ কঢ়িয়াই বাহিৰলৈ পেলায়।**

দ্বিতীয় ল'ৰা : ঐ তইঁতে লৈ গৈ থাক। (**বাহিৰলৈ নিবলৈ কয়।**)

প্ৰথম ল'ৰা : ভয় নাই, আমি আছো - - - (**বাহিৰলৈ চায় কয়।**)

কনক : চু-চু-উ-প — চুপ।

দুয়ো : কি হ'ল!

কনক : নিচিঞৰিবি।

দুয়ো : কিয়!

কনক : চোৰে জানো চিঞৰে?

দুয়ো : নিচিঞৰে - - -

**তিনিও হাঁহে।**

কনক : চোৰ, চোৰ, চোৰ।

দুয়ো : আমি চোৰ।

কনক : তহঁত চোৰ, সিহঁত চোৰ,
আটায়ে চোৰ - - - **(তিনিও হাঁহে।)**
চোৰ, চোৰ, চোৰ
কাৰ ধান? কাৰ চাউল? কাৰ গুদামত থাকে?
যাৰ ফচল সি নাপাই
যিকৰে সি নাখাই
বাটৰ ভিকহু হৈ কান্দি থাকে সিহঁত জাকে।

আটায়ে : আঃ, জাকে জাকে, কাক চাউল লাগে!
আমি চোৰ - বিলোৱাবোৰ
ধৰোতা নাই সিহঁতক - - -
য'ত অপৰাধ, য'ত দোষ কৰক লাগে।
সকলোতে দোষ হয়
কেৱল আমাৰ - - -
হওঁক দোষ - - -
কৰি যাম আমি, আমাৰ ভাগে।

প্ৰথম ল'ৰা : ঐ আৰু কিমান আছে?

কনক : ক'ব নোৱাৰো।

দ্বিতীয় ল'ৰা : যিমান নাথাকক, নিব পৰাখিনি লৈ যাওঁ।

কনক : বেচেৰা মণ্ডলে হাঁ কৰি মুখ মেলা খালি গুদাম দেখি মূৰ্চ্ছা যাব।

**আটায়ে হাঁহে।**

দ্বিতীয় ল'ৰা : ই চহাৰ তেজ খোৱা — হাতী জোক।

প্ৰথম ল'ৰা : ঐ - এই তেজ খোৱাটোৰ চন্দুকটো ছাগে ইয়াতকৈ বেছি বাৰু।

কনক : অ' বাৰু নহ'ব? তাত দুখীয়া চহাৰ তেজৰ লগতে হাড়-মূৰবোৰও সোমোৱাই থোৱা আছে - - -

দ্বিতীয় ল'ৰা : সেইটোলৈও হাত মেলিব লাগিব।

প্ৰথম ল'ৰা : এইটোৰে সি শিক্ষা নেপালেতো মেলিবই লাগিব।

কনক : ঐ আগৰ কাম আগতে কৰ। কাম কৰ।

দুয়ো : অঁ, কাম কৰ।

কনক : ধৰ-ধৰ, কৰ-ধৰ, চোৰ কৰ।

আটায়ে : কাম কৰ, কাম কৰিম
নিজৰখিনি আঁকোৱালি ধৰিম,
ডাবি-ধমকি-হুংকাৰ, নকৰো ভয়,
জেল-ফাঁচি হ'লে হওঁক যদি হয়।
ভাং, ভাং - মণ্ডলহঁতৰ গুদাম ভাং।
নে, নে - নিজৰ কষ্টৰ মূল্য নে।
ৰ'দৰ তাপত,
পথাৰৰ বোকা পানীৰ গৰমত,
হাল বাওঁ আমি।
আলখতে
আৰমতে
বহি বহি
ফচলৰ ভাৰ লয় সিহঁতে হাঁহি হাঁহি।

নাঙল চলাও আমি,
সীৰলু ফালো আমি,
ৰদ-বৰষুণ কৰি একেকাৰ,
সিহঁতে পায় ফচল
কাঢ়ি লৈ ভাগৰ চকল,
ভাত মুঠিৰ বাবে কৰো আমি হাঁহাকাৰ।
দুখীয়াৰ
হাড় চোবোৱা
তেজ খোৱা
ধনী-দাললহঁতৰ
সকলো অহংকাৰ,
চুৰমাৰ কৰি
কাঢ়ি ল'
কাঢ়ি লম - - -
আমাৰ অধিকাৰ।

**আটায়ে বস্তা কঢ়োৱাত ব্যস্ত।**

**পঞ্চদশ দৃশ্য**

**ভগা পাঠশালাৰ সন্মুখৰ মুকলি ঠাই।**
**নৱ আৰু কণপাহি স ভাত মানুহ অহালৈ অপেক্ষা কৰি থাকে।**

নৱ : পাহি - পাহি - - -

পাহি : ককাইটি।

নৱ : ক'তা, মেললৈ দেখোন কোনো নাহিল ?

পাহি : আচৰিত! সকলোৱেতো আহিম বুলিছিল। কিন্তু সময়মতে কোনো নাই।

নৱ : সময়তো কেতিয়াবাই পাৰ হ'ল। এজনো আহিব নেপায়নে ?

পাহি : প্ৰায় তিনি ঘন্টাই হ'ল। এতিয়া যে কোনোবা আহিব আশা নাই।

নৱ : আমাৰ বাবেতো এই মেল পতা নাছিলোঁ। গাঁৱৰ বাবে, দহৰ বাবে, ৰাইজৰ বাবে এই মেল। ৰাইজে যাতে মণ্ডলহঁতৰ লাঞ্চনা, বঞ্চনা সহিব নালাগে। কোনো কথাতে ঠগ খাব নালাগে, তাৰ বাবে ঐক্যবদ্ধ হ'বৰ কাৰণে এই মেল।

পাহি : ককাইটি, ৰাইজে আমাক বুজি নেপালে। সিহঁতে মণ্ডলহঁতলৈ ভয় কৰে। চিৰ জীৱন সিহঁত বঞ্চিত হৈ থাকিব, তথাপিতো আমাৰ লগ নলয়।

নৱ : গাঁৱৰ প্ৰতিজনৰ ঘৰে ঘৰে গৈ গাই-গুটীয়াকৈ লগ ধৰি মই কথাবোৰ বুজাই দিছিলোঁ। সকলোকে মেললৈ আহিবলৈ কাবৌ কৰিছিলোঁ। মিনতি কৰিছিলোঁ। কিন্তু শেষত তেওঁলোকে এয়া কৰিলে । আমাৰ চেষ্টা, আমাৰ উদ্যম, আমাৰ সাহসক তেওঁলোকে উপলুঙা কৰিলে।

পাহি : চেষ্টা, উদ্যম, সাহস আমাৰ একেভাগে থাকিব। ৰাইজে আজি বুজা নাই। এদিন বুজিব। তেতিয়া দেখিবি সকলো আমাৰ ফালে আহিছে।

নৱ : নহয় পাহি, আমি আকৌ এবাৰ এবাৰ প্ৰত্যেকৰে ওচৰলৈ যাওঁ ব'ল।

পাহি : নালাগে ককাইটি, গঞাই যেতিয়া বুজি নেপালে। নাহিলে। তেতিয়া জোৰ জবৰদস্তি বুজাই লাভ নাই। মেললৈ আনি লাভনহ'ব।

নৱ : সৌৱা চাচোন — কোনোবা দুজনমান ৰাস্তাৰে পাৰহৈ গৈছে।

পাহি : আলেঙে আলেঙে, দূৰে দূৰে সিহঁতে আমাৰ ৰং চাইছে। কেনেকৈ ফিচিঙা-ফিচিঙিখন কৰিছে? মেলত মানুহ নেদেখি সিহঁতে ৰঙতে হাঁহিছে।

**বাহিৰত দেখা ৰাইজক উদ্দেশ্য কৰি ক'ব।**

নৱ : ৰাইজ, তোমালোক কিয় দূৰে দূৰে ফুৰিছা? আহা, মেললৈ আহা। তোমালোকক কাকুতি কৰিছো — আহা - - -

পাহি : সিফালে ঘূৰি দিছে - - -

নৱ : আমি এক হ'লে মণ্ডলহঁতে একো কৰিব নোৱাৰে ৰাইজ! মণ্ডলহঁতলৈ ভয় নকৰিবা, আহা। আমাৰ প্ৰাপ্য, আমাৰ অধিকাৰ, আমি নিজে আদায় কৰিব লাগিব। (**দৰ্শকক উদ্দেশ্য কৰি ক'ব।**) আৰু কিমান দিন এইদৰে মনে মনে থাকিবা? বোবা হৈ থাকিব? আৰু কিমান আনৰ লাঞ্ছনা, প্ৰতাৰণা সহি থাকিবা? মণ্ডলহঁতে তোমালোকক বঞ্চিত কৰি, ঠগি ঠগি তোমালোকক শেষ কৰি দিছে, তোমালোকক সৰ্বহাৰা কৰি, পোনাব নোৱাৰাকৈ কঁকাল বেকা কৰি দিছে — আৰু সিহঁতে আমাৰ তেজৰ ওপৰত, আমাৰ হাড়-মূৰৰ ওপৰত বহি আট্টহাঁহি মাৰি আছে। এবাৰ তোমালোকে ৰাইজ — তোমালোকে টোপনি এৰা, সদায় সদায় এইদৰে কিমান দিন সহিবা? ৰাইজ! মৌনতা ভংগ কৰা, মৌনতা ভংগ কৰা -

পাহি : ককাইটি, এই ৰাইজে , তোক-মোক এঘৰীয়া কৰিব পাৰে, ন্যায় হওক, অন্যায় হওক আমাক শাস্তি দিব পাৰে। কিন্তু সিহঁতে মণ্ডলহঁতক একো কৰিব নোৱাৰে — সিহঁত মণ্ডলহঁতৰ হাতৰ পুতলা। সিহঁতে কেৱল জানে পৰচৰ্চা, কোন কাৰ ঘৰত আছে, কোন ক'লৈ গ'ল, কি কৰিলে? তাক লৈ ফিচিঙা-ফিচিঙি, আলোচনা, মোক লৈ কিমান অপবাদ নুলিয়ালে!

নৱ : মানে!

পাহি ঃ মই তহঁতৰ ঘৰত থকাৰ বাবে কিমান যে কু-ৰটনা। জাত-পাতৰ কথা, ডেকা ল'ৰাৰ ঘৰত গাভৰু ছোৱালী ---

**নৱই পাহিলৈ চায়। কিছুসময়ৰ পাছত এটা সিদ্ধান্ত লোৱাৰ দৰে।**

নৱ ঃ ঐ, পাহি ---

পাহি ঃ কি?

নৱ ঃ তোক মই বিয়া কৰাম।

পাহি ঃ ককাইটি!

**পাহিয়ে আচৰিত ধৰণেৰে নৱলৈ চায়। নৱক যেন নতুনকৈ বুজিবলৈ চেষ্টা কৰিছে। এনেতে কনক আহে।**

কনক ঃ ককাইটি, তহঁতৰ এই সিদ্ধান্তক মই আদৰণি জনাইছোঁ।

নৱ,পাহি ঃ **(একেলগে)** কনক!

কনক ঃ মই নমতাকৈ এই মেললৈ আহিছোঁ। কিন্তু অলপ সময়ৰ বাবে, মই যাওঁৱেই ---

নৱ ঃ ক'ত যাব?

কনক ঃ থানালৈ।

নৱ,পাহি ঃ **(একেলগে)** কি!

কনক ঃ এই গাঁৱৰ ৰাইজে, সমাজে, মণ্ডলৰ কাৰচাজিত মোক চোৰ সজালে। কিন্তু মই চোৰ নাছিলো। মই চোৰ নোহোৱাকৈ এইখন সমাজত মই কনক চোৰ হৈ পৰিলো। মই কনক হৈ পৰিলো গাঁৱৰ কেঁচুৱাৰ পৰা বুঢ়ালৈকে কনক চোৰ। চোৰ! কনক চোৰ! মণ্ডলৰ কাৰচাজি কোনেও বুজি নেপালে। **(সুৰ সলায়)** কালি মই সচাকৈ চোৰ কৰিলো ককাইটি। **(নৱ আৰু পাহিয়ে আচৰিত হৈ কনকলৈ চায়।)** মণ্ডলৰ চাউলৰ গুদামত সোমায় চাউল চোৰ কৰিলো — কিন্তু মোৰ বাবে নহয়। এই গাঁৱৰ খাব নোপোৱা দীন দৰিদ্ৰবোৰৰ বাবে। যিটো কাম বহুত দিনৰ আগতে হ'ব লাগিছিল, সেইটো মই একে নিশাতে কৰিলো। যিটো কাম গাঁওখনে কৰিব লাগিছিল, সেইটো কাম মই কৰিলো। ৰাইজে, গএগই বুজক কনক

চোৰে চুৰ কৰিছে, নিজৰ বাবে নহয়। সিহঁতৰ বাবে আৰু আৰু কনকচোৰ, চোৰ নাছিল। **(কনকে সংলাপখিনি দৰ্শকক কোৱাৰ দৰে ক'ব।)** চোৰ নাছিল। তহঁতে — সমাজে — তহঁতে এই কনকক চোৰ সজালি। চোৰ সজালি! চোৰ! **(সম্পূৰ্ণ সুৰ সলাই নৱহঁতৰ উদ্দেশে ক'ব।)** এতিয়া মই যাওঁ — থানাত নিজে ধৰা দিওঁগৈ। এইবাৰ মণ্ডলে মোক উলিয়াবলৈ তাৰ মানুহ নপঠায়। মই আৰু মণ্ডলৰ ঘৰত চাকৰ কৰিব নেলাগে। মোৰ জেল হ'ব। কিমান দিন! আকৌ ওলাই আহিম, তেতিয়া তহঁতৰ লগ হ'ম ককাইটি, তহঁতে চিন্তা নকৰিবি ককাইটি, তহঁত হাৰি যোৱা নাই। সৌৱা চা - - -

নৱ, পাহি : **(একেলগে)** সেয়া সৰু সৰু ল'ৰা-ছোৱালী।

নৱ : এই সৰু সৰু — কণ কণ ল'ৰা-ছোৱালীবোৰ আমাৰ মেললৈ আহিছে - - -

পাহি : কি পবিত্ৰ, কি সুন্দৰ - - -

কনক : ডেকাখিনিও কি দৰে আগবাঢ়ি আহিছে চা। আৰু চা - - -

**ডম্বৰু সোমায় আহে।**

নৱ : পাহি - - -

পাহি : ককাইটি।

নৱ, পাহি : **(একেলগে)** আমি, জয়ী হ'ম।

**যৱনিকা**

**প্ৰথম অভিনয় ঃ**

(২০ ৰ পৰা ২৫ জুলাই' ১৯৮৮ চন।)

অভিনয়-শিল্পীসকল ঃ

ভূবনচন্দ্ৰ দত্ত, নাজিম আহমেদ, প্ৰয়াত ভৈৰৱ ভৰালী, অতুলচন্দ্ৰ গগৈ, সুৰজিৎ ভূঞা, কেশৱ কোঁচ, ভাবনলাল ভুৰামা, শিশুৰাম হাজৰিকা, মিন বৰা, দেবানন্দ শইকীয়া, মুনীন ভূঞা, আবু তাহেৰ আহমেদ, প্ৰয়াত বন্তি হাজৰিকা, মন্দিতা বৰা, পাৰবিন হুছেইন, দেৱী হাজৰিকা, মায়া গগৈ, ইমৰানা হুছেইন, ইতি গগৈ, পৰি চেলেং আৰু
আলি হাইদৰ।

| | | |
|---|---|---|
| সহ পৰিচালক | ঃ | প্ৰয়াত বন্তি হাজৰিকা, প্ৰয়াত ভৈৰৱ ভৰালী আৰু অতুল গগৈ। |
| সংগীত | ঃ | প্ৰয়াত কল্পনা কলিতা আৰু মীৰা বেগম। |
| উপস্থাপন পৰিকল্পনা | ঃ | প্ৰয়াত বন্তি হাজৰিকা আৰু প্ৰয়াত ভৈৰৱ ভৰালী। |
| নৃত্য পৰিকল্পনা | ঃ | পংকজলোচন বৰা আৰু শিশুৰাম হাজৰিকা। |
| মঞ্চ পৰিকল্পনা | ঃ | ভূবনচন্দ্ৰ দত্ত। |
| পোহৰ পৰিকল্পনা | ঃ | নাজিম আহমেদ আৰু দাদুল হাজৰিকা। |
| সাজ-সজ্জা পৰিকল্পনা | ঃ | প্ৰয়াত বন্তি হাজৰিকা। |
| মুখ্য সাংগঠনিক | ঃ | বিদ্যাসিং দেউৰী আৰু নাজিম আহমেদ। |
| মঞ্চ তত্ত্বাৱধায়ক | ঃ | অতুল গগৈ, নাজিম আহমেদ আৰু বিদ্যাসিং দেউৰী। |
| ব্যৱস্থাপক | ঃ | ঘনকান্ত দত্ত। |
| উপদেষ্টা | ঃ | হেমেন গগৈ আৰু ইচ্মত হালিম। |
| নাট ৰচনা আৰু পৰিচালনা | ঃ | আলি হাইদ |

## নেপথ্য আলাপ ৭

কেঁতিয়াবা একে বক্তব্যক বিভিন্ন প্ৰকাৰে ক'বলৈ বাধ্য হওঁ। একোটা বক্তব্যক বিভিন্ন ৰূপত দাঙি ধৰাটোও এটা কলা। ইয়াত এটা সুকীয়া বৈশিষ্ট্য আছে। ইয়াৰ দ্বাৰা বক্তব্যক একোটা নতুন মাত্ৰা প্ৰদান কৰিব পৰা যায়। 'কু-প্ৰথা' নাটকখনেই ধৰা হওক — নাটকখন বহুতৰ বাবে হ'ব পাৰে — 'এখন নিলাজ মানুহৰ দেশ' নাটকৰ এটি ক্ষুদ্ৰ সংস্কৰণ। মোৰ বাবে নহয়। যদিও 'এখন নিলাজ মানুহৰ দেশ' নাটকত অংকন কৰা — সাধুকথাৰ দৰে লগা উপ-কাহিনীভাগ 'কু-প্ৰথা'লৈ' তুলি অনা হৈছে — হ'লেও মোৰ ক'বলগীয়াখিনি সম্পূৰ্ণ সুকীয়া। দুটা সুকীয়া বিষয় প্ৰকাশ কৰিব বিচাৰিছোঁ। দুয়োখন নাটকৰ কথাবস্তুক নিজ বৈশিষ্ট্যৰে - মহিমাৰে মহিমামণ্ডিত কৰিবলৈ চেষ্টা কৰা হৈছে। প্ৰকৃততে 'কু-প্ৰথা'ৰ কাহিনীভাগক এক নতুন ৰূপত, নতুন প্ৰকাশ ভংগীৰে সজাই তোলাৰ প্ৰয়াস কৰা হৈছে। আনহাতে, দুয়োখন নাটক দুটা থিয়েটাৰ মাধ্যমত কৰাৰ বাবে প্ৰস্তুত কৰা হৈছিল। প্ৰথমখন সম্পূৰ্ণ প্ৰচেনীয়াম থিয়েটাৰ উপযোগীকৈ ৰচনা কৰা হৈছে। দ্বিতীয়খন — 'কু-প্ৰথা'ত লোক নাট্য শৈলী প্ৰয়োগ কৰা হৈছে। দুয়োখনৰ ৰচনা কালৰ ব্যৱধানো বহুবছৰৰ। মোৰ বিশ্বাস, দুয়োখন নাটক সুকীয়া সুকীয়কৈ নিজ অৱস্থানত উপৱিষ্ট। 'কু-প্ৰথা'ত ৰূপকধৰ্মীতাৰ চৰিত্ৰত অটুত ৰাখিবলৈ চেষ্টা কৰা হৈছে। কাব্যিক আৰু গীতিধৰ্মী মাত্ৰা এটা প্ৰদান কৰাৰো প্ৰয়াস কৰিছোঁ। সেইদৰে লোক-সংস্কৃতিৰ সম্বলতো গুৰুত্ব দিছোঁ। এই নাটক ১৯৮৮ চনৰ প্ৰথম ভাগতেই ৰচনা কৰা। প্ৰথম মঞ্চস্থও একে চনৰ ২০ ৰ পৰা ২৫ জুলাইলৈকে অনুষ্ঠিত হয়। এতিয়া পাঠক, দৰ্শক আৰু বিভিন্ন নাট্যদলে দুয়োখন নাটকৰ কথাবস্তু, উপস্থাপন পদ্ধতি আৰু সাদৃশ্য-বৈসাদৃশ্যক পৰীক্ষা কৰি চোৱাৰ সুবিধাৰ্থে দুয়োখনেই এই সংকলনত একেলগে সন্নিৱিষ্ট কৰা হ'ল।

## চৰিত্ৰলিপিঃ-

ঃ হুঁচৰি দল

ঃ ঢুলীয়া ওজা

ঃ এজন মানুহ

ঃ প্ৰথম তালীয়া

ঃ দ্বিতীয় তালীয়া

ঃ প্ৰধান

ঃ বলি

ঃ সেৱক

ঃ কন্যাপ্ৰধান

ঃ ঘাতক

ঃ কিছু মুনিহ-তিৰোতা

ঃ বৰ নাচনী

ঃ কিছুমান নাচনী ছোৱালী

ঃ কিছু নৃত্য কৰা ল'ৰা

ঃ বিপ্লৱ আৰু

ঃ দেওধনী নৃত্যৰ নৰ্তকী।

**মঞ্চৰ আঁৰ-কাপোৰ খোলা থাকিব। খালি মঞ্চত কেৱল ক্ষীণ পোহৰ থাকিব। নাটক মঞ্চস্থৰ নিৰ্দিষ্ট সময়ত প্ৰেক্ষাগৃহৰ দৰ্শকৰ মাজেদি (ৰংগমঞ্চৰ বাহিৰৰ পৰা) এটি হুঁচৰি দল মঞ্চলৈ আগুৱাই আহিব। দলটি মঞ্চত উঠাৰ লগে লগে মঞ্চৰ ভিতৰৰ পৰা কিছু পুৰুষ-তিৰোতা (ভাৱৰীয়াসকল) মঞ্চলৈ ওলাই আহিব।**

হুঁচৰি দলে হুঁচৰি আৰম্ভ কৰে ঃ-

হুঁচৰি ঃ ৰাইজৰ কুশলাৰ্থে (ঢোলৰ চাপৰ)

ঘোষা ঃ হুঁচৰি - এ - চ'ত
আমি ওমলো য'ত
(দেহি ঐ) দুবৰিও নগজে ত'ত।

ৰাইজ - ঐ - ক'ত
আমি নাট কৰোঁ য'ত
(দেহি ঐ) ভাৱৰীয়া নালাগে ত'ত ।

পদ ঃ ৰাইজৰ মাজতে
আমি নাট মেলোতে
দায়-দোষ যাব যে খেমি - ঐ-
দায় দোষ খেমিলে
ভাও দি যাবলে
ৰংমনে পাৰোঁ আমি - ঐ-

লহৰি ঃ ভাই ঐ লগৰীয়া
মন ধেমেলীয়া
অ - অ - ধেই
নাট কৰো হেই -
দেহাত ৰায়ে-জাই
গা- তৰণি নাই
ধৰ - ঐ - ধৰ - ঐ বচন শৰাই ।

যোজনা ঃ দেশৰে নাটঘৰত ভাও দি যাবলৈ
ৰাইজ ঐ আহিবৰ হ'ল।
বচনো নালাগে সাজ-পাৰ নালাগে
ৰাইজ ঐ আগুৱাই ব'ল।।

**ঢোলৰ চাপৰ আৰু হুঁচৰি দলৰ নাচ। লাহে লাহে এজন ঢুলীয়া (ওজা) দৰ্শকৰ আগলৈ আহিব, লগত দুজন তালীয়া (পালি)। আৰু ইতিমধ্যে হুঁচৰি দলটো আঁতৰি যাব। ঢুলীয়া ওজাই আহি ঢুলীয়া হাতৰ মালিতা মেলিব।**

ঢুলীয়াওজা ঃ প্ৰথমে প্ৰণামো মোৰ গুৰু লোকজন।
পৰম ভক্তি সিজনাক কৰোঁ নিৰ্দশন।।
তাৰ পিছে প্ৰণামো সভাসদ লোক।
দায়-ত্ৰুটি যদি হয় খেমি যাব মোক।।

**(ঢোলৰ চাপৰ)**

শুনিয়োক সৰ্বজন আমাৰ বচন।
কু-প্ৰথা নাটকৰ কথা কৰো আৰম্ভণ।।
**(আলি হাইদৰে নাট কৰিলে ৰচন।**
**যিখিনি আপোনাসবে কৰিব দৰ্শন।।)**
এখন দেশত নাছিল কোনো নৃপতি,
দেশৰ প্ৰজাই দিয়ে এজনক বাচি।
প্ৰধান ৰূপে যিজন শাসনৰ আদি
সেই কাহিনীকে কওঁ সাৰমৰ্ম মথি।।
দেশত বানপানী আৰু মাৰিমৰক
বছৰি হয় যেন দুৰ্যোগৰ নৰক।
প্ৰধানে প্ৰজাগণক দিয়ে আদেশ
আন ঠাইলৈ গুছি যোৱাৰ এৰি দেশ।
নিজে বাছিবলৈ প্ৰধান চাওলৈ যায়
প্ৰজাসৱৰ দুৰ্গতি কোনেনো চায়।
এহি সময়ে কোনো আলহী আহে যদি

সেই আলহীক প্ৰধানে দিয়াই বলি,
এনেদৰে সেই দেশ আহিছে চলি,
নৰ-বলি কু-প্ৰথাৰ বিধান কৰি।
ইমানতে চমুৱাওঁ মোৰ এই কথন।
দৃশ্যৰূপে এহি কথা চাওক সৰ্বজন।।

বাদ্যবোল। বোলৰ স'তে সম্পৃক্ত আনুষংগিক অংগি-ভংগি থাকিব।

**ঢুলীয়া ওজা আঁতৰি যাব। এনেতে চাৰিওফালে কোলাহল হয়।**

: পানী, পানী -

: বানপানী, বানপানী -

: বানপানী আহিছে, বানপানী আহিছে -

**চাৰিওফালে মানুহৰ লৰা-ঢপৰা, হুলস্থূল আদি হয়। এনেতে এজন মানুহে এটা ঢোল বজাই বজাই দেশৰ আদেশ প্ৰচাৰ কৰে।**

এজন মানুহ : শুনক, শুনক, শুনক, প্ৰধানৰ আদেশ - বানপানীয়ে গোটেই দেশ চানি পেলাইছে, প্ৰতি বছৰৰ দৰে এইবাৰো সকলো দেশবাসী দেশ এৰি আন ঠাইলৈ গুছি যাবলৈ প্ৰধানে আদেশ দিছে। প্ৰধানৰ আদেশ, যি নিজ নিজ ঠাই এৰি নাযাব তাক বল প্ৰয়োগ কৰি ঘাতকৰ হতুৱাই মাৰি মাৰি পঠিয়াই দিয়া হ'ব। ইতিমধ্যে প্ৰধান আৰু তেওঁৰ অনুচৰবৰ্গ নিজৰ নিৰাপত্তাৰ বাবে চাঙত উঠিছেগৈ।

**মানুহৰ মাজত গুণ্‌গুণনি। মানুহবোৰ লাহে লাহে উপায়ন্তৰ হৈ দেশ এৰি যায়গৈ। গোটেই পৰিবেশটো নৃত্যৰে পৰিকল্পনা কৰিব। মানুহবোৰ আঁতৰি যোৱাৰ লগে লগে তালীয়া দুজন দৰ্শকৰ ওচৰলৈ আহি ক'ব।**

প্ৰথম তালীয়া : দৰ্শক ৰাইজ
শুনক আমাৰ বাইক -

দ্বিতীয় তালীয়া : প্ৰথমে জনাওঁ আমি
নাটকৰ পাছৰ দৃশ্যৰ কথাটি -

প্ৰথম তালীয়া ঃ বানপানীৰ পাছত
জনশূন্য ঠাইলৈ আহে এক আলহী
যি জনৰ নাম হ'ব নাটকত বলি।

দ্বিতীয় তালীয়া ঃ প্ৰধান, সেৱক আৰু বলিৰ কথন,
শুনক, শুনক হে সৰ্বজন।

**তালীয়া দুজন আঁতৰি যাব। লগে লগে ঢুলীয়াই প্ৰৱেশ কৰিব। আকৌ তালীয়াই প্ৰৱেশ কৰি ঢুলীয়াক সহযোগ কৰিব। ঢুলীয়াই বলিক আদৰি আনে। বলিয়ে এজন তালীয়াৰ হাতৰ পৰা তাল এযোৰ লৈ ঘণ্টা বজোৱাৰ দৰে তালযোৰ বজায়। ইতিমধ্যে ঢুলীয়া আৰু তালীয়াৰ প্ৰস্থান। অলপ পাছতে 'দেশপ্ৰধান' আৰু 'সেৱক' আহে।**

প্ৰধান ঃ কোন তুমি? লাগে কি?

বলি ঃ সৰুৰে পৰা প্ৰবাসী হৈ থকা মই এই দেশৰে ল'ৰা।

সেৱক ঃ জানিব পাৰোনে আমি, ঘণ্টা বজোৱাৰ কাৰণ?

বলি ঃ মই অতি ভাগৰুৱা আলহী ৰূপে এই দেশলৈ আহিছোঁ। কাকো ক'তো নেদেখি, এই ঘণ্টাটো পাই, ঘণ্টা ধ্বনি দিলোঁ, আছে যদি কোনোবাই গম পাওক বুলি।

**দেশপ্ৰধান আৰু সেৱকে চকুৱে চকুৱে চায়।**

সেৱক ঃ পিছে এতিয়া তোমাক লাগেনো কি?

বলি ঃ পিয়াহত মোৰ অষ্ঠ-কণ্ঠ শুকাই প্ৰাণবায়ু যায় যায়। এটুপি পানীৰ খুব প্ৰয়োজন।

প্ৰধান ঃ পানী লাগে।

**প্ৰধান আৰু সেৱকৰ দৃষ্টি বিনিময়।**

বলি ঃ হয় এটুপি পানী পালে নথৈ কৃতাৰ্থ হ'ম।

প্ৰধান ঃ হ'ব। তোমাক পানী আনি দিয়া হ'ব। খন্তেক অপেক্ষা কৰা, যোৱা সেৱক, এটুপি পানীৰ ব্যৱস্থা কৰা।

সেৱক ঃ যিবা আদেশ প্ৰধান।

**সেৱক যায়।**

বলি ঃ পানী খাবলৈ পালে গাত কিছু শকতি পাম।

প্ৰধান ঃ তোমাৰ প্ৰয়োজন এতিয়াই পূৰণ কৰা হ'ব।

**এটা পাত্ৰত পানী লৈ সেৱক আহে।**

সেৱক ঃ এয়া পানী।

বলি ঃ দিয়ক।

সেৱক ঃ খাবা কিহত?

বলি ঃ ঢালি দিয়ক, হাতৰ কাঁজলীৰে খাম।

প্ৰধান ঃ দিয়া, পানী ঢালি দিয়া।

**সেৱকে পানী ঢালি দিয়ে, বলিয়ে হাতৰ কাঁজলীৰে খায়।**

বলি ঃ উহ্ অলপ শান্তি পাইছো। (বৈ) মোৰ বৰ ভাগৰ লাগিছে, মই অলপ এই চাঙখনতেই শুই ভাগৰ জুৰাব পাৰোনে?

প্ৰধান ঃ নিশ্চয়, নিশ্চয় —

বলি ঃ মই তেন্তে জিৰাওঁ —

**বলি চাঙখনতে শুৱে। অলপ সময়ৰ পাছত তেওঁ ক'ব নোৱাৰাকৈ টোপনি যায়। বৈ থকাৰ পৰা কিছু আঁতৰি প্ৰধান আৰু সেৱকে নিম্নস্বৰত কথা পাতে।**

প্ৰধান ঃ সেৱক, সকলো মিলি গৈছে।

সেৱক ঃ হয় প্ৰধান, ঘণ্টা বজাইছে, পিয়াহ লাগিছে, পানী বিচাৰিছে —

প্ৰধান ঃ আৰু হাতৰ কাঁজলীৰেই পানী খালে।

সেৱক ঃ ভাগৰত জিৰণি ল'বৰ বাবেওতো এই চাঙখনতেই শুব বিচাৰিলে-

প্ৰধান ঃ এই জনকেই আমি আলহী ৰূপে বলি সজাব পাৰো তাত কাৰো সন্দেহ থাকিব নোৱাৰে।

সেৱক ঃ মই তাকেই ভাবোঁ।

প্ৰধান ঃ তেতিয়াহ'লে সকলো আয়োজন আৰম্ভ কৰা হওক, ওচৰে-পাঁজৰে থকা মানুহবোৰ মাতি অনা হওক।

সেৱক ঃ যিবা আদেশ প্ৰধান।

প্ৰধান : মই এই শুভ সংবাদটি ভিতৰত দিওঁগৈ আৰু ঘাতকক পঠাই দিম, তুমি তৎপৰতাৰ ত্ৰুটি নকৰিবা।

সেৱক : সেয়ে হ'ব প্ৰধান।

**প্ৰধান যায়, খন্তেক পাছত 'কন্যাপ্ৰধান' উধাতু খাই প্ৰৱেশ কৰে।**

কন্যা : ক'তা সেৱক, আমাৰ আলহী ক'ত?

সেৱক : এইয়া যথাস্থানত নিদ্ৰামগ্ন।

**কন্যাপ্ৰধান বলিৰ ওচৰলৈ যায়।**

কন্যা : আই ঐ দেহি বৰ ধুনীয়া —

সেৱক : বলি বিলাক নিখুঁত ধুনীয়া হ'ব লাগে।

কন্যা : এয়াতো বলি নহ'বও পাৰে।

সেৱক : বলিৰ চিনাক্তকৰণ দেশপ্ৰধানেই কৰি দিছে।

কন্যা : চিনাক্তকৰণত দেশপ্ৰধানৰ ভুল হ'বও পাৰে।

সেৱক : নাই, দেশপ্ৰধানৰ ভুল হ'ব নোৱাৰে।

কন্যা : দেশপ্ৰধানক দেৱতা বা ভগৱান বুলি ভাবিছা নেকি?

সেৱক : দেৱতা বা ভগৱান নহ'লেও তেৰাসৱৰেই অন্য এক প্ৰতিভূ।

কন্যা : সেয়া তোমালোকৰ সাধাৰণ প্ৰজাক ফাকি দিয়াৰ এটা কৌশল মাত্ৰ।

সেৱক : দেশপ্ৰধানৰ জীয়ৰীৰ মুখত এনে কথাই শোভা নাপায়।

কন্যা : মোৰ মুখত কি কথাই শোভা পায়, কি কথাই শোভা নাপায় সেয়া মই ভালদৰে জানো।

সেৱক : কন্যাপ্ৰধান!

কন্যা : তোমালোকে নিজে তৈয়াৰী কৰা এইবোৰ ৰীতিৰ, এইবোৰ প্ৰথাৰ মই সম্পূৰ্ণ বিৰোধী।

সেৱক : এয়া যুগধৰ্ম, আপোনালোকৰ বংশত পুৰুষে-পুৰুষে চলি অহা এক পৰম্পৰা।

কন্যা : যুগধৰ্মৰ নামত, বংশৰ পৰম্পৰাৰ নামত কিছুমান নিৰ্দোষী মানুহৰ প্ৰতি এইদৰে সদায় অন্যায় কৰি অহা হৈছে।

**ঘাতক আহে। হাতত এটা দবা বা ডাণ্ডৰ টিং জাতীয় বাদ্য লৈ আহে।**

| | | |
|---|---|---|
| ঘাতক | ঃ | **(অংগী-ভংগী আৰু হাতৰ ইংগিতেৰে বুজাব – 'দেশপ্ৰধানে বাদ্যটোৰ সৈতে পঠাইছে, আঁতৰত থকা মানুহক বলি অহাৰ জাননী দিবৰ বাবে।')** |
| সেৱক | ঃ | **(ঘাতকক ইংগিতেৰে আদেশ দিয়ে - বাদ্য বজাই মানুহক মাতিবলৈ।)** কন্যাপ্ৰধান মই আহিলোঁ। |

**সেৱক যায়, ঘাতকে বাদ্য বজায়। খন্তেকৰ পাছত নেপথ্যত বিভিন্ন কণ্ঠস্বৰ শুনা যায়। কন্যাপ্ৰধানে বাহিৰলৈ চায়।**

| | | |
|---|---|---|
| ওচৰত | ঃ | আলহী আহিল ঐ — আহ্ --- |
| দূৰৰ পৰা | ঃ | আলহী আহিল নেকি ঐ — গৈছোঁ --- |
| ওচৰত | ঃ | আলহী আহিল ঐ — আহ্ --- |
| দূৰত | ঃ | আলহী আহিল নেকি ঐ — গৈছোঁ --- |

**কন্যাপ্ৰধানৰ প্ৰস্থান। লগে লগে কিছু মুনিহ-তিৰোতা সোমাই আহে।**

| | | |
|---|---|---|
| বিভিন্ন কণ্ঠস্বৰ | ঃ | আলহী শুইছে — শুইছে --- |
| | ঃ | মনে মনে। |
| | ঃ | কোৢাল নকৰিবি। |
| | ঃ | যাওঁ যাওঁ ব'ল সকলোকে মাতি আনো। |

**মানুহ বিলাক যায়। কেইজনীমান গাভৰু ছোৱালীয়ে হাঁহি খিকিন্দালি কৰি তাতে থাকি বলিৰ ওচৰলৈ যায়।**

| | | |
|---|---|---|
| নাচনী | ঃ | আই — ঐ দেহি --- |
| প্ৰথম ছোৱালী | ঃ | কি হ'লনো অ' --- |
| নাচনী | ঃ | আলহীজন বৰ ধুনীয়া পাই --- |
| দ্বিতীয় ছোৱালী | ঃ | ঐ তাতেনো কি হ'ল পাছে - -- |
| তৃতীয় ছোৱালী | ঃ | ঐ — তোৰ মন খাইছে নেকি ? |
| নাচনী | ঃ | ধেৎ --- |

**আটায়ে হাঁহি দিয়ে।**

| | | |
|---|---|---|
| নাচনী | ঃ | ইমান ধুনীয়া মানুহজনক বলি দিব নহয় ! |

চতুৰ্থ ছোৱালী : দিবতো। নহ'লে দেশৰ পৰা অপায়-অমংগল কিদৰে আঁতৰিব?

নাচনী : বেয়া লাগে পাই - - -

পঞ্চম ছোৱালী : বেয়া লাগিবলৈ তোৰ জীউধন নেকি?

ষষ্ঠ ছোৱালী : নহ'লে আঁচলতে বান্ধি থ। কোনেও একো কৰিব নোৱাৰে।

**আটায়ে হাঁহে। লগে লগে এজনীয়ে গীত লগায়, সকলোৱে গায়, নাচে।**

গীত : আমাৰে ঐ নাচনী,
জীউটি ঐ ধনেটি -
হিয়াতে ঐ ভুমুকি মাৰে -
আঁচলতে বান্ধিব মৰমতে ঐ পমিব -
বুকুতে ঐ জিয়া জুই জ্বলে।

**গীত শেষ হ'লত আটায়ে হাঁহে।**

আটায়ে : ব'ল ব'ল ।

তৃতীয় ছোৱালী : ইয়াত হাঁহি খিকিন্দালি কৰি থাকিলে, আমাৰ ফালে আধ্যায় হ'ব।

**নাচনীক বলিৰ ওচৰত দেখি।**

ষষ্ঠ ছোৱালী : ঐ তই আকৌ বৈ গলি কিয়?

প্ৰথম ছোৱালী : ইমানকে কি চাইছ?

দ্বিতীয় ছোৱালী : তোৰ বৰকৈ মন খাইছে নেকি?

তৃতীয় ছোৱালী : আহ, আহ — মন খালেও নেচেল — আলহীহে - - -

**ছোৱালীকেইজনীয়ে হাঁহি হাঁহি আঁতৰি যায় । এনেতে দূৰৰ পৰা বিভিন্ন কণ্ঠস্বৰত কোলাহল শুনা যায়। কোলাহল শুনি কন্যাপ্ৰধনে প্ৰবেশ কৰে।**

ওচৰত : আলহী আহিল ঐ — আহ।

দূৰত : আলহী আহিল নেকি ঐ - গৈছোঁ।

ওচৰত : আলহী আহিল ঐ — আহ।

দূৰত : আলহী আহিল নেকি ঐ - গৈছোঁ।

**মানুহৰ কোলাহলত বলি সাৰ পায়। ওচৰত কন্যাপ্ৰধানক দেখি।**

বলি : কোন তুমি?
কন্যা : দেশপ্ৰধানৰ জীয়ৰী, কন্যাপ্ৰধান।
বলি : মোৰ প্ৰণিপাত জানিব।
কন্যা : তোমাৰ ভাগৰ আঁতৰিল?
বলি : অঁ, বৰ ভাল লাগিছে। ইমান ধুনীয়া পৰিৱেশ ক'তো যেন দুখ নাই, বেদনা নাই সকলোতে কেৱল আনন্দ আৰু পৱিত্ৰতা।
কন্যা : **(নিজে নিজেই)** আনন্দৰ আঁৰত লুকাই থাকে দুখ, বেদনা। পৱিত্ৰতাৰ আঁৰত লুকাই থাকে কলংক।

**এনেতে দূৰত আকৌ কোলাহল।**

বিভিন্ন কণ্ঠস্বৰ : ঐ,ঐ -- আহ আহ - - -
: আলহী চাওঁগৈ ব'ল - - -
: ব'ল ব'ল আলহী চাওঁগৈ - - -
: ক'তা ঐ ক'তা?
: আলহী ক'তা?
: আমাৰ আলহী ক'তা?
বলি : সেয়া কাৰ কোলাহল!
কন্যা : জনতাৰ।
বলি : কিহৰ কোলাহল?
কন্যা : আনন্দৰ!
বলি : আনন্দ! এৰা ইয়াতেই আনন্দৰ উৎসৱ, জীৱনৰ উৎসৱ বিৰাজমান।

**লগে লগে বিপ্লৱ আহে।**

বিপ্লৱ : ইয়াত আনন্দৰ উৎসৱ, জীৱনৰ উৎসৱ নাই বন্ধু। এয়া বেদনাৰ উৎসৱ, মৃত্যুৰ উৎসৱ।
বলি : কোন তুমি?
বিপ্লৱ : তোমাৰেই এজন বন্ধু। বিপ্লৱ।
বলি : বিপ্লৱ!
বিপ্লৱ : ক ন্যাপ্ৰধান। এইদৰে আৰু অন্যায় কিমান দিন চলিব?
কন্যা : তুমি অবুজন নহ'বা বিপ্লৱ।

বিপ্লৱ : ৰৈ থকাৰ সকাম নাই কন্যাপ্রধান। সকলো গুপুতাৰ্থ বেকত কৰিব লাগে। **(সুৰ সলায়।)** বন্ধু - - -

কন্যা : বিপ্লৱ! তোমাৰ চেতনা বিলুপ্ত হোৱা নাইতো?

বিপ্লৱ : মোক সচেতন কৰাৰ প্রয়োজন নহ'ব কন্যাপ্রধান। নিজেই সচেতন হোৱা, প্রজাসাধাৰণক সচেতন কৰোৱা। জনতাক সচেতন কৰোৱা।

বলি : তোমালোকৰ কথোপকথন মই একোৱেই বুজি পোৱা নাই।

**এনেতে সেৱক আৰু ঘাতক আহে।**

সেৱক : এইবোৰ কথা তুমি বুজি পাব নালাগে বন্ধু।

বলি : অ' আপুনি?

সেৱক : আলহী বন্ধু, খোৱা-বোৱা নিশ্চয় কৰিবা?

বলি : এৰা, মোৰ খুব ভোক লাগিছে।

সেৱক : লাগিবই, আজি কেইবাসাজো তুমি লঘোনে আছা।

বলি : কেইবাসাজো! মানে?

সেৱক : কেইবাদিনো তুমি এই চাঙখনতে শুই আছিলা।

বলি : ইচ্, ভাগৰত মই একোৱেই ক'ব নোৱাৰোঁ।

বিপ্লৱ : ভাগৰ বেছিকৈ লাগিলেইতো বিপদ বন্ধু।

সেৱক : বিপ্লৱ, তুমি সীমা চেৰাই নাযাবা।

কন্যা : তোমাতকৈ বিপ্লৱৰ সীমাৰেখাৰ জ্ঞান প্রচুৰ - - -

বিপ্লৱ : আৰু এজন বিপ্লৱক নিৰ্দিষ্ট-বৃত্তৰ সীমাৰেখাৰ মাজত আৱদ্ধ কৰি লাভ নাই সেৱক। কাৰণ আজি হাজাৰজন বিপ্লৱে বৃত্তৰ সীমাৰেখা উলংঘন কৰি আগুৱাই যাব।

কন্যা : আৰু ইয়াকো মনত ৰাখিবা সেৱক, এই উলংঘনকাৰীক উৎসাহ দিবলৈ কন্যাপ্রধানে কুণ্ঠাবোধ নকৰে।

সেৱক : কন্যাপ্রধান! **(সুৰ সলায়।)** মোৰ সময়ৰ অভাৱ, মই আপোনাৰ কথা শুনিব নোৱাৰাৰ বাবে দুখিত। আলহীক সন্তুষ্ট কৰাৰ দিহা কৰোগৈ!

**সেৱকে ঘাতকক বলিক ভিতৰলৈ নিবৰ বাবে ইংগিত দিয়ে, ঘাতকে অণুকৰণ কৰে।**

সেৱক : ব'লা আলহী বন্ধু, তোমাৰ খোৱা-বোৱাৰ সকলো আয়োজন কৰি দিওঁগৈ।

বলি : ব'লক, মই বৰ ভোকাতুৰ।

**বলি, সেৱক আৰু ঘাতক যায়।**

বিপ্লৱ : এই সেৱকসকলেই, এই যুগৰ জনআহুতি যজ্ঞৰ নির্লজ্জ পুৰোহিত। আমাৰ অজানিতে হোৱাৰ ভুলৰ বাবে যদি ইতিহাসে কাৰাদণ্ডৰ শাস্তি দিয়ে, তেতিয়াহ'লে সিহঁতক জানিশুনি কৰা ভুলৰ বাবে মৃত্যুদণ্ড দিব।

কন্যা : তুমি ঘূণে ধৰা পচনশীল সমাজৰ মুধৰ খুটাটো পৰিবর্তন কৰিবলৈ মৃত্যুক কান্ধত লৈ দৌৰিছা।

বিপ্লৱ : কন্যাপ্রধান, এই দৌৰত তুমি মোৰ বাধা হ'ব নোৱাৰা।

কন্যা : ময়ো বিচৰা নাই।

বিপ্লৱ : মনত ৰাখিবা, তুমি মোৰ সখী হ'লেও আচলতে তুমি দেশপ্রধানৰ জীয়ৰী কন্যাপ্রধান।

কন্যা : তুমি মোক বুজিবলৈ চেষ্টা কৰা। মইও সহ্য কৰিব নোৱাৰোঁ এই দেশৰ জনতাৰ বর্তমানৰ দুখ-দুর্গতি। দেশপ্রধানৰ জীয়ৰী হ'লেও ময়োতো তোমাৰ দৰে এই নতুন যুগৰ, নতুন তেজৰ, নতুন প্রতিনিধি।

বিপ্লৱ : তুমি মিছাই বিলাপ কৰিছা কন্যাপ্রধান, তোমাৰ শৰীৰত দেশপ্রধানৰ তেজ - - -

কন্যা : বিপ্লৱ, — তুমি!

বিপ্লৱ : চাঙৰ ওপৰত থকা তোমালোকে মাটিৰ মানুহক কি বুজিবা?

কন্যা : তুমি মোক কোনো দিনে বুজিবলৈ চেষ্টা নকৰিলা।

বিপ্লৱ : বুজিবলৈ চেষ্টা নকৰা নহয়, কৰোঁ। তোমাক মই যিমানেই বুজিবলৈ চেষ্টা কৰিছোঁ, সিমানেই তুমি মোৰ বাবে জটিল হৈ পৰিছা, সাঁথৰ হৈ পৰিছা।

কন্যা : বিপ্লৱ!

বিপ্লৱ : মই আহো কন্যাপ্রধান - - -

কন্যা : বিপ্লৱ! বিপ্লৱ!! বিপ্লৱ!!!

**বিপ্লৱ যায়। পাছে পাছে কন্যাপ্রধানো যায়।**
**লগে লগে তালীয়া (পালি) দুজন আহে।**

প্ৰথম তালীয়া ঃ হেৰা বান্ধ।

দ্বিতীয় তালীয়া ঃ কিনো কোৱা ?

প্ৰথম তালীয়া ঃ কিনো ক'ম, কিনো শুনিবা ভাই,
বোলো বিপ্লৱৰ পাছে পাছে কন্যাপ্ৰধান যায়।

দ্বিতীয় তালীয়া ঃ বোলো শেনৰ এজাত এইবেলি,
কন্যাপ্ৰধান আৰু বিপ্লৱৰ মাজত হয় খেলিমেলি।

প্ৰথম তালীয়া ঃ কন্যাপ্ৰধানে পাই ৰাজপ্ৰসাদৰ সুখ,
বিপ্লৱৰ লগে তাই কেনেকৈনো লয় জীৱনজোৰা দুখ।

দ্বিতীয় তালীয়া ঃ বোলো গছত গৰু উঠা,
হোলোঙাৰে কাণ খজুওৱা কথা।

প্ৰথম তালীয়া ঃ বোলো জানানে ?
এই দেশৰ আলহী হ'বগৈ বলি,
এতিয়াও এনে কাগু থাকেনে চলি ?

দ্বিতীয় তালীয়া ঃ **(দৰ্শকক)** বোলো দেশত কি হয় নুসুধিব ৰাইজ,
আমিও নাজানো কি হয় আমাৰনো ভাইগ।

প্ৰথম তালীয়া ঃ হেৰা বান্ধ সৌৱা চোৱা - - -

দ্বিতীয় তালীয়া ঃ ওৱা - - -
আমাৰ দেখোন ৰচকী-মচকী নাচনী বিলাক
বোধহয় বলিৰ কাষলে যায় ইবিলাক।

প্ৰথম তালীয়া ঃ বোলো,
গাখীৰতে মহৰ খুটি, সান্দহতে দৈ,
ব'লা আমিও কিছু আঁতৰৰ পৰাই চাওঁগৈ বৈ।

**তালীয়া দুয়োটা কিছু আঁতৰত গৈ ৰয়। এনেতে নাচনীকেইজনী সেইফালে আহে।**

প্ৰথম তালীয়া ঃ **(দূৰৰ পৰা)** বোলো,
অ' আমাৰ ভমকী, ৰচকী, মচকী বাই,
বোলো আমাৰ আগেদিয়েই কেনিনো যায় ?

দুজনী নাচনী ঃ হেৰিয়াৰ ঐ জহনি যোৱা মৰাহঁত,
জোকাই নলবি, লগাম গত।

দ্বিতীয় তালীয়া ঃ বোলো সুধিছোঁহে ক'ত যায় ?
সুধিলেও লাগে দায়।
ইচ্ এনেহেন সৰগৰ অপেস্বৰী
যেন অমৰাৱতীলৈ যায়।

আন দুজনী নাচনীঃ নোজোকাবি, নোজোকাবি ক'লো একা,
প্ৰধানক গোচৰ দিম ---
ঘাতকে মাধমাৰত কৰিব বেঁকা।

প্ৰথম তালীয়া ঃ হেৰা বান্ধ, যদি আহে ঘাতক,
লাগিলে আই বসুমতী চিৰাচিৰকৈ ফাটক।

দ্বিতীয় তালীয়া ঃ **(দৰ্শকক)** বোলো ৰাইজ গুচি যোৱাই ভাল,
আমাৰ বাবে বৰ সুবিধা নহয় দিনকাল।

**এনেতে বলি আহে। বলিক দেখি তালীয়া দুজন দৌৰি যায়। নাচনীহঁতে হাঁহে।**

বলি ঃ তোমালোকৰ পৰিচয় ?

আটায়ে ঃ আমাৰ পৰিচয় ? আমি নাচনী।

বলি ঃ নাচনী!

প্ৰথম ছোৱালী ঃ অঁ, নাচনী। আমি নাচি ফুৰোঁ কাৰণেই নাচনী।

দ্বিতীয় ছোৱালী ঃ আমি পাহাৰত নাচোঁ, ভৈয়ামত নাচোঁ ---

তৃতীয় ছোৱালী ঃ আমি নৈ পাৰে পাৰে নাচোঁ, পথাৰে-সমাৰে নাচোঁ ---

চতুৰ্থ ছোৱালী ঃ মুঠতে আমি নাচনী। নাচি, গান গাই গাই খুব ভাল পাওঁ।

প্ৰথম ছোৱালী ঃ নাচি ফুৰিবলৈ পালে আমি সকলো পাহৰি যাওঁ।

দ্বিতীয় ছোৱালী ঃ ভোক পিয়াহ পলাই পত্ৰং দিয়ে। **(আটায়ে হাঁহে।)**

বলি ঃ তুমি যে নামাতিলা, তুমিনো কোন ?

নাচনী ঃ মই নাচনী। **(হাঁহে)**

তৃতীয় ছোৱালী ঃ এওঁ আমাৰ বাইটি।

চতুৰ্থ ছোৱালী ঃ আমাৰ বৰ নাচনী।

বলি ঃ হয় নেকি ?

নাচনী ঃ ওঁ। মই নথকাহ'লে এই দেশত নাচেই নহ'লহেতেন। মই নানাচিলে গোটেইখন মৰা মৰা যেন হয়।

প্ৰথম ছোৱালী : আমাৰ বাইটিয়ে নাচিলে সকলোৱে থৰ লাগি চায়।

দ্বিতীয় ছোৱালী : আমাৰ বাইটিয়ে নাচি থাকিলে, নাচিয়েই থাকিব পাৰে। নাচি নাচি ভাগৰি ভাগৰি নপৰে।

নাচনী : আৰু মই নাচিলে, সকলোৱে নাচে-হাঁহে-গান গায়। আকাশে নাচে, বতাহে নাচে, নৈ-জান-জুৰিয়ে নাচে, গছ-গছনিয়ে নাচে, ফুলে নাচে, চৰাই-চিৰিকতি বিলাকে নাচে।

বলি : পিছে নাচনী, তুমি কিনো নাচা ? ক'তনো নাচা ?

নাচনী : মই পূজাৰ থলিৰ দেৱতাৰ আগত নাচোঁ। প্ৰধানৰ বৰ চ'ৰাত নাচোঁ। গছে-গছে, বনে-বনে অনাই বনাই নাচি ফুৰোঁ। পৰ্বতে পাহাৰে, ভৈয়ামে পথাৰে গান গাই গাই, জপিয়াই জপিয়াই নাচি ফুৰোঁ। মই আকাশৰ বিজুলি চমকনিৰ লগত নাচ নাচোঁ। বতাহৰ হো-হোৱনিৰ লগত বতাহী নাচ নাচোঁ। পক্ষী, পখিলাৰ পিছে পিছে ঠেও ধৰি, ঠেও ধৰি নাচোঁ। নদীৰ গতিৰ লগত নাচোঁ।

হাঁহে।

বলি : বাহ্ — পিছে তোমাৰ হাতত সেইয়ানো কি ?

নাচনী : বকুল ফুলৰ মালা।

প্ৰথম ছোৱালী : বাইটিয়ে বকুল ফুলৰ মালা গাঁথি খুব ভাল পায়।

দ্বিতীয় ছোৱালী : বাইটিয়ে সদায় একো একোডাল বকুল ফুলৰ মালা গাঁথে।

প্ৰথম ছোৱালী : কিন্তু কাকো নিদিয়ে - - -

তৃতীয় ছোৱালী : সেইডাল বাইটিৰ আপোনজনৰ বাবে।

নাচনী : ধেৎ — এইজনী - - -

আটায়ে হাঁহে।

দ্বিতীয় ছোৱালী : লাজনো কিহ'লে কৰিছ ?

চতুৰ্থ ছোৱালী : এৰা, সচা কথাটোহে কৈছে।

প্ৰথম ছোৱালী : পিছে আমাৰহে পোৰা কপাল, সেই ভাগ্যৱান জননো কোন সেয়াহে আজিলৈকে নাজানিলোঁ।

আটায়ে হাঁহে।

নাচনী : অঁ-তো, মই মোৰ অন্তৰৰ দেৱতাৰ ওচৰত এইডাল মালাৰে পূজা দিম। সেইদিনাখন মই খুব নাচিম।

বলি : ক'তনো সেই অন্তৰৰ দেৱতা ?

নাচনী : মই নিজেই নাজানোঁ।(হাঁহে) আজিলৈকে মই সেইজনাক বিচাৰি পোৱায়েই নাই। মই মোৰ আপোজনক খুব বিচাৰো— বিচাৰি বিচাৰি হাবাথুৰি খাওঁ। কিন্তু বিচাৰি নাপাওঁ। যিদিনাখন বিচাৰি পাম, সেইদিনাই মই মোৰ হাতেৰে গোঁঠা বকুলৰ মালাধাৰি সেইজনাৰ ডিঙিত পিন্ধাই দিম। আৰু তেঁৱেই হ'ব মোৰ একমাত্ৰ অন্তৰৰ দেৱতা - - -

চতুৰ্থ ছোৱালী : পিছে বহু বকুলৰ মালা গোঁঠা হ'ল, বহু বকুলৰ মালা বাইটিৰ হাততে লেৰেলি গ'ল।

**নাচি, হাঁহি ছোৱালীকেইজনী তাৰ পৰা আঁতৰি যায়। বলিও আঁতৰি যায়। এনেতে বাহিৰত মানুহৰ কোৢাল। লগে লগে কন্যাপ্ৰধান আহে।**

বিভিন্ন কণ্ঠস্বৰ : আলহী ক'ত ?

: আলহী ক'ত ?

: ক'তা ?

: ক'তা ?

: কোনফালে ?

: কোনফালে ?

**মানুহবিলাকে কোৢাল কৰি সোমাই আহে। লগতে বিপ্লৱ।**

প্ৰথম মানুহ : আমাৰ দেশৰ আলহী ক'তা ?

সকলোৱে : ক'তা ? ক'তা ?

৷দ্বতীয় মানুহ : কন্যাপ্ৰধান, আমাক এবাৰৰ বাবে আলহী দৰ্শন দিবনে ?

সকলোৱে : এৰা, এৰা আলহীৰ দৰ্শন লাগে।

তৃতীয় মানুহ : আমাৰ আলহী বা ক'ত ?

সকলোৱে : আমি চাব বিচাৰিছোঁ - - -

**কোৢাল বেছি হয়।**

বিপ্লৱ : আপোনালোক অলপ শান্ত হওক।

কন্যা : আলহীক সকলোকে দেখুওৱা হ'ব।

**কোৢাল কমে।**

চতুৰ্থ মানুহ : এতিয়াহে যদি আমাৰ দেশলৈ আগৰ অৱস্থা ঘূৰি আহে।

প্ৰথম মানুহ : হে কৃপাময়, তুমি ওপৰৰ পৰাই আমাৰ সকলো আলেখ-লেখ চাই আছা ---

সকলোৱে : ঠিকেই, তেৰাই সকলো।

প্ৰথম মানুহ : নহ'লেনো ঠিক সময়তে আলহীজন আহেনে?

দ্বিতীয় মানুহ : আলহীৰ গঠনটো বা কেনেকুৱা?

তৃতীয় মানুহ : অঁ, হয়তো আকৌ। গঠনটো যদি হুবহু মিলি নাযায়, তেতিয়া হ'লেতো সকলো পণ্ড হ'ব।

বিপ্লৱ : কিছুমান অন্ধবিশ্বাসৰ বাবে আপোনালোকে নিজৰ ওপৰত আস্থা হেৰুৱাই দিছে।

সকলোৱে : এয়া অন্ধবিশ্বাস নহয় - এয়া অন্ধবিশ্বাস নহয় ---

চতুৰ্থ মানুহ : এয়া নিয়তিৰ লিখন।

প্ৰথম মানুহ : আমাৰ উপৰিপুৰুষৰ পৰা এই ৰীতি চলি আহিছে।

সকলোৱে : অঁ, আহিছেতো। চলি আহিছে ---

কোঢ়াল হয়।

কন্যা : আপোনালোক শান্ত হওক, শান্ত হওক।

দ্বিতীয় মানুহ : বাৰু বাৰু কওকচোন কন্যাপ্ৰধান, আলহীৰ গঠনটোৰ কথা।

তৃতীয় মানুহ : আলহীৰ মূৰৰ চুলিবোৰ কেনেকুৱা?

কন্যা : ক'লা ---

সকলোৱে : ক'লা।

চতুৰ্থ মানুহ : চকুৰ দৃষ্টি?

সকলো : চকুৰ দৃষ্টি? চকুৰ দৃষ্টি?

কন্যা : সতেজ।

সকলো : সতেজতো ---

প্ৰথম মানুহ : হেঃ হেঃ হেঃ মূৰৰ চুলি ক'লা, চকুৰ দৃষ্টি সতেজ আৰু ---

দ্বিতীয় মানুহ : গাৰ ৰং একা?

কন্যা : উজ্জ্বল।

সকলোৱে : উজ্জ্বল। হ'ব হ'ব একেবাৰে মিলি গ'ল।

তৃতীয় মানুহ : আৰু বৰ্ণনা দিয়াৰ দৰকাৰ নাই।

সকলোৱে ঃ দৰকাৰ নাই, দৰকাৰ নাই।

চতুৰ্থ মানুহ ঃ এতিয়া খালী আলহীক আমাৰ উপহাৰ আদি দিবৰ বাবে আয়োজন কৰাই ভাল।

সকলোৱে ঃ ঠিকেই, ঠিকেই উত্তম কথাই কোৱা হৈছে।

প্ৰথম মানুহ ঃ তাৰ আগতে এবাৰ আলহীক দৰ্শন পালে ভাল হয়!

সকলোৱে ঃ দৰ্শন পালে ভাল হয়!

**আকৌ কোঢ়াল।**

পঞ্চম মানুহ ঃ আমি আলহীক চাব বিচাৰিছোঁ।

ষষ্ঠ মানুহ ঃ আলহীৰ দৰ্শন লাগে।

বিপ্লৱ ঃ আপোনালোকে নুশুনে কিয়? ইমান চিঞৰ-বাখৰখন কৰি কি লাভ?

সকলো ঃ লাভ লোকচান পাছত হ'ব।

ঃ আগতে আমাক আলহী লাগে।

**কোঢ়াল বাঢ়ে। সেৱক আৰু ঘাতক আহে।**

সেৱক ঃ **(মাত ডাঙৰকৈ আৰু গম্ভীৰভাৱে।)** জনতা! **(কোঢ়াল নাইকিয়া হয়।)** দেশপ্ৰধানৰ আদেশ! এতিয়া কোনেও আলহীক চাব নোৱাৰে।

**সকলোৱে মাজত ক্ৰমে গুণ্-গুণনিৰ পৰা কোঢ়াল হ'ব।**

সকলোৱে ঃ সেইটো কেনেকৈ হ'ব?

ঃ সেইটো কেনেকৈ হ'ব?

পঞ্চম পুৰুষ ঃ নাই, দেশপ্ৰধানে তেনে আদেশ নিদিয়ে ---

ঃ নাই, নিদিয়ে নিদিয়ে ---

ঃ আমি সেইটো নামানো ---

ঃ নাই নামানো।

সপ্তম পুৰুষ ঃ আমাক আলহীক লাগে।

ঃ আমাক আলহীক লাগে। আমাক আলহীক লাগে।

**কোঢ়াল বাঢ়ে।**

সেৱক জনতা! তোমালোকৰ ওচৰত ঘাতক ৰৈ আছে, তোমালোকে কোঢ়াল বন্ধ কৰা। নহ'লে মই এতিয়াই ঘাতকক ইংগিত দিম, সি বল প্ৰয়োগ কৰি তোমালোকৰ কোঢ়াল বন্ধ কৰিব।

**কোঢ়াল নকমে। সেৱকে মানুহৰ ওপৰত অত্যাচাৰ কৰিবলৈ ঘাতকক ইংগিত দিয়ে। ঘাতকে অনুকৰণ কৰে।**

প্ৰথম মানুহ ঃ হে - হে আমাকনো কিহলে মাৰিছা?

দ্বিতীয় মানুহ ঃ হেৰা ঘাতক মহাশয়, আমি নিৰ্দোষী।

তৃতীয় মানুহ ঃ মিছাই আমাৰ ওপৰত অত্যাচাৰ নকৰিবা।

**ঘাতকে মানুহক মাৰে, মানুহৰ মাজত চিঞৰ-বাখৰ আৰ্তনাদ হয়।**

সকলোৱে ঃ তুমি আমাক কিয় মাৰিছা?

ঃ আই ঐ, মৰিলোঁ - ঐ - - -

ঃ মৰিলোঁ ঐ - - -

ঃ আমাকনো আৰু কিমান মাৰিবা ঐ - - -

বিপ্লৱ ঃ লাভ নাই বন্ধুসকল। ঘাতক বধিৰ, সি আপোনালোকৰ আৰ্তনাদ নুশুনে। সি কেৱল দেশপ্ৰধান আৰু সেৱকৰ ইংগিতহে বুজি পায়।

**আকৌ আৰ্তনাদ।**

সকলোৱে ঃ মাৰিলেও মাৰক, কাটিলেও কাটক, আমাক আলহীক লাগে।

সেৱক ঃ জনতা! (**ঘাতকক ৰ'বলৈ ইংগিত দিয়ে।**) তোমালোক বলিয়া হোৱা নাইতো? শৃংখলা বোলা কথা এষাৰ আছে। যুক্তি বোলা কথা এষাৰ আছে।

বিপ্লৱ ঃ জন-উত্তেজনাই যুক্তি নামানে সেৱক - - -

**লগে লগে প্ৰধান আহে।**

প্ৰধান ঃ **(মাত দাঙৰকৈ আৰু গম্ভীৰভাৱে।)** মানিবলৈ বাধ্য কৰাম! **(কোঢ়াল বন্ধ হয়। প্ৰধানক সকলোৱে সেৱা জনায়।)** তোমালোকে নিশ্চয় আলহী অহাৰ বতৰা পাইছা। সকলো ফালৰ পৰা প্ৰমাণ কৰি পোৱামতে সেইজনেই আমাৰ আলহী।

| | | |
|---|---|---|
| সেৱক | ঃ | তেওঁৰ গাৰ গঠন, তেওঁ কৰা কাম, তেওঁ কোৱা কথা এই সকলোবোৰে প্ৰমাণ কৰে, তেওঁৱেই আমাৰ আলহী আৰু প্ৰতিবাৰে আমি এইবোৰ নমুনাৰ দ্বাৰাই আলহীক চিনাক্তকৰণ কৰোঁ। |
| প্ৰধান | ঃ | গতিকে আমি আমাৰ দেশ মাতৃৰ মংগলৰ বাবে সেইজনা আলহীক বলি দিব পাৰোঁ। |
| বিপ্লৱ | ঃ | দেশমাতৃৰ দোহাই দি কিয় এজন নিৰপৰাধী মানুহক বলি দিব বিচাৰিছে? দেশমাতৃৰ মংগলৰ বাবে বহুতো নিৰাপত্তা আপোনালোকৰ ওচৰত থকা সত্বেও একো এটাকে নকৰি এটা অন্ধবিশ্বাসৰ আশ্ৰয় লৈ সহজ সৰল জনতাক ভুৱা দিব আহিছে? |
| সেৱক | ঃ | বিপ্লৱ! তুমি কাৰ আগত কথা কৈছা জানা? |
| বিপ্লৱ | ঃ | জানো বুলি দোহাৰি এই বিপুল জনতাৰ আগত আপোনালোকক লজ্জিত কৰিব বিচৰা নাই। |
| চতুৰ্থ মানুহ | ঃ | নাপায়, নাপায় বিপ্লৱ - - - |
| প্ৰথম মানুহ | ঃ | হাজাৰ হওক ডাঙৰ মানুহ - - - |
| দ্বিতীয় মানুহ | ঃ | অঁ, ডাঙৰ মানুহ। |
| তৃতীয় মানুহ | ঃ | মুখে মুখে কথা ক'লে ওপৰৰ জনাই সহ্য নকৰে - - - |
| চতুৰ্থ মানুহ | ঃ | নকৰে, নকৰে মৰিবলৈকো নকৰে - - - |
| প্ৰধান | ঃ | বিপ্লৱ, তুমি বৰ্তমান ক'ত আছা তাক ভালদৰে জানা? |
| বিপ্লৱ | ঃ | জানো। আপোনালোকৰ মুষ্টিমেয়ৰ নিৰাপত্তাৰ বাবে ৰখা এই চাঙৰ তলত আৰু দেশৰ হাজাৰ হাজাৰ জনতাই নিজৰ একমাত্ৰ নিৰাপত্তা বুলি ভবা এই পৃথিৱীৰ মাটিৰ ওপৰত মই থিয় দি আছোঁ। |
| প্ৰথম মানুহ | ঃ | এ, এ, বেছি কথা কৈছা, বেছি কথা কৈছা - - - |
| দ্বিতীয় মানুহ | ঃ | এৰাতো, এৰা- - - |
| কন্যা | ঃ | বিপ্লৱে ঠিকেই কৈছে জনতা, তোমালোকে বিপ্লৱক বুজিবলৈ চেষ্টা কৰা। |
| প্ৰধান | ঃ | কন্যাপ্ৰধান! |

কন্যা : মোৰ মুখ বন্ধ কৰি লাভ নাই পিতা, আজি এই দেশৰ হাজাৰ হাজাৰ দৰিদ্ৰ কন্যা ওলাই আহিব বিপ্লৱক সহযোগিতা কৰিবলৈ।

বিপ্লৱ : আপোনালোকৰ গাফিলতিত দিনে দিনে বাঢ়ি অহা সেই দৰিদ্ৰতাই, আপোনালোকৰ এই নিৰাপত্তাৰ চাং সোলোক ঢোলোক কৰাব ধৰিছে।

কন্যা : আৰু পিতা এদিন ভয়ংকৰ দৰিদ্ৰতাই আমাক চাঙৰ পৰা মাটিত পেলাই দিব। তাৰ আগতে নিজেই চাঙৰ পৰা মাটিলৈ নামিবলৈ চেষ্টা কৰা পিতা।

তৃতীয় মানুহ : এ — নীতি নিয়মৰ বাহিৰলৈ যাব নাপায় - - -

চতুৰ্থ মানুহ : নাপায়, একেবাৰে অন্যায় - - -

সকলোৱে : দেশৰ নীতি নিয়মৰ বাহিৰলৈ যোৱাটো ভাল হোৱা নাই - - -

পঞ্চম মানুহ : দেশপ্ৰধানৰ কন্যা হ'লে কি হ'ল ?

ষষ্ঠ মানুহ : দেশৰ যি নিয়ম — নিয়ম। তাত আকৌ ডাঙৰ সৰুৰ কি কথা আছে।

**কোৢাল হয়।**

প্ৰধান : জনতা ! (**কোঢ়াল কমে।**) শুনা, তোমালোক যোৱা। ইতিমধ্যে বলিৰ বাবে আয়োজন সম্পূৰ্ণ হওঁ হওঁ প্ৰায়। তোমালোকে নিশ্চয় দেশমাতৃৰ অমংগল নিবিচাৰা।

সকলোৱে : নাই, নাই নিবিচাৰোঁ।

ষষ্ঠ মানুহ : দেশমাতৃৰ অমংগল হ'ব নিদিওঁ - - -

পঞ্চম মানুহ : দেশদ্ৰোহীক শাস্তি দিব লাগে - - -

প্ৰধান : হ'ব, সকলো ব্যৱস্থা কৰা হ'ব। এতিয়া তোমালোক যোৱা, নিজ নিজ কৰ্তব্য কৰাগৈ, নিজৰ খেতিৰ মাটিত হাত দিয়াগৈ। আৰু বলিৰ সন্মুখত অৰ্পণ কৰিবলৈ বয়-বস্তুৰ যোগাৰ কৰাগৈ। মই আহিলোঁ। কন্যাপ্ৰধান তুমি ভিতৰলৈ আহা।

**প্ৰধান, সেৱক যায়। লগে লগে কন্যাপ্ৰধানো যায়। ঘাতকে তেওঁলোকক অনুকৰণ কৰে। সকলোৱে প্ৰধানক সেৱা কৰে।**

সকলোৱে : ব'লা, ব'লা - - -

: নিজৰ কামত হাত দিওঁগৈ ---
: তেহে বলিৰ আগত উছৰ্গা কৰিবলৈ বস্তু-বাহানি গোটাব পাৰিম।
: এৰা,এৰা উপাই নাই ---
: ব'লা ব'লা ---

**সকলো যায়।**

**লগে লগে পথাৰলৈ ৰাইজে খেতিবাতি কৰিবলৈ আহে। তাতে ৰাইজে মিচিং, বড়ো আদি লোক নৃত্য-গীতেৰে পথাৰত খেতি কৰাৰ এটা পাৰিবেশ এটা সৃষ্টি কৰিব। সকলোৱে খেতি-বাতি শেষ কৰিব আৰু লগে-লগে ৰাইজৰ মাজৰ পৰা বিপ্লৱে সকলোকে উদ্দেশ্য কৰি কথা ক'ব।**

বিপ্লৱ : ৰাইজ, এইদৰে আৰু আমি কিমান দিন চলিম?
সকলোৱে : কথাতো বুজি নাপালোঁ।
বিপ্লৱ : চাওক, এইখন আমি গঢ়া নিজৰ দেশ।
সকলোৱে : হয় - হয় ---
বিপ্লৱ : দেশপ্ৰধান আৰু তেওঁৰ বিষয়াবৰ্গকো আমি বাছি দিছোঁ।
প্ৰথম : ঠিক কথা, ঠিক কথা তুমি লায়েকৰ কথা কৈছা।
বিপ্লৱ : কিন্তু আজি, দেশপ্ৰধানে জানো ৰাইজৰ মতে চলিছে?
ৰাইজ : ক'ত ৰাইজৰ মতে চলিব, ৰাইজেহে তেওঁৰ মতে চলিব লাগে।
বিপ্লৱ : এইখন দেশ কাৰ?
ৰাইজ : আমাৰ।
বিপ্লৱ : এই মাটি কাৰ?
ৰাইজ : আমাৰ।
বিপ্লৱ : এই নাঙল কাৰ?
ৰাইজ : আমাৰ।
বিপ্লৱ : তেন্তে, আমাৰ দেশ, আমাৰ মাটি, আমাৰ নাঙল, ইয়াত আনৰ কি অধিকাৰ আছে?
ৰাইজ : নাই নাই কোনো অধিকাৰ নাই।
বিপ্লৱ : এই মাটিত খেতি কৰি কৰি কোনে ফচল উৎপন্ন কৰে?

ৰাইজ : আমি।

বিপ্লৱ : কিন্তু আমি জানো আমাৰ ফচল উপযুক্ত পৰিমাণে পাইছোঁ?

ৰাইজ : নাই পোৱা, নাই পোৱা।

চতুৰ্থ মানুহ : এসাজ খাই দুসাজ লঘোনে আছোঁ।

বিপ্লৱ : তাতে এইবোৰ সকলো বলিৰ বাবে উছৰ্গা কৰিব লাগে।

ৰাইজ : বলিৰ বাবেতো উছৰ্গা কৰিবই লাগিব।

বিপ্লৱ : কিন্তু, বলিৰ বাবে উছৰ্গা কৰাৰ নামত এই সকলোবোৰ দেশপ্ৰধানইঁতে আত্মসাৎ কৰে।

পঞ্চম মানুহ : এৰা, কথাটো আমি গমি-পিতি চোৱাই নাই।

বিপ্লৱ : বলি বুলি দেশপ্ৰধানে যিজনক চিনাক্তকৰণ কৰিছে, তেওঁতো আমাৰ দৰেই মানুহ।

ৰাইজ : হয়, হয়।

বিপ্লৱ : আজি যদি আমাৰ মাজৰ কাৰেবাক বলি দিয়া হ'লে, কি হ'লহেঁতেন? (**সকলো নিমাত।**) আমাৰ যদি কাৰোবাৰ ককাই, ভাই, দেউতা, পুত্ৰৰ কোনোবা এজনক বলি দিয়ে? তেতিয়া, তেতিয়া আমাৰ অৱস্থা কি হ'লহেতেন? (**সকলোৱে তলমূৰ কৰে।**) আপোনালোক নিমাত কিয়?

সকলোৱে : আমিনো কি কৰিম?

বিপ্লৱ : বলি দিয়া প্ৰথাটো এটা অন্ধবিশ্বাস, কুসংস্কাৰ।

সকলোৱে : কি!

বিপ্লৱ : এইবোৰ বন্ধ কৰিব লাগে।

সকলোৱে : কি!

বিপ্লৱ : অঁ, ভগৱানৰ নামত, দেৱতাৰ নামত এই অন্ধবিশ্বাস আমাৰ মাজত সোমোৱাই আমাক সকলোফালৰ পৰা জৰ্জৰিত কৰিছে আৰু কৰি থাকিব।

সকলোৱে : নাই, নাই এইদৰে নহ'ব ---

: আমি তোমাৰ কথা বুজি পাইছোঁ।

: আমি ইয়াৰ ব্যৱস্থা এটা কৰিব লাগে।

: নহ'লে আমিও বলি হ'ব লাগিব।

: বিপ্লৱ, তুমি আমাক এটা উপায় দিয়া ---

: আমি কি কৰোঁ?

: নহ'লে আমাৰ ৰক্ষা নাই।

বিপ্লৱ : কি কৰিলে ভাল হয়, সেয়া আপোনালোকে বিবেচনা কৰক।

সকলোৱে : আমি আৰু অন্যায় সহ্য নকৰোঁ ---

: আমি মুখ খুলিম ---

: লাগিলে দেশপ্ৰধানৰ বিৰুদ্ধে যুঁজিম ---

বিপ্লৱ : কিহেৰে যুঁজিব?

সকলোৱে : ৰাইজৰ বলেৰে — অস্ত্ৰৰে ---

বিপ্লৱ : ৰাইজে জানো অস্ত্ৰ চলাব পাৰিব? দেশপ্ৰধানৰ পোহনীয়া অনুচৰ ঘাতকৰ আগত আমি জানো তিষ্ঠিব পাৰিম?

সকলোৱে : নহ'লে উপায়?

বিপ্লৱ : ঘাতকৰ লগত যুঁজিবৰ বাবে আমি সকলো ফালৰ পৰা প্ৰস্তুত হ'ব লাগিব। জনবল, অস্ত্ৰবল আমাৰ সকলো লাগিব।

সকলোৱে : এৰা ঠিকেই, আমি যুঁজিবৰ বাবে নিজকে সকলো ফালে প্ৰস্তুত কৰিব লাগিব।

বিপ্লৱ : আহক তেন্তে।

**সকলোৱে যুদ্ধৰ প্ৰস্তুতি চলায়। ভাওনা আৰু বিভিন্ন লোক সংস্কৃতিত থকা যুদ্ধৰ নৃত্য পৰিৱেশন কৰিব। লগত লোক-সংস্কৃতিত ব্যৱহাৰ কৰা তৰোৱাল, ঢাল, যাঠি, দা আদি ব্যৱহাৰ কৰিব। যুদ্ধ প্ৰস্তুতিৰ শেষত লাহে লাহে সকলো আঁতৰি যায়। বিপ্লৱেও তাৰপৰা আঁতৰি যাবৰ বাবে ৰাইজ যোৱাৰ বিপৰীতফালে ঘূৰি যাবলৈ ধৰোতে প্ৰধান, সেৱক আৰু ঘাতক আহে।**

সেৱক : বিপ্লৱ!

বিপ্লৱ : কওক ---

সেৱক : আমি লক্ষ্য কৰি আহিছোঁ, তোমাৰ মতি গতি লাহে লাহে বেয়ালৈ গৈছে।

বিপ্লৱ : আপোনালোকক সন্তুষ্ট কৰিব নোৱাৰাৰ বাবে মই দুখিত।

প্ৰধান : বিপ্লৱ, তুমি মোৰ কন্যাৰ ল'ৰালিৰ বন্ধু গতিকে মই তোমাক মৰম কৰোঁ।

বিপ্লৱ : ময়ো আপোনাক সেইবাবেই শ্ৰদ্ধা কৰোঁ।

সেৱক : ইয়াকো জানা যে দেশপ্ৰধানে ইচ্ছা কৰিলে ---

বিপ্লৱ : শাস্তি দিব পাৰে ---

সেৱক : অকল শাস্তিয়ে নহয় ---

বিপ্লৱ : মৃত্যুদণ্ড দিব পাৰে ---

প্ৰধান : নহয়। কন্যাপ্ৰধানক তোমাৰ ওচৰৰ পৰা বিচ্ছেদ কৰিবলৈ বাধ্য হ'ম।

বিপ্লৱ : এয়াও আপোনালোকৰ ষড়যন্ত্ৰ। আপোনালোকৰ চতুৰালিত মই ভোল নাযাওঁ দেশপ্ৰধান। কন্যাপ্ৰধানৰ কাৰণে মই মোৰ বিবেকক কেতিয়াও বেচিব নোৱাৰোঁ। কন্যাপ্ৰধানক মোৰ সংস্পৰ্শলৈ আহিব নিদিয়াৰ ভয় দেখুৱাই আপোনালোকে মোৰ মুখ বন্ধ কৰি ৰাখিব নোৱাৰে, মোৰ কৰ্তব্য বন্ধ কৰিব নোৱাৰে।

সেৱক : বিপ্লৱ! দিনে দিনে তোমাৰ মইমতালি বাঢ়ি যাব ধৰিছে।

বিপ্লৱ : মোৰ নহয় সেৱক, নিৰ্দোষী প্ৰজাক ভুৱা দি অত্যাচাৰ কৰি আপোনালোকৰহে দিনে দিনে মইমতালি বাঢ়ি গৈছে। এবাৰ মানুহৰ তেজৰ সোৱাদ পোৱা বাঘৰ দৰে আপোনালোকে দিনে দিনে প্ৰজাক শোষণ কৰি আহিছে।

প্ৰধান, সেৱক : **(খঙত একেলগে চিঞৰি।)** বিপ্লৱ!

বিপ্লৱ : গৰ্জন কৰিছে কিয়? ঘাতক ৰৈ আছে, আপোনালোকৰ এটা ইংগিততে ঘাতকে মোক শেষ কৰি দিব পাৰে।

প্ৰধান : ইমান সহজতে তোমাক শেষ কৰি দিয়া নহয়।

বিপ্লৱ : কিন্তু জানি থওক, আপোনালোকৰ এই গৰ্জন পিঞ্জৰাবদ্ধ বাঘৰ গৰ্জনলৈ ৰূপান্তৰিত হ'ব ধৰিছে।

প্ৰধান : শুনা, মৃত্যুদণ্ডই তোমাৰ উপযুক্ত শাস্তি নহয়। তোমাৰ কেঁচা মাংস শিয়ালৰ মুখত, শগুণৰ ঠোঁটত দি তিল-তিলকৈ মৰণৰ মুখলৈ ঠেলি পঠাম।

বিপ্লৱ : বচ্, ইমানেইতো ? আৰু আপোনালোকে কি কৰিব পাৰে ?

সেৱক : (খণ্ডত) কৃত্রিম সূর্য বনাই তোমাক কি গোটেই দেশখনেই পুৰি চাৰখাৰ কৰি দিব পাৰোঁ। আৰু দেৱতাই পান কৰা অমৃত তৈয়াৰ কৰি আমি অমৰ হ'ব পাৰোঁ।

বিপ্লৱ : আপোনালোকে সূর্য বনোৱাৰ কল্পনা কৰিছে, অথচ আপোনালোকৰ দেশৰ মাটিত এতিয়াও অৰণ্যৰ এন্ধাৰ বিৰাজমান আপোনালোকে সৰগৰ অমৃত সৃষ্টি কৰি অমৰ হোৱাৰ চিন্তা কৰিছে অথচ আপোনালোকৰ দেশতেই প্রতিদিনে মৃত্যুৰ কোলাহলৰ বিৰাম নাই।

প্ৰধান : তোমাৰ লগত আমি যুক্তি-তর্কৰ বেহা মেলিব অহা নাই । ব'লা সেৱক, ইয়াৰ উপযুক্ত ব্যৱস্থা কৰা হ'ব।

**প্ৰধান, সেৱক আৰু ঘাতক যায়। বিপ্লৱে কিছু সময় সিহঁত যোৱাৰ ফালে চাই, এবাৰত বিপৰীত ফালে চাই উঁকি মাৰি চিঞৰে। নেপথ্যৰপৰা আনে চিঞৰৰে প্ৰত্যুত্তৰ দিয়ে। চিঞৰটো বিহু গানলৈ প্ৰৱিবৰ্তন হয়। লগে লগে গীত গাই গাই বিহুৱা এদল সোমাই আহে। সকলোৱে আনন্দ-উৎসৱত মতলীয়া হয়।**

বিহু : আমাৰে সমনীয়া হালোৱা হজুৱা
পিন্ধি ল মুগাৰে সাঁজ,
দেশ ৰাখিবলে ৰণলে যাবলে
ক'ত কোন আছে মাত ?

ল'ৰা : দেহা ঐ — নদ-নদী বননি
আমাৰ ভনী নাচনী
বোৱনী ঐ দাৱনী,
দেহা ঐ — পবৰ্বত পাহাৰ শুৱনি
আমাৰ লগত যাবানি
ৰণ দিব যাবানি।

ছোৱালী ঃ সোণাই ঐ — জান জুৰি ধাননি
আমাৰ দেহা ককাইটি
মহৰ শিঙৰ পেঁপাটি
বজা ঐ ৰণভেৰিৰ জাতটি
সোণাই ঐ — জান জুৰি ধাননি
পৰ্বত পাহাৰ শুৱনি
সাজি কাজি আহিছোঁ —
যুঁজ দিব ওলাইছোঁ।
ল'ৰা ঃ দেহা ঐ — নদ নদী বননি
লাহি তোমাৰ ককালটি
ধুনীয়া তোমাৰ দেহাটি
দেহা ঐ — নদ নদী বননি
কিনো যুঁজ দিবি ঐ
আনলে ঐ যাবগৈ
মৰমৰে চেনেহৰে ঐ দেহাটি,
ছোৱালী ঃ সোণাই ঐ — জান জুৰি ধাননি
তিৰোতা আমি দাৱনি
কাঁচিখন তই চাৱনি
পুৰুষৰ সমানে খোজটি
দিব আমি পাৰো ঐ
সোণাই ঐ — দেশৰ বাবে দিব পাৰো দেহাটি
যুঁজৰ বাবে আহিছোঁ ঐ ককাইটি
বজাঐ মহৰ শিঙৰ পেঁপাটি।

**ৰাইজে বিহু মাৰি শেষ কৰাৰ লগে লগে দেশপ্ৰধান, সেৱক আৰু ঘাতক আহে।**

প্ৰধান ঃ জনতা! **(সকলোৱে সেৱা কৰে।)** তোমালোকে বহুতো ৰং ৰহইচ, আনন্দ - উৎসৱ আদি কৰিলাহক।

সকলোৱে ঃ দেশপ্ৰধানে যি ভাবে।

প্ৰধান ঃ তোমালোকে বলিৰ আগত অৰ্পণ কৰা বস্তু-বাহানিৰ কি ব্যৱস্থা কৰিলা?

প্ৰথম মানুহ ঃ দেশপ্ৰধান, আমি যি পাৰিছো সকলো যোগাৰ কৰি আনিছোঁ।

দ্বিতীয় মানুহ ঃ দায়-দোষ খেমিব, কোনো বস্তুৱেই ক'তো পাবলৈ নাই।

তৃতীয় মানুহ ঃ চাৰিওফালে মহামাৰীত মানুহ মৰিব ধৰিছে।

চতুৰ্থ মানুহ ঃ এইবাৰ খেতি-বাতিও ভালদৰে নহ'ল।

তৃতীয় মানুহ ঃ মানুহে খাদ্য নাপাই অখাদ্য খাবলৈ ধৰিছে।

দ্বিতীয় মানুহ ঃ দেশত দুৰ্ভিক্ষই দেখা দিছে।

প্ৰধান ঃ ধৈৰ্য্য ধৰা, এই মাংগলিক অনুষ্ঠান সমাপ্ত হৈ গ'লেই সকলো ঠিক হৈ যাব।

প্ৰথম মানুহ ঃ আমি তাৰ বাবেই বাট চাই আছোঁ।

সেৱক ঃ বলিৰে দেশমাতৃৰ পূজা কৰা শেষ হ'লেই দেশ আগৰ অৱস্থালৈ ঘূৰি আহিব।

সকলোৱে ঃ এৰা, বলি দিয়া হৈ গ'লেই প্ৰজাসাধাৰণৰ মংগল হ'ব।

প্ৰধান ঃ কিন্তু তোমালোকে বলিৰ পূজাৰ বাবে যি বস্তু যোগান ধৰিছা সেয়াটো যথেষ্ট হোৱা নাই আৰু যথেষ্ট বস্তু নহ'লে আমি বলি দিওঁ কি দৰে?

চতুৰ্থ মানুহ ঃ দেশপ্ৰধান, আমি এতিয়া ক'ৰ পৰা কি আনিম!

প্ৰথম মানুহ ঃ মানুহে শেষ সম্বলকণো বলিৰ পূজাৰ বাবে উচৰ্গা কৰিছে।

সকলোৱে ঃ এইবাৰলৈ আমাক ইমানতে দয়া কৰক।

সেৱক ঃ আমি কোনো কথাই শুনিব নোৱাৰোঁ। ক'ৰ পৰা কি আনা আনি দিয়া।

সকলোৱে ঃ আমিনো এতিয়া ক'ৰ পৰা কি আনো!

প্ৰধান ঃ ভালদৰে ক'লে তোমালোকে কথা শুনিবলৈ নিবিচাৰা। ঘাতকৰ হতুৱাই মাধমাৰ সোধালেহে কথা শুনিবা। যদি তোমালোকে সময়মতে বস্তু-বাহানি যোগাৰ দিব নোৱাৰা তেন্তে, ঘাতকক লগাই দিয়া হ'ব, সি বল প্ৰয়োগ কৰি তোমালোকৰ পৰা সকলো কাঢ়ি আনিব, বলা সেৱক।

**দেশপ্ৰধান, সেৱক আৰু ঘাতক যায়। ৰাইজে সেমেনা-সেমেনি কৰে।**

সকলোৱে ঃ এৰা অ' আমি একো একোটা বলিহে হৈছোঁ - - -

**সংলাপ কৈ কৈ সকলোৱে প্ৰস্থান কৰে। লগে-লগে তালীয়া (পালি) দুজন সোমাই আহে।**

প্ৰথম তালীয়া : **(দৰ্শকক উদ্দেশ্য কৰি।)** শুনক সৰ্বজন,
আমাৰ বচন।

দ্বিতীয় তালীয়া : কোননো কেনি গ'লি?
দেশত বোলে হ'ব বলি,
ক'ত কি আছে দে আনি,
নহ'লে ঘাতকে দিব মূৰ ফালি।

প্ৰথম তালীয়া : বান্ধ,
আকাশে উৰে চাকৈ চকোৱা
বোলে যুৰিয়া পিয়া,
আলহী ৰূপী বলিৰ বাবে
নাচনীৰ কঁম্পে হিয়া।

দ্বিতীয় তালীয়া : চাওঁতাৰ অবিহনে উদ্যানে কান্দে,
বলিৰ মৰম ঠাই পাই নাচনীৰ প্ৰাণে।

প্ৰথম তালীয়া : সেইবাবে সৌৱা,
বলিক এইফালে আনে,
হাঁহি নাচি সিহঁতে
কিনো কথা পাতে।

দ্বিতীয় তালীয়া : দৰ্শক ৰাইজ,
শুনক শুনক তাকে,
ভালে-কুশলে আমিও
যাওঁ তাৰ আগে।

**তালীয়া দুজন যায়। বলি আৰু নাচনী আহে।**

নাচনী : আলহী বন্ধু, আমাৰ ইয়াত থাকি তোমাৰ কেনে লাগিছে?

বলি : খুব ভাল লাগিছে।

নাচনী : আমাৰ ইয়াৰ মানুহবোৰ?

বলি : মানুহবোৰ খুব ভাল। ইমান সহজ সৰল।

নাচনী : **(নিজে নিজেই)** তুমি যদি সদায়েই আমাৰ মাজত থকাহেঁতেন?

বলি ঃ কি হ'ল নাচনী ছোৱালী ?
নাচনী ঃ নাই, নাই একো নাই - - -
বলি ঃ কি চিন্তা কৰিছা ?
নাচনী ঃ মই কি চিন্তা কৰিম ? মই নাচনীহে। (হাঁহে)
বলি ঃ বাৰু তোমাৰ হাতৰ সেই মালাধাৰিৰ গৰাকীজন কেতিয়া লগ পাবা ?
নাচনী ঃ ক'ব নোৱাৰোঁ। (হাঁহে)
বলি ঃ যদি গৰাকী নোলায় - - -
নাচনী ঃ ওলাব। মোৰ বিশ্বাস এই বকুলফুলৰ মালাৰ গৰাকী ওলাব। মই মনে প্ৰাণে আপোন কৰি ল'ব খোজা মানুহজন নিশ্চয় ওলাব। মোৰ অন্তৰৰ দেৱতাক মই পাম।
বলি ঃ বাৰু তোমালোকৰ ৰাইজে মোক কেনে পাইছে?
নাচনী ঃ খু-উ-ব ভাল পাইছে।
বলি ঃ আৰু তুমি ?
নাচনী ঃ মই ? (হাঁহে)
বলি ঃ কি হ'ল হাঁহিলা যে ?
নাচনী ঃ ম-ই-ও। ময়ো তোমাক ভাল পাওঁ।
বলি ঃ সচা ?
নাচনী ঃ ওঁ।
বলি ঃ কিমান ভাল পোৱা ?
নাচনী ঃ (হাতেৰে দেখুৱাই) ইমান - ইমান - ইমান - - - (হাঁহে)
বলি ঃ আৰু কিমান ?
নাচনী ঃ বন-বননিত যিমান ফুল আছে - সিমান। সেই ফুলৰ সুৰভি যিমান দূৰলৈ বিয়পি যায় - সিমান। নদ-নদীতযিমান পানী আছে - সিমান। সেই পানী যিমান দূৰলৈ বৈ আছে - সিমান ।নীল নীলা আকাশত যিমান তৰা আছে - সিমান। সেই তৰাবোৰ যিমান দূৰলৈ ব্যাপ্ত হৈ আছে - সিমান।
বলি ঃ আৰু ?
নাচনী ঃ আৰু - আৰু মোৰ বুকুত যিমান মৰম ধৰে - সিমান। (হাঁহে)

বলি : নাচনী ছোৱালী। তুমিতো আজিলৈকে মোক নাচি নেদেখুৱালা?

নাচনী : মোৰ নাচ জানো তুমি ভাল পাবা?

বলি : কিয় নাপাম?

নাচনী : যদি মোৰ বিজুলীৰ নাচত তোমাৰ চকু ছাট মাৰি, তুমি কণা হৈ যোৱা। (হাঁহি)

বলি : ভালহে তুমি মোক ধৰি ধৰি বাট দেখুৱাবা।

নাচনী : যদি মেঘৰ গাজনিত তোমাৰ কাণ তাল মাৰি - তুমি কলা হোৱা- (হাঁহে)

বলি : তেতিয়া মই নুশুনা কথাবোৰ তুমিয়েই শুনিবা।

নাচনী : যদি বিজুলীৰ বজ্রপাতত তুমি জ্বলি যোৱা - - -

বলি : মই জ্বলি ছাঁই হোৱা ছাঁইখিনি, তুমি সযতনে ৰাখি থ'বা।

নাচনী : তেতিয়াহ'লে মোৰ নাচ চোৱা - - -

**নাচনীয়ে বিভিন্ন মুদ্রাত নাচিব। বিজুলী, বতাহ, নদী আদিৰ প্ৰতিকী মুদ্রা প্রয়োগ কৰি, এটা সৃষ্টিশীল নৃত্য প্ৰস্তুত কৰি প্ৰদৰ্শন কৰিলে ভাল হয়। বলিয়ে চাই থাকে। নাচি নাচি তাৰ পৰা নাচনী আঁতৰি যায়, পাছে পাছে বলিয়ে নাচনীক অনুসৰণ কৰে।**

**লগে লগে ঢুলীয়া ওজা আৰু তালীয়া (পালী) দুজন আগুৱাই আহে।**

ওজা : শুনিয়োক সৰ্বজন আমাৰ বচন।
দেশত হয় নৰবলিৰ পূৰ্ণ আয়োজন।।
অন্ধ বিশ্বাসৰ বলি প্ৰজা ঔ।
তাতে প্ৰধানে চলায় উৎপীড়ণৰ ঢৌ।।
দেশখন কেনেকৈ যায় জ্বলি।
দৰ্শক ৰাইজে, তাকে চাওক এইবেলি।।

**বাদ্যবোল। বোলৰ স'তে সংপৃক্ত আনুষংগিক অংগী-ভংগী থাকিব। ঢুলীয়া ওজা আৰু তালীয়া যায়। বলি আৰু কন্যাপ্ৰধান আহে।**

বলি : কন্যাপ্ৰধান, নিশ্চয় কিবা মাংগলিক অনুষ্ঠানৰ আয়োজন কৰা হৈছে।

কন্যা : হয়, আলহী বন্ধু।

বলি : সেইবাবেই পৰিৱেশটো উৎস ৱমুখৰ হৈ পৰিছে।

কন্যা : এইখন দেশত এয়াই নিয়ম। অলপতে বানপানী হৈ গৈছে, দেশত মহামাৰী হৈছে, দুৰ্ভিক্ষ হৈছে, মানুহে খাবলৈ পোৱা নাই, বেমাৰ আজাৰ, লঘোনে-ভোকে মানুহ মৰিছে অথচ উৎসৱ পাতিয়েই আছে আৰু উৎসৱৰ বাবে উছৰ্গা কৰিয়েই আছে।

বলি : মই লক্ষ্য কৰিছোঁ, তুমি যেন এই উৎসৱক আন্তৰিকতাৰে সমৰ্থন কৰিব পৰা নাই।

কন্যা : এনে এক অন্যায় আয়োজনত কোনো সু-মস্তিষ্কৰ মানুহৰ আন্তৰিকতা থাকিব নোৱাৰে।

**এনেতে ৰাইজে কোড়াল কৰি সোমাই আহে। আটাইৰে হাতত ফুলৰ মালা। বলিক সন্মুখত ৰাখি দেৱতাৰ আগত নচাৰ দৰে সকলোৱে নাচে। ঝুমুৰ আদি বিভিন্ন লোক নৃত্যৰ সংমিশ্ৰণত সৃষ্টিশীল নৃত্য প্ৰদৰ্শন কৰিলে ভাল হয়। নাচ শেষ হ'লত আটায়ে হাতত অনা ফুলৰ মালাবোৰ বলিক পিন্ধাই দিয়ে। বলি আচৰিত হয়।**

প্ৰথম মানুহ : আলহী বন্ধু, আমাৰ উপহাৰ গ্ৰহণ কৰক।

সকলোৱে : আমাৰ উপহাৰ গ্ৰহণ কৰক।

বলি : উপহাৰ!

দ্বিতীয় মানুহ : নাজানি কিবা দোষ হ'লে আমাক খেমিব।

সকলোৱে : দোষ হ'লে খেমিব।

তৃতীয় মানুহ : আমাৰ সেৱা গ্ৰহণ কৰক।

সকলোৱে : আমাৰ সেৱা গ্ৰহণ কৰক।

**সকলোৱে বলিক সেৱা কৰে।**

বলি : এয়া, এয়া আপোনালোকে কি কৰে?

চতুৰ্থ মানুহ : এয়া আমাৰ আলহীক সম্ভাষণ জনোৱাৰ প্ৰথা।

সকলোৱে : হয়, হয় এই প্ৰথামতেই আমি আলহীক সম্ভাষণ জনাই আহিছোঁ।

প্ৰথম মানুহ : (সুৰ দি) যি পাইছোঁ, আপোনালৈ আগবঢ়াইছোঁ।

সকলোৱে : (সুৰ দি) হয়, হয় আগবঢ়াইছোঁ ---

দ্বিতীয় মানুহ : (সুৰ দি) নোৱাৰাখিনিৰ বাবে শত-দোষ মাৰ্জনা কৰে যেন।

সকলোৱে : (সুৰ দি) শত-দোষ মাৰ্জনা কৰে যেন।

তৃতীয় মানুহ : (সুৰ দি) আলহী বন্ধু, আপোনাৰ ওচৰত কৰযোৰে মিনতি কৰিছোঁ, এই বাৰ যাতে নদীৰ উত্তৰত থকা আমাৰ মাটিডোখৰত খেতি-বাতিৰে উভৈনদী কৰি দিয়াই।

সকলোৱে : (সুৰ দি) হয়, হয় ---

প্ৰথম মানুহ : (সুৰ দি) হে আলহী বন্ধু, শত শতবাৰ আপোনাক প্ৰণিপাত জনাইছোঁ, আমাৰ ল'ৰা-ছোৱালী, তিৰী আদিৰ ঘনেপতি হোৱা সেই আপদীয়া বেমাৰ-এজাৰবোৰৰ পৰা অচিৰতে নিষ্পত্তি কৰি দিয়ে যেন।

সকলোৱে : (সুৰ দি) হে — আমাক কৃপা কৰে যেন।

**আকৌ সকলোৱে সেৱা কৰে।**

বলি : হ'ব হ'ব আপোনালোকৰ নিশ্চয় কৃপা হ'ব। ওপৰৰ নেদেখাজনে নিশ্চয় আপোনালোকক কৃপা কৰিব।

সকলোৱে : হওক - হওক --- .

**সকলোৱে মুখত হাঁহি।**

বলি : আচৰিত এই দেশৰ আলহী সেৱা।

কন্যা : এইদেশৰ সকলো কথাই আচৰিত। পিছত সকলো বুজিবা।

**বন্দী বিপ্লৱক লৈ ঘাতক আৰু সেৱক আহে।**

বিপ্লৱ : আলহী বন্ধু, তোমাক এবাৰ দেখা কৰিবলৈ আহিলোঁ।

বলি : এয়া তোমাৰ কি হ'ল?

কন্যা : বন্ধু, এয়াও আলহী সেৱা কৰিবলৈ যোৱাৰ পৰিণাম।

বিপ্লৱ : পৰিণাম নহয় কন্যাপ্ৰধান, পুৰস্কাৰ।

বলি : তোমালোকে কি কৈ আছা, মই বুজিব পৰা নাই।

সেৱক : তুমি বুজিব নালাগে আলহী বন্ধু। (সুৰ সলায়।) বিপ্লৱ, সময় হ'ল যাব লাগে ---

বিপ্লৱ ঃ বন্ধু, শেষবাৰৰ বাবে মোৰ প্ৰণাম গ্ৰহণ কৰিবা।

কন্যা ঃ সেৱক, বিপ্লৱৰ কি শাস্তিৰ আদেশ দিয়া হৈছে?

দেশপ্ৰধান আহে।

প্ৰধান ঃ তোমাৰ জনাৰ দৰকাৰ নাই।

কন্যা ঃ কিয় দৰকাৰ নহ'ব? মোৰ বন্ধু হিচাপে নিশ্চয় জনাৰ দৰকাৰ।

প্ৰধান ঃ বিপ্লৱীৰ শাস্তিৰ কথা আনক কোৱা নহয়।

কন্যা ঃ ক'ব লাগিব পিতা, বিপ্লৱক যদি নিৰ্বাসন দিছে, তেন্তে মইও নিৰ্বাসিত হ'ম। তেওঁক যদি দ্বীপান্তৰ কৰিছে মইও দ্বীপান্তৰিত হ'ম। তেওঁক যদি মৃত্যুদণ্ড দিছে, তেন্তে মোকো সেই আজ্ঞাৰ পৰা বিৰত নাৰাখিব।

বলি ঃ কিন্তু কিয় বিপ্লৱক এইবিলাক কৰিব লগা হ'ল?

প্ৰধান ঃ দেশৰ নীতি-নিয়ম নমনাৰ হেতুকে।

বিপ্লৱ ঃ নিয়ম! প্ৰকাণ্ড এক অনিয়মৰ চূড়াত বহি আছে আপোনালোক নিজে। অনবৰত নীতি-নিয়মৰ নামত সাধাৰণ দৰিদ্ৰ জনতাৰ লগত আপোনালোকে হেতালি খেলিছে। কিন্তু আপোনালোকে গম পোৱা নাই - এই অনিয়মৰ চূড়াত কিমান জুই জমা হ'ব ধৰিছে। এই জুই শোষিত, বঞ্চিত, দৰিদ্ৰ জনতাৰ বুকুত উমি-উমি জ্বলি থকা জুই। এই জুইয়ে অতি শীঘ্ৰে আপোনালোকক পুৰি চাৰখাৰ কৰি দিব।

প্ৰধান ঃ বিপ্লৱ!

বলি ঃ বন্ধু, কি হ'ল নোকোৱা কিয়? তোমাৰ এনে অৱস্থা কিয় হ'ল।

কন্যা ঃ তোমাক বচাবৰ বাবে বিদ্ৰোহ কৰিছিল - - -

প্ৰধান ঃ কন্যাপ্ৰধান।

বলি ঃ মোক বচাবৰ বাবে — মানে!

বিপ্লৱ ঃ এটা অন্ধবিশ্বাসত পতিয়ন গৈ ইহঁতে তোমাক বলি দিব বিছাৰিছে।

ঃ কি!

বিপ্লৱ ঃ অঁ, এইটো অন্যায় বুলি প্ৰতিবাদ কৰিছিলোঁ আৰু দেশৰ জনসাধাৰণক এই অন্যায়ৰ বিৰুদ্ধে জাগ্ৰত কৰি তুলিছিলোঁ বাবেই মোৰ আজি এনে অৱস্থা।

বলি : কিন্তু কিয় ? কিয় মোক বলি দিব ? মোৰ দোষ কি ?

কন্যা : তোমাৰ দোষ, তুমি সময়ৰ ঘণ্টা বজাইছিলা, তোমাৰ দোষ, তুমি পিয়াহত পানী খাবলৈ বিচাৰিছিলা আৰু তোমাৰ দোষ, তুমি বলি বহা আশ্ৰয়ৰ চাণ্ডত কেইবাদিনো শুই আছিলা।

বলি : সামান্য এই কাৰণতেই মোক বলি দিয়া হ'ব ?

বিপ্লৱ : বানপানীৰ পাছত আমাৰ এই জনশূন্য অজ্ঞানী দেশলৈ জ্ঞানৰ পোহৰ বিলাবলৈ আহি যি এইখিনি কৰ্ম কৰে, তাকে বোলে বলি দিব লাগে, এয়া হ'ল — এই বৰমুৰীয়াসকলে বনোৱা নীতি।

বলি : নাই, নাই মোৰ বলি হ'ব নোৱাৰে। মই মই ইয়াৰ পৰা যাওঁগৈ।

সেৱক : তুমি ইয়াৰ পৰা যাব নোৱাৰা। তোমাৰ চাৰিওফালে চোকা পহৰা দিয়া আছে।

বিপ্লৱ : এই যে দেখিছা, হাতত চিক্‌চিকাই থকা বলি দিয়া ডাঙৰ দাখন লৈ দৈত্যাকৃতিৰ প্ৰকাণ্ড ফেঁটীসাপৰ দৰে ক'লা মানুহটো, সি বধিৰ, বোবা। সি কেৱল দেশপ্ৰধান, সেৱক আৰু দেশৰ বৰমূৰীয়া বিষয়াসকলৰ চকু আৰু হাতৰ ইংগিতৰ বাহিৰে আন একো বুজি নাপায়। সেইদৰে তাক প্ৰশিক্ষণ দিয়া হৈছে। সিয়েই তোমাক বলি দিব। তাৰ হাতৰ পৰা কোনো বাচি যাব নোৱাৰে।

বলি : অ' তাৰ মানে মই বন্দী। (কন্যাক) তোমালোকে এজন নিৰ্দোষী মানুহক কিদৰে বলিশাললৈ পঠাই দিব পাৰিছা ? তোমালোকৰ মুখৰ মাত নাই ? তোমালোকে প্ৰতিবাদ কৰিব নোৱাৰা ? বলিক ৰক্ষা কৰিবৰ বাবে তোমালোকৰ শকতি নাই ?

**কন্যাপ্ৰধানে তলমূৰ কৰে। নিমাত।**

বিপ্লৱ : এৰা কি কৰিম বন্ধু ? আমাৰ হাত শিকলিৰে বন্ধা। মাত মাতিব নোৱাৰোঁ, সন্মুখত ঘাতক দণ্ডায়মান।

বলি : কিয় ? বাকী জনতাৰ বিবেকে প্ৰতিবাদ কৰিব নোৱাৰে ?

**দূৰ পৰা দৌৰি নাচনী সোমাই আহে।**

নাচনী : নাই, নাই আলহী বন্ধু ইয়াত কোনেও প্ৰতিবাদ কৰিব নোৱাৰে।

বলি : নাচনী ছোৱালী, তুমি ইয়াত ?

নাচনী : তোমাক ৰক্ষা কৰাৰ শকতি ইয়াত কাৰো নাই।

বলি : নাচনী ছোৱালী, মোক ইহঁতে বলি দিব।
নাচনী : আমি জানো আলহী বন্ধু। আমি সকলোৱেই জানো।
বলি : এই বলি দিয়া দৃশ্য দেখি কোনোকালে কাৰো অন্তৰ কান্দি নুঠে?
কন্যাপ্ৰধান : কন্দা ইয়াত নিষিদ্ধ, সেয়েহে ইয়াত কোনেও নাকান্দে।
বলি : এজোপা গছৰো বিবেক আছে, সি ফল দিয়ে, ফুল ফুলাই আনক আনন্দ দিয়ে, তাৰ শীতৰ কৰুণতা আছে, সি কান্দে। তাৰ ধৰ্ম আছে, সি ফল-ফুল-পাত জন্মায় আৰু তোমালোকে - - -
বিপ্লব : আমি চকৰিৰ দৰে ঘুৰিছোঁ, পুতলাৰ দৰে নাচিছোঁ। প্ৰশ্ন কৰাৰ ৰীতি ইয়াত নাই । উত্তৰ দিয়াৰ অধিকাৰ এই দেশৰ শাসনকৰ্তাই কাঢ়ি লৈছে ।
বলি : কিয় জনতাক সাৱধান কৰি দিয়া নাই যে যি পথে সিহঁত যাব লাগিছে, সেইটো জীৱনৰ পথ নহয়। কিয় কৈ নিদিয়া এদিন সকলোৱে নিজৰ অধিকাৰ হেৰুৱাই নিজৰ দেশতেই নিজেই আলহী হ'ব লাগিব। এদিন সকলোৱেই বলি হ'ব লাগিব।
প্ৰধান : সেৱক, বলিৰ আয়োজন পূৰ্ণ কৰা।
নাচনী : দেশপ্ৰধান কিঞ্চিত ৰ'ব। মোৰ এটি ইচ্ছা পূৰণ কৰিবলৈ দিয়ক।
প্ৰধান : ঠিক আছে।
নাচনী : আলহী বন্ধু, মই দৌৰি দৌৰি এইখিনি পাইছোঁ - তোমাক লগ ধৰিবলৈ। জানোচা তুমি মোৰ ওচৰৰ পৰা চিৰদিনৰ বাবে আঁতৰি যোৱা - - -
বলি : খন্তেক পিছতে চিৰদিনৰ বাবে, তোমাৰ ওচৰৰ পৰা, এই দেশৰ মাটিৰ পৰা, এই পৃথিৱীৰ পৰা, এই আকাশৰ তলৰ পৰা মই জীৱনৰ বাবে আঁতৰি যাম — মই চিৰ জীৱনৰ বাবে হেৰাই যাম।
নাচনী : সেইবাবেই মই তোমাৰ ওচৰলৈ দৌৰি আহিছোঁ।
বলি : এই মৃত্যুমুখী পথিকক তোমাৰ কি প্ৰয়োজন?
নাচনী : মই তোমাক এটা সংবাদ দিবলৈ আহিছোঁ।
বলি : সংবাদ!

নাচনী ঃ অকল তোমাক নহয়, এই দেশৰ সকলোকে এই সংবাদ দিম।

বলি ঃ কি সংবাদ!

নাচনী ঃ মোৰ অন্তৰৰ দেৱতাক, মোৰ প্ৰাণৰ আপোন মানুহজনক মই বিচাৰি পালোঁ।

ৰাইজ ঃ কি!

নাচনী ঃ মই এতিয়া এই বকুলফুলৰ মালাধাৰি মোৰ প্ৰাণৰ দেৱতাক পিন্ধাই দিম। সেইজনেই হ'ব মোৰ অতি আপোনজন।

**নাচনীয়ে বলিৰ ডিঙিত মালাধাৰি পিন্ধাই দিয়ে। সকলো আচৰিত হয়।**

বলি ঃ নাচনী!

নাচনী ঃ তুমি মোৰ সেই আপোনজন। তুমি মহান। তুমি দেশৰ, দহৰ আদৰ্শ। তুমি - তুমি - মহান - মহান (**কান্দি**) তুমি - মোৰ - মোৰ - - -

বলি ঃ নাচনী ছোৱালী, এয়া তুমি কি কৰিলা? তুমি বৰ ভুল কৰিলা নাচনী ছোৱালী, তুমি বৰ ভুল কৰিলা।

নাচনী ঃ মই কোনো ভুল কৰা নাই - মোৰ ভুল হোৱা নাই।

বলি ঃ মই ক্ষণিকৰ অতিথি, এই মুহূৰ্ততে মই সম্ভাব্য বধ্যভূমিলৈ আগবাঢ়িব লাগিব। তেতিয়া তোমাৰ কি হ'ব?

নাচনী ঃ মই, মই তোমাৰ এই ত্যাগ, এই আত্ম-বলিদান হাঁহিমুখে গ্ৰহণ কৰিম। তোমাৰ মৃত্যুত এই দেশৰ হাজাৰজন যুৱক জাগ্ৰত হওক, তোমাৰ মৃত্যুত যদি বিদ্ৰোহৰ অংকুৰ অংকুৰিত হয় - সেয়াই হ'ব মোৰ বাবে সৌভাগ্য।

বলি ঃ কিন্তু, কিন্তু - - -

নাচনী ঃ ইয়াত কোনো কিন্তু থাকিব নোৱাৰে। এই জনমত নহ'লেও জনমে জনমে মই তোমাৰ সখী হ'ম। মই তোমাক হাঁহি-নাচি, গান গাই এইদৰে দেশৰ বাবে বলি হ'বলৈ প্ৰেৰণা দিম।

বলি ঃ নাচনী ছোৱালী!

নাচনী ঃ আলহী বন্ধু!

| | | |
|---|---|---|
| বিপ্লৱ | ঃ | শুনক দেশপ্ৰধান, এই দেশৰ জনতা এতিয়াও সচেতন নহয় বুলি নাভাবিব। সিহঁতে আপোনালোকে কৰা এই নৰবলিৰ তাণ্ডৱলীলা বন্ধ কৰিবই। সিহঁত সচেতন। সিহঁত জাগ্ৰত। আগ্নেয়গিৰিৰ দৰে উদ্‌গীৰণ হৈ উঠিব। |
| প্ৰধান | ঃ | সেৱক, পূজাৰ নাচৰ আয়োজন কৰা --- |
| কন্যা | ঃ | পিতা --- |
| প্ৰধান | ঃ | কন্যাপ্ৰধান, তুমি ওপৰলৈ উঠি আহা। |
| কন্যা | ঃ | পিতা। |
| প্ৰধান | ঃ | এয়া মোৰ আদেশ, তোমাৰ পিতাৰাৰ আদেশ। |

**কন্যাপ্ৰধানে যাওঁ-নাযাওঁকৈ চাঙৰ ওপৰলৈ যাব।**

| | | |
|---|---|---|
| সেৱক | ঃ | দেশপ্ৰধান। |
| প্ৰধান | ঃ | আয়োজন আৰম্ভ কৰা। |
| সেৱক | ঃ | বলিৰ পূজাৰ আগত আজি আমাৰ দেশৰ বৰ নাচনী নাচ হ'ব। |
| ৰাইজ | ঃ | কি? |
| প্ৰধান | ঃ | সেয়ে হ'ব। নাচনী তুমি নাচিবৰ বাবে প্ৰস্তুত হোৱা। |
| নাচনী | ঃ | নাই, নাই তেনে আদেশ নিদিব দেশপ্ৰধান। এইজনা বলিৰ আগত মই নাচিব নোৱাৰোঁ। |
| দেশপ্ৰধান | ঃ | তুমি নাচিবই লাগিব। |
| নাচনী | ঃ | মোৰ আপোনজনৰ বলিত মই নাচিব নোৱাৰোঁ। মই নানাচোঁ, নানাচোঁ। |
| সেৱক | ঃ | তোমাৰ কোনো কাতৰ অনুৰোধেই ৰক্ষা কৰা নহয়। |

**সেৱকে ঘাতকক ইংগিত দিয়ে - নাচনীক নাচ আৰম্ভ কৰোৱাবলৈ।**

| | | |
|---|---|---|
| প্ৰধান | ঃ | বৰ নাচনী, দেশপ্ৰধানৰ আদেশ, তুমি নাচিব লাগিব। বাদ্যকৰ বাদ্য বজাবলৈ প্ৰস্তুত হোৱা। |

**ঘাতক নাচনীৰ ওচৰলৈ আগবাঢ়ে।**

| | | |
|---|---|---|
| নাচনী | ঃ | **(ভয়ত)** মই, মই নাচিম - নাচিম। নাচি, নাচি মোৰ আপোনজনক বলিশাললৈ পঠাম। মই নাচিম - নাচিম। |

নাচনী বাউলী হৈ পৰে। সেৱকৰ ইংগিতত ঘাতকে বলিক বলিশাললৈ লৈ যায়।

বলি : নাই, নাই মোক বলি নিদিব। মই নিৰ্দোষী মোক বলি নিদিব বলি নিদিব। মই চিঞৰি চিঞৰি ক'ম, এইয়া তোমালোকৰ অন্যায় - অবিচাৰ। মই - - -

ঘাতকে বলেৰে বলিক বলিশাললৈ টানি নিয়ে। লগে লগে দবা, কাঁহ আদি বাজি উঠে। নাচনীয়ে দেওধনী-নৃত্যৰ দৰে এটা নাচ নাচে। বলিক ঘাতকে বলি দিব। ঘাতকৰ মুখত তেজৰ ছিটিকনি পৰিব। লগে লগে ৰাইজৰ ভৰিৰ কাষত নাচনী ঢলি পৰিব। সকলো ৰাইজে নাচনীক চাব। পৰিবেশ কিছু সময়ৰ বাবে কাঁহ পৰি জীণ যোৱাৰ অৱস্থা হ'ব। লাহে লাহে ৰাইজে এবাৰ বলিৰ ফালে, এবাৰ নাচনীৰ ফালে চাব। ৰাইজৰ মুখত ক্ষোভ, খং ফুটি উঠিব। তাৰ পাছত লাহে লাহে অতি খঙত দেশপ্ৰধানহঁতৰ ফালে চাব। খঙত দুখোজমান আগুৱাব। দেশপ্ৰধান, সেৱক, ঘাতক আৰু কন্যাপ্ৰধান পিছ হোঁহকিব। একোবাৰত ৰাইজৰ মুখৰ পৰা একেলগে এটা বিকট চিঞৰ ওলাব। চিঞৰত দুইহাত সকলোৱে দাঙি দিব। বিকট চিঞৰটোৰ সামঞ্জস্য ৰাখি, ৰাইজে -'হেই - হেই - হেই' বুলি চিঞৰি চিঞৰি ক্ৰমান্বয়ে বৃত্তাকৃতি হ'ব আৰু লাহে লাহে চিঞৰটো হুঁচৰিৰ চাপৰৰ লগত মিলি যাব।

নাটকৰ আৰম্ভণিৰ দৰে আকৌ সকলোৱে হুঁচৰি নাচিব। নাচ শেষ হোৱাত ৰাইজক আশীৰ্বাদ দিব।

হুঁচৰি আৰ্শীবাদ ঃ ৰাইজ বুলিলে ৰজা, জ্ঞাতি বুলিলেই গংগা, বোলো ৰাইজে মিলিলে ৰজা ভাঙিব পাৰে পাতিব পাৰে, সেইফালে যেন সকলোৰে মতি হওক, এয়া আমাৰ আজি নাটকৰ মূল বক্তব্য, এই মঞ্চতে আহি ৰাইজে নাটকখনিৰ মোখনি মাৰি কওঁ; — ৰাইজক সন্তোষ দিবৰ শক্তি আমাৰ নাই, ভুল-ত্ৰুটিৰ মাজেৰে যি পাৰিছো দেখুৱালোঁ, তাতে যেন সকলো সন্তোষ হয়, আমাৰ দোষ-ত্ৰুটিবোৰ দেখুৱাই দিবলৈ ৰাইজৰ যাতে আগলৈও শকতি হওক আৰু আমিও যাতে নাট-মাত আদি মেলি থাকিব পাৰো তাৰ বাবে ৰাইজে আমাক আশীষ দিয়ক।

আশীৰ্বাদ শেষ হোৱাৰ পাছত আগৰ দৰে অহা বাটে দি হুঁচৰি দলটো ওলাই গুছি যাব। হুঁচৰি দলটো মঞ্চৰ পৰা নামি যোৱাৰ লগে লগে মঞ্চত থকা পুৰুষ-তিৰোতাসকলো ভিতৰলৈ সোমাই যাব। মঞ্চ ক্ৰমান্বয়ে এন্ধাৰ হৈ আহিব। আঁৰ কাপোৰ পেলোৱাৰ প্ৰয়োজন নহ'ব।

যৱনিকা

## নেপথ্য আলাপ ৮

'এক দিনকা বাদশ্বাহ' নাটকৰ মূল সম্পদ - ৰাজনীতিৰ ঘটনা-পৰিঘটনা, ৰাজনীতি কৰা ব্যক্তি আৰু সচিবালয় বিষয়া বিশেষ। সাধাৰণতে ৰাজনীতি কৰা ব্যক্তি সকলকলৈ ব্যংগ বা প্ৰসহন বেছিকৈ কৰা হয়। সম্প্ৰতি ইয়াৰ মাত্ৰা চৰি গৈছে। ব্যতিক্ৰমক স্বীকাৰ কৰিও ক'ব পাৰি যে ৰাজনীতিৰ বহু নেতা-পালিনেতা আৰু সচিবালয়ৰ বিভিন্ন বিষয়াক লৈ বহুতো 'গাজা' বা 'ৰগৰ' আৰু মুখৰোচক কাহিনী আদি আমাৰ মাজত প্ৰচলিত হৈ আহিছে। আমোলাতান্ত্ৰিক শাসন ব্যৱস্থাকে ভিত্তি কৰি — হাঁহি উঠা, প্ৰহসনধৰ্মী এই নাটকখন ৰচনা কৰা হৈছিল। নাটকখন 'নট-সৈনিক'ৰ দ্বাৰা ১৯৯১ চনৰ চেপ্তেম্বৰ মাহৰ ৮ ৰ পৰা ১১ তাৰিখলৈ প্ৰথম মঞ্চস্থ কৰা হয়। তাৰ পাছতো নাটকখন যিমানবাৰ মঞ্চস্থ কৰা হৈছিল — সিমানবাৰেই 'ইম্প্ৰভাইজ' কৰি গৈছিলোঁ। গতিকে এখন সম্পূৰ্ণ আৰু নিৰ্দিষ্ট পাণ্ডুলিপি প্ৰস্তুত কৰি ৰখা নাছিলোঁ। এতিয়াহে নাটকখন সম্পূৰ্ণ কৰিছোঁ। আৰু ছপা আকাৰত ৰাইজৰ হাতত দিয়াৰ মানস কৰি এই সংকলনত অন্তৰ্ভুক্ত কৰিলোঁ।

## চৰিত্ৰলিপি :-

৹ সূত্ৰধাৰ (ঘোষক),
৹ প্ৰথম সহযোগী (মূৰ্খ বন্ধু),
৹ দ্বিতীয় সহযোগী (জ্ঞানী বন্ধু),
৹ মন্ত্ৰী (প্ৰথম ভাগৰ),
৹ মন্ত্ৰী (দ্বিতীয় ভাগৰ),
৹ বিষয়া,
৹ উচ্চ বিষয়া,
৹ খান্না,
৹ ক্যেচব,
৹ প্ৰথম সাংবাদিক,
৹ দ্বিতীয় সাংবাদিক,
৹ প্ৰথম ধনী মানুহ,
৹ দ্বিতীয় ধনী মানুহ,
৹ ধনী মানুহৰ ছোৱালী,
৹ বৰবাবু,
৹ চৰকাৰী কাৰ্যালয়ৰ চেক্ৰেটাৰীসকল,
৹ চৰকাৰী কাৰ্যালয়ৰ বিষয়াসকল,
৹ চৰকাৰী কাৰ্যালয়ৰ কৰ্মচাৰীসকল,
৹ মহিলাসকল,
৹ ডাক কৰোতা মানুহ,
৹ কিছু ডাক লওঁতা মানুহ,
৹ এগৰাকী তিৰোতা,
৹ প্ৰথম ব্যক্তি,
৹ দ্বিতীয় ব্যক্তি,
৹ পাইলট,
৹ ধনী মানুহসকল,
৹ মন্ত্ৰীয়নী,
৹ মন্ত্ৰীক আদৰা কিছু পুৰুষ-মহিলা,
৹ কিছু ৰভাঘৰত কাম কৰা মানুহ,
৹ কেইজনমান সাংবাদিক,
৹ কেইজনমান ফোটগ্ৰাফাৰ,
৹ কেইজনমান ভিডিঅ' কেমেৰামেন,
৹ কেইজনমান ব্যৱসায়ী, বিষয়া আদি,
৹ এদল দুখীয়া মানুহ,
৹ এদল ধনী মানুহ,
৹ কেইজনমান নিবনুৱা যুৱক-যুৱতী,
আৰু বিভিন্ন ৰাইজ।

## প্ৰযোজনাৰ সম্পৰ্কত কিছু কথা

'নট-সৈনিক'ৰ দ্বাৰা নাটকখন ইতিমধ্যে কেইবাবাৰো প্ৰযোজনা কৰা হৈছিল, প্ৰতিটো প্ৰযোজনাতে নাটকখনি সম্পূৰ্ণ 'মাইম'ত কৰা হৈছিল।

চৰিত্ৰসমূহ - মন্ত্ৰী, বন্ধুদ্বয় আৰু সূত্ৰধাৰক বাদ দি বাকী চৰিত্ৰসমূহ এজন অভিনেতাক দুটা-তিনিটাকৈচৰিত্ৰ ৰূপায়ণ কৰিবলৈ দিয়া হৈছিল। মন্ত্ৰী চৰিত্ৰটো নাটকত থকাৰ দৰেই দুভাগত দুজন অভিনেতাই অভিনয় কৰিছিল। মঞ্চ-সজ্জাতো কোনো ধৰণৰ জটিলতাৰ অৱলম্বন কৰা হোৱা নাছিল। সেইদৰে মঞ্চ-সজ্জাৰ ক্ষেত্ৰত অধিক খৰচ কৰা হোৱা নাছিল। সাজ-সজ্জাৰ বিষয়ত নাটকত উল্লেখ কৰাৰ দৰেই ৰখা হৈছিল।

এয়া সম্পূৰ্ণ 'নট-সৈনিক'ৰ প্ৰযোজনা আৰু নাট্যকাৰৰ নিজা পৰিচালনা, পৰিকল্পনা। কিন্তু প্ৰকৃতাৰ্থত সকলো নিৰ্ভৰ কৰিব পৰিচালকৰ নিজা দৃষ্টি-ভংগীৰ ওপৰত।

- নাট্যকাৰ।

## পৰিৱেশ এক

**মঞ্চৰ অ'ত ত'ত ইটো সিটো বস্তু পৰি থাকিব। আগৰ হৈ যোৱা কোনোবা নাটকত ব্যৱহাৰ কৰা মঞ্চ-সজ্জা, মুখা আদি বিভিন্ন সামগ্ৰীসমূহ য'ত যেনেকৈ আছে, তেনেকৈ থাকে।**

**সূত্ৰধাৰ মঞ্চলৈ ওলাই আহি চাৰিওফালে চায় আৰু একোবাৰ ভিতৰলৈ চাই মাত দিয়ে।**

সূত্ৰধাৰ : হেৰা বন্ধু, চাওঁ এইফালে আহা, বেগাই আহা

**প্ৰথম সহযোগী সোমাই আহে।**

প্ৰথম সহযোগী : কি হ'ল? কিহ'লে মাতিছিলা?

সূত্ৰ : আমাৰ ভাৱৰীয়াসকলৰ সাজোন-কাচোন হ'লনে নাই?

প্ৰথম সহযোগী : ক'ত হৈছে? ৰেপিয়েই আছে -

সূত্ৰ : **(আচৰিত হৈ)** কি! দৰ্শক আহিলেই, আমাৰ মহাশয়সকলৰ হোৱাই নাই! সময়মতে নাটক আৰম্ভ কৰিব নোৱাৰিলে কিন্তু আমাৰ বদনাম হ'ব।

প্ৰথম সহযোগী : এৰা, আমি ঠিক সময়ত নাটক আৰম্ভ কৰোঁ বুলিনাম আছে। মই কিন্তু সম্পূৰ্ণকৈ সাজি-কাচি ললোঁ, একেবাৰে ৰেডি। মাত্ৰ ড্ৰেচযোৰ পিন্ধিলেই হ'ল।

সূত্ৰ : যোৱা, যোৱা কিবা এটা পিন্ধি ওলাই আহা আৰু আনবিলাক যি যেনেকৈ আছে; তেনেকৈ মঞ্চলৈ লৈ আনা, নাটক আৰম্ভ কৰি দিওঁ।

প্ৰথম সহযোগী : কিন্তু।

সূত্ৰ : আঃ! যোৱা -

প্ৰথম সহযোগী : ঠিক আছে।

**প্ৰথম সহযোগী যায়।**

সূত্ৰ : **(ভিতৰলৈ লক্ষ্য কৰি)** এই, - কোন ক'ত আছ, সোমাই আহ - সোমাই আহ; দেৰি নকৰিবি -

**দ্বিতীয় সহযোগী খণ্ডত বেগেৰে সোমাই আহে।**

দ্বিতীয় সহযোগী : হেৰা বন্ধু, এইবোৰ কি অৰ্ডাৰ দিছা! ভাৱৰীয়া সজাই শেষ হোৱাই নাই, সিফালে আকৌ ওলাবলৈ হ'লেই - এইবোৰ কি কথা?

সূত্ৰ : অঁ, অঁ, ওলাব লাগিব। নাটক আৰম্ভ কৰাৰ সময় হ'ল।

দ্বিতীয় সহযোগী : কিন্তু এইদৰে কেনেকৈ নাটক হ'ব!

সূত্ৰ : **(খণ্ডত)** মই যি কৈছোঁ, তেনেকৈ কৰা -

দ্বিতীয় সহযোগী : **(সেমেনা সেমেনি কৰি)** তোমাৰ যি ইচ্ছা -**(সূত্ৰধাৰৰ ওচৰৰ পৰা কিছু আঁতৰি গৈ দৰ্শকক উদ্দেশ্য কৰি ক'ব।)** শেনটো অহাৰ দৰে আহিছিলোঁ, ফেঁচাটো যোৱাৰ দৰে উভতি যাওঁ-

**দ্বিতীয় সহযোগী ভিতৰলৈ যায়।**

সূত্ৰ : **(ভিতৰলৈ চায়।)** সকলোকে নেলুত ধৰি গঁতিয়াই, গঁতিয়াই লৈ আন। কি চাই আছ? লৈ আন -

**প্ৰথম আৰু দ্বিতীয় সহযোগীয়ে অভিনেতা-অভিনেত্ৰী সকলোকে, যি যেনেকৈ আছিল; তেনেকৈ ঠেলি, ঠেলি মঞ্চৰ মাজলৈ লৈ আনে। কোনোজনৰ মুখত ৰং ঘঁহা আধা হৈছিল, কাৰোবাৰ কাপোৰ পিন্ধা আধা হৈছিল; সেইদৰেই আহে। প্ৰথম সহযোগীৰ সাজ-সজ্জাৰ কিছু পৰিবৰ্তন হয়। সকলোৰে মুখত খং। কিছু চিঞৰ-বাখৰ হয়।**

সূত্ৰ : মনে মনে থাকা। (চিঞৰ-বাখৰ বন্ধ হয়।) সকলোৱে নিজৰ নিজৰ ঠায়ে ঠায়ে ৰোৱা, নিজৰ নিজৰ ভংগিমা দি ৰোৱা।

**সকলো অভিনেতা-অভিনেত্ৰীয়ে মঞ্চৰ বিভিন্ন ঠাইত বেলেগ বেলেগকৈ নিজৰ নিজৰ নিৰ্দিষ্ট কৰি দিয়া ভংগিমাৰে ৰয়।**

প্ৰথম সহযোগী : দৃশ্য সজ্জা কি হ'ব?

সূত্ৰ : ইয়াত পৰি থকা আগৰবোৰকে ইফালে - সিফালে কৰি, দৃশ্য সজ্জাৰ আভাস এটা দিলেই হ'ল। দৰ্শকে বুজি পাব - সেইবোৰকে ঠিক কৰা।

**মঞ্চত থকা সামগ্ৰীবোৰ দুয়োজন সহযোগীয়ে ঠিক কৰে। প্ৰয়োজন সাপেক্ষে আনসকলে তেওঁলোকক সহায় কৰিব। কাম শেষ হোৱাৰ পাছত সকলোৱে আকৌ নিজ নিজ ঠাইত বিভিন্ন ভংগিৰে বৈ থাকিব। সকলো লৰ-চৰ নকৰাকৈ স্থিৰ হৈ থাকে।**

সূত্ৰ : আজিৰ নাটক - 'এক দিনকা বাদশ্বাহ'। মঞ্চত থকা এইসকল ভাৱৰীয়াই আপোনালোকক অভিনয় কৰি দেখুৱাব।

**দুয়োজন সহযোগী আৰু এজন অভিনেতা, এঠাইত বিশেষ ভংগিমাৰে বৈ থাকে। সূত্ৰধাৰে সেই তিনিওজন শিল্পীক দেখুৱাই ক'ব।**

সূত্ৰ : এয়া আমাৰ নাটকৰ তিনিটা চৰিত্ৰ। মূৰত টুপী থকাজন এজন মন্ত্ৰী। ৰাইজৰ প্ৰতিনিধি। লগৰ দুজন সহযোগী। বন্ধু। তেওঁলোক দুজন জ্ঞানী আৰু মূৰ্খ বন্ধু হিচাপে পৰিচিত হ'ব। মন্ত্ৰীজনে একেথিৰে এফালে চাই কিবা এটা ভাবি আছে। নাটকৰ কাৰ্যকলাপ আৰম্ভ হোৱাৰ লগে লগেই তেওঁৰ চিন্তা প্ৰথমেই প্ৰকাশ পাব। তেওঁ মন্ত্ৰিত্বৰ কালছোৱাত দেশত এটা স্থায়ী নাম ৰাখি যোৱাৰ উদ্দেশ্যে দুয়োজন বন্ধুৰ স'তে আলোচনাৰতভাৱেই আমাৰ নাটক আৰম্ভ হ'ব। যিহেতু মন্ত্ৰীক কেন্দ্ৰ কৰিয়েই এই নাটকৰ বিষয় বস্তু, গতিকে উপায় নাই মন্ত্ৰীয়ে নাটকৰ প্ৰথমৰ পৰা শেষলৈ অভিনয় কৰি যাব লাগিব। মন্ত্ৰিত্বৰ কালছোৱাত তেওঁ কৰা নতুন চিন্তা, নতুন পৰিকল্পনা, সেইবোৰৰ কাৰ্যকৰী ৰূপ আৰু তাৰ পৰিণতি আদি বিষয়বোৰৰ স'তে তেওঁ নিবিড়ভাৱে জড়িত আছে আৰু সেই বাবেই চৰিত্ৰৰ বৈশিষ্ট্য অনুযায়ী বিভিন্ন সময়ত মন্ত্ৰীৰ চাৰিত্ৰিক ৰূপৰ পৰিবৰ্তনেৰে নাটকত আত্মপ্ৰকাশ কৰোৱাৰ দিহা কৰা হৈছে। **(আন এটুকুৰা ঠাইলৈ দেখুৱাই -)**আকৌ সেয়া এটা বাতৰি

প্ৰতিষ্ঠান। তাত প্ৰেছৰ বিভিন্ন কৰ্মী। কাহ্নত মোনা ওলোমাই লোৱাজন সাংবাদিক। এই সাংবাদিকেই মন্ত্ৰীৰ কাম-কাজৰ ওপৰত আলোচনা-বিলোচনা কৰি ৰাইজৰ মাজত প্ৰতিষ্ঠাও কৰিব পাৰে, আকৌ ৰাইজৰ মাজত মন্ত্ৰীৰ জনপ্ৰিয়তা হ্ৰাসো কৰিব পাৰে। গতিকেই নিশ্চয়কৈ মই ক'ব পাৰোঁ এই নাটকত মন্ত্ৰীৰ লগত এই সাংবাদিকৰ এটা এৰাব নোৱাৰা সম্বন্ধ থাকিব লাগিব। যথা সময়ত তেওঁলোকৰ কাৰ্য-কলাপ আৰম্ভ হ'ব। **(আন এঠাইত থকা অভিনেতাক দেখুৱায়।)** আনহাতে, সেই কেইজন কোনো চৰকাৰী বিভাগৰ কৰ্মচাৰী; উচ্চ বিষয়া আদি। আমাৰ দেশৰ তথাকথিত গণতান্ত্ৰিক শাসন ব্যৱস্থাত এই উচ্চ-পদস্থ বিষয়া-কৰ্মচাৰীসকলৰ প্ৰভাৱ আৰু প্ৰয়োজনীয়তাৰ বিষয়ে মই উল্লেখ নকৰিলেও নিশ্চয় হ'ব। আৰু এই বিষয়াসকলৰ লগত এজন মন্ত্ৰীৰ সম্বন্ধ ? বহু মন্ত্ৰীক বিষয়াসকলে নাকত ধৰি ঘূৰাব পৰাৰ কথা জানো উনুকিয়াব লাগিব ? সি যি কি নহওঁক সময়ত এইসকলৰ কৰ্মৰাজি আমাৰ অবগত হ'ব। **(অভিনেত্ৰীসকল থকা ঠাইলৈ উদ্দেশ্য কৰি।)** সেই মহিলাসকল কোনো মহিলা অনুষ্ঠানৰ কৰ্মী। নাৰীৰ স্বাধীনতা, পূৰ্ণমৰ্যাদা, পুৰুষৰ স'তে সম অধিকাৰ আদি বৰ্তমানৰ নাৰীৰ চেতনামূলক কৰ্মৰ লগত তেওঁলোক জড়িত। গতিকেই নাটকৰ মূল চৰিত্ৰ মন্ত্ৰীৰ লগত তেওঁলোক মাজে মাজে অগা-ভেটা হোৱাটোৱেই স্বাভাৱিক, যাৰ বাবে তেওঁলোক নাটকৰ বিষয়বস্তুত প্ৰভাৱ পেলোৱাত সফলকাম হৈছে। ইয়াৰ উপৰিও নাটকৰ চৰিত্ৰ হিচাপে, সংখ্যাগত ৰূপে আৰু চৰিত্ৰৰ সমাৱেশ হোৱাৰ কথা। যিবিলাকৰ নাটকীয় কৰ্মৰ দায়িত্ব সম্পন্ন কৰাৰ সময়ত পৰিলক্ষিত হ'ব। আজিৰ নাটকখনৰ এইখিনি কথা আগতীয়াকৈ আপোনালোকক জনাই থোৱাৰ প্ৰয়োজন অনুভৱ কৰিলোঁ। **(সুত্ৰধাৰে এইবাৰ অভিনয় শিল্পীসকলক উদ্দশ্য কৰি ক'ব।)** তোমালোকে জানাই, এইদৰেই আমাৰ নাটক আৰম্ভ হ'ব। এতিয়া সকলো সাজু হোৱা। নাটক আৰম্ভ কৰোঁ। ৰেডি - **(ভিতৰলৈ চায়।)** মিউজিক, - লাইট - - -

**মঞ্চ ক্ৰমান্বয়ে এন্ধাৰ হ'ব।**

## পৰিৱেশ দুই

**মঞ্চ পোহৰ হ'ব। মঞ্চত কেৱল মন্ত্ৰী আৰু সহযোগী বন্ধু দুজনক দেখা যায়। আগৰ পৰিৱেশত থকাৰ দৰে একে ভংগিমাতে, একে ঠাইতে থাকিব। আৰু তাৰপৰাই অংগি-ভংগি আৰম্ভ হ'ব। মন্ত্ৰীয়ে চিন্তিতভাৱে ইফালে-সিফালে অহা-যোৱা কৰে। লগত বন্ধু দুজনেও অনুকৰণ কৰে।**

মন্ত্ৰী : বুজিছা, মানুহ হিচাপে সংসাৰলৈ আহিলোঁ যেতিয়া — জীৱনত কিবা এটা কৰি যাব লাগে - - -

মূৰ্খবন্ধু : ইমান সময়ৰ মূৰত এই খাবলৈ নোপোৱা লেৰেলা-চেপেঁটা চিন্তাটোহে মূৰৰ ভিতৰৰ আৰামত ফোপজহি মাৰি শুই থকা তোমাৰ লাওখোলাৰ ভিতৰত সোমাল নেকি? টুকুৰিত এটুকুৰি বাপাচিত এপাচি কৰি অন্য এটা চিন্তাৰ এক কুইন্টলমানৰ বোজা এটাৰ ভাৰ লোৱাৰ শক্তি — তোমাৰ এই মৰ কেলেপীয়া শৰীৰৰ ওপৰৰ তামোল গছৰ শুকান ঢকুৱা ওলমাদি ওলমি থকা কান্ধ দুটাৰ ওপৰত থকা 'মূৰ' নামৰ পদাৰ্থটোত নহ'ল।

জ্ঞানী বন্ধু : মন্ত্ৰী মহোদয়, তুমি ঠিক কথাই চিন্তা কৰিছা। বন্ধু হিচাপে-জীৱনত আজিহে তোমাৰ মগজুত সোমাই মুখেৰে ওলোৱা এই যাৰহে ভাল কথা শুনিলোঁ।

মূৰ্খ : (দৰ্শকক) এওঁ ওলাল আকৌ ক'ৰবাৰ পৰা বাম উকিল!

মন্ত্ৰী : মানে মন্ত্ৰী হৈ দেশৰ বাবে, ৰাইজৰ বাবে কিবা এটা কৰিব লাগিব।

জ্ঞানী : ঠিকেইতো। ৰাইজৰ প্ৰতিনিধিয়ে, ৰাইজৰ কাম কৰিবই লাগিব।

মূৰ্খ : (পেংলাই কৰি।) ৰাইজৰ প্ৰতিনিধিয়ে, ৰাইজৰ কাম কৰিবই লাগিব! হেৰা জ্ঞানীবন্ধু, তোমাৰে মোৰে, এইখিনিতে চিন্তাৰ পাৰ্থক্য, কথাৰ অমিল — ৰাইজৰ প্ৰতিনিধি হ'ল বুলিয়েই ৰাইজৰ কাম কৰিব লাগিব বুলি ক'ৰবাৰ ৰামায়ণ-মহাভাৰতত লিখি থোৱা ধৰা-বন্ধা কথা আছে নেকি?

মন্ত্ৰী : মুঠতে কথা হ'ল, মোৰ এই মন্ত্ৰিত্বৰ কালছোৱাত এনে এটা কাম কৰিব লাগিব, যিটো কাম আন কোনেও কেতিয়াও কৰিব নোৱাৰিলে।

মূৰ্খ : অ' কথাটো তেনেহ'লে সেইটো। মই আকৌ ভাবিছিলোঁ, তুমি সংসাৰ ধৰ্ম ত্যাগ কৰি ব্ৰহ্মচৰ্য পালন কৰিবলৈ ওলাইছা, চাব্বাচ মোৰ বন্ধু মন্ত্ৰী মহোদয়, তোমাৰ বুদ্ধিক তাৰিফ নকৰি নোৱাৰিলোঁ।

জ্ঞানী : তাৰমানে কেৱল ৰাইজৰ স্বাৰ্থত তুমি কাম ফেৰা কৰিবলৈ লোৱা নাই, নিজৰ স্বাৰ্থতহে কৰিবা ?

মূৰ্খ : আৰে! কি কোৱাহে, নিজৰ স্বাৰ্থ-সিদ্ধি নহ'লে ৰাইজৰ কাম কৰিব পাৰিনেকি ? মন্ত্ৰী হ'ল বুলিয়েই নিজৰ স্বাৰ্থ বিসৰ্জন দিব নোৱাৰি।

মন্ত্ৰী : চোৱা, মোৰ প্ৰাণৰ বন্ধুদ্বয়, মই এনেকৈ কামবোৰ কৰি যাম যাতে দেখাত বৃহত্তৰ জনগণৰ বাবে এইবোৰ কাম কৰা হ'ব। ৰাইজে ভাবিব মই কৰি থকা কামবোৰ ৰাইজৰ সেৱক হিচাপে নিস্বাৰ্থভাৱে কৰিছোঁ। কিন্তু প্ৰকৃততে মোৰ সকলো ৰাজহুৱা কামতেই নিজৰ-ব্যক্তিগত স্বাৰ্থ নিহিত হৈ থাকিব। মানে অৰ্থাৎ গণতান্ত্ৰিক পদ্ধতিৰে মই ৰাইজৰ বাবে এনে এটা জনহিতকৰ কাম কৰিম - যাৰ দ্বাৰা মোৰহে লাভৰ পৰিমাণ বেছি হ'ব। যদি দেখাত কোনো কাম মোৰ স্বাৰ্থৰ পৰিপন্থী — অৰ্থাৎ মোৰ লাভৰ ঘৰত ঘিট-ঘিট, তেন্তে সেই কামত, সেই সিদ্ধান্তত মই মতদান কেতিয়াও নকৰোঁ। মোৰ সিদ্ধান্তৰ সপক্ষে সংখ্যা গৰিষ্ঠতা যিকোনো প্ৰকাৰে আনিমেই। এয়াই হ'ল গণতান্ত্ৰিক প্ৰক্ৰিয়া। — নদীৰ বোৱঁতীপানীয়ে পাৰত খুন্দিয়াই, খুন্দিয়াই যিদৰে পাৰ খহায়-গড়া খহনীয়াৰ সৃষ্টি কৰে, ঠিক সেইদৰে এতিয়া মোৰ মূৰৰ ভিতৰত গোট মাৰি থকা মগজুত এক নতুন চিন্তাৰ সুঁতিয়ে খুন্দিয়াই খুন্দিয়াই মগজুৰ গড়া খহনীয়া সৃষ্টি কৰি যি উত্তম বুদ্ধি মূৰৰ তালুবেদি বাহিৰ হৈছে — তাৰপৰা এতিয়া যি জনহিতকৰ কামৰ পৰিকল্পনা ওলাইছে - তাত আছে কেৱল মোৰ নাম কিনাৰ অভিলাষ। নিজৰ নাম দেশত স্থায়ী কৰাৰ অভিলাষ। আন কোনেও কৰিব নোৱাৰা এটা কাম। - - -

জ্ঞানী : কিন্তু, পক্ষপাত দুষ্ট কাম যিমানেই জনহিতকৰ নহওঁক, সি কেতিয়াও স্থায়ী হ'ব নোৱাৰে। তাৰ কোনো সামাজিক প্ৰমূল্য নাই।

মূৰ্খ : এঃ থোৱাহে থোৱা, তোমাৰ সামাজিক প্ৰমূল্য! ৰাইজৰ কাম বুলিয়েই নিজৰ লাভ নোহোৱা কাম কৰিবলৈ যোৱাটো বাতুলতা-মূৰ্খামি।

জ্ঞানী : জানো দেও, তোমালোকেহে জানা, তোমালোকে কি কৰিবলৈ ওলাইছা! মই হ'লে ইয়াৰ ফল যে ভাল হ'ব, তাৰ আশা সমূলি কৰা নাই।

মন্ত্ৰী : হেৰা মোৰ জ্ঞানীবন্ধু! তুমি দেখিছোঁ মোৰ শত্ৰুলৈ পৰিণত হ'ব ধৰিছা!

জ্ঞানী : তোমাৰেই সৌভাগ্য — বহুত মূৰ্খ বন্ধু থকাতকৈ এজন জ্ঞানী শত্ৰু থকাই ভাল।

মন্ত্ৰী : সেয়া নীতি-বচন, নীতি-বচন। নীতি-বচন ইমানতে সামৰা।

জ্ঞানী : তুমি যি কৰা কৰি থাকা। মই কিন্তু মোৰ বিবেকৰ বিৰুদ্ধে যাব নোৱাৰোঁ।

মূৰ্খ : বিবেক! তোমাৰ এই ডাঙৰ ডাঙৰ শব্দ ভাণ্ডাৰৰ দুৱাৰখন বন্ধ কৰি, তাত মস্ত তলা এটা মাৰি থোৱা। বোলো মন্ত্ৰী বন্ধু, মোৰ কথা শুনা — তোমাৰ তালুৰেদি যি উত্তম বুদ্ধি ওলাবলৈ আৰম্ভ কৰিছেবা উলিয়াবলৈ প্ৰস্তুতি আৰম্ভ কৰিছা — সেয়া কৰি পেলোৱা অৰ্থাৎ তোমাৰ চিন্তা অনুযায়ী কাম কৰি পেলোৱা — নহ'লে কেনেবাকৈ এই বহুমূলীয়া চিন্তা তোমাৰ মূৰৰ লাওখোলাৰ কোনোবা ফাকেদি সৰকি, পলাই, উৰি পত্ৰং দিলে- পাছত পস্তাব লাগিব। এইখিনি পৰামৰ্শ বন্ধু বুলিহে তোমাক দিলোঁ। মই আকৌ হক কথা নোকোৱাকৈ থাকিব নোৱাৰোঁ।

মন্ত্ৰী : হ'ব। তোমাৰ পৰামৰ্শ মতেই হ'ব। মই মোৰ পৰিকল্পনা অনুযায়ী কাম কৰিমেই।

জ্ঞানী : তেন্তে তোমালোকে যি কৰা - কৰা, মই আহিলোঁ।

**জ্ঞানী বন্ধু আগবাঢ়ে।**

মন্ত্ৰী : ৰ'বা, ৰ'বা জ্ঞানী বন্ধু, তোমাক মই এৰিব নোৱাৰোঁ। সময়মতে তোমাক মোৰ কামত লাগে। ঠেহ্-পেচ্ নধৰিবা। মোৰ লগতে গাড়ীত ব'লা। মোৰ অফিচ চেম্বাৰত কিছু সময় বহি যাবা। অন্ততঃ মোৰ পৰিকল্পনাটো শুনি যাবা।

**মন্ত্ৰী গৈ গাড়ীৰ দুৱাৰ খুলি জ্ঞানী বন্ধুক বহিবলৈ দি নিজেও গাড়ীত বহি গাড়ী চলাই কিছু যায়।**

মূৰ্খ : আৰে, আৰে মন্ত্ৰী বন্ধু, তুমি দেখোন গুচিয়েই গ'লা –(**দৰ্শকক**) দেখিলে মৱেই তেওঁৰ পক্ষ ললোঁ – মোকেই তেওঁ এৰি গ'ল। ইয়াকে কয় বোলে উপকাৰীক অজগৰে খায়। (**গাড়ীৰ পিছে পিছে দৌৰি, দৌৰি**) ৰ'বা, ৰ'বা মন্ত্ৰী বন্ধু,তোমাৰ মূৰ্খ বন্ধুক তোমাৰ লগতে লৈ যোৱা - - -

**মূৰ্খ দৌৰি, দৌৰি গৈ একোবাৰত জাপ মাৰি গাড়ীত উঠে।**

**মঞ্চ এন্ধাৰ হ'ব।**

## ।। পৰিবেশ তিনি ।।

**মন্ত্ৰীয়ে নিজৰ 'অফিচ' চেম্বাৰ'ত দুয়োজন বন্ধুৰ লগত বহি কথা পাতি থাকে।**

মন্ত্ৰী : বুজিছা, বহুত ৰাইজৰ প্ৰতিনিধিয়ে বহুত ধৰণৰ নতুন নতুন পৰিকল্পনা হাতত লৈ গৈছে। তাৰে কিছুমান সফল হৈছে আৰু কিছুমান বিফল হৈছে। কিন্তু যি পৰিকল্পনাই নলওক লাগে, এইবোৰে মানুহৰ মনত প্ৰভাৱ পেলাব পৰা নাই।

মূৰ্খ : কিন্তু তুমিনো কি এনে আঁচনি হাতত লৈছা যাৰ দ্বাৰা সাংঘাতিক কিবা-কিবি কৰি দিবা।

**এনেতে 'টেলিফোন' বাজি উঠে। মন্ত্ৰীয়ে ৰিচিভাৰ তুলি কথা পাতে, আকৌ এটা বাজি উঠে, এইদৰে প্ৰায় তিনিটামান ফোন বাজে-প্ৰতিটোৰ ৰিচিভাৰ খৰধৰকৈ তুলি মন্ত্ৰীয়ে কথা পাতিব ধৰে।**

মন্ত্ৰী : হেল্ল'- ইয়েছ - মই কৈছোঁ, মন্ত্ৰী। - অ' চিফ চেক্ৰেটাৰী --- হ'ব, হ'ব --- অঁ, এতিয়া মই অলপতে ঘোষণা কৰিবলৈ আপোনাক ক'ম --- থাকক, থাকক সকলো শুনিবৰ বাবে সাজু হৈ থাকক --- অঁ --- এতিয়া এই বিষয়ে বেছি কথা আলোচনা নকৰাই ভাল - অঁ, - অঁ, - অঁ, - বাৰু - থওঁ। - (**ফোন থয়। আন এটা ফোনৰ ৰিচিভাৰ তুলি লয়।**) ইয়েছ - মন্ত্ৰীয়ে কৈছোঁ --- প্ৰেছৰ পৰা কৈছে? --- আপোনালোক ইমান ব্যস্ত হৈ পৰিছে কিয়? সকলো খবৰ সময়মতে গম পাবই নহয় --- অঁ, অঁ, --- নতুন আঁচনি, নতুনপৰিকল্পনা -- নাই, নাই --- এতিয়াই সকলো ক'ব নোৱাৰি, পিছত সকলো জনাম --- অঁ, থলোঁ। (**ৰিচিভাৰটো ফোনত থৈ, কাণত থকাটোৰ কথা কোৱাৰ ফালে হাতেৰে বন্ধ কৰি।**) য'ত চব অপগণ্ড ক'ৰবাৰ, পেপাৰত তিলকে তালটো কৰি সচাই- মিছাই প্ৰচাৰ কৰিবলৈ ৰৈ আছে। (**ফোনত আকৌ কথা পতাত লাগে।**) হেল্ল' - ইয়েছ, মন্ত্ৰী স্পীকিং -- কি? ছাত্ৰ নেতা?

**মন্ত্ৰীয়ে নিজকে ঠিক কৰি লয়। এনেতে সুবিধা বুজি মূৰ্খই মন্তব্য দিয়ে।**

মূৰ্খ : সকলোৰে একে সময়তে একেলগে ফোন কৰিবলৈ পাইনে?

**মন্ত্ৰীয়ে ফোনত কথা পাতে।**

মন্ত্ৰী : অ' তুমি, হেঃ হেঃ হেঃ --- হেল্ল'— ইয়ং বয়, কি খবৰ? ভালে আছাতো? --- অঁ, অঁ, ঠিক শুনিছা -- একেবাৰে সাংঘাতিক পৰিকল্পনা --- নাই, নাই চিন্তা নকৰিবা। --- ৰাইজৰ পৰিপন্থী! ৰাইজৰ মংগলৰ বাবেহে মোৰ এই আঁচনি। --- চোৱা ডেকা ল'ৰা, ৰাইজক সাক্ষী কৰি মই মন্ত্ৰীত্বৰ শপত লৈছিলোঁ, সেই ৰাইজকে আকৌ বিট্ৰে কৰিব নোৱাৰোঁ --- হেঃ হেঃ হেঃ তোমালোক নতুন তেজৰ ডেকা ল'ৰাই সহায় নকৰিলে কোনে কৰিব --- হ'ব হ'ব মই সদায়ে তোমালোকৰ সেৱাৰ বাবেই আছোঁ --- অঁ, অঁ, এতিয়াই নহয়, সময়ত জানিবা। --- বাৰু ৰাখো দেই, মই অলপ ব্যস্ত আছোঁ। (**ফোনৰ ৰিচিভাৰ থয়।**) হোঃ ---

জ্ঞানী : তুমি দেখিছো ব্যস্ত মন্ত্ৰী হৈ পৰিছা।

মন্ত্ৰী : এইটোৱেইতো পলিচি! এনেয়ে নামত মন্ত্ৰী হৈ থকাত কৈ অলপ ব্যস্ত হোৱাই ভাল। নেদেখিলা —পৰিকল্পনাৰ কথা ঘোষণা কৰাই নাই, সকলোবোৰ মগজতে এতিয়াও আবদ্ধ হৈ আছে - - - আনফালে ইয়াকে লৈ সেইবোৰৰ হুলস্থূল লাগিলেই।

মূৰ্খ : এতিয়া লাহে ধীৰে, শান্ত-শিষ্ট হৈ তোমাৰ পৰিকল্পনাৰ কথা কোৱা।

মন্ত্ৰী : ক'ম, ক'ম তোমালোক মোৰ অন্তৰংগ বন্ধু, তোমালোকক নকৈ কাক ক'ম? শুনা, মোৰ পৰিকল্পনা হ'ল, দেশৰপৰা দৰিদ্ৰতা দূৰ কৰা।

জ্ঞানী : (অট্ট হাঁহি।)

মন্ত্ৰী : কি হ'ল হাঁহিলা যে!

জ্ঞানী : নতুননো কিটো হ'ল? আগতেও এনে আঁচনিৰ বহুত শ্ল'গান ওলাই গৈছে। গৰিবী হাতাও। এই গৰিবী হাতাও শব্দটো তুমি যেনিবা অসমীয়াকৰণ কৰিলা, মানে জাতীয়তাবাদী ৰহণ দিলা। দৰিদ্ৰতা দূৰীকৰণ। এইবোৰ শ্ল'গান দি বহুতে আগতেই একঠা, একঠা খাই গ'ল।

মন্ত্ৰী : মইতো কোৱা নাই আগতে এই আঁচনি কোনেও হাতত লোৱা নাই বুলি। লৈছে। বহুতে লৈছে। বহুবাৰ লৈছে। কিন্তু ফেইলাৰ। টুটেলী ফেইলাৰ। টুটেল ফ্লপ।

মূৰ্খ : তুমি জানো চাকচেছ্ হ'ব পাৰিবা? ইমানবোৰ যেতিয়া ফেইলাৰ হৈছে - - -

মন্ত্ৰী : পাৰিম। মই নতুন বুদ্ধি মানে নতুন টেক্‌নিক খটুৱাম। তাতে তুমিতো আছাই।

মূৰ্খ : মই মূৰ্খ বন্ধু সদায় তোমাৰ বুদ্ধিৰ মাজত থাকিমেই।

মন্ত্ৰী : জানা, একেদিনাই চাকচেছ্ নহ'ব পাৰো - কিন্তু লাহে লাহে - প্ৰথমে ফেইলাৰ হ'ব পাৰোঁ, কিন্তু ধীৰে সুস্থিৰে। ৰামায়ণত কথা এষাৰ আছে নহয় - ফেইলাৰ ইজ দি - - -

জ্ঞানী : হেৰা, ইংৰাজী প্ৰবাদ বাক্য এটা ৰামায়ণলৈ টানি আনিলা - - -

মন্ত্ৰী : আঃ একে কথা, ৰামায়ণ ইংৰাজীলৈ ট্ৰেনশ্লেট কৰিলে তেনেকুৱাই হ'ব। অঁ, ফেইলাৰ ইজ দি পিলাৰ অব চাকচেছ্ -

জ্ঞানী : কিন্তু পিলাৰৰ ওপৰত তোমাৰ ঘৰ জানো উঠিব?

মন্ত্ৰী : তুমি বৰ নিৰাশাবাদীহে!

জ্ঞানী : অতীতৰ তোমাৰ কৰ্মৰাজি ৰোমন্থন কৰিহে কৈছোঁ।

মন্ত্ৰী : অতীতৰ কথা নক'বা-নক'বা, অতীতত মই গৰু আছিলোঁ। মোৰ মাষ্টৰে স্কুলত মোক দিয়া নাম আছিল গৰু। মোৰ আচল নাম তেতিয়া সকলোৱে পাহৰিয়ে পেলাইছিল। মই গৰু নামেৰেই জনাজাত হৈ পৰিছিলোঁ। আনকি মোৰ নিজৰ আচল নাম ময়েই পাহৰি পেলাইছিলোঁ। কোনোবাই মোৰ নাম সুধিলে মই গৰু বুলিয়েই কওঁ। - - - এতিয়া ক'ৰবাত কেনেবাকৈ সেই মাষ্টৰজনক লগ পোৱা হ'লে! বাৰু সেইবোৰ থাকক। আচলতে কি জানা - লটাৰিত টকা পোৱাৰ দৰে, ৰাইজৰ আশীৰ্বাদত মই হঠাতে আকস্মিকভাৱে মন্ত্ৰী হৈ গলোঁ। এতিয়া মই মন্ত্ৰী হৈ বহুত কথাই জানোঁ, বুজোঁ - - -

জ্ঞানী : মন্ত্ৰী হ'লা বুলি তুমি জধামূৰ্খ গৰুটো ৰাতা-ৰাত জ্ঞানী, পণ্ডিতলৈ টেন্সফাৰ হৈ গ'লানে?

মূৰ্খ : হেৰা, জ্ঞানী বন্ধু, তুমিয়ো মোৰ লগৰহে - একেবাৰে মূৰ্খ। তুমি একোৱেই নাজানা। মন্ত্ৰিত্ব পোৱা মানে আলাউদ্দিনৰ চাকি পোৱা — মানে মোহাৰটো মাৰি দিলেই হ'ল - জ্ঞানৰ ভাণ্ডাৰ কুইন্টলে কুইন্টলে দম খাই যায়।

জ্ঞানী : মানে আলিবাবাই চল্লিশ চোৰৰ ৰত্নভাণ্ডাৰৰ গুহা পোৱাৰ দৰে - খোল যা চিম্ চিম্ - বাছ্ আমাৰ মন্ত্ৰীৰ মূৰৰ ভিতৰৰ জ্ঞানৰ দুৱাৰ খুলি গ'ল - - -

মূৰ্খ : অ' তেনেকুৱাই বুলি ধৰা। মানে মন্ত্ৰী হ'লেই বুজি ল'ব লাগিব তেওঁ বহুত কথা জানে, বুজে। এই বুলিয়েই সেইটো ধৰি ল'ব লাগে। সেইটোৱেই নিয়ম। এটা পৰম্পৰা।

মন্ত্ৰী : (জ্ঞানীক) তুমি বন্ধু, মুঠতে মোৰ অতীতৰ কথা পাহৰি যোৱা, শুনা মই এটা কবিতা লিখিছোঁ - - -

**হঠাৎ বহি থকা চকীখনৰ খুৰা ভাঙি খোপনি**
**এৰাই মূৰ্খ পৰি যোৱাৰ দৰে হয়।**

জ্ঞানী : **(অট্ট হাঁহি)**

মন্ত্ৰী : **(জ্ঞানীক ইঁহা আৰু মূৰ্খক পৰিব ধৰা দেখি।)** কি হ'ল!

মূৰ্খ : নাই, তুমি কবিতা লিখিছা বুলি শুনি - মোৰ হঠাৎ খোপনি হেৰাই গ'ল।

জ্ঞানী : **(হাঁহি, হাঁহি)** তুমি আকৌ কবি হ'লা কেতিয়াৰ পৰা?

মন্ত্ৰী : হ'ব লাগিব। মন্ত্ৰী হ'লে চব হ'ব লাগিব। সাহিত্যিক - শিল্পী হ'ব লাগিব। খেলুৱৈ হ'ব লাগিব। ডাক্তৰ - ইঞ্জিনিয়াৰ হ'ব লাগিব। দাৰ্শনিক — পণ্ডিত হ'ব লাগিব।

মূৰ্খ : মানে, মন্ত্ৰীমানেই চবজান্তা ---

মন্ত্ৰী : ঠিক ধৰিছা মূৰ্খ বন্ধু, তুমিয়েই মোৰ প্ৰকৃত বন্ধু।

মূৰ্খ : বাৰু, বাৰু অমৃত পান কৰা তোমাৰ দেৱ মুখৰপৰা — কবিতা ফাঁকিকে শুনোৱা।

মন্ত্ৰী : শুনা, অতীতক যোৱাহে পাহৰি ---

মূৰ্খ : বাঃ বাঃ বঢ়িয়া, বঢ়িয়া ---

জ্ঞানী : হেঁ! ৰ'বা, ৰ'বা এইটো দেখোন স্বৰ্গীয় যতীন্দ্ৰ নাথ দুৱৰাৰ কবিতা!

মন্ত্ৰী : **(বিৰক্তিৰে)** আঃ তোমাৰ পৰা একো এটা কৰিব নোৱাৰি। **(সুৰ সলায়)** --- হেঃ হেঃ হেঃ --- বাৰু বাৰু এতিয়া আকৌ মোৰ পৰিকল্পনাৰ কথালৈ আহোঁ।

মূৰ্খ : অঁ, অঁ, আৰম্ভ কৰা।

মন্ত্ৰী : দৰিদ্ৰতা দূৰীকৰণৰ ওপৰত কৰা মোৰ পৰিকল্পনাটোৰ বাবে স্থায়ী আৰু কাৰ্যকৰী ব্যৱস্থা ল'ব লাগিব। মুঠতে মোৰ আঁচনি চাকচেছ্ হ'ব লাগিব। মোৰ নাম দেশত, সমাজত থাকি যাব লাগিব। মোৰ ভাৱমূৰ্তি উজ্জ্বল হ'ব লাগিব।

মূৰ্খ : তোমাৰ ভাৱমূৰ্ত্তি, আৱক্ষ মূৰ্ত্তি উজ্জ্বল হ'ব - চিন্তা নকৰিবা।

মন্ত্ৰী : যাতে অহা বাৰ ইলেকশ্বনত মই সংখ্যাগৰিষ্ঠ ভোটত জিকিব পাৰোঁ।

জ্ঞানী : হেৰা বন্ধু, তোমাৰ স্বাৰ্থজড়িত পৰিকল্পনা বন্ধ কৰা।

মূৰ্খ : কিয় বন্ধ কৰিব লাগে?

জ্ঞানী : য'ত নিজৰ স্বাৰ্থ আগ, ৰাইজৰ স্বাৰ্থ পাছ - সেই কাৰ্যত কাৰ লাভ হ'ব?

মূৰ্খ : মন্ত্ৰীৰ লাভ হ'ব।

মন্ত্ৰী : অঁ, মোৰ লাভ হ'ব।

জ্ঞানী : ৰাইজৰ ?

মূৰ্খ : গুলি মাৰা তোমাৰ ৰাইজ ! বৰ্তমানে চলি থকা গণতন্ত্ৰৰ প্ৰক্ৰিয়াই হ'ল - ৰাইজৰ এনেকুৱা কাম কৰিবলৈ লোৱা, য'ত নিজৰ প্ৰচুৰ লাভ হয়, এনে কাম নকৰিবা য'ত কেৱল ৰাইজৰ লাভ আৰু নিজৰ স্বাৰ্থত ব্যাঘাত হয়।

মন্ত্ৰী : মোৰ নিজৰ লাভলৈ নাচাই, নিজৰ স্বাৰ্থ লৈ নাচাই মৰিবলৈ যাম ! মই মোৰ নিজৰ লাভৰ কথা চিন্তা নকৰাকৈ এম, এল, এ, উঠিছিলোঁ !

জ্ঞানী : এইবোৰ কথাত, এইবোৰ কামত ৰাইজৰ গৰিহণা খাবা।

মূৰ্খ : নীতিবচন বন্ধ কৰা।

জ্ঞানী : মন্ত্ৰী বন্ধু, মই এতিয়াও কৈছোঁ, ভালদৰে ভাবি-চিন্তি কাম কৰা, তুমি ৰাইজৰ প্ৰতিনিধি; তোমাৰ ৰাইজৰ প্ৰতি দায়িত্ব আছে।

মূৰ্খ : হেৰা, বেছি জ্ঞানীৰ কাম কৰিলে বিপদ আছে।

মন্ত্ৰী : মই, মোৰ কাম কৰিমেই।

জ্ঞানী : জানো দেও কি কৰা - কৰা - - -

মূৰ্খ : জানিবলৈ কিটো আছে! কৰা কাম কৰিব লাগে।

তিনিও : **(দৰ্শকক)** আপোনালোকৰ মতামত একা ?

**মঞ্চ এন্ধাৰ হ'ব।**

## ।। পৰিবেশ চাৰি ।।

**সুসজ্জিত এটা ডাঙৰ অস্থায়ী মণ্ডপ।**
**মন্ত্ৰীয়ে নতুন পৰিকল্পনাৰ কথা ৰাজহুৱাভাৱে ঘোষণা কৰিব। ৰাইজৰ সমাগম। কৰ্মব্যস্ততা।**
**এটা উৎসৱ মুখৰ পৰিবেশ। বিভিন্ন বিষয়া-কৰ্মচাৰী কৰ্ম তৎপৰতাৰে অহা-যোৱা কৰে।**

বিষয়া : হেৰা, সোনকালে কৰা, সোনকালে কৰা - মন্ত্ৰী আহি পাবৰ হ'ল।

উচ্চ বিষয়া : শইকীয়া, কামবোৰ ঠিকমতে হৈছেনে ?

বিষয়া : প্ৰায় ঠিকমতে হৈছে।

উচ্চ বিষয়া : এই পেণ্ডেলটোৰ কন্সট্ৰাকশ্বনৰ দায়িত্ব কাক দিয়া হৈছে?

বিষয়া : প্ৰায় চ্যাৰ ঠিকাকে দি দিলোঁ।

উচ্চ বিষয়া : ভাল কৰিলে। আপোনালোকৰ কাল্চাৰেল ডিপাৰটমেন্টটোৱে নিজে এইবোৰ কাম ভালদৰে কৰিব নোৱাৰে।

বিষয়া : প্ৰায় নোৱাৰে চ্যাৰ।

উচ্চ বিষয়া : অ' আৰু এটা কথা। মন্ত্ৰী চ্যাৰে তেখেতৰ দৰিদ্ৰতা দূৰীকৰণৰ প্লেনটো এনাওন্স কৰাৰ উপলক্ষে এটা কালচাৰেল শ্ব' পাতিব লাগিব নহয়।

বিষয়া : হেঃ হেঃ হেঃ আপুনিও ভাল কৈছে চ্যাৰ। আমাৰ কালচাৰেল ডিপাৰ্টমেন্টটো থাকোতে আপুনি এই বিষয়ত চিন্তা কৰিব লাগেনে? আমি চ্যাৰ প্ৰায় সুৰুঙা বিচাৰিয়েই ফুৰোঁ। চৰকাৰে ক'ৰবাত কিবা এটা পাতিলেই হ'ল। ক'ৰবাত প্ৰাইজ ডিষ্ট্ৰিবিউশ্বন, তাতআমাৰ কালচাৰেল শ্ব'। ক'ৰবাত আধাৰশিলা স্থাপন - আমাৰ কালচাৰেল শ্ব'। কোনোবা গেষ্ট আহিছে, আমাক জনাব লাগে - তাত আমাৰ কালচাৰেল শ্ব'। কিবা ইন'গিউৰেশ্বন হৈছে - আমাৰ কালচাৰেল শ্ব'। মন্ত্ৰীৰ অদল বদল,আমাৰ কালচাৰেল শ্ব'। শপতগ্ৰহণ- কালচাৰেল শ্ব'। মন্ত্ৰী - পত্নীৰ সন্তান জন্ম, কালচাৰেল শ্ব'। মন্ত্ৰী পুত্ৰৰ অন্ন-প্ৰসন্ন - কালচাৰেল শ্ব'। মানে চ্যাৰ, আমাৰ দেশৰ কালচাৰলটো প্ৰায় আমিয়েই জীয়াই ৰাখিছোঁ।

উচ্চ বিষয়া : চাবা, কালচাৰেল মানে ফ'ক কালচাৰ হ'ব লাগিব। বিশেষকৈ জনজাতীয় হ'ব লাগিব। মানে আমি দেখুৱাব লাগিব আমাৰ মহান সংহতি। সেই বাবেই ফ'ক কালচাৰলত জোৰ দিব লাগিব।

বিষয়া : ই চ্যাৰ , আপুনি চিন্তাই নকৰিব। আমি কৰিছোৱেই। গোটেইগাল ফ'ক কালচাৰ লগ লগাই দিছোঁ। বড়ো, মিচিং, দেউৰী, ওজাপালি, বিহু, ভাওনা, জিকিৰ - মানে চ্যাৰ, গোটেইখন ফ'ক কালচাৰেৰে একেবাৰে ফ'ক - ফ'কাই থাকিব।

উচ্চ বিষয়া : এইবোৰৰ দায়িত্ব কাক দিয়া হৈছে?

বিষয়া : প্ৰায় চ্যাৰ উপযুক্ত মানুহকে দিয়া হৈছে। **(বাহিৰলৈ দেখুৱায়।)** সৌৱা চ্যাৰ তেখেত - **(সুৰ সলায়।)** আহক, আহক।

উচ্চ বিষয়া : **(বাহিৰলৈ চায়)** আমাৰ দেখোন খান্না ঠিকাদাৰ - - -

**খান্নাৰ প্ৰৱেশ।**

খান্না : নকস্কাৰ, নমস্কাৰ চ্যাৰ।

বিষয়া : চ্যাৰ, যোৱাবাৰ কুকুৰা যুঁজ কম্পিটিশ্বনৰ এৱাৰ্ড ডিষ্ট্ৰিবিউশ্বন চেৰিমনিৰ কালচাৰেল শ্ব'টোৰ ঠিকা এখেতেই পাইছিল। বৰ চাকচেছফুলি ফাংশ্বনখন হৈছিল। একেবাৰে ৱাণ্ডাৰফুল।

উচ্চ বিষয়া : কালচাৰশ্ব' ঠিকাত কৰোৱা হ'ব! ঠিকাদাৰে কৰিব।

খান্না : **(ভঙা অসমীয়াত ক'ব)** চ্যাৰ, আপুনি চিন্তা নকৰিব, যোৱাবাৰ **(বিষয়াক)** চ্যাৰে কোৱা চল্লিশ হেজাৰ টকীয়া এৱাৰ্ড ডিষ্ট্ৰিবিউশ্বন চেৰিমনিৰ কালচাৰেল শ্ব'টো মই মাত্ৰ চ্যাৰে তিনি লাখ টকাত কৰি দিলোঁ।

বিষয়া : এখেত চ্যাৰ, আমাৰ ৰাজ্যৰ মানুহ নহ'লে কি হ'ল - এখেত আমাৰ ফ'ক কালচাৰৰ বিষয়ে যিমান জানে — আমাৰ খাৰ'খোৱা কেইটাই সিমান নেজানে। আহা - হা - হা কি কালচাৰেল নলেজ! ৱাণ্ডাৰফুল!

উচ্চ বিষয়া : তথাপিতো কালচাৰেল শ্ব' ঠিকাত দিয়াটো! **(সুৰ সলায়।)** এহ্ ভালেই কৰিছে দিয়ক। সেই গাঁৱলীয়া জংগলী আৰ্টিষ্টিগালক আনি অহা-যোৱা, খোৱা-বোৱা, থকা-মেলা আদিত লাগি ঝামেলা চপাই নোলোৱাই ভাল। মানুহৰো কথা আছে, টকাৰো কথা আছে, সময়ৰো কথা আছে, আমাৰ সন্মানৰো কথা আছে। ঠিকা দি দিছে যেতিয়া আমাৰ দায়িত্ব শেষ।

**এনেতে কুমাৰ আৰু 'কেচ্যৰ' নামৰ দুজন ব্যক্তি সোমাই আহে। তেওঁলোকৰো কথা বতৰা ভঙা অসমীয়াতক'ব।**

কুমাৰ,কেচব **(একেলগে, উচ্চ বিষয়াক)** চ্যাৰ, প্ৰণাম।

উচ্চ বিষয়া অ' প্ৰণাম, প্ৰণাম।

বিষয়া : চ্যাৰ, এখেত (**কুমাৰক**) কুমাৰ চাহাব, আমাৰ এই পেণ্ডেলটোৰ ঠিকা এখেতকে দিছো আৰু চ্যাৰ এখেত (**কেচ্যবক**) কেচ্যব বাবু, আজি সকলো খোৱাৰ - মানে চ্যাৰ, গোটা, জুলীয়া আদিৰ পৰা আৰম্ভ কৰি প্ৰায় সকলো খোৱা বস্তু যোগানৰ ঠিকা এখেতেই লৈছে।

উচ্চ বিষয়া : ভাল হৈছে, ভাল হৈছে। পিছে এই অৰ্ডাৰবোৰ কিদৰে দিয়া হৈছে?

বিষয়া : ডিপাৰ্টমেন্টৰ হতুৱাই টেণ্ডাৰ ক'ল কৰোৱাই দিয়া হৈছে।

উচ্ছ বিষয়া : গুড্! বৰ্ক অৰ্ডাৰবোৰ কিমান, কিমান টকাৰ?

খান্না : মোৰ চ্যাৰ, অৰ্ডাৰটোত বিশেষ টকা ধৰা নাই। চাৰি লাখ পঁচিশ হেজাৰ।

কুমাৰ : আজিকালি চ্যাৰ, বাঁহ-কাঠ পোৱাটো বৰ আহুকাল। কাপোৰ কানি, টেন্ট - চেন্টবোৰ বাহিৰৰ পৰা আনিব লগা হৈছে। উপায় নাই লোকচান কৰিয়েই কামবোৰ কৰিব লগা হৈছে। আপোনাসকলৰ মৰমক নেওচা দিব নোৱাৰি। মোৰ ঠিকা চ্যাৰ প্ৰায় ছয় লাখ টকাৰ।

কেচ্যব : খোৱা-বোৱা বস্তুৰ দামৰ কথা চ্যাৰ আপুনি জানেই। তাতে মন্ত্ৰী মহোদয়ৰ বাবে স্পীচিয়েল অৰ্ডাৰ দিয়াব লগা হৈছে।(**মনে মনে**) চ্যাৰ, আজি কালি পনীয়া বিধটো পাবলৈ নাইয়ে। ব্লেকত যেনে-তেনে অলপ যোগাৰ কৰিছোঁ। মুঠতে চ্যাৰ, অতি কম খৰচত মানে চ্যাৰ, ঠিকাটো মাত্ৰ দুই লাখ টকাত কোনোমতে মেনেজ কৰিছোঁ।

উচ্চ বিষয়া : ইমান, ইমান টকাৰ কন্ট্ৰেক!

বিষয়া : মানে চ্যাৰ, প্ৰায় - - -

উচ্চ বিষয়া : নাই, নাই এইবোৰ আকৌ ৰি একজামিন কৰিব লাগিব।

বিষয়া : মানে, মানে চ্যাৰ, এইবোৰ চব বিভাগীয় মিনিষ্টাৰৰ হতুৱাই ফৰোৱাৰ্ড কৰাই লোৱা হৈছে।

উচ্চ বিষয়া : তথাপিতো, চৰকাৰৰ টকা হ'ল বুলি - - -

খান্না : চ্যাৰ, আপোনাৰ মানে, আমাৰ বাইদেউ, মানে চ্যাৰ, আপোনাৰ মিচেছে বিল পোৱাৰ পাছত এবাৰ আপোনাৰ ঘৰলৈ মোক মাতিছিল। মানে চ্যাৰ, এনেই ফুৰিবলৈ।

কুমাৰ : মইতো চ্যাৰ, ৰাণিং বিল লৈ বাইদেউৰ মানে আপোনাৰ শ্ৰীমতীৰ কথা মতে আপোনাৰ ঘৰৰ পৰা ফুৰি আহিলোঁৱেই।

কেচ্যব : চ্যাৰ, মোৰ অৱশ্যে হিচাব-নিকাচবোৰ ঠিক হোৱা নাই কাৰণে - মানে পাৰ্চেন্টেজৰ কথা কৈছোঁ - সেই বাবেই সেই ফুৰা-ফুৰি কাম কৰিব পৰা নাই। কিন্তু চ্যাৰ, আপুনি চিন্তা নকৰিব, সেই ফেৰাত মানে ফুৰাতমই ওস্তাদ। মই ফুৰিমেই ফুৰিম।

উচ্চ বিষয়া : হ'ব, হ'ব। চিঞৰ-বাখৰখন কৰিব নালাগে। এইবোৰ চিঞৰ - বাখৰ কৰাৰ বিষয় নেকি? মোৰ তেওঁৰ লগত মানে মিচেছৰ লগত আপোনালোকৰ কি সম্বন্ধ আছে, সেয়া আপোনালোকে জানে। মানে, আপোনালোকে মুঠতে কামবোৰ ভালদৰে কৰক।

খান্না,কুমাৰ আৰু কেচ্যব : **(তিনিয়ো একেলগে হাঁহে।)** হেঃ হেঃ হেঃ - আপুনি চ্যাৰ, চিন্তা নকৰিব।

বিযযা : **(হাঁহি)** চ্যাৰ, কোনো চিন্তা নাই - মিনিষ্টেৰি লেভেলতো পাৰ্চেন্টেতেইজ হৈ গৈছে।

উচ্চ বিষয়া : **(বাহিৰলৈ চায়।)** অ', মিনিষ্টাৰ আহিলে। সকলো ৰেডি কৰা, ৰেডি কৰা। **(নিজেও তৎপৰ হয়।)**

বিষয়া : **(প্ৰায় খদমদম্ লগাই।)** ক'ত কোন কেনেকৈ আছা — সকলো ৰেডি হোৱা। মন্ত্ৰী চ্যাৰ আহি পালেই। নিজৰ নিজৰ কামত লাগা। **(নিজে তৎপৰ হয়।)**

খান্না : **(তৎপৰতাৰে)** হেই, চকী-মেজ-ডেক্স, ফুলৰ মালা, গামোচা --

কুমাৰ : **(তৎপৰতাৰে)** হেৰা, হেৰা চংগিত, চংগিত - অঃ চ'ৰি হংগিত -- মানে আমাৰ জাতীয়, মানে দেচি গান-বাজ্না ---

কেচ্যব : **(তৎপৰতাৰে)** এই, খাদ্য - খানা - খানা ---

**চিঞৰ-বাখৰ, হুলস্থূল আদি হয়। কিছু মানুহে ঢোলে-দগৰেৰে মন্ত্ৰীক আদৰি আনে। মন্ত্ৰীৰ লগতদুই বন্ধু (জ্ঞানী আৰু মূৰ্খ)ও**

**আহে। জ্ঞানী বন্ধুৱে বিশেষ গুৰুত্ব নাপায়। মূৰ্খই নিজৰ গুৰুত্ব বঢ়াই ল'ব। পিছলৈ দেখা যাব, মূৰ্খ বন্ধুৱেই যেন মন্ত্ৰী। কান্ধত গামোচা লৈ গাভৰু ছোৱালী কেইজনীমান আগে আগে আহিব। ফ'টোগ্ৰাফাৰ, ৰিপৰ্টাৰ আৰু আন কিছু আগ-ভাগ লোৱা নেতাজাতীয় মানুহ মন্ত্ৰীৰ লগত নিজ নিজ কৰ্মৰত ব্যস্ততা দেখুৱাই সোমাই আহে। মন্ত্ৰী অহাৰ লগে লগে মাইকীমানুহ কেইগৰাকীমানে ফুলৰ মালা পিন্ধায়। নিজক আনৰ আগত দেখুৱাৰ উদ্দেশ্যেৰে তেওঁলোকে মন্ত্ৰীৰ লগে লগে আহে। দুজনীমান ছোৱালীয়ে মন্ত্ৰীৰ কান্ধত গামোচা দিয়ে। দুজনীমানে মন্ত্ৰীৰ চোলাত বেজ লগাই দিয়ে। এইখিনি কৰোতে প্ৰত্যেকে নিজৰ নিজৰ প্ৰতিপত্তি দেখুৱাবলৈ অপ্ৰাণ চেষ্টা কৰে। মন্ত্ৰীয়ে সকলোকে নমস্কাৰ দিয়ে।**

: চেক্ৰেটাৰী।

উচ্চ বিষয়া : চ্যাৰ, সকলো ৰেডি।

এজন ব্যক্তি : হয় চ্যাৰ, খালি আপোনাৰ অমৃত বৰ্ষা মুখেৰে দুআষাৰমান ৰাইজৰ বাবে আৰম্ভ কৰক।

বিষয়া : চ্যাৰ, প্লেনটোৰ মানে আপোনাৰ পৰিকল্পনাটোৰ বিষয়ে প্ৰায় কৈ পেলাওঁক - ৰাইজ কেৱল তাৰ বাবেই প্ৰায় ৰৈ আছে।

কেচ্যব : **(বিষয়াৰ কথাত মন্ত্ৰীয়ে গুৰুত্ব দিবলৈ সুবিধা নিদি নিজৰ গুৰুত্ব বঢ়াবলৈ -)** নহয় চ্যাৰ, আগেয়ে জলযোগ, খাদ্যযোগ, কলিযুগ - অঃ চৰি চ্যাৰ, মানে খোৱা-বোৱা হৈ যাওঁক চ্যাৰ — লগতে খোৱাই-মেলি ৰাইজকো সন্তোষ কৰি লওঁক।

খান্না : চ্যাৰ, ফ'ক কালচাৰো আছে।

মন্ত্ৰী : এহ্ ফ'ক কালচাৰ পাছত খাম।

উচ্চ বিষয়া : ফ'ক কালচাৰ খোৱা বস্তু নহয়।

: তেন্তে সেইটোনো কি বস্তু ?

উচ্চ বিষয়া : মানে চ্যাৰ, গানা-বাজনাৰ কথা কৈছে।

মন্ত্ৰী : গানা-বাজনা! মানে! অ' কালচাৰ - কালচাৰ পাছত হ'ব। আগতে খোৱাটো হৈ যাওঁক। চেক্ৰেটাৰী **(মনে মনে)** সেই ৰিপৰ্টাৰগালক অলপ ভালদৰে খোৱাব। নহ'লে ক'ত কি লিখি-মেলি দিব ঠিক নাই। **(মাত ডাঙৰ কৰি।)** মানে - খোৱাটো স্বাস্থ্যৰ বাবে ভাল। খোৱাটো এটা ভাল কাম। ভাল কাম মানে শুভকাম। শুভকাম সোনকালে কৰিব লাগে। চেক্সপিয়েৰে এষাৰ বৰ সাৰুৱা কথা কৈ গৈছে - শুভম্ শ্ৰীৰ্ঘেম্ - - -

জ্ঞানী বন্ধু : এয়া চেক্সপিয়েৰৰ কথা নহয়।

মন্ত্ৰী : হ'ব দিয়া।

বিষয়া : **(সম্পূৰ্ণ পৰিৱেশ আনৰ দৃষ্টিত নপৰিবলৈ চেষ্টা কৰি।)** ৰাইজ, আহক সামান্যভাৱে আয়োজন কৰা আমাৰ লাইট ৰিফ্ৰেচ্‌মেন্টত যোগ দিয়ক। আজিৰ এই পাৰ্টিটো আমাৰ কেচ্যববাবু ঠিকাদাৰৰ তৰফৰ পৰা দিয়া হৈছে।

উচ্চ বিষয়া : **(বিষয়াক একাষে টানি নি)** হেৰি, আপুনি কি ক'লে? পাৰ্টিটো কোনে দিয়া বুলিলে ?

বিষয়া : **(মাত সৰু কৰি)** চ্যাৰ, মনে মনে থাকক। খোৱাৰ বাবে ইমান টকা খৰচ কৰা ৰাইজক ক'ব নোৱাৰি। পাব্লিক কম্‌প্লেইন হ'ব। এইবোৰ চ্যাৰ, অপে'ন চিক্ৰেট্ হ'লেও টপ্ চিক্ৰেট্ আৰু চ্যাৰ, কেচ্যব ঠিকাদাৰে বিলৰ টকা লৈয়ে আপোনাৰ মিচেছক লগ ধৰিবলৈ যাবই। সেইটোও টপ্ চিক্ৰেট্।

উচ্চ বিষয়া : হ'ব, হ'ব।

**সকলোৰে বিভিন্ন ঠাইত বহেগৈ। মন্ত্ৰীৰ ওচৰত বহিবলৈ প্ৰায় সকলোৰে হেতা-ওপৰা লাগে। ফটোগ্ৰাফাৰে ফটো লয়। সকলোৰে সজাই থোৱা বিভিন্ন খাদ্য খায়। লগে লগে পাশ্চাত্য সংগীত বাজি আছে। কিছু সময়ৰ পাছত খোৱা শেষ হ'লত মন্ত্ৰী উঠি আগবাঢ়ি আহি, ৰাইজক উদ্দেশ্য কৰি ক'বলৈ ধৰে।**

মন্ত্ৰী : ৰাইজ, মই এটা যাউতিযুগীয়া কাম কৰিবলৈ বিচাৰিছোঁ - - -

প্ৰথম সাংবাদিক : কেনেকুৱা কাম চ্যাৰ?

মন্ত্ৰী ঃ তাজমহলৰ দৰে যাউতিযুগীয়া - - -

দ্বিতীয় সাংবাদিকঃ কি কাম চ্যাৰ ?

মন্ত্ৰী ঃ এতিয়াই জনাম ।

তৃতীয় সাংবাদিক ঃ ৰাইজৰ কি লাভ হ'ব চ্যাৰ?

মন্ত্ৰী ঃ লাভ? লাভ হ'ব। বহুত লাভ হ'ব।

চতুৰ্থ সাংবাদিক ঃ মন্ত্ৰী মহোদয়, দেশৰ জনসাধাৰণৰ লগত আপুনি কৰিবলৈ লোৱা কামটোৰ কি সম্বন্ধ আছে?

মন্ত্ৰী ঃ **(অতিষ্ঠ হৈ)** ৰ'ব, ৰ'ব - মোক আগতে ক'বলৈ দিয়ক।

সকলোৱে ঃ কওঁক কওঁক চ্যাৰ -

ঃ এই, ডিষ্টাৰ্ব নকৰিব, ডিষ্টাৰ্ব নকৰিব - - -

ঃ আগতে কামটোৰ কথা কব'লৈ দিয়ক - - -

মন্ত্ৰী ঃ শুনক! মই কৰিবলৈ লোৱা কামটো হ'ল - দেশৰপৰা দৰিদ্ৰতা দূৰীকৰণ।

সকলোৱে ঃ বৰ ভাল কাম, বৰ ভাল কাম।

চতুৰ্থ সাংবাদিক ঃ চ্যাৰ, এই কামটো আগতেও বহুতে কৰিবলৈ লৈছিল।

মন্ত্ৰী ঃ জানো।

চতুৰ্থ সাংবাদিক ঃ কোনেও চ্যাৰ, চাক্‌চেচ হ'ব পৰা নাছিল - - -

মন্ত্ৰী ঃ সেইটোও জানো।

পঞ্চম সাংবাদিক ঃ এই বিষয়ত আপুনিনো নতুনকৈ কি ভাবিছে ?

মন্ত্ৰী ঃ গম পাব ।

পঞ্চম সাংবাদিক ঃ অলপ বহলাই কওঁক ।

মূৰ্খ ঃ নাই, নাই বেছি বহলাই কথা কৈ থকাটো ভাল নহয়। **(মন্ত্ৰীক মনে মনে)** চমুৱাই আচল কথাটো কৈ দিয়া। অলপ কাৰাকৈ।

মন্ত্ৰী ঃ শুনক! মই সোপা ঢিলা কাম কৰিবলৈ বিচৰা নাই। দৰিদ্ৰতা দূৰীকৰণৰ বাবে এটা নতুন পৰিকল্পনা হাতত লৈছোঁ - **(ৰাইজৰ হাত চাপৰি।)** যিটো পৰিকল্পনা চাক্সেছে্ হ'বই হ'ব। জোৰা টাপলি মৰা পৰিকল্পনা নহয়। মানে বিশ্ববিখ্যাত - বিশ্ববিখ্যাত জাৰ্মানি বিজ্ঞান পণ্ডিত, মানে চাইন্টিষ্ট্ টলষ্টয় কৈছে - আৰ চিঙা চুলি, তাৰ চিঙা চুলি বান্ধি যাওঁ নেঘেৰি খোপা - - -

জ্ঞানী ঃ বন্ধ কৰা, বন্ধ কৰা -

উচ্চ বিষয়া ঃ ভুল, ভুল চ্যাৰ, সাংঘাতিক ভুল ।

মন্ত্ৰী : **(উচ্চ বিষয়াক)** এহ্ ৰবহে! এটা স্পীডত কথা কৈআছোঁ, ডিষ্টাৰ্ব নকৰিব - - -

বিষয়া : **(উচ্চ বিষয়াক আঁতৰলৈ মাতি আনি)** চ্যাৰ, এইবোৰত নমতাই ভাল — চাকৰিৰ কথা আছে।

উচ্চ বিষয়া : **(ভয়ত)** হে-এঁ। **(মন্ত্ৰীক)** হ'ব, হ'ব চ্যাৰ। খুব সুন্দৰ হৈছে, আপুনি কৈ যাওঁক।

**বিষয়াই হাত চাপৰি মাৰি লগাই দিয়ে। ৰাইজে তাকে অনুকৰণ কৰে।**

মন্ত্ৰী : **(উৎসাহিত হৈ)** মোৰ পৰিকল্পনা, এটা কংক্ৰিট পৰিকল্পনা। মানে পাক্কা বন্দবস্ত। শুনক। পৰিকল্পনা অনুযায়ী, যিটো আঁচনি হাতত লৈছোঁ; সেইটো হৈছে, ধনী মানুহে দুখীয়া মানুহৰ মনোবেদনা বুজিব লাগিব। দুখীয়াৰ দুখ কষ্ট অনুভৱ কৰিব পাৰিব লাগিব। **(ৰাইজে হাত চাপৰি মাৰে।)** সেইদৰে দুখীয়াই ধনীৰ লাহ-বিলাসৰ মাধুৰ্যখিনি গম পাব লাগিব। তেহে আমাৰ দেশত দৰিদ্ৰতা দূৰীকৰণৰ এটা স্থায়ী সমাধানৰ পথ আৱিষ্কাৰ হ'ব। সেয়া মই বৰ কাতৰভাৱে অনুভৱ কৰিছোঁ। দেখিব ধনীয়ে দুখীয়াৰ সমভাগী হ'ব পাৰিলে আমাৰ দেশৰপৰা দুখীয়া নাইকিয়া হৈ যাব। অতি সহজে - অনায়াসে দুখীয়া নাইকিয়া হ'ব। দৰিদ্ৰতা দূৰ হ'ব। বহুত দূৰলৈ। দৰিদ্ৰসকল আঁতৰি যাব। বহুত দূৰলৈ। দৰিদ্ৰতা আমাৰ দেশৰপৰা আন ক'ৰবালৈ ফৰিং চিটিকা দিব। সেয়েহে মই ভাবিছোঁ - মই ভাবিছোঁ - মই ভাবিছোঁ, মই কি ভাবিছোঁ? অঁ, ভাবিছোঁ - এই যে- ধনী, দুখীয়াৰ সমভাগী হ'বৰ বাবে। এই যে - সমবেদনা অনুভৱ কৰিবৰ বাবে, মই এনে এটা পৰিকল্পনা চিন্তা কৰি বাহিৰ কৰিছোঁ; এই যে - যিটো পৰিকল্পনাৰ দ্বাৰা দৰিদ্ৰতা দূৰীকৰণৰ স্থায়ী সমাধান হ'ব। মোৰ মগজুৰ পৰা বাহিৰ হোৱা এই নতুন পৰিকল্পনা অনুযায়ী এবছৰৰ বাবে। মাত্ৰ এবছৰৰ বাবে। এই যে, এবছৰৰ বাবে ধনীসকল, দুখীয়া হ'ব লাগিব। দুখীয়াসকল, ধনী হ'ব লাগিব।

**ৰাইজৰ হাত চাপৰি। কিছুমান ধনী মানুহৰ মুখত ভয়ৰ চিন। বিষয়া, উচ্চ বিষয়া, কুমাৰ, খান্না, কেচ্যব আদিও সেইসকলৰ ভিতৰত থাকে। আনহাতে, কিছুমান দুখীয়া মানুহৰ মুখত আনন্দৰ ভাব।**

ধনীসকল ঃ **(আচৰিত আৰু ভয়ৰ প্ৰতিক্ৰিয়া।)** কি?

দুখীয়াসকল ঃ **(আচৰিত আৰু আনন্দৰ প্ৰতিক্ৰিয়া।)** হা!

মন্ত্ৰী ঃ ধনীৰ ঠাইত এবছৰৰ বাবে দুখীয়াসকলে ধনীৰ দৰে, ধনী মানুহৰ সকলো সা-সম্পত্তিসহ জীৱন নিৰ্বাহ কৰিব লাগিব। আৰু সেইদৰে ধনীমানুহখিনিও দুখীয়াৰ অভাৱ-অনাটনৰ মাজত থাকি দিন নিয়াব লাগিব।

**আকৌ ৰাইজৰ মাজত গুণ্-গুণনি, হুলস্থুল লাগে। জুমে, জুমে মানুহ গোট খায়। ধনী - ধনীৰ ভাগে দুখীয়া দুখীয়াৰ ভাগে। সকলো আলোচনা, কথা বতৰা আদিত ব্যস্ত হয়। সাংবাদিকসকল আহি মন্ত্ৰীক বিভিন্ন প্ৰশ্ন কৰে। ইজনৰ ওপৰত সিজনে প্ৰশ্ন কৰে, মন্ত্ৰীয়ে উত্তৰ দিবলৈ নোবাৰা হয়। সেইদৰে বিভিন্ন ফটোগ্ৰফাৰে ফটো তুলে।**

সাংবাদিক সকল ঃ চ্যাৰ, ফেন্টাষ্টিক পৰিকল্পনা- - -

ঃ চ্যাৰ, আপুনি এই পৰিকল্পনাৰ কথা কেতিয়াৰপৰা চিন্তা কৰি আহিছে?

ঃ মন্ত্ৰী মহোদয়, আপুনি ইয়াৰ ৰি-একৃশ্বনৰ কথা কি ভাবিছে?

ঃ মন্ত্ৰী মহোদয়, আপোনাৰ পৰিকল্পনা অভূতপূৰ্ব। বৰ ভাল হৈছে-

ঃ চ্যাৰ, আপোনাৰ জন্মৰ তাৰিখটো আমাক জনাব নে?

ঃ চ্যাৰ, আপোনাৰ এই পৰিকল্পনাৰ সহযোগী হিচাপে আৰু কোন, কোন আছে?

ঃ চ্যাৰ, আপোনাৰ জীৱনৰ স্মৰণীয় ঘটনা এটা কওঁকচোন -

ঃ আপুনি এই পৰিকল্পনা প্ৰথমে কোন দিনা চিন্তা কৰিছিল?

**ক্ৰমান্বয়ে সাংবাদিকসকলে মন্ত্ৰীক আগুৰি ধৰে। সাংবাদিকসকলৰ মাজত মন্ত্ৰীক প্ৰশ্ন কৰাত হেতা-ওপৰা লাগে। সেইদৰে ফ'টোগ্ৰাফাৰসকলৰ মাজতো খদম্‌-দম্‌ লাগে।**

সাংবাদিক সকল ঃ তাৰিখটো?

ঃ বাৰটো ?

ঃ সময়?

ঃ চ্যাৰ, মংগল গ্ৰহত মানুহ আছে বুলি আপুনি ভাবে নেকি?

ঃ যদি আছে, আপোনৰ পৰিকল্পনাৰ সতে মংগল গ্ৰহৰ মানুহৰ মিল-অমিল কেনেকুৱা ?

ঃ আপোনাৰ পৰিকল্পনা মংগল গ্ৰহৰ পৰা ধাৰ কৰা নেকি ?

ঃ মানে মংগল গ্ৰহৰ কিবা প্ৰভাৱ আছেনেকি ?

ঃ যদি আছে, কেনেকুৱা প্ৰভাৱ?

ঃ চ্যাৰ, আপুনি —

ঃ আপুনি —

ঃ চ্যাৰ —

ঃ চ্যাৰ, মংগল গ্ৰহ —

ঃ চ্যাৰ —

ঃ মংগল গ্ৰহ —

ঃ কওঁকচোন —

ঃ চ্যাৰ —

ঃ চ্যাৰ, পৰিকল্পনা —

ঃ চ্যাৰ, আপুনি —

ঃ আপুনি —

ঃ আপুনি —

ঃ চ্যাৰ —

ঃ চ্যাৰ —

সাংবাদিক সকলে মন্ত্ৰীক আগুৰি ধৰাত, তেওঁলোকৰ জুমৰ মাজত সোমাই মন্ত্ৰী নেদেখা হয়। এটা সময়ত মন্ত্ৰীয়ে সাংবাদিকৰ ভৰিৰ তলেদি জুমৰ পৰা ওলাই আহি বাহিৰত উশাহ লয়।

ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হ'ব।

## ।। পৰিৱেশ পাঁচ ।।

মন্ত্ৰী আৰু সাংবাদিক ভট্টই কথা পাতি থাকে।

মন্ত্ৰী : তুমি ডেকা সাংবাদিক, তুমি কৰোঁ বুলিলে বহুত কৰিব পাৰা।

সাংবাদিক ভট্ট : (প্ৰতিক্ৰিয়া)!

মন্ত্ৰী : তোমাৰ ৰিপৰ্টিংবোৰ ভাল।

সাংবাদিক ভট্ট : (প্ৰতিক্ৰিয়া)!

মন্ত্ৰী : আমাৰ মিনিষ্টেৰি লেভেলত তোমাৰ যথেষ্ট কদৰ আছে। মানে কিছু দৰ কৰে।

সাংবাদিক ভট্ট : আপুনি চিন্তা নকৰিব চ্যাৰ। আপোনাৰ দৰিদ্ৰতা দূৰীকৰণৰ প্লেনটো মই কাগজৰ ফ্ৰন্ট পেইজত কভাৰেইজ কৰিম।

মন্ত্ৰী : মুঠতে তুমি অলপ চাবা। মোৰ ওপৰত যাতে ভালদৰে ফোকাচ হয়। মানে ৰাইজৰ ধাৰণা যাতে মোৰ প্ৰতি ভাল হয়।

সাংবাদিক ভট্ট : সেই বিষয়ত আপুনি চ্যাৰ, ভাবিবই নালাগে। আপোনাৰ নিউজটোৰ হেডলাইনৰ বাহাৰ চাব। একেবাৰে ডাঙৰ ডাঙৰ আখৰেৰে ---

মন্ত্ৰী : হ'ব হ'ব। তোমাৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস আছে। তোমাৰ কামত মই আগতেও সন্তুষ্ট।

সাংবাদিক ভট্ট : মই জানো চ্যাৰ, আপুনি সন্তুষ্ট হ'বই। এইবাৰো চাই লব চ্যাৰ, মই আপোনাক সন্তুষ্ট কৰিমেই।

মন্ত্ৰী : এটা কথা, এইবাৰ কিন্তু যিবিলাকে মোৰ এগেইনষ্টে লিখিব, মোক ক্ৰিটিচাইজ কৰিব; সিহঁতক মই অফিচ চেম্বাৰলৈ মতাই আনি এসেকা দিম।

সাংবাদিক ভট্ট : চ্যাৰ, মোকো প্ৰেত্‌টিং দিছে নেকি?

মন্ত্ৰী : নাই, নাই। হেঃ হেঃ হেঃ --- কি কোৱাহে ডেকা ল'ৰা, তোমাক কিয় থ্ৰেত্‌টিং দিম ? হেঃ হেঃ হেঃ --- তুমি মোৰ হাতৰ মানুহ। তোমাৰ ৰিপৰ্টিংবোৰতেই মই আজি মন্ত্ৰী হিচাপে নাম কিনিব পাৰিছোঁ। সেই মোক দেখিব নোৱাৰা ৰিপৰ্টাৰখিনিৰ কথা মনত পৰিলেহে খং উঠি যায়। মহাপুৰুষ শংকৰদেৱে কৈগৈছে টিট্ ফৰ টেট ---

সাংবাদিক ভট্ট : হেঃ হেঃ হেঃ --- চ্যাৰ, এইখিনি কথাও পেপাৰত তুলি দিম নেকি ?

মন্ত্ৰী : কি ! নাই, নাই নেলাগে। মোৰ জ্ঞানী বন্ধুক সুধি ল'ব লাগিব।

সাংবাদিক ভট্ট : হেঃ হেঃ হেঃ --- তেতিয়াহ'লে চ্যাৰ, মোৰ এই কামটো।

**জেপৰপৰা কাগজ এখন উলিয়াই মন্ত্ৰীক দেখুৱায়।**

মন্ত্ৰী : অ' তোমাৰ মাটিৰ কেছটো ! এনে এখন এপ্লিকেশ্বন তুমি দিছিলাই নহয়।

সাংবাদিক ভট্ট : হয় চ্যাৰ, মই কাহানিবাই চৰকাৰী মাটিৰ বাবে এপ্লাই কৰিছিলোঁ। তাৰে এইখন ন'কল কপি।

মন্ত্ৰী : ঠিকেইটো। মই দেখোন এইখন কেতিয়াবাই ফ'ৰৱাড্ কৰি ৰেভিনিউব্ৰাঞ্চলৈ পঠাইছিলোঁ।

সাংবাদিক ভট্ট : ফ'ৰৰ্ৱাড্ আপুনি কৰিছিল ঠিকেই, কিন্তু মাটিহে আজিলৈকে পোৱা নাই।

মন্ত্ৰী : নোপোৱাৰতো কথা নাই ! তোমালোকৰ দৰে মাটিহীন সাংবাদিক, সাহিত্যিক আদিক আমি চৰকাৰৰ তৰফৰ পৰা মাটি দিয়াৰ ব্যৱস্থা কৰি দিছোঁ।

সাংবাদিক ভট্ট : পোৱায়ে পাইয়ে আছে চ্যাৰ। মাটি থকাবোৰেও পাইছে। মইহে পোৱা নাই।

মন্ত্ৰী : তোমাৰ একেবাৰে মাটি নাই নেকি ?

সাংবাদিক ভট্ট : মানে চ্যাৰ, দেউতাৰ মাটিখিনি ---

মন্ত্ৰী : হ'ব, হ'ব। মই বুজিছোঁ। তোমাৰ নামতো মাটি হ'ব। তুমিও মাটি পাবা। ৰ'বা। (**কাগজ-কলম উলিয়াই কিবা এটা লিখি সাংবাদিকক দিয়ে।**) এই শ্লিপখন লোৱা। ৰেভিনিউ চেক্ৰেটাৰীৰ অফিচলৈ যাবা। মই, তোমাক মাটি দিবলৈ লিখি দিছোঁ। ৰেভিনিউ ব্ৰাঞ্চত দেখুৱালেই সকলো হৈ যাব।

**সাংবাদিকে কাগজখন মন্ত্ৰীৰ হাতৰ পৰা লয়।**

সাংবাদিক ভট্ট : ভালে চ্যাৰ, এইবাৰ চাম মোক কোনে মাটি নিদিয়াকৈ থাকিব পাৰে!

মন্ত্ৰী : হেঃ হেঃ হেঃ -- মোৰ নিউজটো মুঠতে ভালদৰে সজাই পৰাই দিবা।

সাংবাদিক ভট্ট : ক'ব লাগিছেনে চ্যাৰ , আপুনি, আপোনাৰ কাম নিচিন্ত মনে কৰি যাওঁক।

মন্ত্ৰী : হেঃ হেঃ হেঃ ---

সাংবাদিক ভট্ট : ভাল বাৰু, মই আহো চ্যাৰ ---

**সাংবাদিক যায়।**

**মঞ্চ এন্ধাৰ হ'ব।**

## ।। পৰিবেশ ছয় ।।

**মঞ্চ পোহৰ হ'ব।**

**ইতিমধ্যে মন্ত্ৰীৰ দৰিদ্ৰতা দূৰীকৰণৰ পৰিকল্পনাৰ খবৰ বাতৰি কাকতত প্ৰকাশ পায়। বাতৰিয়ে মানুহৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰে। বিভিন্ন দোকানত বাতৰি কাকতবোৰ বিক্ৰী কৰে। হকাৰেও বাতৰি কাকতবোৰ বিক্ৰী কৰি, বিলাই ফুৰে। মানুহে এইবোৰ বাতৰি কাকত কিনাত হেতা-ওপৰা লগায়। বাতৰি কাকত কিনি, মানুহে বিভিন্ন ঠাইত, বিভিন্ন অৱস্থাত পঢ়ে।**

**মানুহৰ বিভিন্ন প্ৰতিক্ৰিয়া।**

**বাতৰি কাকতৰ চাহিদা বাঢ়ে।**

**মঞ্চ এন্ধাৰ হ'ব।**

## ।। পৰিৱেশ সাত ।।

**মঞ্চ পোহৰ হ'ব।**
**দুখীয়া মানুহবোৰে ধনী হোৱাৰ আশাত আনন্দ ফুৰ্তি কৰে।**

কোৰাছ : **(লোকৰ গীতৰ সুৰত গাব।)**
হে - হে - হেই।
বহু কষ্ট খালো আমি
দুখীয়াৰ কপাল ঐ,
সুখৰ দিন আহিল আমাৰ
নাচ-গানকে কৰ ঐ।

এজন মানুহ : মন্ত্ৰী মহোদয় —

কোৰাছ : জিন্দাবাদ।

এজন মানুহ : অ' চিতৌপিঠা দাইটী, আমাক এইবাৰ কোনে পায় ? এবছৰৰ বাবে হ'লেও ধনী হ'ম।

কোৰাছ : হেই - আমি ধনী হ'ম।

এজনে : আমাৰ দুখ যাব ।

এজনে : আহ, আহ আনন্দ কৰোঁ, ফুৰ্তি কৰোঁ, নাচো, গাওঁ -

**সকলোৰে আনন্দত গীত গাই, নাচি ফুৰ্তি কৰে।**
**মঞ্চ এন্ধাৰ হ'ব।**
**আকৌ**
**মঞ্চ পোহৰ হ'ব।**
**আনফালে ধনীবিলাকে দুখীয়া হোৱাৰ ভয়ত, আতংকিত হৈ হায়ৈ-বিয়ৈ লগায়।**

কোৰাছ : **(ভাওনাৰ বিলাপৰ সুৰত।)**
হাই, হাই - অ' -
মতিগতি ভাল নহয়

মন্ত্ৰী মহোদয়ৰ,

চাৰিওফালে দেখোঁ কেৱল

এন্ধাৰেই এন্ধাৰ।

চিৰ জীৱন সুখত খালোঁ

সা-সম্পত্তি লৈছিলোঁ বঢ়াই,

কি মতে এতিয়া দৰিদ্ৰ হওঁ

দুখৰ দিন আহিল ঐ ভাই।

হাই - হাই - অ - - -

এজনে : ডাঙৰীয়াসকল। এইদৰে নহ'ব। আমাৰ দিন বেয়ালৈ আহিছে।

কোৰাছ : হাই - হাই - অ - - -

এজনে : আমি কিবা এটা কৰিবই লাগিব।

এজনে : হ'ল বুলিয়েই এবছৰৰ বাবে দুখীয়া হৈ থাকিব নোৱাৰোঁ।

এজনে : ওৰে জীৱন গোটাই থোৱা আমাৰ সা-সম্পত্তি বোৰ কি হ'ব ঐ -

এজনে : আমাৰ ব্লেক মণিবোৰ কি হ'ব ঐ -

কোৰাছ : হাই - হাই - অ' - - -

এজনে : আমি প্ৰতিবাদ কৰিম। সংগ্ৰাম কৰিম। বিপ্লৱ কৰিম।

এজনে : অঁ, আমি ধনী হৈ -

কোৰাছ : থাকিমেই, থাকিম।

এজনে : আমি দুখীয়া -

কোৰাছ : নাছিলোঁ, নাথাকোঁ।

এজনে : এবছৰৰ বাবে দুখীয়া হ'লে আমাৰ কি হ'ব ? সেই দৰিদ্ৰমখাই আমাৰ গোটেই সোপা সা-সম্পত্তি খাই শেষ কৰিব ঐ - -

কোৰাছ : হাই - হাই - অ'- - -

এজনে : আমি মন্ত্ৰীৰ প্ৰতিমূৰ্তি দাহ কৰিম।

কোৰাচ : অঁ, অঁ, - প্ৰতিমূৰ্তি দাহ কৰিম।

**সকলোৱে কোৰ্হাল কৰি আগমাঢ়ে।**

**মঞ্চ এন্ধাৰ হ'ব।**

**আকৌ**

**মঞ্চ পোহৰ হ'ব। আনফালে দুখীয়া মানুহবিলাকে আনন্দ কৰে।**

এজনে : হেৰ' গাঠলুকাইটি, এবছৰৰ বাবে ধনী হ'লে আমাক কোনে পায়। ধিনিকি ধিন দাও - দাও -

এজনে : বাপেকে, ধনীবোৰৰ গোটেই সোপাকে আমি পাম। ধিনিকি ধিন দাও - দাও -

এজনে : মই হ'লে ভালৰ ভাল চাই দুই মহলীয়া ঘৰ এটাত থাকিম।

এজনে : মই কিন্তু মাৰুতি কাৰত খুব ফুৰিম।

এজনে : এইটোৰেই সুবিধা, আমাৰ জীৱনটো আৰু এনে সুবিধা ঘূৰি নাহে।

এজনে : হওঁক তেওঁ ধনীখিনিয়ে অন্ততঃ বুজিব, আমি কিমান দুখত আছোঁ! আমাৰ দিনবোৰ কিদৰে চলে!

এজনে : এৰা, সিহঁতেতো আমাক মানুহ বুলিয়েই গইন নকৰে।

এজনে : ব'ল, ব'ল। আমি আলেঙে, আলেঙে ধনীবোৰৰ ঘৰ-দুৱাৰ, সা-সম্পত্তিবোৰ চাই আহোঁগে আৰু কোনে কি ল'ম আগে আগে ঠিক কৰি থওঁগে।

কোৰাছ : ব'ল, ব'ল - - -

**সকলোৰে কোৰ্হাল কৰি আগবাঢ়ে।**
**মঞ্চ এন্ধাৰ হ'ব।**
**আকৌ**
**মঞ্চ পোহৰ হ'ব।**
**আনফালে, ধনী মানুহবিলাকে দলবদ্ধ হৈ মন্ত্ৰীৰ প্ৰতিমূৰ্তি দাহ কৰে।**

এজনে : মন্ত্ৰী -

কোৰাছ : হাই - হাই।

এজনে : আমাৰ মন্ত্ৰী —

কোৰাছ : মুৰ্দাবাদ।

এজনে : আমাৰ দাবী —

কোৰাছ : মানিবই লাগিব।

এজনে : আমি ধনী হৈ —

কোৰাছ : থাকিমেই - থাকিম।

এজনে : আমাৰ দাবী মানক —

কোৰাছ : নহ'লে গাদী এৰক।

| | | |
|---|---|---|
| এজন | ঃ | আমি দুখীয়া — |
| কোৰাছ | ঃ | নাছিলোঁ, নাথাকোঁ। |
| এজনে | ঃ | হেৰি, এইদৰে চিএৰ বাখৰ কৰাতকৈ এটা কাম কৰোগৈ বলক - |
| কোৰাছ | ঃ | কি কাম ? |
| এজনে | ঃ | আমাৰ স্থাবৰ সা-সম্পত্তি যি হয় হ'ব। কিন্তু সাঁচি থোৱা টকা-পইচা, সোণ-ৰূপ, গহনা-গাঁঠৰি, ব্ৰেকমণি আদি সম্পত্তিবোৰ লুকুৱাই থোৱাৰ দিহা কৰোগৈ। |
| কোৰাছ | ঃ | এৰা, এৰা - ঠিকেই, ঠিকেই - |
| এজনে | ঃ | সেইবোৰ মোৰ পথাৰৰ মাটিত পুতি থম। |
| এজনে | ঃ | পুতি থলে পাছলৈ ধনগুলৈ হ'ব। |
| এজনে | ঃ | হ'লেও হওঁক, তথাপিতো সেই দুখীয়াগালক আমাৰ সা-সম্পতি মৌজ কৰিবলৈ এৰি দিব নোৱাৰি। |
| কোৰাছ | ঃ | হাই- অ' - নিগমে ডুবিলোঁ। |
| এজনে | ঃ | মই আমাৰ দেশৰ বাহিৰত থকা আপোন-পৰিয়ালৰ ঘৰত মোৰ টকা-পইচা, সোণ-ৰূপবোৰ থৈ আহিম। |
| এজনে | ঃ | মই বিদেশত থকা মোৰ বেংক একাউন্টত সেইবিলাক ৰাখিম। |
| এজনে | ঃ | আই ঐ - আমাৰ কি দিন আছিল, কি দিন আহিল ঐ |
| কোৰাছ | ঃ | হাই, হাই - অ - আমাৰ কি বিলৈ হ'ব ঐ - |

**ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হ'ব।**

## ।। পৰিবেশ আঠ ।।

**মঞ্চ পোহৰ হ'ব।**

**ধনী মানুহবিলাকে নিজৰ প্ৰতিবাদ সাব্যস্ত কৰিবলৈ মন্ত্ৰীৰ ওচৰলৈ আহি বিভিন্ন ধৰণৰ আলোচনাত ব্যস্ত হয়। মন্ত্ৰীৰ লগত জ্ঞানী আৰু মূৰ্খ বন্ধুও থাকে।**

| | | |
|---|---|---|
| ধনীসকলোৱে | ঃ | আপুনি, কামবোৰ ভাবি-চিন্তি কৰক। |
| মন্ত্ৰী | ঃ | মই সকলো ভাবি-চিন্তিয়েই কৰিছোঁ। |
| ধনী এজনে | ঃ | এবছৰ দুখীয়া হৈ থাকিলে আমাৰ অবস্থা কি হ'ব ? |

মূৰ্খ বন্ধু ঃ দুইফালে তাল ৰাখি কাম কৰিলে নহ'ব নহয়। মন্ত্ৰীৰ নিজৰো এটা বিচাৰ বিবেচনা আছে।

মন্ত্ৰী ঃ অঁ, আপোনালোকে মোৰ মূৰত একো নাই বুলি ভাবিছে নেকি? কেৱল ভাল দেখিবৰ বাবেই কান্ধৰ ওপৰত মূৰটো ভাৰ বৈ লৈ ফুৰিছোঁ বুলি ভাবিছে নেকি ?

ধনী এজনে ঃ নহয়, সেইটো কথা নহয়, মানে মানে - - -

ধনী এজনে ঃ মানে আমি আপোনক যিভাৱে সন্তুষ্ট কৰিব লাগে, সেইভাৱেই সন্তুষ্ট কৰিম - - -

ধনী এজনে ঃ মাত্ৰ আপুনি, আপোনাৰ সিদ্ধান্ত পৰিৱৰ্তন কৰক।

মন্ত্ৰী ঃ সেইটো হ'ব নোৱাৰে।

ধনী এজনে ঃ আপুনি, আপোনাৰ সিদ্ধান্ত পৰিবৰ্তন নকৰিলে, আমি আপোনাৰ লগত সহযোগিতা নকৰোঁ।

ধনী সকলোৱে ঃ আমি অসহযোগ ধৰ্মঘট কৰিম ।

জ্ঞানী বন্ধু ঃ ৰ'বচোন, ৰ'ব। আপোনালোক উত্তেজিত নহ'ব। অলপ ভালদৰে কথাবোৰ চিন্তা কৰক। দৰিদ্ৰ ৰাইজৰ কথা ভাবক।

ধনী এজনে ঃ আনৰ কথা ভবাৰ সময় নাই ।

ধনী এজনে ঃ আমাৰ কথানো কোনে চিন্তা কৰে?

মন্ত্ৰী ঃ শুনক, আপোনালোক পাছত আহিব। এতিয়া মই এইবোৰ লৈ মূৰ ঘমাব নোৱাৰোঁ।

মূৰ্খ ঃ অঁ, - অঁ, আপোনালোক যাওঁক, যাওঁক ইয়াত দিগ্‌দাৰি নকৰিব।

ধনীসকলোৱে ঃ এই কথাই কথা নহয় - - -

ধনী এজনে ঃ আমি, আপোনাক ঘেৰাও কৰিম।

ধনী এজনে ঃ আমি আন্দোলন কৰিম।

ধনী এজনে ঃ অনশন কৰিম।

ধনী এজনে ঃ পেইন ডাউণ্ড - - -

ধনী সকলোৱে ঃ পেইন ডাউণ্ড।

জ্ঞানী ঃ ৰাইজ ! এইদৰে হুলস্থূল কৰিলে কাম হাচিল নহয়। অলপ লাহে ধীৰে চন্তা-ভাবনা কৰি কামবোৰ কৰিব লাগিব। আলোচনাৰ মাজেৰে কামবোৰ হ'ব।

মন্ত্ৰী : অঁ, আপোনালোক, আলোচনাৰ মেজলৈ আহক। আলোচনা হ'ব। আলোচনা হোৱাটো ভাল। আলাপ - আলোচনাৰ মাধ্যমেৰে সকলো সমস্যা সমাধান কৰিব পাৰি।

ধনীসকলোৱে : আমি আলোচনাত বহিব পাৰোঁ।

মন্ত্ৰী : আলোচনাত বহিলেও কিন্তু মোৰ পৰিকল্পনা যিকোনো প্ৰকাৰে ৰূপায়ন কৰিমেই।

ধনী এজনে : অলপ ইফালে সিফালে কৰিলেই হ'ল।

মন্ত্ৰী : মানে ?

ধনী এজনে : আমি এবছৰ দুখীয়া হৈ থাকিব নোৱাৰোঁ।

ধনী এজনে : এবছৰতকৈ কমাব লাগে - - -

ধনীসকলে : কমাব লাগে ! কমাব লাগে !

: নহ'লে আমি বিদ্ৰোহ কৰিম।

: অসহযোগ কৰিম !

ধনী এজনে : আমাৰ মিনিষ্টাৰ - - -

ধনী সকলে : ডাউণ্ড - ডাউণ্ড।

**সকলোৱে চিএৰ বাখৰ কৰি স্থিৰ (ফ্ৰিজ) হৈ যায়। সেইদৰে মন্ত্ৰী, মূৰ্খ আৰু জ্ঞানীও স্থিৰ হয়। এনেতে সূত্ৰধাৰে প্ৰৱেশ কৰে। সূত্ৰধাৰে স্থিৰ হোৱা সকলোলৈ চাই, হাঁহি, হাঁহি দৰ্শকৰ ফালে আগবাঢ়ি; দৰ্শকক উদ্দেশ্য কৰি ক'ব।**

সূত্ৰ : কথাবোৰ এনেকুৱাই হয়। এয়া এই দৃশ্য আপোনালোকে দেখিছেই। ইয়াক আৰু বহলাবলৈ নাযাওঁ। এতিয়া কথা হ'ল - ধনী শ্ৰেণীক প্ৰতিনিধিত্ব কৰা, এই চক্ৰটোৱে মন্ত্ৰীক, তেওঁৰ দৰিদ্ৰতা দূৰীকৰণ পৰিকল্পনাৰ আঁচনিখন বন্ধ কৰিবলৈ বিভিন্ন ধৰণেৰে হেঁচা দিলে। প্ৰশাসনীয় ধনী বিষয়াসকলেও মন্ত্ৰীৰ আঁচনিত অসহযোগ কৰিলে। উপায় নাপাই মন্ত্ৰীয়ে আঁচনিখনৰ কাৰ্যকৰীৰূপৰ দিন কমাই দিলে। এবছৰৰ ঠাইত এমাহ কৰিলে। তথাপিতো, ধনীবিলাকক মন্ত্ৰীয়ে সন্তুষ্ট কৰিব নোৱাৰিলে। তেওঁলোকে বিদ্ৰোহ, সংগ্ৰাম চলাই থাকিল। মন্ত্ৰীয়ে এইবাৰ এমাহৰ ঠাইত এসপ্তাহলৈ দিন কমাই

আনিলে। কিন্তু ধনীবিলাক তাতো সন্তুষ্ট নহয় নিজৰ আন্দোলন চলাই গ'ল। মন্ত্রীয়ে শেষত থিৰাং কৰিলে এদিনৰ বাবেও ধনীবিলাক দুখীয়া হ'ব লাগিব। দুখীয়া, ধনী হ'ব লাগিব। তথাপিতো ধনীবিলাক নাৰাজ। আনফালে, মন্ত্রীয়েও নিজৰ সিদ্ধান্তত আঁকোৰ গোজ। - অ' এটা কথা আপোনালোকক ক'বলৈ পাহৰিছিলোৱেই। ইতিমধ্যে মন্ত্রীৰ বহুত পৰিবৰ্তন হৈছে। বিশেষকৈ স্বাস্থ্য-পাতিৰ পৰিবৰ্তন লক্ষণীয়। মন্ত্রীৰ আগৰ কায়া-ৰূপ চেহেৰা-শ্ৰী আৰু নাই শকতে আৱতে আগৰ মানুহজন এতিয়া আৰু চিনিবই নাৱাৰি।

ৰ'ব — এই পৰিবৰ্তন আপোনালোকে প্ৰত্যক্ষ কৰক-

**স্থিৰ হৈ থকাৰ পৰা মন্ত্রী চৰিত্র ৰূপায়ণ কৰা অভিনেতাজন আঁতৰি যায়। তাৰ ঠাইত আন এজন শকত-আৱত অভিনেতা আহি মন্ত্রীৰ বাকীছোৱা অভিনয় কৰে। প্ৰথমে অভিনয় কৰা জনে দ্বিতীয়জনক নিজৰ পিন্ধি থকা সাজ এপদ দি যায়। ধৰক, পিন্ধি থকা টুপী বা জহৰ কোট আদি কিবা এটা। প্ৰথমে মন্ত্রীৰ অভিনয় কৰাজনৰ আগৰ একে ঠাইত, হুবহু একে ভংগিমা কৰি দ্বিতীয়জনো স্থিৰ হৈ ৰ'ব।**

সূত্ৰ : অ' মই কি কৈছিলো -'অঁ, নিজৰ পৰিকল্পনাৰ আঁচনিখন বাস্তৱত ৰূপায়ন কৰিবলৈ এক প্ৰকাৰে অচল-অটল সিদ্ধান্ত ল'লে। এদিনৰ বাবে ধনীসকল দুখীয়া হ'বই লাগিব। এদিনৰ বাবেও দেশৰ পৰা দৰিদ্ৰতা দূৰীকৰণ কৰিহে এৰিব। মন্ত্রীয়ে নিজৰ মন্ত্রীত্বৰ ক্ষমতা প্ৰয়োগ কৰি আঁচনিখন বলৱৎ কৰিবলৈ সংকল্প ললে। কাৰণ ইয়াৰ দ্বাৰা তেওঁৰ নাম ইতিহাসত ৰৈ যাব। সেয়েহে আঁচনি অনুসৰি যাৱতীয় সকলো কাম আৰম্ভ কৰিবলৈ মনস্থ কৰিলে।

ধনীবিলাকেও কিছুদিনৰ বাবে টলকা মাৰিলে। মন্ত্রীককিদৰে শল-ঠেকত পেলাই সৈমান কৰাব পাৰি তাৰ চিন্তা কৰিবলৈ ধৰিলে। নতুন কৌশল উদ্ভাৱন কৰাত ধনীবিলাক লাগি গ'ল। এয়া আৰু এক অধ্যায়। নাটকৰ নাটকীয় গতিত যতি পৰিলেও উপায় নাই।

আপোনালোকৰ সুবিধাৰ বাবেই এইখিনি কথা ক'বলৈ আহিলোঁ-

**সূত্ৰধাৰৰ প্ৰস্থান। স্থিৰ হৈ থকা অভিনেতাসকলে অভিনয় আৰম্ভ কৰে।**

মন্ত্ৰী : নাই, নাই মই আৰু কোনো কথাই নামানো। মোৰ মতে কাম হ'ব লাগিব।

মূৰ্খ : যাওঁক, যাওঁক আপোনালোক যাওঁক । এইদৰে সদায়, সদায় আহি মন্ত্ৰীক দিগদাৰি নিদিবহি।

মন্ত্ৰী : মোৰ এক কথা, এদিনৰ বাবে আপোনালোক দুখীয়া হ'বই লাগিব।

সকলোৱে : সেইটো ন'হব! সেইটো নহ'ব!

ধনী এজনে : ইমানবোৰ ৰাইজৰ কথা আপুনি নামানিলেই হ'বনে?

ধনী এজনে : আমাৰ কথাৰ কোনো মূল্যই নাই নেকি ?

জ্ঞানী : হেৰা মন্ত্ৰী বন্ধু , মন্ত্ৰী হোৱাৰে পৰা আজি দুই-তিনি বছৰ এই দৰিদ্ৰতা দূৰিকৰণৰ আঁচনিৰ ঝেমেলাতলাগি থাকোতেই গ'ল। দেশৰ আন জনহিতকৰ কাম কৰাই হোৱা নাই।

মন্ত্ৰী : এই মানুহৰ পৰাই- ৰাইজৰ পৰাই ভাল কাম এটা কৰিব নোৱাৰি।

জ্ঞানী : সেই বাবেই কিবা এটা হেস্ত-নেস্ত কৰি, এই কাম ইমানতে সমাপ্ত কৰা। আৰু আন কামত লাগা।

মন্ত্ৰী : সমাপ্ত! সমাপ্ত কৰিলোঁ। এদিনৰ কাৰণে দুখীয়াসকল ধনী হ'ব। বচ। **(সুৰ সলায়।)** হাই, হাই তোমালোকে নাজানা, এই দৰিদ্ৰ মানুহৰ বাবে মোৰ কিমান দৰদ, কিমান অনুকম্পা, কিমান বেথা দুখীয়াৰ সেই লাওলোৱা অৱস্থাৰ কথা মনলৈ আহিলে মোৰ অন্তৰাত্মা দুৰু, দুৰুকৈ কঁপি উঠে - দুচকুৰেদি নিগৰি, নিগৰি; নিজৰি, নিজৰি বাৰিষাৰ পানীৰ ঢল বয়। উঃ অসহ্য - মোৰ এই যন্ত্ৰণা তোমালোকে - আপোনালোকে কি বুজিব?

ধনী এজনে : ঠিক আছে, আমি ইয়াৰ ব্যৱস্থা কৰিম।

ধনী এজনে : অঁ, ব'লা, ব'লা পিছে পৰেও আমি ইয়াৰ এটা দিহা কৰিম। ব'লা।

**মঞ্চ এন্ধাৰ হ'ব।**

## পৰিৱেশ ন

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**

**মন্ত্ৰীয়ে সাংবাদিক কাকতিৰ স'তে কথা পাতি থাকে।**

মন্ত্ৰী : এতিয়াও ভাবি চোৱা, সাংবাদিক হ'লেও তোমালোক ডেকা ল'ৰা। ভৱিষ্যত আছে।

সাংবাদিক কাকতিঃ ভাবিবলৈ কিটো আছে। দেশৰ সাধাৰণ ৰাইজ আপোনাৰ কামত সন্তুষ্ট হ'ব পৰা নাই ।

মন্ত্ৰী : মন্ত্ৰী হ'লোঁ বুলিয়েই সকলোকে সন্তুষ্ট কৰিব নোৱাৰো নহয়।

সাংবাদিক কাকতিঃ কিন্তু আপুনি মুষ্টিমেয় ধনীক সন্তুষ্ট কৰিছে ।এই ধনীক শ্ৰেণীটো সন্তুষ্ট কৰিবলৈ আপুনি, আপোনাৰ দৰিদ্ৰতা দূৰীকৰণৰ আঁচনিখনৰ কাৰ্যকৰী ম্যাদ এবছৰৰ ঠাইত এদিন কৰিলে।

মন্ত্ৰী : কৰিলোৱেই যেনিবা, সেইবোৰ কথাকে তুমি পেপাৰত ক্ৰিতিচাইজ কৰি লিখিব লাগে নেকি ?

সাংবাদিক কাকতিঃ লিখিব লগা হ'ল। আপোনালোকৰ এই কীৰ্তি-কলাপৰ কথা নিলিখি কি লিখিম!

মন্ত্ৰী : তুমি, মোৰ বিষয়ে পেপাৰত বেয়াকৈ সমালোচনা কৰিছা! দুৰ্নীতি, স্বজনপ্ৰীতিৰ কথা লিখিছা।

সাংবাদিক কাকতিঃ মই নাওমানো মিছা কথা লিখা নাই। মোৰ হাতত প্ৰমাণ আছে।

মন্ত্ৰী : সেই প্ৰমাণ, ধুই তাৰ পানী খোৱাগৈ । মোৰ কিডাল কৰিবা! তোমালোকে যে মোৰ বেয়া কামবোৰত চকু দিয়া, ভাল কামবোৰ এবাৰ নোচোৱা কিয় ?

সাংবাদিক কাকতিঃ চকুত পৰা বিধৰ হ'বও লাগিব।

মন্ত্ৰী : চোৱা ডেকা সাংবাদিক, এইবোৰ কথা বাদ দিয়া। যি কৰিলা কৰিলা। ডেকা তেজৰ পিৰ্ পিৰণি - কিছু ইফালে সিফালে কলম চলিবই। সেইবোৰত মই ধৰিবলৈ নাযাওঁ। বয়স হ'লে সকলো বুজিবা। সকলো ঠিক হৈ যাব।

সাংবাদিক কাকতিঃ মানে ?

মন্ত্ৰী : সাংবাদিকতা কৰি কিমান দিন চলিবা ? প্ৰেছ-ট্ৰেছ এটা খুলি তুমি নিজেই এখন কাকত উলিওৱা ।তোমাৰ কলমত জোৰ আছে। তুমি পাৰিবা। তাতে তুমি মালিক হ'লে তোমাৰ দৰে বহুতো সাংবাদিকক পোহিব পাৰিবা। দিয়াচোন আন নহ'লেও ই এক প্ৰকাৰে কিছু নিবনুৱা সমস্যা দূৰ হ'ব। টকা পইচাৰ বাবে চিন্তা কৰিব নেলাগে। তুমি ইণ্ড্ৰাচট্ৰিয়েল লোনৰ বাবে এপ্লাই কৰা, মই সকলো কৰি দিম - ধৰি লোৱা লোন পাই গ'লা ।

সাংবাদিক কাকতিঃ তাৰ মানে আপুনি মোক লোভ দেখুৱাইছে!

মন্ত্ৰী : এয়া লোভৰ কথা নহয়। তোমাৰ ভৱিষ্যতৰ কথা কৈছোঁ।

সাংবাদিক কাকতিঃ অনুগ্ৰহ কৰি আপুনি মোৰ ভৱিষ্যতটোৰ কথা চিন্তা কৰিব নেলাগে। মোৰ ভৱিষ্যতটো মোৰ ওপৰত এৰি দিয়ক।

মন্ত্ৰী : ওঁঠ চেপিলে গাখীৰ ওলোৱা ল'ৰা; বৰ বৰ কথা! মই কিন্তু খুব বেয়া মানুহ।

সাংবাদিক কাকতিঃ সেয়া ক'ব লাগিছেনে ?

মন্ত্ৰী : ইচ্ছা কৰিলে মই, তোমাৰ পেপাৰ মালিকককৈ তোমাৰ সাংবাদিকতা বন্ধ কৰি দিব পাৰোঁ। তোমাক পেটে-ভাতে মাৰিব পাৰোঁ।

সাংবাদিক কাকতিঃ সেইটো অতি সাধাৰণ কথা। আপোনালোকৰ নিচিনা মন্ত্ৰীৰ বাবে এই কামত কোনো নতুনত্ব নাই।

মন্ত্ৰী : তোমাক মই ইয়াত, মোৰ এই অফিচ চেম্বাৰত; বহুত মানুহৰ আগত, কাণত ধৰাই উঠ বহ কৰাব পাৰোঁ।

সাংবাদিক কাকতিঃ আৰু কিবা ?

মন্ত্ৰী : চাতাপ্!

সাংবাদিক কাকতিঃ জানি থব, মই সাংবাদিক! প্ৰকৃত সংবাদ সেৱা আগবঢ়োৱাই মোৰ সংকল্প আৰু ইয়াৰ বাবে এখন ভৰি জেলত, এখন ভৰি ৰাইজৰ মাজত আৰু পিঠিটো আপোনাৰ নিচিনা কু-মতলবী দেশসেৱক, চক্ৰান্তকাৰী, সুবিধাবাদী এচামৰ বাবে ৰাখিছোঁ।

মন্ত্ৰী : ইচ্টুপিড্! মই তোমাক চাই ল'ম।

সাংবাদিক কাকতিঃ মোক কোনো ভাবুকিৰে টলাব নোৱাৰে ।

মন্ত্ৰী : গেট্- আউট! ঐ , ইয়াক ইয়াৰ পৰা বাহিৰ কৰি দে।

সাংবাদিক কাকতিঃ ইমানখিনি কষ্ট কৰাৰ প্ৰয়োজন নহ'ব। মই নিজেই বাহিৰ হৈ যাম।

**মঞ্চ ক্ৰমান্বয়ে এন্ধাৰ হ'ব।**

**পৰিৱেশ দহ**

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**

**এখন পথাৰ। দুজন ধনী মানুহ। দুয়োজন দুফালে বেলেগে বেলেগে মাটি খান্দে। এজনে গছ এজোপাৰ তলত খান্দে। আনজনে আকাশলৈ চাই, চাই কিবা এটা নিৰ্ণয় কৰি খান্দে। মাটি খন্দা শেষ হ'লত, দুয়ো আন কোনেও নেদেখাকৈ মনে মনে; লগত অনা টকা পইচা, সোণ-ৰূপ, আ-অলংকাৰ আদি মাটিত খন্দা গাতত পুতি লুকুৱায়। গছৰ ওচৰত খন্দাজনে সৰু গছৰ পুলি এটা আনি পোতা গাঁতটোৰ ওপৰত কই দিয়ে। মাটি চপাই পানী আদি দিয়ে। আনজনে গাত পোতা শেষ হোৱাৰ পাছত আকৌ ওপৰলৈ চায়। সম্পূৰ্ণ সুৰক্ষিত বুলি পতিয়ন যোৱাৰ পাছত, দুয়ো কোৰ-কটাৰী আদি লৈ আঁতৰি যায়। দুয়ো দুয়োকে নেদেখে। কিছুদূৰ যোৱাৰ পাছত দুয়ো স্থিৰ (ফ্ৰিজ) হৈ ৰৈ যায়। লগে লগে সূত্ৰধাৰৰ প্ৰৱেশ।**

**সূত্ৰ** : দেখিলে! এওঁলোক এনেকুৱাই। টকায়ে-পইচায়ে ধনৱন্ত হলেই সকলো হৈ নাযায়। এই দুজন ধনী মানুহ। এইজনে **(প্ৰথমজনক অৰ্থাৎ আকাশলৈ চাই চাই মাটি খন্দা জনক উদ্দেশ্য কৰি।)** সোণ-ৰূপ, আ-অলংকাৰে আদি মাটিত পুতি থলে। এইজনে **(দ্বিতীয়জন, অৰ্থাৎ গছৰ তলত মাটি খন্দা জনক উদ্দেশ্য কৰি।)** আকৌ, আনফালে টকা-পইচা এগাল মাটিত পুতি থলে। আন কোনেও নেদেখাকৈ। খুব মনে মনে। সেইদৰে বহুতো ধনীমানুহে আনদেশত থকা নিজৰপৰিয়ালবৰ্গৰ ওচৰত অস্থাৱৰ সম্পত্তিবোৰ থৈ আহিল। আন কিছুৱে বিদেশত থকা বেংক একাউন্টত নিজৰ বেংকবেলেঞ্চ বঢ়ালে। - নাটকত এটাই সুবিধা - চেকেণ্ড বা মিনিটৰ ভিতৰতে দিন - মাহ - বছৰ - আদি অতিবাহিত হোৱাটো দেখুৱাব পাৰি। মাত্ৰ লাইটটো অফ কৰি এটা প্ৰয়োজনীয় মিউজিক দিলেই হ'ল। এতিয়াও আমি তাকেই কৰিম। মানুহকেইজনে নিজৰ

বস্তু-বাহানি লুকুৱাই থৈ যোৱাৰ পিছৰ পৰা কেইবাটাও দিন অতিবাহিত হোৱাৰ পাছৰ ঘটনা আপোনালোকেএতিয়াই দেখিব,

**মঞ্চ এন্ধাৰ হ'ব।**

**নেপথ্যত এটা বিশেষ আবহ-সংগীত। সূত্ৰধাৰৰ ইতিমধ্যে প্ৰস্থান।**

**মঞ্চ পোহৰ হ'ব।**

**স্থিৰ হৈ থকা মানুহ দুজনৰ দ্বিতীয়জনে টকা-পইচা লুকুৱাই থোৱা ঠাইখিনিলৈ যায়। প্ৰথমজনে আৰু কিছুআগবাঢ়ি যাওঁতে এজনী ছোৱালী সোমাই আহি প্ৰথমজনৰ লগত কথা পাতে। ছোৱালীজনী মানুহজনৰজীয়েক। গাভৰু। আধুনিকা।**

গাভৰু : পাপ্‌পা মোৰ অৰ্নামেন্টচখিনি উলিয়াই দিয়া।

প্ৰথমজন : আঃ! নুবুজা কিয় ? আনবিলাক গহনা মানেঅৰ্নামেন্টচৰ লগত তোমাৰখিনিও মাটিত পুটিত লুকুৱাই থৈছোঁ। নহ'লে সেই দৰিদ্ৰমখাই আত্মসাৎ কৰিব।

গাভৰু : অঃ ন'! পাপপ্‌া মোক লাগিবই। সেইবোৰ মই পিন্ধি থাকিম। মোৰ বডিত থাকিব। মোৰ পৰা কোনেও নিব নোৱাৰে।

প্ৰথমজন : তুমি কথাবোৰ বুজিবলৈ চেষ্টা কৰা মোৰ লাড্‌লি! সেই খাবলৈ নোপোৱা টোকোনাৰ জাত দৰিদ্ৰমখাৰ কোনো সজাত নাই।

গাভৰু : চোৱানা পাপ্‌পা, মোৰ গলা, হাত, কাণলৈ চোৱা অৰ্নামেন্টচ নথকাৰ বাবে একেবাৰে নেকেট নেকেটলাগিছে। একেবাৰে ভাল নালাগে ভাই! আৰু কি জানা পাপ্‌পা, বয়ফ্ৰেণ্ডবোৰেও এনেকৈ থকাটো একেবাৰে পচণ্ড নকৰে।

প্ৰথমজন : তোমাৰ পৰা আৰু উপায় নাই। বলা, বলা মাটি খান্দি তোমাৰ ভাগৰ গহনাখিনি উলিয়াই দিওঁগৈ। অন্ততঃ তোমাৰ বয়ফ্ৰেণ্ডখিনি নাৰাজ হ'ব নালাগে।

গাভৰু : অঃ মাই লাভ্‌লী ডেড্‌ - - -

**দুয়ো যায়। প্ৰথমজন এবাৰ ওপৰলৈ চাই, তলৰ মাটিখিনি চাই, তেনেকৈ দুবাৰ মান চাই কিবা এটা নিশ্চিত হোৱাত মাটি খান্দে। আকৌ তাৰপৰা আন এঠাইলৈ যায়, আগৰদৰে ওপৰলৈ চাই, মাটিলৈ চাই মাটি খান্দে। আনফালে দ্বিতীয়জনে গছজোপাৰ তলত, আগতে কই থোৱা গছপুলিটো**

**উঘালি, মাটি খান্দে। প্ৰথমজনৰ ওচৰত জীয়েক ৰৈ থাকে।**

গাভৰু : পাপ্‌পা, তুমিয়ো যে ভাল! নিজে এইদৰে মাটি খান্দি মৰিছা - লেবাৰ এটা লগাব নোৱাৰিলা?

প্ৰথমজন : (**প্ৰায় উচপ্‌ খাই**) লেবাৰ! আও ভাল কথা কৈছা! সেইবোৰৰ বিশ্বাস নাই, চব টোকোনা, চব টোকোনা - টোকোনাক বিশ্বাস নকৰিবা।

**প্ৰথমজন আকৌ নিজৰ কামত ব্যস্ত হয়। তেওঁ ঠাই সলাই, সলাই গাঁত খান্দি, খান্দি প্ৰায় ভাগৰি পৰে। কিছু পাগলৰ দৰে হয়। আনফালে দ্বিতীয়জনে মাটি খান্দি গাঁতৰ পৰা কিবা অলপ উলিয়াই চায়। তেওঁ পাগলৰ দৰে, হাঁয়ে - বিঁয়ে কৰি চিঞৰি, চিঞৰি কান্দে।**

দ্বিতীয়জন : (**কান্দি, কান্দি**) আ ঐ! মৰিলোঁ ঐ! নিগমে ডুবিলোঁ ঐ - - -

**প্ৰথমজনে, দ্বিতীয়জনৰ কাষলৈ চাপি গৈ।**

প্ৰথমজন : কি হ'ল? কি হ'ল?

**গাভৰু গৰাকী তেওঁলোকৰ লগ লাগে।**

দ্বিতীয়জন : (**কান্দি**) ডু বিলোঁ। মই ডু বিলোঁ ঐ - - -

গাভৰু : আংকল কান্দিছা-কিয় ?

দ্বিতীয়জন : মোৰ লাখ, লাখ টকা পানীত উটি গ'ল - হাই - হাই - - -

প্ৰথমজন : কথাটোনো কি ?

দ্বিতীয়জন : মই বহুত নোট এই মাটিৰ তলত পুতি লুকুৱাই থৈছিলোঁ, চব উঁয়ে খালে - - -

প্ৰথমজন, গাভৰু : (**একেলগে।**) কি!

দ্বিতীয়জন : হাই, হাই - মইনো মৰি নাযাওঁ কিয়?

প্ৰথমজন : (**অতি ভয়ত।**) হেঁ! মোৰখিনি!

**প্ৰথমজন খৰধৰকৈ অ'ত-ত'ত মাটি খন্দাত লাগে। কিন্তু প্ৰায় হতাশ হয়।**

দ্বিতীয়জন : (**নিজক চম্ভালি।**) হেৰা বন্ধু, তুমিনো কি খান্দি ফুৰিছা?

প্ৰথমজন : ময়ো কিছু গাহনা-গাঁঠৰি মাটিত পুতি লুকুৱাই থৈছিলোঁ। সেই তাৰ পৰাই সোণৰ গহনা কেইপদমান এই মোৰ ছোৱালীজনীক পিন্ধিবৰ বাবে উলিয়াই দিব বিচাৰিছোঁ।

**নিজৰ কামত ব্যস্ত থাকে।**

দ্বিতীয়জন : গোটেই পথাৰখন যে এইদৰে খান্দি ফুৰিছা, ক'তনোপুতি থৈছিলা? কিবা চিন-টিন ৰাখিছিলানে নাই?

প্ৰথমজন : **(ব্যঙ্গ মিশ্ৰিত খণ্ডত।)** এঃ মোক ইমান বুৰ্বক বুলি ভাবিছ নেকি? কিয় চিন নাৰাখিম?

দ্বিতীয়জন : তেতিয়াহ'লে? য'তে ত'তে খান্দি ফুৰিছা যে? কিনো চিন ৰাখিছিলা? মইতো এই গছজোপাকে চিন ৰাখিছিলোঁ। তাতে গাঁতটোৰ ওপৰত সৰু পুলি এটাও ৰুই দিছিলোঁ।

প্ৰথমজন : আকাশত থকা এই বগা মেঘখিনিৰ তলত পুতিছিলোঁ। মেঘখিনি য'লৈকে গৈছে, তাৰ তলে তলে ময়ো খান্দি ফুৰিছোঁ।

দ্বিতীয়জন,গাভৰুঃ (একেলগে) কি!

**লগে লগে মঞ্চ এন্ধাৰ হ'ব।**

## পৰিবেশ এঘাৰ

**এটা চৰকাৰী কাৰ্যালয়। বিভিন্ন কৰ্মচাৰীয়ে নিজৰ নিজৰ কৰ্মত ব্যস্ত। তাৰ মাজতে দুজনমানে টেবুল এখনৰ ওচৰত গোটখাইকথাৰ মেল মাৰে। মহিলা টাইপিষ্টে টাইপ কৰে। আন এগৰাকী মহিলাই ওল গুঠি থাকে। টাইপিষ্টগৰাকীৰ ওচৰত দুজনমানে আড্ডা মাৰে। এজনে বাতৰি কাকত পঢ়ে। এজনে শুই থাকে। এজনে পকেট ট্ৰেঞ্জিচ্‌টাৰ শুনে। কিছু সময়ৰ পাছত সাংবাদিক ভট্ট (প্ৰথমে যিজনে মন্ত্ৰীৰ ওচৰত মাটি বিচাৰি গৈছিল।) সোমাই আহে। তেওঁক দেখি দুজনমান কৰ্মচাৰীয়ে নিজৰ কামত ব্যস্ত হোৱা যেন দেখুৱায়। তেওঁলোকে ইটো-সিটো ফাইল চোৱাত ব্যস্ত হয়। সাংবাদিকে কৰ্মচাৰী এজনৰ ওচৰলৈ গৈ লগত অনা এখন**

কাগজ দেখুৱায়। কৰ্মচাৰীজনে কাগজখন চাই আন এজনৰ ওচৰলৈ পঠায়, নিজে কামত ব্যস্ত হৈ থকা দেখুৱায়। সাংবাদিকে আনজন কৰ্মচাৰীৰ ওচৰলৈ যায়। তেওঁ আগৰজনৰ দৰে অন্য-এজনৰ ওচৰলৈ পঠায়। এইদৰে কেইবাজনেও সাংবাদিক ঘূৰাই-ফুৰায়। ইয়াৰ মাজতে টাইপিষ্ট গৰাকীয়ে নিজৰ চকীৰ পৰা সাংবাদিকক খুব তৎপৰতাৰে আৰু অতি সাৱধানেৰে হাঁহি হাঁহি, মুৰ দুপিয়াই; চকুৰে মাত লগাই তৎক্ষণাত আকৌ নিজৰ কামত ভালদৰে মনোযোগ দিয়া যেন দেখুৱায়। সাংবাদিক ইজনৰপৰা সিজন কৰ্মচাৰীৰ ওচৰলৈ গৈ শেষত হেড্ এচিষ্টেণ্টে(বৰবাবু)ৰ ওচৰ পায়। হেড্ এচিষ্টেণ্টেজন বয়সস্থ মানুহ। প্ৰকৃততে নিজৰ কামত ব্যস্ত। সাংবাদিকে লগত অনা কাগজখন তেওঁক দেখুৱায়। প্ৰথমে তেওঁ মূৰ তুলিকে নাচায়। একোবাৰত তেওঁ সাংবাদিকলৈ চায়; আকৌ কামত লাগে। কিছু সময়ৰ পাছত এবাৰ সাংবাদিকৰ পৰা কাগজখন হাতত লৈ চায়, আকৌ কামত লাগে। কিছু সময়ৰ পাছত কাগজখন গোঁজা মাৰি থৈ দি আকৌ নিজৰ কামত ব্যস্ত হয়। বৈ, বৈ সাংবাদিকৰ প্ৰায় খং উঠে। অতিষ্ঠ হৈ সাংবাদিকে হেড্ এচিষ্টেণ্টক কয়।

সাংবাদিক ভট্ট : (প্ৰায় খঙত) আপুনি মোক সোনকালে পঠোৱাৰব্যৱস্থা এটা কৰক।

বৰবাবু : (কাম কৰাৰ পৰা পিন্ধি থকা, পাবাৰ থকা চচ্‌মাৰ ওপৰৰ ফাঁকেৰে সাংবাদিকক চাই আকৌ নিজৰ কামত লাগে।)

সাংবাদিক ভট্ট : (খং বাঢ়ে।) আপুনি, মোৰ কাগজখন চাইছেনে নাই?

বৰবাবু : (আগৰ দৰেই সাংবাদিকলৈ এবাৰ চাই আকৌ নিজৰ কামত লাগে।)

সাংবাদিক ভট্ট : (খঙত) আপুনি, মোৰ লগত ধেমালি কৰিছে নেকি?

বৰবাবু : (বৰপেটাৰ ভাষাত, প্ৰায় খেঙ্ খেঙাই ক'ব) কি? কি কৈছছ্?

সাংবাদিক ভট্ট : আপুনি, এইখন কি ধেমালি কৰিছে?

বৰবাবু : ধেম্‌লি। ধেম্‌লি কৰা নাই দ'ক। নিজৰ কাম ক'ছু।

নিজৰ কামত ব্যস্ত হয়।

সাংবাদিক ভট্ট ঃ মোৰ এই কাগজখন - - -

বৰবাবু ঃ চাচ্ছু।

সাংবাদিক ভট্ট ঃ তেতিয়া হ'লে ?

বৰবাবু ঃ পাছত আইভ্যা। এথেন কাম আছে।

সাংবাদিক ভট্ট ঃ আপুনি মোক চিনি পোৱা নাই ?

বৰবাবু ঃ কেন্‌কে চিনিম ? এই অফিচক লাগি বহুত মানুহ আহে, চব'কেতো চিন ৰাখ্‌বা ন'ৰি ন'হয়।

সাংবাদিক ভট্ট ঃ বহুতৰ লগত মোক নিমিলাব। মই এজন নামী সাংবাদিক। বহুত ডাঙৰ ডাঙৰ পেপাৰৰ লগত মই কৰেচপন্ডেন্স্ কৰোঁ।

বৰবাবু ঃ সাংবাদিক ? ৰিপ্‌টাৰ ? ৰিপ্‌টাৰ - ৰিপ্‌টাৰ মই বহু দেখছু। বহুত পাইচ্ছু দ'ক।

সাংবাদিক ভট্ট ঃ কিন্তু মোৰ কথা আপুনি নাজানে।

বৰবাবু ঃ নাজনু। ত'মাক আজিহি পাচ্ছু। পিছত আইভ্যা ভালকে জানি ল'ম।

সাংবাদিক ভট্ট ঃ আপুনি মোক কি ভাবিছে? মোৰ একলমত বহুতো ডাঙৰ ডাঙৰ অফিচাৰৰ থৰ্ থৰণি কঁপি যায়।

বৰবাবু ঃ কঁপ্লই। কঁপ্লাব'ৰ কঁপ্লই। মই কি কৰবা লাগে ? পাছ'ত আইভ্যা মোৰ কাম আছে।

**নিজৰ কামত ব্যস্ত হয়।**

সাংবাদিক ভট্ট ঃ পিছত আহিবলৈ মোৰ সময় নাই।

বৰবাবু ঃ **(আগৰদৰে সাংবাদিকলৈ চাই আকৌ নিজৰ কামত লাগে।)**

সাংবাদিক ভট্ট ঃ মই চৰকাৰী মাটিৰ বাবে এপ্লিকেশ্বন কৰিছিলোঁ। মই ৰিপৰ্টাৰৰ কোটাত মাটি পাব লাগে।

বৰবাবু ঃ ইটু অফিচ হই দ'ক। অফিচৰ এটা ডেক'ৰাম আছে। নিয়ম মাফিক এপ্লিকেশ্বন আইব। চৰকাৰী মাটি। পাবা লাগা থাক্‌লি পাবা। ন'হলি নাই। তাৰ বাবে ৰ'খব্যা লাগ্‌ব। এপ্লিকেশ্বন দিলিই মাটি নাপই ন'হে।

সাংবাদিক ভট্ট ঃ অকল এপ্লিকেশ্বনৰ কথাই নহয়। মিনিষ্টাৰে লেখি দিছে।

বৰবাবু ঃ **(কাগজখন দেখুৱায়।)** ইখেন কাগ'জ'ত ?

সাংবাদিক ভট্ট : অঁ।

বৰবাবু : ওঁ, ৰি, ইখেন মিনিষ্টাৰে চিলিপ পঠাইছে! চিলিপত কি মাটি পাই? ইখেন কি বাকী খাৱা দকন পাইছাহ? ইটু অফিচ হই বুতচ্ছা। অফিচৰ নিয়ম কানুন আছে।

সাংবাদিক ভট্ট : কিন্তু এইখন মিনিষ্টাৰে লেখি দিছে।

বৰবাবু : মিনিষ্টাৰ কি গবৰ্ণৰে লেখি দিয়াক! তাতে কি হ'লাক?

সাংবাদিক ভট্ট : মিনিষ্টাৰৰ লেখাক আপুনি ইম্পৰ্টেন্স দিয়া নাই -

বৰবাবু : অ'ৰি, মিনিষ্টাৰ, মিনিষ্টাৰ মাৰি আছ্ৰ যি মিনিষ্টাৰে অফিচ'ৰ বিষয়ে কি জানে দ'ক? মাটি দিয়াৰ বিষয়ে কি জানে?

সাংবাদিক ভট্ট : নজনাকে মিনিষ্টাৰ হৈ আছে নেকি?

বৰবাবু : কি জানে দ'ক, কি জানে? ত'মাৰ এই মিনিষ্টাৰ আজি ৰেভিনিউ মিনিষ্টাৰ, কালি ক্লগিন হ'ব ভেটেনাৰী মিনিষ্টাৰ, প্ৰৰহিদনাক্ লগিন ফ্লাড মিনিষ্টাৰ - একজন মানুহই ৰকম ৰকম মিনিষ্টাৰ হৈ থাকব্। সেই বুলি চব কথা জান্ব নাকি?

সাংবাদিক ভট্ট : কিয় নাজানিব?

বৰবাবু : নাজ্নে। নাজ্নে দ'ক।

সাংবাদিক ভট্ট : আপুনিনো কিটো জানে?

বৰবাবু : জানু। বহুত জানু। ত'মাৰ মিনিষ্টাৰ পাছ বছোৰক লেগি। মই এই অফিচ'ত - এই ৰেভিনিউ ব্ৰাঞ্চতপঁচিশ বছৰ চাকৰি কচ্ছু। চু লি-দাড়ি এই অফিচ'তেপক্ছি। মাটি কেন্‌কে দিবা লাগে সেইবিলাক ত'মাৰ মিনিষ্টাৰতকৈ ভালকেন জানু।

সাংবাদিক ভট্ট : আপোনাক মই চাই ল'ম।

বৰবাবু : এথেন্ চাই হেপা পল' নাই? বুঢ়া হ'লু। বুঢ়াটুক আৰ' কি চাইবা? যাৱা, যাৱা কালিৰ চলি হৈ পৰ্হিদ'নাৰ গাঁন গাবা আইভ্যা।

সাংবাদিক ভট্ট : অলপ ভালদৰে কথা ক'ব।

বৰবাবু : **(খঙত)** কি ভালকেন কথা কবা লাগে?

সাংবাদিক ভট্ট : অলপ বুজি পোৱা ভাষাত ক'ব। অসমীয়াত ক'ব।

বৰবাবু : **(খঙত খেঙ্খেঙাই)** মই কিবা ইংৰাজীত কথা কৈচ্চুনাকি? না কিবা ফৰেন লেংগুৱেজত কৈচ্ছু।

**ববৰাবুৱে সাংবাদিকজনক প্ৰায় মাৰিবলৈ খেদি যোৱাৰ দৰে যায়। সাংবাদিক পলায়।**
**মঞ্চ এন্ধাৰ হ'ব।**

## পৰিবেশ বাৰ

**মঞ্চৰ বিভিন্ন স্থানত, বিভিন্ন কাৰ্যালয় বুজোৱা হ'ব। প্ৰতিডোখৰ স্থান উচ্চ বিষয়াৰ কোঠা। বিষয়াসকলৰ লগত পি, এ, অথবা ষ্টেন'গ্ৰাফাৰে নিজৰ কৰ্মত ব্যস্ত। কোনোৱে টোকা দিছে। কোনোৱে আলোচনা কৰিছে। সেইদৰে এডোখৰ নিৰ্দিষ্ট স্থানত মন্ত্ৰীয়েও নিজৰ কামত ব্যস্ত। ওচৰত পি,এ,ক টোকা দি থাকে। মন্ত্ৰীয়ে কামৰ মাজত ফোন দাঙি ডায়েল কৰে।**

**ঃ মন্ত্ৰীৰ কোঠাত ঃ**

মন্ত্ৰী ঃ হেল্ল' - চেক্ৰেটাৰী!

**প্ৰথম বিষয়াৰ কোঠাত ঃ প্ৰথম বিষয়াই ফোন ডাঙে।**

প্ৰথম বিষয়া ঃ ইয়েছ চ্যাৰ -

**ঃ মন্ত্ৰীৰ কোঠাত ঃ**

মন্ত্ৰী ঃ দেশত কিমান দুখীয়া আৰু কিমান ধনী মানুহ আছে তাৰ কিবা হিচাব দাখিল কৰিব পাৰিবানে ?

**ঃ প্ৰথম বিষয়াৰ কোঠাত ঃ**

প্ৰথম বিষয়া ঃ **(মুখৰ পৰা ফোন আঁতৰায়)** খালে! **(আকৌ ফোনত কথা ক'ব)** চ্যাৰ, তেনে কোনো হিচাব দাখিল কৰিব পৰা নহ'ব।

**ঃ মন্ত্ৰীৰ কোঠাত ঃ**

মন্ত্ৰী ঃ তেতিয়াহ'লে! - মোৰ দৰিদ্ৰতা দূৰীকৰণৰ প্লেনটোৰ বাবে ধনী, দুখীয়া মানুহক কিদৰে ডিফাৰেন্ট, ডিফাৰেন্ট কৰি উলিয়াম ?

**ঃপ্ৰথম বিষয়াৰ কোঠা ঃ**

প্ৰথম বিষয়া ঃ ৱেইট এ মিনিট চ্যাৰ, এই বিষয়ৰ স'তে জড়িত বিভাগৰ লগত যোগা-যোগ কৰোঁ।

**প্ৰথম বিষয়াই মন্ত্ৰীৰ লগত কানেক্‌শ্বন কাটি, নতুনকৈ ডায়েল কৰে।**

**মঞ্চৰ তৃতীয় স্থানত ঃ দ্বিতীয় বিষয়াৰ কাৰ্যালয়। বিষয়াই ফোন দাঙি লয়।**

দ্বিতীয় বিষয়া ঃ হেল্ল'-

ঃ **প্ৰথম বিষয়াৰ কোঠাত ঃ**

প্ৰথম বিষয়া ঃ মানৱ কল্যাণ দপ্তৰ?

ঃ **দ্বিতীয় বিষয়াৰ কোঠাত ঃ**

দ্বিতীয় বিষয়া ঃ --- হয় - হয় - চ্যাৰ, আমি এই বিষয়ত আপোনাক কোনো তথ্য দিব নোৱাৰিম। - হয় - ইয়েছ চ্যাৰ, - মই এতিয়াই পৰিসংখ্যা দপ্তৰৰ লগত যোগা-যোগ কৰোঁ ---

**দ্বিতীয় বিষয়াই ফোন কানেক্‌শ্বন কাটি, পুনৰ ডাইল কৰে।**

ঃ **মঞ্চৰ আন এডোখৰ স্থানত ঃ**

তৃতীয় বিষয়া ঃ ---নাই চ্যাৰ, - আমাৰ ডিপাৰ্টমেন্টে এইটো কাম নকৰে। - অঁ, অঁ, - - হয় চ্যাৰ, - - - চ্যাৰ - চা - এটা কাম কৰিব পাৰি চ্যাৰ - জনসংখ্যা বিভাগত এই বিষয়ত খবৰ কৰি চাব পাৰি - - হয় - ভাল চ্যাৰ - থ'লো চ্যাৰ - ইয়েছ চ্যাৰ।

**কিছু সময় অতিবাহিত হয়।**

ঃ **মঞ্চৰ আন এডোখৰ স্থানত ঃ**

**আন এটা কাৰ্যালয়ত চতুৰ্থ বিষয়াই ফোনত কথা কয়।**

চতুৰ্থ বিষয়া ঃ ---চ্যাৰ, ধনীমানুহ, দুখীয়ামানুহ কিমান আছে সেই হিচাব এতিয়াই মানে তৎকালীনভাৱে দিব নোৱাৰোঁ। ---অঁ, অঁ, প্ৰব্লেম আছে। ---ইয়েছ ---ইয়েছ চ্যাৰ --- মিউনিচিপালটি ক'ৰপৰেশ্বন, মিউনিচিপালটি বৰ্ড, গাঁও পঞ্চায়ত আদিৰ পৰা

দাতা কালেক্শ্বন কৰিব লাগিব। - - - ইয়েছ চ্যাৰ - - - দিন - - - লাগিব - - - ৰেইট কৰিব লাগিব - - -

: **মঞ্চৰ আন স্থানত :**

তৃতীয় বিষয়া : **(ফোনত কথা কয়।)** হয় চ্যাৰ - - -

: **মঞ্চৰ আন স্থানত :**

দ্বিতীয় বিষয়া : **(ফোনত)** অঁ,-অঁ,- হ'ব দিয়ক। - হ'ব চ্যাৰ - - -

: **মঞ্চৰ আন স্থানত :**

প্ৰথম বিষয়া : **(ফোনত)** - চ্যাৰ, - - - যথেষ্ট দিন লাগিব।

: **মন্ত্ৰীৰ কোঠাত :**

মন্ত্ৰী : **(ফোনত)** দিন কৰিলে কিদৰে হ'ব? - - - মোক সোনকালে লাগে।

: **প্ৰথম বিষয়াৰ কোঠাত :**

প্ৰথম বিষয়া : **(ফোনত)** তেতিয়াহ'লে চ্যাৰ - - -

: **মন্ত্ৰীৰ কোঠাত :**

মন্ত্ৰী : **(ফোনত )** নতুনকৈ বিশেষজ্ঞ কমিটি - মানে এক্সপাৰ্ট কমিটি এখন গঠন কৰাৰ ব্যৱস্থা লওক। - - - তাৰ বাবে প্ৰয়োজন হ'লে নতুন ডিপাৰ্টমেন্ট খোলা হওক।

: **প্ৰথম বিষয়াৰ কোঠাত :**

প্ৰথম বিষয়া : **(ফোনত)** - অঁ, অঁ, - এক্সপাৰ্ট কমিটি - এক্সপাৰ্ট কমিটি লাগে - অ, সোনকালে,- সোনকালে। - হাঁ, হাঁ - ধনী, দুখীয়া মানুহৰ পিয়ল কৰিবলৈ - মানে চাৰ্ভে কৰিবলৈ - - -

: **দ্বিতীয় বিষয়াৰ কোঠাত :**

দ্বিতীয় বিষয়া : **(ফোনত)** সোনকালে। - অঁ, সোনকালে - - - নতুন ডিপাৰ্টমেন্ট খুলিব লাগিব।

: **তৃতীয় বিষয়াৰ কোঠাত :**

তৃতীয় বিষয়া : **(ফোনত)** অঁ, অঁ, সোনকালে - ধনী,দুখীয়া মানুহৰ পিয়লৰ বিভিন্ন কাম-কাজৰ বাবে এটা নতুন চৰকাৰী ডিপাৰ্টমেন্ট - অঁ, - অঁ, - -

: **চতুৰ্থ বিষয়াৰ কোঠাত :**

চতুৰ্থ বিষয়া : **(ফোনত)** ইয়েছ চ্যাৰ, - - ইয়েছ - চাৰ্ভে কৰাব লাগিব? - ইয়েছ, ইয়েছ - ঠায়ে ঠায়ে নতুন অফিচ?

**মঞ্চ এন্ধাৰ হ'ব। খন্তেকৰ পাছত আকৌ মঞ্চ পোহৰ হ'ব।**

**মন্ত্ৰীৰ কোঠাত, মন্ত্ৰীয়ে ফোনত কথা পাতে।**

মন্ত্ৰী : হেল্ল' এক্সপাৰ্ট কমিটি!

**এক্সপাৰ্ট কমিটিৰ এটা অফিচ কোঠাত, এক্সপাৰ্ট কমিটিৰ উচ্চ বিষয়া এজনে ফোনত কথা পাতে।**

চিফ এক্সপাৰ্ট : ইয়েছ, ডিপাৰ্টমেন্ট অফ এক্সপাৰ্ট কমিটি - চিফ এক্সপাৰ্ট ইচ্‌পিকিং (সুৰ সলায়) - ইয়েছ চ্যাৰ - হয় চ্যাৰ - নতুন, নতুন অফিচ খোলা হৈ গৈছে। - - - বহুত চাকৰি ওলাব। - ইয়েছ চ্যাৰ, - আপোনাৰ দৰিদ্ৰতা দূৰীকৰণৰ প্লেনটোৰ ওপৰত চিন্তা-চৰ্চা - - - নাই চ্যাৰ, সেইটো কাম আমাৰ ডিপাৰ্টমেন্টৰ নহয়। - ইয়েছ - মই এতিয়াই শিক্ষা বিভাগ মানে এডুকেশ্বন ডিপাৰ্টমেন্টক নিৰ্দেশ দিওঁ - - -

**শিক্ষা বিভাগাৰ এটা অফিচ কোঠা, এজন উচ্চ বিষয়াই ফোনত কথা পাতে।**

শিঃ বিঃ বিষয়া : - - - আমি চ্যাৰ, মানে চ্যাৰ, মানে এডুকেশ্বন ডিপাৰ্টমেন্টে ইয়াত একো কৰিব নোৱাৰিম। - - - হাঁ - হাঁ - মানে চ্যাৰ, এইবোৰ চিন্ত-চৰ্চাৰ সুবিধা আমাৰ দেশত নাই। - হয়, - হয় চ্যাৰ, - এই বিষয়ত ভাল দৰে জ্ঞান অৰ্জন কৰিবলৈ আন দেশলৈ চ্যাৰ বিষয়া পঠাব লাগিব। - হয় - হয় - ফ'ৰেনলৈ পঠাব লাগিব। - হয় চ্যাৰ - ফ'ৰেনলৈ ট্ৰেইনিং ল'বৰ বাবে মই এক্সপাৰ্ট পঠাবলৈ দিহা কৰোঁ - - -

**মন্ত্ৰীৰ কোঠাত, মন্ত্ৰীয়ে ফোনত কথা পাতি থাকে।**

মন্ত্ৰী : গুড্! উপযুক্ত কাম হৈছে। অঁ, - অঁ, - চাব যাতে চৰকাৰী কাম - ভাল দৰে হ'ব লাগিব। অ, - ইয়েছ্ - ইয়েছ্ - টকা -পইচাৰ যাতে মিচ্ইউজ নহয়। - হ'ব - এটা কাম কৰক - টকা-পইচা মিচ্ইউজ নহবৰ বাবে, নতুন অফিচবোৰত চাকৰি-বাকৰি উপযুক্ত মানুহে পাবৰ বাবে, দুৰ্নীতি-স্বজনপ্ৰীতি আদি নহ'বৰ বাবে - মানে এই সকলো কাম ঠিকমতে চকু দিবলৈ এন্টি ক'ৰাপশ্বন ডিপাৰ্টমেন্টক কওক। অঁ, অঁ, - - -

**মঞ্চ এন্ধাৰ হ'ব।**

## পৰিৱেশ তেৰ

**মঞ্চ পোহৰ হ'ব।**

**মন্ত্ৰীৰ চৰকাৰী বাসভৱনৰ সন্মুখ ভাগ। কিছুমান যুৱক-যুৱতীয়ে তাত জুম বান্ধি ৰৈ থাকে। মাজে মাজে মন্ত্ৰীৰ বাসভৱনৰ ফালে তেওঁলোকে ভুমুকি মাৰে।**

**তেওঁলোকৰ মাজত কিছু কোৰ্হাল হয়। এনেতে মূৰ্খ বন্ধু মন্ত্ৰীৰ বাসভৱনৰ ভিতৰৰপৰা ওলাই আহে। মূৰ্খ বন্ধুৱে যুৱক-যুৱতীসকলৰ সন্মুখত নিজৰ প্ৰতিপত্তি দেখুৱাবলৈ চেষ্টা কৰে।**

মূৰ্খ : ইয়াত কি লাগে? কি লাগে?

যুৱক-যুৱতীসকল: মন্ত্ৰী মহোদয়ক বিচাৰি আহিছোঁ।

মূৰ্খ : মন্ত্ৰীক এইদৰে লগ ধৰিবলৈ নোৱাৰিব। এপইন্টমেন্ট লোৱা আছে?

যুৱক-যুৱতীসকল: নাই লোৱা। নাই লোৱা।

মূৰ্খ : তেতিয়াহ'লে? যাওক, যাওক ইয়াত ভিৰ নকৰিব।

যুৱক-যুৱতীসকল: মন্ত্ৰীক লগ পোৱাটো দৰকাৰ আছিল।

মূৰ্খ : কিহৰ বাবে? কাৰণটো মোক কওক।

প্ৰথম যুৱক : নতুন অফিচবোৰত যে পষ্ট ওলাইছে, সেই পষ্টবোৰৰ আমি কেণ্ডিডেট - - -

দ্বিতীয় যুৱক : সেই সম্পৰ্কত আমি মন্ত্ৰী মহোদয়ক লগ ধৰিবলৈ আহিছোঁ।

মূৰ্খ : তাৰবাবে মন্ত্ৰীক কিয় লগ ধৰিব লাগে? এড্ভেৰ্টাইজমেন্ট দিয়া হৈছে - এমপ্লইমেন্ট এক্সছেঞ্জলৈ খবৰ দিয়া হৈছে - এপ্লিকেশ্বন কৰক - ইন্টাৰভিউ হ'ব। ইন্টাৰভিউত পাছ কৰিলে চাকৰি পাব। ইয়াত মন্ত্ৰীৰ কোনো কথা নাই। যাওক - যাওক - - -

যুৱক-যুৱতীসকল: নহয়, তেখেতক এবাৰ - মানে - - -

মূৰ্খ : এইদৰে আহি ভিৰ কৰিলে, মই মন্ত্ৰীৰ হতুৱাই সকলো চাকৰি বন্ধ কৰাই দিম। অফিচ-চফিচ চব বন্ধ কৰাই দিম।তেতিয়া কিন্তু চব মুদা মৰিব। যাওক - যাওক - - -

**সকলোৱে সেমেনা-সেমেনি কৰি তাৰপৰা আঁতৰে। যাওঁতে ভোঁ-ভোঁৱাই যায়।**

যুৱক-যুৱতী ঃ মন্ত্রীৰ লগৰ হওঁতে ইমান!

ঃ পালী মন্ত্রী।

ঃ এইবোৰৰ কোব কি নাচাবা।

**সকলো যায়গৈ। এগৰাকী যুৱতীয়ে তললৈ মূৰ কৰি সেমেনা-সেমেনি কৰি ৰৈ থাকে আৰু লাহে লাহে মূৰ্খৰ ওচৰলৈ আহে।**

যুৱতী ঃ দাদা -

মূৰ্খ ঃ অ' তুমি, কি খবৰ?

যুৱতী ঃ ময়ো আহিছিলোঁ— পষ্ট এটাৰ বাবে।

মূৰ্খ ঃ অ' হয় নেকি?

যুৱতী ঃ মোৰ এপ্লিকেশ্বনখন যদি মন্ত্রীৰ হতুৱাই ফ'ৰৱাৰ্ড কৰাই লওঁ - -

মূৰ্খ ঃ মন্ত্রীয়ে ফ'ৰৱাৰ্ড কৰাৰ দৰকাৰ নাই। মই অফিচাৰক কৈ দিম, চিন্তা কৰিব নেলাগে। মোৰ একে ধম্‌কিতে তোমাৰ চাকৰি হৈ যাব।

যুৱতী ঃ আপুনি লাগি দিলেতো কথাই নাই।

মূৰ্খ ঃ ঘৰৰ ছোৱালী তোমাৰ বাবে মাত এষাৰ নামাতিলে কেনেকৈ হ'ব? ব'লা এতিয়াই অফিচাৰলৈ ফোন এটা কৰি তোমাৰ কথা কৈ দিওঁগৈ - - -

**দুয়ো যায়। কিছু সময়ৰ পাছত মন্ত্রী আৰু জ্ঞানী বন্ধু ভিতৰৰ পৰা কথা পাতি পাতি ওলাই আহে।**

জ্ঞানী ঃ তোমাকতো আজিকালি দেখিবলৈয়ে নাই।

মন্ত্রী ঃ এঃ তোমাৰহে দেখা-দেখি নাই।

জ্ঞানী ঃ তুমি ব্যস্ত মানুহ, ডিষ্টাৰ্ব্ কৰিবলৈ বেয়া পাওঁ।

মন্ত্রী ঃ থোৱা দেও মূৰ্খ বন্ধুতো সদায় মোৰ লগতেই থাকে। মই কিবা ডিষ্টাৰ্ব্ পাওঁ নেকি?

জ্ঞানী ঃ তেওঁৰ কথা বেলেগ। তেওঁ, তোমাৰ সমানেই প্রতিপত্তি কৰি লৈছে।

মন্ত্ৰী : হেঃ হেঃ হেঃ - - - বন্ধুতো।

জ্ঞানী : হেৰা, কথা এটা কওঁ, কওঁ বুলি তোমাক কোৱা হোৱা নাই।

মন্ত্ৰী : কোৱা।

জ্ঞানী : তুমি দেখিছোঁ লাহে লাহে ফুলি গৈছা— একেবাৰে পঠালি কে কোমোৰাটোৰ দৰে হৈছা।

মন্ত্ৰী : হেঃ হেঃ হেঃ - - - নক'বা আৰু - - -

জ্ঞানী : তুমি, একেবাৰে চিনিবই নোৱাৰা হৈছা।

মন্ত্ৰী : হেঃ হেঃ হেঃ - - -

জ্ঞানী : আগৰ চেহেৰা আৰু নাই, শকতে আৱতে - - -

মন্ত্ৰী : হেঃ হেঃ হেঃ - - - ভাল হঁহুৱাইছা - - -

জ্ঞানী : অ' সৌৱা দেখোন পদূলিৰ মুখত কিছুমান ল'ৰা-ছোৱালী!

মন্ত্ৰী : হেঃ হেঃ হেঃ - - - সেয়া চাকৰিৰ বাবে আহিছে। মোৰ দিনতে নতুন অফিচ অলপ খোলা হৈছেতো। এওঁলোক কেণ্ডিডেট। **(সুৰ সলায়।)** হেৰা ডেকা-ডেকেৰীসকল। আহা, আহা। দেশৰ ভৱিষ্যত সকল। আহা, আহা। **(কিছুমান যুৱক-যুৱতী সোমাই আহে। সিহঁতৰ মাজত প্ৰায় ঠেলা-হেঁচা হয়।)** ৰ'বা, ৰ'বা এজন, এজনকৈ আহা। **(এজন আগবাঢ়ি আহে।)** কোৱাচোন তুমি, কিয় আহিলা?

প্ৰথম যুৱক : দাদা, আপুনি খোলা নতুন ডিপাৰ্টমেণ্টটোত চাকৰিৰ বাবে মই এপ্লাই কৰিব বিচাৰিছোঁ। আপুনি এপ্লিকেশ্বনখন ফ'ৰৱাৰ্ড কৰি দিলে ভাল হয়।

মন্ত্ৰী : হ'ব দিয়া। এপ্লিকেশ্বনখন দিয়া - - -

**যুৱকে এপ্লিকেশ্বন এখন আগবঢ়াই দিয়ে। মন্ত্ৰীয়ে এপ্লিকেশ্বন লৈ ফ'ৰৱাৰ্ড কৰি দিয়ে।**

মন্ত্ৰী : তোমালোকে চাকৰি পাব লাগে।

**প্ৰথমজন যায়। লগে, লগে ইজনৰ পিছত সিজন কৰি যুৱক-যুৱতীসকল আহে, মন্ত্ৰী হতুৱাই এপ্লিকেশ্বন ফ'ৰৱাৰ্ড কৰে। মন্ত্ৰীয়ে মুখেৰে আশাব্যঞ্জক মন্তব্য দি সকলোৰে এপ্লিকেশ্বন ফ'ৰৱাৰ্ড কৰি দিয়ে।**

দ্বিতীয় যুৱক : চ্যাৰ, আপুনি ফ'ৰৱাৰ্ড কৰি দিলেই হ'ল ---

**এপ্লিকেশ্বন আগবঢ়াই দিয়ে।**

মন্ত্রী : হ'ব দিয়া --- (**এপ্লিকেশ্বন ফ'ৰৱাৰ্ড কৰে।**) তোমালোকৰ বাবেই মই এই পষ্টবোৰ ক্ৰিয়েট কৰিছোঁ। (**দ্বিতীয় যুৱক যায়, যুৱতী এগৰাকী আগবাঢ়ি আহে।**) কিহে গাভৰু। তোমাকো চাকৰি লাগে নেকি?

দ্বিতীয় যুৱতী : মামা, আপুনি এযাৰ ভালদৰে লিখি দিয়ক ---

**এপ্লিকেশ্বন আগবঢ়ায়।**

মন্ত্রী : ছোৱালীবোৰ কামত বৰ চিনচিয়েৰ — তোমালোকে চাকৰি পাব লাগে। (**এপ্লিকেশ্বন ফ'ৰৱাৰ্ড কৰি দিয়ে। দ্বিতীয় যুৱতী যায়। আন এজন যুৱক আগবাঢ়ি আহে।**) হেল্ল' ইয়ং বয়। আহা, আহা (**তৃতীয় যুৱকে এপ্লিকেশ্বন আগবঢ়ায়।**) আমাৰ অফিচবোৰত বাহিৰা মানুহেৰে ঠাহ খাই পৰিছে। আমাৰ ল'ৰা নাইয়ে। তোমালোকে চাকৰি পাব লাগে ---

**তৃতীয় যুৱক যায়। এইদৰে দুজনমান প্ৰাৰ্থী আহি, এপ্লিকেশ্বন ফ'ৰৱাৰ্ড কৰি লৈ যোৱাৰ মাজতে, জ্ঞানী বন্ধুৱে মাত লগায়।**

জ্ঞানী : চাকৰিৰ বাবে দেখিছোঁ প্ৰাৰ্থী ভৰি পৰিছে ---

মন্ত্রী : ইমান ডেকা, ডেকা ল'ৰা-ছোৱালী আনএমপ্লইড হৈ আছে বুলি ভবাই নাছিলোঁ। আমাৰ দেশৰ যুৱশক্তিৰ প্ৰতিভা এইদৰেই অপচয় হৈছে।

**আকৌ আগৰদৰে মন্ত্রী এপ্লিকেশ্বন ফ'ৰৱাৰ্ড কৰাত লাগে। এইদৰে দুজনমান যোৱাৰ পাছত আকৌ জ্ঞানীবন্ধুৱে মাত লগায়।**

জ্ঞানী : তুমি যে বন্ধু, সকলোকে সন্তুষ্ট কৰি; সকলো এপ্লিকেশ্বন ফ'ৰৱাৰ্ড কৰি পঠাইছা, কাৰণটো কি?

**মন্ত্রীয়ে ল'ৰা-ছোৱালীবিলাক কিছু সময় ৰ'বলৈ হাতেৰে ইংগিত দিয়ে।**

মন্ত্রী : কথা আছে। ভৱিষ্যত ভোটৰ কথা আছে। কাকো অসন্তুষ্ট কৰিব নোৱাৰি।

জ্ঞানী : যোৱাবাৰ ইলেক্শনৰ সময়ত তোমাৰ এগেইনষ্টে প্ৰচাৰ কৰা সকলো এই সকলৰ মাজতেই আছে - - -

মন্ত্ৰী : জানো। চিনি পাওঁ। আইঁক দিয়া। সিহঁতকো এই ছেগতে হাত কৰি থওঁ। ভৱিষ্যতে লাগিব বুজিছা। ভৱিষ্যতৰ কথা আছে। বুজিছা মানুহ দূৰদৰ্শী হ'ব লাগে।

**প্ৰাৰ্থীসকলক মন্ত্ৰীয়ে আহিবলৈ ইংগিত দিয়ে।**

**আগৰদৰে নিজৰ কামত ব্যস্ত হয়।**

**ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হব।**

## পৰিৱেশ চৈধ্য

**মঞ্চ পোহৰ হ'ব।**

**এটা চৰকাৰী কাৰ্যালয়। দুজনমান কৰ্মচাৰীয়ে সন্মুখত টেবুল লৈ নিজৰ নিজৰ কামত ব্যস্ত হৈ থাকে। টেবুলৰ ওপৰত কাগজ, ফাইল আদি দম বান্ধি আছে। সেই ফাইলৰ দমৰ আঁৰত থকাৰ বাবে কৰ্মচাৰীসকলক দেখা নাযায়। কাৰ্যালয় দেখাত কোনো মানুহ নাই যেন লাগে। এনেতে মূৰ্খ বন্ধু দপ্ দপাই সোমাই আহে। কাজ-ফাইল আদিৰ আঁৰত থকা কৰ্মচাৰী কাকো নেদেখি - মুৰ্খ বন্ধুৱে প্ৰায় চিঞৰ-বাখৰ লগাই দিয়ে।**

মূৰ্খ বন্ধু : ক'লৈ গ'ল? অফিচৰ মানুহবোৰ ক'লৈ গ'ল? - এইবাৰটা বজালৈকে অফিচৰ মানুহ অহা নাই? - চৰকাৰে চাকৰি খাব লাগে -

**কাগজ-ফাইলৰ দমৰ আঁৰৰপৰা এজন কৰ্মচাৰীয়ে মাত লগায়।**

প্ৰথম কৰ্মচাৰী : এয়া, কাম কৰি আছোঁ।

**মূৰ্খ বন্ধুৱে চাৰিওফালে চায়।**

মূৰ্খ : ক'তা? ক'ত সোমাই আছে?

**কৰ্মচাৰীয়ে থিয় হৈ কাগজ-ফাইলৰ দমৰ ওপৰেদি মূৰ উলিয়াই কয়।**

দ্বিতীয় কৰ্মচাৰী : এয়া, এই কাগজ-ফাইলৰ দমৰপৰা আপুনি আমাক দেখা নাই।

মূৰ্খ : মেজৰ ওপৰত এইদৰে দম দম কাগজবোৰ ৰাখিছে কিয় ?

দ্বিতীয় : এইবোৰ এপ্লিকেশ্বন। নতুন চাকৰিৰ বাবে কৰা এপ্লিকেশ্বন।

মূৰ্খ : কি! ইমানবোৰ এপ্লিকেশ্বন! এই নিবনুৱাবোৰ ইমান দিনে ক'ত মৰি আছিল ? এতিয়া যে বস্তাই বস্তাই এপ্লিকেশ্বন দিছে - - -

প্ৰথম : এইবোৰ স্ক্ৰুটিনী কৰি সময় পোৱা নাই। একেবাৰে ব্যস্ত হৈ পৰিছোঁ।

মূৰ্খ : অ, হ'ব, হ'ব - ভালদৰে কাম কৰক। নহ'লে সকলোৰে চাকৰি খাই দিম। (**ইফালে-সিফালে চাই এনেয়ে নিজৰ প্ৰতিপত্তি দেখুৱায়।**) অফিচাৰ ক'ত গ'ল ? অফিচাৰ ? অফিচাৰৰ দেখা দেখি নাই। খালী কামত ফাঁকি। ট্ৰেঞ্চফাৰ কৰাই দিম চিনি পোৱা নাই।

**মূৰ্খ বন্ধু অহাৰ দৰে আকৌ দপ্ দপাই যায়গৈ। মূৰ্খ বন্ধু যোৱাৰ ফালে উদ্দেশ্য কৰি কৰ্মচাৰীসকলে মন্তব্য কৰে।**

প্ৰথম : চাকৰি খাই! চাকৰি খাবলৈ ইমান সহজ!

দ্বিতীয় : চাকৰি দিব পাৰিছে কেইটাক, খাবলৈ যে আহিছে?

প্ৰথম : বাপু! চাকৰি দিয়াটো যিমান সহজ নহয়, খোৱাটোও সিমান সহজ নহয়।

দ্বিতীয় : মন্ত্ৰীৰ বন্ধু হওঁতেই ইমান কোব। নিজে মন্ত্ৰী হোৱা হ'লে কি কৰিলেহেঁতেন ঠিক নাই!

প্ৰথম : নিজে মন্ত্ৰী হোৱাহ'লে ঠাণ্ডা হৈ গ'লহেঁতেন! অফিচৰ নীতি-নিয়ম জানে কি ?

দ্বিতীয় : এইবোৰে ৰাইজৰ প্ৰতিনিধিক খাবতো খাবই, লগতে ৰাইজৰ দেশখনো খাব।

**কৰ্মচাৰীসকলে ভোঁ-ভোঁৱাই নিজৰ নিজৰ কামত ব্যস্ত হয়। এনেতে মন্ত্ৰী আৰু বিষয়াই কথা পাতি পাতি সোমাইআহে। কৰ্মচাৰীসকল থিয় হয়।**

বিষয়া : আমি চ্যাৰ, বিমোৰত পৰিছোঁ।

মন্ত্ৰী : বিমোৰত পৰিব লগা কি হ'ল ?

বিষয়া : বহুত এপ্লিকেশ্বন। সৌবোৰ চ্যাৰ, টেবুলে টেবুলে দমখাই, দমখাই আছে। এপ্লিকশ্বন জমা কৰি থ'বৰ বাবে এটা ৰূম লাগিব - মানে এটা গুদাম বনাব লাগিব।

মন্ত্ৰী : এৰা, নিবনুৱাই দেশখন ছাতি পেলাইছে! নিবনুৱাৰ কৰুণ বিননিয়ে মোক থিৰেৰে থাকিব নোৱাৰা কৰিছে! মই অস্থিৰ হৈ পৰিছোঁ! মই অস্থিৰ হৈ পৰিছোঁ নিবনুৱা সমস্যাৰ বাবে,দেশখনৰ বাবে,দেশৰ দৰিদ্ৰ জনসাধাৰাণৰ বাবে - - -

বিষয়া : চ্যাৰ, ইমান অস্থিৰ নহ'ব। আপোনাৰ এনে অৱস্থা হ'লে আমি কি কৰিম ?

মন্ত্ৰী : হাঁ ? অঁ! বুজিছে, এই নিৱনুৱাসকলৰ কথা ভাবিলে মোৰ মেন্টেল বেলেঞ্চ হেৰাই যায়।

বিষয়া : চ্যাৰ, ইমানবোৰ কেণ্ডিডেটৰ ভিতৰত আমি এতিয়া চাকৰি কাক দিম ?

মন্ত্ৰী : কিয় ? উপযুক্ত প্ৰাৰ্থীক দিয়ক। চাব যাতে ক'ৰাপ্‌শ্বন নহয়। স্বজনপ্ৰীতি নহয়।

বিষয়া : উপযুক্ত মানে চ্যাৰ, আপোনাৰ ফ'ৰৱাৰ্ড কৰা এপ্লিকেশ্বনো আছে।

মন্ত্ৰী : হাঁ! অঁ। সেইবোৰ প্ৰাৰ্থীক উপযুক্ত বুলি ধৰি লওক।

বিষয়া : ধৰি ললো চ্যাৰ। কিন্তু - - -

মন্ত্ৰী : আকৌ কিন্তুটো কি ?

বিষয়া : আপুনি ফ'ৰৱাৰ্ড কৰা এপ্লিকেশ্বনেই দমে দমে আহিছে। চাকৰিতকৈ বহুত বেছি। উপায় নাপাই আমি এপইন্টমেন্ট বন্ধ কৰি ৰাখিছোঁ।

মন্ত্ৰী : বন্ধ কৰি ৰাখিছে? কিয় ? বন্ধ নকৰিব। খুলি দিয়ক। মুকলি কৰি দিয়ক। মুক্ত মনেৰে খুলি দিয়ক। দুহাত মেলি মুকলি কৰি দিয়ক।

বিষয়া : আপুনি ফ'ৰৱাৰ্ড কৰা এপ্লিকেশ্বনবোৰ !

মন্ত্ৰী : হেৰি, আপোনালোকে ইমান দিন চাকৰি কৰি কি শিকিলে ? মই ফ'ৰৱাৰ্ড কৰিলোঁ বুলিয়েই সকলোৱে চাকৰি পাব নেকি ? মই ৰাইজৰ প্ৰতিনিধি। মই মন্ত্ৰী। মোৰ কামেই ফ'ৰৱাৰ্ড কৰা। মই ফ'ৰৱাৰ্ড কৰি যাম। মোৰ ভৱিষ্যতৰ কথা আছে - - -

| | | |
|---|---|---|
| বিষয়া | ঃ | তেতিয়াহ'লে আমাৰ ভৱিষ্যত কি হ'ব চ্যাৰ -- |
| মন্ত্ৰী | ঃ | আঃ লেংগুৱেজ। গ্ৰীণ চিগ্‌নেল। |
| বিষয়া | ঃ | লেংগুৱেজ! গ্ৰীণ চিগ্‌নেল! কথাটো নুবুজিলোঁ চ্যাৰ --- |
| মন্ত্ৰী | ঃ | এহ্ আপোনালোকে বহুত কথাই বুজিবলৈ বাকী আছেহে --- |
| বিষয়া | ঃ | হয় চ্যাৰ। |
| মন্ত্ৰী | ঃ | এপ্লিকেশ্বনত মোৰ ফ'ৰবাৰ্ডিং লেংগুৱেজটো চাব। য'ত লিখিছোঁ, - চাকৰি দিয়াৰ ব্যৱস্থা কৰক; বচ। সেইজনৰ চাকৰি হৈ যাব লাগে। আৰু য'ত, - চাকৰি এটাৰ ব্যৱস্থা কৰিলে ভাল হয়; - মানে এই 'ব্যৱস্থা কৰক' আৰু 'ব্যৱস্থা কৰিলে ভাল হয়'। - 'ভাল হয়' বুলি লিখাবোৰ আপোনালোকে যি কৰে কৰিব। |
| বিষয়া | ঃ | অ, কথাটো চ্যাৰ, এতিয়াহে বুজিছোঁ। |
| মন্ত্ৰী | ঃ | সেইটোকে কয় লেংগুৱেজ। মন্ত্ৰী, এম,এল, এ,ৰ লেংগুৱেজ। |
| বিষয়া | ঃ | আৰু চ্যাৰ, গ্ৰীণ চিগ্‌নেল? |
| মন্ত্ৰী | ঃ | গ্ৰীণ চিগ্‌নেল? সেইটো আৰু সহজ। মই এপ্লিকেশ্বন ফ'ৰবাৰ্ড কৰোতে নীলা আৰু সেউজীয়া দুটা চিয়াঁহী ব্যৱহাৰ কৰিছোঁ। যিবোৰত নীলা মানে ব্লু ইংক ইউজ কৰিছোঁ, সেইবোৰ প্ৰাৰ্থীৰ মোৰ লগত কোনো সম্বন্ধ নাই। মই তাৰ কিছুমানক চিনিয়েই নাপাওঁ। গতিকে সেইবোৰক চাকৰি দিয়ে নিদিয়ে সেয়া আপোলোকৰ কথা। আৰু যিসকল প্ৰাৰ্থীক মই জানোঁ। চিনি পাওঁ। যাক চাকৰি দিবৰ বাবে আচলতে মই ফৰমাইছ কৰিছোঁ, সেই সকলক সেউজীয়া চিয়াঁহী - মানে --- |
| বিষয়া | ঃ | মানে চ্যাৰ, গ্ৰীণ চিগ্‌নেল। - পক্ষপাতিত্ব স্বজনপ্ৰীতি, ক'ৰাপশ্বন হোৱাৰ কোনো চান্সেই নাথাকিব --- |

**দুয়োৱে হাঁহে। লাহে লাহে মঞ্চ এন্ধাৰ হ'ব।**

## পৰিৱেশ পোহৰ

**মঞ্চ পোহৰ হ'ব।**

**প্ৰথম বন্ধু কোবাকুবিকৈ গৈ থাকে। পাছফালৰ পৰা দ্বিতীয় বন্ধুৱে মাত লগায়। ইয়াত বন্ধুদ্বয় জ্ঞানী আৰু মূৰ্খই অভিনয় কৰিব।**

দ্বিতীয় বন্ধু : হেৰা বন্ধু, ক'ত যোৱা ?

প্ৰথম বন্ধু : (খঙত) সত্যনাশ, সত্যনাশ পিছফালৰপৰা মাতিদিলে যাত্ৰা ভংগ কৰি।

দ্বিতীয় বন্ধু : বোলো সতিনীৰ নাক কাটি যাত্ৰা ভংগ কৰিবলৈ যোৱা নাই দিয়া। মই মাতষাৰ মাতি কিনো নগৰতজগৰ লগালোঁ!

প্ৰথম বন্ধু : জগৰ লগোৱা মানে ? লগালাই। পিছৰপৰা মাতিবলৈ তোমাৰ কিহে পাইছিলল ?

**এনেতে সূত্ৰধাৰ সোমাই আহে।**

সূত্ৰধাৰ : বন্ধুদ্বয়, তোমালোকৰ কিনো হ'ল ?

দ্বিতীয় বন্ধু : নক'বা বন্ধু, এওঁ কোবাকুবিকৈ ক'ৰবালৈ গৈ আছিল। মই যেনিবা পিছৰ পৰা মাত লগালোঁ। তাতে জগৰ লাগিল ---

প্ৰথম বন্ধু : লাগিবতো। আলবত লাগিব।

সূত্ৰ : বন্ধু, খং ৰাগ নকৰিবা; কোৱাচোন কোৱা ক'তনো যোৱা ?

প্ৰথম : সভা লৈ।

সূত্ৰ : সভা!

প্ৰথম : মিটিং! মিটিঙলৈ যাওঁ।

সূত্ৰ : ক'ৰ মিটিং ?

দ্বিতীয় : কিহ'ৰ মিটিং ?

প্ৰথম : মহিলা সমিতিৰ মিটিং।

দ্বিতীয় : (হাঁহি) মহিলা সমিতিৰ মিটিঙত তুমি আকৌ মহলাটো কিয় ?

প্ৰথম : তুমি চব কথাতে পেংলাই নকৰিবা। মহিলা সমিতিৰ মিটিং হ'ল বুলিয়েই কি সেই মিটিঙলৈ মতা মানুহ যাব নোৱাৰে নেকি?

সূত্ৰ : কিয় নোৱাৰে? পাৰে। কি মিটিং সেই বিষয়ে অলপ আভাস দিয়া। আমিও শুনো। আমাৰ লগতে ৰাইজেও (দৰ্শকক) গম পাওক।

দ্বিতীয় : অঁ,তো - সেইটোহে কথাৰ কথা।

প্ৰথম : মিটিঙত মিনিষ্টাৰে মানে আমাৰ মন্ত্ৰীয়ে ভাষণ দিব।

সূত্ৰ : মন্ত্ৰীয়ে ভাষণ দিব!

প্ৰথম : কিয়, ক'ব নোৱাৰা; আমাৰ মন্ত্ৰীৰ দৰিদ্ৰতা দূৰীকৰণৰ আঁচনিখনৰ কথা শুনা নাই?

দ্বিতীয় : কিয় নাজানিম? জানোঁ।

প্ৰথম : তাৰ বাবে মন্ত্ৰীয়ে মিটিং কৰি কৰি ৰাইজক আঁচনিখনৰ বিষয়ে বুজাই ফুৰিছে। মন্ত্ৰী এতিয়া মিটিং কৰিয়ে ব্যস্ত। মিটিং হ'লেই হ'ল, তেওঁক মাতিলেই হ'ল — বাচ, দৰিদ্ৰতা দূৰীকৰণ।

সূত্ৰ : বুজিছোঁ, বুজিছোঁ— সুবিধা পালেই দৰিদ্ৰতা দূৰীকৰণলৈ টানি নিয়ে।

প্ৰথম : অঁ। আজি মহিলা সমিতিৰ মিটিংলৈও তেওঁক মতা হৈছে।

সূত্ৰ : পিছে, মন্ত্ৰীৰ দৰিদ্ৰতা দূৰীকৰণৰ কাম কিমান দূৰ আগবাঢ়িছে?

প্ৰথম : তোমালোক ক'ত আছাহে? নতুন ডিপাৰ্টমেণ্ট হ'ল, কিমানে চাকৰি পালে।

দ্বিতীয় : সেই কথা জানো। ধনী-দুখীয়াৰ পিয়ল আৰম্ভ হৈ গ'ল। মন্ত্ৰী এইবোৰ কামত নিজেও ব্যস্ত হৈ পৰিছে।

সূত্ৰ : শিক্ষা বিভাগে ফৰেইনলৈ ট্ৰেইনিংৰ বাবে এক্সপাৰ্ট পঠাইছিল নহয়-

প্ৰথম : **(দৰ্শকক উদ্দেশ্য কৰি মনে মনে ক'ব।)** সেইবোৰ কথা নুলিয়াবা। ৰাইজে শুনিব।

সূত্ৰ : কিনো হ'ল?

প্ৰথম : **(মনে মনে)** সেই যে ট্ৰেইনিঙৰ বাবে দুজন বিষয়া ফৰেইনলৈ পঠাইছিল ঘূৰি অহাই নাই। চৰকাৰী খৰচত অলপ ফুৰা-চকা কৰি মৌজ কৰি লৈছে।

দ্বিতীয় : তেওঁলোকে বোলে লগত ফেমেলিও লৈ গৈছে?

প্ৰথম : অঁ। নিজৰ খৰচতো যোৱা নাই। চৰকাৰৰ খৰচহে। ফেমেলি নিয়াত কি অসুবিধা!

| | | |
|---|---|---|
| দ্বিতীয় | ঃ | শুনিছোঁ, বহুত টকা-পইচা চৰকাৰৰ ঘৰৰ পৰা লৈ গৈছে। তেওঁলোকে বোলে ফৰেইনৰ চিটিজেন্‌চিপ ল'ব পাৰে। |
| প্ৰথম | ঃ | শুনা কথা য'তে ত'তে কৈ নুফুৰিবা - দায় লাগিব। |
| সূত্ৰ | ঃ | বিষয়াসকল এতিয়াও ঘূৰি নাহিল যেতিয়া, এতিয়া কি হ'ব ? |
| প্ৰথম | ঃ | কি হ'ব ? তেওঁলোকৰ বাবে মন্ত্ৰী ৰৈ থাকিব নে ? মন্ত্ৰী পিছুহুহকা বিধৰ নহয়। নিজৰ কাম কৰি শেষ কৰিলে। |
| দ্বিতীয় | ঃ | সেই যে এদিন মানে — চৌবিশ্ ঘণ্টা ধনী দুখীয় হ'ব, দুখীয়া ধনী হ'ব। সেই দিনটো কেতিয়া হ'ব ? |
| প্ৰথম | ঃ | সেই দিনটো আৰম্ভ হ'ব অহা কৃষ্ণপক্ষ তিথিৰ প্ৰথমটো পুৱাৰ পৰা। সেই শুভ দিনটোত বিৰাট উৎসৱ হ'ব। শুভ উদ্বোধন মন্ত্ৰীয়ে নিজেই কৰিব। সেই দিনটোৰ কাৰ্যসূচী একেবাৰে ডাইৰেক্ট টেলিকাষ্ট হ'ব। টি,ভি,ত দেখুৱাব। ৰেডিঅ'ত দিব। |
| সূত্ৰ | ঃ | হওঁক, হওঁক তেও আমি দুখীয়াবোৰ এদিনৰ বাবে হ'লেও ধনী হোৱাৰ সোৱাদটো পাম। |
| দ্বিতীয় | ঃ | আমি এতিয়া সেই শুভদিনৰ, শুভ উদ্বোধনৰ ক্ষণটোৰ বাবে আশা পালি আছোঁ। |
| প্ৰথম | ঃ | সেই কাৰণে মই মিটিংবোৰ শুনি ফুৰিছোঁ। সকলো কথা-কাণ্ডৰ বুজি লৈ আছোঁ। এতিয়াও বুজ লৈ আছোঁ। কেতিয়া কি হৈ যায় ক'ব নোৱাৰি। এতিয়াও মিটিং শুনোগৈ। |
| দ্বিতীয়, সূত্ৰ | ঃ | (দুয়ো একেলগে) আমি যাওঁ ৰ'বা। |

**লাহে লাহে মঞ্চ এন্ধাৰ হ'ব।**

**পৰিৱেশ ষোল**

**মঞ্চ পোহৰ হ'ব।**

**এটা নতুনকৈ নিৰ্মাণ কৰা ৰাজহুৱা ভৱনৰ সন্মুখৰ মুকলি ঠাই। ঘৰটোৰ এটা অংশ জেওৰা দি বেৰি ৰখা হৈছে। বেৰাৰ মাজতকিছু মহিলা দলবদ্ধ হৈ থাকে। ভৱনটো মহিলা ভৱন। বেৰাৰ বাহিৰত বিভিন্ন মানুহে গোটখাই থাকে। বেৰাখনৰ কিছু আঁতৰত মন্ত্ৰীয়ে ভাষণ দি থাকে।**

**সকলোৱে বৰ মনোযোগেৰে মন্ত্ৰীৰ ভাষণ শুনে। মাজে মাজে হাত চাপৰি বজায়। মন্ত্ৰীয়ে শ্ৰোতাৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰি ভাষণ দি যায়।**

মন্ত্ৰী : --- আজি আমি একবিংশ শতাব্দিৰ দুৱাৰ-দলিত ভৰি দিছোঁ। দিছোনে ? দিছোঁ। — আৰু আজি আমাৰ দেশ বহুত আগবাঢ়িছে। আজি পৃথিবীত মিছাইল উৰিছে। প্ৰযুক্তি বিদ্যাত আমি দোপত-দোপে আগবাঢ়িছোঁ। শূন্যত মানুহ ওলমি ফুৰিছে। আজিৰ এই যুগত পুৰুষৰ লগে লগে নাৰীসকলেও খোজত খোজ মিলাই আগবাঢ়িছে। কিন্তু আমাৰ দেশত ? আমাৰ দেশত কি হৈছে? আমাৰ পুৰুষসকলহে বহু আগবাঢ়িছে। কিন্তু ! কিন্তু, আমাৰ নাৰীসকল ! মহিলাসকল ! আইসকল ! বাই-ভনীসকল — বহুত-বহুত- বহুত পিছ পৰি ৰৈ গৈছে। এয়া আমাৰ মাজত বৈষম্য। নাৰী-পুৰুষৰ মাজত এক বিৰাট বৈষম্য। নাৰী আজি পুৰুষৰ সমমৰ্যাদাৰ পৰা বঞ্চিত। নাৰীৰ স্বাধীনতা খৰ্ব কৰা হৈছে। পুৰুষৰ লগত সম - অধিকাৰ বিচাৰি নাৰীয়ে আজি আন্দোলন কৰিব লগা হৈছে। সংগ্ৰাম কৰিছে। ঘৰৰ চাৰি বেৰৰ মাজত, ৰান্ধনী ঘৰৰ মাজত সোমাই থকা লাজুকী নাৰীজনী আজি ৰাজপথলৈ ওলাই আহিব লগা হৈছে। হায় - - হায়— ইয়াতকৈ আৰু পুৰুষৰ বাবে লজ্জাৰ কথা কি আছে? নাৰী—নাৰী-(সুৰ সলায়) নাৰীৰ এই নিৰ্যাতনৰ ছবিখন দেখিলে মোৰ হিয়া ইচাট্ - বিচাট্ কৰে। শৰীৰটো ৰাইজাই কৰি উঠে। মই আবেগত ভাগি যাওঁ। বিহ্বল হৈ পৰোঁ। উঃ কি বিৰম্বনা ! মোৰ কণ্ঠ নলী স্তব্ধ হৈ যায়। বিশেষকৈ দৰিদ্ৰ নাৰীৰ আজি কি অৱস্থা ? এই যে দৰিদ্ৰ নাৰী ! মানে এই যে দৰিদ্ৰ ! এই দৰিদ্ৰতা দেশৰ পৰা দূৰ কৰিবলৈ লাগিব। আৰু তাৰ বাবে মই এক নতুন পৰিকল্পনা হাতত লৈছোঁ। তাৰ দ্বাৰা এদিনৰ বাবে হ'লেও দৰিদ্ৰসকলধনী হ'ব পাৰিবই লাগিব। হ'ব পাৰিব। হ'ব লাগিব। এদিনৰ বাবে দেশৰ পৰা দৰিদ্ৰতা দূৰ হ'ব লাগিব। মোৰ এই আঁচনি ফলৱতী কৰিবলৈ নাৰীসকল আগবাঢ়ি আহিব লাগিব। সেই আশা মোৰ কোমল বুকুত বান্ধি ৰাখিয়েই, মই আজি আমাৰ নাৰীসকলে সাজি ওলোৱা এই ক্লাব ঘৰটো --

চেক্রেটাৰি : ক্লাব ঘৰ নহয় চ্যাৰ।

মন্ত্ৰী : তেন্তে কি?

চেক্রেটাৰি : মহিলা কল্যাণ সমিটি ভৱন।

মন্ত্ৰী : **(কিছু কঠোৰভাৱে)** একেই কথা। **(সুৰ সলায়)** ক্লাব ঘৰ নহয়। মহিলাৰ কল্যাণৰ বাবে সজোৱা এই ভৱনটো মই শুভউদ্বোন কৰিবলৈ লৈছোঁ। - - - আশা ৰাখিছোঁ - - - এই শুভ-উদ্বোধনৰ লগে লগে দেশৰ নাৰীসকল প্ৰগতিৰ পথত আগবাঢ়ি যাব। - - - দেশৰ নাৰীসকলৰ দৰিদ্ৰতা মোচন হ'ব। দৰিদ্ৰতা দূৰ হ'ব। **(মন্ত্ৰীয়ে ইফালে-সিফালে চায়।)** ক'ত ফিটা কাটিব লাগে? ক'ত কাটিব লাগে? কেচি ? কেচি? কেচি ক'ত? **(সকলোৱে কেচি বিচাৰি ব্যস্ত হৈ পৰে। মন্ত্ৰীয়ে কোনেও কেচি অনা নেদেখি, নিজৰ জেপৰপৰা কেচিএখন উলিয়াই।)** প্ৰয়োজন হয় বুলিয়েই জেপতে মই কেচি এখন লৈ আহিছোঁ। - মানে কেচিএখন মই জেপত লৈয়ে ফুৰোঁ। **(হাঁহি)** ফিটা কাটোঁতে, কাটোঁতে লগত কেচি লৈ ফুৰাটো অভ্যাস হৈ পৰিছে। **(কেচিখন আগবঢ়াই লৈ ফিটা বিচাৰি ফুৰে।)** ক'তা? ক'তা? ফিটা ক'ত? ফিটা-চিটা ক'তো নাই দেখোন! এইখন দেখোন গোটেইখন নতুন বাঁহৰ কামিৰে জেওৰাৰ বেৰা দি আগুৰি ৰাখিছে! সোমাম কেনেকৈ?

**তাত থকা সকলোৱে মাজত কোৰ্হাল হয়। এগৰাকী মহিলা আগবাঢ়ি আহি জেওঁৰাত ধৰি প্ৰায় চিঞৰি কয়।**

প্ৰথম মহিলা : ৰাইজ! ৰ'ব, আমি গতানুগতিক পদ্ধতিৰে আমাৰ এই মহিলা ভৱনটোৰ দ্বাৰ উদ্বোধন কৰিবলৈ বিচৰা নাই। পুৰুষে, নাৰীৰ বিভিন্ন স্বাধীনতা হৰণ কৰাৰ প্ৰতীকিস্বৰূপত, এই জেওৰাখনেৰে গোটেই ভৱনটো ঘেৰি দিয়া হৈছে। - - - আৰু আমি এই বাঁহৰ আবেষ্টনীৰ মাজত। অন্যায়, অবিচাৰ আদি আবেষ্টনীৰ মাজত আজি আবদ্ধ। আমাৰ ওলাবলৈ বাট-পথ নাই। মন্ত্ৰী মহোদয়ে এই জেওৰাখন কাটি এটা বাট উলিয়াই দিব। সেয়াই হ'ব আজিৰ শুভ-উদ্বোধনী।

**সকলোৱে হাত চাপৰি বজায়। মন্ত্ৰীয়ে হাতৰ কেছিখনেৰে জেওৰাৰ কামিবোৰ কাটিবলৈ চেষ্টা কৰি প্ৰায় হতাশ হৈ পৰে।**

মন্ত্ৰী : ক'তা জেওৰাখনতো কাটিব নোৱাৰি!

**মহিলাসকলৰ মাজৰ পৰা কয় - 'দাৰে কাটিব লাগিব। দাৰে।'**

মন্ত্ৰী : **(হাতৰ কেছিখন জেপত ভৰায়।)** দা? দা ক'তা?

**এগৰাকী মহিলাই এখন দা আনি মন্ত্ৰীকদিয়ে। মন্ত্ৰীয়ে দাৰে জেওৰাৰ কামি কাটি, গোঁজবোৰ উঘালে। মন্ত্ৰীৰ লগত জেওৰাৰ গোঁজ উঘালিবৰ বাবে মহিলাসকলৰ হেতা-ওপৰা লাগে। তাত থকা মতা-মানুবোৰেও গোঁজ উঘালিবলৈ চেষ্টা কৰে, কিন্তু নোৱাৰে। সকলোৱে হেতা-ওপৰাত মন্ত্ৰী চিটিকি পৰিবলৈ ধৰে, চেক্ৰেটাৰীয়ে কোনোমতে ধৰি নপৰাকৈ ৰাখে। মন্ত্ৰীয়ে দাখন এজনক দিয়ে। দাখন ইজনে-সিজনক দি নিজৰ দায়িত্ব পালন কৰিবলৈ চেষ্টা কৰে। জেওৰা কটা কাম শেষ হ'লত সকলোৱে আকৌ হাত চাপৰি বজায়।**

দ্বিতীয় মহিলা : ৰাইজ! আমি, আনে কৰাৰ নিচিনাকৈ,ফিটা কটা কেছি নিলাম কৰাৰ দৰে; এই দাখন নিলাম নকৰোঁ। এক নতুন পদ্ধতিৰে এতিয়া আজিৰ এই জেওৰাৰ কামিবোৰৰ শেষৰ কামিডাল মন্ত্ৰী মহোদয়ৰ হাতেৰে অক্শ্বন কৰাম। নিলাম কৰাম। এই নিলামৰ টকা আমাৰ মহিলা কল্যাণ সমিতিৰ নামত জমা থাকিব।

**মহিলা এগৰকীয়ে মন্ত্ৰীৰ হাতত জেওৰাৰ কামি এডাল আনি দিয়ে। এজন মানুহে আগবাঢ়ি আহি নিলামৰ কাম আৰম্ভ কৰিবলৈ ঠিক কৰে।**

প্ৰথম মানুহ : এতিয়া আমি নিলামৰ কাম আৰম্ভ কৰোঁ। এই কামিডালৰ মূল্য সমিতিৰ ডাক দহ টকা ধাৰ্য কৰা হৈছে। এতিয়া নিলাম ডাকিবলৈ বিচৰাসকলে ডাকক - দহ টকা, দহ টকা - - -

**এজন মানুহে হাত দাঙি নিলাম ডাকে।**

দ্বিতীয় মানুহ ঃ এশ টকা।

প্ৰথম মানুহ ঃ এশ টকা। এশ টকা। এশ টকা - - -

**বিভিন্ন মানুহে থিয় হৈ হাত দাঙি, দাঙি নিলাম ডাকে। এশ টকা দাম উঠাৰ পাছৰপৰা কেৱল অংগি-ভংগিহে দেখা যায়। কিছু সময় এনেদৰে অতিবাহিত হোৱাৰ পাছত, আকৌ মুখৰ মাত শুনা যায়। ইতিমধ্যে নিলামৰ ডাক বহুত ওপৰলৈ উঠে। আকৌ নিলামৰ ডাক হয়।**

প্ৰথম মানুহ ঃ চল্লিশ হেজাৰ। চল্লিশ হেজাৰ। চল্লিশ হেজাৰ। চল্লিশ হেজাৰ এক, - চল্লিশ হেজাৰ এক, - চল্লিশ হেজাৰ এক, এক, এক, চল্লিশ হেজাৰ দুই -

**প্ৰায় দেখা যায়, মন্ত্ৰীৰ একেবাৰে কাষত থকা তৃতীয় মানুহজনে; অনবৰতে উঠি, হাত দাঙি নিলাম ডাকে। এইবাৰো তেওঁ হাত দাঙি নিলাম ডাকে।**

তৃতীয় মানুহ ঃ পঞ্চাশ হেজাৰ এটকা -

প্ৰথম মানুহ ঃ পঞ্চাশ হেজাৰ এটকা - **(আকৌ তিনিবাৰ পুনৰাবৃত্তি কৰিব। ইতিমধ্যে প্ৰথম মহিলাগৰকীয়ে, প্ৰথম মানুহজনক চকুৰে কিবা এটা ইংগিত দিয়ে।)** পঞ্চাশ হেজাৰ এটকা,- এক **(তিনিবাৰ ক'ব।)** পঞ্চাশ হেজাৰ এটকা দুই, - **(তিনিবাৰ ক'ব।)** পঞ্চাশ হেজাৰএটকা - তিনি।

**সকলোৱে হাত চাপৰি বজাই হৈ-হাল্লা কৰে। প্ৰথম মানুহ জনে কিবা কয়, কিন্তু মানুহৰ কোৰ্হাললত একো শুনা নাযায়। তৃতীয় মানুহজনক কেইগৰাকীমান মহিলাই হেতা-ওপৰা কৰি মন্ত্ৰীৰ ওচৰলৈ আগবঢ়াই আনে। মন্ত্ৰীতকৈ তৃতীয় মানুহজনৰ ওপৰত মহিলাসকলে অধিক গুৰুত্ব দিয়ে। মন্ত্ৰীয়ে সেমেনা-সেমেন কৰে। মন্ত্ৰীয়ে তেওঁক কামিডাল আগবঢ়াই দিয়ে। আকৌ হাত চাপৰি। হৈ-হাল্লা।**

তৃতীয় মহিলা : **(তৃতীয় মানুহজনক উদ্দেশ্য কৰি।)** আপুনি কিবা এটা কওক না।

তৃতীয় মানুহ : **(নিজকে প্ৰস্তুত কৰি।)** নাৰী, পুৰুষৰ সমমৰ্যদা, সমঅধিকাৰ, স্বাধীনতা আদি প্ৰতিষ্ঠাৰ বাবে - আৰু - আৰু - নাৰীৰ ওপৰত কৰা অন্যায়, অবিচাৰ বিৰুদ্ধে - বিৰুদ্ধে - বিৰুদ্ধে - অঁ - প্ৰতিবাদ কৰি মই এই মহা, মহা - মূল্যবান কামিডাল পঞ্চাশ হেজাৰ এটকাৰ নিলামত ডাকি ললোঁ। পঞ্চাশ হেজাৰ এটকা!

**আকৌ আগৰদৰে হাত চাপৰি। কোৰ্হাল হয়। লাহে লাহে মঞ্চ এন্ধাৰ হ'ব।**

**পৰিৱেশ সোতৰ**

**মঞ্চ পোহৰ হ'ব।**

**এটা অৱস্থাবানলোকৰ ঘৰৰ কোঠা। তৃতীয় মানুহজনে নিলামত লোৱা বাঁহৰ কামিডাল হাতত লৈ সোমাই আহে।**

তৃতীয় মানুহ : **(হাতৰ কামিডাললৈ চায়।)** পঞ্চাশ হেজাৰ এটকা গ'ল, গ'ল- চব পানীত পৰিল! ইমান গাল টকা বৰবাদ হ'ল!

**খঙতে হাতৰ কামিডাল ওচৰতে থেকেছা মাৰি পেলাই দিয়ে। এনেতে এগৰাকী তিৰোতা সোমাই আহে। তিৰোতা গৰাকী মানুহজনৰ স্ত্ৰী।**

তিৰোতা : হেৰি, কিনো হ'ল? কিনো অকলে অকলে বকি আছে?

তৃতীয় মানুহ : **(পেলাই দিয়া কামিডাল দেখুৱায়।)** সেইডাল! সেই কামিডাল চৌকাত সোমোৱাই পুৰি তাৰ ছাই গাত সানি গা ধুব লাগিব। পঞ্চাশ হেজাৰ এটকা— আই - ঔ - - - **(নিজৰ বুকুত ধৰে।)**

তিৰোতা : আমাৰতো চৌকা নাই। গেছহে আছে।

তৃতীয় মানুহ : হায় - হায় - পঞ্চাশ হেজাৰ এটকা! - আই - ঔ - - -

**মূৰ ঘূৰাই মাটিত পৰি যায়।**

তিৰোতা ঃ আই- ঐ - কি হ'ল ঐ, মোৰ মানুহটোৰ কি হ'ল ঐ - (**খুব ব্যস্ত হৈ মানুহজনৰ ওচৰত বহি পৰে। হাঁয়ে-বিঁয়ে লগায়।**)মই এতিয়া কলৈ যাওঁ - - - ক'তে মৰোঁ ঐ - - - ক'ত কোন আছ— মানুহটোৰ মৰিলে নেকি ঐ— - মোক কোনোবাই চাই দেহি ঐ - - -

**কিকৰোঁ, কি নকৰোঁ কৰি, কান্দি, কান্দি ইফালে-সিফাল কৰে। একোবাৰত সাউংকৰে ভিতৰলৈ গৈ হাতত এবাল্টি পানী আনি মানুহজনৰ গাত ঢালি দিয়ে। মানুহজনে উচপ্‌খাই জাপ মাৰি থিয় হৈ গা জোকাৰে। মানুহজন তিতি জুৰুলা হয়।**

তৃতীয় মানুহ ঃ (**সপোন ভঙ্গৰ দৰে**) পঞ্চাশ হেজাৰ এটকা! (**নিজকে ঠিক কৰি।**) মন্ত্ৰী আছিল বাবেহে পঞ্চাশ হেজাৰ এটকা খৰচ কৰিলোঁ। নহ'লে- (**আকৌ বুকুত ধৰি।**) আই - ঐ - মোৰ কলিজাখন বিষাই গৈছে ঐ - - -

তিৰোতা ঃ অ' আপুনি ইমানগাল টকা ক'ৰবাত জুৱা খেলি উৰুৱাই থৈ আহিল! আপোনাৰ এই স্বভাবটো নগ'ল আৰু?

তৃতীয় মানুহ ঃ জুৱা খেলা? এৰা জুৱা খেলাই হ'ল? ময়ো কম নহয়। এইবাৰ মই যোৱা নহয়, অহা খেলিম। ইয়াৰ ডবলত, ডবল টকা উলিয়াই ল'ম।

তিৰোতা ঃ অ' মোৰ বাবে সোণৰ ব্ৰেচ্‌লেট এডাল ইমান দিনে কৈ কৈয়ো অনোৱাব নোৱাৰিলোঁ। এতিয়া জুৱা খেলিবলৈ ইমানবোৰ টকা ক'ৰ পৰা আহিল? পঞ্চাশ হেজাৰ এটকা!

তৃতীয় মানুহ ঃ হেই্‌ পেক্‌-পেকাই নেথাকিবি। খং উঠি আহিছে। পঞ্চাশ হেজাৰ এটকা ধেমালি নহয়।

তিৰোতা ঃ পঞ্চাশ হেজাৰ এটকা! মোৰ লগতো ধেমালি নহ'ব। এইবোৰ মোৰ দেউতাৰ সা-সম্পত্তি লৈহে তুমি খাই আছা? ময়ো এৰি দিয়া বিধৰ তিৰোতা নহয়। মোক সোণৰ ব্ৰেচ্‌লেট আনি দিবই লাগিব। — নিদিলে মই দেউতাৰ ঘৰলৈ যামগৈ।

তৃতীয় মানুহ : হেহ্ এইজনী কটা, মোৰ খং উঠিছে গম পোৱা নাই! বাপেৰৰ ঘৰলৈ যাব? (**ওচৰত পেলাই থোৱা কামিডাল আনি তিৰোতাগৰাকীক উধাই-মুধাই মাৰে। তিৰোতাগৰাকীয়ে হায়ে-বিয়ে লগাই চিঞৰি চিঞৰি কান্দে।**) যা — যা — হাৰমজাদী — পঞ্চাশ হেজাৰ এটকা - - -

তিৰেতা : আঐ - মাৰিলেঐ - মৰিলো - ঐ - এই ৰাক্ষসটোৱে খালে ঐ - পঞ্চাশ হেজাৰ এটকা ঐ - - -

তৃতীয় মানুহ : বাপেৰৰ ঘৰৰ পৰা এগাল আনগৈ যা। (**মাৰে**) নাৰীৰ স্বাধীনতা! (**মাৰে**) নাৰী-পুৰুষৰ সম-মৰ্যদা। (**মাৰে**) এইডাল বাঁহৰ কামিত পঞ্চাশ হেজাৰ এটকা — (**মাৰে**) সুদে-মুলে তোৰ পিঠিতে উঠোৱাই লওঁ বাপেকে।

**মাৰে, তিৰোতাগৰাকীয়ে চিঞৰি চিঞৰি কান্দে।**

তিৰোতা : পিতাই ঐ - মৰিলোঁ ঐ - আই - ঐ - মোক এই জহনি যোৱাটোৱে খালে ঐ - দেউতা ঐ - পঞ্চাশ হেজাৰ এটকা ঐ - খালে ঐ - -

তৃতীয় মানুহ : বাপেৰৰ ঘৰলৈ যাব! যা (**মাৰে**) নাৰীৰ স্বাধীনতাৰ বাবে পঞ্চাশ হেজাৰ এটকা দি মোৰ কলিজাত যি সুত লাগিছে, তাৰ ভাগ তোকে দিওঁ - নাৰী-পুৰুষৰ সম-অধিকাৰৰ ভাগ তোকো দিওঁ -

**তৃতীয় মানুহজনে তিৰোতা গৰাকীক মাৰে। তিৰোতাগৰাকীয়ে আগৰদৰে চিঞৰি, চিঞৰি কান্দে।**

**লাহে, লাহে মঞ্চ এন্ধাৰ হ'ব।**

**পৰিৱেশ ওঠৰ**

**মঞ্চ পোহৰ হ'ব।**

**এখন হেলিপেড। হেলিকপ্টাৰ এখনৰ পাংখা ঘূৰি থকা দেখা যায়। হেলিকপ্টাৰত পাইলট বহি থাকে। দুজন মানুহে খুব আথে-বেথে মন্ত্ৰীক আগবঢ়াই আনে। আনফালে এটা উৰাজাহাজৰ কন্ট্ৰল কম। তাত তাৰ কৰ্মচাৰীসকল নিজৰ**

**নিজৰ কামত ব্যস্ত। হেলিকপ্তাৰৰ ফালে মন্ত্ৰী আগবাঢ়ি যায়।**

প্ৰথম ব্যক্তি : আহক চ্যাৰ, আপোনাৰ বাবে স্পীচিয়েল হেলিকপ্তাৰ বন্দবস্ত কৰা হৈছে।

দ্বিতীয় ব্যক্তি : চ্যাৰ, আপোনাৰ দৰিদ্ৰতা দূৰীকৰণ আঁচনিৰ বিভিন্ন কাম-কাজ কেনেকৈ চলিছে সেয়া এবাৰ আপুনি আকাশ মাৰ্গৰপৰা নিজেই চাই লওক।

প্ৰথম ব্যক্তি : সেই বাবেই আমি আপোনাৰ কাৰণে হেলিকপ্তাৰ যোগাৰ কৰিলোঁ। হেলিকপ্তাৰেৰে আকাশ মাৰ্গৰপৰা সকলো নিৰীক্ষণ কৰিব পাৰিবা।

দ্বিতীয় ব্যক্তি : আহক চ্যাৰ -

**মন্ত্ৰী আগবাঢ়ি গৈ হেলিকপ্তাৰত উঠে লগত আৰু এজন উঠে। হেলিকপ্তাৰ লাহে লাহে আকাশলৈ উৰা মাৰে। মন্ত্ৰীয়ে তলৰ মানুহ-দুনুহ, গাঁও-ভূঁই আদি চায়। আনফালে কণ্ট্ৰল ৰূমৰ কৰ্মচাৰীসকল তৎপৰ হৈ পৰে। পাইলট আৰু কণ্ট্ৰলাৰৰ মাজত যোগাযোগ হয়। তেওঁলোকে কথা পাতে।**

পাইলট : হেল্ল' - কণ্ট্ৰল ৰূম!

কণ্ট্ৰলাৰ : ইয়েছ, কণ্ট্ৰল ৰূম। হেল্ল' - হেল্ল' -

পাইলট : হেল্ল' কণ্ট্ৰল, দূৰত ডাঁৱৰ দেখা গৈছে - - -

কণ্ট্ৰলাৰ : হেল্ল'। হেল্ল'। - ঐ হেল্ল', একো শুনা নাই - অঁ - অঁ - হেল্ল'। - অঁ - ঐ হেল্ল', কিছু তললৈ নমাই দিয়ক - - -

পাইলট : ঐ কণ্ট্ৰল, তলত ডাঙৰ, ডাঙৰ গছ আছে - - -

কণ্ট্ৰলাৰ : ঐ হেল্ল', দক্ষিণে কাটি দিয়ক - হেল্ল' - হেল্ল' - ঐ হেল্ল', জলদা-জলদি, জোৰেৰে হেলিকপ্তাৰ চলাই দিয়ক। - মন্ত্ৰীৰ, এইবোৰ ভেকোভাওনা - এইবোৰ কৰি একো লাভ নাই। - ঐ হেল্ল', - সোনকালে যাত্ৰা শেষ কৰক। - তেল অলপ বাচিব। মিছা-মিছি চৰকাৰৰ টকা খৰচ। ঐ হেল্ল' - হেল্ল' - অ' কানেক্শ্বন কাট - আপ- - -

**ক্ৰমান্বয়ে মঞ্চ এন্ধাৰ হ'ব।**

## পৰিবেশ উনৈছ

**মঞ্চ পোহৰ হ'ব।**

**মন্ত্ৰীৰ কাৰ্যালয়ৰ সন্মুখৰ মুকলি ঠাই। চৰকাৰী বিভিন্ন বিভাগৰ, বিভিন্ন বিষয়াকে ধৰি বিভিন্ন ধনীমানুহ আহি মন্ত্ৰীক লগ ধৰেহি।**

প্ৰথম ধনী মানুহ ঃ চ্যাৰ, দৰিদ্ৰ মানুহখিনিৰ কোনো বিশ্বাস নাই।

মন্ত্ৰী ঃ বিশ্বাস কৰিবলৈ শিকিব লাগে।

দ্বিতীয় ধনী মানুহঃ দৰিদ্ৰমখাই এদিনৰ বাবে ধনী হ'বলৈ পালে সাংঘাটিক কাণ্ড কৰি দিব পাৰে।

মন্ত্ৰী ঃ একো কৰিব নোৱাৰে। দুখীয়াই কোনো কালে একো কৰিব নোৱাৰে। মুঠতে দুখীয়া এদিনৰ বাবে ধনী হ'বই।

তৃতীয় ধনী মানুহ ঃ চ্যাৰ, সিহঁতে আমাৰ নিচিনা ধনীবোৰৰ সকলো টকা-পইচা, সা-সম্পত্তি আত্মসাৎ কৰিব।

মন্ত্ৰী ঃ আপোনালোকে এইদৰে নানানটা ওজৰ-আপত্তি লৈ মোৰ ওচৰলৈ নাহিব। মই যিটো কাম কৰিবলৈ লৈছোঁ— কৰিয়েই এৰিম।

চতুৰ্থ ধনী মানুহ ঃ কিন্তু চ্যাৰ - - -

মন্ত্ৰী ঃ কোনো কিন্তু নাই। মোৰ দৰিদ্ৰতা দূৰীকৰণ আঁচনিৰ সকলো কাম শেষ হ'ল। সুন্দৰভাৱে, ক'তো অকণমানো খুট নথকাকৈ শেষ হৈছে। এতিয়া কালিলৈ পুৱাৰ পৰা সেই শুভ-দিনৰ, শুভ-ক্ষণটো আৰম্ভ হ'ব। আৰু সেয়া মই নিজেই শুভ-উদ্বোধন কৰিম। **(সুৰ সলায়।)** মোৰ বহুদিনৰ অভিলাস এটা পূৰ্ণ হ'ব। কোনেও কৰিব নোৱাৰা কাম এটা মই কৰিম। ভৱিষ্যত পুৰুষে মোৰ নাম ল'বলৈ বাধ্য হ'ব। মই ইতিহাসৰ নায়ক হ'ম। এদিনৰ বাবে এই দেশৰ পৰা দৰিদ্ৰতা দূৰ কৰিম। ইয়াতকৈ আৰু ডাঙৰ কাম কি হ'ব পাৰে!

পঞ্চম ধনী মানুহ ঃ কিন্তু চ্যাৰ, আমি এতিয়াও কৈছোঁ আপুনি ইমানখিনিলৈ যি কৰিলে, কৰিলে— আপোনাৰ ভালৰ বাবেই— আপুনি আপোনাৰ কাম এতিয়াও বন্ধ কৰক।

মন্ত্ৰী ঃ নাই নহ'ব। কালিলৈ সকলো কাৰ্যসূচী টেলিভিশ্বনত টেলিকাষ্ট কৰা হ'ব। আজি সন্ধ্যাই ৰেডিঅ'ত আৰু টি,ভি,ত কালিলৈ হ'ব লগা কাৰ্যসূচী প্ৰচাৰ কৰিব। ইমানখিনি আগবঢ়াৰ পিছত আৰু পিছলৈ যাব নোৱাৰি। আজিৰ সন্ধিয়াৰ বাতৰিলৈ ৰাইজ বাট চাই আছে।

প্ৰথম ধনী মানুহ ঃ আপুনি চ্যাৰ, দৰিদ্ৰতা দূৰীকৰণৰ কথা ভাবিবলৈ এৰক।

দ্বিতীয় ধনী মানুহঃ এদিন দৰিদ্ৰতা দূৰ কৰি একো লাভ নহ'ব।

তৃতীয় ধনী মানুহ ঃ চ্যাৰ, দেশ আগৰ পৰাই এনেকৈ চলি আছে, আগলৈও এনেদৰেই চলি থাকিব।

চতুৰ্থ ধনী মানুহ ঃ মাজতে আপুনি সোমাই লৈ এইখন পয়মাল লগাইছে কিয়?

পঞ্চম ধনী মানুহ ঃ তাতে চ্যাৰ, আপোনাক আকৌ কৈ থলোঁ; আনক কৰিলেও দুখীয়াক বিশ্বাস নকৰিব। সিহঁতে কৰিব নোৱাৰা কাম একো নাই। একে দিনাই সিহঁতে ধনীবোৰৰ সৰ্বনাশ কৰি দিব পাৰে।

মন্ত্ৰী ঃ মই কোনো কথাই নুশুনো। মোৰ কথাই কথা হ'ব লাগিব। মই মন্ত্ৰী, মোৰ কথা আপোনালোকে মানিব লাগিব।

চতুৰ্থ ধনী মানুহ ঃ তেন্তে চ্যাৰ, আপুনি এই কাম বন্ধ নকৰে?

মন্ত্ৰী ঃ আপোনালোকে মোক দম দিবলৈ আহিছে নেকি? নকৰোঁ।

চতুৰ্থ ধনী মানুহ ঃ তেতিয়াহ'লে আমাৰ ক'ব লগা নাই। আপুনি আপোনাৰ কাম কৰি যাওঁক।

তৃতীয় ধনী মানুহঃ পিছত চ্যাৰ, আমাক নুদুষিব।

মন্ত্ৰী ঃ ইয়াত আকৌ দোষা-নোদোষাৰ কথা ক'ৰ পৰা আহিল?

তৃতীয় ধনী মানুহ ঃ আহিল বাবেই কৈছোঁ।

দ্বিতীয় ধনী মানুহঃ পিয়ল কৰি সকলো ধনী-দুখীয়াৰ হিচাব ইতিমধ্যে বাহিৰ কৰা হৈ গ'ল।

প্ৰথম ধনী মানুহ ঃ সেই মতে দুখীয়াগালৰ বেলেগ লিষ্ট, ধনীসকলৰ বেলেগ লিষ্ট তৈয়াৰ কৰা হৈছে।

দ্বিতীয় ধনী মানুহঃ কিন্তু চ্যাৰ, আপোনাৰ নামটো।

মন্ত্ৰী : মানে?

প্ৰথম ধনী মানুহ : আপুনি চ্যাৰ, আগতে দুখীয়াই আছিল।

মন্ত্ৰী : অঁ,ময়ো আগতে দুখীয়া আছিলোঁ।

চতুৰ্থ ধনী মানুহ : কিন্তু চ্যাৰ, আজি দুই-তিনি বছৰত আপুনি ধনী হৈ গ'ল।

মন্ত্ৰী : অঁ, মই এতিয় ধনী মানুহ হ'লো। তাৰপৰা কি হ'ল?

তৃতীয় ধনী মানুহঃ গতিকে চ্যাৰ, আপোনাৰ নামটো ধনীৰ লিষ্টত আছে।

মন্ত্ৰী : তাতে কি হ'ল? মোৰ নাম ধনীৰ লিষ্টত নাথাকি দুখীয়াৰ লিষ্টত থাকিব নেকি?

পঞ্চম ধনী মানুহ : আপুনিও এদিনৰ বাবে দুখীয়া হ'ব লাগিব।

মন্ত্ৰী : সেইটো কি ডাঙৰ কথা?

প্ৰথম ধনী মানুহ : দুখীয়াই যদি আপোনাৰ সকলো সা-সম্পত্তি আত্মসাৎ কৰে?

মন্ত্ৰী : কি!

প্ৰথম ধনী মানুহ : তাতে চ্যাৰ, আমিতো আমাৰ সা-সম্পত্তি বহু পৰিমাণে লুকুৱালোৱেই।

মন্ত্ৰী : হয় নেকি!

দ্বিতীয় ধনী মানুহঃ আপুনি দৰিদ্ৰ দূৰীকৰণত লাগি থাকোতেই গৈছে। আপোনাৰ সা-সম্পত্তি এধানমানো লুকুৱাব পৰা নাই।

মন্ত্ৰী : অঁতো!

তৃতীয় ধনী মানুহ : আপোনাৰ সা-সম্পত্তি আত্মসাৎ কৰাৰ মেক্সিমাম চাঞ্চ আছে।

মন্ত্ৰী : এৰা!

তৃতীয় ধনী মানুহ : তাতে চ্যাৰ, আমাৰ চৰকাৰৰ চিক্ৰেট ব্ৰাঞ্চে ৰিপৰ্ট দিছে - দুখীয়াবোৰ বোলে সংগবদ্ধ হৈছে।

চতুৰ্থ ধনী মানুহ : চি, আই, ডি,ৰ ৰিপৰ্ট মতে, দুখীয়াবোৰে একে দিনাই ধনীৰ সকলো সা-সম্পত্তি লুটি নিব।

পঞ্চম ধনী মানুহ : আৰু চ্যাৰ, চিক্ৰেট এজেন্সিৰ সূত্ৰত কোৱা হৈছে, যদি সিহঁতে একেদিনাই সা-সম্পত্তিবোৰ লুণ্ঠন কৰিব নোৱাৰে তেন্তে ইবিলাক নষ্ট কৰি পেলাব।

মন্ত্ৰী : হে!

চথুৰ্থ ধনী মানুহ : সেইবোৰ সকলো নদীত পেলাই দিব।

মন্ত্ৰী : হে!

তৃতীয় ধনী মানুহ : জুই জ্বলাই পুৰি পেলাব।

মন্ত্ৰী : হে!

দ্বিতীয় ধনী মানুহ : আৰু চ্যাৰ, আৰু চ্যাৰ - - -

মন্ত্ৰী : নাই, নিজৰ স্বাৰ্থৰ বিপৰীতে মই ৰাইজৰ কাম কৰিব নোৱাৰোঁ। **(পাগলৰ দৰে ইফালে-সিফালে যায়।)** মোৰ ঘৰ! মোৰ ঘৰলৈ মনত পৰিছে। - মোৰ মানুহজনী! - মই, মই যাওঁ - - -

প্ৰথম ধনী মানুহ : চ্যাৰ, গাড়ী?

মন্ত্ৰী : নেলাগে মই খোজ কাঢ়ি যাম। ড্ৰাইভাৰটো দুখীয়া।

দ্বিতীয় ধনী মানুহ : চ্যাৰ, আপোনাৰ শ্ৰীমতী চৰকাৰী কোৱাৰ্টাৰত নাই।

মন্ত্ৰী : চহৰৰ দক্ষিণ মূৰত নতুনকৈ মাটি কিনি বনোৱা বিল্ডিঙত আছেগৈ - তাতে মোৰ সকলো আছে। - মই তালৈকে যাওঁ - তাত কাম কৰা মানুহবোৰ দুখীয়া - - -

তৃতীয় ধনী মানুহ : ইমান দূৰ!

মন্ত্ৰী : মই দৌৰি যাম।

চতুৰ্থ ধনী মানুহ : ইমান মানুহৰ মাজেৰে! ৰাস্তায়ে ৰাস্তায়ে দৌৰিব?

মন্ত্ৰী : উপায় নাই, - মই আহিলোঁ - দৰিদ্ৰমখাৰ মাজত মোৰ মানুহজনী আছে - - -

**মন্ত্ৰী দৌৰিবলৈ আৰম্ভ কৰে।**

সকলো মানুহে : আপোনাৰ লগত আমিও যাওঁ চ্যাৰ -

**এজনে সুৰদি গাব,বাকীবিলাকে লগত লগাই দিব।**

-' আমিও (ময়ো) বনে যাওঁ স্বামী হে -

তোমাৰ সতে - বনে বাসে - '

**সকলোৰে পথে পথে দৌৰে। দৌৰোতে মন্ত্ৰীৰ মূৰৰ টুপীটো ক'ৰবাত ক'ব নোৱাৰাকৈ পৰি আছে। মাজতে মন্ত্ৰীয়ে ভাগৰত ফোপাই-ফোপাই ৰব। ধনী মানুহবোৰবো একে অৱস্থা। হঠাৎ মন্ত্ৰীৰ কিবা এটা মনত পৰে। লগে লগে কিবা বস্তু বিচৰাৰ দৰে কৰে।**

মন্ত্ৰী : মোৰ মূৰটো?

পঞ্চম ধনী মানুহ : আপোনাৰ কান্ধৰ ওপৰত ---

মন্ত্ৰী : নহয়, মোৰ মূৰৰ ওপৰত ---

প্ৰথম ধনী মানুহ : চুলি আছে।

মন্ত্ৰী : নহয়, টুপীটো ---

চতুৰ্থ ধনী মানুহ : অঁ! ক'ৰবাত চ্যাৰ, টুপীটো পৰি আহিল ---

**সকলোৰে টুপী বিচৰাত ব্যস্ত হৈ পৰে।**

মন্ত্ৰী : পৰক। মূৰটো নহ'লেও চলিব ---

**আকৌ মন্ত্ৰীয়ে দৌৰিবলৈ আৰম্ভ কৰে। লগে লগে সকলোৰে দৌৰে। কিছু দূৰ যোৱাৰ পাছত আকৌ সকলো ৰৈ দিয়ে। ভাগৰত সকলোৰে ফোপায়। আকৌ মন্ত্ৰীয়ে কিবা এটা বিচৰাত লাগে।**

মন্ত্ৰী : মোৰ ভৰি!

পঞ্চম ধনী মানুহ : আপোনাৰ কঁকালৰ তলত।

মন্ত্ৰী : নহয়, জোতা - মানে মোৰ চেণ্ডেল ---

চতুৰ্থ ধনী মানুহ : আপোনাৰ ভৰিত।

দ্বিতীয় ধনী মানুহ : নহয় চ্যাৰ, চেণ্ডেলৰ চ'ল দুটা ক'ৰবাত পৰি থাকি আহিল ---

তৃতীয় ধনী মানুহ : কেৱল চেণ্ডেলৰ ফিটা কেইডালহে আপোনাৰ ভৰিত লাগি আছে।

মন্ত্ৰী : এঃ এইকিডালো পেলাই দিও ---

**মন্ত্ৰীয়ে ভৰিৰপৰা চেণ্ডেলৰ ফিটাকেইডাল একৰাই দলিয়াই দিয়ে আৰু আকৌ দৌৰত লাগে। মন্ত্ৰীৰ লগে লগে সকলোৱে দৌৰে। কিছু দূৰ যোৱাৰ পাছত আগৰদৰে আকৌ মন্ত্ৰী ৰয় আৰু কিবা বিচৰাত লাগে।**

মন্ত্ৰী : মোৰ - মোৰ ধুতী। - ধুতী - - -

পঞ্চম ধনী মানুহ : আপোনাৰ কঁকালত।

প্ৰথম ধনী মানুহ : মাত্ৰ তলপোনহে খুলি গৈছে।

মন্ত্ৰী : লগাই দিয়ক - - -

**সকলোৱে তলপোন লগাবলৈ হেতা-ওপৰা লাগে। মন্ত্ৰী অতিষ্ঠ হয়।**

মন্ত্ৰী : আঃ হ'ব দিয়ক - - -

**মন্ত্ৰীয়ে খণ্ডত ধুতীখনকে খুলি পেলাই দিয়ে আৰু আকৌ দৌৰে। পিছে, পিছে সকলোৱে দৌৰে। দৌৰি গৈ থাকোতে হঠাৎ কিহবাত উজুটিয়াই মন্ত্ৰী হামখুৰি খাই পৰে।**

মন্ত্ৰী : আই - ঔ - পৰিলোঁ ঔ, মৰিলোঁ - উঃ - - -

চতুৰ্থ ধনী মানুহ : আপুনি মৰা নাই চ্যাৰ, জী আছে - - -

তৃতীয় ধনী মানুহ : কিহবাত উজটি খালে। কিহত উজটি খালে চ্যাৰ?

মন্ত্ৰী : জানো দেওঁ - ক'ব নোৱাৰোঁ। উঃ ভৰিৰ আঙুলিৰ নখ এৰালে যেন পাইছোঁ - উঃ ভৰিখন এৰাই অহা যেন লাগিছে - উঃ মোৰ ডাইবেটিজ আছে, ক'ৰবাত ঘাঁ লাগিলে নুশুকাব - উঃ - - -

প্ৰথম ধনী মানুহ : এইবোৰ, প্ৰতিক্ৰিয়াশীল চক্ৰৰ চক্ৰান্ত। ইয়াত চ্যাৰ, বিদেশী শক্তিৰ হাত আছে।

মন্ত্ৰী : উঃ হ'বও পাৰে।

দ্বিতীয় ধনী মানুহ : এইবোৰ সকলো দৰিদ্ৰগালৰ কাৰচাজি।

মন্ত্ৰী : দৰিদ্ৰ। আই-ঔ - উঃ **(মন্ত্ৰীয়ে বিষত কেঁকাই)**

সকলোৱে : কিহত উজটি খালেনো?

**সকলোৱে মন্ত্ৰীক লৈ ব্যস্ত হয়। লগে লগে উজট খোৱা বস্তুটো বিচৰাত লাগি যায়।**

পঞ্চম ধনী মানুহ ঃ চ্যাৰ, চ্যাৰ পালোঁ - - -

মন্ত্ৰী ঃ **(কেঁকাই, কেঁকাই)** কি - ই - ?

পঞ্চম ধনী মানুহ ঃ দৰিদ্ৰ!

মন্ত্ৰী ঃ কি!

দ্বিতীয় ধনী মানুহঃ নহয় চ্যাৰ, এইটো আধাৰশিলা, ইয়াতে আপুনি উজটি খালে।

প্ৰথম ধনী মানুহ ঃ চ্যাৰ, এইটো আপুনি স্থাপন কৰা আধাৰশিলা।

মন্ত্ৰী ঃ হে!

**সকলোৱে আধাৰশিলাৰ ফালে অবাক হৈ চায়।**
**লাহে লাহে মঞ্চ এন্ধাৰ হ'ব।**

।। পৰিৱেশ বিশ ।।

**মঞ্চ পোহৰ হ'ব।**
**ৰাজ-প্ৰসাদ সদৃশ অট্টালিকা এটাৰ কোঠা। মন্ত্ৰী লেঙুচিয়াই লেঙুচিয়াই সোমাই আহে।**

মন্ত্ৰী ঃ হেৰা শুনিছা, — হেৰা মন্ত্ৰীৰনী শুনিছানে? — হয়নে বোলো হেৰা মোৰ শ্ৰীমতী শুনিছা!

**মন্ত্ৰীৰ ঘৈনীয়েক সোমাই আহে।**

মন্ত্ৰীয়নী ঃ কিনো হ'ল, কেলৈ চিঞৰিছা? **(মন্ত্ৰীক দেখি আচৰিত হয়।)** তোমাৰ কি হ'ল! তোমাৰ ধুতীখন কি হ'ল?

মন্ত্ৰী ঃ হাঁ! **(নিজক চাই, পিন্ধি থকা ধুতীখন ক'ৰবাত পৰি আহে।)** হায়— হায়, ধুতীখন ক'ৰবাত সুলকি পৰি আহিল। কিবা এখন দিয়া।

মন্ত্ৰীয়নী ঃ মোৰ গাৰ এই শাৰীখনকে লোৱা।

**খৰ্ ধৰকৈ নিজৰপিন্ধি থকা গাৰ শাৰীখন খুলি দিয়ে। মন্ত্ৰীয়ে সেইখনকে ধুতীৰদৰে পিন্ধি লয়। মন্ত্ৰীয়নীয়েও পিন্ধাত সহায় কৰে।**

মন্ত্ৰী : ৰক্ষা! (হঠাৎ মন্ত্ৰীয়নীলৈ চকু পৰাত) অ'! হেৰা তোমাৰ গাৰ শাৰী?

মন্ত্ৰীয়নী : কি? মোৰ শাৰী? হয়তো!

**নিজকে চাই লাজত নিজৰ গাটো দুহাতেৰে ঢাকি খৰ্ ধৰকৈ ভিতৰলৈ যায়।**

মন্ত্ৰী : আমি দেখোন যিমানে ধনী হৈছো, লাহে লাহে সিমানেই নাঙঠ হৈ গৈছোঁ।

**মন্ত্ৰীয়নীয়ে আন এখন শাৰী পিন্ধি আকৌ ওলাই আহে।**

মন্ত্ৰী : হেৰা মন্ত্ৰীয়নী, সকলো খেলি-মেলি হৈ গ'ল - - -

মন্ত্ৰীয়নী : হেৰা মন্ত্ৰীডাঙৰীয়া, তুমি দেখোন লেঙুচিয়াইছা?

মন্ত্ৰী : নক'বা! নক'বা মন্ত্ৰীয়নী! নিজে পোতা আধাৰশিলা এটাত উজুটি খালোঁ।

মন্ত্ৰীয়নী : ইমাননো অসাৱধাননে! বাৰু তুমি যে উধাতুখাই আহিছা, তোমাৰ গাড়ী; পালী-পহৰীয়া?

মন্ত্ৰী : গুলি মাৰা সেইবোৰ। এতিয়া নিজকে বচোৱাৰ কথা -

মন্ত্ৰীয়নী : কিনো হ'ল?

মন্ত্ৰী : কালিলৈ দৰিদ্ৰতা দূৰীকৰণৰ শুভউদ্বোধন - - -

মন্ত্ৰীয়নী : জানো।

মন্ত্ৰী : সিফালে দেশৰ দৰিদ্ৰ দূৰ হ'ব আৰু এইফালে আমি দৰিদ্ৰক আঁকোৱালি ল'ব লাগিব।

মন্ত্ৰীয়নী : কি?

মন্ত্ৰী : আমিও ধনীৰ লিষ্টত পৰিলোঁ। গতিকে আমিও দৰিদ্ৰ হ'ব লাগিব।

মন্ত্ৰীয়নী : সেইটো কিদৰে হ'ব? মন্ত্ৰীৰ নাম ধনীৰ লিষ্টত কোনে দিলে? হেৰা, তুমি তাৰ চাকৰিটো খাই দিব নোৱাৰা? তাক ট্ৰেঞ্চফাৰ কৰাই পঠাব নোৱাৰা? - হেৰা, ধনীৰ লিষ্টৰ পৰা আমাৰ নামটো কটোৱাব নোৱাৰিনে? - -তুমিনো কিহৰ মন্ত্ৰীডালহে -

মন্ত্ৰী : হ'ব, হ'ব। তুমি মোক তিৰস্কাৰ নকৰিবা। কটু বাক্য প্ৰয়োগ নকৰিবা। এতিয়া শুনা — চি. আই. ডি. ৰ চিক্ৰেট ৰিপৰ্ট, দৰিদ্ৰবোৰে বোলে আমাৰ ধনীবোৰৰ সকলো সা-সম্পত্তি আত্মসাৎ কৰিবলৈ পাংং পাতিছে। নহ'লে সকলো নষ্ট কৰি পেলাব।

মন্ত্ৰীয়নী : **(কন্দা-কটা লগায়।)** হায়, হায় এতিয়া আমাৰ কি হ'ব! ইমান কৌশল কৰি কোনোমতে ধনী হৈছিলো - এতিয়া সোপাই যাব। **(কান্দি, কান্দি)** মই দৰিদ্ৰ নহওঁ - - -

মন্ত্ৰী : হেৰা মন্ত্ৰীয়নী, কান্দিলে কি হ'ব! এতিয়া উপায় চিন্ত কৰা - -

মন্ত্ৰীয়নী : মন্ত্ৰীচ্যাৰ, মই তোমাক ক'তবাৰ কৈছিলোঁ, বোলো এইবোৰ বাজি নকৰিবা। নাই মোৰ কথা নুশুনিলা।শুনিবানো কিয়, মইনো তোমাৰ কি হওঁ?

মন্ত্ৰী : মন্ত্ৰীয়নী, তেনে বুকুত আঘাত লগা কথা নক'বা। তোমাৰ মুখত তেনে বাক্য শুনিলে মোৰ হৃদয় ফাটি যায়।

মন্ত্ৰীয়নী : হেৰ চ্যাৰ, এইবোৰ বুকুত আঘাত লগা, হৃদয় ফাটি যায় বোলা কথাবোৰ মোৰ আগত নক'বা। তোমাৰ সেই অঁকৰা ৰাইজক ক'বা। এইবোৰ কৈ মোক আভুৱা ভাৰিব নোৱাৰা।

মন্ত্ৰী : হেৰা, হেৰি হে- এই কেইবছৰ প্ৰেক্‌টিচ কৰোঁতে কৰোঁতে ঘৰতো এই শব্দবোৰ ওলাই গৈছে।

মন্ত্ৰীয়নী : তোমাৰ কাণ্ড-কাৰখানাৰ তলা-নলা মোৰ জানিবলৈ বাকী আছেনে? তোমাৰ মূৰৰ চুলিৰ পৰা ভৰিৰ আঙুলিৰ নখলৈকে মোৰ জনা আছে।

মন্ত্ৰী : দেশৰ ৰাইজক কি, পৃথিৱীৰ সকলোকে ঠগাব পাৰিলেও; মোৰ স্ত্ৰীক মই ঠগাব নোৱাৰিলোঁ।

মন্ত্ৰীয়নী : হেৰা আমাৰ চ্যাৰ, পিছে এতিয়া কি হ'ব?

মন্ত্ৰী : হে? (মন্ত্ৰীয়নীকে সোধে) কি হ'ব?

মন্ত্ৰীয়নী : মই কি জানো? তুমিহে জানা। তুমিহে আপদ চপাই লৈছা। **(কান্দি)** সা-সম্পত্তি হেৰুৱাব লাগিলে মই কিন্তু চুই-চাইড কৰি দিম।

মন্ত্ৰী : লগতে মোকো সেই সুবিধাৰ পৰা বঞ্চিত নকৰোৱা যেন।

মন্ত্ৰীয়নী : কালিলৈ পুৱা দৰিদ্ৰতা দুৰীকৰণৰ উদ্বোধন হ'বই! হায় — হায় -
- মই মৰি যোৱা নাই কিয়?

মন্ত্ৰী : ময়ো, মোৰ ক্ষেত্ৰত তাকে ভাবিছোঁ। — আজি সন্ধিয়া! হায়-
হায — ৰেডিঅ' আৰু টি, ভি,ত! হায — হায — কালিলৈ হ'ব
লগা কাৰ্যসূচীৰ বিষয়ে ঘোষণা কৰিবই লাগিব! হায়— হায় ---

**দুয়ো পগলাৰ দৰে ইফালে-সিফালে অহা-যোৱা কৰে। মাজে, মাজে জোপোকা লাগি বহে। কিবা চিন্তা কৰে।**

মন্ত্ৰীয়নী : **(চিন্তা কৰি)** পালোঁ।

মন্ত্ৰী : কি পালা?

মন্ত্ৰীয়নী : উপায়।

মন্ত্ৰী : কি

মন্ত্ৰীয়নী : চাওঁ ---

**দুয়ো ওচৰ চাপে। মন্ত্ৰীয়নীয়ে মন্ত্ৰীক কাণে কাণে কিবা কয়। দুয়োৱে দুয়োলৈ অৰ্থপূৰ্ণ হাঁহি মাৰে।**

মন্ত্ৰী : মোৰ স্ত্ৰী, মানে আমাৰ মন্ত্ৰীয়নী কম নহয়। কোনে কয় স্ত্ৰী বুদ্ধি
ভয়ংকৰী বুলি ---

**দুয়ো প্ৰাণ খোলা হাঁহি মাৰে।**
**লাহে, লাহে মঞ্চ এন্ধাৰ হৈ আহিব।**

**।। পৰিবেশ এঘাৰ ।।**

**মঞ্চ পোহৰ হ'ব।**
**এখন মুকলি ঠাই। দুখীয়া মানুহবিলাকে জুম বান্ধি, জুম বান্ধি কথা পাতি থাকে।**

মানুহবোৰ : কালিলৈ এদিনৰ বাবে আমি ধনী হ'ম।

: এদিনৰ ধনী।

: এইজন মন্ত্ৰী কিন্তু লায়কৰ মানুহ।

: মন্ত্ৰী হ'ব লাগে এনেকুৱা।

: ঐ এতিয়া সন্ধিয়াৰ বাতৰি দিবই নহয়!

: অঁ। এতিয়াই কালিলৈ হ'ব লগা উদ্বোধনী অনুষ্ঠানৰ কাৰ্যসূচী প্ৰচাৰ কৰিব।

: ব'ল, ব'ল ৰেডিঅ' শুনেনে, টি, ভি, চাওঁগৈ? নহয় টি,ভি,কে চাওঁগৈ ---

: ক'ত চাবিগৈ?

: ধনী মানুহৰ ঘৰলৈ যাওঁ।

: চাবলৈ দিব জানো?

: এদিনৰ বাবেহে।

: নহয়, জিক্‌জাক্ ক্লাবলৈ যাওঁ। আজিকালি চৰকাৰে ক্লাববোৰত বিনামূলীয়াকৈ টি, ভি, দিছে নহয়।

**সকলোৱে গৈ জিক্‌জাক্ ক্লাবত সোমায়। টি, ভি,ৰ সন্মুখত বহে। টি, ভি, চলি থাকে। মাজে, মাজে টি, ভি, এ দিগদাৰ দিয়ে। ফটোবিলাক ওপৰলৈ উঠি উঠি যায়। এজনে ঠিক কৰে। একোবাৰত ঠিক হয়, এজন ঘোষক ওলাই বাতৰি কয়।**

ঘোষক : দৰিদ্ৰতা দূৰীকৰণত কালিলৈ হ'ব লগা— **(টি, ভি, বেয়া হয়। সকলোৱে প্ৰতিক্ৰিয়া। কিছু সময়ৰ পাছত টি, ভি, ভাল হয়।)**- এতিয়া আমালৈ অহা বাতৰিৰ মতে — আমাৰ মন্ত্ৰী মহোদয়ে জনাইছে, তেখেত ডায়েৰীয়া ৰোগত আক্ৰান্ত হৈ অৱস্থা কাহিল হোৱাৰ বাবে, অনিৰ্দিষ্ট কাললৈ এই শুভ-উদ্বোধন অনুষ্ঠান স্থগিত ৰখা হ'ল।

**সকলো আচৰিত হয়।**

সকলোৱে : কি!

এজন ঃ সেই শুভ-দিনটো বা আমাৰ ভাগ্যলৈ কেতিয়া আহে!

**লগে লগে টি, ভি, বেয়া হয়। টি, ভি,ৰ পৰা ডাঙৰ শব্দ ওলায়। টি,ভি, পৰ্দা জিল্‌মিলাই চকু চাং মাৰি ধৰে। খনেন্তেকৰ পাছত টি,ভি,ৰ পৰ্দাত আকৌ ঘোষক ওলাই, তাকে দেখি সকলোৰে খং উঠে; খঙতে তেওঁলোকে টিভিৰ পৰ্দা থকা ঘোষকজনকে মাৰিবলৈ খেদি যায়। ঘোষক পলায়। মানুহবোৰে টি,ভি,ৰ পৰ্দা ফালি টিভিৰ ভিতৰলৈ সোমাই যায়। ঘোষক মানুহৰ ভয়ত দৌৰে, মানুহে তেওঁৰ পিছে পিছে খেদে, এটা সময়ত দেখা যায় ঘোষকৰ ঠাইত মন্ত্ৰী ভয়ত দৌৰিছে। মন্ত্ৰী দৌৰি দৌৰি আহি আকৌ টিভিৰ পৰ্দাত সোমাই আত্মৰক্ষা কৰে। লগে লগে টিভি একেবাৰে বেয়া হৈ সম্পূৰ্ণ টিভি পৰ্দাখন বগা হৈ পৰে।**

**লাহে লাহে মঞ্চ এন্ধাৰ হ'ব।**

যৱনিকা



এক দিনকা বাদশাহ



# নঙলামুখৰ অনুভৱ

**প্ৰথম অভিনয়**

২৫, ২৮ আৰু ৩০ মাৰ্চ, ২০০২ চন

কিৰণ শইকীয়া, মৰমী বৰা, ৰূপৰেখা বৰা, চয়নিকা পাঠক চুতীয়া, পাৰবীন হুছেইন, জাহ্নৱী লহকৰ বৰুৱা, আজমীৰ হুছেইন, স্বৰ্ণ লাহন।

কলা ঃ দীপিল কুমাৰ গগৈ, অৰুণ দত্ত

সংগীত ঃ মৃদুল বৰুৱা

সহযোগী ঃ যুগান্ত গগৈ, উৎপল দাস, প্ৰাঞ্জল দাস

পোহৰ ঃ পলাশ প্ৰতীম শইকীয়া, পূৰ্ণনন্দ দাস, হেমেন গগৈ, ধীৰেণ গগৈ।

বিভিন্ন দিশত ঃ

ভুৱন দত্ত, হৰেন্দ্ৰ নাথ ভট্টাচাৰ্য, ঘন দত্ত, মাথৱ বৰা, আফছানুল হুছেইন, মামু বৰা, লীলাৱতী দত্ত মজুমদাৰ, বিপিন শইকীয়া, হাৰণল ৰচিদ, হামিদুৰ ৰহমান, দীপালী মহন্ত, হেমন্ত চলিহা, ইৰচাদ আলি, থানুকৃষ্ণ দত্ত, সনাতন দাস, লোহিত হাজৰিকা, ডঃ অঞ্জন ওজা, সঞ্জীৱ দাস, ৰমেশ চুতীয়া, গনেশ দাস, বৰ্ণালী ওজা, ময়ুৰী দত্ত, বদিৰুল ইছলাম, মুনীন বৰা, ডাঃ মুনীন্দ্ৰ নাৰায়ণ বৰদলৈ, ডাঃ হেমন্ত কুমাৰ দত্ত, ৰূপশ্ৰী দত্ত, বিকাশ বৰা, মিতালী মহন্ত, জুৰি দত্ত, মন্দিৰা শৰ্মা চলিহা, অমূল্য শইকীয়া, অজিৎ দাস।

## নেপথ্য আলাপ ৯

নাৰী সমাজৰ বিভিন্ন সমস্যা সম্পৰ্কত বহু বিষয় শুনিবলৈ পোৱা যায়। নাৰী সমস্যাক মূলধন কৰি সম্পূৰ্ণ নাৰী চৰিত্ৰৰ নাটক এখন লিখাৰ তাগিদা বহু দিনৰ পৰা বহুতে দি আছিল। সেয়েহে নাৰী সমস্যাকেন্দ্ৰিক দীৰ্ঘ নাটক এখন লিখাৰ বিষয়ে মোৰ মনতো থিতাপি ল'লে। কিন্তু পুৰুষ হিচাপে মই নাৰীৰ প্ৰতি সমদৰদী, সহানুভূতিশীল অথবা নাৰীৰ ন্যায্য প্ৰাপ্যৰ প্ৰতি মই সদা সচেতন বুলি নিজৰ বুকুত হাত থৈ ক'ব নোৱাৰোঁ। কিন্তু এই নাটকৰ দ্বাৰা মোৰ বিবেক যিমানদূৰ পাৰে — নাৰীৰ প্ৰতি থকা মোৰ বিচাৰ-বিবেচনাকহে বেকত কৰিব বিচাৰিছোঁ। এয়া সম্পূৰ্ণ মোৰ নিজ দৃষ্টি-ভংগীৰ প্ৰকাশ। আনৰ স'তে একে নহ'বও পাৰে। নোহোৱাটোৱেই স্বাভাৱিক। মোৰ কলেজীয়া জীৱনৰ বন্ধু-বান্ধৱী সমতুল্য এহাল প্ৰেমিক-প্ৰেমিকাৰ প্ৰেম সম্পৰ্কত অন্তৰ্দ্বন্দ্বক মূল ৰূপে লৈ — তাক এক কাল্পনিক বিবাহিত জীৱনৰ ছবি হিচাপে দাঙি ধৰিবলৈ বিচাৰিছিলোঁ নাটকৰ যোগেদি। যিখনে মোক সদায়ে আমনি কৰি আছিল। কিন্তু নাটক লিখা হোৱা নাছিল। পিছত এটা তামিল গল্পই এই নাটক লিখাত অনুপ্ৰাণিত কৰিলে। গল্পটোৰ লিখকৰ নাম এতিয়া পাহৰিছোঁ। যিমানদূৰ মনত আছে — লেখকগৰাকী জ্ঞানপীঠ বিজেতা আছিল আৰু গল্পটোৰ ইংৰাজী নাম আছিল 'ইনছাইট'। এই গল্পটোৰ গইনা লৈ মোৰ আগৰ কাল্পনিক ছবিখন সম্পৃক্ত কৰি আৰু নাটক লিখাৰ সময়ছোৱাত বিভিন্ন কাকত আলোচনী আদিত নাৰী সমস্যা সম্পৰ্কত প্ৰকাশিত প্ৰবন্ধ আৰু লগতে এই সম্বন্ধে সম্পাদকলৈ লিখা চিঠি আদিৰ তথ্য সমূহ সনিবিষ্ট কৰাৰ লগত মোৰ সম্প্ৰচাৰিত 'খিৰিকীয়েদি' অনাতাঁৰ নাটকৰ কিছু কথা সংযোগৰে — সম্পূৰ্ণ নতুন বিষয়বস্তু সৃষ্টিৰে 'নঙলামুখৰ অনুভৱ' নাটকখন ৰচনা কৰিলোঁ। এই নাটকৰ দ্বাৰা — নাৰীৰ সুখ-দুখ, আনন্দ-বেদনা, সমস্যা, দ্বন্দ্ব-অন্তৰ্দ্বন্দ্ব আদিক বুজিবলৈ চেষ্টা কৰিছোঁ। ইয়াত তথাকথিত নাৰীবাদ বা কোনো মতবাদ আদি বিষয়বোৰ উত্থাপন কৰিব বিচৰা নাই। নাটৰখনৰ প্ৰথম অভিনয় ২০০২ চনৰ ২৫, ২৮ আৰু ৩০ মাৰ্চ তাৰিখে 'নট-সৈনিক'ৰ মহিলা শিল্পীসকলে কৰে।

**চৰিত্ৰলিপি ঃ-**

জলি -

ঝুমকা -

ৰুবি -

আই -

পায়েল -

নাহৰ -

কৰচনী আই -

অৱন্তিকা।

## প্ৰথম খণ্ড

### পৰিচয় অংশ

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**
**জলি নামৰ নাটকৰ পাত্ৰী গৰাকী মঞ্চলৈ ওলাই আহিব। জলিয়ে 'সূত্ৰ'ৰূপে দৰ্শকৰ স'তে পোনপটীয়াকৈ সম্বন্ধ স্থাপন কৰিবলৈ চেষ্টা কৰিব।**

জলি : আমাৰ মাজত এটা সম্বন্ধৰ দৰকাৰ। মোৰ, আপোনালোকৰ মাজত। তেনে এটা উদ্দেশ্য লৈ মই আপোনালোকৰ সন্মুখত হাজিৰ হৈছোঁ। অ'- আপোনালোকৰ বহুতে মোক চিনি নাপাব। সেয়াই স্বাভাৱিক। হয়তো কেতিয়াবা ক'ৰবাত মোক লগ পাইছে - দেখিছে। বাটে-ঘাটে, বজাৰে-সমাৰে। হয়তো ক'ব নোৱাৰাকৈ পৰস্পৰে খুন্দা মাৰিছোঁ। ভুলৰ বাবে পৰস্পৰে পৰস্পৰলৈ দৃষ্টি বিনিময় কৰি, সৌজন্যসূচক মিচিকিয়াই হাঁহিছোঁ। আমাৰ চিনাকিৰ - সম্বন্ধৰ বাঘজৰি ইমানেই। তথাপিতো আপোনালোক আৰু মোৰ মাজত অস্তিত্বৰ বাবে হ'লেও এটা পৰিচয়ৰ দৰকাৰ।

ধৰক; মই বন্দিতা - নন্দিতা, হাচিনা - ৰেজিনা, মেৰি - জুলিয়া। যিকোনো এটা নামেৰে মোৰ পৰিচয় হ'ব পাৰে। মুঠতে এটা চৰিত্ৰ। এই নাটকৰ, এই সংসাৰৰ। নাৰী চৰিত্ৰ। বোৱাৰী, জীয়াৰী, মাতৃ - শাহু। এগৰাকী নাৰী। অঁ,- এগৰাকী নাৰীৰূপেই মই আপোনালোকৰ সন্মুখলৈ আহিছোঁ। মোৰ এটা সমস্যা লৈ। একান্তই ব্যক্তিগত। এনেকুৱাতো হ'ব পাৰে কেতিয়াবা ব্যক্তিৰ সমস্যাই সমষ্টিৰূপে প্ৰকাশ পাব পাৰে। সামাজিকৰূপে চিহ্নিত হ'ব পাৰে বা হয়। ব্যক্তিগত হ'লেও - মই সমাজৰে লোক হিচাপে, ই সামাজিক সমস্যা। হয়তো আপোনালোকৰ জীৱনতো এনে ঘটনা ঘটিব পাৰে, এনে সমস্যা আহিব পাৰে। তেতিয়া আপোনালোকে কি কৰিব ? ঘটনা। সমস্যা। ঘটনা-সমস্যাৰ বিষয়ে মই ক'ব লাগিব। আপোনালোকে জানিব লাগিব। তাৰ বাবে ব'লক মই ঘৰলৈ লৈ যাওঁ। মোৰ মা-দেউতাৰ ঘৰলৈ। নঙলাৰমুখৰ পৰাই মোৰ বিষয়ে ক'ম ---

**মঞ্চ ক্ৰমান্বয়ে আন্ধাৰ হ'ব।**

## প্ৰথম পৰিৱেশ

মঞ্চ পোহৰ হ'ব।

মঞ্চত নঙলাৰমুখৰ একাংশ দেখা যাব। নঙলা মাৰি থোৱা আছে। সময় পুৱা। নঙলাৰ মুখত জলিয়ে হাতত চ্যুৎকেচ থৈ কিছুসময় ৰয়। জলি এগৰাকী বিবাহিতা মহিলা। পিন্ধনতপৰিপাটি। আধুনিকা। খন্তেকৰ আগত ক'ৰবাৰ পৰা আহি সেইখিনিত ৰৈছে। হাতৰ চ্যুৎকেচ তাতে থয়। নঙলা-মাৰি খুলিবলৈ লৈ থমকি ৰ'ব। খোলো-নোখোলোঁ ভাব। ভিতৰলৈ সোমাওঁ -নোসোমাওঁ ভাব। ডিঙি বেঁকা কৰি দূৰৰ আকাশলৈ চায়। পুৱাৰ বেলি ডাৱৰে ঢাকি ৰাখিছে। বৰষুণ আহো আহো। মাজে মাজে বিজুলী চমকে। বিজুলীৰ পোহৰত মাজে মাজে ডিঙি বেঁকা কৰি চোৱা জলিৰ মুখৰ এটা ফাল দেখা যায়।

খন্তেক পাছত ক্ৰমান্বয়ে মঞ্চ আন্ধাৰ হ'ব।

নেপথ্যত কুশীলৱৰ তালিকা ঘোষণা।

## দ্বিতীয় পৰিবেশ

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**
**মঞ্চত দেখা যাব এটা সম্ভ্ৰান্ত পৰিয়ালৰ ড্ৰয়িংৰুম। বাহিৰত বিজুলী বৰষুণ। হাত মচি মচি জলিয়ে প্ৰৱেশ কৰে। পিন্ধনত ঘৰুৱা সাজ। আহোতে জলিয়ে কৈ কৈ আহিব।**

জলি : **(মাত ডাঙৰ কৰি।)** আহিছোঁহে। চাওঁচোন কেইদিন থাকোঁ! দুদিনমান বেছিকৈ থাকিম চাগে।

**জলিয়ে কথা কৈ কৈ খিৰিকীয়েদি বাহিৰলৈ ৰ লাগি চায়। খিৰিকীয়েদি বিজুলীৰ পোহৰ আহি জলিৰ মুখত পৰে। খন্তেক পাছত ঝুমকাৰ প্ৰৱেশ। ঝুমকা আধুনিকা গাভৰু। পিন্ধনত এটা ফ্ৰক, ঘৰুৱা সাজ। ঝুমকাই কথা কওঁতে খুব খৰকৈ কয়। মুখখন বেছিকৈ লৰায়। সমানে হাত ভৰি-গা আদিও লৰায়।**

ঝুমকা : পেহী।

জলি : হোঁ।

ঝুমকা : ইমান ৰ লাগি কি চাইছা?

জলি : বৰষুণ দিছে। বিজুলীয়ো মাৰিছে।

ঝুমকা : অঁ, বৰষুণজাক হঠাৎ আহিল। এইকেইদিন বতৰ ফৰকালেই আছিল। নাহিব, কালি যিটো গৰম পৰিছিল! মই ভাবিছিলোঁৱেই, বৰষুণ আহিবই। আমাৰ ইয়াত বতৰৰ কোনো হিচাপ নাই। এই বৰষুণ, এই ৰ'দ। আমাৰ ইয়াৰ বতৰ আৰু পাতি হাঁহৰ মলত্যাগ একে।

জলি : মই আহোতে নগাঁৱৰ ওচৰত বৰষুণ পাইছিলোঁ। গুৱাহাটীত কিন্তু বৰষুণ নাই। হঠাৎ বাটতে বৰষুণজাক পালোঁ।

ঝুমকা ঃ পেহী, আহোতে ইমান দেৰি হ'ল।

জলি ঃ ওঁ।

ঝুমকা ঃ আনকালে দেখোন মানুহ শুই উঠাৰ আগেয়ে আন্ধাৰে-মুন্ধাৰে পোৱাহি। আজি চাগৈ বেলি কাহানিবাই ওলালে। বতৰ ডাৱৰীয়া আছিল, এতিয়া বৰষুণ দিছে- সেই দেখিহে ধৰিব নোৱাৰি। বহুত দেৰি হ'ল কিন্তু। ৰাস্তাৰ ক'ৰবাত গাড়ী বেয়া হৈছিল নেকি? অ' আজিকালি আকৌ ঠায়ে ঠায়ে পুলিচ মিলিটেৰীয়ে গাড়ী ৰখাই ৰখাই চেক্ কৰে নহয় - সন্ত্ৰাসবাদী, উগ্ৰপন্থী বিচাৰি। উঃ কি যে অশান্তি। একেবাৰে খং উঠি যায়।

জলি ঃ তোৰ খং উঠিলে কি হ'ব? কৰাই নিজৰ কাম কৰিবই। **বাহিৰলৈ চাই চাই কথাবোৰ ক'ব।**

ঝুমকা ঃ দেৰি হ'বৰে কথা। ৰাস্তাই ৰাস্তাই গাড়ী ৰখালেতো দেৰি নহৈ পাৰেনে? এইবোৰ - আজিলৈকে নৈশ বাছৰ পৰা কিমান উগ্ৰপন্থী, সন্ত্ৰাসবাদী ধৰিব পাৰিছে ক'ব নোৱাৰোঁ। মিছা-মিছি হাৰাশাস্তি!

জলি ঃ বৰষুণ দিয়ে আছে।

ঝুমকা ঃ ইমান সোনকালে ক'ত এৰিব?

জলি ঃ বেছিকৈ দিছে।

ঝুমকা ঃ **(সুৰ সলাই, মাত সৰু কৰি)** অ', হেৰি নহয় পেহী জানানে-নাজানা? আজিকালি বোলে নাইট ছাৰ্ভিচবোৰত খুব সঘনাই ডকাইতি হৈ থাকে পেপাৰত প্ৰায় প্ৰতিদিনে, এনেকুৱা এটা নহয় এটা বাতৰি ওলাবই। ৰাতি গাড়ীত যাবলৈ ভয়েই হ'ল। ডকাইতি বুলিলে আৰু ৰক্ষা নাই। যাত্ৰীক সৰ্বস্ৰান্ত কৰিহে এৰিব। সোণ-ৰূপৰ গহণাতো পিন্ধি যাবই নাপায়। টকা পইচা ফুটাকড়ি এটাও এৰি নিদিয়ে। এই ডকাইতিবোৰত বোলে বহুতৰ হাত থাকে - নহলেনো আজিলৈকে এটাও ডকাইতৰ দলৰ মানুহক ধৰিব নোৱাৰেনে?

জলি ঃ ঝুমকা, তোৰ বক্‌বকনি শেষ হ'লনে নাই? নে তয়ে অকলে বলকি থাকিবি?

ঝুমকা ঃ ঠিক আছে, মই আৰু একো নকওঁ - মুখখন চিলাই কৰি থ'ম।

জলি ঃ চিলাই থোৱাই ভাল। এই ছোৱালীজনীয়ে ইমান যে কথা ক'ব পাৰে!

ঝুমকা ঃ **(খং আৰু অভিমানত)** মোক খালী সকলোৱে কথা কোৱাই দেখে। ইচ্‌ একেবাৰে বৰ ওলাইছে, মই তোমাৰ লগত কথাই নাপাতোঁ।

জলি ঃ তোকনো কথা নাপাতিবলৈ কোনে কৈছে। কথা অল প কম ক'বি, তাকেহে কৈছোঁ।

ঝুমকা ঃ ঠিক আছে। **(ঠেহ্ পাতি)** যাওঁ পাই কাম আছে।

জলি ঃ **(হাঁহি)** ক'ত যাব?

ঝুমকা ঃ কাম আছে।

জলি ঃ এই পুৱাতে তোৰনো কি কাম ওলাল?

ঝুমকা ঃ **(বয়সস্থৰ দৰে গহীন হৈ)** কি হ'ল - মোৰ কাম থাকিব নোৱাৰে নেকি?

জলি ঃ **(ডাঙৰ কৈ হাঁহি)** বাঃ ,একেবাৰে মুখৰ ৰঙেই সলনি হৈ গ'ল।

ঝুমকা ঃ **(খঙত)** হে - ঢেক্ ঢেক্‌কৈ হাঁহি নাথাকিবা। একেবাৰে কিবা খং উঠি যায়।

জলি ঃ **(হাঁহি)** আও একেবাৰে টিঙিৰি তুলা। ই — মুখখন একেবাৰে ফেঁচাৰ নিচিনা হৈছে। ফেঁচী।

ঝুমকা ঃ হ'ব দিয়া তোমাৰেই ভাল হওক।

আই ঃ **(নেপথ্যত)** জলি।

জলি ঃ আই ! এয়া মই ইয়াত আছোঁ।

ঝুমকা ঃ ওঁ-উঁ, হ'ল আৰু। বিজুলীৰ শব্দৰ আৰু চমকনিহে ওলাইছিল, আৰু এগৰাকী আহিল যেতিয়া; এতিয়া ধাৰাসাৰে বৰষুণ দিব। ইমানতে অন্তৰ্ধান হোৱাই ভাল। মাক জীয়েক লগ হ'লে, অমুকা ক'ত মৰোঁ গোপাল, ক'ত মৰোঁ কৃপাল।

**খৰধৰকৈ ঝুমকা ওলাই যায়। জলিয়ে হাঁহে। প্ৰায় লগে লগে আইৰ প্ৰৱেশ। ঝুমকা আৰু আইৰ অহা যোৱাৰ পথ সুকীয়া হ'ব।**
**আই গহীন গম্ভীৰ। কথা জুখি মাখি কয়।**

আই : কোন আছিল? ঝুমকা?

জলি : ওঁ। তই অহা দেখি নিজৰ ৰুমলৈ দৌৰ মাৰিল।

আই : ইহ্! দেখা নাই জানো, মোক একেবাৰে কিমান সমীহ কৰি চলে। **(সুৰ সলায়।)** মুখ হাত ধুলি?

জলি : ওঁ। বাথৰুমটো চাফা নকৰ নেকি?

আই : কি হ'ল?

জলি : ইমান লেতেৰা হৈ আছে। চিঃ বেচিনৰ যে অৱস্থাই নাই।

আই : তই মুখ ধুলিতো। সদায়ে চাফা কৰে। ৰুবিয়েতো নিজেই চাফা কৰে। তাইতো পুৰাৰ পৰা চাকৰিলৈ যোৱালৈকে সকলো চাফ-চিকুণ কৰি ৰাখে। তাই যিহে চিক্-চাক্ লেতেৰা সহ্য কৰিবই নোৱাৰে।

জলি : নবৌৰ কথা কোৱা নাই। ঘৰত অকল নবৌয়েই আছে নেকি?

আই : ঝুমকায়ো নিজৰ কাম কৰে, নাস্তা বনোৱা, ভাত ৰন্ধা, নিজৰ ৰুম চাফা কৰা, তাইৰোতো চাকৰি এটা আছে।

জলি : সেইটো, সেইটো ক'লৈ গ'ল। সেই খাই গাহৰিটো। **(চিঞৰি)** পাইলট্। **(সুৰ সলায়।)** খালি চাউল পুৰীয়াৰ দৰে এগাল খাব জানে। **(আকৌ চিঞৰি)** পাইলট্, পাইলট্, ইহ্ নাম পাইলট্। কামত?

আই : তাক কিহলে চিঞৰিছ? সি এনেই বহি নাথাকে নহয়। ঘৰত মানুহ কম হ'লে কি হ'ল। ঘৰখনতো ডাঙৰ। সিয়েই ঘৰখন চাব লাগে। ইটো সিটো কৰিব লাগে। ইমান মস্ত ঘৰখন চম্ভলা মুখৰ কথা নহয়। সি বুলিহে পাৰিছে।

জলি : তই মুঠতে কাকো টোপ্ পৰিব নিদিবি।

আই : ককায়েৰৰ লগত সি বাহিৰত পানীৰ লোৰ কাটিছে। বৰষুণ এজাক দিলে আগফাল - পিছফালৰ চোতালত পানী একাঁঠু হৈ পৰে, কেওফালে মানুহে ইটাৰ দেৱাল দি দিছে। পানী বাহিৰলৈ ওলাই যোৱাৰ বাটেই নাই।

জলি : মানুহবোৰৰ যে কাণ্ড - জ্ঞান নাই। চিভিক্ চেঞ্চ বোলা বস্তু এটা নাই। কোনো প্লেনিং নাই। দূৰদৰ্শী নহয়। **(সুৰ সলায়।)** কাম এটা কৰিব পাৰে - **(চিঞৰি)** দাদা, অ' দাদা।

| | | |
|---|---|---|
| আই | ঃ | নিচিএৱৰিবিচোন। কি ক'ব লগা আছে পিছে পৰেও ক'ব পাৰিবি। সি কি কৰি আছে কৰি লওক। |

**কিছু সময় নীৰৱ।**

| | | |
|---|---|---|
| জলি | ঃ | আই, চাহ খালি? |
| আই | ঃ | শুই উঠাৰ পাছত চাহ- বিস্কুট খালো। নাস্তা কৰা নাই। |
| জলি | ঃ | ঝুমকাই বোধহয় নাস্তা উলিয়াইছে! |

**আকৌ নীৰৱ। পৰিৱেশ কিছু পৰিৱৰ্তন হ'ব। দুয়ো যেন হিচাবত কথা ক'ব।**

| | | |
|---|---|---|
| আই | ঃ | যাবি কেতিয়া? |
| জলি | ঃ | আহিছোঁহে। যাম আৰু, সাত দিনৰ অফিচ ছুটী লৈ আহিছোঁ। |
| আই | ঃ | আনকালে দেখোন এৰাতি থাকোতেই যাওঁ, যাওঁ কৰি হুলস্থুল লগাই দিয়! পোন্ধৰ দিনৰ অফিচ ছুটী দিলেনে? |
| জলি | ঃ | ছুটী থাকিলে বিচাৰিলে কিয় নিদিব? |

**কিছু সময় নীৰৱ।**

| | | |
|---|---|---|
| আই | ঃ | সচা কথাটো কি? |
| জলি | ঃ | কাক কৈছ? |
| আই | ঃ | তোক। |
| জলি | ঃ | কি কথা? |
| আই | ঃ | এইবোৰ কি শুনিছোঁ? |
| জলি | ঃ | কিবোৰ ? |

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব**

## তৃতীয় পৰিৱেশ

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**
**মঞ্চত জলি আৰু ৰুবিয়ে চাহ খাই থাকে।**
**ঝুমকাই ভিতৰৰ পৰা ইটো সিটো আনি দি ভিতৰলৈ যায়।**

| | | |
|---|---|---|
| জলি | ঃ | তোমালোকে মোৰ অসুবিধাবোৰ অসুবিধা বুলিয়েই নাভাবা। ৰাজৰো চাকৰি, মোৰো চাকৰি, পুৱাৰ পৰা নিশালৈকে কামৰ পৰা ফুৰ্‌চত নাপাওঁ। ল'ৰা-ছোৱালী নাই বাবেহে। |
| ঋবি | ঃ | পিছে জলি, তোমাৰ মত্‌লব কি? |
| জলি | ঃ | মানে? |
| ঋবি | ঃ | ঘৰখনত ল'ৰা-ছোৱালী থাকিলেহে ঘৰখন ঘৰ ঘৰ যেন লাগে। আইৰ কিন্তু ডাঙৰ জীয়েকৰ নাতি চোৱাৰ বৰ হেঁপাহ। |
| জলি | ঃ | আয়ে বিচাৰিলে বুলিয়েই হ'বনে? মোৰোতো নিজৰ বিচাৰ-বিবেচনা আছে। |
| ঋবি | ঃ | তুমি ঘৰৰ ডাঙৰ ছোৱালী। বিয়া হোৱায়েই পাঁচ বছৰতকৈ বেছি হ'ল। |
| জলি | ঃ | তাতে কি হ'ল? |
| ঋবি | ঃ | এতিয়াও তোমালোকে কোনো চিন্তা কৰা নাই। তোমাৰ ভনীয়েৰা, অলিৰ বিয়া হোৱাৰ দুবছৰহে হৈছে, সেয়া দেখোন তেওঁৰ বেবী এটা হ'ল। বেবীটো হোৱা এবছৰেই হ'ল। |
| জলি | ঃ | নবৌ, মোক তোমালোকৰ নিচিনা বুলিয়েই ভাবিছাঁ নেকি? বিয়া হোৱাৰ পাছতেই কিবা বোলেনে হেৰি - হুটাই-টাই লগাম। |
| ঋবি | ঃ | যা এইজনী! মুখৰ একেবাৰে লেগাম নাই, তোমাৰ মুখখন বিয়া হোৱাৰ পিছৰে পৰা বেছি বেয়া হ'ল। |
| জলি | ঃ | **(হাঁহি)** তাৰমানে, মোৰ মুখখন আগতেও বেয়া আছিল! বিয়া হোৱাৰ পিছত যেনিবা অলপ বেছি বেয়া হ'ল, নহয় জানো? |
| | | **সশব্দ কৰি হাঁহে।** |
| ঋবি | ঃ | (হাঁহি) অলপ নহয়, বহুত বেছি। |
| জলি | ঃ | হয়নে? |
| | | **আকৌ সশব্দে হাঁহে।** |
| ঋবি | ঃ | **(হাঁহি)** ঘৰত থাকোতে তুমি কণ্ট্ৰলত আছিলা। এতিয়া ফ্ৰি হ'লা --- |
| জলি | ঃ | এতিয়া পাৰ্টনাৰ পালোঁ। এতিয়া প্ৰেক্‌টিকেল --- |
| ঋবি | ঃ | অসভ্যজনী --- |
| জলি | ঃ | সচা কথা সহজ ভাৱে কোৱাৰ বাবে মই অসভ্য হ'লো। |

ৰুবি : হ'ব হ'ব, এইবোৰ কথা তোমাৰ লগত নপতাই ভাল। বাৰু তুমি যাবা কেতিয়া?

জলি : সেয়া মানুহজনী আহিছোঁহে, যাবা কেতিয়া আৰম্ভ কৰিলাই? মই অহাৰ বাবে বেয়া পাইছা নেকি?

ৰুবি : নহয় অ, সাধাৰণতে তুমি আহিলে প্ৰথমে যোৱাৰ কথা আগতেই উলিওৱাতো।

ঝুমকা আহে।

জলি : সাত দিনৰ ছুটী লৈ আহিছোঁ।

ঝুমকা : সচা পেহী?

জলি : ওঁ। কিছুদিন থাকিম বুলি আহিছোঁ।

ঝুমকা : বৰ ভাল হ'ব। তুমি বিয়া হৈ যোৱাৰ পৰা তোমাৰ লগত একেলগে থকাই হোৱা নাই। এদিন বা দুদিন থাকি গুছি যোৱা। গুৱাহাটীলৈ গ'লেও তুমি কথা পাতিবলৈ সময় নোপোৱা। সেয়া ক'লেও যে তুমি কিমান যে কি নোকোৱা, বেংকৰ চাকৰি, সময় নাই, ছুটীত ঘৰলৈ গ'লে কথা পাতিম।

জলি : তই কিন্তু নন্‌ষ্টপ কথা ক'ব পাৰ দেই।

ৰুবি : তাইৰ সেইখন মুখ নেকি?

ঝুমকা : মুখ নহয় কি? কথা বেছি ক'লেই মুখখন মুখ হৈ নাথাকে নেকি? কথা যেনিবা মইহে বেছি কওঁ, মই কথা ক'লেই বেছি কোৱা হয়, মই যেনিবা বেছি কথা কওঁৱেই, তাতে কাৰ কি ঘৰ ছালে উৰুখিলে।

ৰুবি : **(কঠোৰভাৱে)** ঝুমকা! সৰু ছোৱালী সৰুভাগে কথা ক'বি।

ঝুমকা : মোক কিহত সৰু ছোৱালী দেখিলা? বি, এ পাছ কৰিলোঁ, দস্তুৰমত চাকৰি কৰোঁ।

ৰুবি : ইঃ বি, এ, পাছ কৰিলে! চাকৰি কৰে! একেবাৰে বুঢ়ী হৈ গ'ল!

ঝুমকা : বুঢ়ী হোৱা নাই। কিন্তু সৰুও নহয়।

: হ'ব বাবা, হ'ব। তই ডাঙৰ ছোৱালী। কালিলৈ পৰহিলৈ বিয়া হ'ব। হ'লতো।

ঝুমকা : ইঃ তোমালোকৰ খালি বিয়াৰ কথা। ডাঙৰ হ'লেই বিয়া হ'ব লাগে নেকি?

ৰুবি : তই মোক পেহীয়েৰৰ লগত কথা পাতিবলৈ দিবিনে ? নে মই ইয়াৰ পৰা উঠি যাম।

ঝুমকা : পাতা, পাতা তোমালোকেই পাতি থাকা। আমি মাতিবলৈ নাহোঁ।

ঝুমকা অহাৰ ফালেদি যায়গৈ। ঝুমকা যোৱাৰ পাছত ৰুবি, জলি কিছু সময় নীৰৱ হৈ থাকিব। মাত্র কাপ-প্লেট লগ লাগি হোৱা শব্দ আৰু চাহৰ কাপত শোহা মৰাৰ শব্দ হ'ব।

জলি : (আনমনা হয়) বৰ আমনিদায়ক।

ৰুবি : কি ?

জলি : হোঁ ? অ', নহয়। এই বৰষুণৰ বতৰৰ কথা কৈছোঁ।

ৰুবি : অ'।

জলি : ঝুমকাই হুলস্থুল কৰি ঘৰখন গৰম কৰি ৰাখে।

ৰুবি : ওঁ।

জলি : তাই নহ'লে যে ঘৰখন কি হ'ব!

ৰুবি : অঁ।

আকৌ নীৰৱ।

জলি : (সুৰ-সলাই) জানা নবৌ, আমাৰ বেংকৰ লগত ট্ৰেন্‌জেকশ্যন থকা ডাঙৰ কোম্পানী এটা আছে। সেই কোম্পানীৰ এক্‌জিকিউটিভ অফিচাৰজন বৰ ভাল মানুহ। মিষ্টাৰ এম, ডি, এম, প্ৰভা।

ৰুবি : কি ক'লা উপাধিটো! অসমীয়া নহয়।

জলি : চাউথৰ ফালৰ। অসমীয়া নহয়, কিন্তু মানুহ।

ৰুবি : তুমি কি বুজাবলৈ চেষ্টা কৰিছা।

এনেতে ঝুমকা সোমাই আহে। খোৱা বস্তু কিবা এটা আনি টেবুলত থ'ব।

জলি : বুজাবলৈ কিটো আছে। তুমিতো চমজ্‌দাৰ।

ৰুবিৰ মুখত প্ৰতিক্ৰিয়া।

ঝুমকা : পেহী, আজি মই দুদিনমানৰ বাবে অফিচ ছুটী লৈ ল'মগৈ।

জলি : কিয় বা ?

ঝুমকা : তোমাৰ লগত থাকিম। কথা পাতিম। তোমাক একম্পেনি দিম।

জলি : মাত্ৰ সেইটো কাৰণে?

ঝুমকা : অঁ-তো। নহ'লে তুমি অকলশৰীয়া হ'বা নহয়। ঘৰত আইতা আৰু পাইলটহে থাকিব। পাইলটতো পুৰা পাইলট, সি তোমাৰ লগত কথা পাতিবলৈ ফুৰ্চতেই উলিয়াব নোৱাৰে। আৰু তাৰ লগত কথা পাতিনো তুমি কি সুখ পাবা! আইতাৰ লগত কথা পতা মানে মুখ চুপতি, কাজিয়াৰ বাহ। মানে এক অশান্তি।

ৰুবি : এ - এঁৱেই যেনিবা শান্তিৰ দেৱী।

ঝুমকা : মইনো কি অশান্তি কৰিলোঁ? একেই - একেবাৰে আইতাৰ নিচিনা। ইহ্ প্ৰতি কথাতে খুঁট, প্ৰতিটো কথাতে আপত্তি - - -

**ঝুমকাই সশব্দে ভোৰভোৰাই ভিতৰলৈ যায়।**

জলি : **(হাঁহি)** তাই এতিয়াও সৰু ছোৱালীজনী হৈয়ে আছে।

ৰুবি : তোমাক পালে একেবাৰে কেঁচুৱা হৈ যায়।

জলি : ঘৰৰ ভিতৰত নুমলীয়াতো ।

**আকৌ কিছুসময় নীৰৱ। দুয়ো পৰস্পৰে পৰস্পৰলৈ চায়। এই চাৱনিত যেন দুয়ো বহু কথাই পাতি পেলাইছে।**

ৰুবি : **(পৰিৱেশ পৰিবৰ্তন কৰি)** ৰ'বা দেই, তাই মানে খঙতে ভিতৰত কি কৰে ঠিক নাই। মই চাই আহোঁ - - -

**ৰুবি যায়। জলিৰ মুখত অৰ্থপূৰ্ণ হাঁহি। জলিয়ে খোৱা শেষ কৰি হাত ধুই হাত মচা টাৱেলেৰে হাত মচি দৰ্শকৰ ফালে আগুৱাই আহিব।**

জলি : **(দৰ্শকৰ ফালে চাই ,স্বগতঃ)** নবৌয়ে মোক কিবা এটা ক'ব বিচাৰিছে। ক'ব পৰা নাই। হয়তো কেনেকৈ ক'ব, ক'ৰ পৰা আৰম্ভ কৰিব, ধৰিব পৰা নাই, কিবা এটা উপায় বিচাৰিছে। এটা সুবিধাৰ সন্ধানত আছে। কিন্তু তেওঁ কি ক'ব বিচাৰিছে সেয়া মই জানোঁ। তেওঁৰ মুখামুখি হ'বলৈ মই প্ৰস্তুত। তেওঁ কিনো কয় চোৱা যাওক।

এনেতে ঋৰি সোমাই আহে।

ঋৰি ঃ তুমি থিয় হ'লা যে?

জলি ঃ নাই এনেয়ে।

ঋৰি ঃ ৰাজেশ বহুদিন অহা নাই। কথাটো কি? তেওঁৰনো কি হ'ল?

জলি ঃ মোৰ লগত আহিবলৈ ওলাইছিল।

ঋৰি ঃ পিছে।

জলি ঃ অফিচ ছুটী নাপালে। সেই অফিচডাল জানো কম। একেবাৰে ছুটী নাই। তাতে তেওঁ এতিয়া একজিকিউটিভ ইঞ্জিনীয়াৰৰ চাৰ্জত আছে। কামৰ পৰা মূৰ দাঙিব নোৱাৰে। ভাবিছিলোঁ দুদিনমান ছুটী লৈ দুয়ো ঘৰলৈ আহি থাকি যাম। নাই নহ'ল। তেওঁহে মোক জোৰ-জবৰদস্তি পঠাই দিছে। যোৱা চাঞ্চতে গৈ আহাগৈ। তেওঁৰ চাগে এতিয়া খুব বেয়া লাগিছে। মই নাথাকিলে তেওঁ এখন্তেকো থাকিব নোৱাৰে। (হাঁহি) বেচেৰা অকলশৰীয়া হৈছে। লাগতিয়াল বস্তুবোৰ বিচাৰি মূৰ গৰম কৰিছে। অৱশ্যে মই সকলো হাততে পোৱাকৈ ঠিক কৰি থৈ আহিছোঁ।

ঋৰি ঃ জোঁৱাই হে অহাটো বন্ধ কৰি দিলে ভাল নালাগে দিয়াচোন।

জলি ঃ ক'ত বন্ধ কৰা দেখিলা? আহিয়েই থাকে দেখোন। আগেয়েতো ঘনাই আহে। অফিচ বন্ধ পালে নিজৰ ঘৰলৈ নগৈ, ইয়ালৈকে আহে।

ঋৰি ঃ আগতেহে, এতিয়া কিমানদিন অহা নাই।

জলি ঃ কিয় যোৱা মাহততো আহি গৈছে।

ঋৰি ঃ আহিল আৰু গ'ল। এনেকৈ অহা বুলি কয়নে?

জলি ঃ এটা কাম কৰা, তেওঁৰ চাকৰিটো কিবা এটা কৰি ইয়ালৈ লৈ আনা, নহ'লে তেওঁক কোৱা ঘৰ-জোঁৱাই চাপক ---

ঝুমকা সোমাই আহে।

ঝুমকা ঃ অ' দুয়ো দেখোন কথাৰ মহলা মাৰিছে।

জলি ঃ বাৰু ঝুমকা আমাৰ আমলখি জোপাত আমলখি লাগিছেনে নাই?

ঝুমকা ঃ লাগিছে, কলি হৈ আছে।

জলি : হ'ব দে। তাকে খাম। বৰ টেঙা খাবলৈ মন গৈছে।

**ৰুবি আচৰিত হৈ জলিলৈ চাই আৰু অৰ্থপূৰ্ণ হাঁহি মাৰে।**

ৰুবি : কি হ'ল জলি, হঠাৎ টেঙা খাবলৈ মন গ'ল যে, কথা কি?

জলি : নবৌ, তুমি যি ভাবিছা সেয়া নহয়। মইতো আগেয়ো টেঙা ভাল পাওঁ। মিছাই হুলস্থুলখন নলগাবা। টেঙা বেছি খোৱাৰ বাবে আগেয়ে দাদা আৰু আইৰ পৰা কিমান গালি খাইছিলোঁ।

ৰুবি : নহয় - ক'বতো নোৱাৰি, আমাৰ ঘৰৰ জী-জোঁৱাইৰ কথাহে।

জলি : ঝুমকা, পাইলটক ক'বিচোন কেইটামান পাৰিবলৈ।

ঝুমকা : পাইলটক কি ক'ব লাগে, মই দেখোন সেই জোপাত নিজে উঠি পাৰি খাওঁ। তোমাকো পাৰি দিম।

ৰুবি : **(প্ৰায় খঙত)** বুঢ়ী ভতৰিজনীৰ ডং ডং কৈ মতাকালিৰ দৰে এতিয়া গছত উঠাৰ বয়স আছে! চিঃ লাজো নালাগে।! মানুহে কি ক'ব?

ঝুমকা : মোক তোমালোকে পাগল কৰি দিবা।

ৰুবি : তই নিজকে পাগল নহয় বুলি ভাবিছ নেকি?

ঝুমকা : অঁ, মই পাগল! পাগলী!পাগলী হোৱা নাছিলো যদিও তোমালোকে পাগলী কৰিবা। তোমালোকে মোক মেন্টেল হাস্পতাললৈ পঠিয়াইহে এৰিবা।

ৰুবি : পঠাবই লাগিব। তেজপুৰত তোৰ নহ'ব, ৰাঁচীলৈ পঠাম।

ঝুমকা : এইখন ঘৰত থকাতকৈ পগলা ফাটেকত থকাই ভাল।

জলি : ঝুমকা! কি হৈছে তোৰ?

ঝুমকা : হ'বলৈ কিটো আছে! এতিয়া অলপ আগেয়ে ক'লে তই সৰু ছোৱালী সৰুভাগে কথা ক'বি, আকৌ এতিয়া বুঢ়ী ভতৰী। ইমান কথাৰ পাক, ঘনেপতি কথাৰ সুৰ সলনি হয়। এনেকৈ সুস্থ মানুহ পাগল নহৈ ভাল হৈ থাকিবনে? আচলতে মই কি? বুঢ়ীনে, ওঁঠ চেপিলে গাখীৰ ওলোৱা সৰু ছোৱালী? মই মই কি?

লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।

## চতুৰ্থ পৰিৱেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**

**মঞ্চত আই আৰু ৰুবি থাকে।**

আই : **(উত্তেজিত হৈ)** এইখন মোৰ ঘৰ, মোৰ কথা। ইয়াত মোৰ কথা ৰজিব লাগিব।

ৰুবি : অ'ই, আপুনি উত্তেজিত হৈছে কিয় ? মিছা-মিছি কোঢ়াল বাঢ়িহে যাব।

আই : বাঢ়িবলৈ দে, বাঢ়ক।

ৰুবি : ওচৰ-চুবুৰীয়াই লাই পাব।

আই : কিটো বাকী আছে?

ৰুবি : আই, নিচিএৰিবচোন।

আই : মানুহে কথা উলিয়াবলৈ বাকী ৰাখিছে নেকি ? গোটেই অঞ্চলতে মোৰ ছোৱালীৰ কীৰ্তি-কলাপ। বাহিৰলৈ ইফালে-সিফালে মই যাব নোৱাৰা হ'লোঁ। তাকে ক'লে হেৰিয়াৰ জীয়েকৰহে বৰ বৰ কথা। ইঃ তাই-যেন মোক মানুহ বুলিয়েই গণ্য নকৰিব। মই যেন তাইৰ মাক নহয়।

ৰুবি : দুদিনমানৰ বাবে আহিছে, আকৌ গুছি যাব। তেতিয়া সকলো শেষ।

আই : শেষ হোৱা হ'লে ভালেই আছিল। কু-ৰটনা, অপবাদবোৰ আমালৈ এৰি থৈ যাব। সেইবোৰ আমিহে কাণ পাতি পাতি শুনিব লাগিব।

ৰুবি : আই, মিছাতে তাইৰ লগত চুপতিখন কৰি লাভ কি ?

আই : অ' এতিয়া মইহে চুপতি কৰা হ'ল। তাইৰ অত্পালিথিনি তহঁতে চকু-কাণ মুদি সহি থাকিব পাৰ, মই নোৱাৰোঁ।

ৰুবি : সেই কাৰণে তাই বেছিদিন থকাকৈ নাহে। আহিলেই যাওঁ-যাওঁ কৰে।

আই : নহাই ভাল। সেইজনী মৰি যোৱা হ'লে ভাল পালোহেঁতেন। মূৰত তুলি ৰাখ। তইঁতেই তাইক বেয়া কৰিলি।

ঋবি : বেয়া কৰোঁ বুলিয়েই কোনোবাই কাৰোবাক বেয়া কৰিব পাৰে নেকি?

আই : জীয়ৰী কালত জ্বলোৱাতো জ্বলালেই, এঘৰলৈ উলিয়াই দিয়াৰ পাছতো এতিয়া জ্বলাই মাৰিছে।

ঋবি : জ্বলাবলৈ কিটো আছে। তাই তাইৰ ভাগে চলিছে, আমি আমাৰ ভাগে।

আই : তঁহতিয়েই দেখোন কুটুৰি থাক, এইটোহে বেয়া, সেইটোহে বেয়া, তাইক ক'বচোন - - এতিয়া?

ৰবি : হাজাৰ হওক, আপুনি তাইৰ মাক। সেই বাবেহে কওঁ।

আই : ময়ো মাক বুলিয়েই কৈছোঁ। নিজৰ ঘৰত যি মন যায় তাকে কৰক। (**সুৰ সলায়।**) বাহিৰত হাজাৰ ৰকমৰ কথা ওলাইছে। চাৰিওফালে বু-বু, বা-বা।

**ঋবিয়ে নিমাত হৈ তললৈ মূৰ কৰে।**

আই : কথা এটা সুধিব নোৱাৰি। (**ঋবিলৈ চায়।**) কি হ'ল তললৈ মূৰ কৰিলি যে। এইবোৰে, মানুহৰ কথাবোৰে তইঁতৰ গা-চেৰোৱা নাই হ'বলা।

ঋবি : হ'লেও।

আই : সুধিবি, বুঢ়ীমাৰক সুধিবি, প্ৰকৃত ঘটনাটো কি?

ঋবি : সুধিবলৈ কিটো আছে? কোনে কাৰ কথা নাজানে। মুখ খুলি কোনেও একো নকয় বাবেহে।

আই : অঁ এতিয়া মুখ খুলিব লাগিব। কথাটো কি। মই যদি বাপৰ বেটি হওঁ, এদিন নহয় এদিন কাৰণটো বাহিৰ কৰিহে এৰিম।

ঋবি : (**বহু ভাবি চিন্তি**) আই, এইটোৱেই ঠিক হ'ব - এই বিষয়ত আমি কথা নপতাই ভাল হ'ব নেকি? সেইটো জলি আৰু ৰাজেশৰ বাবে সুকীয়া বিষয় হিচাপে থৈ দিয়াই ভাল।

আই : কিয় ? কিয় ভাল হ'ব ? তাই মুখ খুলিব লাগিব। প্ৰকৃত কথাটো ক'ব লাগিব। আমাৰ ঘৰখনৰ মান-সন্মানৰ কথা আছে। আমাৰো নাক-কাণ আছে। ঝুমকাজনী উঠি আহিছে। কালি পৰহিলৈ তাইক উলিয়াই দিব লাগিব। ইঘৰে সিঘৰে প্ৰস্তাৱ দিছে। সেয়া এঘৰে চাবলৈ অহাৰ কথা। তাইৰ ভৱিষ্যত এটা আছে। বিয়া দি উলিয়াই দিয়া ছোৱালী, পৰৰ ছোৱালী। আমাৰ ঘৰখনৰ ভৱিষ্যতটো শেষ কৰি দিয়াৰ তাইৰ কি অধিকাৰ আছে?

ক্ৰমান্বয়ে মঞ্চ আন্ধাৰ হ'ব।

## পঞ্চম পৰিৱেশ

মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।
মঞ্চত আয়ে বাতৰি কাকত পঢ়ি থাকে। একোবাৰত বাতৰি কাকতৰ পৰা মূৰ তুলি বাহিৰলৈ চায়।
পায়েল সোমাই আহে। চকুত ধৰা টেক্‌টেকীয়া ৰঙা ৰঙৰ ওপৰত বেঙুনীয়া ভমকা ফুল থকা পাতল শাৰী পিন্ধে। গোটেই শাৰীখনতে ৰূপোৱালী আৰু সোণোৱালী ৰঙৰ, দূৰৰ পৰা চকুত পৰা চুম্‌কি আৰু গুণাৰ কাম কৰা। মানুহজনীৰ লগত শাৰীখন কোনোমতে নুশুৱায়। ডিঙি, হাত, কাণত সোণৰ অলংকাৰেৰে ভৰি আছে। প্ৰয়োজনতকৈ বেছি। পায়েলে কথা কওঁতে লেনিয়াই লেনিয়াই কয়। হওকে নহওকে কথাৰ মাজে মাজে হাঁহে। হাঁহিটোও অদ্ভুত।

আই : অ' পায়েল। হঠাৎ ওলালিহি যে।

পায়েল : আই, জলি আহিছে বোলে ?

আই : ওঁ, আহিছে। আজি পুৱা পালেহি। তই গম পালিয়েই হ'ব পায়!

পায়েল : ই-এ আল্‌-লা, আয়ে যে কয়, পাইলট আমাৰ সেইফালে গৈছিলে আকৌ। সিয়ে ক'লে আ-কৌ।

আই : জলিৰ লগত ওলাই ক'ৰবালৈ যাবি নেকি ? মানে ফুৰিবলৈ ?

পায়েল : না-ই, না-ই । ইয়ালৈকে আহিছোঁ। জলিক চাই যাওঁ বুলি আ-কৌ। তাইক বহু-ত দিন দে-খা-ই না-ই।

আই : নহয়, মই আকৌ সুধিলো তোৰ সাজোন-কাছোন দেখি।

পায়েল : আয়ে যে ক-য়, না-ই, এয়া পিন্ধিছোঁ - ঘৰৰ পৰা ওলাই আহিছোঁ-তো।

আই : ঘৰৰ পৰানো কিমান দূৰলৈ ওলাই আহিছ! আমাৰ ঘৰৰ পৰা দুখন বাৰী পাৰ হৈয়ে তহঁতৰ ঘৰ।

পায়েল : দূৰ নহয় অৱশ্যে, তথাপিতো।

**জলি ওলাই আহে।**

জলি : পায়েল, তই! কেতিয়া আহিলি ? কিমান পৰ হ'ল ?

পায়েল : হা-য় খোদা, জলি, তই কিবাজনী হৈ গ'লি। খোদাৰ কচম মাতটো নুশুনা হ'লে ধৰিব-ই নোৱাৰিলোহেঁতেন, এয়া এতিয়া আহিছোঁ। তই অহা গম পা-ই মাত এষাৰ দি-ই যাওঁ বুলি আহিলোঁ।

জলি : বাঃ বৰ ধুনীয়া শাৰী পিন্ধিছ। বানাৰছী ? এই ৰঙা ৰংটো কিন্তু বৰ ভাল লাগিছে। তোক কিন্তু বেছ শুৱাইছে।

**জলিৰ প্ৰশংসাত পায়েলৰ মুখত আত্মসন্তুষ্টি আৰু অহংকাৰৰ ভাব। নিজকে জহোৱাৰ বাবে কয়।**

পায়েল : দিল্লীৰ পৰা অনা। এনেকুৱা শাৰী মোৰ কেইবাখনো আছে। আমাৰ তেঁৱে গুৱাহাটীৰ পৰাও প্ৰায় আনি থাকে। কেতিয়াবা ফুৰিবলৈ মেলিবলৈ গ'লে ক'বি, মোৰ এখনকে পিন্ধি যাব পাৰিবি-ই।

জলি : হ'ব বাৰু ক'ম। এয়া সোণৰ গহনা নহয় জানো!

পায়েল : ওঁ - তো। সোণৰ। খাটি সোণৰ। এইবোৰ কাণ-নাক, হাত-ডিঙিৰ সকলোবোৰ সোণৰ। তেওঁ ৰাজস্থানৰ জয়পুৰলৈ যাওঁতে আনিছিল। তেনেকৈ তেওঁ বাংগালোৰ আৰু মুম্বাইৰ পৰা অনাও আছে।

জলি : গোটেইখিনি একেটা চেটৰ! নতুন যেন পাইছোঁ! আগেয়েতো তোৰ গাত এই চেট্টো দেখা নাই!

পায়েল : অঁ, একেবাৰে নতুন। আগৰবোৰ পিন্ধিবলৈ ভাল নালাগে। কিবা পুৰণি পুৰণি লাগে। এইবাৰ আহোতে আৰু এটা চেট্ আনিবলৈ কৈ-ছোঁ।

পায়েলৰ কথা-বতৰাত আয়ে বিৰক্তিবোধ অনুভব কৰে।

আই : ঐ পায়েল নে ঘায়েল, তই বিয়া ঘৰলৈ পিন্ধি অহাৰ দৰে নতুন শাৰী-ব্লাউজ, গহনা-গাঁঠৰি পিন্ধি বাহাৰ দেখুৱাইছ নেকি? জহাবলৈ আহিছ নেকি? নাই এইবোৰৰ এড্‌ভাৰ্টাইজ কৰিছ? নে তই এড্‌ভাৰ্টাইজ্‌মেন্টৰ মডেলিং কৰিছ?

জলি : আই, তাইৰ আছে পিন্ধিছে। তই আকৌ মাত মাতিছ কিয়?

আই : কথাটোহে কৈছোঁ।

জলি : তইনো প্ৰতিটো কথাতে ভাগ ল'বলৈ যাব কিয়? তোৰ মানে লোকৰ কথাৰ মাজত মাত মতাৰ স্বভাৱটো নগ'ল!

পায়েল : ই-য়ে আল্-লা, আয়ে ক'লে আৰু। তাতেনো কি-ই কথাটো হ'ল?

জলি : **(বিৰক্তিৰে)** কিয় ক'ব? তই নিজৰ বুলি ভাব কাৰণেহে! আনে হ'লেতো বেয়াই পালেহেঁতেন।

আই : নকওঁ-নকওঁ, তহঁতৰ আগত কোনো কথাই নকওঁ।

জলি : অঁ, নক'বি।

আই : ডাঙৰ হ'লি নহয়, এতিয়া তহঁতেই বেছি কথা জনা হ'লি। মইতো একোৱেই নাজানো। **(অসন্তুষ্টি প্ৰকাশ কৰি)** পায়েল বেয়া নাপাবি, বুঢ়া হ'লোঁ, পুৰণি হ'লোঁ।

পায়েল : আয়ে যে ক-য় আৰু-উ।

আই : **(চিঞৰি)** ঐ পাইলট, পায়েল আহিছে, তাইক চাহ-তাহ অকণ দে।

পায়েল : এ-এ আই, হ'ব।

আই : কেনৈ হ'ব? তইতো এনেয়ে নাহ! জলি আহিলেহে আহ'! **(সুৰ সলায়।)** আজি আকৌ ঘৰত গাখীৰ নাই। ৰঙা চাহকে খাব লাগিব। **(যাবলৈ ওলায়।)** চাহ নোখোৱাকৈ নাযাবি। মই পিছফাললৈকে যাওঁ, তহঁতে কথা পাত।

**কৈ কৈ আই ভিতৰলৈ যায় ।**

পায়েল : **(আয়ে শুনাকৈ প্ৰায় চিএৰি)** হ'ব, হ'ব আপুনি চিন্তা কৰিব নালাগে-এ।

জলি : আয়ে তেনেকুৱাকৈ কোৱাৰ বাবে তই বেয়া নাপাবি।

পায়েল : তৌবা, তৌবা তই যে ক'অ আ-ৰু-উ। ধেৎ কি-য় বেয়া পাম? সকলোৱে জানে আই ভঙ্ভঙীয়া মানুহ। নিজৰ বুলিহে কৈ-ছে।

**কিছু সময় নীৰব। পৰিৱেশ পৰিবৰ্তন কৰি পায়েলে অৰ্থপূৰ্ণভাৱে কয়।**

পায়েল : এ-ই, কথাটো কি-ই?

জলি : কি কথা?

পায়েল : তইঁতৰ কিবা লাগিল নেকি-ই?

জলি : কি লগাৰ কথা কৈছ? কাৰ লগত!

পায়েল : তোৰ, ৰাজ-মানে-এ ৰাজেশৰ লগত।

জলি : ক'তা একো লগা নাই। তই ক'ৰবাত কিবা শুনিছ নেকি?

পায়েল : শুনাততো বহুত কথাই শুনিছোঁ-উ। শুনা কথাবোৰ বাদ দে-এচোন। আচল কথাটো কি-ই হ'ল!

জলি : আচল, নকল কি আছে!

পায়েল : নহ-য় মানে, ঘনে-এ ঘনে-এ ঘৰলৈ আহি থাক যে-!

জলি : ক'তনো ঘনে ঘনে আহিলোঁ। আজিতো এবছৰ মানেই হ'ল ঘৰলৈ অহাই নাছিলোঁ।

পায়েল : তাকেতো। আগতে আ-হি থাক এতি-য়া হঠাৎ যে নহা হ'-লি। সেইটো। মানুহে ক-য়।

জলি : ঘনেপতি আহিলেও কয়, নাহিলেও কয়, মইনো কি কৰোঁ।

পায়েল : তাকেতো। মানুহৰ পৰা উপা-য় না-ই। **(সুৰ সলায়।)** নহ-য়, ঘুনুক-ঘানাকৈ শুনিছোঁ তইঁত হালৰ বোলে বৰ মিল নাই।

জলি : **(হাঁহি)** হয় নেকি? আৰু কি শুনিছ?

পায়েল : তৌবাস্থাফা, মানুহে যে কথা উলিয়া-ই। **(সুৰ সলায়।)** বিয়া হোৱা কিমান দিন হ'ল। ধৰচোন, আমাৰ বিয়া হোৱাৰ পাঁচ বছৰে-ই হ'ল।

| | | |
|---|---|---|
| জলি | ঃ | এতিয়াও মোৰ ল'ৰা-ছোৱালী হোৱা নাই, নহয় জানো? **(হাঁহে)** |
| পায়েল | ঃ | মানুহে ক-য়। তইঁতহালৰ কোনো এটাৰ কিবা দোষ আছে, সেইবাবে সন্তান নাই। খোদাৰ কচম, মই কাকো নকওঁ তই আচল কথাটো ক'চোন। মোক নক-ই কাক ক'বি! মনৰ কথা ক'বলৈ নিজৰ মনৰ মানুহ লা-গে। ল'ৰালিৰ বান্ধৱী হিচাপে তই মোক নক-ই কাক ক'-বি? |
| জলি | ঃ | কথাটো খোলা-খোলিকৈ কচোন, তই কি ক'ব বিচাৰিছ? |
| পায়েল | ঃ | দোষ কাৰ? |
| জলি | ঃ | মানে? |
| পায়েল | ঃ | ল'ৰা-ছোৱালী না-ই যে দোষ তোৰনে ৰাজৰ? |
| জলি | ঃ | **(কেৱল সশব্দে হাঁহে।)** |
| পায়েল | ঃ | কি অ এইজ-নী এনেকৈ হাঁ-হে নে? |
| জলি | ঃ | হঁহোৱালি। |
| পায়েল | ঃ | নহয় অ'- **(মাত সৰু কৰি, সুৰ সলায়।)** কি জান? আজিকালি-ই মতাবোৰৰ গাতহে দোষ থা-কে। তৌবা, তৌবা চাবিচোন মতাবোৰে বিয়া কৰোৱাৰ আগতেটো বাদে-ই, বিয়াৰ পাছতো স্বভাব-চৰিত্ৰ ভাল নহ-য়। চিঃ কটা, আৰু আমাৰ মাইকীবোৰ জানো কম! বিয়াৰ আগতে কিমান যে --- |
| জলি | ঃ | আনৰ কথা বাদ দে। নিজে ঠিক থাকিলেই হ'ল। |
| পায়েল | ঃ | আল্-লা তালাৰ নামত কৈছো, ময়ো তোৰ দৰে-ই ভাবো। |
| জলি | ঃ | তেতিয়াহ'লে? |
| পায়েল | ঃ | নহ-য় অ, তোৰ ল'ৰা-ছোৱালী যে --- |
| জলি | ঃ | কি হ'ল? তোৰ নিচিনাকৈ পেন্‌পেন্‌কৈ বছৰে বছৰে এটাকৈ পাব লাগিছিল নেকি? মাইকী মানুহ কি ল'ৰা-ছোৱালী জন্ম দিয়া মেচিন নেকি? আজিকালি দিনকাল বেলেগ হ'ল বুজিছ। স্বামী-স্ত্ৰীয়ে সমিল-মিলেৰে সকলো ঠিক কৰে, ল'ৰা-ছোৱালী লাগে-নালাগে, কেতিয়া জন্ম দিব এই সকলো মত বিনিময়ৰ মাজেৰে কৰে। এজনৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত সংসাৰখন নচলে। সংসাৰত বুজা-বুজিৰ দৰকাৰ। |

পায়েল : জানো পাই।

জলি : তোৰতো চাৰিটা হ'লেই।

পায়েল : আমিনো কি, খোদাৰ আমানত আমি কি কৰিব পাৰোঁ?

জলি : (হাঁহে) বাৰু, পিছে তোৰ গিৰিয়েৰ ঘৰলৈ নাহেই বোলে।

পায়েল : আহিবলৈ সম-য় পা-ই ক'ত? কামৰ প্ৰকোপত খাবলৈ শুবলৈকে সময় নাপা-য়। টকা-পইচা মুখেৰে কৰিব নোৱাৰে নহ-য়, কষ্ট আছে বুজিছ। তথাপিতো, তাৰ মাজতে বছৰ — দুই বছৰৰ মূৰে মূৰে ঘৰলৈ আহে। আহিলে বুজিছ, মোলৈ সোণৰ অলংকাৰ, শাৰী-ব্লাউজ মা-নে ৰকম ৰকম প্ৰেজেণ্ট লৈ আহে আৰু - - -

জলি : আৰু এটাকৈ বাট্‌চাও প্ৰেজেণ্ট দি যায় নহয় জানো!

**দুয়োৰে হাঁহে। জলিয়ে কথাৰ সুৰ সলাই আকৌ কয়।**

জলি : চাৰিটাকৈ ল'ৰা-ছোৱালীৰে তোৰ জানো ঘৰখনত অকলে দিগ্‌দাৰ নহয়!

পায়েল : কাম কৰা মানুহৰ কিহৰ আকাল! টকা থাকিলে-ই হ'ল।

জলি : তথাপিতো ঘৰখনত মতা মানুহ এটা লাগে দেচোন।

পায়েল : দেবৰটো আছে নহ-য়, তেওঁতকৈ দুবছৰৰ সৰু সিয়ে-ই ঘৰখন চম্ভালে। তাতে তেওঁৰ লতা-পতা ভায়েক দুটা আছে, সিহঁতে-ই খেতি-বাতিবোৰ চা-য়।

জলি : অ' বুজিলোঁ। (হাঁহি) তোৰ বছৰেকীয়া প্ৰেজেণ্টবোৰ অকল গিৰিয়েৰৰেই নহয়।

**দুয়োৰে হাঁহে। পায়েলে হাঁহি হাঁহি মাত সৰু কৰি কয়।**

পায়েল : ঐ, তোৰ নিচিনা অঁকৰা পাইছনেকি? সুবিধা পাওঁতে-ই ফুৰ্তি কৰি লওঁ। মৌজ কৰি লওঁ। তেওঁ টকা থকা মানুহ বাহিৰত কি কৰি ফুৰে কো-নে জা-নে!

জলি : তই কিন্তু বৰ আচৰিত!

পায়েল : আচৰিত বিচৰিত কি আছে? সচা কথা কৈছোঁ, আৰু হেৰি নহ-য় - - -

জলি : (বাহিৰলৈ চাই) এই ৰচোন ৰ' তোৰ লাগ-বান নোহোৱা মুখখন বন্ধ কৰ। দাদা আহিছে - - -

পায়েল : ক'তা? (বাহিৰলৈ চায়।) অ'।

দুয়োৱে বাহিৰলৈ চাই নিজকে সচেতন কৰি তোলে। লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।

## ষষ্ঠ পৰিৱেশ

মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।

মঞ্চত ৰুবি, আই, ঝুমকা থাকিব। ৰুবি আৰু ঝুমকাৰ সাজ-পাৰ পৰিপাটি। ৰুবিয়ে কপাহী চাদৰ-মেখেলা আৰু ঝুমকাই চেলুৱাৰ কুৰ্টা পিন্ধে।

ৰুবি : পশ্চিম ফালৰ কোঠাত শুৱাৰ ব্যৱস্থা কৰি দিছোঁ।

আই : হ'ব, য'তে-ত'তে শুবলৈ পালেই হ'ল।

ঝুমকা : পেহীৰ লগত মই শুম।

আই : দিনৰ খোৱা-বোৱাৰ ব্যৱস্থা - - -

ৰুবি : ৰান্ধনী ঘৰতে সকলো ঠিক কৰি থৈছোঁ। পাইলটে সকলো চম্ভালিব পাৰিব। দিনৰ সাজ সুদাই- নিকাই খাব আৰু!

আই : পাইলটক পঠাই মাছ-পুঠি কিবা এটা অনাব পাৰিলিহেঁতেন!

ঝুমকা : হ'ব-হ'ব জীয়েকৰ বাবে ইমান চিন্তা কৰিব নালাগে। এসাজ সুদা ভাত খালে শুকাই খীণাই নাযায়। কালিলৈৰ পৰা মই থাকিমেই মাছে-মাংসই গালে গালে আনি খুৱাম। ইহঁ ইফালে আকৌ অকণমান কথাতে উখনা-উখনি লাগিয়েই থাকে। বৰ মৰম দেখুৱাইছে।

আই : মাক হ'লেহে বুজিবি!

আন কোঠাৰ পৰা পায়েল আৰু জলিৰ হাঁহি ভাহি আহে।

ঝুমকা : পায়েল পেহীৰ বৰ চখ। ইমান সাজি-কাছি থাকে।

ৰুবি : চখ কৰিবই, ওপৰতেই পাইছে।

আই : পায়েলৰ গিৰিয়েক ঠিকাদাৰ, গুৱাহাটীত থাকে দুহাতেৰে টকা কমাইছে, ঘৈণীয়েকে পাইছে খৰচ কৰিছে।

ৰুবি : (মাত সৰু কৰি) আই, পায়েলৰ গিৰিয়েকে আচলতে কি কৰে কোনেও নাজানে।

ঝুমকা : কিন্তু বহুত টকা। ইমান টকা ক'ৰপৰা আহে?

ৰুবি : বাহিৰত পায়েলহঁতৰ ঘৰখনৰ বহুত কথাই চৰ্চা হয়। দুই নম্বৰী ধান্দা বোলে।

ঝুমকা : সেইবাবে ইমান টকা!

আই : ঝুমকা, তই সকলো কথাতে মাত নামাতিবিচোন।

ঝুমকা : (হাঁহি) মই সৰু ছোৱালী নহয়?

আই : হ'ল হাঁহিব নালাগে। (সুৰ সলায়।) মই জনাত ঠিকাদাৰীৰ লগতে কয়লা ব্যৱসায়ো কৰে।

ৰুবি : আচলতে কি জানে আই, বাহিৰত বু-বু, বা-বা মতে পায়েলৰ গিৰিয়েক মাফিয়া দলত থাকে, আকৌ বোলে গুণ্ডা কৰ তোলা গেঙত থাকে, নহ'লেনো ইমান টকা ঘটিব পাৰেনে?

ঝুমকা : মই আকৌ শুনিছোঁ, পায়েল পেহীৰ পেহা বোলে গুৱাহাটীত তেনেকৈ নাথাকেই, আজি বোলে মুম্বাই, কালিলৈ বোলে ডুবাই, পৰহিলৈ হোজাইত-ডুবাইত বোলে 'আগৰ'ৰ বেপাৰ কৰে। লক্ষ্ণৌ, দিল্লীতো আছেই সেইবাবে ঘৰলৈ আহিবলৈ সময় নাপায়।

**আকৌ আন কোঠাৰ পৰা পায়েল আৰু জলিৰ হাঁহি শুনা যায়।**

আই : উহ্, হাঁহিৰে একেবাৰে ঘৰ উৰুৱাই দিব।

ৰুবি : হাঁহিবও নাজানে আৰু পিন্ধা-উৰাৰ চখবোৰ কি নাচাবা।

ঝুমকা : ওঁ, পায়েল পেহীৰ একেবাৰে চইচ নাই।

ৰুবি : অকল টকা হ'লেতো নহয়, মূৰটোত মগজ লাগে।

ঝুমকা : পিন্ধি অহা শাৰীখনৰ যে বাহাৰ, একেবাৰে তেলীয়া ৰং। একেবাৰে টেক্‌টেকীয়া ৰঙা চকুত ধৰি যায়।

আই : আনৰ কথা বাদ দে।

ঝুমকা : মা, পেহীয়ে আজৰি সময়ত পঢ়িবলৈ লগত দেখোন কিতাপ-পত্ৰ একো অনা নাই। মোৰো নতুন ভাল কিতাপ নাই। যিবোৰ আছে, সেইবোৰ চাগে পেহীয়ে কেতিয়াবাই পঢ়িলে।

আই : দেউতাকৰ পুৰণি কিতাপ এসোপা মোৰ ৰুমত থকা ডাঙৰ ঘূৰণীয়া কাঠৰ টেবুলখনতে সিঁচৰতি হৈ আছে। তাই অন্ততঃ ৰাতি শুবাৰ সময়ত কিবা এখন কিতাপ লৈ পঢ়া পুৰণি অভ্যাস। দেউতাকৰো সেই অভ্যাস আছিল। কিন্তু নতুন একো নাই। অ' মই আনি থোৱা ৱৰ্ল্ড হিষ্ট্ৰীখনকে চাব পাৰিব।

ঝুমকা : পাইলট্‌, এই টাব্‌টো লৈ যা। ভিতৰত মোজোৰা মাৰি আছে, বাহিৰত অলপ হাৱা-বতাহ লাগক।

**আন কোঠাৰ পৰা পায়েল আৰু জলিৰ হাঁহি শুনা যায়। সকলোৱে কোঠাটোৰ ফালে চায়। আইৰ মুখত বিৰক্তিৰ ভাব। ৰুবিৰ মুখত অসন্তুষ্টিৰ ভাব। ঝুমকাৰ মুখত উপভোগ কৰাৰ হাঁহি। লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## সপ্তম পৰিবেশ

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**

**মঞ্চত জলি আৰু ৰুবি। সময় ৰাতি।**

জলি : মানুহৰ ঘৰলৈ ফুৰিবলৈ যোৱা মোৰ দ্বাৰা নহ'ব।

ৰুবি : নগ'লে কেনেকৈ হ'ব। আপোন-পৰিয়ালৰ ঘৰলৈ আহ-যাহ থাকিব লাগে। তাতে ইমান দিনৰ মূৰতআহিছা।

জলি : ইমান দিনৰ মূৰত আহিছোঁ, ঘৰত থাকিম, ঘৰখনৰ মানুহৰ লগত কথা পাতিম। হাঁহি-ধেমালি, ৰং-তামাচা, খং-অভিমানেৰে ঘৰৰ মানুহৰ লগত দিনকেইটা পাৰ কৰিম। বচ্। সেইবাবে দুদিনমান বেছিকৈ ছুটী লৈ আহিছোঁ। ঘৰে ঘৰে আলহী খাবলৈ অহা নাই।

ৰুবি : জানো, তোমাৰ মন-মেজাজ ধৰিব নোৱাৰি। **(সুৰ সলায়।)** বাৰু হেৰি নহয়, তুমি এতিয়া কি কৰোঁ বুলি ভাবিছা!

জলি : কিটো?

ৰুবি : এইবোৰ, মানুহৰ মুখে মুখে বাগৰি অহা বিষয়বোৰ!

**জলিয়ে প্ৰসংগ সলনি কৰাৰ উদ্দেশ্যে কয়।**

জলি : বাৰু নবৌ, ওচৰত ইফালে-সিফালে ক'ৰবাত ফোন আছে নেকি? দৰকাৰ আছিল।

ৰুবি : কাৰবালৈ ফোন কৰিবা?

জলি : ওঁ।

ৰুবি : ইয়াত ওচৰতে পি,চি,অ' এটা আছে। সেই যে বৰুৱা ফাৰ্মাচি, সেইখনৰ কাষত। ইচ্ছা কৰিলে তাৰ পৰা ফোন কৰিব পাৰা। আমি অ'লৈ-তলৈ তাৰ পৰাই ফোন কৰোঁ। তোমালোকলৈয়ো কৰিব লগা হ'লে তাতেই কৰোগৈ।

জলি : বৰুৱা ফাৰ্মাচিলৈ কিছু দূৰ আছে।

ৰুবি : কিমাননো দূৰ!

জলি : তথাপিতো।

ৰুবি : অৱশ্যে আমাৰ ঘৰৰ কাষৰ বিনু, দিগন্ত, হাফেছ এইসকলৰ প্ৰায়বিলাকৰ ঘৰতেই ফোন আছে। থাকিলেও দিয়াচোন আনৰ ঘৰত অনবৰতে ফোন কৰিবলৈ যাবলৈ বৰ ভাল নালাগে। মানুহ ঘৰে কিবা অসুবিধা পোৱা যেন অনুভৱ হয়।

জলি : আজিকালি ফোনৰ অবিহনে কামেই নহয়। আমাৰ ফোনটোৰ কানেক্‌শ্যন কিয় কাটি দিয়া হ'ল? আজিৰ দিনত ফোন নথকা ঘৰ থাকেনে!

ৰুবি : কাটি দিয়া নাই নহয়, বেয়া হৈ থাকে কাৰণে আৰু ভাল নকৰা হ'ল।

জলি : কিয় ?

ৰুবি : আয়ে পুনৰ ফোন ভাল কৰিবলৈ মানা কৰিছে।

জলি : বুঢ়ীৰ আকৌ কিহে পালে ?

ৰুবি : খোৱা-শুৱাৰ শান্তি নাই, অনবৰতে হওকে নহওকে ক্ৰীং ক্ৰীং কৈ বাজি থাকিব।

জলি : সেইটোনো কথা হ'লনে !

ৰুবি : নহয়হে খং উঠিবৰেই কথা, কিবা এটা চিৰিয়াচ কামত লাগি থাকিবা, আহিব ফোন। কোনো গুৰুত্বপূৰ্ণ কথা নহয়। ভাত-খোৱা, শাক-খোৱা।

জলি : সকলো কলতো ফুং-ফাং নহয়। কোনোবাই বিশেষ গুৰুত্বপূৰ্ণ কথাৰ বাবেও ফোন কৰিব পাৰে। মোৰো গুৱাহাটীৰ পৰা কিবা লাগতিয়াল কথা থাকিলে ঘৰলৈ ফোন এটা কৰা সুবিধা নাই। আনৰ ঘৰলৈ কৰিব লগা হয়। আকৌ এটা দৌৰি যোৱা, সেইটো জানো কম অশান্তি নহয় !

ৰুবি : হওঁতে অৱশ্যে সেইটো হয়। তথাপিতো এনেকৈই চলি আছে। ফোনটো লৈ ময়ো বৰ অশান্তি পাওঁ।

জলি : ওঁ, তুমিও বুঢ়ীৰ লগত পৰি বুঢ়ী হৈ গ'লা।

ৰুবি : বুঢ়ী নহয় কি ? কালিলৈ ছোৱালীৰ বিয়া হ'ব, নাতি-পুতি দেখিম-বাৰু তোমাক এতিয়া ফোন কৈলৈ ?

জলি : গুৱাহাটীলৈ ফোন কৰিব লগা আছে।

ৰুবি : কালৈ ?

জলি : মোৰ বন্ধু মিষ্টাৰ এম, ডি, এম, প্ৰভালৈ জৰুৰী ফোন এটা কৰিব লগা আছে। তাতে তেওঁক, ৰাজক ভালে ভালে আহি পোৱাৰ খবৰটো দিয়াই নাই নহয়। তেওঁ আকৌ চিন্তা কৰি থাকিব, যিহে মানুহ।

**কিছু সময় নীৰৱ। ৰুবিয়ে হঠাৎ মনত পৰাৰ দৰে কয়।**

ৰুবি : পাহৰিছিলোৱেই, অঁ কোৱাচোন তুমি এতিয়া কি কৰিম বুলি ভাবিছা ?

জলি : কিটো ?

ৰুবি : বহুত কথাই শুনিবলৈ পাইছোঁ। কিন্তু মই তোমাৰ মুখৰ পৰা জানিব বিচাৰিছোঁ।

জলি : সময় হ'লে জানিবা নহয়, মোৰ মুখৰ পৰাই জানিবা।

ৰুবি : তুমি এনেবোৰ কথাত মৌনতা অৱলম্বন কৰিলে মানুহেতো বহু কথাই ভাবিব।

জলি : ভাবক।

ৰুবি : নহয়, তুমি স্পষ্ট কিবা এটা কোৱাটো ভাল।

জলি : **(পৰিবেশ পৰিবৰ্তন কৰিবলৈ চেষ্টা কৰি।)** এতিয়া কেইটা বাজিল জানো! ৰাতি বহুত হ'ল হ'ব পাই! **(হাতৰ ঘড়ী চায়।)** নটা পোন্ধৰ। এতিয়া চাগে তেওঁ দুবাৰ ব্ৰিজ খেলি ঘৰলৈ ঘূৰিল।

ৰুবি : কোন ?

জলি : ৰাজ।

ৰুবি : তুমি এনেকৈ মনে মনে থাকিলে মানুহে কি ভাবিব!

জলি : তাৰ পাছত ?

ৰুবি : কথাটো খুলি কোৱা।

**জলিয়ে ৰুবিৰ মুখৰ পৰা দৃষ্টি আঁতৰাই।**
**কিছু সময় ৰৈ।**

জলি : বাৰু হেৰি নহয়। ৰাতি কিমান পৰলৈ পি,চি,অ' খোলা থাকে ? ৰাতি ফোন কৰিলে ওৱান ফৰ্থ হয় নেকি ?

ৰুবি : তুমি মুখখন যে ঘূৰাই দিলা! **(জলিয়ে তলমূৰ কৰে)** পাঁচ বছৰ একেলগে থকাৰ পাছত যদি এনে কথা শুনো কেনে লাগে ?

জলি : জানা নবৌ, মই নতুনকৈ কিনা Telephone Index খনত মাত্ৰ দুটা নম্বৰহে উঠোৱা হৈছে। মই আকৌ সেইখনহে আনিলোঁ। আন ক'ৰবালৈ ফোন কৰিবলৈয়ো পুৰণাখন লগত অনাই নহ'ল। মোৰ আকৌ ফোন নম্বৰ মনতেই নাথাকে।

ৰুবি : আমাৰ সৰু জোঁৱাইৰ ভায়েক মানে অলিৰ দেওৰজন আহিছিল। নীলকণ্ঠ আকৌ।

জলি : অঁ, চিনি পাওঁ। পিছে?

ৰুবি : আমাৰ টাউন হায়াৰ চেকেণ্ডেৰীৰ চাবজেক্ট টিচাৰ। চাকৰিত জইণ্ট কৰা এবছৰ মানেই হ'ল।

জলি : জানোঁ।

ৰুবি : বৰ ভাল ল'ৰা। প্ৰিন্সিপালৰ সোঁ-হাত। তাতে আকৌ Community Leader.

জলি : হয় নেকি?

ৰুবি : গুৱাহাটীত তোমালোকৰ কথা কিবা-কিবি শুনি আহিছিল।

জলি : তেতিয়াহ'লে তেৰোঁ মোৰ কিবা-কিবি শুনিছে। ভাল কথা। ভাল মানুহে শুনিলে ভাল। কথাবোৰৰ যথেষ্ট ভেলু থাকে। তাতে Community Leader.

ৰুবি : তুমি আন কথা অৱতাৰণা কৰি বিষয়ৰ পৰা ফালৰি কাটিব বিচাৰিছা। তুমি নিজৰ বৌৱেকজনীক, মোক যদি সকলো কথা খুলি নোকোৱা তেন্তে কাক ক'বা?

**জলিয়ে ৰুবিৰ মুখলৈ একান্তভাৱে চায়। যেন ৰুবিক নতুনকৈ বুজিবলৈ চেষ্টা কৰিছে। যেন বুজাৰ পাছতেই কিবা এটা ক'ব। এইদৰে কিছু সময় অতিবাহিত হ'ব।**

ৰুবি : মই এই বিষয়ত সোমাব পাৰোনে? মই ৰাজৰ স'তে কথা পাতিব পাৰোনে আৰু তুমি বিচাৰিলে - - -

জলি : নাই, নালাগে। প্ৰয়োজন নাই।

ৰুবি : তুমি ভালদৰে জানা, আয়ে তোমাক পুনৰ এই বিষয়ত আৰু একো নোসোধে।

জলি : জানো।

ৰুবি : কিবা ক'ব লগা হ'লে মোক ক'ব। দাদাৰাৰো একে স্বভাৱ আৰু মই তোমাৰ লগত আলোচনা কৰিবলৈ বাধ্য হওঁ। মইতো সদায়ে ভাবো মোৰ মৌনতাই শ্ৰেয়।

জলি : জানো। ঘৰৰ সকলোকে জানো। সকলোকে বুজোঁ। ঘৰখনক নুবুজিলে কাক বুজিম ?

ৰুবি : তেতিয়াহ'লে ? এইখন ঘৰলৈ অহাৰ পৰা মই তোমালোকক নিজৰ ল'ৰা-ছোৱালীৰ দৰে মৰম কৰি নিজ হাতেৰে ডাঙৰ দীঘল কৰিছোঁ।

জলি : নবৌ, প্ৰতিটো কথা কথাৰে ব্যক্ত কৰিব নোৱাৰি।

ৰুবি : আই অশান্তিত থাকিব, দাদাৰ অশান্তিত থাকিব, লগতে ঘৰখনৰো অশান্তি।

জলি : স্বাভাৱিক। সকলোৰে জনা কথা।

ৰুবি : জনা কথাবোৰেই কেতিয়াবা বিজ্ঞাপনৰ দৰে বাৰে বাৰে সোঁৱৰাই থকাৰ প্ৰয়োজন হয়। **(সুৰ সলায়। অতীত ৰোমন্থন কৰি।)** সেয়া দেউতাৰ প্ৰেচাৰ ষ্ট্ৰ'কত paralysis হৈ প্ৰায় ডেৰ বছৰ বিছনাত পৰি থকাৰ পাছত আজি দুবছৰৰ আগতে মৃত্যু হৈছে। সেই বেজাৰত আই ভাগি পৰিছে।

জলি : **(হুমুনিয়াহ কাঢ়ে।)**।

ৰুবি : মই নিজৰ বুলি ভাবিয়েই তোমালোকৰ বিষয়ত সোমাব বিচাৰিছোঁ, কিবা এটা কৰিব পাৰোৱেইবা !

জলি : নোৱাৰিবা। এই বিষয়ত কোনো compromise নহ'ব।

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## অষ্টম পৰিবেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**
**মঞ্চত জলি, ঝুমকা আৰু ৰুবি থাকে। ঝুমকাই টাইট ফিটিং পেন্ট চাৰ্ট পিন্ধি ডেকত বজোৱা হিন্দী চিনেমাৰ গীত এটাৰ লগে লগে নাচে। জলিয়ে চাই হাঁহি হাঁহি ক'ব নোৱাৰা হয়। ৰুবিয়ে মুখৰ হাঁহি লুকুৱাবলৈ চেষ্টা কৰে। নৃত্য বন্ধ হয়।**

জলি : (হাঁহি হাঁহি) বুঢ়ীয়ে দেখিলে খাব।

ঝুমকা : মৰমৰ নাতিনী, একো নকৰে। সদায় নাচোঁ।

ঋবি : সদায়ে নাচোঁ! (খণ্ডত) গাভৰু ছোৱালীয়ে এইদৰে নাচে নেকি?

ঝুমকা : গাভৰুৱে নাচিব নালাগিলে, তোমালোক বুঢ়ীবোৰে নাচা।

ঋবি : আৰু ড্ৰেচ চোৱাচোন। লাজো নালাগে।

ঝুমকা : তোমাৰ লাগিছে যদি নাকটো ঢাকি থোৱা।

জলি : ঐ, আই আহিছে! (চকুৰে বাহিৰলৈ দেখুৱায়।)

ঝুমকা : ক'তা, অ?

**খৰধৰকৈ আহি শান্ত ছোৱালীৰ দৰে বহি দিয়ে।**

ঋবি : এতিয়া, এতিয়া কি হ'ল? ইচ্ একেবাৰে নিমাখিত।

ঝুমকা : মুড় নোচোৱাকৈ বুঢ়ীক জোকাই নলওঁ।

**আটায়ে আই অহালৈ চাই অপেক্ষা কৰে। আই সোমাই আহে।**

আই : (জলিক উদ্দেশ্য কৰি) কৰচনী আয়েৰে মানে বুঢ়ী আইতাৰে খবৰ পঠাইছে। তেওঁ তোক এবাৰ চাব বিচাৰিছে। বহুত দিন দেখা নাই।

জলি : যাম বাৰু।

আই : যাম বাৰু নহয়। সিবাৰ আহোতেও কৈছিলি, কিন্তু ক'তা, নগলি দেখোন! প্ৰত্যেক বাৰে আহিলেই কৱ যাম বাৰু।

ঋবি : ঠিকেই জলি, তুমি এবাৰ গৈ কৰচনী আইক চাই অহা ভাল। তেওঁৰ বয়স এতিয়া আশীতকৈ বেছি হ'ল হ'ব পায়, কেতিয়া কি হয় ক'বতো নোৱাৰি।

ঝুমকা : ইঃ কৰচনী আই একেবাৰে সুস্থ হৈ আছে, মাত্ৰ আজিকালি নেদেখে। কিন্তু নেদেখিলে কি হ'ল? একেবাৰে দেখা মানুহৰ দৰে সকলো কৰিব পাৰে। নেদেখাকৈ কাম কৰা অভ্যাস হৈ গৈছে। ঘৰ আৰু ঘৰৰ চৌহদৰ ভিতৰত কাম কাজ, ঘূৰা ফুৰা কৰিলে তেওঁ যে নেদেখে, সেয়া ধৰিবই নোৱাৰি। এবাৰ ক'ৰবালৈ গ'লে বা কিবা কৰিলে, প্ৰথমে দেখুৱাই দিলেই হ'ল, বচ্ তাৰ পাছত আৰু সহায়ৰ প্ৰয়োজন নাই। ই- কৰচনী আয়ে

আকৌ আনৰ সহায় নিবিচাৰেও নহয় আৰু জানা পেহী, বিচনাত নুশুবেই, মাটিত পাটী পাৰি শুৱে। বিচনাত শুলেও কাঠৰ ওপৰত এখন চাদৰ পাৰি শুৱে। প্ৰায় খালি ভৰিৰে থাকে। অঁ, পালে খৰম পিন্ধে। কি গৰম কি ঠাণ্ডা সকলো সময় তেওঁৰ বাবে একে।

জলি : ওঁ, এক্সপ্ৰেছ চলি গ'ল।

ঝুমকা : হ'ব, তুমি বৰ বেছি বেছি কৰা।

আই : কৰচনী আই পুৰণীকলীয়া মানুহ, মোৰ আজু আইতাৰ ভনীয়েক। তেওঁক সকলোৱে কৰচনী আই বুলিয়েই মাতে, সম্বন্ধত লাগিলে যিয়েই নহওক। কৰচন গাঁৱৰ পৰা বিয়া হৈ অহাৰ ববে কৰচনী আই। থকা মেলা, কাম কাজো পুৰণিকলীয়া।

ৰুবি : হ'লেও কিন্তু চিন্তাবোৰ নতুন। আজিৰ যুগৰ লগত সমানে তাল মিলাই চলিব পাৰে।

আই : বুঢ়ীয়ে আনৰ বাবে আপদ হ'ব নিবিচাৰে। একমাত্ৰ নাতিনী নাহৰেই বুঢ়ীৰ চকু, সাৰথি। নাহৰৰো জঞ্জাল। অৱশ্যে তাইৰ ল'ৰা-ছোৱালী ডাঙৰ হ'ল। নিজৰ ভাগে চলিব পাৰে।

জলি : এৰা, বহুত দিনেই কৰচনী আইৰ ওচৰলৈ যোৱা নাই। সেই বিয়াৰ পিছতেই এবাৰনে দুবাৰ যোৱা। তেতিয়াই দেখা। চাৰি বছৰ মানেই হ'ল। (নিজক) যাব লাগিব। কৰচনী আইলৈ কিবা এটা নিব লাগিব।

আই : সেইবোৰ চিন্তা কৰিব নালাগে। একো নিব নালাগে, টকা-পইচাও দিব নালাগে। মাত্ৰ এবাৰ চাই আহ। অৱশ্যে নাতি, প্ৰ-নাতি সকল আহিলে টকাটো সিকিটো বুঢ়ীৰ হাতত গুজি থৈ যায়। এবাৰ বুঢ়ীৰ নাতি-বোৱাৰী কাজল, কলিকতাৰ ছোৱালী। কাজলে পাঁচশটকীয়া নোট এখন বুঢ়ীক দিছিল। (হাঁহি) বুঢ়ীয়ে সেই কথা বহুত দিনলৈ কৈ আছিল।

জলি : বাহ্ আই, এইবাৰ আহি তোৰ মুখত এয়া প্ৰথম বাৰলৈ হাঁহি দেখিলোঁ।

আই : (হঠাৎ গহীন হয়) হ'ব।

জলি : কালিলৈকে যাওঁ নেকি।

আই : কালিলৈ?

ৰুবি : জলি, কালিলৈ যাব নালাগে।

জলি, ঝুমকা : **(একেলগে)** কিয়?

আই : কিয় ৰুবি তই জলিক কোৱা নাই নেকি?

ৰুবি : নাই কোৱা, মানে ক'বলৈ - ক'ম ক'ম বুলি কোৱা নাই।

আই : **(জলিক)** তই দুদিনমান থাকিম বুলি কোৱাৰ বাবে কাম ফেৰা হৈ যাওক বুলি ভাবিছোঁ। ইফালৰ পৰাও কালিলৈৰ কথা ক'লে।

জলি : **(কৌতুহলেৰে)** কথাটোনো কি? নবৌ, তোমালোকে কথাবোৰ কিবা চাছ্‌পেন্স ৰাখি থোৱা।

ঝুমকা : ইচ্ছা কৰিলে মা আৰু আয়ে ভাল ডিটেক্‌টিভ চাছ্‌পেন্স নভেল লিখিব পাৰিব। অগাথা ক্ৰিষ্টিয়েও ফেৰ মাৰিব নোৱাৰে।

ৰুবি : তই চুপ থাক। যাচোন তই ইয়াৰ পৰা যা, আমাক কথা পাতিবলৈ শান্তি দে।

ঝুমকা : ঠিক আছে, চুপিলোঁ। মই মনে মনে বহি আছোঁ। তোমালোকৰ শান্তিয়েই মোৰ কাম্য।

আই : কালিলৈ আমাৰ ঘৰলৈ মানুহ আহিব।

জলি, ঝুমকা : **(একেলগে কৌতুহলেৰে)** মানুহ আহিব!

ঝুমকা : ইমান দিনে গৰু আহিছিল নেকি?

আই : হেই এইজনী পেক্‌পেকাই নাথাক। **(জলিক)** আহিব মানে, আমি মাতি পঠাইছোঁ। তই আছ বাবেই কালিলৈকে দিনটো ঠিক কৰিলোঁ।

ৰুবি : মানুহ ঘৰ ভাল। অৰিজিন গোলাঘাটৰ মানুহ। গুৱাহাটীতে চেটেল কৰিছে। **(জলিক)** তোমাক খবৰটো আগতীয়াকৈ দিম বোলোতেই থাকিল। আচলতে কথাবোৰ আগবঢ়া নাইতো!

আই : সিহঁত আহকচোন। **(জলিক)** এয়ো ঘৰতে লগ পাওক। চিনা-পৰিচয় হওক, কথা-বতৰা হওক, পাছত তেওঁলোকৰ গুৱাহাটীৰ ঘৰখন চাই-মেলি আমাক খবৰ দিলেই হ'ল।

ৰুবি : যি গম পাইছো ল'ৰাটোৰ চৰিত্ৰ পাতি ভাল। চাকৰিও ভাল। কোম্পানীৰ চাকৰি, পাৱাৰ প্ৰজেক্ট কোম্পানী। চাকৰি দিল্লীত। ইঞ্জিনীয়াৰ। ল'ৰাই ছোৱালী দেখিছে। পছন্দ কৰিছে। কিবা সোৱণশিৰী প্ৰজেক্টৰ কামত আহোতে দেখিলে। ল'ৰাৰ ঘৰৰ পৰাই প্ৰস্তাৱ আহিছে।

আই : এতিয়া ল'ৰাৰ ঘৰৰ মানুহ আহিব। ছোৱালী চাবলৈ।

জলি : **(আচৰিত হয়)** মানে!

আই : ঝুমকাক চাবলৈ আহিব। কালিলৈ।

ঝুমকা : **(অতি আচৰিতভাবে)** কি!

জলি : **(আনন্দত আত্মহাৰা হয়।)** কি বাঃ,মোক ইমান দিনে কোৱা নাই কিয়?

ঝুমকা : **(খঙত গহীন হৈ)** ৰ'বা পেহী। **(মাকক)** মোক চাবলৈ আহিব?

ৰুবি : অঁ।

ঝুমকা : অথচ মই গ'ম নাপাওঁ।

জলি : (হাঁহি) চৰুক সুধি চাউল নিসিজায়।

ঝুমকা : **(খঙত)** তোমাৰ মুখত এই মান্ধাতা যুগৰ কথা নুশুৱাই পেহী।

জলি : **(কৃত্রিম ভাবে গহীন হয়)** বাপৰে বাপ!

ঝুমকা : **(খং আৰু উত্তেজনাত)** মোক চাবলৈ আহিব! মই গৰুনে ছাগলী- নাই বজাৰৰ পণ্যদ্রব্য! দোকানৰ শ্ব'কেচত শাৰী শাৰীকৈ সজাই থোৱা গাৰমেণ্টচ্! নে বিক্রীৰ বাবে থোৱা আন কিবা বস্তু? চাব, পছন্দ হ'লে দাম দি উঠোৱাই নিব, পছন্দ নহ'লে পেলাই থৈ যাব। ইহ্ ছোৱালী চাবলৈ আহিব! মোক চাবলৈ আহিব! আৰু এওঁলোকে গ্রাহকৰ আগত মোক দাঙি ধৰিবলৈ বৈ আছে! মই এতিয়া বিউটি কুইন সজাদি, বিজ্ঞাপনৰ মডেল সজাদি সাজি-কাছি একেবাৰে ধুনীয়া হৈ দেখনীয়াৰ হৈ ওলাব লাগিব।

ৰুবি : ঝুমকা, মুখ বন্ধ কৰ।

ঝুমকা : কেলৈ মুখ বন্ধ কৰিম? **(উত্তেজনাত, ইফালে-সিফালে অহা-যোৱা কৰি।)** আজিকালি সেইদিন নাই। আনে এইবোৰ মানিলেও মোক কোনেও এইবোৰ কৰিবলৈ বাধ্য কৰিব নোৱাৰে। অঁ, নোৱাৰে। মোক বাধ্য কৰাব নোৱাৰে। কো-নে-ও নোৱাৰে।

জলি : ঝুমকা, ৰ'চোন!

ঝুমকা : কিয় ৰ'ব লাগে?

জলি : তই কথাবোৰ বুজিবলে চেষ্টা নকৰ কিয়?

ঝুমকা : কি বুজিব লাগে? বিবাহযোগ্য হোৱা ছোৱালী চাবলৈ দৰাপক্ষৰ মানুহ আহিব। বাঃ! বোলে দৰাপক্ষই ছোৱালী নাকচ কৰিলে, ছোৱালীজনীৰ বোলে ছালৰ ৰংহে ক'লা, ছোৱালীজনী বোলে শকত, ছোৱালীজনী খীণহে। পৰিয়ালৰ টকা-পইচাহে নাই। অমুকটোহে-ভছুকটোহে। এনেকৈ যে ছোৱালী চাই অপছন্দ কৰে, ছোৱালী জানো মন-মগজু-হৃদয়হীন এডোখৰ কোমল মঙহ? কিয়, কিয় ছোৱালী পক্ষই এনেকৈ বিয়া কৰিবলৈ ওলোৱা ডেকাবোৰক নাকচ কৰা নুশুনো?

জলি : কিয় নোৱাৰিব, ছোৱালীয়েও দৰা নাকচ কৰিব পাৰে। কৰে। তই মাত্র অলপ শান্ত হ।

ঝুমকা : **(প্রায় জলিক আক্রমণ কৰাৰ দৰে)** তোমালোকেতো সঘনাই নাৰীৰ সম-অধিকাৰৰ, স্বাধীনতাৰ কথা কোৱা। ক'তা আন অধিকাৰ বাদেই এই পৰম্পৰাৰে নাৰীক মানুহ হোৱাৰ অধিকাৰৰ পৰাই বঞ্চিত কৰিছে---

জলি : আ-হা, তই মনে মনে থাকচোন। তোকতো কোনেও একো কোৱা নাই ---

**ঝুমকা উগ্রমূর্তি দেখি আই আৰু ৰুবি নিশ্চুপ হৈ যায়। ঝুমকা বেছি উত্তেজিত হৈ একেটা উশাহতে কোৱাৰ দৰে কৈ যায়।**

ঝুমকা : মোক কোনেও একো ক'ব নালাগে। তোমালোক চব একেই। অকল জানো এয়াই। ছোৱালীৰ সম্প্রদান আছেই। দৰাৰ হাতত পিতৃয়ে - অভিভাৱকে কাপোৰ-কানি, বাচন-বৰ্তন আদি নিৰ্জীৱ পদাৰ্থ দান কৰাৰ দৰে ছোৱালীকো সম্প্রদান কৰা হয়। তেনেহলে ছোৱালীয়ে মানুহ হিচাপে অধিকাৰ পালে ক'ত? নাৰী স্বাধীনতা! সম-অধিকাৰ! সমাজে মানসিকতা পৰিবৰ্তন কৰিব লাগিব। আত্মবিশ্লেষণ কৰিব লাগিব। নাৰী আত্মনিৰ্ভৰশীলতা, আত্মসচেতনতাৰ শিক্ষাৰে শিক্ষিত হ'ব লাগিব। অৰ্থনৈতিক সবলতাৰ প্রতি সজাগ হ'ব লাগিব। নাৰী ড্রইং ৰুমৰ ফুলদানীৰ কাগজৰ ফুল নহয়। নাৰী সম্পূর্ণ মানুহ। নাৰীয়ে প্রথমে মানুহ হোৱাৰ অধিকাৰ অৰ্জনৰ বাবে সংগ্রাম কৰিব লাগিব।

জলি : কিন্তু তই বা মই অকলে - - -

ঝুমকা : তুমি নামাতিবা, তুমি দুৰ্বল।

আই, ৰুবি' : **(একেলগে খঙত)** ঝুমকা!

ঝুমকা : অকলে! **(জলিক)** লগ বিচাৰিব লাগিব। নিজেই অন্তৰ্দ্বন্দত ভুগিছা, তুমি লগ ক'ত বিচাৰি পাবা! নাৰী মানুহ, মানুহক মানুহৰ মৰ্যাদা দিয়া কেৱল নাৰীৰ সংগ্ৰাম নহয়। ই মানুহৰ সংগ্ৰাম। নাৰী, পুৰুষ উভয়ৰে সংগ্ৰাম। কান্ধত কান্ধ মিলাই সকলোৱে একেলগে, সমষ্টিগতভাৱে সংগ্ৰাম কৰিব লাগিব। ওলাই আহা, প্ৰথমে এজনেই আহিব লাগিব। মনত ৰাখিবা পেহী, ইবচেনে 'এনিমি অব দ্যা পিপল'ত কোৱা কথাখিনি - পৃথিৱীত অকলশৰে থিয় দিয়া মানুহজনেই হ'ল সবাতোকৈ শক্তিশালী মানুহ। The strongest man in the world is he, who stands alone.

**সকলোৱে আবাকহৈ ঝুমকালৈ চায়।**
**ঝুমকা উত্তেজনা আৰু খঙত ফোঁপায়।**
**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## নৱম পৰিৱেশ

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**
**মঞ্চত জলি আৰু পায়েলে হাঁহি হাঁহি চাহ খাই থাকে।**
**ঝুমকাই মাজে মাজে ইটো সিটো আনি দিয়ে।**

জলি : ধেৎ!

পায়েল : লাজ কৰিবলৈ কিটো আছে? মিছা কৈছোঁ নেকি ক!

জলি : সচা হ'লেও দেচোন - - -

পায়েল : ইহ্ একেবাৰে তপস্বিনীজনী নোলাবিচোন। মই যেনিবা খোলা-খুলিকৈ কৈ দিছো, তইঁতে? লুকুওৱা - - -

ঝুমকা : পায়েল পেহী, তুমি বৰ অসভ্য! মুখৰ একেবাৰে লাগবান্ধ নাই।

পায়েল : তোকনো আমাৰ কথা শুনিবলৈ কোনে কৈছে?

ঝুমকা : কাণ আছে শুনিমেই। কাণত ঠিলা লগালেহে হ'ব।

পায়েল : ৰ' তয়ো পাবি। মোৰ নিচিনা মুখ তোৰো হ'ব। এটালৈ গৈ ল। যেতিয়া তোক - - -

জলি : হ'ল হ'ল, তোৰ মুখ বন্ধ কৰ পায়েল।

পায়েল : ঠিক আছে, সেইবোৰ বাদ। শুন, তই অহাৰ পৰা মই তহঁতৰ ঘৰলৈ আহিয়েই আছোঁ। কিন্তু তই আমাৰ ঘৰলৈ নাযাৱ নেকি?

জলি : যাম নহয়! দুদিনমান আছোৱেইতো।

পায়েল : হৈছে আৰু! যাম বোলোতেই দিন যাব। আমাৰ ঘৰলৈনো কিমান দূৰ! ৰিং মাৰিলেই শুনি। তিনিটা চৌহদ পাৰ হ'লেই হ'ল। আগেয়ে বহুবাৰ যাম বুলি নগ'লি।

জলি : যাম বাবা যাম। এইবাৰ যাম। সইত সইত তিনি সইত। এয়া চা সোণ চুইছোঁ।

ঝুমকা : **(হাঁহি)** বিদ্যা শপত।

জলি : **(হাঁহি)** ওঁ বিদ্যা শপত।

**তিনিয়ো হাঁহে।**

পায়েল : শুন, অহা মংগলবাৰে নতুন ঘৰটো ল'ম বুলি ভাৱিছোঁ। নতুনকৈ ঘৰ এটা সাজিছোঁ নহয়। **(অহংকাৰ আৰু গৰ্বৰ ভাব মিশ্ৰিত।)** দুই মহলীয়া, প্ৰভিজন ৰাখিছোঁ। পিছত বঢ়াম। তেওঁ মুম্বাইৰ আৰ্কিটেক্চাৰৰ হতোৱাই ডিজাইন কৰাই আনিছে।

জলি : **(আচৰিত হোৱাৰ দৰে)** বাপ্ৰে!

ঝুমকা : **(পায়েলক উচতাবৰ বাবে।)** আৰু জানা পেহী, পায়েল পেহীৰ পেহায়ে, ৰাজস্থানৰ পৰা মাৰ্বল পাথৰ অনাইছে, ঘৰৰ ডেকৰেশ্যনৰ বাবে মুম্বাই, দিল্লী, ক'লকতাৰ পৰা বস্তু-বাহানি আনিছে। গোটেই ঘৰত মাৰ্বল পাথৰ লগাইছে আৰু প্লাছ্তাৰ অব পেৰিছেৰে প্লাছ্তাৰিং কৰিছে।

জলি : **(পায়েলক)** ঐ তই কি তাজমহল সাজিছ?

ঝুমকা ঃ এক প্ৰকাৰে তাজমহলেই বুলিব পাৰি। আৰবৰ পৰা মিস্ত্ৰি নানিলে কি হ'ল ? অকল আৰ্কিটেক্‌চাৰেই নহয় হেড মিস্ত্ৰিও মুম্বাইৰ। বাকী প্ৰায় পাঁচজন মিস্ত্ৰি দিল্লীৰ। আৰ্কিটেকে নিজে আহি মাহেকে পষেকে চুপাৰভাইজ কৰি যায়হি। এচিছটেণ্ট এজনতো ইয়াতে আছিল। মুঠতে পৃথিৱী বিখ্যাত নহ'লেও অসমত বোধহয় এই পায়েল মহল নোলাব।

জলি ঃ নামটো কি, পায়েল মহল নেকি ?

পায়েল ঃ নাম চাম দিয়া নাই। দিম।

ঝুমকা ঃ চিচ্‌মহল ! হাৱামহল ! তাজমহল ! এইটোৰ নাম পায়েলমহলেই দিবা।

পায়েল ঃ হ'ব, কিবা এটা দিম আৰু - জলি, তই এতিয়া মংগলবাৰে ঘৰ লোৱালৈ যাব লাগিব। এনেয়েতো নাযাবই।

জলি ঃ যাম যাম অন্ততঃ তোৰ নতুন গৃহদৰ্শন, মানে তাজমহল - পায়েলমহল দৰ্শন কৰি নয়ন সাৰ্থক কৰি আহিম।

পায়েল ঃ আচলতে কি জান, ঘৰলোৱা দুদিনমান দেৰি হ'লহেঁতেন, কিন্তু তই দুদিনমান থাকিবি বুলি জানি তই থাকোতেই ঘৰ লোৱাটো ঠিক কৰি পেলালোঁ। ইয়াৰ মানুহে আমাৰ ঘৰটোৰ মূল নুবুজে। তই গুৱাহাটীত থকাতো। তেওঁ অহা দেৰি হ'ব। তেওঁ খুব বিজি কেইমাহমান আহিবই নোৱাৰিব। তেওঁতো তোক বৰ ভাল পায়।

জলি ঃ ঐ, তোৰ গিৰিয়েৰ আকৌ মোৰ প্ৰেমত পৰিছিল নেকি ?

পায়েল ঃ জানো ক'ব নোৱাৰি নহয় মতাবোৰৰ কথা।

জলি ঃ এইবাৰ গিৰিয়েৰ আহিলে মোলৈ খবৰ দিবি, মই আহি গা-ঘেলায় চাম, পাৰিলে তাজমহলৰ নহ'লেও তোৰ পায়েলমহলৰ মমতাজ হ'ব পাৰোৱেই বা !

পায়েল ঃ ঐ, ঐ ইমান ঈৰ্ষা নকৰিবি। মই কিন্তু সতিনীৰ চুলি চিঙা তিৰোতা। **(দুয়ো হাঁহে)** ঐ ঐ ৰ'চোন ৰ। ঐ জলি কথা এটা নহয়।

জলি ঃ কি ?

পায়েল ঃ তোৰ মূৰৰ সেওঁতা যে উকা ! সেন্দুৰ নাই !

জলি ঃ তোৰ চকু কম নহয় দেই মোৰ সেওঁতাতো তোৰ চকু।

ঝুমকা ঃ পায়েল পেহীৰ চকু, চকু নহয় ৰতন, ৰতন। একেবাৰে পাঁচ বেটাৰী লাইট। আমি কোনেও মন কৰাই নাছিলোঁ।

পায়েল ঃ মই সেন্দুৰ ল'লে বৰ ভাল পাওঁ। **(জলিক)** সেন্দুৰ নোলোৱাৰ কাৰণটো কি?

জলি ঃ নাই এনেই। লোৱা নাই আৰু।

ঝুমকা ঃ ন'ললেই যেনিবা, তাতেনো কি হ'ল? ল'ব লাগিবই যে তাৰ কিবা মানে আছে নেকি?

পায়েল ঃ নহয়, মানে-চানেৰ কথা ক'ব বিচৰা নাই। তহঁতৰ মানে হিন্দু বিবাহিতা তিৰোতাই মূৰত সেন্দুৰ লয়তো।

জলি ঃ লয়। মই লোৱা নাই, নলওঁ-বচ।

ঝুমকা ঃ তোমালোকৰ বিবাহিতা মহিলাই দেখোন সেন্দুৰ নলয়। তাৰ পৰানো কাৰ কি হ'ল?

পায়েল ঃ নহয় আমাৰ ধৰ্মত নাই আকৌ।

ঝুমকা ঃ এইবোৰ ৰীতি-নীতি, পৰম্পৰাৰ লগত ধৰ্মক সনা-পিটিকা নকৰিবাচোন।

জলি ঃ বিবাহিতা মহিলাৰ শিৰত সেন্দুৰ! মানে চাইনবৰ্ড! মোৰ বিয়া হ'ল। মোলৈ কোনেও চকু নিদিবা। মোৰ স্বামী আছে। কিন্তু ল'ৰাৰ? পুৰুষে বিয়া কৰাইছে নাই কেনেকৈ জানিবি? যিহেতু সিহঁত বিবাহিতনে অবিবাহিত ধৰিব নোৱাৰি, গতিকে যি মৰ্জি তাকেই কৰিব পাৰে। আন দহজনীৰ লগত হলি-গলিও কৰিব পাৰে।

পায়েল ঃ এৰা অ'! নীতি-নিয়ম, পৰম্পৰা, ধৰ্ম-দস্তুৰ সকলো যেন মাইকী মানুহৰ বাবে। ইটো নকৰিবি, সিটো নকৰিবি- এইটো কৰিলে গুনাহ, সেইটো কৰিলে পাপ। চৰিত্ৰহীনা হ'বি। দুজখলৈ যাবি, ৰৌ ৰৌ নৰক ভুঞ্জিবি আৰু মতামানুহৰ বাবে সাতখুন মাফ।

জলি ঃ মাইকী মানুহৰ দৃঢ়তা নাই। এক দোদুল্যমান অৱস্থাত থাকে। পৰম্পৰাকো মানিবলৈ ভাল নাপায়, ভংগও কৰিব নোৱাৰে। ভয় জানোচা কিবা অঘটন হয়। সেন্দুৰৰ কথাকে ধৰ, আজিকালি বহু আধুনিক মহিলাই সেন্দুৰৰ নামত দেখ-

নেদেখাকৈ তিলমান সেন্দুৰ লগায়। বহুতে আকৌ বেকাঁ সেওঁতা ফালি লগায়। তাকো প্ৰায় চুলিৰে ঢাক খাই থাকে। লগোৱা নলগোৱা একে কথা।

পায়েল : ওঁ - তই কিন্তু কথাবোৰ বৰ দ-লৈকে চাৱ।

জলি : কথাটো কি জান, হয়তো বহু মহিলাই পচনশীল পৰম্পৰা মনে-প্ৰাণে মানিব নিবিচাৰে। একোটা বিদ্ৰোহী মন বুকুৰ ভিতৰত ভাৰ বৈ ফুৰিছে। অন্তৰতে গুজৰি-গুমৰি আছে। কিন্তু মুখ খুলিব নিবিচাৰে। এনেয়ে তিৰোতাৰ বিষয়ে এষাৰ কথা আছে-

পায়েল : বুকু ফাটিলেও মুখ নোখোলে।

জলি : ওঁ। তাতে পুৰুষ প্ৰাধান্য সমাজ, কিবা অজান আতংকই অহৰহ ক্ৰিয়া কৰে। সেইবাবে প্ৰতিবাদ কৰিও নকৰাৰ দৰে। প্ৰতিবাদ সবল নহয়। এটা এৰা-ধৰা মনোভাব। মানে বুজাই দিয়ে মই কোনো পক্ষত নাই। মাজতে। নিৰপেক্ষ।

পায়েল : হাঁহেৰেও ৰাজি, মাহেৰেও ৰাজি।

জলি : মই যেনিবা পক্ষ লৈছোঁ। শিৰত সেন্দুৰ নলওঁ। এইটো সামান্য প্ৰতিবাদেৰে আৰম্ভ কৰিব বিচাৰিছোঁ মোৰ ভৱিষ্যতৰ সবল প্ৰতিবাদী কাৰ্যপন্থা। কি হয় দেখা যাওক। শিৰত সেন্দুৰ নাই, কিন্তু বিধবা নহয়। মোৰ স্বামী জীৱিত। শিৰত সেন্দুৰ লগোৱা নাই। কিন্তু মই বিবাহিতা। হাণ্ড্ৰেড্ পাৰচেণ্ট বিবাহিতা। চাওঁ মোক কোনে কি কৰে!

ঝুমকা : কিয় পায়েল পেহী, তুমি পঢ়া নাই ? আজিকালি বিবাহিতা মহিলাই শিৰত সেন্দুৰ নোলোৱাৰ পক্ষত কিমান ছোৱালীয়ে কাগজে-পত্ৰই লিখা-মেলা কৰিছে। সেন্দুৰ লগোৱা পৰম্পৰাৰ প্ৰতিবাদ কৰিছে। জানি থ'বা সকলো পৰম্পৰাই যুক্তিসংগত নহয়। বিজ্ঞান সন্মত নহয়। আবেগ সৰ্বস্ব হ'লেতো নহ'ব।

পায়েল : হওঁতে হয়। হ'লেও আমি যে তিৰোতা। কৰোঁ বুলি সকলো কৰিব নোৱাৰে। মতা মানুহৰ সমানে সমানে ফেৰ মাৰিব নাপায়।

ঝুমকা ঃ পায়-নাপায় সেইবোৰ বদ্ধমূল ধাৰণা গুলী মাৰা। কোৱা লাও যিমানে ডাঙৰ নহওক পাতৰ তলত। এইবোৰো পুৰুষ প্ৰধান সমাজৰেই কাৰচাজি। তুমি নোৱাৰা, মনে মনে সকলো মানি লৈছা। পেহীয়ে পাৰিছে, সাহস আছে, প্ৰতিবাদ কৰিছে।

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## দ্বিতীয় খণ্ড

### পৰিচয় অংশ

**মঞ্চ ক্ৰমান্বয়ে পোহৰ হ'ব।**
**প্ৰথম খণ্ডৰ পৰিচয় অংশৰ দৰেই জলিয়ে দৰ্শকক উদ্দেশ্য কৰি সংলাপ ক'ব।**

জলি : বোধহয় কথাবোৰ এনেকুৱাই হয়। এক না-জল, না-স্থল অৱস্থা। ময়ো দেখোন মুখ খুলি মোৰ কথা ক'ব পৰা নাই। এটা চাৰি আলিৰ মূৰত আহি থিয় হৈছোহি- মই কোন পথেৰে যাম? কাৰ ওচৰলৈ যাম? ই মোৰ সম্পূৰ্ণ ব্যক্তিগত সমস্যা। মোৰ সমস্যা সমাধানৰ পথ কোনে দেখুৱাব! সকলোৱেই দেখোন দোদুল্যমান অন্তৰ্দ্বন্দ্বত ভুগিছে! হয়তো ময়ো দোদুল্যমান! কিন্তু মোক এটা সমাধান লাগে। কোনে দিব। আপোনালোকে মোৰ এই ব্যক্তিগত সমস্যাটো জনাৰ একান্ত প্ৰয়োজন। শুনক --। অ' নহয় মোৰ বিষয়ে কোৱাৰ আগতে আপোনালোকক লৈ যাব বিচাৰিছোঁ মোৰ আজু আইতাৰ ওচৰলৈ, মানে সকলোৰে বাবে জনাজাত নাম কৰচনী আই।

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

### প্ৰথম পৰিবেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**
**মঞ্চ হ'ব ঘৰৰ সন্মুখৰ বাৰান্দা। বাৰান্দাত এখন আৰামী বেঞ্চ, দুটামান মূঢ়া, দুখনমান কাঠৰ চকী। এখন সৰু ঘূৰণীয়া টেবুল। ঘৰটো নতুন আৰ্হিৰ। ঘৰৰ বাৰান্দাত নাহৰে দৰ্শকলৈ পিঠি দি ইটো-সিটো কৰি থাকে।**

বাৰান্দাৰ চকী, বেঞ্চ, টেবুল আদিৰ আৰ্হি পুৰণি কলীয়া।

নাহৰ বয়সীয়া তিৰোতা। গহীন গম্ভীৰ। মাত-কথাত বয়সৰ গহীনতা স্পষ্ট। পিন্ধনত ঘৰত পিন্ধা সাধাৰণ কপাহী চাদৰ-মেখেলা।

কিছুসময়ৰ পাছত জলি আৰু ঝুমকা সোমাই আহে। জলিয়ে চেলুৱাৰ-কুৰ্টা আৰু ঝুমকাই খমৃখমীয়া মুগাৰ চাদৰ-মেখেলা পিন্ধে।

নাহৰে কাম কৰি থকা অৱস্থাৰে ঘূৰি দিওঁতে হঠাৎ জলি আৰু ঝুমকাক দেখি অবাক হৈ ৰৈ দিয়ে। তাকে দেখি জলি আৰু ঝুমকাই হাঁহে। নাহৰ সিহঁতৰ ফালে আগবাঢ়ি আহে।

নাহৰ : **(চকু ডাঙৰকৈ মেলি, কপাল কোঁচাই)** বাহ্ কি দেখিছোঁ! দিঠকনে সপোন?

ঝুমকা : নিজৰ গাত চিকুট মাৰি চোৱা। **(হাঁহে)**

জলি : **(হাঁহি হাঁহি)** বোধহয় দিঠকেই।

নাহৰ : বাটৰ জেং কোনে গুচালে?

ঝুমকা : বুঢ়ী আইতাই, মানে কৰচনী আয়ে।

নাহৰ : বুঢ়ী এজনী জীয়াই আছে বুলি তেও মনত পৰিল। মই আকৌ ভাবিছিলোঁ ৰাইজে বুঢ়ীজনী মৰিল বুলিয়েই ধৰি ল'লে নেকি?

জলি : নহয় বাইটি - - -

নাহৰ : কি হয় নহয় আছে।

জলি : **(সশব্দে হাঁহি)** এতিয়া তই মোক আদবাটৰ পৰা বাঢ়নী লৈ খেদাই পঠাবি নেকি?

ঝুমকা : ক'বতো নোৱাৰি পেহী, খেদাবই যেন পাইছোঁ, বাঢ়নী নহয়, ঢেঁকীথোৰাৰে।

নাহৰ : **(হাঁহি)** দস্তুৰমতে সেয়াই কৰিব লাগিছিল। কিন্তু কৰচনী আয়ে গম পালে মোক জানো সুদাই এৰিব। মৰমৰ নাতিনী আহিছিল আৰু মই খেদি পঠালোঁ, সেইটো হ'বলৈ দিলে মোক আৰু বুঢ়ীয়ে মানুহৰ শাৰীত ৰাখিবনে, একেবাৰে কুকুৰে কাইট নোখোৱা কৰিব।

জলি : তেতিয়াহ'লে গৃহ প্ৰৱেশৰ বাবে অনুমতি দিয়ক মহাৰাণী।

নাহৰ : খেদোৱাৰ শক্তি বা অধিকাৰ নাই যেতিয়া, প্ৰৱেশৰ অনুমতি দিয়াৰ আগেয়ে আগন্তুকক জাৰি জোকাৰি লওঁ। বাঢ়নী, ঢেঁকীথোৰা কি আছে লৈ আহ অ' মিণ্টু।

ঝুমকা : ৰ'বা, ৰ'বা। উলুৰ লগত বগৰী পুৰি নামাৰিবা। মই এই ঘৰলৈ আহিয়েই থাকোঁ। তোমালোক দুই বাই-ভনীয়ে কাজিয়া কৰি থাকা, ইতিমধ্যে মই মোৰ লগৰ নয়নৰ ঘৰৰ পৰা আহোঁগৈ।

নাহৰ : **(ঝুমকাক)** তয়ো আহিলে সেই নয়ন বোলাটোৰ বাবেহে আহ। লগতে যেনিবা আইৰো বাৰ্তা, গংগাৰো যাত্ৰা। লাটতে বুঢ়ীক মাতটো লগাই যাব'। বুজিছ জলি, এই বেটী সেই নয়ন বোলাটোৰ বাবে পাগল।

ঝুমকা : তুমি কি ব্যাখ্যা কৰা কৰি থাকা, মই কিন্তু কাৰোৰে বাবে পাগল নহয় দেই। ইমান পৰি মৰা বিধৰ মই নহওঁ। জলি পেহীয়ে মোক ভালদৰে জানে। তোমালোকেহে কাৰোবাৰ বাবে পাগল আছিলা, সেই কাৰণে আমাকো ভাবিছা, তোমালোকৰ দৰে আমি নহওঁ।

নাহৰ : এইজনী! মুখখন কি অ'!

জলি : **(নাহৰক)** পাইছ! আৰু জোকাই ল'বি?

ঝুমকা : নাহৰ পেহী, বাই। ফিৰ মিলেংগি। আকৌ আহিম। দেৰি হ'লে মোৰ নয়নটো হাতৰ পৰা হেৰাই যাব। বুঢ়ী আহি ওলালে আকৌ ৰামায়ণ মেলিব। তেতিয়া ঠোঁট-মুখ চেলেকি ঘূৰি যাব লাগিব! বাই! আহিলোঁ।

**ঝুমকা যায়।**

নাহৰ : যা, যা দেহা থাকোতেই বেহা, (চিঞৰি) ঝুমকা শুন, সেই যাওঁতে অৱন্তিকা পেহীয়েৰক জলি অহাৰ খবৰটো দি যাবি। তাই আহিলেই জলিৰ খবৰ লয়।

**নেপথ্যত দূৰৰ পৰা চিঞৰি ঝুমকাই কয়;- 'হ'ব, হ'ব তুমি নোকোৱা হ'লেও মই খবৰ দি গ'লোহেঁতেন।'**

জলি ঃ কি হ'ল তই এই পদূলি মুখতেই থিয় কৰাই ৰাখিবি নেকি ? নে কিবা তামোলৰ শৰাই লৈ সাদৰ সম্ভাষণ জনাবলৈ বাকী আছে।

নাহৰ ঃ নিয়মমতে জনাব লাগিছিল।

জলি ঃ আন তেন্তে। পাৰিলে কলপুলি পুতি আমপাত, কঠালপাত ওলোমা।

নাহৰ ঃ কি হ'ল এবাৰতে হেঁপাহ পলোৱা নাই হ'বলা ! আহ , ভিতৰলৈ আহ।

**বাৰান্দালৈ দুয়ো আগবাঢ়ে।**

জলি ঃ মানুহৰ হেঁপাহ ইমান সোনকালে পূৰণ হয় জানো !

নাহৰ ঃ তেতিয়াহ'লে আকৌ এবাৰ ৰভাৰ তলত বহাৰ মন !

জলি ঃ মন ! অৱশ্যে ধানটোৰ প্ৰতি কণটো, মানুহটোৰ প্ৰতি মনটো। মন কৰিলেই চন।

নাহৰ ঃ **(প্ৰায় হুলস্থূল কৰি)** অ' কৰচনী আই, এয়া কোন আহিছে, চোঁৱাহিচোন, চোঁৱাহি-চোঁৱাহি, আজি আমাৰ চোতাল পৱিত্ৰ হ'ল। ঘৰ তীৰ্থ হ'ল। কৰচনী আই, তোমাৰ নয়নৰ মণি আহিছে। দেহলাউ। কলিজাৰ জীউ, হিয়াৰ আমঠু।

জলি ঃ হ'ব হ'ব তই হুলস্থূলখন নকৰিবিচোন।

**বাৰান্দাৰ চকীতে বহে।**

নাহৰ ঃ কি হ'ল আলহীৰ নিচিনাকৈ বাহিৰতে বহিলি যে ?

জলি ঃ ৰ'চোন। ভাগৰ পলোৱাই লওঁ।

নাহৰ ঃ খোজ কাঢ়ি আহিলি ?

জলি ঃ ওঁ। ৰিক্সা নাপালোঁ।

নাহৰ ঃ **(চিঞৰি)** মিণ্টু, কৰচনী আইক ক'চোন চেনেহৰ নাতিনীয়েক জলি আহিছে। **(জলিক)** মিণ্টু, আমাৰ ঘৰত কাম কৰা ল'ৰা। কাম কৰা মানুহ এটা নহ'লে নহয় অ'। ঘৰখনত কৰচনী আই আৰু মইহে থকাৰ দৰে। বাকীবোৰ ভাগে ভাগে ওলাই যায়। নিজৰ নিজৰ কামত ব্যস্ত। লাচনি-পাচনিৰ বাবেই ল'ৰা এটা লাগে দেচোন। **(আকৌ চিঞৰি)** মিণ্টু , এবাৰ এইফালে আহিবিচোন। **(জলিক)** ল'ৰাটো ভাল। বিশ্বাসী। ফাঁকি-ফুকা নাই।

জলি ঃ বাৰু কৰচনী আইৰ খবৰ কচোন।

নাহৰ ঃ দেখিবি নহয়, যেনে মানুহ তেনে আছে। তোৰ কথা আজি উলিয়াইছিল। পুৰাই পুৰাই। অভিমান কৰিছিল, তই ঘৰলৈ আহ কিন্তু বুঢ়ীক চাই নাযাবহি। আমাৰ ঘৰলৈনো কিমান দূৰ! খুব বেছি তিনি মাইল হ'ব।

জলি ঃ দূৰৰ কথা নহয় অ'। এইবাৰ আহিলোঁ নহয়। আচলতে কি জান, তহঁতৰ এইফালে আহিবলৈ আওহতীয়া হয়। এইফালে যে কামেই নাথাকে। বাৰু বাইটি, তোৰ পৰিয়াল কেনে?

নাহৰ ঃ ঠিকেই আছে। ল'ৰা দুটা কলেজত পঢ়ি আছে। হোষ্টেলত থাকি পঢ়ে। ইয়াত পঢ়াৰ পৰিৱেশ নাই অ'। সিহঁত এতিয়া হোষ্টেলতে। প্ৰেক্টিকেল একজামিনেশ্যন আছে। দুয়োটা চাইন্সত। এটা পাৰ্ট ওৱান ফাইনেল, আনটোৱে পাৰ্ট টু ফাইনেল দিছে।

জলি ঃ সিহঁতক পৰাগ আৰু পৰশক বহুত দিন দেখা নাই।

নাহৰ ঃ ক'ৰ পৰা দেখিবি? আহিলেহে! এনেকৈ আহ-যাহ নাথাকিলে আত্মীয়তাতো বাদেই, চিনাকীয়েই হেৰাই যাব।

জলি ঃ ছোৱালীজনী?

নাহৰ ঃ পাৰুল? তাই এইবাৰ মেট্ৰিক দিব।

জলি ঃ বাঃ!

নাহৰ ঃ সংসাৰখন চলিছে আৰু। মোৰ জানো দুখ কষ্টৰ আদি অন্ত আছে! মা ঢুকাওতে কৰচনী আয়ে ইয়ালৈ লৈ আহিল। এই মাটি-বাৰী কৰচনী আইৰ। মোৰ নিজা বুলিবলৈ একো নাই। বুঢ়ীৰ সহায় হিচাপে আছোঁ আৰু। এই ঘৰটো অৱশ্যে পৰাগহঁতৰ দেউতাকে সাজিলে। পুৰণি হ'ল।

জলি ঃ তোৰ আৰু ঘৰটোলৈ আপত্তি সদায়ে থাকে। ইয়াতকৈ আৰু কি ভাল ঘৰ লাগে!

নাহৰ ঃ দুখ লাগে বুজিছ, নিজৰ বুলিবলৈ মাটি এডোখৰ নাই। (মাত **থোকাথুকি**) অকালতে পৰাগহঁতৰ দেউতাক ঢুকাল। ল'ৰা-ছোৱালী কেইটা লৈ কিমান যে কষ্ট কৰিব লগা নহ'ল! ভাগ্যে যেনিবা সিহঁতৰ দেউতাকে এই ঘৰটোকে সাজি থৈ

গ'ল। এইটো আচলতে কৰচনী আইক দি দিয়াৰ কথা আছিল। কিমাননো আশা নকৰিছিলোঁ ঐ! নিজৰ মাটি হ'ব, ঘৰ সাজিম! নাই কণা বিধাতাই সহিব নোৱাৰিলে।

**প্ৰায় কন্দনামুৱা হৈ চকুৰ পানী মচে।**

জলি : যোৱা কথা গ'ল, এতিয়া সেইবোৰ ভাবি মনটোক দুখ দি লাভ কি? ল'ৰা-ছোৱালী ডাঙৰ হ'ল। সকলো নিজৰ ভাগে আগবাঢ়িছে। এতিয়াতো তোৰ একপ্ৰকাৰ ভাল।

নাহৰ : **(নিজক সংযত কৰি, সুৰ সলায়।)** একপ্ৰকাৰ নহয়, সম্পূৰ্ণ ভাল।

জলি : তেতিয়াহ'লে। **(পৰিৱেশ সলনি কৰাৰ উদ্দেশ্যে)** কি হ'ল, কৰচনী আইক মই অহাৰ খবৰ দিয়াই নাই নেকি?

নাহৰ : জানো। ***(মাত ডাঙৰ কৰি)*** সেই মৰাটোৱে কি কৰিছেঁ? **(চিঞৰি)** ঐ মিন্টু, মিণ্টু। তোক মই মাতিছিলোঁ নহয়! কৰচনী আইক মাত। **(ভিতৰলৈ চাই আকৌ চিঞৰি)** কৰচনী আই, কোন আহিছে চোঁৱাহিচোন। **(স্বাভাৱিকভাৱে)** কৰচনী আই সেই উত্তৰফালৰ কোঠাটোত থাকে। তেওঁ আজিকালি একোৱেই নেদেখে। ইফালে আমি হাতত ধৰি লৈ ফুৰোৱাটো পছন্দ নকৰে। অৱশ্যে তেওঁ ঠিক হিচাবমতে ইফাল-সিফাল কৰে। হ'লেও চকুৰে মনিব নোৱাৰা মানুহ। এদিনতো পাছফালৰ বাৰান্দাত খুন্দা খাই সৰু-সুৰা ঘটনা এটাই কৰিছিল।

**এনেতে কৰচনী আই ওলাই আহি ঘৰৰ দুৱাৰ দলিত থিয় হয়। হাত এখন দুৱাৰৰ ফ্ৰেমত ৰাখে। তেওঁ প্ৰায় অশীতিপৰ বৃদ্ধা। সাজ-পাৰ বগা কপাহী চাদৰ-মেখেলা। কিন্তু বয়স অনুপাতে মুখাবয়বৰ উজ্জ্বলতা কমা নাই। মাত-কথা যথেষ্ট শক্তিশালী।**

কৰচনী আই : মোৰ বাবে কাৰো কোনো অসুবিধা হোৱা নাই।

**জলিয়ে কৰচনী আইলৈ চাই আৰু খৰধৰকৈ আগবাঢ়িব খোজে।**

জলি : আই - আইতা!

করচনী আই : ৰ' তই আগবাঢ়িব নালাগে। মই তোৰ কাষলৈ গৈছোঁ। চাই ল, সহায় নহ'লেও মই ভালদৰে খোজ দিব পাৰোঁ।

**জলি থমকি ৰয়। বুঢ়ীয়ে যেন হিচাব কৰি কৰি দুৱাৰ মুখৰ পৰা বাৰান্দালৈ আগুৱাই আহিল। জলিয়ে চকী এখন আগবঢ়াই দিয়ে।**

জলি : বাঃ। কোনে ক'ব তুমি নেদেখা বুলি? একেবাৰে ক'তো নধৰাকৈ হিচাবমতে এই খিনি পালাহি। (**চকী আগবঢ়ায়।**) লোঁৱা, এইখনতেই বহা।

করচনী আই : হ'ব তই বহ। মই তোৰ কাষতে বেঞ্চত বহিম।

নাহৰ : দেখিলি জলি, বুঢ়ীৰ অনুমান কিমান নিৰ্ভুল।

**জলি বেঞ্চত আকৌ বহে। কৰচনী আইও জলিৰ কাষতে বহি জলিৰ বাউসীত ধৰে।**

করচনী আই : জলি, তই কিন্তু শকত হৈছ ।

জলি : (**মুৰ দুপিয়াই**) ওঁ।

করচনী আই : কি হ'ল ছোৱালী, মোৰ নাতিনী, তোৰ মনত কিহৰ ভয় ওপজিছে?

জলি : (**যেন নকৰিব লগা কাম কৰা বাবে ধৰা পৰি ভয় আৰু আচৰিত হয়।**) আই আইতা!

করচনী আই : তই মোৰ ওচৰলৈ আগবাঢ়িব খোজোঁতেই তোৰ খোজত তোৰ মনৰ শংকা গম পাইছিলোঁ। (হাঁহি হাঁহি) একো নেদেখাকৈ তোৰ মনৰ অৱস্থা অনুভৱ কৰিছোঁ।

জলি : মানে! মই, তোমাক, তুমি?

**কিছু সময় কাৰো মুখত মাত নাই। বুঢ়ীয়ে উদাসভাৱে সমুখলৈ চকু ডাঙৰ কৰি একে থিৰে চায়। যেন তেওঁৰ শেঁতা চকুৰে জীৱনৰ সন্ধান কৰিছে। নাহৰ আৰু জলিয়ে পৰস্পৰৰ মুখলৈ চাই আকৌ দুয়ো উৎকণ্ঠাৰে বুঢ়ীৰ মুখলৈ চায়।**

কৰচনী আই : নাহৰ, চাহ একাপ বনাগৈ, যদি পিঠাগুৰি আছে পিঠা কেইটামান ভাজি দিবি।

জলি : নালাগে বাইটি, মোক সেইবোৰ একো দৰকাৰ নাই। অৱশ্যে, চাহ একাপ হ'লে ভাল পাম।

কৰচনী আই : ওঁ।

**বুঢ়ী হঠাৎ উঠি দিয়ে। জলিয়েও বুঢ়ীক দেখি উঠি দি বুঢ়ীলৈ অবাক হৈ চায়। নাহৰে সিহঁতৰ ওচৰলৈ আহে। লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## দ্বিতীয় পৰিৱেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**
**মঞ্চত নাহৰ আৰু জলি থাকিব।**

নাহৰ : আন তিৰোতাৰ দৰে মই ইমান ৰক্ষণশীল নহওঁ জানিবি। তথাপিতো মই এনেবোৰ বিষয় একেবাৰে ভাল নাপাওঁ।

জলি : চা বাইটি, তোৰ ভালপোৱা-নোপোৱাৰ লগত তাল মিলাই চলিবপৰা হ'লে, তোৰ-মোৰ মাজত পাৰ্থক্য নাথাকিলহেঁতেন।

নাহৰ : অৱশ্যে। কিন্তু নিজৰ পৰিয়ালৰ ভিতৰত কাৰোবাৰ কিবা নুশুনিব লগা এটা শুনিলে ভাল নালাগে নহয়।

জলি : খুলি ক'। তই কি শুনিছ ?

**দুয়ো পৰস্পৰৰ মুখলৈ চায়।**

নাহৰ : শুনিবলৈ পাইছো তহঁতৰ কিবা এটা দাম্পত্য অশান্তি হৈছে।

জলি : অ', তেতিয়াহ'লে তয়ো এইবোৰ বিষয়ে কিবা-কিবি শুনিছ! (হাঁহি) বাঃ মই দেখিছোঁ ৰাতা-ৰাত হিৰ'ইন হৈ গৈছোঁ।

নাহৰ : হঁহাৰ কথা নহয়।

জলি : হুঁহুৱাইছ ।

নাহৰ : মই প্ৰলাপ বকা নাই। মোৰ অভিমত মই প্ৰকাশ কৰিছোঁ। আমাৰ পাৰুলহঁতৰ হাইস্কুলৰ হেড্‌মাষ্টৰৰ ঘৈণীয়েকৰ মুখৰ পৰা শুনিছোঁ। তেখেত মোৰ লগত বৰ ভাল। হেড্‌মাষ্টৰ ছাৰ স্কুলৰ কামত গুৱাহাটীলৈ যাওঁতে শুনি আহি ঘৈণীয়েকক কৈছিল। তেখেতে মোক নিজৰ বুলি অকণো লুক্-ঢাক্ নকৰাকৈ কথাখিনি ক'লে। মইতো সকলোৰে কথা বিশ্বাস কৰা মানুহ নহয়। কিন্তু তেখেতৰ কথা কিদৰে পেলাই দিওঁ?

জলি : (হাঁহি) আচল কথা সেইটো। হেড্‌মাষ্টৰৰ ঘৈণীয়েকৰ মুখৰ বাক্য। হেড্‌মাষ্টৰে গুৱাহাটীৰ কাৰোবাৰ মুখৰ পৰা শুনা কথা, হেড্‌মাষ্টৰৰ মুখৰ পৰা ঘৈণীয়েকে শুনিছে আৰু তই শুনিছ তেখেতৰ মুখৰ পৰা। (হাঁহি) কিন্তু মোৰ পৰা কোনেও শুনা নাই।

নাহৰ : (বহাৰ পৰা উঠি নিজকে কোবাৰ দৰে) ল'ৰা-ছোৱালী জন্ম নিদিয়াটোৱেইতো ডাঙৰ ভুল। সংসাৰলৈ আহিলোঁ যেতিয়া, বিবাহ পাশত আবদ্ধ হ'লোঁ যেতিয়া, সন্তান জন্ম দিয়াত আপত্তি কি? মানুহেতো ক'বই। একত দুই কৰি কথা উলিয়াবই। মানুহৰ মুখতো বন্ধ কৰিব নোৱাৰি! (বৈ) গিৰিয়েক, ঘৈণীয়েক কাৰোবাৰ দোষ থাকিব লাগিব। দোষ কাৰ? পৰিষ্কাৰ হ'ব লাগে।

জলি : তই মিছাতে আবোল-তাবোলখন নবকিবিচোন। শুন বাইটি, দোষ আমাৰ কাৰোৱেই নাই। ৰাজৰো নাই, মোৰো নাই। আৰু সন্তান জন্ম দিয়াতো আমাৰ আপত্তি নাই । কিন্তু কৰিব লাগে কাৰণেই কিবা এটা কৰি দিয়াৰ পক্ষপাতী মই নহওঁ।

নাহৰ : ল'ৰা-ছোৱালী কিবা এটা হোৱা হ'লে শত্ৰুৱে লাই নাপায়।

জলি : (আচৰিত হৈ ঘপকৰে বহাৰ পৰা উঠি মাত কঠিন কৰি) শত্ৰুৱে লাই নাপায়! এই সৰ্বজন কথিত অগতানুতিক বাক্যটো শুনিলেই মই বলিয়া হৈ যাওঁ।

নাহৰ : এতিয়াও নিজকে সুস্থ বুলি ভাবিছ নেকি?

জলি : (বিৰক্তিৰে) আঃ, তহঁতক মই কিদৰে বুজাম! মোৰ প্ৰব্লেম সেইবোৰ নহয়।

নাহৰ : তেতিয়াহ'লে?

জলি : মোৰ প্ৰব্লেম। থাকক সেইবোৰ উলিয়াই কথাত কথা বঢ়াব বিচৰা নাই।

নাহৰ : কিয় ? মোক নকৈ কাক ক'বি ? তোক মই নিজৰ সম্বন্ধীয় এগৰাকী ভনী বুলিয়েই কেৱল নাভাবোঁ। তোক মই নিজৰ বান্ধৱী হিচাপেও ব্যৱহাৰ কৰোঁ। সেইকথা তই ভালদৰে জান।

জলি : জানো। কিন্তু এই বিষয়ত মই এতিয়াই কোনোপধ্যে মুখ নোখোলোঁ। তোক নিৰাশ কৰাৰ বাবে দুখিত।

নাহৰ : তই ভাব নেকি মই কোনো অৰ্থ নোহোৱাকৈ মিছা-মিছি কথাবোৰ দীঘলীয়া কৰিছোঁ।

জলি : **(হাঁহি)** নাই, নাই ঠিক আছে। তোৰ মানত তই ঠিক আছ।

নাহৰ : প্ৰব্লেমৰ কথা একেবাৰে একো নাজানো বুলি নাভাবিবি।

**নাহৰে কিছু ব্যতিব্যস্ত হৈ, ইফাল-সিফাল কৰে। একোবাৰত একেবাৰে জলিৰ সন্মুখত থিয় হয়। চকুত চকু ৰাখি ক'ব।**

নাহৰ : কি সিদ্ধান্ত ল'লি ?

জলি : **(নাহৰৰ চকুৰ পৰা চকু আঁতৰায়।। কিছু সময় নীৰৱ। নিজকে প্ৰস্তুত কৰে। ভাব পৰিবৰ্তন কৰি হাঁহে )** মোকো ভাবিবলৈ দে।

নাহৰ : **(ভাব পৰিবৰ্তন কৰি কোমলভাৱে)** তই আকৌ মোৰ কথাত অন্য কিবা ভাবি নল'বি। মই আনৰ স্বাধীনতাত হস্তক্ষেপ কৰা মানুহ নহয়। বাধ্যত পৰি কৈছোঁ। মই মোৰ অতি আপোনজনক এইটো উপদেশ দিব বিচাৰোঁ, যিসকল বেছি শিক্ষিত তেওঁলোকে পৃথিৱীখনৰ বিষয়ে যথেষ্ট জানে আৰু তেওঁলোকে নিজৰ দাম্পত্য জীৱনৰ বিষয়ে পুনৰ বিবেচনা কৰি একেলগে জীৱন কটোৱাৰ সিদ্ধান্ত লোৱা উচিত।

**পৰিৱেশ নিজান। জলিয়ে লাহে লাহে নাহৰৰ ওচৰলৈ যায় আৰু নাহৰৰ হাতত ধৰে।**

জলি : তোৰ উপদেশৰ বিষয়ে মোক চিন্তা কৰিবলৈ দে।

**এনেতে বাহিৰৰ পৰা সংলাপ কৈ কৈ অৱন্তিকা সোমাই আহে।**

অৱন্তিকা : কি অ' চিটি লেডি, আমাৰ এইফালে মনত পৰিল তেও!

জলি : **(হাঁহি)** 'চিটি লেডি'! বাঃ - নতুন সংজ্ঞা এটা দিলি ।

নাহৰ : ডাঙৰ চহৰত থকা মানুহৰ আমাৰ নিচিনা সৰু ঠাইৰ মানুহলৈ মনত পৰিব? মই মনত পেলাই দিছোঁ।

অৱন্তিকা : এৰা! তাকেইতো, ঝুমকাই কওঁতে মই আকৌ ভাবিব লগা হ'ল । আজি আকৌ বেলি কোনফালে বা ওলাল ?

জলি : হ'ব, হ'ব তইঁতৰ বিদ্রূপৰ শৰ নিক্ষেপেৰে মোক এতিয়া ধৰাশায়ী কৰিব।

অৱন্তিকা : বাঃ - তেতিয়াহ'লে আমাৰ বান্ধৱীয়ে কথা কওঁতেও সাহিত্য লগায়!

নাহৰ : অৱন্তিকা, হ'ব আৰু যথেষ্ট হৈছে।

জলি : **(অৱন্তিকাক)** ঐ পাগলী বহ।

অৱন্তিকা : বহিম জানো! তোৰ ওচৰলৈ অহাৰেই ইচ্ছা নাছিল।

জলি : **(হাঁহি)** আহিলি যেতিয়া উপায় নাই।

অৱন্তিকা : **(বহি)** কুকুৰ মন, নহাকৈ থাকিব নোৱাৰিলোঁ।

জলি : এইবাৰ মই চবকে লগ পাই যাম বুলি আহিছোঁ। বাইটিয়ে নমতা হ'লেও মই তোৰ ওচৰলৈ গ'লোহেঁতেন। **(বহি, অৱন্তিকাৰ হাতত ধৰি।)** তোৰ লগত বহু কথা পাতিব লগা আছে।

অৱন্তিকা : **(হাঁহি)** হয়নে? **(কৃত্রিম গহীন হয়)** তেন্তে শেনৰ এজাত।

নাহৰ : **(অৱন্তিকাক)** বুজিছা, তোমাৰ বান্ধৱীৰ বয়স যিমানে বাঢ়িছে, মতি গতি সিমানে বেয়া হৈছে।

অৱন্তিকা : ক'ব লাগিছেনে? এই চিটি লেডিয়ে আমাৰ খবৰ নাৰাখিলে কি হ'ল! আমিতো এখেতৰ প্রতিটো খবৰেই লৈ থাকোঁ।

জলি : হ'ব বাবা, য'ত দোষ, নন্দ ঘোষ! সকলো দোষ মোৰ গাতেই, মই নতশিৰে স্বীকাৰ কৰোঁ।

অৱন্তিকা : নকৰি উপায়?

নাহৰ : তোমাৰ বান্ধৱীক, ভালদৰে বুজাই দিয়াচোন, সামাজিক জীৱ হ'বলৈ হ'লে কিছু সামাজিক নীতি-নিয়ম মানি চলিব লাগে।

অৱন্তিকা : মই কি বুজাম ! ওলোটাই মোকহে বুজাব। তাতে তাইতো সৰু ছোৱালী নহয়, সকলো কথা বুজি পায়।

জলি : সেইটো, সেইটোকে ঘৰৰ মানুহে নুবুজে। মই এতিয়া সৰু ছোৱালী নহয়। মোৰ ভাল বেয়া মই বুজি পাওঁ।

নাহৰ : এহ দেখা নাই জানো, বুজি পাই ফলাইছে!

জলি : আঃ ! বাইটি, তই এনেকৈ বলকিয়েই থাকিবিনে, আমাক চাহ-তাহ এটোপা দিবি ?

নাহৰ : মই ক'লে বলকা হয় ! অৱন্তিকা দেখিলা নহয় ! এতিয়া তোমাৰ ওপৰতেই দায়িত্ব দিলোঁ। কি কৰা, কৰা।

অৱন্তিকা : হ'ব বাইটি, তুমি চিন্তা কৰিব নালাগে, এইক মই পোনাম।

নাহৰ : ঠিক আছে । তুমি পাৰিলেহে পৰা, তুমি ব'হা অৱন্তিকা, বহুদিনৰ পিছত বান্ধৱীক পাইছা কথা পাতা। মই থাকিলে অসুবিধাহে পাবা। মই ৰান্ধনি শাললৈকে যাওঁ।

**নাহৰ ভিতৰলৈ যায়। জলি আৰু অৱন্তিকাই কিছু সময় নাহৰ যোৱালৈ চায় আৰু পিছত দুয়ো-দুয়োলৈ চাই হাঁহে।**

অৱন্তিকা : তোক পোনোৱাৰ দায়িত্ব মই লৈছোঁ। কিন্তু মোক কোনে পোনাব ?

জলি : তোক মই।

**দুয়োৰে হাঁহে।**

অৱন্তিকা : বাইটিয়ে যে আৰু মানুহ বিচাৰি পালে ! মোৰ নিচিনা গণ্ডগোলীয়া এজনীক জানি-শুনিনো এনে দায়িত্ব দিয়েনে ?

জলি : নহয় অ, সকলোৰে নিজৰ ঘৰখনৰ মানুহ ঠিক হোৱাটো বিচাৰে। আন লাগিলে জহন্নামে যাওক। নাহৰ বাইটিয়ে তই ঠিক-বেঠিক সেইটো লৈ মূৰ নঘমায়, তোৰ যি হয় হৈ থাকক, তেওঁ মাত্ৰ নিজৰ ঘৰৰ ছোৱালীজনী মানে মই ঠিক হোৱাটো বিচাৰে - সিহঁতৰ মতে, সিহঁতে বিচৰাৰ মতে।

অৱন্তিকা : এইবোৰ সকলোৱে ঘৰে ঘৰে। কৰচনী আই নাই নেকি?

জলি : আছে।

অৱন্তিকা : লগ পালি?

জলি : পালোঁ।

অৱন্তিকা : ইমান ব্যক্তিত্ব সম্পন্না মানুহগৰাকীৰ সন্মুখত কি দৰে থিয় হ'ব পাৰিলি?

জলি : ঠিকেই, তেনে এটা শংকা লৈয়ে বুঢ়ীৰ সন্মুখত থিয় হৈছিলোঁ।

অৱন্তিকা : পিছে!

জলি : তেওঁৰ শেঁতা চকুযুৰিত যদিও কোনো জীৱনৰ আভাস নাই, তথাপিতো, ব্যক্তিত্বৰ সজীৱতাই মোৰ বুকু কঁপাই তুলিছিল। যিটো সমস্যাই মোক খুলি খুলি খাইছে, যিটো সমস্যাৰ সমাধানৰ বাবে কিছুদিন বেছিকৈ থকাকৈ ঘৰলৈ দৌৰি আহিছোঁ, সেই সমস্যাৰ বিষয়ে বুঢ়ীয়ে যদি জানে কি হ'ব?

অৱন্তিকা : কিন্তু বুঢ়ীয়েতো এই বিষয়ত তোক নোসোধাকৈ নাথাকে।

জলি : নিশ্চয় সুধিব। যদি জানে!

অৱন্তিকা : তয়ো আচৰিত কথা কিছুমান কৱ। তোৰ বু-বু, বা-বাবোৰ গোটেইখনতে জনাজাত হৈ পৰিছে, আকৌ বুঢ়ীয়ে নজনাকে থাকিব!

জলি : সৰুৰ পৰাই যিজনী বুঢ়ী আইতা - কৰচনী আইক লগ পাই আহিছোঁ, তেওঁৰ বিষয়ে যিখিনি জানো, তেওঁৰ বিষয়ে মোৰ যি ধাৰণা, সেই সকলোবোৰৰ ওপৰত ভিত্তি কৰি মোৰ বিশ্বাস কৰচনী আয়ে শুনা কথাত কোনো দিনেই গুৰুত্ব নিদিয়ে।

অৱন্তিকা : অৱশ্যে তই ঠিকেই কৈছ। মোৰো তেনে অনুমান।

জলি : কিন্তু কৰচনী আয়ে যি অনুমান কৰে, ধাৰণা কৰে সেয়া নিৰান্নবৈ শতাংশ নিৰ্ভুল। মুখ চাইয়ে পেটৰ কথা গম পায়। বুঢ়ীক কোনো দিনেই কোনো কথাত ফাঁকি দিব পৰা নাছিলোঁ। এতিয়া ছানি পৰা চকুৰে একো নেদেখিলেও যেন ষষ্ঠ ইন্দ্ৰিয়ৰ দ্বাৰা - এক অজান শক্তিৰ দ্বাৰা সকলো যেন তেওঁৰ বোধগম্য হৈ পৰে।

অৱন্তিকা : ঠিক, সেই ভয়তে ময়ো বুঢ়ীৰ সন্মুখলৈ নাহোঁ। সেই ল'ৰালি স্কুলীয়া দিনৰ পৰাই তোৰ স'তে কৰচনী আইক পাই আহিছোঁ। তোৰ দৰে ময়ো তেওঁক নিজৰ বুঢ়ী আইতা হিচাপে গণ্য কৰি আহিছোঁ।

জলি : এতিয়া কৰচনী আইক যিমান সময় পালোঁ — প্ৰতিটো মুহূৰ্তত তেওঁ সোধা কথাত মই উচপ্ খাই উঠোঁ, অস্বস্তি অনুভৱ কৰোঁ। কোন সময়ত সেই কঠোৰ বাস্তৱৰ সন্মুখীন হ'ব লগা হয়! তেওঁ মোক সুধি পেলাব, তই এইবোৰ কি কৰি আছ? মই তেতিয়া — মোৰ তেতিয়া কি হ'ব?

অৱন্তিকা : **হুঁঃ (হুমুনিয়াহ)**!

জলি : অৱন, শুন — তোক মই সকলো কথা খুলি কওঁ। কি পাৰ মতামত এটা দিবি। তোক ক'ম বুলিয়েই এইখিনি পাইছোঁহি।

**এনেতে কৰচনী আই সোমাই আহে। তেওঁৰ মাতত জলি আৰু অৱন্তিকা উচপ খাই উঠে।**

কৰচনী আই : কি হ'ল? তহঁতে কিহৰ বিয়নি মেল পাতিছ?

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## তৃতীয় পৰিবেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব। মঞ্চত কৰচনী আই আৰু জলি থাকিব।**

কৰচনী আই : নাতিনী ছোৱালী, কি সিদ্ধান্ত ল'লি?

জলি : **(উচপ খাই)** কি! কি সিদ্ধান্ত লোৱাৰ কথা কৈছা?

কৰচনী আই : মই সোধা প্ৰশ্নত তই বিব্ৰত হোৱাৰ কাৰণ নেদেখোঁ। মই কি ক'ব বিচাৰিছোঁ সেয়া তই ভালদৰে জান। মই তোক অশান্তি দিবলৈ বা কিবা ভুল কৰি কোনো কথা সুধিব বিচৰা নাই।

**জলিয়ে হঠাৎ সৃষ্টি হোৱা অস্বস্তিকৰ পৰিৱেশৰ পৰা নিজকে বচাবলৈ চেষ্টা কৰে।**

জলি : ইচ্ দেৰি হ'লে ৰিক্সা-টিক্সা পোৱাত অসুবিধা হ'ব। বাইটিৰ ভাত ৰক্ষা হ'লনে নাই জানো!

কৰচনী আই : মই বুঢ়ীয়ে কিবা এটা ক'লে মানুহে প্ৰলাপ বকিছোঁ বুলি ভাবে।

জলি : **(নিজকে সংযত কৰি)** আই-আইতা, মইতো নাভাবোঁ।

কৰচনী আই : **(মাত ডাঙৰ কৰি)** সকলোৱে আচৰিত হয়, ছানি পৰা চকু যুৰিৰে মইনো কি দেখিছোঁ! কিন্তু মই যি দেখিছোঁ তেওঁলোকে সেইটো নেদেখে। মোৰ বয়স বহুত হ'ল। বহুততকৈ বেছি দেখিছোঁ। যিবোৰ আনে দেখা নাই। হয়তো কাহানিও দেখা নাপাব।

নাহৰ : (নেপথ্যত) মিন্টু, কৰচনী আই আৰু জলিক মুখ-হাত ধুবলৈ পানী ঠিক কৰি দে। **(বিৰক্তিৰে)** সেইজনী আকৌ এতিয়াও আহি নাপালেহি নহয়!

কৰচনী আই : **(মাত সৰু কৰি)** কি সিদ্ধান্ত লৈছ!

**জলিয়ে গাৰ কাপোৰ কানিবোৰ এবাৰ এনেয়ে ঠিক কৰে।**

জলি : ঘৰত আয়েও ভাত ৰান্ধি থ'ব!

কৰচনী আই : যদি তই অনুভৱ কৰিছ, দাম্পত্য জীৱন তহঁতৰ বাবে এয়াই বহুত। ইজনৰ বাবে সিজন যথেষ্ট হ'ল, তেন্তে এইটোৱেই সেইটো সমাপ্ত কৰাৰ অধ্যায়।

জলি : আই - আইতা! **(আচৰিত হৈ বুঢ়ীলৈ চায়।)**

কৰচনী আই : মোৰ কথাত আচৰিত হৈছ?

জলি : মাজে মাজে তোমাৰ কথাবোৰ বুজাত অসুবিধা হয়।

কৰচনী আই : অথচ মইয়েই অতি সহজ-সৰলভাৱে কথা কওঁ। পাক লগাই কথা ক'বলৈ মোৰ শিক্ষা-দীক্ষা কম।

জলি : ঠিক সেইটো ক'ব বিচৰা নাই।

কৰচনী আই : বিবাহ হয়তো সামাজিক কৰ্ম! কিন্তু দাম্পত্য জীৱন এটা ব্যক্তিগত বিষয়। এহাল পুৰুষ নাৰীৰ সম্পূৰ্ণ ব্যক্তিগত জীৱন। চাৰিওফালে আগুৰি থকা মানুহক সন্তুষ্টি লগাবলৈ শব্দৰ সাঁথৰ ৰচি জটিল কৰাৰ দৰে দাম্পত্য জীৱনত অভিনয়ৰ জটিলতা বঢ়োৱাৰ প্ৰয়োজন নেদেখোঁ।

জলি : আই-আইতা, তোমাৰ কথাবোৰহে মোৰ মনত সাঁথৰ হৈছে।

কৰচনী আই : সেইটোৱেই স্বাভাৱিক। আবেলিৰ বেলি মাৰ যাবলৈ ধৰাৰ দৰে বয়সে মেলানি মগা বুঢ়ীৰ মুখত এইবোৰ শুনিলে তোৰ কি, সকলোৰে সাঁথৰ সাঁথৰ লাগিব। কিন্তু মই জানো, মোৰ কথা অনুমান কৰাত তোৰ অসুবিধা নহ'ব।

**জলিয়ে চকু ডাঙৰকৈ মেলি বুঢ়ীলৈ ৰ'লাগি চায়।**

জলি : সচাঁকৈ ক'বলৈ গ'লে তোমাৰ কথাবোৰ মোৰ বাবে এই মুহূৰ্তত নতুন নতুন লাগিছে। মোৰ ভাবনাৰ দুৱাৰত প্ৰচণ্ড কৰাঘাত হানিছে। চিন্তাত আউল লগাই দিছে।

কৰচনী আইঁ : **(জলিৰ গাত হাত এখন থয়।)** মোৰ প্ৰথম পতি।

**বুঢ়ীয়ে কিছু সময় বৈ দিয়ে। হঠাৎ বহাৰ পৰা উঠি এটা নিৰ্দিষ্ট ব্যাসত চকুৰে দেখা মানুহৰ দৰে ইফাল সিফাল কৰে আৰু থিয় হৈ এটা দূৰত্বৰ পৰা জলিৰ ফালে মুখ কৰে। জলিয়ে লাহে লাহে বহাৰ পৰা উঠি একে থৰে বুঢীলৈ চায়।**

কৰচনী আই : মই জানো, তোৰ্ চকু কপাল এতিয়া আচৰিত ভাৱে কোঁচ খাই গৈছে।

জলি : কিন্তু তুমি কি দৰে জানিলা ? সচাঁকৈ তুমি - - -

কৰচনী আই : নেদেখোঁ। সচাঁকৈ নেদেখোঁ। তই ভাবিছ **(হাঁহি)** চকুৰে নেদেখা এই বুঢ়ীজনীয়ে কি দৰে আনৰ মুখমণ্ডলৰ কথা জানিলে!

জলি : ভাবিবলৈ বাধ্য। তোমাৰ দৃষ্টি শক্তিৰ ওপৰত মোৰ সন্দেহ জন্মিছে!

কৰচনী আই : অন্তৰ্দৃষ্টি! **(বৈ)** ওঁহ! **(হুমুনিয়াহ কাঢ়ে।)** বয়স! বয়সে মোক বহুত শিক্ষা দিলে। এই জীয়াই থকাৰ দীঘলীয়া সময়ৰ অভিজ্ঞতাই মোৰ জ্ঞান পূৰঠ কৰি তুলিলে। অনুমানৰ দক্ষতা বঢ়াই তুলিলে। অভিজ্ঞতা! অভিজ্ঞতাৰ পঢ়াশালিতকৈ মানুহৰ আন পঢ়াশালিৰ শিক্ষা কোনো পধ্যেই ডাঙৰ হ'ব নোৱাৰে।

জলি : সেইটো ময়ো মানি লওঁ। অভিজ্ঞতাৰ কষটি শিলত ঘঁহি মানুহে প্রকৃত বাস্তৱ শিক্ষা গ্রহণ কৰিব পাৰে।

কৰচনী আই : অ' মই কি কৈছিলোঁ? মোৰ প্রথম স্বামীৰ কথা। বহুতে নাজানে। সেইজনক আয়ে পছন্দ কৰিছিল। তেওঁক সকলোৱে গান মাষ্টৰ বুলিয়েই জানিছিল। **(ভাৱত বিভোৰ হয়।)** তেওঁ এগৰাকী ধুনীয়া গায়ক। ভাটি ফালৰ পৰা আমাৰ ইয়ালৈ আহিছিল। তেওঁৰ ডিঙিত ৰঙা বাখৰৰ লকেটেৰে এডাল চেইন আছিল। চকুত চান গ্লাছ সদায়ে পিন্ধে। একেবাৰে তজবজীয়া হৈ থাকে।

**বুঢ়ী জলিৰ কাষলৈ চাপি আহে। নিজৰ হাতৰ আঙুলিৰে জলিৰ মুৰৰ চুলিৰ ওপৰেৰে বুলাই দিয়ে।**

জলি : আয়ে এবাৰ এই কথা কৈছিল।

কৰচনী আই : **(হাঁহি)** হয় নেকি? কি কৈছিল?

জলি : ঠিক তেনেকৈ বেছি একো কোৱা নাছিল। কেৱল কথাৰ প্রসংগত কথাটো উল্লেখহে কৰিছিল। মই কেইবাবাৰো সোধাৰ পাছতো সেইকথা নকৈ আন কথালৈ ফালৰি কাটে।

কৰচনী আই : কিছুমান **(ম্লান হাঁহি)** ঘৰুৱা কথা বাহিৰত প্রচাৰ হৈ যাব পাৰে বুলিয়েই নুলিয়ায়। মই কিন্তু সেইবোৰলৈ ভ্রূক্ষেপ নকৰোঁ। যিটো ঘটনা ঘটি গ'ল তাক নোহোৱা কৰিব নোৱাৰি। যিটো সচা তাক মিছা কৰিব নোৱাৰি। লাগিলে যিমানেই লুকুৱাই নাৰাখক।

জলি : কথাটোনো কি?

কৰচনী আই : সেই গানৰ মাষ্টৰৰ লগত আইৰ পছন্দমতেই বিয়া হৈছিল। অৱশ্যে, **(লাজ, লাজভাৱেৰে)** মোৰো তেওঁৰ প্রতি আকর্ষণ কম নাছিল। পুৰুষক আকর্ষণ কৰিবলৈ তেওঁলোকে ভাল পোৱা সাজ পিন্ধিব লাগে।

জলি : বাঃ! তোমালোকৰ কিন্তু কিছু চইচ্ আছিল।

কৰচনী আই : ওঁ আছিল। প্রায় এবছৰ ঠিকেই চলিছিল। কিন্তু - - -

**বুঢ়ীয়ে হঠাৎ কথা বন্ধ কৰে।**

জলি : কি হ'ল, বৈ দিলা যে!

করচনী আই		কিন্তু, তেওঁ নিজৰ বিষয়ে মোক ক'ব নোৱাৰিলে! মই কিন্তু কৈছিলোঁ, সকলো খুলি কৈছিলোঁ।

**বুঢ়ীয়ে এবাৰ গাটো ইফাল সিফাল কৰিলে।**

জলি : ভীষণ আমোদজনক! কৌঁৱাচোন।

**বুঢ়ীয়ে দৃষ্টিহীন চকুৰে হাঁহি হাঁহি দূৰত থকা কোনো বিন্দুত থৰ হৈ দৃষ্টি আবদ্ধ কৰিলে।**

করচনী আই : মোৰ প্ৰয়োজনীয়টো দিবলৈও তেওঁৰ ওচৰত কোনো সম্পদ নাছিল। সেয়া মই বিবাহৰ প্ৰথম দিনাৰ পৰাই অনুভৱ কৰিছিলোঁ।

জলি : তোমাৰ অনুভৱ অন্তৰৰ ভিতৰৰ নে বাহিৰৰ পৰা?

করচনী আই : মোৰ দৃষ্টি, মোৰ লক্ষ্য নিৰ্ভুল আছিল। ওপৰে ওপৰে কোনো কথা ভবাৰ অভ্যাস মোৰ নাই।

জলি : সেই বিশ্বাস তোমাৰ ওপৰত আছে। তথাপিতো ---

করচনী আই : কোনো তথাপি নাই। তেওঁৰ কথা কোৱা ভংগী আৰু ব্যৱহাৰ আছিল নাৰী সুলভ। আইৰ কথা ৰক্ষা কৰি, বাহিৰৰ মানুহক সন্তুষ্ট কৰিবলৈ, লোকচক্ষুৰ পৰা বাচিবলৈ মই সকলো সহজভাৱে লৈছিলোঁ। কিন্তু কিমান দিন! এবছৰতকৈ অধিক। যথেষ্ট। নিজেই যেতিয়া সুখী নহওঁ, আনক কি সুখী কৰিম?

জলি : মই অৱশ্যে সেইজনা আজো-ককাক পিছতো দেখা নাই।

করচনী আই : ক'ৰ পৰা দেখিবি! বিবাহ বিচ্ছেদৰ পাছত তেওঁ গুচি গৈছিল আৰু কোনো দিনে ঘূৰি নাহিল। প্ৰয়োজনো নাছিল।

জলি : সচাঁকৈ কিছুমান অতি প্ৰয়োজনীয় বুলি ভবা কথা, সময়ত হঠাৎ কেতিয়াবা প্ৰয়োজন নোহোৱা হৈ যায়।

করচনী আই : মোৰ দ্বিতীয় বিবাহ বহুত পলমকৈ হৈছিল। সেই সিদ্ধান্ত মই সম্পূৰ্ণ নিজাববীয়াকৈ লৈছিলোঁ। তাৰবাবে মই বহু সামাজিক লঘু লাঞ্ছনা সহিব লগা হৈছিল।

জলি : সমাজৰ সৰু সৰু বিচাৰৰ সীমাবদ্ধতাই আমাৰ নিচিনা সৰু সৰু মানুহৰ মুক্ত বিচৰণত ব্যাঘাট জন্মায়।

করচনী আই : কিন্তু মই মোৰ সিদ্ধান্তত অচল-অটল হৈ ৰ'লো। সেইবোৰ মই কোনো দিনেই লাই দিয়া নাছিলোঁ। সেয়া মোৰ সম্পূৰ্ণ ব্যক্তিগত বিষয়। সম্পূৰ্ণ নিজৰ। নিজৰ সন্তুষ্টি। নিজৰ ভৱিষ্যত।

জলি : তাৰমানে তুমি ক'ব খোজা ব্যক্তিৰ সন্তুষ্টি আৰু ভৱিষ্যতৰ বাবেই বিবাহ আৰু দাম্পত্য জীৱন।

করচনী আই : নিশ্চয়। এয়া চন্দ্ৰ-দিবাকৰৰ দৰে সচা। অস্বীকাৰ কৰা মানেই ভণ্ডামীৰ বাহিৰে আন একো নহয়। অৰুচি খাদ্য যিদৰে মানুহৰ পেটৰ অসুখ কৰে, সেইদৰে অসুখী মানুহেৰে ভৰি পৰা সমাজখনো অসুস্থ কৰি তোলে।

জলি : সচা কথা, মুক্ত আৰু সুখী ব্যক্তি জীৱনেহে সমাজক স্বচ্ছ ল কৰি তোলে।

করচনী আই : পৱিত্ৰ আৰু নিৰ্মল বন্ধন, ব্যভিচাৰৰ কথা কোৱা নাই।

জলি : শুনাত বা দেখাত লাগিলে শ্লীলতাহীনেই হওক, কিন্তু যি সত্য, সি সত্যই, সত্য যিদৰে সুন্দৰ, সেইদৰে অসুন্দৰো সত্য।

**বুঢ়ীয়ে পৰিবেশ সলনি কৰাৰ উদ্দেশ্যেৰে কয়।**

করচনী আই : মোৰ দ্বিতীয় স্বামীক দেখিছিলিনে?

জলি : মই তেনেই সৰুতে দেখিছিলোঁ। তেতিয়া তেওঁৰ বেমাৰ, বিছনাত পৰি উঠিব নোৱাৰা অৱস্থা।

করচনী আই : অমানুষিক পৰিশ্ৰম কৰিছিল। যাৰ ফলত উঠিব নোৱাৰাকৈ বিছনাত পৰিছিল। **(লাহে লাহে মাত কৰুণ হৈ আহে)** আমাৰ তিনিটা সন্তান আছিল। তেওঁ যি এবাৰ বেমাৰত পৰিল, সেয়া আৰু ভাল নহ'ল। তেওঁ ঢুকাল। আমাৰ সন্তান তিনিটাইও অতি সোনকালে তেওঁকে অনুসৰণ কৰিলে। কেৱল, কেৱল এই করচনী বুঢ়ী জীয়াই থাকিলোঁ।

**শোকে বুঢ়ীৰ বুকু খুন্দিয়াব ধৰে, তথাপিতো বুঢ়ীয়ে নাকান্দে। যেন কান্দিব নাজানে। যেন চকুৰ পানী নোলায়। কিন্তু কথাৰ কৰুণতাত তেওঁৰ শোক, দুখ আৰু বেজাৰৰ গভীৰতা প্ৰকাশ পায়। জলিয়ে অস্বস্তি অনুভৱ কৰে। নিজক**

**নিজেই কোৱাৰ দৰে কয়।**

জলি : কিছুমান ঘটনা অতি অভাৱনীয়ভাৱে ঘটি যায় সম্পূৰ্ণ দুৰ্ঘটনাৰ দৰে।

কৰচনী আই : **(নিজক সংযত কৰি)** গোটেই গাঁওখনতেই তেওঁৰ নিচিনা ব্যক্তিত্ব সম্পন্ন লোক নাছিল। উৎসৱে, পাৰ্বনে তেওঁ সকলোতকৈ আগত। নৰেশ মৌজাদাৰৰ এটা হাতী আছিল। যিটোৱে কেৱল মাধৱ মাউতৰহে কথা শুনে। তেওঁহে তাক চলাব পাৰে। তেওঁ জুইৰ লগত খেলা কৰিহে ভাল পাইছিল। তেওঁ অকলেই বিভিন্ন ৰঙৰ সূতা, উল কাপোৰেৰে ৰাতা-ৰাত হাওদা তৈয়াৰ কৰি হাতীৰ পিঠিত পাৰি বইচ কৰে।

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## চতুৰ্থ পৰিৱেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**

**মঞ্চত অৱন্তিকা আৰু জলি থাকিব। দুয়ো সশব্দে হাঁহে।**

অৱন্তিকা : স্কুল-কলেজৰ দিনবোৰ বৰ জমিছিল দেই। **(হাঁহি হাঁহি কয়।)**

জলি : **(হাঁহি হাঁহি)** আজি কিমান দিনৰ মূৰত পুৰণি স্মৃতি ৰোমন্থন কৰি আনন্দ কৰিছোঁ, প্ৰাণ খুলি হাঁহিছোঁ।

অৱন্তিকা : এৰা, তেতিয়া আৰু এতিয়া! ভাবিব নোৱাৰা ব্যৱধান। স্বৰ্গ-মৰ্তৰ ব্যৱধান। বয়সৰ লগে, লগে সকলো ওলট-পালট হৈ গ'ল।

জলি : সেইবোৰ বাদ দে, প্ৰকৃত সন্তুষ্টিৰ বিষয়টো হ'ল তোৰ, মোৰ পৰস্পৰৰ সমস্যাবোৰৰ বিষয়ে পৰস্পৰৰ আগত হিয়া উজাৰি প্ৰকাশ কৰিছোঁ, তাতোকৈ আৰু সুখৰ বিষয় কিবা আছেনে? ইমান দিনে ভাৰ বৈ ফুৰা গধুৰ বোজা এটা যেন আজি খহাইছোঁ।

অৱন্তিকা : মোৰো তেনে অনুমান হৈছে। **(সুৰ সলায়।)** ঐ কথা এটা সোধোঁ, সচা কথা ক'বি।

জলি : কি হ'ল মোৰ ওপৰত বিশ্বাস হেৰাই গ'ল নেকি ?

অৱন্তিকা : তেনেকৈ কিয় ক'ব ? শুনা কথা বাবেহে এনেকৈ কৈছোঁ। তাতে তই এই বিষয়ত কোনো কথা উল্লেখ নকৰিলি। তোৰ hus band-ৰ লগত বোলে divorce - - -

জলি : তোক এই Telegraphic news কোনে দিলে ?

অৱন্তিকা : মোৰ ভনীজনীৰ শাহুৱেকৰ, পৰিয়ালৰ মানুহৰ আগত আনৰ বদনাম ৰটনা কৰাৰ এটা অভ্যাস আছে। তেওঁলোকৰ ঘৰ গুৱাহাটীত। আহিলেই কাৰ ঘৰত কি হ'ল সেইবোৰ কৈয়েই দিন কটায় ।

জলি : তই তাকে মানি ললি ?

অৱন্তিকা : ধেৎ। **(সুৰ সলায়।)** আচৰিত কথা কি জান ? আমাৰ দুয়োজনীৰ জীৱনটোহে প্ৰায় একে হ'ল। যেন জীৱনৰ ঘাত-প্ৰতিঘাতবোৰৰ ক'ৰবাত নহয় ক'ৰবাত মিল আছে। ল'ৰালিৰ পৰা একে কাঁহীতে ভাত খাই ডাঙৰ হোৱা বান্ধৱী হিচাপে দুয়ো যেন একেটা পাৰ ঘাটতেই লগালগি হ'লোঁ। কি আচৰিত !

জলি : মানে তই ভাগ্য, নিয়তিৰ দোহাই দিব বিচাৰিছ ! মই এইবোৰক প্ৰশ্ৰয় নিদিওঁ। কৰ্মই মূল বস্তু। আমি ব্যতিক্ৰম। আন দহজনী ছোৱালীৰ দৰে নহ'লোঁ। বাস্তৱতাৰ মুখামুখি হ'বই লাগিব। আঘাত সহিবই লাগিব।

অৱন্তিকা : এনে মনোবল আছে, সেইবাবেই যুঁজি আছোঁ। হাৰ নামানো।

জলি : মনোজৰ কিবা খবৰ পাব নেকি ?

অৱন্তিকা : হোপ্‌লেছ! সি এটা মস্ত হোপ্‌লেছ! এৰা-এৰি হোৱা দিন ধৰি আৰু মোৰ লগত কোনো যোগাযোগ কৰা নাই।

জলি : ল'ৰা-ছোৱালীহাল ?

অৱন্তিকা : মোৰ লগত। মই সিহঁতক ডাঙৰ দীঘল কৰিছোঁ। মইতো পৰি মৰা বিধৰ নহয়।

জলি : সিহঁতেতো এতিয়া জনা-বুজা হৈছে। পিতৃ সম্পৰ্কত কোনো প্ৰশ্নৰ অৱতাৰণা নকৰেনে ?

অৱন্তিকা : খোলা কিতাপ, সিহঁতক সকলো কৈ দিওঁ। সিহঁতক মই বিভ্ৰান্ত নকৰোঁ। দেউতাক মৰিলে বুলি ধৰি ল'ব কৈছোঁ। দেউতাকৰ

পৰিচয়েৰে সিহঁতৰ পৰিচয় নহয়, মোৰ পৰিচয়হে প্ৰকৃত পৰিচয়।

**নাহৰ অৱন্তিকাৰ কথাৰ মাজতেই সোমাই আহে।**

নাহৰ : অৱন্তিকা, তুমি যিয়েই নোকোৱা, দেউতাকৰ পৰিচয়টোহে ল'ৰা-ছোৱালীৰ প্ৰকৃত পৰিচয়।

অৱন্তিকা : বাইটি, সেইটো পৰম্পৰা; মই সেইটো মানি ল'ব নোৱাৰোঁ।

নাহৰ : নামানিবা, ভুগিবা।

অৱন্তিকা : ভুগাৰ প্ৰশ্নই নাহে। দুৰ্বলবোৰেহে ভুগে। আনৰ সহায়ৰ ওপৰত যি নিৰ্ভৰ কৰে সি দুৰ্বল, দুৰ্বলৰ এই সংসাৰত প্ৰয়োজন নাই। নিজক নিজেই ৰক্ষা কৰিব পাৰিব লাগিব। মই দুৰ্বল নহয়। জান জলি, ল'ৰাটোক স্কুলত নাম লগাবৰ সময়ত 'ফাডাৰ্ছ নেম' লৈ এক হুলস্থূল। ফাদৰ নাই, মোৰ নাম দিলোঁ। নাই নামানে, ময়ো নেৰিলোঁ। দায়-দায়িত্ব নোলোৱাকৈ মুখতে ফাদাৰ! মইতো বিয়াৰ পিছত উপাধিও সলনি নকৰিলোঁ।

জলি : মানে উপাধিৰ পুচ্ছাংশ।

অৱন্তিকা : ওঁ। কিয় অকলে নাৰীয়ে উপাধি সলনি কৰিব লাগে, পুৰুষে কিয় নকৰে! দাম্পত্য জীৱনটো পুৰুষ, নাৰী পৰস্পৰৰ পৰিপূৰক।

জলি : ঐতৰেয় ব্ৰাহ্মণত কৰা উদ্ধৃতিৰ মতে নাৰীৰ অবিহনে পুৰুষ সম্পূৰ্ণ হ'ব নোৱাৰে। পুৰুষৰ আত্মাই পূৰ্ণতা লাভ কৰিবলৈ হ'লে নাৰীৰ সাহচৰ্য আৱশ্যকীয়। **(কথা পৰিৱৰ্তন কৰি হাঁহি হাঁহি)** আৰু তোৰ ল'ৰা-ছোৱালীৰ উপাধি?

অৱন্তিকা : মোৰ নামৰ উপাধি। কাশ্যৱ অৱন্তিকা, অলকা অৱন্তিকা।

জলি : তোক কিন্তু মানিছোঁ, উপাধি অৱশ্যে ময়ো সলোৱা নাই।

নাহৰ : বৰ ভাল কৰিছ! পাছত উপলব্ধি কৰিবি।

জলি : উপলব্ধি কৰিব লগা কি আছে ? আমি আমাৰ পথেৰে আগবাঢ়িছোঁ।

নাহৰ : **(উপলুঙা কৰি)** নাৰীবাদী। নাৰী স্বাধীনতা, নাৰীৰ সম-অধিকাৰৰ ধ্বজাবাহী!

জলি : নাৰীবাদী নহয়, মানৱতাবাদী। তথাকথিত নাৰী-স্বাধীনতা, সম অধিকাৰৰ পৃষ্ঠপোষক মই নহওঁ।। নাৰীক মানুহ হোৱাৰ স্বাধীনতা লাগে।

অৱন্তিকা : প্ৰয়োজন সাপেক্ষে তাক কাঢ়ি ল'ব লাগিব। স্বাধীনতাৰ নামত উশৃংখলতাত আমি নাই। গিৰীয়েকৰ মূৰত কঠাল ভাঙি, বতাহী হৈ ঘূৰি ফুৰা আমি পছন্দ নকৰোঁ। সেইদৰে মহিলাক দমন কৰি ৰাখিব বিচৰা পুৰুষৰ পুৰুষালিকো আমি প্ৰশ্চয় নিদিওঁ।

জলি : মুঠতে মানুহ হিচাপে মানুহক স্বাধীনতাখিনি লাগে। তেহেলৈ সেয়া পুৰুষেই হওক বা নাৰীয়েই হওক। পুৰুষ-নাৰীৰ দাম্পত্য জীৱন হ'ল এহাল মাননুহৰ পৱিত্ৰ মিলন। এক পূৰ্ণ মানৱ।

নাহৰ : হৈছে, হৈছে তহঁতৰ লেক্‌চাৰ বন্ধ কৰ। এইখন সভা নহয়! **(সুৰ সলায়।)** শুনহঁত, ময়ো এদিন তহঁতৰ দৰেই চিন্তা-চৰ্চা কৰিছিলোঁ।

জলি : জানো। জানো বাবেই তোৰ আগত এইখিনি কথা নিঃসংকোচে ক'ব পাৰিছোঁ। লেক্‌চাৰ দিয়া বা তোৰ লগত তৰ্ক কৰাৰ খাতিৰত এইবোৰ কোৱা নাই।

নাহৰ : কিন্তু এতিয়া বয়সে বহুত শিকালে। সংসাৰৰ কঠোৰ বাস্তৱতাই সকলো ধ্যান, ধাৰণা চুৰমাৰ কৰি দিলে। জীৱনে প্ৰতি পদে পদে শিক্ষাৰ চেকনী লৈ ছাঁটোৰ দৰে ঘূৰি ফুৰিছে।

জলি : মানে চাৰেণ্ডাৰ কৰিলি!

নাহৰ : ভাবি ল'ব পাৰ। আচলতে এড্‌জাষ্ট! এড্‌জাষ্ট কৰি চলিব লাগিব। নহ'লে সংসাৰত চলা বৰ কঠিন।

অৱন্তিকা : তাৰমানে তুমি কি ক'ব বিচাৰিছা? সকলো অৱমাননা নীৰৱে সহি যাম!

নাহৰ : ৰীতি-ৰেৱাজ ৰক্ষা কৰাটো নিজকে হেয় কৰা নহয়।

অৱন্তিকা : ৰীতি-ৰেৱাজ কেৱল নাৰীয়ে কৰিব লাগে! পুৰুষৰ বেলিকা?

নাহৰ : যিটো চলি আহিছে, ৰীতি-নীতি অমান্য কৰা মানেই অপকৰ্ম কৰা, বেয়া কাম কৰা, এক প্ৰকাৰৰ পাপ।

জলি : কেৱল নাৰী বুলিয়ে আৰোপিত এই পক্ষপাতদুষ্ট পুৰুষ নিয়মক, ৰীতি-নীতিক কি বুলি মানি চলিব লাগে?

নাহৰ : তইঁতে সংসাৰৰ প্ৰকৃত বান্ধোনৰ মূল কি বুজিবি? তইঁতে যে প্ৰকৃত সাংসাৰিক মূল্যবোধৰ পৰা বহুত আঁতৰত।

জলি : মূল্যবোধ!

নাহৰ : তইঁতে বেয়া কাম কৰিবলৈ, পাপ কৰিবলৈও কুণ্ঠাবোধ নকৰ।

অৱন্তিকা : নিজৰ ওপৰত থকা সম্পূৰ্ণ বিশ্বাসেৰে ক'ব পাৰোঁ আমি কোনো পাপ কৰা নাই, বেয়া কাম কৰা নাই। বৈষম্যৰ প্ৰতি শোষণৰ প্ৰতি সজাগ হৈছোঁ। আমি জানো — এজনী জলি বা অৱন্তিকাই অকলে এই কাম কৰিব নোৱাৰোঁ। এইটো ঠিক- এটা কুলিৰ মাতত বসন্ত নাহে, কিন্তু বসন্তৰ আগজাননী দিয়ে।

জলি : আৰু এটা কথা মনত ৰাখিবি বাইটি, তই আওৰাই থকা বেয়া কাম, পাপ এইবোৰ আকাশৰ পৰা সৰি পৰা বস্তু নহয়। পাপক ঘৃণাবা, পাপীক নহয়। পাপ আছে বাবেই তাৰ কাৰ্য কাৰণ আছে। বেয়া কথা নুশুনাকৈ, বেয়া কথা নোকোৱাকৈ, বেয়া নোচোৱাকৈ থাকিলেও বেয়াটো শেষ হৈ নাযায়, যেতিয়ালৈকে বেয়া কৰ্ম থাকিব।

অৱন্তিকা : যুগ আৰু সময়ৰ লগে লগে সকলোবোৰ কৰ্মকাণ্ডৰ নৱ-মূল্যায়নৰ দৰকাৰ হৈ পৰিছে। নতুন দৃষ্টি ভংগীৰ প্ৰয়োজন হৈ পৰিছে। সেয়াহে প্ৰকৃত এডজাষ্টমেণ্ট । নহ'লে অনীতিয়েই নীতি হৈছে, ব্যতিক্ৰমেই ক্ৰম হৈছে। প্ৰকৃত পৰম্পৰা ভংগকাৰীৰ সংখ্যা বাঢ়ি গৈছে। সময় থাকোঁতেই আমি সাৱধান হ'বৰ হ'ল।

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## পঞ্চম পৰিবেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**

**মঞ্চত নাহৰ, জলি, আৰু কৰচনী আই থাকে।**

নাহৰ : কি হ'ল বুঢ়ী আইৰ সাধু শেষ নহ'বই নেকি ? উঃ কথাৰ মহলা কি নাচাবা !

জলি : নাই, ক'ত কথাৰ মহলা মাৰিছোঁ ?

নাহৰ : জানো নহয়, মই অহাৰ বাবেই তহঁতৰ আলোচনাৰ যতি পৰিল। মুখ দেখিলেই পেটৰ নাড়ী-ভূঁৰু ক'ত জানিব পাৰি নহয়।

জলি : বাহ্ ,তই তেতিয়াহ'লে চাইক'লজিষ্ট।

নাহৰ : ঠাট্টা নকৰিবি।

জলি : ঠাট্টা নহয়, সচা কথাহে কৈছোঁ।

নাহৰ : শুন, এই বুঢ়ীৰ কথাত বৰকৈ পতিয়ন নাযাবি। বুঢ়ীৰ দিনে দিনে মতি-গতি বেয়া হৈ আহিছে। যিমানে বয়স বাঢ়িছে, সিমানে পৰকিতি লৰিছে।

**প্ৰায় উচাৎ মাৰি যোৱাৰ দৰে নাহৰ সোমায় যায়। নাহৰ সোমাই যোৱালৈকে যেন বুঢ়ীয়ে বাট চাই আছিল। নাহৰ ভিতৰলৈ সোমাই যোৱাৰ পাছত বুঢ়ীয়ে হাঁহে।**

কৰচনী আই : নাহৰ এনেকুৱাই। মই আকৌ এইৰ কথাত নধৰোঁ। বেচেৰীৰ জীৱনে তাইক অতীষ্ঠ কৰি তুলিছে।

জলি : জানো নহয়, বাইটিৰ গোটেই জীৱনটো জালা-যন্ত্ৰণাৰে ভৰা।

কৰচনী আই : **(প্ৰায় দুখত)** তায়ে মোৰ একমাত্ৰ কণাৰ লাখুটি। **(সুৰ সলাই প্ৰায় খেঙ্খেঙাই )** এই বেটিয়ে আহি মোৰ কথাত আউল লগাই দিলে। আঁত হেৰাই গ'ল।

জলি : **(হাঁহি)** এৰা পায় ! কি কৈছিলা সেইবোৰ বাদ দিয়া, তুমি আজো ককাৰ কোৱাচোন। তুমি আজো ককাৰ কথাৰ কৈছিলা।

কৰচনী আই : **(হাঁহি)** অঁ, তেওঁৰ কথা, তেৱোঁ মোৰ এই নাতিনী নাহৰৰ নিচিনা।

জলি : মানে।

কৰচনী আই : বাহিৰৰ পৰা দেখিবলৈ খঙাল। একেবাৰে চকৰি-ফেঁটী। খং উঠিলে তেওঁ অকণমানতে হিতা-হিত জ্ঞান হেৰুৱাইছিল। সকলোৱে তেওঁক সমীহ আৰু ভয় কৰিছিল। কিন্তু তেওঁৰ অন্তৰখন কোমল আৰু দয়ালু আছিল। যিটো অকল মইহে অনুভৱ কৰিব পাৰিছিলোঁ। তেওঁৰ উত্তেজনাৰ কাৰণ লক্ষ্য কৰি

মই প্ৰায় তেওঁক অলপ কোমল হ'বলৈ, মগজটো ঠাণ্ডাকৈ ৰাখিবলৈ কওঁ।

**কৈ কৈ বুঢ়ীয়ে ডাঙৰকৈ হাঁহে।**

জলি : **(অতি সজাগ হয়)** আই-আইতা, তোমাক পাই মোৰ নিজৰ সকলো অস্বস্তিকৰ অৱস্থা আৰু সমস্যা পাহৰিয়েই গ'লোঁ। পাছফালৰ পৰা যেন কোনোবাই মোক বাৰে বাৰে সকীয়াই দিছে মোৰ সেই ল'ৰালিৰ আনন্দদায়ক স্মৃতিখিনি ৰোমন্থন কৰিবলৈ। তোমাৰ মুখৰ প্ৰতিটো শব্দৰ বাবে অপেক্ষা কৰিছোঁ।

কৰচনা আই : তোৰ দৰেই এই এলেকাৰ বহুলোক মোৰ কথা শুনিবলৈ, পৰামৰ্শ ল'বলৈ আহে।

জলি : ইফালে এটা সময়ত তোমাক সকলোৱে লেই-লেই, চেই-চেই কৰিছিল।

কৰচনী আই : ওঁ, কৰিছিল। **(যেন অতীত ৰোমন্থন কৰি গহীন হৈ পৰে।)** মই এগৰাকী গৃহস্থী আছিলোঁ, কিন্তু গৃহস্থালী কাহানিও নহ'লোঁ। **(হাঁহে)** তথাপিতো সকলো মোৰ ওচৰলৈ আহে। মোৰ কথা শুনে। হয়তো বয়সৰ বাবে। গৃহস্থালীৰ অভিজ্ঞতাৰ বাবে নহয়।

জলি : যি নহওঁক, তোমাৰ ওচৰলৈ মানুহ আহিবলৈ বাধ্য।

কৰচনী আই : **(গহীন হয়)** বয়সে, অভিজ্ঞতাই মোক বহুত শিকালে। মই জীৱিত কালত আন বহুততকৈ পৃথিৱীখন মই বেছি দেখিলোঁ। বেছি শিকিলোঁ। বয়সৰ অভিজ্ঞতাৰেহে মই মোৰ কথা আনক ক'ব বিচাৰোঁ। হয়তো হীন-ডেঢ়ি হ'ব পাৰে।

জলি : ময়ো সেই বাবেই তোমাৰ কাষ চাপিছোঁ।

কৰচনী আই : জান, মানুহৰ শৰীৰৰ আৱৰণৰূপে গাত লোৱা ডাঠ কাপোৰেৰে নিজক ধুনীয়া আৰু আকৰ্ষণীয়ভাৱে সজাই লোৱাৰ অন্ত নাই। কিন্তু ই কৃত্ৰিম। **(হাঁহে)** সকলোৰে এই কৃত্ৰিমতা। এই সাজোন কাচোন!

জলি : এৰা! মুখা আৰু কিমান পৰিধান কৰিব। এদিন নহয় এদিন

মুখা খহাবই লাগিব। মানুহ চুৰা হয়, ঘৃণিত হয়, কিন্তু সেই মানুহৰ অভিজ্ঞতা হৈ পৰে প্ৰয়োজনীয়!

কৰচনী আই : মই, মোক নিজকে নিজৰ ভিতৰত বান্ধি ৰাখিব বিচাৰোঁ। যাতে আনৰ বান্ধোনৰ প্ৰয়োজন নহয়। মোৰ দুৰ্বল জড়বুদ্ধিতাৰ প্ৰতিকাৰ বিচাৰোঁ। মোৰ ইচ্ছা শক্তিক প্ৰবল কৰিব বিচাৰোঁ। যাতে দুৰ্বলতাই পুনৰ প্ৰৱেশ কৰিব নোৱাৰে। তথাপি কেতিয়াবা-

**কথাখিনি সম্পূৰ্ণ নকৰাকৈ বুঢ়ীয়ে মুখখন বন্ধ কৰি জলিলৈ চালে।**

জলি : মানুহ মাত্ৰেই ইফাল-সিফাল থাকে। ভুলে-শুদ্ধই মানুহ। সবলতাৰ বিপৰীতে দুৰ্বলতায়ো মানুহৰ অন্তৰত থিতাপি লয়।

কৰচনী আই : কিন্তু নিজৰ চেহেৰা নিজে নেদেখাৰ দৰে নিজৰ ভুল বহু সময়ত মানুহে নেদেখে। সেইবাবেই, সেইবাবেই মানে — তথাপি - - -

**বুঢ়ীয়ে হাঁহি দিয়ে।**

জলি : আই-আইতা, তুমি প্ৰকাশৰ কিছুমান শব্দ হেৰুৱাই পেলাইছা।

কৰচনী আই : সেয়া বয়স! বয়সৰ সীমাবদ্ধতা! বয়সৰ লগে লগে বহু খেলি মেলি হৈ যায়। **(সুৰ সলাই হাঁহি)** মই যেতিয়া তোৰ বয়সৰ আছিলোঁ - - -

**বুঢ়ীয়ে জলিলৈ একান্তভাৱে চায়।**

জলি : এতিয়াও তোমাৰ সেই দিনৰ স্মৃতি সজীৱ হৈ আছেনে?

কৰচনী আই : ঠিক সজীৱ নহয়। ছঁয়া-ময়া! লাহে, লাহে সকলো শেষহৈ গ'ল। সকলো গুছি গ'ল। মোৰ স্মৃতি। মোৰ সংগী। সকলো। মই মাথোঁ এই কাপোৰৰ আঁৰত ৰ'লোঁ। মই এতিয়া অপেক্ষা কৰিছোঁ, মোলৈ আহিব লগা নিমন্ত্ৰণৰ বাবে।

**বুঢ়ীয়ে নিজক নিজে অধ্যয়ন কৰাৰ বাবে উচপ খাই উঠিল। এটা ম্লান হাঁহি মাৰি বেৰৰ কাষলৈ গৈ আউজি জিৰণি লয়।**

জলি : জন্ম যিদৰে সত্য, মৃত্যুও সত্য। আমাৰ শৰীৰটোও সত্য। আৱৰণবোৰ চব মিছা। তোমাৰ দৰে অভিজ্ঞতাৰ পঢ়াশালিত আহৰণ কৰা শিক্ষা কিমানৰ আছে!

কৰচনী আই : **(হঠাৎ কোবাৰ দৰে)** এতিয়া পিছে কি কৰোঁ বুলি ভাবিছ?

জলি : **(উচপখাই)** কি!

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## ষষ্ঠ পৰিৱেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**

**মঞ্চত নাহৰ খণ্ডত ইফাল সিফাল কৰি থাকে।**

নাহৰ ঃ কথা পাতিবলৈ পালে বুঢ়ীয়ে সকলো পাহৰি যায়। ভাত-পানী যে খাব লাগে তাৰ খবৰ নাই! কথা পাতিবলৈ লগ পালেই হ'ল! ৰামায়ণ, মহাভাৰত মেলি ধৰিব। ইচ্ নিজৰ কীৰ্তি-কলাপৰ বকলা! (**বাহিৰলৈ চায়।**) ঐ, ঐ মিন্টু, এতিয়াই সেইবোৰ কিয় উলিয়াই লৈছ? পাছে-পৰেও সেইবোৰ ধুবি। (**নিজে নিজে**) ভাত পানী গাল এতিয়া চেঁচা হ'ব। বুঢ়ীক কথাই পেট ভৰাব নহয়! সেইজনীও কম নহয়। সমানে কথকী। গুৱাহাটীৰ পৰা আহিছে কথাৰ মহলা মাৰিবলৈ। (**আকৌ বাহিৰলৈ চাই চিঞৰি**) এই মিন্টু, ঐ মৰা, এই দিন দুপৰতে আকাশলৈ চাই কি তৰা গণিছ? যা, ৰান্ধনি শাললৈ যা, দালিখিনি গেছত তুলি দেগৈ, গৰম হৈ থাকক। ঐ,ঐ চাওঁ চাওঁ এইফালে আহ। আগতে আন কাম এটা কৰি লহি। (**নিজে নিজে**) ঝুমকা নে ঝুমকিজনীও আহি পোৱা নাই নহয়! সিহঁতৰ ভোক বোলা বস্তু এটা আছে নাই জানো!

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## সপ্তম পৰিৱেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**

**মঞ্চত কৰচনী আই আৰু জলি থাকে।**

কৰচনী আই ঃ এজনৰ দ্বাৰা সৌহাৰ্দ্য গঢ়িব নোৱাৰি।

জলি ঃ নিজৰ মুখামুখি নিজে হ'ব পাৰিব লাগিব।

**কিছু সময় নীৰব।**

কৰচনী আই : আনজন? তেওঁ কোন?

জলি : কোন?

কৰচনী আই : তই এজনক চাইছ। তই তেওঁক পছন্দ কৰ। তই তেওঁৰ স'তে বাস কৰাৰ সিদ্ধান্ত কৰিছ। এইটোৱেই নহয়নে - কি কৱ?

জলি : তোমাক এইবোৰ কোনে ক'লে?

কৰচনী আই : এইবোৰ কোনোবাই কোৱা কথা নহয়। **(জলিয়ে তলমূৰ কৰি ব্যতিব্যস্ত হৈ ইফাল-সিফাল কৰে।)** জলি, মোৰ নাতিনী ছোৱালী, তেওঁ কোন?

জলি : **(যেন হঠাৎ মুখৰ পৰা ওলাই যায়।)** কোন বুলি কওঁ! মই

**মুখৰ পৰা ওলোৱা কথাত নিজে ভয় খাই, বুঢ়ীলৈ চায়।**

কৰচনী আই : তোৰ লগত চাকৰি কৰে নেকি?

জলি : নহয়।

কৰচনী আই : তেতিয়াহ'লে?

জলি : পৰিৱেশ ব্যাখ্যা কৰাত অসুবিধাত পৰিছোঁ।

কৰচনী আই : তথাপিতো।

জলি : **(স্মৃতি ৰোমন্থন কৰি)** আমাৰ বেংকৰ আগৰজন মেনেজাৰ বদলি হওঁতে farewell-ত আয়োজন কৰা dinner পাৰ্টীত তেওঁক লগ পাইছিলোঁ। তেওঁ নিজকে এজন ভাল গজল গায়ক বুলি দাবী কৰে। সেইদিনাও গজল গাইছিল। তেওঁ সেই আয়োজনৰ মুখ্য অতিথি আছিল।

কৰচনী আই : **(হুমুনিয়াহ কঢ়াৰ দৰে)** হুঁঃ!

**বুঢ়ীৰ জলিৰ ওচৰলৈ চাপি আহি থৰ লাগি মুখলৈ চায়। যেন জলিক অধ্যয়ন কৰিব বিচাৰিছে। জলিয়ে প্ৰতিটো মুহূৰ্ত ৰোমন্থন কৰিবলৈ চেষ্টা কৰে।**

জলি : আয়োজক আৰু নিমন্ত্ৰিত গ্ৰাহকসকলে অলপ অলপ alcohol পান কৰি কথা পতাত ব্যস্ত আছিল। হাতত এগিলাছ orange juice লৈ তেওঁ আন এটা কমৰ এচুকত থিয়

আগবাঢ়িল।

কৰচনী আই : সাধাৰণতে তেনেকুৱা হয়, তোৰ বুকুখন কঁপি উঠিছিল, তোৰ বুকুৰ ঢপঢপনি যেন তই নিজেই শুনিছিলি - - -

**বুঢ়ীৰ কথাখিনি যেন জলিয়ে নিজেই কৈ আছিল, এনে ভাৱত আনমনা হৈ জলিয়ে কয়।**

জলি : হে ভগৱান!

কৰচনী আই : **(অকমানো নোৰোৱাকৈ)** সেই বিশেষ ভংগীৰ খোজবিলাক দেখোন পোনে পোনে তোৰ অন্তৰৰ ভিতৰলৈ সোমাইছে।

জলি : **(আচৰিত হয়)** আই, আই-আইতা!

কৰচনী আই : তোৰ উৎকণ্ঠাত আনন্দ নাছিলনে?

জলি : জানো! - কিন্তু আনন্দিত হৈছিলোঁ, যেতিয়া তেওঁ মোৰ স'তে কথা পাতিছিল। গুৱাহাটীতে থাকে প্ৰতিমাহৰ দহদিনমান। বাকী গীতৰ অনুষ্ঠানৰ বাবে অসমৰ বাহিৰত। আমাৰ সেই অনুষ্ঠানলৈ মুখ্য অতিথিৰূপে আহিছিল। - - - তেওঁ অতি সৰু মাতেৰে মোক কৈছিল, মই ফোনেৰে তোমাৰ লগত কথা হ'ব পাৰোনে?

কৰচনী আই : **(মাতত তীক্ষ্ণতা)** কি কাৰণত ফোন কৰিব বিচাৰিছিল?

জলি : ক'ব নোৱাৰোঁ। সোধাও নাছিলোঁ।

কৰচনী আই : তেওঁ বিবাহিতনে?

জলি : ক'ব নোৱাৰোঁ।

কৰচনী আই : এতিয়া ক'ত?

জলি : **(চেপা মাতেৰে)** আছে ক'ৰবাত! মোৰ লগত ফোন নম্বৰ আছে। সেইটোৱেই একমাত্ৰ ঠিকনা।

কৰচনী আই : নাতিনী জোঁৱাই ৰাজ ক'ত?

জলি : গুৱাহাটীত।

কৰচনী আই : **(ভাবি-চিন্তি)** তেতিয়াহ'লে তহঁত দুজনৰ পৃথক হোৱাটো নিশ্চত।

জলি : ক'ব নোৱাৰোঁ।

কৰচনী আই : ৰাজে সোনকালেই আন এগৰাকী গোটাই ল'ব।

জলি ঃ হয়তো হ'ব পাৰে।

কৰচনী আই ঃ বেছি চিন্তা কৰি লাভ নাই। পৃথক হোৱাটোৱেই ভাল।

জলি ঃ আই-আইতা, পৃথক হোৱাটো ইমান সহজ নহয়।

কৰচনী আই ঃ কিয় ? পাৰস্পৰিক বিশ্বাসৰ অভাৱ হ'লে, ভালপোৱাৰ অভাৱ হ'লে একেলগে থকাৰ অৰ্থ?

জলি ঃ এইটো ঠিক সেইটো নহয়।

কৰচনী আই ঃ মানে ?

জলি ঃ দৰাচলতে তুমি ভবাৰ দৰে ---

**ভিতৰৰ পৰা নাহৰ অহাৰ গমপাই জলিয়ে আধাতে কথা বন্ধ কৰে। বুঢ়ী আৰু জলিয়ে ভিতৰলৈ চায়। বুঢ়ীয়ে শব্দহীনভাৱে ভোৰভোৰায়। নাহৰ আহিয়ে নিজকে কোৱাৰ দৰে ক'বলৈ আৰম্ভ ক'ৰে।**

নাহৰ ঃ যোৱা তিনিবছৰ কৰচনী আয়ে চকামকাকৈ ছাঁটোৰ দৰে ইটো-সিটো দেখিছিল।

জলি ঃ **(বুঢ়ীক)** তোমাৰ চকু অপাৰেশ্বন কৰি ভাল কৰিব পৰা যাব।

নাহৰ ঃ ইহ্। বুঢ়ীয়ে চকু অপাৰেশ্বন কৰাব! কত ক'লোঁ, নাই। খালি বয়স হ'ল। বুঢ়া বয়সত আৰু কি চকুৰে দেখিব লাগে, মনেৰেই সকলো দেখোঁ। বুঢ়ী কম!

জলি ঃ বয়স যদিও যথেষ্ট হ'ল, তথাপিতো, সেই বুলিয়েই অৱহেলা নকৰিবা।

কৰচনী আই ঃ এতিয়াই যি দেখিলোঁ, সেয়া জানো বহুত নহয়, মোৰ ছোৱালীহঁত ?

জলি ঃ নহয়, তুমি তেনেকৈ নক'বা আকৌ। যদি ইচ্ছা কৰা, মই তোমাক গুৱাহাটীলৈ লৈ যাব পাৰোঁ। মোৰ লগত ভাল ডাক্তৰ আছে। থকা-মেলাতো অসুবিধা নহ'ব, আমাৰ ঘৰটো যথেষ্ট ডাঙৰ। আমি এহালহে মাত্ৰ। তুমি গ'লে ৰাজে বৰ ভাল পাব।

কৰচনী আই ঃ **(কৃত্ৰিমভাৱে সশব্দে হাঁহিব)** নালাগে, নালাগে, হ'ব আৰু।

যথেষ্ট হৈছে।

নাহৰ : হৈছে, নিজৰ জেদ নেৰিবা। **(জলিক)** তই কেতিয়াকে যাবি?

জলি : এতিয়াও ঠিক কৰা নাই।

কৰচনী আই : আকৌ কেতিয়াবা আহিলে দুদিন মান থকাকৈ আহিবি।

নাহৰ : হৈছে আৰু, এই আহিব তুমি আশা পালি থাকা।

জলি : তেনেকৈ কৈছ? আহিম বুলি কৈছোঁ, আহিমেই।

নাহৰ : **(উপলুঙাৰ হাঁহি)** আহিবি! কিমান যুগৰ পাছত বা?

জলি : **(দৃঢ়তাৰে)** সোনকালে আহিম। অতি সোনকালে আহিম আৰু আহি ইয়াত দুদিনমান থাকি যাম।

নাহৰ : হ'ব। দেখিলেহে লেখিম।

**নাহৰ ভিতৰলৈ যায়। জলিয়ে হাতৰ বেগৰ পৰা telephone index উলিয়াই পাতবোৰ চায়।**

কৰচনী আই : সেইখন বহীৰ পাত লুটিয়াইছ!

জলি : ওঁ। Telephone index, ফোন নম্বৰ দুটা লিখা আছিল। তাকে চাইছোঁ।

কৰচনী আই : **(নিজক কোৱাৰ দৰে)** দুজনৰ দুটা!

জলি : ওঁ।

কৰচনী আই : এতিয়া ক'লৈ ফোন কৰিবি?

জলি : ভাবিছোঁ।

কৰচনী আই : সিদ্ধান্ত ল'ব পাৰিলেই সমস্যা সমাধান হয়।

জলি : সমস্যা!

কৰচনী আই : তোৰ কথা কৈছোঁ।

জলি : তুমি কি দৰে জানিলা?

কৰচনী আই : কথা বতৰাই মানুহৰ মনৰ ভিতৰখনত ভুমুকি মাৰিবলৈ সুবিধা কৰি দিয়ে।

জলি : তোমাৰ কথাই মোক বহু দৃঢ় কৰি তুলিলে।

কৰচনী আই : মই সঠিক অনুমান কৰিব পাৰিছোঁ, তই এতিয়া কি কৰিবি!

তথাপিতো তোৰ মুখৰ পৰাই শুনিব বিছাৰিছোঁ। তই এতিয়া কি কৰোঁ বুলি ভাৱিছ?

**হঠাৎ ঝুমকা বাহিৰ ফালৰ পৰা সোমাই আহিল। বুঢ়ীৰ চকু ঝুমকা অহাৰ ফালে গ'ল। জলিয়ে কথা ক'বলৈ লৈ নোকোৱাকৈ থাকিল। ঝুমকাই নিঃশব্দে বুঢ়ী আৰু জলিৰ ফালে আগবাঢ়ি আহিল। তাইৰ মুখত হাঁহি। লাহেকৈ ভিতৰলৈ চালে আৰু ভিতৰলৈ বুলি যাবলৈ দুখোজমান দিওঁতেই বুঢ়ীয়ে মাত লগায়।**

কৰচনী আই : **(ঝুমকালৈ নোচোৱাকৈ)** ঝুমকা ক'ত গৈছিলি?

ঝুমকা : **(কিছু চিন্তা কৰি চঞ্চলভাৱে)** লগৰ ছোৱালী এজনীৰ ওচৰলৈ কিতাপ এখন আনিবলৈ গৈছিলোঁ।

কৰচনী আই : লগৰ ছোৱলীৰ ওচৰলৈ যাবলৈ মুগাৰ মেখেলা-চাদৰেৰে সাজি-কাঁচি ধুন মাৰি যাব লাগে নেকি?

**ঝুমকা থৰ হৈ বৈ গ'ল, মুখমণ্ডল শেঁতা পৰিল। নিজকে সহজ কৰি তুলিবলৈ চেষ্টা কৰিলে।**

জলি : **(ঝুমকাক)** ইমান দেৰি কৰিলি? আয়ে চাগৈ আমালৈ বাট চাই আছে।

ঝুমকা : এ - নকবা আৰু - - -

কৰচনী আই : জলি, ঝুমকাৰ হাতত কিতাপ এখনমান আছেনে?

জলি : **(অপ্রস্তুত হৈ)** হাঁ? হেৰি! নাই।

কৰচনী আই : মেখেলাৰ খচ্-খচনি শুনিয়েই পৰিৱেশটো অনুমান কৰিব পাৰিছোঁ।

জলি : তাই সৰু ছোৱালী হৈয়ে আছে।

কৰচনী আই : হোঁ! ছোৱালী নিজৰ বয়সতকৈ সোনকালে ডাঙৰ হয়।

জলি : অ'!

**খৰধৰকৈ ভেণ্টিবেগ খোলে।**

কৰচনী আই : **(কৰুণ মাত)** কি হ'ল? কিবা টকা-পইচা দিব বিচাৰিছ? নালাগে

নালাগে। মোক টকা-পইচা কে'লৈ। কি কৰিম! মোৰ টকা-পইচা সকলো নাহৰ, মোৰ নাতিনী।

জলি : **(বেগ খোলাৰ ভাগে বৈ গ'ল। আকৌ লাহে লাহে ভেণ্টি বেগটো বন্ধ কৰিলে।)** মই আকৌ আহিম। যেতিয়া মই আহিম।

কৰচনী আই : যদি জীয়াই থাকোঁ, নিশ্চয় আহিবি, মোক চাই যাবিহি। বচ্ সিমানেই ক'লোঁ ---

**বুঢ়ীৰ অনুজ্জ্বল চকুৰে চকুপানী ওলাই আহিল। বুঢ়ীলৈ চাই জলিৰ চকুত চকুপানী বাধাহীনভাৱে বাগৰিবলৈ ধৰিলে দুয়োকে দেখি ঝুমকাই তলমূৰ কৰিলে। জলিয়ে আগবাঢ়ি বুঢ়ীৰ ভৰি চুই সেৱা কৰিলে। বুঢ়ীয়ে সন্মুখৰ শূন্যত দৃষ্টি ৰাখি জলিৰ মূৰত হাত থৈ আশীৰ্বাদ কৰাৰ দৰে ক'লে।**

কৰচনী আই : ভালকৈ ঘূৰি যা। এয়াই নিৰ্ণয় লোৱাৰ শেষ সময়। আহিবি। মোৰ সময় ভাল নহয়।

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## অষ্টম পৰিৱেশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**

**পদুলিৰ মুখত ঝুমকা আৰু জলিক দেখা যাব।**

ঝুমকা : থমকি ৰ'লা যে পেহী!

জলি : ভাবিছোঁ।

ঝুমকা : কি?

জলি : **(ভেনিটি বেগৰ পৰা *telephone index* খন উলিয়ায়।)** আমি বজাৰৰ মাজেদি যাম নহয়!

ঝুমকা : অঁ।

জলি ঃ এছ, টি, ডি, বুথৰ চাইন ব'ৰ্ড দেখিলে মোক ক'বিচোন।

ঝুমকা ঃ ফোন কৰিবা ?

জলি ঃ ভাবিছোঁ। - মোৰ হাতত মাত্ৰ দুটা ফোন নম্বৰ আছে।

ঝুমকা ঃ ক'লৈ কৰিবা ?

জলি ঃ ভাবিছোঁ।

ঝুমকা ঃ **(বিৰক্তিৰে)** কিনো ভাবিছা।

জলি ঃ এয়াই নিৰ্ণয় লোৱাৰ শেষ সময়।

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## সমাপ্তি অংশ

**ক্ৰমান্বয়ে মঞ্চ পোহৰ হ'ব।**

**মঞ্চত জলিয়ে পৰিচয় অংশৰ দৰেই দৰ্শকৰ সতে সম্বন্ধ স্থাপন কৰিবলৈ চেষ্টা কৰিব।**

জলি এয়া মই ফোন কৰি ঘূৰি আহিছোঁ। এটা নিৰ্ণয় বহনকাৰী ফোন। সমস্যা সমাধান কৰাৰ নিৰ্ণয়। নিজৰ সমস্যাৰ মুখামুখি নিজেই হ'ব লাগিব। সম্পদেই হওক বা বিপদেই হওক মোৰ সমস্যা, মোৰ। শুদ্ধই হওক বা ভুলেই হওক সকলো নিজেই নিৰ্ণয় কৰিব লাগিব। মনৰ দুৱাৰ খুলি ভিতৰৰ অন্ধকাৰ দেখি থমকি ৰ'লে নহ'ব। ভিতৰলৈ সোমোৱাৰ সাহস কৰিব লাগিব। মই এতিয়া খৰ-ধৰকৈ খোজ দিলে নিশ্চয় বনৰীয়া চৰাই-চিৰিকতি আৰু কুকুৰা পোৱালীবোৰে নিজৰ বাহত সোমোৱাৰ দৃশ্য দেখাৰ পৰা বঞ্চিত নহওঁ।

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

**যৱনিকা**



# একাংগীগ্রস্ত ক্লান্তি

## প্ৰথম অভিনয়

২৫, ২৬, ২৭ আৰু ২৮ চেপ্তেম্বৰ, ২০০৩

স্থান : 'নট-সৈনিক'ৰ মুকলি মঞ্চ

অভিনয়ত : লীলাৱতী দত্ত মজুমদাৰ, দুৰ্গেশ্বৰ হাজৰিকা, যুগান্ত গগৈ, মাধুৰ্য দাস, সঞ্জীৱ দাস আৰু আলি হাইদৰ।

প্ৰযোজনা : নট-সৈনিক

সংগীত : মৃদুল বৰুৱা

ৰচনা, পৰিচালনা আৰু পৰিকল্পনা

: আলি হাইদৰ

## নেপথ্য আলাপ ১০

কোনো সামাজিক পৰিবৰ্তনেই একে দিনাই নহয়। আমি সহৱস্থান কৰা আজিৰ সামাজিক ব্যৱস্থাৰ যি স্থিতি - সি হয়তো আমাৰ অজানিতে পল পলকৈ গঢ় লৈ উঠিছে। ইয়াৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াত ভাল-বেয়া, সম্পদ-বিপদৰ দুটা দিশ প্ৰতিফলিত কৰে। কেতিয়াবা ইয়াৰ কোনো এটা দিশ বেছিকৈ প্ৰতিফলিত হয়। কেতিয়াবা আকৌ দুয়োটা সমান্তৰালভাৱে গতি কৰে। কেতিয়াবা সম্পদৰ গা গছজোপাত বিপদৰ ৰঘুমলাই আৱৰি গছজোপাকে নিঃশেষ কৰি দিয়াৰ উপক্ৰম কৰিছে। এনে ঘটনা পৰিক্ৰমাৰ ফলস্বৰূপে সামাজিক বৈষম্যই ভীষণ ৰূপত গা কৰি উঠিছে। — লুণ্ঠন, হত্যা, বলাৎকাৰ আদি দুষ্কৰ্মবোৰ আমাৰ চকুৰ আগতেই ক্ৰমে বাঢ়ি যাব লাগিছে। কিন্তু আমি ? আমি নীৰৱে কেৱল চাই গৈছোঁ। শুনি গৈছোঁ। আমাক যেন কোনোবাই ডিঙি চেপি ধৰি আছে। আমাৰ কোনো মাত নাই। প্ৰতিবাদ নাই। — এনে কিছুমান চিন্তা-ভাবনাৰে ৰচনা কৰা হ'ল- 'একাংগীগ্ৰস্ত ক্লান্তি' নাটক। ইয়াৰ ঘটনা-ক্ৰম বিলাকক একেডাল সূতাৰে বান্ধি ৰাখিব বিচৰা নাই। বিশেষ খণ্ড খণ্ড মুহূৰ্তবোৰক স্থিৰ চিত্ৰৰূপে পৰিৱেশন কৰিব বিচাৰিছোঁ। বহু বিষয় স্থিৰ চিত্ৰৰ ফ্ৰেমৰ বাহিৰত থাকি গৈছে। সেয়েহে যুক্তিক প্ৰাধান্য নিদি মূল কথাবস্তুক অৱলোকন কৰিব বিচৰা হৈছে।

চৰিত্ৰলিপি ঃ-

| | | |
|---|---|---|
| স্ত্ৰী | ঃ | এগৰাকী আদৰ্শৱতী গৃহিনী । আদহীয়া বয়সৰ। |
| দোকানী | ঃ | চফল ডেকা । উচ্চ শিক্ষিত । |
| স্বামী | ঃ | সাধাৰণ ব্যক্তি । উচ্চ পদস্থ । বাৰ্দ্ধক্য বয়সৰ । |
| যুৱক | ঃ | বিপথগামী যুৱক । |
| পুলিচ অফিচাৰ | ঃ | ডেমাকি মেজাজৰ । আদহীয়া । |

প্ৰথম পৰিৱেশ

মঞ্চৰ আঁৰকাপোৰ উন্মুক্ত হৈ থাকিব। দৰ্শক আহি উন্মুক্ত মঞ্চ প্ৰত্যক্ষ কৰিব। মঞ্চ-শিল্পীসকলে তেতিয়াও নিজৰ কাম কৰি আছে। প্ৰয়োজনীয় দুই-এপদ মঞ্চৰ আহিলা-পাতি ঠিকঠাক কৰি আছে। মঞ্চ সজ্জা এটা মধ্যবিত্তৰ ড্ৰইংৰূম। কিন্তু মঞ্চ সজ্জাৰ ক্ষেত্ৰত সামান্য আৰ্হিমূলক আৰু ব্যঞ্জনাময় হোৱাটো আৱশ্যক। মাত্ৰ দুখন খিৰিকী আৰু এখন দুৱাৰ থাকিব। এখন খিৰিকী মঞ্চৰ একেবাৰে পাছফালে মধ্য ভাগত থাকিব। এখন বাঁওফালে (মঞ্চৰ পৰা দৰ্শকলৈ মুখ কৰি।) সন্মুখ ভাগত থাকিব। এই খিৰিকীৰ সংলগ্ন এখন দুৱাৰ। সোঁফালে সন্মুখ ভাগত ফোন এটা ৰখাৰ ব্যৱস্থা কৰিব। বাকী বহা মূঢ়া, ফুলৰ টাব আদি সামান্য দুই এপদ মঞ্চ আহিলা থাকিব। এইবিলাকো আৱশ্যক অনুসৰি প্ৰতীকধৰ্মী হ'লে ভাল হয়। বিশেষভাৱে লক্ষ্য কৰিবলগীয়া – অপ্ৰয়োজনীয় মঞ্চ-আহিলা ব্যৱহাৰ নকৰে যেন। অৱশ্যে এই সকলো নিৰ্ভৰ কৰিব পৰিচালকৰ ওপৰত।

নাটক মঞ্চস্থ হোৱাৰ নিৰ্ধাৰিত সময়ৰ লগে লগে 'স্বামী' নামৰ চৰিত্ৰটি দৰ্শকৰ মাজত বহি থকাৰ পৰা উঠি আহি মঞ্চৰ সন্মুখত বৈ দৰ্শকৰ উদ্দেশ্যেৰে সংলাপ আৰম্ভ কৰিব। মঞ্চ-শিল্পীসকল লাহে লাহে ভিতৰলৈ যাব।

স্বামী ঃ আপোনালোকৰ মাজৰ পৰা মই মঞ্চৰ সন্মুখলৈ আহিছোঁ। এই নাটকৰ চৰিত্ৰ হিচাপে - আপোনালোকৰ লগত ভাবৰ বিনিময় কৰিব বিচাৰিছোঁ। আজি নাটকৰ কথাবস্তু মোৰ নিজৰ কথাৰে ক'ব বিচাৰিছোঁ। একান্তভাৱে নিজৰ কথা। আপোনালোকে দৰ্শন কৰা এই মঞ্চসজ্জাৰ পটভূমিতেই অভিনয়ৰ দ্বাৰা নিজৰ কথা ব্যক্ত কৰিম।

কথাবোৰ এনেকুৱা — মই বিচাৰিছিলোঁ ক'তো আউল নলগা এটা জীৱন। এই কামনাৰেই জীৱনটো অতিবাহিত কৰি আহিছোঁ। কাকো আঘাত নিদিয়াকৈ, অশান্তি নকৰাকৈ, দুখ নিদিয়াকৈ চলিব পৰা আৰু আনৰ পৰাও তেনে দুখ, অশান্তি আদি নোপোৱাকৈ চলাটোৱেই মোৰ মানত — এয়া প্ৰকৃত জীৱন। কিন্তু ক'তা! মই ভবা মতে, বিচৰাৰ ধৰণে একো কৰিব পৰা নাই। চাবলৈ নিবিচৰাবোৰ চাবলগীয়া হৈছে। নকৰিব লগীয়াবোৰ কৰিব লগা হৈছে।

মোৰ পিছৰ প্ৰজন্মই মোৰ পথ অনুসৰণ নকৰিলে।

কি যে এক বৈপৰীত্য! আচলতে মই বাৰু সমাজত ঘটা এই বৈপৰীত্য (কৰ্ম-কাণ্ড) চাই থকা এজন দৰ্শক নেকি? কেৱল এজন দৰ্শক!

হয়তো এনেকুৱা হ'ব পাৰে — আজিৰ নাটকত ক'বলগীয়া মোৰ কথাবিলাক আপোনালোকৰো হ'ব পাৰে!

আপুনি প্ৰত্যক্ষ কৰিবলগীয়া মোৰ জীৱনৰ কিছুমান খণ্ড চিত্ৰক কেৱল প্ৰয়োজনীয় অংশটোহে দেখুৱাবলৈ চেষ্টা কৰা হৈছে। এক প্ৰতীকি ৰূপত। এক অৱলোকন। যুক্তিৰে এই অৱলোকন প্ৰত্যক্ষ কৰিলে হতাশ হোৱাটোৱেই স্বাভাৱিক।

সি যি কি নহওক — এয়া নাটক। আমি নাটক কৰিবলৈ আগবাঢ়িছোঁ। আমি আপোনালোকক নাটক চাবলৈ মাতি আনিছোঁ। নাটক আকৌ এজনে কৰিব নোৱাৰে। মই অকলে

নাটক কৰিব নোবাৰোঁ। মোক বহুতৰ সহায় লাগিব। পোহৰ, দৃশ্য-সজ্জা, (**পোহৰ আৰু দৃশ্য সজ্জাৰ শিল্পীৰ নাম ক'ব।**), অভিনয়ত, (**অভিনয় শিল্পীৰ নাম ক'ব।**), সংগীতত (**সংগীত পৰিচালকৰ নাম ক'ব**) আৰু বহুত। ইয়াৰ উপৰি আৰু - - -

**(আধা কোৱাতে নেপথ্যত টেলিফোনৰ ৰিঙৰ শব্দ হয়।)**

সেয়া ফোনৰ ৰিং। মানে মূল নাটক আৰম্ভ হ'ল। এতিয়া নাটকৰ অভিনেত্ৰী (**'স্ত্ৰী' চৰিত্ৰৰ অভিনয় কৰা অভিনেত্ৰীৰ নাম উল্লেখ কৰিব।**) মঞ্চলৈ ওলাই আহিব। ময়ো যাওঁ - নাটকৰ ভিতৰলৈ।

**স্বামী বাহিৰেদি মঞ্চলৈ যায়। লগে লগে 'স্ত্ৰী' মঞ্চত প্ৰৱেশ কৰিব। স্ত্ৰী খৰধৰকৈ ফোনটোৰ উদ্দেশ্যে সোমাই আহিব। হাতত এখন সৰু লুকিং গ্লাছ আৰু ফণি। ঠিক ফোনটোৰ ওচৰ পাওঁতেই হাতৰ পৰা লুকিং গ্লাছখন পৰি যায়। স্ত্ৰীৰ মুখৰ পৰা এটা শব্দ ওলায় ।**

**লগে লগে মঞ্চ আন্ধাৰ হ'ব।**

**এইখিনিতে কুশীলৱৰ সম্পূৰ্ণ নামপৰিচয় আদি সম্পৰ্কে ঘোষণা কৰিব পাৰে। ঘোষণাৰ পাছত — ক্ৰমান্বয়ে মঞ্চত পোহৰ পৰিব। মঞ্চ সম্পূৰ্ণ পোহৰ হোৱাত দেখা যায় — লুকিং গ্লাছখন ভাঙি টুকুৰা টুকুৰ হৈছে। ফোনৰ ৰিং হৈ থাকে। স্ত্ৰীয়ে লুকিং গ্লাছৰ টুকুৰাবোৰ বুটলিবলৈ লয়- ৰিং হৈ থকা ফোনটোৰ ফালে চায়। লুকিং গ্লাছৰ টুকুৰা বুটলিবনে, ফোনৰ ৰিছিভাৰ দাঙিব? এক দোধোৰ - মোধোৰ অৱস্থা। মুখত বিৰক্তি আৰু কৌতুহলী ভাব। শেষত ফোনৰ ৰিছিভাৰ তুলি লয়।**

স্ত্ৰী ঃ **(সহজভাৱে)** হেল্ল’ - - - **(মাত ডাঙৰ কৰি)** অঁ, - - - দীপ-দীপাৰ মাক। অঁ, - - - অঁ, - - - **(আগ্ৰহেৰে)** কোৱা - তোমালোকৰ ভালনে? দীপক লগ পাইছেনে? - - - দীপাকো পাইছাচাগৈ? - - - **(হাঁহি)** কোৱা, কোৱা- একো নাই । **(সুৰ পৰিবৰ্তন)** থেৰোগেঁৰোখন কিয় কৰিছা - - - অঁ,- - - **(আচৰিত হৈ)** কি হ'ল! দীপ-দীপাৰ কি হ'ল! **(উত্তেজিত)** কি! ডিটেইলছ কোৱা - - - তুমি এনেখন কিয় কৰিছা? - - - কিয়, কিয়, নহ'ম। মই মাক হওঁ। তুমি কি কথা কোৱাহে ! - - - ক'ত? - কেতিয়া? - - -অঁ, - অঁ, - - - তাৰ পাছত - - - আঃ তুমি সোনকালে কোৱা - - - চিন্তা কৰিবলৈ একো নাই! কিয় চিন্তা নকৰিম হে? মই মাকজনী হৈ - - -।বুজিছোঁ তোমালোক সিহঁতৰ অন্তৰংগ বন্ধু - - - হ'লেও দিয়াচোন - - - নহয়, নহয় এতিয়া কোৱা - - - পাছত নহয় - - - তুমি বুজি পোৱা নাই কিয় - - - মই অশান্তিত থাকিব লাগিব। - - - নহয়- নহয়- পাছত নহয় - - শুনা - - হেল্ল’ - - - হেল্ল’ - - -

**ফোন থয়।**

**কিছু সময় থৰ লাগি কিবা এটা ভাবে। লাহে লাহে ওচৰত থকা চকী এখনত বহি দিয়ে। তেওঁ যেন সন্মুখৰ সকলো আন্ধাৰ দেখিছে। বহাৰ পৰাই এবাৰ ফোনটোলৈ চাব - এবাৰ মজিয়াত পৰি থকা ভঙা লুকিং গ্লাছখিনিলৈ চাব। আহো নাহোঁকৈ ফোনৰ ওচৰলৈ আহি, ফোনৰ ৰিছিভাৰ দাঙিবলৈ ধৰি হাতখন কোঁচাই আনে। লুকিং গ্লাছৰ ভঙাখিনিলৈ চায়। চুলিত ফণিখন গুজি লাহে লাহে — গ্লাছৰ টুকুৰাবোৰৰ ওচৰত বহি সেইবিলাক লিৰিকি-বিদাৰি তুলিবলৈ ধৰে।**

**স্ত্ৰীৰ মনত নানান চিন্তাই ক্ৰিয়া কৰিছে - মৰুভূমিত মৰীচিকাৰ পিছে পিছে খেদাৰ দৰে**

**- তেওঁ বিভিন্ন ভাবনাৰ পিছে পিছে যেন দৌৰিছে।**

**এটা সময়ত লুকিং গ্লাছৰ টুকুৰাবোৰ তুলি ঘৰৰ এচুকত গোটাই থয়।**

**এনেতে আকৌ ফোনত ৰিং হয়। তেওঁ খৰধৰকৈ ফোনটোৰ ওচৰলৈ আহে। ফোনৰ ৰিছিভাৰটো ল'বলৈ ধৰি কিছু ভয় কৰি থমকি ৰয়। লওঁ- নলওঁ কৰে। একোবাৰত থাপ মাৰি লোৱাৰ দৰে ফোনৰ ৰিছিভাৰ লয়। মুখত ভয়ৰ ভাব।**

স্ত্ৰী ঃ হেল্ল'। - - - **(মুখত ভাবৰ পৰিবৰ্তন)** অ' তুমি - - - **(প্ৰায় ব্যতিব্যস্ত হয়।)** শুনিছা - - - ৰ'বাচোন, তুমি মোৰ কথাটো শুনি লোৱা - - - ডাঙৰ ঘটনা - - - আঃ - - - তুমি মানে! **(আচৰিত হয়)** কি! তোমালৈ - - - কোনে? মোলৈও কৰিছিল - - - অঁ, - - - তোমাক কি ক'লে? - - - অঁ, - - - অঁ, - - - মোকো সেই একেখিনি কথাকে কৈছে - - - **(অতি কৌতূহলেৰে)** অঁ, - - - অঁ, - - - দীপ-দীপাৰ বন্ধু - - - নাই - নাই সম্পূৰ্ণকৈ - - - একো নক'লে। পাছত আকৌ ফোন কৰিম বুলি কৈছে। **(মুখৰ ভাব ঘনেপ্ৰতি পৰিবৰ্তন হয়)** - - - অঁ, - - - হা - - - হা - - - হা - - - শুনিছা - - - **(আধা কোৱাকৈ)** অঁ, - - - অঁ, - - - **(প্ৰায় ভয়ত)** শুনিছা - তুমি আহাচোন - - - সোনকালে আহা - - - **(ভয় আৰু আচৰিতভাৱে)** কিয়? - - - **(বিৰক্তিৰে)** আঃ - তোমাৰ খালি অফিচ - এদিন অফিচৰ পৰা সোনকালে গুছি আহিব নোৱাৰা নেকি? - - - ইঃ - - - কিয় - - - ভয় নকৰিম, ইমান ডাঙৰ কাণ্ড এটা হৈছে; আকৌ তুমি কৈছা ভয় কৰিব নালাগে। - - - কি! নাৰ্ভাছ! কিয় নাৰ্ভাছ নকৰিম? মই বুলিহে সুস্থ হৈ আছোঁ, আন হোৱা হ'লে বেহুঁচ হৈ পৰিলেহেঁতেন। - - - অঁ, - অঁ, - **(কৰুণ আৰু কাতৰভাৱে)** অঁ, - আহা, যিমান পাৰা সোনকালে আহা - - - অঁ, - - - অঁ।

**ৰিছিভাৰ থয়।**

**দুৱাৰখনৰ ওচৰলৈ আহে। বন্ধ দুৱাৰ খুলি বাহিৰলৈ চায়। আকৌ দুৱাৰ বন্ধ কৰে। এবাৰ ইফালে সিফালে কৰি একোবাৰত খিৰিকীখনৰ ওচৰলৈ যায়। পৰ্দা আঁতৰাই উৎকণ্ঠাৰে বাহিৰলৈ চায়। হাঠৎ চকু আৰু মুখত কিবা দেখাৰ ভাব ফুটি উঠে।**

স্ত্ৰী ঃ এই - এই - সেইটো কোন অ! অ' - ৰঞ্জন! ঐ - শুনচোন, আমাৰ আগফালে যে দোকানী ল'ৰাজন আছে - - - অঁ, - অঁ, - তেওঁ। তেওঁক অকণমান মাতি দিব পাৰিবিনে? - - - অঁ, - - - তোৰ হাতৰ বেগটো ঘৰত থৈ আহগৈ - - - হ'ব - হ'ব - দেৰি নকৰিবি কিন্তু - - - হ'ব - - - সোনকালে কৰিবি।

**স্ত্ৰীয়ে কিছু সময় উৎকণ্ঠাৰে বাহিৰলৈ চাই থাকে। কিছু বিৰক্তি হয়। কিবা এটা মনত পৰি ফোনৰ ওচৰলৈ আহি, ৰিছিভাৰ তুলি লৈ ডায়েল কৰে।**

স্ত্ৰী ঃ বৌ! - - - অঁ, - দাদা আছে নেকি? - - - হাঁ, আ - - - অঁ, অকণমান মাতি দিব নেকি! - - - নাই, নাই এনেই কথা এটা পাতো - - - তেনেকৈ - - - একো ডাঙৰ কথা নাই। - - - হ'ব - - - (**কিছু সময় ৰৈ।**) দাদা! কথা এটাৰ বাবে ফোন কৰিলোঁ - - - অঁ - - - কওঁক। - - - হাঁ! আপোনাক কোনে ক'লে? অ'। - - - তেওঁ ক'লে! অফিচৰ পৰা? - - - এতিয়া! - - - দাদা, দীপ-দীপাহঁতৰ - - - অঁ - - - তেনেকুৱা ফোন নম্বৰ নাই। - - - দাদা, মোৰ যা-তা চিন্তা কিছুমান মনলৈ আহিছে - - - আ - - - হয়, এতিয়া কি কৰোঁ? - - - আপুনিয়েই ভৰসা - - - আপুনি নিজৰ দাদা নহ'লেও - - - আপুনি আহিব! আহক। সোনকালে আহিব দাদা, মই কিবা হৈ গৈছোঁ - - - ওঁ - - -

**ৰিছিভাৰ থয়।**

**লগে লগে খিৰিকীৰ ফালে ঘূৰি চায়- মুখত প্ৰশ্নবোধক ভাবেৰে খিৰিকীৰ ওচৰলৈ যায়। বাহিৰলৈ চায়।**

স্ত্ৰী ঃ ৰঞ্জন! কোৱা --- ব্যস্ত হৈ আছে? --- অঁ --- হ'ব, তুমি ক'লাতো? --- অঁ --- আহিব? ঠিক আছে।

**খিৰিকীৰে বাহিৰলৈ চাই কিছু সময় ৰৈ থাকে, এনেতে আকৌ ফোনৰ ৰিং হয়। গতানুগতিকভাৱে ফোনৰ ওচৰলৈ আহে বিছিভাৰ হাতত লয়। মুখত কোনো বিশেষ প্ৰতিক্ৰিয়া নাই।**

স্ত্ৰী ঃ হেল্ল'- (আগ্ৰহেৰে) অ' ভণ্টি (মাত ডাঙৰ কৰি) ক'ৰ পৰা কৰিছা? --- ঘৰৰ পৰা? --- দাদাৰ নাই, এই সময়ততো অফিচত থাকে --- অঁ --- শুনা, মই তোমালৈ ফোন কৰাৰ কথা ভাবিছিলোঁ --- কি! তোমালৈও ফোন কৰিছে? --- অঁ - অঁ - দীপ-দীপাহঁত বন্ধু বুলিলে --- নাই ডিটেইলচ একো নক'লে --- অঁ - অঁ -- আকৌ পাছত কৰিব --- নাই, অকণমানো কাণ্ডজ্ঞান নাই - টেনশ্যন এটা বঢ়াই দিছে --- অঁ - দাদাৰাৰ এনেই প্ৰেছাৰ আছে, --- তাতে এই টেনশ্যন --- আহিবা! খুব ভাল কথা --- অঁ - অঁ --- গুৰুত্বপূৰ্ণতো --- মোৰটো মানে --- মই - নক'বা --- পাগলী হৈ গৈছোঁ -- - কেতিয়া আহিবা? নিজৰ গাড়ী লৈ আহিবা? কালিলৈ পুৱা? --- অঁ --- আবেলি চাৰিটা মানত পাই যাবা --- এহ্ -- - নক'বা, --- ভীষণ বেয়া ৰাস্তা --- অঁ --- হা --- আ - -- অঁ --- ওঁ থৈছোঁ।

**সময় পাৰ হয়। ঘড়ীৰ টিক্ টিক্ শব্দ। দুৱাৰ মুখত কাৰোবাৰ মাত শুনি দুৱাৰ খুলেগৈ।**

স্ত্ৰী ঃ অ - তুমি? আহা ---

**দোকানী সোমাই আহে। স্ত্ৰীয়ে দুৱাৰ বন্ধ কৰি দিয়ে।**

দোকানী ঃ বাইদেউ, আপুনি মোক মাতিছিল বোলে?

স্ত্ৰী ঃ অঁ, পাই- তুমি খুব ব্যস্ত আছা নেকি!

দোকানী : ব্যস্ত মানে - দোকানী মানুহ জানেই, দোকান খোলা থকা মানে বন নথকা সোণাৰি, পুৰা দোকান খুলি দিয়াৰ লগে লগে - গ্ৰাহক আহক নাহক বিক্ৰী হওক নহওক - ৰখীয়া হৈ বহি থাকক।

স্ত্ৰী : তুমি মোক কাম এটা কৰি দিব লাগিছিল - - -

দোকানী : কওক, বাইদেউ।

স্ত্ৰী : তুমি আকৌ দোকানখন - - -

দোকানী : কামটোনো কি?

স্ত্ৰী : তুমিটো জানাই আমাৰ এওঁৰ প্ৰেছাৰৰ প্ৰব্লেম আছে —

দোকানী : অ' কিবা ঔষধ আনিব লাগিব নেকি?

স্ত্ৰী : নহয় - এওঁ এতিয়া ঘৰলৈ আহিব। টেনশ্যনত আছে, বাটে-পথে দিগদাৰ হ'ব পাৰে - তুমি আগবাঢ়ি যোৱা হ'লে - - -

দোকানী : **(উৎকণ্ঠাৰে)** কি হ'ল! দাদাৰ কিবা হ'ল নেকি! অসুখ বেছি হৈছে নেকি? অফিচলৈনো কিয় গ'ল ?

স্ত্ৰী : ৰ'বা, ৰ'বা - তেনে অসুখ-বিসুখৰ কথা নহয়। আন এটা কথাৰ বাবেহে টেনশ্যন।

দোকানী : হ'ব দিয়ক - মই আগবাঢ়ি যাম।

স্ত্ৰী : তোমাৰ দোকান!

দোকানী : দোকান হ'ব আৰু — অলপ সময়ৰ বাবে বন্ধ কৰি দিম।

স্ত্ৰী : নালাগে দিয়া, দোকান বন্ধ কৰিব নালাগে।

দোকানী : নাই, একো নাই, অলপ সময়ৰ বাবেহে।

স্ত্ৰী : হ'লেও, মিছা-মিছি তুমি!

দোকানী : বাইদেউ, আপোনালোকৰ বাবে কিবা এটা কৰি দিবলৈ পালে ভাল পাওঁ। আপোনালোকৰ অনুগ্ৰহতে এমুঠি খাই আছোঁ।

স্ত্ৰী : তেনেকৈ কিয় কৈছা? সুখ-দুখত ইজনে-সিজনক সহায় নকৰিলে কেনেকৈ হ'ব! তাতে তুমিতো আমাৰ কাৰণে কম কৰা নাই! তুমিতো আমাৰ বাবে কণাৰ লাখুটি। লাগ বুলিলে অলৈ-তলৈ যোৱা, ইটো- সিটো কৰি দিয়া - - -

দোকানী : নহয় বাইদেউ, আপোনালোকে মোক মূৰটো গুজিবলৈ ঠাইকণ নিদিয়াহ'লে — দোকানখন দিবলৈ সুবিধা কৰি নিদিয়াহ'লে — মোৰ কি দশা হ'লহেঁতেন!

স্ত্ৰী : সেইটোনো কি কথা! আগফালৰ চুকত ঠাইখিনি এনেই পৰি আছে — তুমি যেনিবা দোকান এখন তৰি ললা — থাকিবলৈ চালি এখন কৰিলা — সেইটোনো কি কৰি দিয়া হ'ল!

দোকানী : চাওঁক বাইদেউ, মই কেউ কিছু নোহোৱা, ঘৰ-বাৰী বানপানীয়ে- সোৱণশিৰিৰ খহনীয়াই সকলো লৈ গ'ল। এতিয়া আপোনালোকেই মোৰ আই-বোপাই। দাদাই মোক পথৰ পৰা বুটলি আনিছে।

স্ত্ৰী : তোমাকো আমাৰ নিজ-সন্তানৰ দৰে চেনেহ কৰোঁ। নিজৰ ডাঙৰ ল'ৰাৰ দৰে ভাবোঁ। এতিয়া আমাৰ ল'ৰা-ছোৱালী থকা নথকা একেই - সিহঁত বাহিৰতেই থাকে — ঘৰলৈ অহাৰ কথা সিহঁতে নাভাবেই। এতিয়া ভাব হৈছে সিহঁতক - সিহঁতক যেন ভৰি গজিবলৈহে আমি জন্ম দিলোঁ। **(প্ৰায় আবেগিক হৈ পৰে।)** সিহঁত যেন কেৱল ডাঙৰ হ'বলৈহে বাট চাই আছিল - তাৰ পাছত - তাৰ পাছত - **(মাতত কৰুণতা)** মাক- বাপেকীৰ বাবে যে কিবা কৰিব লগা আছে সেয়া সিহঁতৰ ভাবিবলৈ সময় নাই ।- তাতে- তাতে ---

দোকানী : **(আচৰিত হৈ)** কি হ'ল বাইদেউ? হঠাৎ - আপুনি দুখ কৰিলে!

স্ত্ৰী : মানে - **(নিজক সংযত কৰি)** তুমিতো আমাৰ ডাঙৰ ল'ৰাৰ দৰেই — তোমাক নকৈ কাক ক'ম? আচলতে কথাটো তোমাৰ লগত আলোচনা কৰিম বুলিও মাতি পঠাইছিলোঁ। আজি বুজিছা - হঠাৎ ---

**ফোনৰ ৰিং হয়। স্ত্ৰীয়ে কথা সম্পূৰ্ণ কৰিব নোৱাৰে। আধা কোৱাকৈ ফোনৰ ওচৰলৈ আহে।**

**ৰিছিভাৰ তুলি লয়।**

স্ত্ৰী : **(স্বাভাৱিক স্বৰত)** হেল্ল' — **(ব্যতিব্যস্ত হৈ)** — হেল্ল' - হেল্ল' - - কাট খাই গ'ল।

ৰিছিভাৰ থয়।

দোকানী : দূৰৰ পৰা কৰিছিল হ'বপাই!

স্ত্ৰী : জানো! ক'ৰ পৰা বা কৰিছিল!

দোকানী : আকৌ কৰিব চাগে!

স্ত্ৰী : অলপ সময়ৰ পৰা এই ফোনটোৱে মোক অশান্তি কৰি মাৰিছে। খালি চব অমংগলীয়া বাতৰি! জানা তোমাক যে মই ক'বলৈ ধৰিছিলোঁ - এই ফোনৰ কথাই। আজি হঠাৎ --- **(খিৰিকীৰে বাহিৰলৈ চকু যায়।)** সেয়া কোন চোৱাচোন - কোনোবাই এইফালে চাই কিবা এটা কৈছে।

**দোকানী খিৰিকীৰ কাষলৈ যায়। বাহিৰলৈ চাই কথা পাতে।**

দোকানী : কি হ'ল? মোক — ? অঁ, - অলপ ৰ'বলৈ দে মই গৈছোঁ - **(খিৰিকীৰ কাষৰ পৰা স্ত্ৰীৰ ওচৰলৈ আহি, অমায়িকভাৱে)** বাইদেউ, মই অকণমান আহিছোঁ। দোকানত গ্ৰাহক ৰৈ আছে।

স্ত্ৰী : যোৱা - যোৱা, পিছত আহিবা কিন্তু ---

দোকানী : হ'ব বাইদেউ।

**দোকানী যায়।**

**স্ত্ৰী দুৱাৰৰ ওচৰলৈ গৈ বাহিৰলৈ একে থিৰে চাই থাকিব। স্ত্ৰী স্থিৰ হৈ যাব।**

**ঘড়ীৰ টিক্ টিক্ শব্দ।**

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## : দ্বিতীয় পৰিৱেশ :

**মঞ্চ পোহৰ হ'ব।**

**দুৱাৰ কলিং বেল বাজে।**

**ভিতৰৰ পৰা স্ত্ৰী ওলাই আহে। দুৱাৰ খোলেগৈ।**

**বাহিৰলৈ চাই কথা পাতে।**

স্ত্ৰী : কাক বিচাৰিছে? --- অফিচৰ পৰা অহা নাই।---আহিলে কি ক'ম? ---অঁ---অঁ---হ'ব। **(দুৱাৰ বন্ধ কৰিবলৈ ধৰি মনত পৰে)** আপোনাৰ নামটো? ---অঁ - মনত থাকিব।

**দুৱাৰ বন্ধ কৰে। ভিতৰলৈ যাবলৈ ধৰি টেবুলৰ ওপৰত চকু পৰে - বাতৰি কাকত এখন টেবুলৰ পৰা হাতত লৈ চায়। এনেতে আকৌ কলিং বেলৰ শব্দ হয়। বাতৰি কাকতখন হাতত লৈ দুৱাৰৰ ওচৰলৈ আহি দুৱাৰ খোলে।**

স্ত্রী : অ' - তুমি, আহা।

**দোকানী সোমাই আহে। স্ত্রীয়ে পুনৰ দুৱাৰ বন্ধ কৰে।**

স্ত্রী : কি মন কৰি আহিলা ?

দোকানী : অলপ ফ্রি আছিলোঁ — গুচি আহিলো। বাইদেউ, কি কৰিছে ?

স্ত্রী : এই পেপাৰখন চাই আছিলোঁ।

দোকানী : পেপাৰ কি চাব ? সেই একেবোৰ কথা - এই হত্যা, এই ডকাইতি, এই যুদ্ধ, এই বলাৎকাৰ, এই দুর্নীতি- ইটো-সিটো মানে যতচব বেয়া খবৰ। জঘন্য খবৰ। পেপাৰত চকু ফুৰালেই সেইবোৰ। আমনি লাগি গৈছে — এতিয়া আৰু সেইবোৰ কোনো নতুন খবৰ নহয়, আচৰিত খবৰ নহয়। সেইবোৰ নোলালেহে মানুহ আচৰিত হয়।

স্ত্রী : ঠিকেই কৈছা, দেশখনত ভাল খবৰ নোহোৱা হৈ আহিছে। মানুহবোৰ ইমান অধপতনলৈ গৈছে - মানুহৰ অন্তৰত দয়া-মায়া আদি নাইকিয়া হৈ গৈছে।

দোকানী : জানে বাইদেউ, **(খঙত)** এইবোৰ দেখিলে, শুনিলে, পঢ়িলে - মাথাটো গৰম হৈ যায় - মানে এনে মন হয় - যেন এইবোৰ চবকে - একেবাৰে মানে - মানে শেষ কৰি দিবলৈ মন যায়।

স্ত্রী : **(হাঁহি)** তুমি গোঁজৰি-গোমৰি থাকিলে কি হ'ব ?

দোকানী : এৰা। চিনেমাৰ পর্দাত দেখা ইংৰাজী চিনেমাৰ - সেই এম, জি, এম,ৰ গোঁৰজি থকা সিংহটোৰ দৰে। গোঁৰজি থকাৰ বাহিৰে আমি একো কৰিব নোৱাৰোঁ।

স্ত্রী : আচলতে তুমি, মই অকলে একো কৰিব নোৱাৰো। আমি সকলো এক হ'ব লাগিব।

দোকানী ঃ এক হ'ব কিদৰে! এক হোৱাতো মতলব! চব মতলবী — মতলব বিনা কোনেও এখোজ ইফাল-সিফাল নকৰে।

স্ত্রী ঃ আমাৰ মাতৃসকল ওলাই অহা হ'লে! কিন্তু ওলাই আহিব ক'ৰ পৰা — সকলো নিজক লৈয়ে ব্যস্ত — নিজৰ ল'ৰা-ছোৱালী, সংসাৰ আদিক লৈয়ে ব্যস্ত। নিজৰ ষ্টেটাছ, নিজৰ প্ৰতিপত্তিৰ বাহিৰে আন কথা ভাবিবৰ কাৰো আহৰি নাই।

দোকানী ঃ নাই, আহৰি নাই। দেশৰ কথা, দহৰ কথা ভাবিবলৈ কাৰো আহৰি নাই। দেশ জহন্নামে যাওক- তাত কাৰ কি আহে যায়!

স্ত্রী ঃ মই কিন্তু ওলাই গ'লোহেঁতেন। এচাম মনে মিলা লগ পোৱা হ'লে দেখুৱালোহেঁতেন। আজিকালি প্ৰতিটো ৰাজহুৱা কামতেই স্বাৰ্থ। নিজৰ স্বাৰ্থ নাথাকিলে কোনো ওলাই নাহে।

দোকানী ঃ **(কিছু শান্ত হৈ)** বাইদেউ, স্বাৰ্থ ক'ত নাই! কিন্তু ব্যক্তিগত স্বাৰ্থ, বৃহত্তৰ স্বাৰ্থৰ পাৰ্থক্য আছে।

স্ত্রী ঃ ৰাজহুৱা কাম কিয় স্বাৰ্থ জড়িত হ'ব লাগে!

দোকানী ঃ মই ক'লোৱেই স্বাৰ্থই স্বাৰ্থই আছে। মই এটা কথা কওঁ, - বহু পুৰণি কথা! আপুনি নিশ্চয় জানিব পাৰে! মই আনৰ পৰা শুনাহে। শুনক; - আব্ৰাহিম লিংকন যেতিয়া আমেৰিকাৰ প্ৰেচিডেন্ট আছিল, তেতিয়া এদিন তেওঁ চেক্ৰেটাৰীৰ লগত বিশেষ কামত জীপ এখনত গৈ আছিল। যাওঁতে কথাৰ প্ৰসংগত চেক্ৰেটাৰীয়ে প্ৰেচিডেন্টক ক'লে - সকলো কামেই সকলো মানুহে নিজৰ স্বাৰ্থৰ বাবে কৰে - প্ৰেচিডেন্টে কথাটো মানি নল'লে। তেওঁ ক'লে মই কৰা কামত কোনো স্বাৰ্থ নাই। মই নিস্বাৰ্থভাৱে দেশৰ কাম কৰিছোঁ। মোৰ কামত কি স্বাৰ্থ আছে! চেক্ৰেটাৰীয়ে বিশেষ একো নক'লে, মাত্ৰ ক'লে; - স্বাৰ্থ আছেনে নাই সেয়া আপুনিহে জানিব। সেই কথা সিমানতে সমাপ্ত কৰিলে। তেওঁলোক কিছু সময় গৈ থকাৰ পাছত ৰাস্তাৰ মাজত এটা দ' গাঁত দেখিলে - গাঁতটোৰ কাষেৰে জীপখন লৈ যাওঁতে - গাঁতত এটা ছাগলী পৰি - গাঁতৰ পৰা ওপৰলৈ উঠিবলৈ

চেষ্টা কৰিছে আৰু উঠিব নোৱাৰি বেবাই আছে। জীপখন খন্তেক ৰখাই ছাগলীটোলৈ চাই, আকৌ জীপখন আগবঢ়াই লৈ গ'ল। কিছু দূৰ আগুৱাই যোৱাৰ পাছত প্ৰেচিডেন্টে জীপখন ৰখাবলৈ আৰু বেক কৰিবলৈ ক'লে — সেইমতে গাড়ী বেক কৰি আনি গাঁতটোৰ কাষত ৰখালে। প্ৰেচিডেন্ট নিজেই নামি গৈ ছাগলীটো গাঁতৰ পৰা ওপৰলৈ তুলি দিলে। তেওঁ তৃপ্তিৰ হাঁহি এটা মাৰি আকৌ জীপত উঠি আগৰ দৰে আগবাঢ়িল। যাওঁতে তেওঁ চেক্ৰেটাৰীক প্ৰশ্ন কৰিলে — এই ছাগলীটো ওপৰলৈ উঠোৱাই দিয়াত মোৰ কি স্বাৰ্থ থাকিব পাৰে? তেতিয়া চেক্ৰেটাৰীয়ে ক'লে; — ইয়াতো স্বাৰ্থ আছে। এইদৰে ছাগলীটো পৰি চিঞৰি থকা দেখি আপোনাৰ চ্যাৰ, মনে সহিব পৰা নাছিল। সেইবাবে তাক আপুনি গাঁতৰ পৰা তুলি আনিলে। নোতোলাহেঁতেন আপুনি মানসিক অশান্তিত ভুগিলেহেঁতেন — হয়তো আপোনাৰ খাৱন-শোৱন সকলো বৰবাদ হ'লহেঁতেন - সেইবাবে আপোনাৰ মনৰ শান্তিৰ বাবেই ছাগলীটো তুলিলে। আপোনাৰ নিজৰ মানসিক শান্তিৰ স্বাৰ্থতেই জানো এই কাম কৰা নাই।

স্ত্ৰী : অ' বুজিলোঁ। তোমাৰ মতে স্বাৰ্থৰ সুকীয়া সুকীয়া অৰ্থ আছে।

দোকানী : সেইবোৰ থাকক বাইদেউ, সৰু মানুহৰ মুখত ডাঙৰ কথা ওলাল। বাইদেউ, দীপহঁতৰ আৰু কিবা খবৰ পাইছে নেকি?

স্ত্ৰী : ক'তা একো খবৰ পোৱা নাই।

দোকানী : বন্ধুজনে পুনৰ ফোন কৰাৰ কথা আছিল নহয় — কৰিলে নেকি?

স্ত্ৰী : নাই। সেই এক অশান্তি। সেইবোৰ চিন্তাত আমি মানুহ দুটা কিবা হৈ গৈছোঁ। দাদাৰৰ অসুখ-বিসুখ হয় বুলিয়েই ভয় লাগে।

দোকানী : বৰকৈ চিন্তা কৰি নাথাকিব। সকলো ঠিক হৈ যাব।

স্ত্ৰী : জানো কি হয়গৈ ক'ব পৰা নাই। (হুমুনিয়াহ কাঢ়ি) এইবোৰ কাৰণেই ল'ৰা-ছোৱালী ডাঙৰ কৰিলোঁ, মানুহ কৰিলোঁ।

দোকানী : কথাটো সুধি আপোনাক দুখহে দিলো — বাৰু মই যাওঁ — আগবেলাটো দোকান বন্ধই ৰাখিলো কাম এটাৰ বাবে। এতিয়া খুলি দিও — দুপইচা বিক্ৰী হয়ে বা।

স্ত্ৰী : হয় নেকি? যোৱা তেন্তে।

**দোকানী যায়।**

**স্ত্ৰীয়ে দোকানী যোৱাৰ পাছত দুৱাৰ বন্ধ কৰি দিয়ে।**

**স্ত্ৰীয়ে হাতৰ বাতৰিখন টেবুলত থৈ খিৰিকীৰ ওচৰলৈ আহে। খিৰিকীৰে বাহিৰলৈ চায়। কিছু সময় সেইদৰে থকাৰ পাছত বাহিৰত কাৰোবাক দেখি কথা পাতে।**

স্ত্ৰী : বাইদেউ, ভালনে? — আহক ভিতৰলৈ আহক — জবাফুল। সেয়া — সেই গছ জোপাতে আছে -- নিয়ক — একো নাই নিজেই চিঙি নিয়ক। সেয়া আপোনাৰ হাতত ফুল। ক'ৰ পৰা আনিলে? আমাৰ গছৰ। তেতিয়া হ'লে ফুল চিঙিলেই — আৰু লাগে। - - - ময়ো শুনিছোঁ জবাফুল চুলিৰ বাবে ভাল। মই কিন্তু লগাই পোৱা নাই। - - - অ — হয় নেকি? ছাইনাছৰ বাবেও ভাল? - - - সাত পাহ মান! অঁ — হাতেৰে মোহাৰি পিহি — ওঁ - - - মূৰত ভৰণ দিব লাগে! অঁ! আপুনি ভাল ঔষধটো শিকাই দিলে দেই - - - আমাৰ দীপাৰো ছাইনাছ আছে নহয় — তাইক ঔষধটো শিকাই দিব লাগিব। **(মুখৰ ভাব পৰিবৰ্তন কৰি)** সিহঁত আহিয়ে থাকে। ক'ত দেখিব? আহে, দুদিনমান থাকে আৰু যায়। সেই কেইদিন ঘৰৰ ভিতৰতে থাকে বাহিৰলৈ নোলায়। **(কৃত্ৰিম হাঁহি)** ভিতৰত মানে-আমাৰ লগত কথা পাতি, হাঁহি-তামাচা কৰিয়েই সিহঁতেআন কাম কৰিবলৈ সময় নাপায়। - - - হ'ব। পঠাম। এইবাৰ আহিলেই পঠাই দিম। - - - হ'ব দিয়ক বিশেষ কাম আছে যদি আহিব নালাগে। আপুনি ফুল চিঙক বাৰু।

**খিৰিকীৰ পৰ্দাখন খৰধৰকৈ মেলি দিয়ে। সেইখিনিৰ পৰা আঁতৰি আহে। মুখৰ ভিতৰতে ভোৰভোৰায়।**

স্ত্ৰী : মানুহৰ পৰা উপায় নাই! কি ক'লে সন্তুষ্ট হ'ব ক'ব পৰা নাই! খোঁচৰি খোঁচৰি যেন কথা উলিয়াব! কাৰ ঘৰত কি হৈছে খালী সেইবোৰৰ গোন্ধ লৈ ফুৰিব?

**কিবা এটা ভাবি ফোনটোৰ ওচৰলৈ আহে। বিছিভাৰ লৈ ডায়েল কৰে। কেইবাবাৰো ডায়েল কৰে।**

স্ত্ৰী : **(বিৰক্তিৰে)** ফোনটো বেয়া হ'ল নেকি। কিবা এটা ইম্পৰটেন্ট কাম থাকিলেহে ফোনটো বেয়া হয় —চেঃ - - -
**খণ্ডত ফোনটো থয়। খিৰিকীৰ কাষলৈ যায়। পৰ্দাখন অকণমান কোঁচাই বাহিৰলৈ চায়। কাকো নেদেখি মুখত হাঁহি ওলায়।**

স্ত্ৰী : ৰক্ষা। **(নিজে নিজে হাঁহি হাঁহি)** গৃহস্থক নোসোধাকৈ ফুল চিঙিলেই -- দেখা পালো বাবে সুধি দেখুৱাইছে নিজকে কি বুলি ভাবে ক'ব নোৱাৰোঁ।

**ওচৰৰ চোফাখনত বহে। এনেতে কলিং বেল বাজে। স্ত্ৰী উঠি গৈ দুৱাৰ খোলে আৰু আচৰিত হয়।**

স্ত্ৰী : কি হ'ল ? আজি যে সোনকালে আহিলা ?

**স্বামী সোমাই আহে। তেওঁ ভাগৰুৱা আৰু অৱশ। ছাটি-ফুটিখন কৰাৰ দৰে কৰে। হাতত এটাচি কেচ।**

স্বামী : গাতটো বৰ বেয়া লাগিল। গুচি আহিলোঁ।

**হাতৰ এটাচি কেচটো স্ত্ৰীৰ হাতত দিয়ে। নিজে চাৰ্টৰ বুটাম খুলি বতাহ লোৱাৰ দৰে কৰে। স্ত্ৰীয়ে খৰধৰকৈ এটাচি কেচটো লৈ - টেবুলত থৈ আকৌ স্বামীৰ ওচৰলৈ আহে। স্বামী ইতিমধ্যে কিছু আগুৱাই আহে। স্ত্ৰীয়ে দুৱাৰখন মাৰি - স্বামীৰ কামত সহায় কৰি দিয়ে। এই সময়খিনি স্ত্ৰীয়ে ভয় আৰু ব্যতিব্যস্ত হৈ সংলাপ কৈ থাকিব।**

স্ত্ৰী : এই ৰ'দখনত কিয় গুচি আহিলা ? গাটো ভাল লগা নাই - ফোন এটা নকৰিলা কিয় ? মই কাৰোবাক পঠাই দিলোহেঁতেন - এই মানুহজনৰ পৰা আৰু উপায় নাই। অলপ লাহে ধীৰে ঠাণ্ডা পৰিলে আহিলেও হয় - মই কিমান কৈছোঁ - অসুখীয়া মানুহ - কিবা এটা হোৱা হ'লে কি হ'লহেঁতেন।

স্বামী : তুমিয়েতো কোৱা গাটো বেয়া লাগিলে ঘৰলৈ গুচিআহিবলৈ।

স্ত্রী : ক'লো বুলিয়েই এনেকৈ গুচি আহিব লাগে নেকি? ব'লা চোফাখনতে বহিবা - মই ফেনখনৰ চুইছটো দি দিওঁ - ব'লা।

**স্ত্রীয়ে স্বামীক প্ৰায় ধৰি নিয়াৰ দৰে চোফাৰ ওচৰলৈ নিয়ে। স্বামী চোফাত বহে।**

স্বামী : ৰ'বা ব্যতিব্যস্ত নহ'বা।

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## তৃতীয় পৰিৱেশ

**মঞ্চ পোহৰ হ'ব।**

**স্বামীয়ে এখন বাতৰি কাকত চাই থাকে। অলপ আঁতৰত মজিয়াত বহি দোকানীয়ে কথা কৈ থাকিব। দোকানীৰ কথাত স্বামীৰ মুখ আৰু চকুত বিভিন্ন সময়ত, বিভিন্ন প্ৰতিক্ৰিয়া হ'ব।**

দোকানী : - - - বহুত আছে। মোৰ নিচিনা এম, এ, পাছ কৰা ল'ৰা-ছোৱালী লাখ লাখ পৰি আছে। বেকাৰ হৈ ঘূৰি ফুৰিছে। আপুনি দাদা, ঘৰৰ ভিতৰৰ পৰা শিলগুটি অলপ বাহিৰলৈ দলিয়াই দিয়ক দেখিব যিখিনি মানুহৰ গাত লাগিল, সেই গোটেইমখা এম, এ, পাছ। — নাই, চাকৰি নাই। দোকান দিয়াৰ বাদে মোৰ উপাই নাই।

স্বামী : নিজে কৰি খোৱাত লাজ নাই।

দোকানী : অপচয় হৈছে — আমাৰ ল'ৰা-ছোৱালীবোৰৰ প্ৰতিভা, শক্তি সকলো বৰবাদ হৈছে। - ধৈৰ্যতো সকলোৰে নাই আৰু ধৈৰ্যৰো এটা সীমা আছে। হতাশাগ্ৰস্ত হৈ পৰিছে- বহু ল'ৰা বিপথগামী হৈছে - হাতত অস্ত্ৰ লৈছে - আদৰ্শ, লক্ষ্যৰ নামত অবাটে অগ্ৰসৰ হৈছে - অস্ত্ৰৰ ভুল প্ৰয়োগ হৈছে - সশস্ত্ৰ সংগ্ৰামৰ

নামত সন্ত্ৰাসবাদৰ আশ্ৰয় লৈছে। এয়া আৰম্ভণী, ইয়াৰ শেষ ক'ত হ'ব তাৰ কোনো ঠিক নাই! এইবিলাকেই গঢ় দিছে নতুন নতুন প্ৰৱণতা - দাদা, এই যে এতিয়া আমাৰ ল'ৰাবোৰৰ মাজত গঢ় লৈ উঠা ইজি মানি আৰ্নিঙৰ কালচাৰটো ইয়াৰ ফলশ্ৰুতি নহয় জানো?

স্বামী : তুমি কিন্তু বহুত চিন্তা চৰ্চা কৰা।

**স্ত্ৰী সোমায় আহে।**

স্ত্ৰী : কৰেতো, এওঁ বহুত পঢ়া-শুনা কৰে - তুমি কি ল'ৰাহে! মজিয়াত কিয় বহিছা - চকী এখন টানি ল'ব নোৱাৰা নেকি! উঠা, উঠা।

দোকানী : **(বহাৰ পৰা উঠি)** নাই, হ'ব দিয়ক।

স্ত্ৰী : কি হ'ব?

স্বামী : এওঁক নক'বা। নিজক এইখন ঘৰৰ বুলি আজিলৈকে ভাবিব পৰা নাই।

দোকানী : দাদা, এনেকৈ কিয় কয়?

স্ত্ৰী : তেনেকৈ ক'ব নালাগে যদি আমি যি কওঁ তাকে কৰিবা।

দোকানী : নহয় মানে, দিনটো দোকানতে বহি থাকোতো কাপোৰ-কানিবোৰ লেতেৰা হৈ যায়তো ।

স্ত্ৰী : তুমিনো দোকানত বহিবলৈ সময় পোৱা ক'ত? আমাৰ কামতেই লৰা-ঢপৰাখন কৰি থাকোতেই যায়। - - - এতিয়া দোকান কেনে চলিছে?

দোকানী : চলিছে, ঠিকেই চলিছে। অন্তত চাকৰি বাবে মন্ত্ৰী, এম, এল, এ,ক তেল মালিচ কৰিব লগা হোৱা নাই — লাগিলে এসাজ নোখোৱাকৈ থাকো।

স্ত্ৰী : তুমি, অলপ চেষ্টা কৰা হ'লে চাকৰি এটা পালাহেঁতেন।

দোকানী : বাইদেউ, চাকৰি! একেবাৰে ওপৰৰপৰা তললৈ, তলৰ পৰা ওপৰলৈ টকাৰ কাৰবাৰ। কেৱল ঘোচ - বেকিঙেও কামত নাহে - কেৱল টকা।

স্বামী : কিমান টকা লাগে?

স্ত্ৰী : অঁ, কোৱাচোন - তোমাৰ চাকৰি এটাৰ বাবে কিমান টকাৰ প্ৰয়োজন হ'ব? আমি কিবা সহায় কৰিব পাৰোৱেই বা।

দোকানী ঃ চাকৰি লৈ ৰেট বেলেগ। বহু চাকৰি লাখত দৰ দাম হয়। বাইদেউ, চাকৰিৰ বাবে কিমান টকা লাগে সেয়া বাদ - সামান্য ফৰ্থ গ্ৰেড চাকৰি এটাৰ ট্ৰেঞ্চফাৰৰ বাবেই দহ-বিশ হেজাৰ টকাৰ ডিমাণ্ড। বিভাগীয় মন্ত্ৰীৰ পৰা পিয়নলৈ ভাগ বটোৱাৰা। টকা এগাল ঢালক চাকৰি লওক। চাকৰি কৰাৰ পিছত টকাগাল ঘূৰাই পাবৰ বাবে আকৌ আপুনি ঘোচ খোৱাত লাগি যাওঁক। নালাগে বাইদেউ, মই এনেকৈ সুখত আছোঁ - শান্তিত আছোঁ।

স্ত্ৰী ঃ সকলো মানুহতো একেই নহয়।

দোকানী ঃ অৱশ্যে নহয়। সেয়া লাখৰ মাজত এক। - - - দাদা, বহক মোৰ অলপ কাম আছে। মই কথা পাতিবলৈ পালে সকলো পাহৰি যাওঁ।

স্ত্ৰী ঃ ৰ'বা - চাহ একাপ খাই যোৱা।

দোকানী ঃ হ'ব দিয়ক আজি নালাগে!

স্ত্ৰী ঃ কিয় হ'ব?

দোকানী ঃ ঠিক আছে আপুনি বনাওকগৈ - মই এয়া গৈছোঁ - এয়া আহিছোঁ।

**দোকানী খৰধৰকৈ যায়। স্বামী দোকানীৰ পাছে পাছে যায় - দুৱাৰখন বন্ধ কৰে। ঘূৰি স্ত্ৰীলৈ চায়। লাহে লাহে দুয়ো দুফালৰ পৰা চাপি আহে। প্ৰায় ওচৰলৈ আহি মুখামুখি হয়।**

স্বামী ঃ আমাৰ ল'ৰা-ছোৱালীহাল।

স্ত্ৰী ঃ **(হুমুনিয়াহ কাঢ়ে, মুখত কৰুণতা।)**

স্বামী ঃ দীপ-দীপাই তেনে কৰিব বুলি — সিহঁতে তেনে কৰিব নালাগিছিল

স্ত্ৰী ঃ **(হুক্ হুকাই কান্দি দিয়ে।)**

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## চতুৰ্থ পৰিৱেশ

**মঞ্চ পোহৰ হ'ব।**

**মঞ্চত স্বামী আৰু স্ত্ৰী থাকিব। দুয়ো চিন্তিত আৰু উদ্বিগ্ন।**

স্বামী : দীপ আৰু দীপা।

স্ত্ৰী : আমাৰ ল'ৰা-ছোৱালী।

স্বামী : ল'ৰা-ছোৱালী থকা নথকা একে কথা ---

স্ত্ৰী : সিহঁততো ঘৰলৈ আহিয়েই থাকে ---

স্বামী : আহে আৰু যায় ---

স্ত্ৰী : ওঁ!

স্বামী : কৰ্তব্যৰ তাগিদাত কৰ্তব্য সম্পাদন! এটা যান্ত্ৰিকতা!

স্ত্ৰী : হোঁ! (হুমুনিয়াহ)

স্বামী : সিহঁত আহিলে মোৰ লগত দেখোন কথাই নাপাতে ---

স্ত্ৰী : মোৰ লগতো ---

স্বামী : **(কৃত্ৰিম হাঁহি মাৰি।)** আজিকালি আমাৰ লগত কথা পাতিবলৈ সিহঁতৰ কথাই নাথাকে।

স্ত্ৰী : আগেয়ে ইমান কথা পাতে, যেন সিহঁতৰ কথা শেষেই নহ'ব -

স্বামী : আমি কথাবোৰ হয়তো আগেয়ে পাতি শেষ কৰি দিলো --

স্ত্ৰী : হয়তো, হ'ব পাৰে ---

স্বামী : সিহঁত আহিলে ক'বা — ঘৰলৈ আহিব নালাগে। একেখন ঘৰতে অচিনাকি মানুহৰ দৰে — পৰস্পৰে কথা নপতাকৈ থাকিব নোৱাৰি - তুমি পাৰিলেও মই নোৱাৰোঁ।

স্ত্ৰী : মাকৰ অন্তৰৰ মৰ্মবেদনা বুজাতো বৰ সহজ নহয় ---

স্বামী : এনেকৈ অশান্তিত বাস কৰিব নোৱাৰি - সিহঁত নাহিলে তোমাৰ-

স্ত্ৰী : **(কৃত্ৰিম হাঁহি)** মোৰ, মোৰ কি আছে! **(কৰুণ)** এনে অশান্তি ময়ো সহিব নোৱাৰোঁ ---

স্বামী : আমাৰ মৃত্যুৰ পিছত যদি অনুভৱ কৰে, সিহঁত আহিব। সা-সম্পতিবোৰ চমজি ল'ব - - -

**স্ত্ৰীয়ে স্বামীলৈ করুণভাবে চকু বহলাকৈ মেলি চাই থাকে।**

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## পঞ্চম পৰিবেশ

**মঞ্চ পোহৰ হ'ব।**

**স্ত্ৰীয়ে চোফাত বহি ইংৰাজী আলোচনী এখন একান্ত মনেৰে চাই থাকে। কিছু আঁতৰত দোকানী আগৰ দৰে মজিয়াত বহি কথা কয়, সন্মুখত স্বামী চকী এখনত বহি তেওঁৰ কথা শুনে।**

দোকানী : সকলোৱে সকলোৰে ভাল হোৱাটো বিচাৰে — ভাল মানুহে ভালটো বিচাৰিবই — সকলো নিজে নিজে ভাল হৈ যাব বুলি ভাবে — কিন্তু কোনেও ভালটো কৰিবলৈ আগবাঢ়ি নাহে।

স্বামী : নিজে ভাল হৈ থাকিলেই হ'ল।

দোকানী : মানুহে জানো মানুহক ভাল হৈ থাকিব দিয়ে।

**স্বামীয়ে দোকানীলৈ প্ৰশ্নবোধক দৃষ্টিৰে চাব।**

দোকানী : এবিধ জঘন্য মানুহ আছে। জঘন্য কথা ক'ব পাৰে - অনুপস্থিতজনৰ বিষয়ে জঘন্যভাৱে ক'ব পাৰে - খোঁচৰি খোঁচৰি আনৰ ৰটনা ওলিয়াই — **(হাঁহি)** দাদা, আচলতে সিহঁতৰ ক্ৰিয়েটিভ চেন্সটো খুব বেছি — নহ'লেনো মিছা অপবাদ কিছুমান ইমান ধুনীয়াকৈ সজাই-পৰাই ক'ব পাৰেনে? যেন প্ৰতিটো কথাই সচা - **(উপলুঙাৰ হাঁহি)** সিহঁতে প্ৰকৃততে গল্প উপন্যাস লিখিব পাৰে।

**দোকানীয়ে স্ত্ৰীৰ ফালে চায়।**

**স্বামীয়েও দোকানীয়ে চোৱাৰ ফালে চায়।**

দোকানী : বাইদেবে - কিবা এটা পঢ়ি আছে।

স্বামী : ওঁ।

দোকানী : মই আহো দাদা ---

স্বামী : হা? অঁ।

দোকানী : বাইদেউক মাত নলগাওঁ ---

**দোকানী যায়। স্বামী বহাৰ পৰা উঠি দুৱাৰ বন্ধ কৰেগৈ। দুৱাৰ কাষৰ পৰা স্ত্ৰীলৈ চায়। খন্তেক বৈ স্ত্ৰীৰ কাষলৈ যায়। স্ত্ৰীৰ হাতৰ আলোচনীখন চাই - স্ত্ৰীয়ে মুৰ তুলি স্বামীৰ মুখলৈ চাই এটা অৰ্থপূৰ্ণ হাঁহি মাৰে। স্বামী তাৰ পৰা আঁতৰি ফোনৰ ওচৰলৈ আহে। কিবা এটা ভাবি থাকে। স্ত্ৰীয়ে স্বামীলৈ চায়। হাতত আলোচনীখন লৈ স্বামীৰ কাষলৈ আহে। আলোচনীখন ফোনৰ টেবুলত থৈ আৰু এখন হাত স্বামীৰ কান্ধত দিয়ে। স্বামীয়ে আলোচনীখন চায়। স্ত্ৰীৰ হাতখন কান্ধৰ পৰা আঁতৰাই দি - সৈইখিনিৰ পৰা আঁতৰি যায়। স্ত্ৰীয়ে খৰধৰকৈ আলোচনী পুনৰ হাতত তুলি সেইখিনিতে সেইভাগে পাত লুটিয়ায়।**

স্বামী : চাকি তেল নাইকিয়া হৈ নুমোৱাৰ আগতে এবাৰ খুব উজ্জ্বল হৈ জ্বলি উঠে — কিন্তু সেই উজ্জ্বলতাৰ কোনো স্থায়ীত্ব নাই--

স্ত্ৰী : আজিকালি আলোচনীবোৰৰ প্ৰিন্টিং টেক্‌নলজি ভীষণ উন্নত হৈছে — ইমান সুন্দৰকৈ সজাই পৰাই উলিয়ায় ---

স্বামী : অস্তগামী সূৰুযৰ উত্তাপ কমি যায় —

স্ত্ৰী : এই ইংৰাজী আলোচনীবোৰ যে আৰু —

স্বামী : সময় বৈ নাথাকে। কালৈকো বৈ নাথাকে —

স্ত্ৰী : এইবোৰ সৰু ল'ৰা-ছোৱালীক চাবলৈ দিবই নোৱাৰি —

স্বামী : আমাৰ ল'ৰা-ছোৱালীৰ বিয়াৰ বয়স পাৰ হৈ গৈছে — সময়ত বিয়া হোৱা হ'লে আমি নাতি-নাতিনী দেখিলোহেঁতেন সিহঁত যথেষ্ট ডাঙৰ হ'লহেঁতেন---

স্ত্ৰী : একেবাৰে মানুহৰ মন ভুলাব পৰাকৈ ৰং চঙীয়া —

স্বামী : চুলি ডাঢ়িত কলপ ঘহি, ৰং বিৰঙৰ কাপোৰ পিন্ধিলে মনটো সতেজ কৰি ৰাখিব পাৰি — সেয়া অৱশ্যে মানি ল'ব পাৰি -

স্ত্ৰী : আজিকালি আমাৰ অসমীয়া আলোচনীও একে হৈছে।

**স্বামী নিজৰ ঠাইৰ পৰা স্ত্ৰী ওচৰলৈ আহে। হাতেৰে স্ত্ৰীক ঘূৰাই মুখামুখি হয়।**

স্বামী : বয়স ধৰি ৰাখিব নোৱাৰি। আমাৰ এতিয়া বহু বয়স হ'ল।

**মঞ্চ লাহে লাহে আন্ধাৰ হ'ব।**

## ষষ্ঠ পৰিৱেশ

**মঞ্চ পোহৰ হ'ব।**

**দোকানী মজিয়াত বহি থাকে। স্ত্ৰীয়ে ফোনৰ ৰিছিভাৰ লৈ কথা পাতে।**

স্ত্ৰী : হ'ব দিয়ক - কিবা এটা কৰিব লাগিব - - - ও, ওঁ - - - নক'ব আৰু - - - অঁ - - - । গৰম পৰিছে আকৌ — বৰষুণ দিব - - - হ'ব - আপুনি এবাৰ ক'ব কিন্তু - - - থৈছোঁ।

**স্ত্ৰীয়ে ৰিছিভাৰ থয়।**

স্ত্ৰী : ৰূপালীৰ মাকে ফোন কৰিছিল। সেই যে সুকীৰ্তি মহিলা সমিতিৰ প্ৰেছিডেন্ট - মানুহবোৰৰ যে কাণ্ড - নলগা জেওত লাগিব!

দোকানী : কিনো হ'ল বাইদেউ?

স্ত্ৰী : মানুহবোৰ অতি সহজে উত্তেজিত হৈ পৰিব, আকৌ সোনকালে উত্তেজনা শেষ হৈ যায়।

দোকানী : আমাৰ অসমীয়া মানুহবোৰ তেনেকুৱাই। আৱেগিক। আৱেগে অন্ধ কৰি দিয়ে — আৱেগৰ বশবৰ্তী হৈ যুক্তিক দলিয়াই দিয়ে। পিছত অনুতাপ কৰে। অনুতাপ কৰিও লাভ নহয় — আকৌ আগৰ দৰে অকণমান কথাতে আৱেগিক হৈ পৰে। মৰুভূমিৰ বালিৰ দৰে দিনৰ ৰ'দত উত্তপ্ত হৈ পৰে - নিশাৰ লগে লগে চেঁচা পৰি যায়।

**বিজুলীৰ পোহৰ আৰু গাজনিৰ শব্দ হয়।**

স্ত্ৰী : বৰষুণ দিব।

**দোকানী খিৰিকীৰ ফালে গৈ বাহিৰলৈ চায়।**

দোকানী : যাওঁ বাইদেউ - গোটেইখন আন্ধাৰ হৈ আহিছে — মই দোকানখন চাওঁগৈ পিছত যাব নোৱাৰিম । ---ই - বৰষুণ আহিলেই --

**দোকানী খৰখৰকৈ যায়গৈ। স্ত্ৰীয়ে দুৱাৰ বন্ধ কৰি দিয়ে।**

**বতাহ-বৰষুণ-ঢেৰেকনিৰ শব্দ হয়। বিজুলীৰ পোহৰ হৈ থাকে।**

**স্ত্ৰীয়ে খিৰিকীবিলাক বন্ধ কৰি দি ভিতৰলৈ যাবলৈ ধৰোতেই কলিং বেল বাজে। স্ত্ৰী ঘূৰি আহি দুৱাৰ খোলে। লগে লগে মুখত আতংকৰ ভাব। স্বামী অসুস্থভাৱে সোমাই আহে। হাতত এটাচি কেচ।**

স্বামী : হেৰা, মোৰ গাটো ভীষণ বেয়া লাগিছে - চাওঁ মোক অকণমান ধৰাচোন।

**স্ত্ৰী ব্যতিব্যস্ত হৈ পৰে। স্বামীৰ হাতৰ এটাচি কেচটো প্ৰায় দলি মাৰি দিয়াৰ দৰে - ওচৰতে থৈ দিয়ে। দুৱাৰ খোলা ৰখা ভাগেই — স্বামীক ধৰি চোফাখনৰ ওচৰলৈ নিয়ে।**

স্ত্ৰী : কি হৈছে? - কিয় গুচি আহিলা? ব'লা , চাও - মোক ধৰি লোৱা - চোফাখনৰ ওচৰলৈ ---

স্বামী : মোৰ, মোৰ কিবা হৈছে --- কিবাখন লাগিছে --- আঃ -- আঃ ---

**স্ত্ৰীয়ে স্বামীক চোফাত বহুৱাই দিয়ে। দুৱাৰৰ কাষলৈ দৌৰে।**

স্ত্ৰী : ভাইটি - ভাইটি — ওচৰত কোন আছে (**আকৌ স্বামীৰ কাষলৈ আহে প্ৰায় কন্দাৰ দৰে**) তোমাৰ কি হৈছে? তুমি কিয় এনেখন কৰিছা? মই কি ক'ৰোঁ। (**খিৰিকীৰ ওচৰলৈ গৈ খিৰিকী খুলি**) ঐ কোন আছ! কোন আছ! আমাৰ এওঁৰ কিবা এটা

হৈছে - - - (আকৌ স্বামীৰ ওচৰলৈ আহে। খিৰিকী বতাহত বন্ধ আৰু খোলাৰ শব্দ হয় আৰু পৰ্দা উৰে।) কিবা লাগে! কিবা খাবা! পানী দিম! (ফোনটোৰ ওচৰলৈ যায়। ডায়েল কৰে - আকৌ দুৱাৰ ওচৰলৈ যায়।) ভাইটি - ভাইটি - এওঁৰ কিবা এটা হৈছে - - - উঃ! মোৰ মাত কেউৱেই নুশুনে -

কান্দি দিয়ে।

স্বামীৰ মুখৰ পৰা অদ্ভুত শব্দ ওলায়। স্ত্ৰী দৌৰি স্বামীৰ ওচৰলৈ যায়। চায়। ভয়ত এখোজ হোঁহকে। ভীষণ চিঞৰ এটা মাৰি থৰ হৈ চাই থাকে।

লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।

## সপ্তম পৰিৱেশ

মঞ্চ পোহৰ হ'ব।

স্ত্ৰীয়ে স্বামীক হুইল চিয়াৰ এখনত বহুৱাই ঠেলি ঠেলি সোমাই আহে। হুইল চিয়াৰখন ৰখাই তেওঁ আগবাঢ়ি দুৱাৰৰ ওচৰলৈ আহে। দুৱাৰ খোলে। দোকানী সোমাই আহে। দুৱাৰ বন্ধ কৰে। স্বামীয়ে কেৱল চকু মুৰহে লৰাব পাৰে। বাকী সকলো অলৰ, অৱশ। মুখেৰেও কথা ক'ব নোৱাৰে। কেৱল উপস্থিতজনৰ কথা শুনে আৰু চায়। চকু মুখত প্ৰতিক্ৰিয়া হয়।

দোকানী : ঔষধ আৰু কিবা আনিব লাগিব নেকি?

স্ত্ৰী : এতিয়া নালাগে। ডাক্তৰে নতুন ঔষধ একো দিয়া নাই। বোধহয় প্ৰয়োজন নহ'ব।

দোকানী : বাইদেউ, দীপ আৰু দীপা আহিছিল নহয়!

স্ত্ৰী : আহিছিল। মাত্ৰ কৰ্তব্য পালন কৰিলে। দেউতাকৰ ওচৰত দুদিনমান থাকিবলৈও সিহঁতৰ আজৰি নাই। - - - পূৰ্বজন্মত হয়তো মই কিবা পাপ কৰিছিলোঁ।

**স্ত্ৰীৰ চকু পানী ওলাই আহে।**

দোকানী : বাইদেউ, দুখ নকৰিব, মই আছো নহয় - মই সকলো চম্ভালি ল'ম।

স্ত্ৰী : **(চকু মোহাৰি)** দুখ কৰিবলৈ কিটো আছে! **(হুমুনিয়াহ)** মোৰ কপাল!

**দোকানী স্বামীৰ কাষলৈ যায়। গা-মূৰৰ পিটিকি দিয়ে।**

স্ত্ৰী : তুমি অকণমান এওঁৰ ওচৰতে ৰোৱাচোন - মই ভিতৰৰ পৰা পুথি এখন আনো কীৰ্তন-ঘোষাৰ পদ দুটা মানকে এওঁৰ আগত পঢ়ি শুনাও - - -

দোকানী : হ'ব বাইদেউ, মই আছোঁ।

**স্ত্ৰী ভিতৰলৈ যায়। দোকানীয়ে স্বামীৰ হাত-ভৰি পিটিকে।**

দোকানী : দাদা, ভাল লাগিছেনে! - - - **(হতাশ হয়।)** কিবা গ'ম পাইছেনে! এয়া মই ভৰি পিটিকিছোঁ - - - **(হতাশ হয়।)** কিবা ক'ব? - - **(কি কৰোঁ, কি নকৰোঁ ভাবত ইফালে-সিফালে ঘূৰে)** কিবা খাবনে? - - - **(চকুৰ পানী ওলায় আহে। প্ৰায় কন্দনামূৱা হয়।)** আপুনি একো গম পোৱা নাই! আপোনাৰ এয়া কি হ'ল-

**হুক হুকাই কান্দি স্বামীৰ ভৰিত পৰি দিয়ে। স্ত্ৰী অহা গম পাই, খৰধৰকৈ চকু পানী মচি আগৰদৰে থাকে। স্ত্ৰীয়ে হাতত পুথি আৰু ঠগা লৈ সোমাই আহে।**

স্ত্ৰী : তুমি দাদাৰৰ ওচৰতে থাকা, মই দুটামান পদ পঢ়োঁ।

**দোকানীয়ে আগৰ দৰে স্বামীৰ গা-মূৰ, হাত-ভৰি পিটিকি থাকে। স্ত্ৰীয়ে ঠগাৰ ওপৰত পুথি মেলি লৈ সুৰ দি পদ পঢ়ে।**

**দুশাৰীমান পদ পঢ়াৰ লগে লগে সকলো থিৰ হৈ যায়। পদ পঢ়া বন্ধ হয়।**

**কেৱল ঘড়ীৰ টিক্ টিক্ শব্দ হয়।**

**পোহৰ কিছু ক'ম হৈ আকৌ উজ্জ্বল হয়। আকৌ পদ পঢ়া আৰম্ভ হয়। এইদৰে দুবাৰ মান হ'ব।**

দোকানী : বাইদেউ, দাদাই কিবা ক'ব বিচাৰিছে নেকি! মই একো ধৰিব পৰা নাই - - -

**স্ত্ৰীয়ে য'ৰে বস্তু ত'তে থৈ খৰধৰকৈ স্বামীৰ ওচৰলৈ আহে। স্বামীক লৈ ব্যতিব্যস্ত হৈ পৰে।**

স্ত্ৰী : কি হ'ল! কিবা লাগিব? ফেনখন দিম নেকি? — কিবা খাবা নেকি? — ৰ'বা পানী দিও - - -

**স্ত্ৰী বেগাই ভিতৰলৈ যায়। দোকানী কিংকৰ্তব্যবিমূঢ় হৈ পৰে। হাতত পানীৰ গ্লাছ আৰু চামুচ লৈ স্ত্ৰী সোমায় আহে। স্ত্ৰীয়ে স্বামীক চামুচৰে পানী খোৱায়। দোকানীয়ে সহায় কৰে। দুয়ো ব্যৰ্থ। স্ত্ৰীয়ে হাঁহাকাৰ কৰি উঠে। গ্লাছ আৰু চামুচ এঠাইত থৈ মুখখন ঘূৰাই হুক্ হুকাই কান্দি দিয়ে। দোকানীয়ে মুখ ঘূৰাই দিয়ে। স্বামী নিশ্চল হৈ স্ত্ৰীলৈ চায় থাকে। লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## অষ্টম পৰিৱেশ

**মঞ্চ ছঁয়া-ময়া পোহৰ হ'ব। সেই পোহৰতেই স্ত্ৰীয়ে মঞ্চৰ চাৰিওফালে ঘূৰে। মঞ্চৰ মাজত বৈ দিয়ে। লগে লগে মঞ্চ সম্পূৰ্ণ পোহৰ হ'ব। স্ত্ৰীৰ গতি-বিধি আৰু মুখৰ অংগী-ভংগী স্বাভাৱিক। তেওঁৰ চাৰিওকাষৰ মানুহৰ সন্মুখত কথা কোৱাৰ দৰে সংলাপ ক'ব। মঞ্চৰ পিছফালে হুইল চিয়াৰত স্বামী বহি থাকিব যদিও ভালদৰে দেখা নাযায়।**

স্ত্ৰী : (**ম্লান হাঁহি**) কি হ'ল! আপোনালোকে ৰং চাবলৈ আহিছে! চাওক (**হাঁহিৰ মাত্ৰা বাঢ়ে।**) চাওঁক, চাওঁক-আমাৰ ঘৰত উৎসৱ হৈছে। মেলা হৈছে। (**প্ৰায় বলিয়াৰ দৰে হাঁহে।**) বিয়া

হৈছে - - - আমাৰ ঘৰত বিয়া হৈছে! বুঢ়া-বুঢ়ীৰ বিয়া - - -

আমাৰ ল'ৰা-ছোৱালীৰ বিয়া। **(গহীন আৰু খণ্ডত)** কি হ'ল? কি কৈছা? - - - বলিয়ালি চাবলৈ অহা নাই? - - - মই বলিয়া! - - - ঐ নিধকৰ জাত, তহঁতক কোনে মাতিছে? বলিয়ালি চাবলৈ কোনে মাতিছে? মই বলিয়া নহয় - - - আপোনালোকে বলিয়া - - - তহঁত বলিয়া - - - ওলাই যোৱা, ওলাই যোৱা মোৰ ঘৰৰ পৰা ওলাই যোৱা - - - নালাগে - নালাগে মোক কাকো নালাগে। মোৰ ল'ৰা-ছোৱালী কাকো নালাগে। মই অকলে থাকিম, অকলে যুঁজিম। মই পাৰিম, পাৰিম। - - - **(মাতত করুণতা)** মই মোৰ মানুহজনক লৈয়ে অকলে থাকিম - - - **(ফেকুৰি ফেকুৰি কান্দে।)** তেওঁক মই সৰু ল'ৰাৰ দৰে, পুতলাৰ দৰে আল্‌ফুলকৈ মৰম কৰিম - - - খুব মৰম কৰিম- - - কেঁচুৱাৰ দৰে কোলাত লৈ - - - বুকুত সাৱটি মৰম কৰিম **(ক্রমান্বয়ে কান্দোন বেছি হৈ আহিব।)** - - - আমাৰে মইনা শুব এ, — বাৰীতে বগৰী ৰুব এ, — বাৰীৰে বগৰী পকি সৰিলে মইনাই বুটলি খাব। - - - **(পিছলৈ হুক্ হুকাই কান্দি দিব। কিছু সময় থৰ লাগিব। হঠাৎ সন্মুখত কাৰোবাক দেখি কোৱাৰ দৰে)** — ঐ, ঐ, তহঁত - - - তহঁত কিয় আহিছ! মৰা মাৰ-বাপেৰক চাবলৈ! নাই, নাই - আমাৰ কোনো ল'ৰা-ছোৱালী নাই - - - **(খণ্ডত)** যা - - - ওলাই যা - - - আমাৰ ঘৰৰ পৰা ওলাই যা - - - তহঁতৰ মুখ নাচাওঁ — তহঁত মৰিলি - তহঁতৰ নামত আমি চৰু ধুলোঁ — এইজনী **(কাৰোবাক ধৰি মৰাৰ দৰে)** এইজনী - চেহেৰা দেখুৱাবলৈ আহিছ! মৰ - মৰ - - - নামাৰিম? তহঁত - **(কোনোবাই ধৰিলে এছাৰ মাৰি এৰুৱাই দিয়াৰ দৰে)** চাওঁ মোক এৰি দে — এৰি দে বুলিছো নহয় - এৰি দে — **(কোনোবাই ধৰি দূৰলৈ টানি নিয়াৰ দৰে)** ইহঁতক মই মাৰি শেষ কৰি দিম। এতিয়া বাপেক মৰা চাবলৈ আহিছে! ঐ কি চাইছ? কি চাবলৈ আহিছে? **(অংগী-ভংগী কৰি)** বাপেৰ- মাৰে কৰা ভাওনা চাবলৈ আহিছ! বহুৱা

ওলোৱা ভাওনা। এয়া চা - আমি বহুৱা, বহুৱা। (**বলিয়াৰ দৰে কৰে আৰু হাঁহে, হাঁহি হাঁহি নীৰৱ হৈ যায় । কিছু সময় অঁকবাৰ দৰে ইফালে-সিফালে চায়। আকৌ আনৰ লগত কথা পতাৰ দৰে কৰে**) - আহিছে, আহিছে, আমাৰ ল'ৰা-ছোৱালী আহিছে। দীপ আহিছে। দীপা আহিছে। সিহঁতে আমাক খুব ভাল পায় — খুব মৰম কৰে -- এখন্তেক নেদেখাকৈ থাকিব নোৱাৰে - - - হা ? ক'ত আছে? আমি লুকুৱাই থৈছোঁ। (**বিচাৰি যোৱাৰ দৰে**) দীপ ! দীপা ! তহঁত ক'ত ? তহঁতক চাবলৈ মানুহ আহিছে — তহঁতৰ বিষয়ে এই মানুহখিনিয়ে ধুনীয়া, ধুনীয়া ভাল ভাল কথা কৈ ফুৰিছে। আমাৰ, মাৰ বাপেৰৰ বুকু সাত হাত ফুলি গৈছে। ওফন্দি উঠিছে। তহঁত, তহঁত ক'লৈ গলি ? ক'ত ? ক'ত ? (**হঠাৎ বহু তলত দেখাৰ দৰে - উত্তেজিত হয়**) - হেৰা, হেৰা - আমাৰ ল'ৰা-ছোৱালীহাল এই গহ্বৰৰ তলত পৰি আছে। সিহঁত এতিয়া কেনেকৈ উঠিব ? (**চিঞৰি**) কি হ'ল ? তহঁতক ওপৰলৈ তুলিব লাগে ? ৰ - ৰ, মোৰ বাছাহঁত - (**কিবা বিচাৰে। বিচাৰি কিবা এটা পায়**) এয়া, এয়া - জৰীডাল দিছোঁ। (**পাকখাই থকা দীঘল জৰী এডাল পাক খুলি খুলি তললৈ দিয়াৰ দৰে কৰে**) - এয়া - - - এয়া - অঁ - - - ধৰ - ভালকৈ, মই টানিছোঁ। (**জৰী টনাৰ দৰে**) ওঁ - - - টানিছোঁ - - - হ'ব - - - ভয় নাই - অঁ - অঁ - (**হঠাৎ আচৰিত হয়**) এয়া- - - এয়া কি ! - - - আমাৰ ল'ৰা-ছোৱালীহাল বেলুন হৈ গ'ল। বেলুন হৈ তলৰ পৰা ওপৰলৈ উৰি আহিছে — উৰি আহিছে - - - উৰি আহিছে - - - বেলুনকেইটা ওপৰলৈ উৰি যাব এতিয়া - - - (**বেলুন ধৰিবলৈ চেষ্টা কৰাৰ দৰে।**) মই বেলুন কেইটা ধৰিব পৰা নাই কিয় ! উৰি গ'ল - - - উৰি, উৰি, উৰি গৈ আছে - উৰিয়ে আছে । (**লাহে লাহে পিছলৈ চোফাখনৰ ওচৰলৈ গৈ থাকিব**) সৌৱা - সৌৱা আকাশলৈ উৰি গৈছে - - - সৰু হৈ গৈছে - - - নেদেখা হৈ গ'ল। (**চোফাখনত ওপৰলৈ মুখ কৰি শুই দিয়ে।**)

**মঞ্চৰ পোহৰত দেখা যায় - হুইল চিয়াৰত স্বামীক। শুই থকা স্ত্ৰীৰ কাষত দোকানী। দোকানী কঁপি থাকে।**

দোকানী : **(ভয়ত)** বাইদেউ, বাইদেউ, বাইদেউ —

স্ত্ৰী : হো? ওঁ! **(শুই উঠাৰ দৰে)**

দোকানী : বাইদেউ —

স্ত্ৰী : হাঁ?

দোকানী : আপুনি টোপনিতে কিবা-কিবি বকি আছিল। দাদাই, আপোনালৈ চাই আছে - কিবা হৈছে?

স্ত্ৰী : **(ভয়ত উচপ্‌খাই উঠি বহি দিয়ে।)** হাঁ?

**মঞ্চ লাহে লাহে আন্ধাৰ হ'ব।**

## নৱম পৰিৱেশ

**মঞ্চ পোহৰ হ'ব।**
**স্বামী হুইল চিয়াৰত বহি থাকিব। কাষৰ চকীত বান্ধি থোৱা অৱস্থাত স্ত্ৰী। সন্মুখত ৰিভলভাৰ লৈ এজন যুৱক।**

যুৱক : সোণৰ নেক্‌লেচ, কাণফুল, খাৰু এইবোৰ ঘূৰাই দিবৰ বাবে কাঢ়ি লোৱা নাই।

স্ত্ৰী : ঐ খুলি দে বুলিছোঁ - খুলি দে।

যুৱক : ঐ বুঢ়ী চুপ! তোক খুলি দি মই বিপদ চপাই ল'ব লাগে! খুব মন গৈছে নহয় উকা গদৰেজ চাবলৈ। সোপাকে আনিলো — ধন, সোণ ক'তো নাই।

স্ত্ৰী : তই বাচি যাব পাৰিম বুলি ভাবিছ নেকি? খুলি দে নহ'লে মই -

যুৱক : চিঞৰিবি! চিঞৰ। এইটো দেখিছ? **(হাতৰ ৰিভালভাৰ দেখুৱায়।)** বৰ বেয়া বস্তু। চিনি পাবই চাগে! নহ'লে তহঁতৰ নিচিনা ধনী মানুহে এইটোলৈ ইমান ভয় কৰে কিয়? ইয়াৰ পৰা এবাৰ অকণমান শব্দ এটা বাহিৰ হৈ গ'লেই - তোৰ মুখৰ শব্দ বন্ধ হৈ যাব। - - - চিৰ জীৱনৰ বাবে।

| | | |
|---|---|---|
| স্ত্ৰী | ঃ | তই মোক ভয় দেখুৱাইছ! |
| যুৱক | ঃ | ভয় দেখুৱাব নালাগে, ভয় খাৱ। ভয় খাইছ। মই জানো তইঁতে জীয়াই থাকিবলৈ বৰ হেঁপাহ ক'ৰ। |
| স্ত্ৰী | ঃ | মোৰ জীয়াই থকাৰ কোনো বাসনা নাই। তোক বাৰে বাৰে কৈছোঁ, মই এই মানুহজনৰ বাবে জীয়াই আছোঁ - - - এওঁ বেমাৰী, অৱশ। এওঁ - - - |
| যুৱক | ঃ | একেবোৰ কথাকে পেঘেনীয়াই থাকিব নালাগে। এই বুঢ়াই চাই থকাৰ বাহিৰে একো কৰিব নোৱাৰে - সেয়া মই জানি গৈছোঁ। |
| স্ত্ৰী | ঃ | তোক যি লাগে সকলো লৈ যা - মাত্ৰ মোক খুলি দে। |
| যুৱক | ঃ | ওঁ - হোঁ - নহ'ব। - - - মই গুচি যোৱাৰ পাছত তই চিঞৰি গগন ফালি দিবি, - - - যদি বাহিৰত কোনোবাই শুনে; তেতিয়া খুলি দিবহি নহ'লে - - - |
| স্ত্ৰী | ঃ | তইঁতৰ অন্তৰত দয়া, মৰম বোলা বস্তু এটা নাই নেকি? আমি তোৰ মা-দেউতাৰ দৰে। |
| যুৱক | ঃ | আদৰ্শৰ লেকচাৰ বন্ধ কৰ, ময়ো আদৰ্শবাদী আছিলোঁ - - - |
| স্ত্ৰী | ঃ | এতিয়া বিপথগামী! |
| যুৱক | ঃ | যি ভাব। কিন্তু মই এম, এ, পাছ। |
| স্ত্ৰী | ঃ | সেইটো কি ডাঙৰ কথা! ইউনিভাৰ্চিটিত টকা এগাল ঢালি দে - নহ'লে আগ্নেয় অস্ত্ৰ দেখুৱাই দে - গণ্ডাই গণ্ডাই চাৰ্টিফিকেট পাই যাবি। |
| যুৱক | ঃ | আদৰ্শবাদী যুৱক আছিলোঁ। |
| স্ত্ৰী | ঃ | এতিয়া আদৰ্শভ্ৰস্ত হ'লি? |
| যুৱক | ঃ | অঁ, আদৰ্শভ্ৰস্ত হ'লোঁ, বিপথগামী হ'লোঁ। |
| স্ত্ৰী | ঃ | এতিয়া হাতত অস্ত্ৰ ল'লি! |
| যুৱক | ঃ | আজিৰ ব্যৱস্থাটোৱে অস্ত্ৰ ল'বলৈ বাধ্য কৰাইছে। |
| স্ত্ৰী | ঃ | এতিয়া মানুহ মাৰি ফুৰিছ! ডকাইতি কৰিছ! |
| যুৱক | ঃ | অঁ, ডকাইত, ডকাইতি কৰিছোঁ। ময়ো সপোন দেখিছিলো ভাল মানুহ হোৱাৰ — দেশৰ, দহৰ সহায় কৰাৰ — কিন্তু সকলো বালিঘৰৰ দৰে থানবান হৈ গ'ল। হতাশাগ্ৰস্ত হৈ বলিয়াৰ দৰে |

ঘূৰি ফুৰিছিলোঁ, ঘৰ দুৱাৰ এৰি ঘূৰি ফুৰিছিলোঁ --- সেইবোৰ থাকক, তইঁতৰ আগত কৈ লাভ নাই --- এতিয়া মই ডকাইত! --- আৰু কি আছে কৈ দে।

স্ত্রী ঃ মই আৰু একো নকওঁ। তই এটা কাম কৰ। আমাৰ দুয়োটাকে মাৰি দে। তাৰ পাছত যি মন যায় লৈ যা।

যুৱক ঃ এই বুঢ়ী, ইমান বুৰ্বক বুলি নাভাবি। মই বহুত ভাবি-চিন্তি এই অস্ত্র হাতত লৈছোঁ। এইটো থাকিলে মানুহে ভয় কৰে। অতি সহজে হাতলৈ ধন-দৌলত আহে — যি মন যায় তাকে কৰিব পাৰি।

স্ত্রী ঃ সন্ত্রাস আৰু অস্ত্রৰ দ্বাৰা ক্ষমতা আহৰণ কৰিছ! তইঁতক ক্ষমতাই প্ৰলুব্ধ কৰিছে। ভাল-বেয়া বিচাৰ কৰাৰ শক্তিকণো হেৰুৱাই পেলাইছ।

যুৱক ঃ এতিয়া বিচাৰ-বিবেচনা কৰিবলৈ মই অস্ত্র লোৱা নাই। নিজক প্রতিষ্ঠা কৰিবলৈ অস্ত্র লৈছোঁ।

স্ত্রী ঃ তইঁতৰ হাতলৈ কি দৰে অস্ত্র আহিলে সেয়া তইঁতে নিজেই নাজান। তইঁত আনৰ হাতৰ পুতলা। চক্রান্তৰ বলি। মনত ৰাখিবি তইঁতে, অস্ত্রৰ ভুল প্ৰয়োগ কৰিছ।

যুৱক ঃ আঃ সেইবোৰ বন্ধ কৰ। মই লেকচাৰ শুনি থাকিলে নহ'ব। মই ধৰা পৰি যাম। সোনকালে ক' আৰু ক'ত কি আছে?

স্ত্রী ঃ তোৰ দৰে এম, এ, পাছ কৰা ল'ৰা সেইয়া - আমাৰ আগফালে দোকান দি খাইছে। কিমান কষ্ট কৰি চলিছে! সেয়া হে ল'ৰা।

যুৱক ঃ সেইটো মুৰ্খ। অৰ্থ উপাৰ্জনৰ ইমান ভাল আৰু সহজ পন্থা থাকোতে সি বুৰ্বকৰ দৰে দোকান খুলি আদৰ্শ দেখুৱাইছে!

স্ত্রী ঃ তইঁতে এই সহজে উপাৰ্জিত ধনেৰে কিমান দিন চলিবি? সহজে হাতলৈ অহা ধন এদিন সহজেই শেষ হৈ যাব। কষ্টোপাৰ্জিত বাস্তৱটোৰ স'তে তইঁতে চলিবলৈ নিশিকিলি।

যুৱক ঃ ইয়ালৈ মই তোৰ পৰা নীতি-বচন শুনিবলৈ অহা নাই। মোৰ জনা আছে — তইঁতে কিমান কষ্ট কৰি ধন উপাৰ্জন কৰিছ! এই বুঢ়াৰ দৰে বৰ'কেচিবোৰে কলমেৰে ডকাইতি কৰে আৰু মই যেনিবা অস্ত্রৰেৰে কৰিছোঁ। বচ্ — ইমানেই তফাৎ ---

স্ত্ৰী : বোপাই, তই মোৰ ল'ৰাৰ দৰে, তোক কাবৌ কৰিছোঁ - মোক খুলি দে।

**যুৱকে স্ত্ৰীক চাৰিওফালে ঘূৰি চায়।**

যুৱক : খুলি দিম - কিন্তু চিঞৰিবি - বুঢ়াটোক নৰক যন্ত্ৰণাত থৈ তোক মাৰি পেলাম।

**যুৱকে ৰিভলভাৰটো কঁকালত খুচি থৈ এখন ডেগাৰ উলিয়াই স্ত্ৰীৰ বান্ধি থোৱা ৰচিবোৰ কাটি দিয়ে। স্ত্ৰী হঠাৎ উঠি ফোনটোৰ ফালে দৌৰে আৰু ফোনৰ ৰিছিভাৰ ডাঙিবলৈ ধৰে।**

যুৱক : খবৰদাৰ! গুলিয়াই দিম! বেছি হুঁচিয়াৰী নেদেখোৱাবি।

**স্ত্ৰী ভয়তে বৈ দিয়ে। ঘূৰি যুৱকলৈ চায়। যুৱক স্ত্ৰী ওচৰলৈ আগবাঢ়ে, স্ত্ৰীয়ে ভয়ে ভয়ে পিছুহোঁহকে আৰু চেগ বুজি স্বামীৰ ওচৰলৈ গৈ স্বামীৰ গাৰ কাষত লুকাবলৈ ব্যৰ্থ চেষ্টা কৰে। যুৱক স্ত্ৰীৰ পাছ লয়। একোবাৰত স্ত্ৰী ভিতৰলৈ দৌৰি সোমাই যায়। যুৱকেও স্ত্ৰীক অনুসৰণ কৰি ভিতৰলৈ দৌৰি সোমাই যায়। ভিতৰত মানুহৰ হতাহতিৰ শব্দ হয়। স্ত্ৰীৰ চিঞৰ-বাখৰ, কান্দোন। স্ত্ৰী গাৰ চাদৰখন ভিতৰৰ পৰা যুৱকে দলিয়াই দিয়ে। চাদৰখন স্বামীৰ ভৰিৰ ওচৰত পৰে। স্বামীৰ মুখত বিভিন্ন প্ৰতিক্ৰিয়া। ভিতৰত চিঞৰ-বাখৰ চলি থাকে। এটা সময়ত স্ত্ৰীয়ে ভীষণ চিঞৰ এটা মাৰে। লগে লগে সকলো নিস্তব্ধ হৈ যায়। কিছু সময়ৰ পাছত যুৱক ফোপাই-জোপাই ওলাই আহে।**

যুৱক : বুঢ়া চাই থাক, তোৰ আগতে তোৰ ধৰ্ষিতা ঘৈণীয়েৰৰ দশা চাই থাক। বুঢ়ী কিন্তু এতিয়াও দেখনিয়াৰ আছিল। বৰ বেছি টেঙৰালি কৰিছিল! ডেগাৰেৰে খতম্ কৰি দিলোঁ। ডকাইতি, ধৰ্ষণ, হত্যা — সকলোৰে চিন-মোকাম শেষ। এতিয়া তেনেকৈ বহি তোৰ ঘৈণীয়েৰৰ মৃত শৰীৰটো চাই থাক।

**মঞ্চ আন্ধাৰ হ'ব।**

**আকৌ মঞ্চ পোহৰ হ'ব।**

**পৰিৱেশ আগৰ দৰেই থাকিব।**

**যুৱক মঞ্চত নাথাকে দুৱাৰৰ কাষত দোকানী থাকে।**

দোকানী : বাইদেউ, বাইদেউ, দুৱাৰ খুলি থৈছে যে! কি হ'ল! দাদা, এইখন বাইদেউৰ চাদৰ!

**ইফালে-সিফালে চায়। হঠাৎ ভিতৰত স্ত্ৰী পৰি থকা দেখে। ভয়ত লাহে লাহে সেই ফালে আগুৱায়। প্ৰায় ওচৰলৈ গৈ পৰিৱেশ আয়ত্ত কৰি ভীষণ চিঞৰ এটা মাৰে।**

**লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।**

## দশম পৰিৱেশ

**মঞ্চ পোহৰ হ'ব।**

**স্বামী হুইল চেয়াৰত বহি থাকে। ওচৰত এজন পুলিচ অফিচাৰ। পুলিচ অফিচাৰজনে স্বামীক জেৰা কৰে। স্বামী নিৰ্বকাৰ।**

অফিচাৰ : ওঃ, এনেকৈ থাকিলে মই কি কৰিম? আপুনি মোক কিবা এটা কওঁক। চাওক, ইয়াত কোনো নাই - আপুনি আৰু মই। মই জানি - শুনিয়ে লগত কাকো অনা নাই। আছে — মোৰ লগত কনিষ্টবল আনিছোঁ, কিন্তু বাহিৰত থৈ আহিছোঁ। মই অকলেই পৰিৱেশটো বুজ ল'বলৈ আহিছোঁ। যদি মুখেৰে নামাতে — একো নকয়, তেন্তে মোক মাতিছিল কিয়? কিয় ফোন কৰিছিল? **(মাত ডাঙৰ কৰি প্ৰায় খণ্ডত)** — কোনে ফোন কৰিছিল! কোনে কৰিছিল? - - এই, কোন আছ? এই ঘৰত কোন আছ? **(পুলিচ কায়দাৰে এবাৰ চাৰিওফালে**

**ঘূৰে। ভিতৰত পৰি থকা স্ত্ৰীৰ মৃত শৰীৰটোও চায়। 'ইফাল-সিফাল' কৰি, নিজকে নিজেই কোৱাৰ দৰে)** আজিকালি এনে ঘটনা বেছি হ'ব ধৰিছে! বিশেষকৈ চিটি প্লেচ বিলাকত। এটা নতুন টেনডেন্সি — বৃদ্ধ হত্যা। অকল শৰীয়া বৃদ্ধ দম্পতি হত্যা! কিন্তু অকলে বুঢ়ীজনীক হত্যা কৰিলে! আপোনাক যে হত্যাকাৰীয়ে এৰি থৈ গ'ল! আপুনি কিন্তু ভীষণ ভাগ্যবান। বাৰু কওঁকচোন এনেকৈ অকলশৰীয়া বুঢ়া-বুঢ়ীবোৰক মাৰি হত্যাকাৰীৰ লাভ কি হয়? হাততে যিখিনি উলিয়াই থোৱা সম্পত্তি পালে সেইখিনি পালে বাৰু — বাকীখিনি? সেইখিনিতো সিহঁতে ভোগ কৰিব নোৱাৰে! কেতিয়াও নোৱাৰে। অন্তত আমি সেইটো হ'বলৈ নিদিও। হত্যাকাৰীৰ মটিভ্ কি! নিজৰ ল'ৰা-ছোৱালীৰ কিবা চক্ৰান্ত থাকে নেকি? বুঢ়া-বুঢ়ী সোনকালে মৰিলে সা-সম্পত্তিবোৰ নিজৰ আয়ত্বলৈ যাব। উপভোগ কৰিব পাৰিব। মৌজ কৰিব। **(আকৌ ঘূৰা-ঘূৰি কৰে।)** চাওঁক আপোনাক মই ভালদৰে কৈছোঁ, আপুনি মুখ খোলক। **(খণ্ডত)** মুখ খোলক বুলিছো নহয়। **(ভিতৰলৈ দেখুৱায়।)** এই মানুহগৰাকীক কোনে হত্যা কৰিলে? আপুনি? আপোনাৰ বাহিৰে ইয়াত আৰু কোন আছে! কিয় হত্যা কৰিলে? যৌতুকৰ বাবে! এই বুঢ়া বয়সত যৌতুক বিচাৰিছিল! লাজ নালাগে? **(কিংকৰ্তব্যবিমূঢ়ভাৱে হাঁহাকাৰ কৰি উঠে।)** এই, এই - মোৰ মাথা গৰম হৈ গৈছে! উঃ মই এতিয়া পাগল হৈ যাম। কোনে ফোন কৰি মাতিছিল? এই, মই বুঢ়া বুলি ৰেহাই নিদিম। মাৰি ঘুগুলা-ঘুগুল কৰি দিম। মেজাজ ঠিক নোহোৱা হৈ আহিছে — ক' — ক'— সোনকালে ক' — নহ'লে - - -

**এনেতে দোকানী সোমাই আহে। পুলিচ অফিচাৰৰ ৰুদ্ৰমূৰ্তি দেখি দোকানী ভয়তথমকি ৰয়। ভয় আৰু উৎকণ্ঠাৰে কিবা এটা ক'বলৈ ধৰি ক'ব নোৱাৰে। দোকানীৰ উপস্থিতি পুলিচ**

**অফিচাৰে ক'ব নোৱাৰে। এবাৰ সাহস গোটাই প্ৰায় চিঞৰি কোৱাৰ দৰে কয়।**

দোকানী : চ্যাৰ, — চ্যাৰ, —

অফিচাৰ : কোন! **(ঘূৰি দোকানীক)** কোন তই ?

দোকানী : মই এজন দোকানী।

অফিচাৰ : দোকানী! ইয়াত কিয়? কি লাগে?

দোকানী : মানে চ্যাৰ, এখেত **(স্বামীক দেখুৱাই)** মানে দাদা, এখেতে লৰ চৰ কৰিব নোৱাৰে — মুখেৰে মাতিব নোৱাৰে — মানে পেৰেলাইচিছ ৰোগী - - -

অফিচাৰ : কি! অঃ গ'ড! **(ওপৰলৈ চাই কিছু সময় থৰ লাগে।)** তেতিয়াহ'লে ঘৰত আৰু কোন আছে?

দোকানী : কোনো নাই। কেৱল এখেতসকল দুজনেহে থাকে।

অফিচাৰ : সতি-সন্তান?

দোকানী : ল'ৰা-ছোৱালী এহাল আছে, বাহিৰত থাকে।

অফিচাৰ : **(দোকানীক সন্দেহেৰে চায়।)** তই ইমানবোৰ কথা কেনেকৈ জানিলি?

দোকানী : এইখন ঘৰলৈ মই আহিয়ে থাকোঁ। মোৰ নিজৰ ঘৰৰ দৰে। এখেতসকলে মোক নিজৰ ল'ৰাৰ দৰে মৰম কৰে।

অফিচাৰ : অ, বুজিছোঁ। থানালৈ ফোন কোনে কৰিছিল?

দোকানী : মই কৰিছিলো চ্যাৰ।

অফিচাৰ : তই ফোন কৰোতে নিজৰ নাম কোৱা নাছিলি কিয়?

দোকানী : চ্যাৰ, খৰধৰত পাহৰি থাকিলোঁ। চ্যাৰ, মই নাৰ্ভাচ কৰিছিলোঁ।

অফিচাৰ : সেই মানুহগৰাকীৰ হত্যা হ'ল সেয়া তই কেনেকৈ জানিলি?

দোকানী : পৰি থকা দেখি। তেজ দেখি।

অফিচাৰ : কেনেকৈ দেখিলি? কেতিয়া দেখিলি? হত্যা হোৱাৰ কিমান সময়ৰ পাছত দেখিলি?

দোকানী : হত্যা কিমান সময়ত হৈছিল — মই ক'ব নোৱাৰো চ্যাৰ। মই সদায় অহাৰ দৰে আহিছিলোঁ। সদায়ে দুৱাৰ বন্ধ থাকে। কিন্তু, আজি দুৱাৰ খোলা আছে। মই বাইদেউক মাতি মাতি সোমাই আহিলোঁ। আহি মই বাইদেউৰ এনে দশা দেখি হতভম্ব! মোৰ চ্যাৰ, এতিয়াও গা কঁপি আছে।

অফিচাৰ : তাৰ পাছত কি কৰিলি?

দোকানী : মই চ্যাৰ, জীৱনত এনে কাণ্ড প্ৰথম দেখিছোঁ। কি কৰো, কি নকৰো — একো ভাবিব পৰা নাছিলোঁ। ভাগ্য ভাল ফোন কৰাৰ কথা মনলৈ আহিল — এই ফোনটো চাওঁ বেয়া হৈ আছে। পি,চি,অ, লৈ দৌৰিলোঁ। ওচৰত চ্যাৰ, পি,চি,অ, নাই। প্ৰায় এমাইল মান আঁতৰত আছে। পি,চি,অ,ৰ পৰা ঘূৰি অহা মানে আপোনালোক আহিলেই। দোকান বন্ধ কৰি এতিয়া এইখিনি পাইছোঁ।

**পুলিচ অফিচাৰে দোকানীলৈ ভালদৰে চায়। দোকানীৰ চাৰিও ফালে ঘূৰি সন্দেহেৰে নিৰীক্ষণ কৰে।**

অফিচাৰ : এই হত্যা কাণ্ড কোনে কৰিলে?

দোকানী : মই নাজানো চ্যাৰ।

অফিচাৰ : সচা কথা ক' কোনে হত্যা কৰিলে?

দোকানী : নাজানো চ্যাৰ।

অফিচাৰ : **(খঙত মাত ডাঙৰ কৰি।)** জান, তই জান।

**দোকানীয়ে পুলিচ অফিচাৰৰ ধম্‌কিত কঁপি উঠে।**

দোকানী : নাজানোঁ।

অফিচাৰ : তেন্তে কোনে জানে?

দোকানী : ক'ব নোৱাৰো চ্যাৰ।

অফিচাৰ : তই দোকান ক'ত দিয়?

দোকানী : এখেতসকলৰ মাটিত। **(স্বামীক দেখুৱাই)** দাদাই মৰম কৰি মোক দোকানখন দিবলৈ ঠাই দিলে নহ'লে চ্যাৰ, মই নাখাই-নবৈ মৰিলোহেঁতেন।

অফিচাৰ : তোক মৰাৰ পৰা বচালে — জীয়ালে — আৰু তই জীয়া মানুহ মাৰিলি।

দোকানী : মানে চ্যাৰ!

অফিচাৰ : তই ইয়াৰ আগেয়ে — দোকান দিয়াৰ আগেয়ে ক'ত আছিলি? কি কৰিছিলি?

দাকানী : নদীপৰীয়া মানুহ, স্কুলৰ ডেওনা পাৰ হওঁতেই আই-বোপাই ঢু কাল। সিমানতে শেষ নহ'ল — বানে, খহনীয়াই সকলো

দাহি- . মোহি পথৰ ভিকহু কৰিলে। পঢ়াৰ প্ৰতি ধাউতি আছিল

-- কোনোমতে খুজি-মাগি মানুহৰ ঘৰে ঘৰে কাম কৰি এম,

এ, পাছ কৰিলোঁ।

অফিচাৰ : এম, এ, পাছ ! তই এম, এ, পাছ !

দোকানী : হয় চ্যাৰ। এম, এ, পাছ কৰিলোঁ — কিন্তু কোনো সংস্থাপন নাপাই লঘোনে ভোকে ঘুৰি ফুৰিছিলোঁ — হয়তো মৰি থাকিলোহেঁতেন! দাদাই পাই মোক উদ্ধাৰ কৰিলে।

অফিচাৰ : **(কিবা এটা ভাবি।)** উচ্চ শিক্ষাৰ অধিকাৰী হৈ দোকান দিছ?

দোকানী : পেটৰ তাড়ণাত।

অফিচাৰ : মিছা মাতিছ? তোৰ মতলব বেলেগ। বুজিছোঁ — এইখন ঘৰৰ ওপৰত তোৰ টাৰগেট আছিল।

দোকানী : আপুনি কি ক'ব বিচাৰিছে!

অফিচাৰ : এই হত্যাকাণ্ডৰ লগত তই জড়িত হৈ আছ।

দোকানী : **(মাত ডাঙৰ কৰি)** চ্যাৰ!

অফিচাৰ : চুপ! ডেমাক নেদেখোৱাবি। তোৰ নিচিনা বহু দেখিছোঁ, লকাপত নি ভালদৰে ধুলাই কৰি দিলে — সকলো সৈ কাঢ়ি দিবি।

দোকানী : চ্যাৰ, দৰিদ্ৰ হ'ব পাৰোঁ, কিন্তু এনে অপকৰ্ম কৰিব নোৱাৰোঁ।

অফিচাৰ : পাৰনে নোৱাৰ সেয়া মোৰ জনা আছে। এইটো মোৰ বাবে মামুলি কেছ। **(অহংকাৰীভাৱে)** ইয়াতকৈ বহু ডাঙৰ ডাঙৰ কেছ হেণ্ডেল কৰিছোঁ। মোৰ হাতত সকলো ধৰা পৰি গৈছে। তই কোন কুট্টা?

দোকানী : **(ভয়ত)** চ্যাৰ, আপুনি মোক মিছাতে সন্দেহ কৰিছে —

অফিচাৰ : সচা মিছা লকাপত হ'ব। এজন পুলিচ অফিচাৰ হিচাপে মোৰ নাম আছে জান?

দোকানী : হ'ব পাৰে —

অফিচাৰ : মই ভীষণ কাৰা অফিচাৰ! ভালত ভাল, বেয়াত খুব বেয়া — মোতকৈ বেয়া নোলাব। সচা কথা ক' —

দোকানী : মই কৈছোৱেই, এনে কাম কেতিয়াও মই কৰিব নোৱাৰোঁ —

অফিচাৰ ঃ তই নোৱাৰ, তোৰ গেং আছে। ব'ল থানালৈ ব'ল। দুবেটমান খালে তোৰ গেঙৰ সকলো ধৰা পৰি যাব।

দোকানী ঃ চ্যাৰ, মোৰ চ্যাৰ কোনো গেং চেং নাই।

অফিচাৰ ঃ আছে নাই ওলাই যাব। ব'ল, ব'ল বুলিছোঁ ব'ল — বেট খোৱাৰ আগতে ব'ল। নগ'লে তোৰ এম, এ, পাছ কৰাৰ ডেমাকি বাহিৰ কৰি দিম।

দোকানী ঃ **(বেজাৰত কান্দি দিয়াৰ দৰে)** চ্যাৰ, এই দেৱীৰ দৰে বৃদ্ধা মানুহগৰাকীৰ হত্যা মইতো কৰিব নোৱাৰোৱেই — আনৰ হতুৱাইয়ো কৰাব নোৱাৰোঁ।

**অফিচাৰে দোকানীক জোৰেৰে টানি আনি গলাত ধৰি বাহিৰলৈ ঠেলা মাৰি দিয়ে।**

অফিচাৰ ঃ ব'ল —

দোকানী ঃ **(বাহিৰত)** চ্যাৰ, মই চ্যাৰ নিৰ্দোষী - - -

অফিচাৰ ঃ **(বাহিৰলৈ চায়)** এই ইয়াক হাত কেৰিয়াৰ লগা। **(খঙত বাহিৰলৈ যায়)** — এইবোৰ, এইবোৰ — পশুবোৰ, পাপীস্থবোৰৰ পাশৱিক কামনাৰ চিকাৰ হ'ব লগা হৈছে পাঁচ-ছয়বছৰীয়া নাবালিকাৰ পৰা চল্লিছ পঞ্চাছবছৰীয়া বুঢ়ীলৈকে। ভালকৈ পিটন দি জীপত তুলি দে।

বাহিৰত দোকানীক মৰাৰ শব্দ।

বাহিৰত দোকানীৰ যন্ত্ৰণাকাতৰ চিঞৰ। 'মোক নামাৰিবা - মই এনে কাম কৰা নাই - মই নিৰ্দোষী'

স্বামী মুখত কেৱল প্ৰতিক্ৰিয়া।

লাহে লাহে মঞ্চ আন্ধাৰ হ'ব।

মঞ্চ পোহৰ হ'ব।
স্বামী হুইল চিয়াৰত বহি থাকে। স্ত্ৰী আগৰ দৰে ওলাই আহিব। স্বামীৰ ওচৰলৈ যায়। স্বামীৰ হুইল চিয়াৰ ঠেলি ঠেলি – মঞ্চৰ সম্মুখ ভাগলৈ আহি ৰ'ব। তেওঁ এবাৰ মঞ্চৰ চাৰিওফালে চাব। এইদৰে চাওঁতে দৰ্শকলৈও দৃষ্টি নিক্ষেপ কৰিব। ফোনত চকু পৰে ফোনৰ পৰা দৃষ্টি আঁতৰাই আনি, স্বামীক চাব। স্বামীক উপহাসৰ চাৱনিৰে চাই – ফোনৰ ৰিচিভাৰ তুলিলৈ, ৰিচিভাৰটো কেতিয়াও নেদেখা বস্তুৰ দৰে; তন্ন তন্নকৈ চায়। যেন তাৰ পৰা কিবা এটা আবিস্কাৰ কৰিব। মুখতউপলুঙাৰ ভাব। ফোন থয়। স্বামীলৈ দৃষ্টি নিক্ষেপ কৰি সংলাপ আৰম্ভ কৰিব। সংলাপ কওঁতে যেন দৰ্শকক উদ্দেশ্য কৰিহে কৈছে।

স্ত্ৰী : এইটো ফোন - সংবাদ বহনকাৰী। ফোনটো এতিয়া অচল। (ইফালে, সিফালে নিজৰ সুবিধা অনুসৰি গতি কৰে।) ই সংবাদ বহন কৰাৰ ক্ষমতা হেৰুৱাই দিছে। (স্বামীক উদ্দেশ্য কৰি) এতিয়া তুমি সংবাদ বিচ্ছিন্ন এটা দ্বীপৰ বাসিন্দা। (স্বামীৰ মুখত প্ৰতিক্ৰিয়া কিবা এটা যেন ক'ব বিচাৰিছে।) – যেতিয়া অত্যন্ত প্ৰয়োজন আছিল তেতিয়া তুমি একো নক'লা – এতিয়া বহুত দেৰিহে গ'ল, (হতাশ হৈ) এতিয়া আৰু কোনো সংবাদেই প্ৰেৰণ কৰিব নোৱাৰা। (স্বামী হতাশ হয়।) তুমিও ফোনটোৰ দৰে অচল। (হাত দুখন কোঁচাই নিজৰ গলধনৰ ফালে নি গলধনৰ পিছফালে দুয়োখন হাতৰ আঙুলিত আঙুলি ভৰাই জোৰেৰে খামুচি ধৰি ওপৰলৈ চাই, একে ঠাইতে ঘূৰি দিয়ে। আকৌ আগৰদৰে ভিতৰৰ দুৱাৰখনৰ ওচৰলৈ যায়। দুৱাৰৰ ওচৰৰ পৰা স্বামীলৈ ঘূৰি চাব। দৰ্শকলৈও চাব। বাহিৰৰ

**দুৱাৰলৈ চাব। লাহে লাহে বাহিৰৰ দুৱাৰখনৰ ফালে গতি কৰে। তেওঁ প্ৰতি গতিয়েই অৰ্থ বাহক হ'ব লাগিব। ঠিক স্বামীৰ ওচৰ পাওঁতেই আকৌ সংলাপ আৰম্ভ কৰে।)** চোৱা এইখন দুৱাৰ — এতিয়া খোলা- - - এই খোলা দুৱাৰেদি অহা আহিব পাৰে, যোৱা যাব পাৰে — এতিয়া এয়া অহা-যোৱাৰ মুক্ত পথ। মুক্ত! **(সশব্দে ম্লান হাঁহি এটা মাৰে। ইতিমধ্যে তেওঁ দুৱাৰখনৰ কাষ পাব। দুৱাৰ ওচৰৰ পৰা ঘূৰি স্বামীক ক'ব।)** খোলা দুৱাৰখনৰ দৰে তুমি মুখ মেলি চাই আছা -- **(স্বামীৰ ওচৰলৈ আহি প্ৰশ্ন কৰে। প্ৰশ্নবোৰ যেন দৰ্শকৰ উদ্দেশ্য কৰিহে কয়।)** কি হ'ল! চাই থাকিলা? তোমাৰ দৃষ্টি দুৰ্বল। সকলোবোৰ তোমাৰ দৃষ্টিত অস্পষ্ট। **(সুৰৰ পৰিবৰ্তন কৰে।)** তোমাৰ সন্মুখতে এনেবোৰ ঘটনা ঘটি গ'ল তুমি নিস্তব্ধভাৱে ৰৈ থাকিলা? তুমি নিথৰ। নিশ্চল। তোমাৰ চকুৰ আগতে ঘটি থকা অন্যায় — অবিচাৰ হত্যা, লুণ্ঠন, ধৰ্ষণবিলাক তুমি নীৰৱে চাই গ'লা — তোমাৰ কোনো প্ৰতিবাদ নাই? তোমাৰ প্ৰতিবাদ কৰাৰ সাহস নহ'ল? কিয় প্ৰতিবাদ নকৰিলা? প্ৰতিবাদ কৰিলে অপ্ৰিয় হোৱাৰ ভয়! কোনোবাই কেতিয়াবা আক্ৰমণ কৰিব পাৰে বুলি ভয় কৰিলা! প্ৰচণ্ড আক্ৰমণ! বাঃ কি যে জীৱন এটা আঁকোৱালি ল'লা! তুমিতো এটা সাধাৰণ সৰল ৰৈখিক জীৱন অতিবাহিত কৰি আহিছা! এক নিৰ্মল পৰিষ্কাৰ জীৱন! আনৰ পৰাও তুমি সেইটোকে বিচাৰিছিলা। কিন্তু ক'তা! তোমাৰ সতি-সন্ততি তোমাৰ পথেৰে নগ'ল। নতুন প্ৰজন্ম অবাটে গৈছে। হতাশাগ্ৰস্ত হৈছে। এইবিলাক তুমি নিষ্প্ৰাণ হৈ চাই থাকিলা? ভয় কৰিলা? সৰল ৰৈখিক জীৱনটোৰ ক'ৰবাত ব্যাঘাত হয় বুলি? তুমি দেখি অহা ৰঙীন সপোনবিলাক ভাঙি-চিঙি চুৰমাৰ হৈ যোৱাৰ ভয় কৰিছিলা? কিন্তু, কিন্তু এতিয়া? তুমি আজি পেৰেলাইচিছ হৈ — নিষ্পন্দ হৈ — মূক-বধিৰ দৰ্শক হৈ সকলো চাই গ'লা — সহি গ'লা! জনপূৰ্ণ কৌৰৱ ৰাজসভাত এক বস্ত্ৰা পৰিহিতা — ৰজস্বলা দ্ৰৌপদীক পাষণ্ড

দুঃশাসনে বস্ত্র হৰণ কৰাৰ সময়ত পিতামহ ভীষ্মই নীৰৱে চাই থকাৰ দৰে চাই থাকিলা! কিন্তু কিয়? কিয়? কিয়?

**স্ত্রী একে ঠাইতে থিৰ হৈ ৰৈ যাব।**

**লগে লগে মঞ্চ আন্ধাৰ হ'ব।**

**যৱনিকা**

